# ৬ষ্ঠ দৃশ্য

## মিনতিৰ কোঠা

[ আদৰ্শ উপলব্ধিৰ মাদকতা, পিতাকৰ আদেশ আৰু হিয়াৰ হেঁপাহ এই তিনিওটাৰ সম্মিলিত আক্ৰমণত মিনতিৰ সত্তাটো বহুতোখিনি দুৰ্ব্বল হৈ পৰিল। আৰু শেষত হয়তো জয়লাভ কৰিলে অন্তৰৰ আকুল স্পন্দনে। বিজিতক যুক্তিৰ শক্তিৰে প্ৰত্যাখ্যান কৰাৰ পিছ মুহূৰ্ত্তৰপৰাই বিজিতৰ অন্তৰৰ সৰল-সহজ প্ৰতিক্ৰিয়াৰ কাৰণে মিনতিয়ে অনুভৱ কৰিবলৈ বাধ্য হ'ল যে যুক্তিতকৈ জীৱনৰ—হৃদয়ৰ মূল্য বহুত বেছি।

ইলা আৰু অজিতৰ ভিতৰত থকা সম্বন্ধটোৱে মিনতিক বুজাই দিলে যে প্ৰেম আৰু সেই হেতুকে পুৰুষৰ সঙ্গটো সঁচাকৈ অতি সহজ আৰু সৰল। ই ভয় খাবলগীয়া একো আচৰিত বা অস্বাভাৱিক বস্তু নহয়। তাই বুজিলে যে জীৱনৰ ভেটিত হে যুক্তিৰ নিচান উঁৰিব লাগিব। তাই লগে লগে এইটোও অনুভৱ কৰিলে যে যদি আকৌ বিজিতক কেতিয়াবা ফিৰাই পায় তেন্তে নিজৰ সাধনাৰ সৈতে মিল ৰাখি বন্ধুত্বৰ দৰে এটি অতি সহজ আৰু স্বাভাৱিক সম্বন্ধ গঢ়ি তুলিবলৈ চেষ্টা কৰিব।

দৃশ্য-পট প্ৰথম দৃশ্যৰ দৰে। ইচ্ছা কৰিলে আৰু সুবিধা হ'লে অলপ পৰিবৰ্ত্তন কৰি ল'ব পাৰে। ]

মিনতি ঃ বিজিত দূৰলৈ আঁতৰ হৈ যোৱাই, ইলা, মই বেচ ভালকৈয়ে অনুভৱ কৰিছোঁ মোৰ জীৱনত বিজিতৰ কিমান প্ৰয়োজন আছিল।

ইলা ঃ তোমাৰ নিমন্ত্ৰণ বিজিতে এনেকৈ উপেক্ষা কৰাটো মই কিন্তু ভাবিবই নোৱাৰোঁ।

মিনতি ঃ কি কৰিবি ইলা! জগতত মানুহে ভাবিব নোৱাৰা বহুত কথাই নিতৌ হ'ব ধৰিছে।

ইলা ঃ সেইবুলিয়েই এজনৰ অন্তৰৰ আৱাহনক এনেকৈ ভৰিৰে লঠিয়াই আন এজনৰ সৈতে গুচি যোৱাটো মই অন্ততঃ সহ্য কৰিব নোৱাৰোঁ।

মিনতি ঃ তই বিজিতক ভুল বুজিছ।

ইলা ঃ মোৰ ধাৰণা ভুল হ'লেই মই ৰং পাম। কিন্তু বিজিতে এবাৰ তো অন্ততঃ তোমাক দেখা কৰি যাব পাৰিলে হয়। আনে নাজানিলেও মই তো জানো, তুমি বিজিতক কিমান ভাল পাইছিলা।

মিনতি ঃ নিজৰ দোষেও তো আঁপোন মানুহক পৰ কৰিব পাৰে। নোৱাৰেনে বাৰু ইলা?

ইলা ঃ মই হ'লে তোমাৰ কথা একোকে বুজিব পৰা নাই।

মিনতি ঃ যদি কওঁ দোষী মই, আৰু মোৰ দোষৰ কাৰণেই বিজিতে খং কৰি গুচি গৈছে।

ইলা ঃ আচৰিত অৱশ্যে অকণো নহওঁ। কাৰণ প্ৰেমৰ ৰাজত্বতেই অভিমানে মূৰ দাঙিব সাহ কৰে। বাৰু তুমিনো ইমান কি গুৰুতৰ অপৰাধটো কৰিলাহে?

মিনতি ঃ সকলো কথা কৈ মনটোক পাতল কৰিম বুলিয়েই তো তোক আজি মতাই আনিছোঁ। ইমানবোৰ কথাই বুকুখনক হেঁচা মাৰি ধৰিছে যে মাজে মাজে একেবাৰে উশাহ নোপোৱা হৈ যাওঁ।

ইলা ঃ বাৰু কোৱাচোন সকলো কথা ভাঙি-পাতি।

মিনতি ঃ ভাঙি-পাতি ক'বলৈ আৱশ্যে বিশেষ একো নাই। বিজিত আহিছিল মোৰ ওচৰলৈ, ইমান দিনে অন্তৰত থুপাই থোৱা চেনেহ-সঁফুৰা লৈ। কিন্তু মই তাক আওকাণ কৰিলোঁ। কৰ্ত্তব্যৰ দোহাই দি মই নিজে মোৰ হিয়াৰ আবেগ, অনুভূতিবোৰক মুচৰি মাৰি পেলালোঁ। আৰু মোৰ সেই কৃত্ৰিম কৰ্ত্তব্যনিষ্ঠাত ঠেকা খাই বিজিতৰ আবেদন উলটি গ'ল—শিৰত অপমানৰ বোজা লৈ। উহ্, মানুহৰ হিয়াৰ ইমান ডাঙৰ লাঞ্ছনা মই যে কল্পনাও কৰিব নোৱাৰোঁ ইলা!

ইলা ঃ এইটো কিন্তু তোমাৰ অন্যায় মিনি। ইমানখিনি দুৰ্ব্বলতা তোমাত কেতিয়াও শোভা নাপায়। যি আদৰ্শৰ কাৰণে তুমি জীৱনৰ এক ধুনীয়া সপোনক অকাতৰে বিসৰ্জ্জন দিলা, সেই আদৰ্শতেই যে আকৌ তোমাৰ নতুন জীৱন গঢ়ি তুলিব লাগিব।

মিনতি ঃ ময়ো সেইদিনা ঠিক তাকেই বিশ্বাস কৰিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু এক মুহূৰ্ত্ততেই যেন মনৰ ভিতৰত এটা ভূমিকম্প হৈ গ'ল। নিমিষতে যেন সকলো শক্তি ক'ৰবাত লুকাল !

ইলা ঃ এইটো মাথোঁ তোমাৰ মনৰ ভাব মিনি।

মিনতি ঃ কোনোবাই যেন ৰিঙিয়াই কৈ গৈছে--"মিনি তুমি ভুল কৰিছাঁ—নাৰীৰ কাৰণে সেই জীৱন নহয়।" বাৰু ইলা, বিজিতৰ লাঞ্ছিত হৃদয়ে মোৰ নাৰীত্বৰ ওচৰত যি কটাক্ষ হানিব, তাক মই কেনেকৈ সহিম?

ইলা ঃ এই ক্ষণিক দুৰ্ব্বলতাৰ ডাৱৰ আঁতৰি গৈ তোমাৰ জীৱনত আকৌ সূৰুযৰ ৰাঙলী কিৰণ বিয়পি পৰিব। শ্ৰীকৃষ্ণৰ মুখৰ "ক্লৈবং মাস্ম গমঃ" কথাফাকি ইমান সোনকালেই পাহৰি গ'লানে?

মিনতি ঃ মই নিজক আজি কোনোমতেই শান্ত কৰিব পৰা নাই ইলা! অনুভৱ কৰিছোঁ আৰু যেন থিৰেৰে থাকিব নোৱাৰিম।

ইলা : তোমাৰ চকুত আজি নিজৰ অভাৱটোৱেই বৰ ডাঙৰ হৈ পৰিছে। তুমি পাহৰি গৈছা মিনি, সংসাৰত আৰু কত হাজাৰ হাজাৰ লাখ লাখ মানুহ আছে যাৰ জীৱনবিলাক অভাৱ আৰু দুখতেই গঢ়ি উঠিছে। ভাবি চোৱাঁ, সিহঁতৰ তুলনাত তোমাৰ দুখখিনি কিমান তুচ্ছ। তুমি দুবেলা দুমুঠি খাবলৈ পাইছা। বাটৰ ভিখহু এটাৰ জীৱনৰ কথা মনলৈ আনাচোন, এবাৰ ভাবি চোৱাঁ অনাহাৰ-অনিদ্ৰাত কেনেকৈ সিহঁতে জীৱন কটাব লাগিছে। এবাৰ ভাবি চোৱাঁ মিনি—সিহঁতৰ সেই কৰুণ চাহনিলৈ সিহঁতৰ সেই ভোকত ক্ষীণাই-শুকাই যোৱা মুখখনিলৈ, ৰ'দ-বতাহত জৰ্জ্জৰিত হোৱা সেই কঙ্কালসাৰ দেহাটিলৈ।

মিনতি : [ চকু চলচলীয়া হৈ যায়। তাই নিজকে সংযত কৰে ]

ইলা : নিজৰ সঙ্কল্পক আজি ইমান সহজেই পাহৰি গ'লে কেনেকৈ চলিব মিনি! মনত ৰাখিবা পিতাৰ চৰণ স্পৰ্শ কৰি তুমি প্ৰতিজ্ঞা কৰিছিলা—এই নিৰ্য্যাতিতৰ দুখ মোচন কৰিবলৈ ; প্ৰয়োজন হ'লে নিজৰ জীৱন আহুতি দিবা।

মিনতি : [ মুখত এটা দৃঢ়তাৰ ভাব ফুটি উঠে আৰু ঠিক সেই সময়তে অজিতৰ প্ৰবেশ ]

অজিত : মোৰ আহোঁতেই পলম হ'ল হ'বলা।

মিনতি : নাই, বিশেষ একো পলম হোৱা নাই। মই তো এতিয়াও ওলোৱা নাই। মই আহোঁগৈ দেই। [ প্ৰস্থান ]

অজিত : [ বহে ] বুজিছা ইলা, আজি আৰু এটা কথা হৈছে।

ইলা : কি কথানো?

অজিত : [ জেপৰপৰা এখন কাগজ উলিয়াই ইলাৰ হাতত দিয়ে ]

ইলা : [ পঢ়ি আচৰিত হৈ ] এইখন তুমিনো ক'ত পালা?

অজিত : এইটো ঘৰৰে বেৰত আঠা দি লগোৱা আছিল। নিশ্চয় এইমাত্ৰ কোনোবাই লগাই থৈ গৈছে।

ইলা : চহৰৰ আৰু আন বহুত ঠাইতেই নিশ্চয় এনেকুৱা আৰু বহুত লগোৱা হৈছে।

অজিত : নলগালেনো লগাওঁতাৰ কাৰ্য্য সিদ্ধি হ'ব কেনেকৈ?

ইলা : মই কিন্তু এটা কথা আজিলৈকে বুজি নাপালোঁ।

অজিত : কি কথা?

ইলা : মানুহৰ মনত মিছাতেই আনৰ অন্যায় কৰিবৰ এই আসুৰিক স্পৃহাটোনো কিয়?

অজিত : কাৰণ কিছুমান মানুহ এতিয়াও পশু হৈয়েই আছে।

ইলা ঃ তোমাৰ বাৰু কাৰ ওপৰত সন্দেহ হয়?

অজিত ঃ মোৰ তো দৃঢ়বিশ্বাস—কৰুণা বৰুৱায়ে এই কামটো কৰিছে।

ইলা ঃ তুমিনো কেনেকৈ জানিলা?

অজিত ঃ নিজৰ আখৰকেইটা অন্ততঃ লুকাব পৰা নাই বুলিতো মোৰ মনে ধৰে। [ কাগজখন পৰীক্ষা কৰে ]

ইলা ঃ তেওঁনো ইমান অসাৱধানভাৱে কামটো কৰিব নে?

অজিত ঃ তেওঁ বৰ্ত্তমানে বৰ অস্থিৰ হৈ আছে। আৰু এই লেখাখিনিতো অস্থিৰতাৰ চিন ভালকৈয়ে ফুটি ওলাইছে।

ইলা ঃ মিনিৰ চৰিত্ৰৰ বিষয়ে এই মিছা অপবাদটো উলিয়াই তেওঁৰনো বাৰু কি লাভটো হ'ব?

অজিত ঃ ইমান বিচাৰ কৰি কাম কৰিব লাগিলেতো সংসাৰৰ বহুত বাজে কামৰে অন্ত পৰিলহেঁতেন।

ইলা ঃ কামটো বেয়া হ'লেও উদ্দেশ্যবিহীন তো নহয়?

অজিত ঃ তেওঁ হয়তো নাজানে যে মিনিয়ে stand নকৰে। আৰু হয়তো ভাবিছে অপবাদটো ৰাষ্ট্ৰ হৈ পৰিলে তাইৰ positionটো বহুতখিনি নষ্ট হ'ব।

ইলা ঃ অনাহকতে বেচেৰীয়ে এইবিলাক কষ্ট পাব লগা হৈছে।

অজিত ঃ মিনিয়ে তো এইবোৰত বিচলিত হোৱাৰ কোনো কাৰণ নাই।

ইলা ঃ হাজাৰ হওক মিনিও তো মানুহ।

অজিত ঃ মানুহ হ'লেও তো এটা মহৎ অনুপ্ৰেৰণাই সদায়ে তাইক সজাগ কৰি ৰাখিছে।

ইলা ঃ কিন্তু অজিত, জীৱন আৰু আদৰ্শ দুটা বেলেগ বস্তু। জীৱনক পৰিচালিত কৰিবলৈ সক্ষম হ'লেও ইয়াৰ ওপৰত জীৱনত প্ৰতিষ্ঠিত হ'ব নোৱাৰে। এটি মহৎ অনুপ্ৰেৰণাই তাইক প্ৰতি মুহূৰ্ত্তই উদগনি দিছে সঁচা, কিন্তু জীৱনৰ শিকলিয়ে তাইক ঠিক সমান শক্তিৰেই আগভেটি ধৰিছে।

অজিত ঃ তোৰ মুখত এই নতুন কথাবোৰ শুনি সঁচাকৈ মই বৰ আচৰিত হৈছোঁ।

ইলা ঃ তোমাৰ দৰে তো সকলোৱেই জীৱনক যুক্তিৰে বান্ধি থ'ব নোৱাৰে। আন মানুহে তো তোমাৰ দৰে অন্তৰৰ আহ্বানক একেবাৰে নিৰ্ব্বাসন দিয়া নাই।

অজিত ঃ কিহৰ পৰানো বুজিলি মই হৃদয়হীন বুলি?

ইলা ঃ [ হুমুনিয়াহ কাঢ়ি ] থাক সেইবোৰ কথা কৈ এতিয়া লাভ নাই। সৌৱা কৰুণা বৰুৱা এই পিনেই আহিছে হবলা। চোৱাচোন কথাটো উলিয়াব পাৰানে। মই আহোঁ। [ প্ৰস্থান ]

[ কৰুণা বৰুৱা সোমাই আহে। অজিতে খবৰ কাগজখন লৈ গহীনভাৱে পঢ়িবলৈ ধৰে। ]

কৰুণা ঃ এ বোপা তুমিও ইযাতেই আছা। তেওঁলোক ক'ৰবালৈ ওলাই গৈছে নে কি? [ বহে ]

অজিত ঃ হয় ওলাই গৈছে।

কৰুণা ঃ Canvas কৰিবলৈ গৈছে হ'বলা?

অজিত ঃ [ গহীনভাৱে ] মিনিয়ে Stand নকৰে।

কৰুণা ঃ [ আচৰিত হৈ ] Stand নকৰে! তুমি ঠিক জানানে?

অজিত ঃ মোৰ মিছা কথা কোৱাৰ অভ্যাস নাই। আপোনাৰ কিবা জৰুৰী কাম আছিল নেকি?

কৰুণা ঃ বিশেষ জৰুৰী কাম একো নহয়। মিনিৰ দেউতাকৰ বিষয়ে প্ৰৱন্ধ এটা লিখিছিলোঁ। ভাবিলোঁ Pressলৈ পঠোৱাৰ আগতে এবাৰ দেখুৱাই লওঁ।

অজিত ঃ বেচ ভাল কথা। এবাৰ চাব পাৰোঁনে কি লিখিছে?

কৰুণা ঃ কিয়নো চাব নোৱাৰিবা। [ প্ৰবন্ধটো অজিতৰ হাতত দিয়ে ]

অজিত ঃ [ প্ৰবন্ধটো হাতত লৈ আগৰ কাগজখনৰে সৈতে আখৰ মিলায় ]

কৰুণা ঃ প্ৰবন্ধটো বাৰু কেনে পাইছাঁ?

অজিত ঃ বেচ ভালেইতো লাগিছে। আপোনাৰ আখৰকেইটা সঁচাকৈ বৰ ধুনীযা। [ ইখন কাগজ দেখুৱাই ] বাৰু এই আখৰকেইটিও আপোনাৰ নে?

কৰুণা ঃ [ বিচলিত হয় ] এইখন তুমি পালা ক'ত?

অজিত ঃ (হাঁহি) আপুনিনো ইমান বিচলিত হৈছে কিয়? আখৰ কেইটি একে দেখিহে কথাটো সুধিছো।

কৰুণা ঃ চাওঁ—চাওঁ, কাগজখন তুমিনো পালা ক'ত?

অজিত ঃ পাবলৈ আৰু বিচাৰিব লাগিছেনে? ইমান পৰে কিজানি ই সকলোৰে হাততেই পৰিছে। বৰ আচৰিত কথা আপোনাৰ আখৰকেইটিৰ সৈতে এই কেইটিৰ বৰ মিল আছে।

কৰুণা ঃ তোমাৰ ইঙ্গিত মই বুজিব পৰা নাই অজিত।

অজিত ঃ বহক বুজিবলৈ বেছি পলম নালাগে।

কৰুণা ঃ তুমি ভুল ধাৰণা কৰিছা অজিত। মই—ম—মই কিন্তু এইখন লেখা নাই।

অজিত ঃ [ ডাঙৰকৈ হাঁহি ] আপোনাৰ বুদ্ধি আছে দেখিছোঁ। ইমান সহজেই মোৰ ইঙ্গিতটো বুজি পালে। বাৰু বৰুৱা, আজি হঠাতে আপোনাৰ মাতত এই অস্বাভাৱিক কঁপনি উঠিছে কিয়?

কৰুণা ঃ [ ঢোক গিলি ] এজন ভদ্ৰলোকক এনেকৈ অপমান কৰা তোমাৰ কেতিয়াও উচিত হোৱা নাই।

অজিত ঃ আৰু এটা মিছা অপবাদৰ সৃষ্টি কৰি এগৰাকী উঠি অহা গাভৰুৰ জীৱন নষ্ট কৰি দিবলৈ চেষ্টা কৰাটো হ'বলা খুব ন্যায়-সঙ্গত কথা?

কৰুণা ঃ কি প্ৰমাণ তুমি দেখুৱাব পাৰাঁ?

অজিত ঃ প্ৰমাণ, প্ৰমাণ আপোনাক লাগে? প্ৰমাণ আপোনাৰ মাত, আপোনাৰ স্বভাৱ, আপোনাৰ আখৰ। পুলিচৰ হাতত এই দুখন কাগজ দিলে এক মুহূৰ্ত্ততেই আপোনাৰ সৌ কলঙ্কিত হাতত লোহাৰ খাৰু সোমাব, বুজিছে। অৱশ্যে আপোনাক অপদস্থ কৰিবৰ কোনো ইচ্ছা মোৰ নাই। আপুনি স্বীকাৰ কৰিলেই মুক্তি পাব।

কৰুণা ঃ স্বীকাৰ মই কৰিম কিয়?

অজিত ঃ [ হঠাতে ডাবি দি ] do you must. আপুনি নিজৰ দোষ স্বীকাৰ কৰি মিনতিৰ ওচৰত ক্ষমা খুজিব লাগিব। সমাজে আপোনাৰ কথাৰ মৌ পান কৰিব পাৰে। কিন্তু মনত ৰাখিব—এগৰাকী অসহায়া তিৰোতাৰ চৰিত্ৰ লৈ এনেকৈ ধেমালি কৰাটো মই কেতিয়াও সহি নাথাকোঁ। শান্ত হৈ বহক। মই মিনিক মাতি আনো।

[ অজিত ভিতৰলৈ যায়। আৰু এই সুবিধাতেই কৰুণাই চাৰিওপিনে চাই অতি সন্তৰ্পণে কোঠাটোৰপৰা অহা বাটেদি ওলাই যায। অলপ পৰৰ পাছত 'অজিত', 'মিনি' আৰু 'ইলা' সোমাই আহে ]

ইলা ঃ কৰুণা বৰুৱা গ'ল ক'লৈ?

অজিত ঃ ক'লৈ যাব আৰু, পলাল।

মিনতি ঃ মই সপোনতো ভবা নাছিলোঁ, তেখেতৰ মনত ইমান যে দুৰভিসন্ধি আছিল।

অজিত ঃ আপুনি পাহৰি গৈছিল "A man may smile and smile, and yet be a villain."

পট পৰে

---

# সপ্তম দৃশ্য

## আলিবাট

[ নগৰৰ প্ৰান্তস্থিত এটি কদৰ্য্য পাৰাৰ একোণত। দূৰৈত সৰু সৰু কিছুমান পঁজাঘৰ দেখা যায়—যেন আভিজাত্যৰ অত্যাচাৰৰ প্ৰতীক। আলিবাটটো বৰ অপৰিষ্কাৰ আৰু জনশূন্য। মাথোঁ দুই-এটা কুকুৰ আৰু ছাগলী বাটত দেখা যায়। পট উঠাত মঞ্চত কোনো নাথাকে। কিন্তু দূৰৈৰ মানুহৰ কোলাহলে, সেই ঠাইখনি যে সৰু হ'লেও এখন গাঁও তাৰেই পৰিচয় দিয়ে।

অলপ সময় যোৱাৰ পাছত দূৰৈত সঙ্গীতৰ ধ্বনি শুনা যায় ; যেন বহুত মানুহৰ এটি সমদল সেইপিনেই আগুৱাই আহিছে। গীত গাই গাই সমদলটিয়ে লাহে লাহে মঞ্চত প্ৰৱেশ কৰে। সমদলৰ আগত পতাকা লৈ "মিনতি" আৰু "ইলা"। তেওঁলোকৰ পিছফালেই "অজিত"। সমদলৰ বেছিভাগ মানুহেই সেই গাঁওখনৰে। সিহঁতৰ পোছাক, চালচলন আৰু চেহেৰাত শত শত যুগ ধৰি সহি থকা পীডনৰ আভাস থাকিলেও চকুত এটি দৃঢ় প্ৰতিজ্ঞাৰ ভাব। যেন সিহঁতে মুক্তিৰ সোৱাদ পাই নতুন আশাত অনুপ্ৰাণিত। ]

**সমদলৰ গীত**

ব'ল ব'ল সৱে আগুৱাই ব'ল, মুক্তি দুৱাৰ খুলিছে আজি,
জননী চৰণ কঁপাই বাঁহী, মাভৈ মন্ত্ৰে উঠিছে, বাজি,
সৌ যে দূৰত উৰিছে নিচান, ৰাঙলী আখৰে আছে যে লেখা
(মাথোঁ) আগুৱাই ব'ল, আগুৱাই ব'ল, মুক্তি হেৰ পাবি যে দেখা ;
[ কোৰাচ ] শিৰত আমাৰ মুক্তি পতাকা, বুকুত অসীম বল ;
উল্কাজয়ী বীৰ যুঁজাৰু, তৰুণ সমদল।।
তহঁতৰ মন সদায়ে মুক্ত, সদায়ে ভক্ত দেশানুৰক্ত,
মাথোঁ কৰিছে বন্দী ধনী চহকীয়ে আৰু আছে যত ভণ্ড।
বুকুত জ্বলাই অগনি শিখা, দিবি সিহঁতক পাপৰ সেকা,
আগত দেখিবি ৰাঙলি আখৰে মুক্তি বাণী আছে যে লেখা
[ কোৰাচ ] শিৰত আমাৰ মুক্তি পতাকা, বুকুত অসীম বল,
উল্কাজয়ী বীৰ যুঁজাৰু, তৰুণ সমদল।।

ৰচনা ঃ তাৰাপ্ৰসাদ বৰুৱা

[ গীতটো গাই সমদল আগুৱাই আহি মঞ্চৰ ইমূৰ পায়হি। এবাৰ গোটেই গীতটো গাই শেষ কৰি দ্বিতীয়বাৰ "কোৰাচ" গাওঁতেই পুলিচৰ মানুহে সিহঁতক আগভেটি ধৰে। পুলিচৰ দলত পুলিচৰ বৰচাহাব, এজন দাৰোগা আৰু কেজনমান চিপাহী। পুলিচ চাহাবে মিনতিৰ হাতত গ্রেপ্তাৰৰ ওৱাৰেন্ট্‌খন দিয়ে আৰু গীত বন্ধ কৰিবলৈ কয়। সমদলে গীত আৰু দুগুণ উৎসাহেৰে গাব ধৰে। ]

পুলিচ চাহাব ঃ মিনতি দেৱী, আপুনি এই মানুহবোৰক গীত বন্ধ কৰি দিহাদিহি যাবলৈ হুকুম দিয়ক।

মিনতি ঃ সেইটো মই কেতিয়াও কৰিব নোৱাৰোঁ। আপুনি ওৱাৰেন্ট্‌ লৈ আহিছে, মোক arrest কৰিব পাৰে।

পুলিচ চাহাব ঃ মই আপোনাক দুনাই অনুৰোধ কৰিছোঁ।

মিনতি ঃ তাক মই কেতিয়াও ৰাখিব নোৱাৰোঁ।

[ পুলিচ চাহাবে হাতত লাঠী লৈ থকা চিপাহীকেইটাক কিবা ইঙ্গিত কৰে। সিহঁতে জনতালৈ চিঞৰি কয়— ]

চিপাহী ঃ এই চাহাবৰ হুকুম, তহঁত দিহাদিহি গুচি যা।

জনতা ঃ চাহাবৰ হুকুম আমি নামানো।

চিপাহী ঃ [ চাহাবলৈ ] হজুৰ, সিহঁত যাবলৈ মান্তি নহয়।

পুচিল চাহাব ঃ [ ক্রুদ্ধ হৈ ] হাবিলদাৰ জনতাক লাঠীৰে disperse কৰি দিয়া !

[ পুলিচে লাঠীৰে আঘাত কৰে। ফলত জনতা আৰু পুলিচৰ মাজত এক বিৰাট সংঘৰ্ষ হয়। মিনতিয়ে তাক ৰোধ কৰিবলৈ জনতাৰ ভিতৰত সোমায়। অলপ পৰৰ পাছত হঠাৎ জনতা শান্ত হয়। মিনতি উত্তেজিতভাৱে পুলিচ চাহাবৰ আগত আহি থিয় দিয়ে। কপাল ফাটি তেজ হো হো কৈ বব ধৰিছে। ]

মিনতি ঃ চাহাব, পীড়নৰ দণ্ড হাতত লৈ ইহঁতৰ ওপৰত অত্যাচাৰ কৰিবৰ তোমাৰ কোনো অধিকাৰ নাই। মোক তুমি arrest কৰিব পাৰা। [ আৰু কথা ক'ব নোৱাৰে—পৰি যাব খোজে—পিছ পিনৰপৰা ইলাই আহি ধৰে। জনতা আকৌ এবাৰ উত্তেজিত হ'ব খোজে। মিনতিয়ে হাতখন তুলি শান্ত হ'বলৈ কয়। জনতা শান্ত হয়। ]

মিনতি ঃ ইলা গীতটো আকৌ এবাৰ গাচোন।

[ ইলা আৰু অজিতে গীতটো গায় জনতাই গীতটো ধৰে। ]

[ কোৰাচ ] শিৰত আমাৰ মুক্তি পতাকা, বুকুত অসীম বল।
উল্কাজয়ী বীৰ যুঁজাৰু, তৰুণ সমদল।।

---

# অষ্টম দৃশ্য

[ বিজিতৰ Studio। দৃশ্য পঞ্চম দৃশ্যৰ দৰে। আৱশ্যক আৰু সুবিধা হ'লে অলপ পৰিৱৰ্ত্তন কৰি ল'ব পাৰে। পট উঠাত বিজিতক "মিনতি"ৰ বেচ ডাঙৰ—প্ৰায় শেষ হোৱা ছবিত finishing touch দি থকা দেখা যায়। বিজিতৰ অন্তৰ এতিয়া বহুতোখিনি শান্ত হৈছে। লাহে লাহে সি মিনতিৰ কথাবোৰৰ তাৎপৰ্য্য বুজিছে। প্ৰেম আজি তাৰ ওচৰত হৈছে মাথোঁ এটি স্নিগ্ধ অনুভূতি—'নিকশিত হেম'। তাৰ অন্তৰৰো এক বিৰাট ৰূপান্তৰ হৈছে। শিল্পী হ'লেও সি ৰূপৰ মাজেৰে অৰূপৰ সন্ধান পাইছে।

ৰূপৰ পূজাৰিণী গীতা ; দেহৰ সকলোখিনি মাদকতাৰ অঞ্জলি লৈ তাই চেষ্টা কৰিছে বিজিতৰ অন্তৰ জয় কৰিবলৈ।

আন কোঠাৰপৰা গীতাৰ গানৰ সুৰ ভাহি আহে। দৰ্শকেও গীতটো বেচ ভালকৈয়ে শুনিবলৈ পায। বিজিতৰ কিন্তু সেইপিনে ভ্ৰূক্ষেপ নাই। নিজৰ কামতে মগ্ন। ]

নেপথ্যত গীতাৰ গীত—সুৰ আধুনিক।

ৰূপৰ বীণাত প্ৰেমৰ সুৰ
বজাই যোৱাঁ
প্ৰেমৰ আবেশে দেহৰ ছন্দ,
উটাই নিয়া।
বাই চাই চাই দিন কাটি যায়
তেও দেখা মোৰ নহ'ল হায়
মিলাই আজি হিয়াই হিয়াই
গাবলৈ দিয়া
তোমাৰ গান গাবলৈ দিয়া।।

[ গীতাক যদি দৰ্শকে দেখিবলৈ পায়, তেন্তে বৰ ভাল হয়। সকলোখিনি অৱশ্যে মঞ্চ-সজ্জাৰ ওপৰতে নিৰ্ভৰ কৰে। দুটা বেলেগ কোঠাৰ আভাস দি, গীতাক বিজিতে নেদেখাকৈ, দৰ্শকে দেখিলেই ভাল হয়। ]

বিজিত : [ কামৰ মাজতে বৈ ছবিখনৰ পিনে চাই ]
বন্দিনী প্ৰতিমা, ৰূপ ৰস আৰু গোন্ধৰে সঁফুৰা লৈ শিল্পীৰ অনুপম সৃষ্টি।
[ অলপ বৈ ]

চেনেহেৰে বিয়পোৱা এই অনিন্দ্য ৰূপ মাধুৰ্য্য দেখি জগত বলিয়া হ'ব।
[ আকৌ দুই-এবাৰ তুলি চলাই কাম কৰি থাকা অৱস্থাতেই ]
দেহৰ দুৱাৰৰপৰা বাজ কৰি তুমি ভালেই কৰিলা ; অন্তৰৰ বিৰাট পুৰুষক মই চিনি পালোঁ।
[ অলপ বৈ ]
মিনি, মই অনুভৱ কৰিছোঁ, মোৰ অন্তৰত তোমাৰ মধুৰ পৰশত জাগি উঠিছে প্ৰেমৰ শুভ্ৰ শতদল, জাগি উঠিছে জগতৰ ওচৰত বিলাই দিবৰ এক দুৰ্নিবাৰ স্পৃহা।
[ আকৌ কামত ব্যস্ত হয়। অলপ সময় যোৱাৰ পিছত পিছ পিনৰ দুৱাৰৰ পৰ্দ্দা মেলি "গীতা" থিয় হয় ]

গীতা ঃ বাঃ! কি অপৰূপ ধ্যানত মগ্ন মোৰ শিল্পী সুন্দৰ।

বিজিত ঃ [ তেতিয়াও নিজৰ কামতেই মগ্ন ]

গীতা ঃ [ নিজৰ হাতত থকা ৰঙা গোলাপটিৰ এবাৰ গোন্ধ লৈ বিজিতৰ গালে দলিয়াই দিয়ে। ফুলটো আহি ছবিখনৰ ওপৰত পৰি ৰং সমাৱেশ অলপ নষ্ট কৰি দিয়ে। বিজিত চক্ খাই উঠে আৰু অলপ অসন্তুষ্ট হয় ]

বিজিত ঃ [ সোধে ] কোন ?

গীতা ঃ [ অন্তৰ্দ্ধান হয়! বেৰৰ আঁৰত "গীতা"ৰ হাঁহি শুনিবলৈ পোৱা যায় আৰু অলপ পিছতে মঞ্চত প্ৰৱেশ কৰে। মুখৰপৰা হাঁহি আঁতৰা নাই। ]

বিজিত ঃ ছবিখন নষ্ট কৰি আপোনাৰ আনন্দই নধৰা হৈছে নহয়?

গীতা ঃ [ হাঁহি বন্ধ কৰি ওচৰলৈ আহি কোমলতাৰে ]
চাওঁ চাওঁ বহুত নষ্ট হ'ল নেকি?

বিজিত ঃ [ বাধা দি ] নালাগে হৈছে।

গীতা ঃ কিয়, খং কৰিলা নে কি?

বিজিত ঃ লোকক কষ্ট দিয়াই যেতিয়া আপোনাৰ স্বভাৱ, তেনেস্থলত মইনো আৰু খং কৰি কৰিম কিটো?

গীতা ঃ অলপ ছবিৰ ৰংটো নষ্ট হওঁতেই ইমানখিনি।

বিজিত ঃ কিমান দিনৰ সাধনাৰ মূৰত এই মূৰ্ত্তি গঢ়ি তুলিছোঁ তাক তো আপুনি নাজানে?

গীতা ঃ ভয় নাই বিজিত, তোমাৰ ধুনীয়া তুলিৰ পৰশত সেই ঠাই আকৌ জীৱন্ত কৰি তুলিব পাৰিবা ; কিন্তু তুমি মোৰ অন্তৰৰ যি মূৰ্ত্তিক পলে পলে নষ্ট কৰি দিব ধৰিছা তাক বাৰু মই গঢ়িম কেনেকৈ?

বিজিত ঃ [ আচৰিত হৈ ] আপুনি কিন্তু নিজকে পদে পদে এক গভীৰ ৰহস্যৰ অন্তৰালত লুকাই ৰাখিবলৈ চেষ্টা কৰিছে। মই আপোনাৰ কোনো কথাকেই বুজিব পৰা নাই।

গীতা ঃ ইয়াত নো আচৰিত হ'বৰ কি আছে? বুকুৰ ভাষা মুখত প্ৰকাশ কৰিব নোৱাৰাতেই তো নাৰীৰ সৌন্দৰ্য্য নিহিত থাকে।

বিজিত ঃ কিয়?

গীতা ঃ নিজৰ কদৰ্য্যতাক ঢাকি থৈ পুৰুষৰ চকুৰ আগত সপোনৰ আলোছায়াৰ সৃষ্টি কৰিবলৈ। বাৰু বিজিত, শিল্পীৰ চকুত নাৰী জানো সদায়ে মহিয়সী?

বিজিত ঃ মোৰ চকুৰ আগততো নাৰীৰ সেই ৰূপেই ভাহি উঠিছে। ত্যাগৰ মূৰ্ত্তি বুলিযেই তো মই নাৰীক ইমান দিনে পূজা কৰি আহিছোঁ।

গীতা ঃ তুমি ভুল কৰিছা বিজিত। তোমাৰ সাধনা ব্যৰ্থ হৈছে।

বিজিত ঃ [ আচৰিত হৈ ] কিয়?

গীতা ঃ অতদিনে মাথোঁ তুমি নাৰীৰ কঙ্কাল উপাসনা কৰিছা। প্ৰেমৰ একনিষ্ঠ পূজাৰী হৈয়ো যে তুমি ইমান ডাঙৰ ভুল কৰিবা তাক কল্পনাও কৰিব নোৱাৰি।

বিজিত ঃ মোক ক্ষমা কৰিব গীতাদেৱী, নিজৰ উপলব্ধিক মই কেতিয়াও ইমান সহজে বিসৰ্জ্জন দিব নোৱাৰিম।

গীতা ঃ তেন্তে চিৰদিন তুমি মিছাৰে পূজাৰী হৈ থাকিবানে?

বিজিত ঃ কি কৰিব গীতাদেৱী। হয়তো থাকিবই লাগিব। নিজৰ অনুভূতিকতো অস্বীকাৰ কৰিব নোৱাৰি।

গীতা ঃ বিজিত তুমিতো শিল্পী, কবি, প্ৰেমৰ পূজাৰী, জীৱনৰ পূৰ্ণত্বই তোমাৰ সাধনা। বাৰু তোমাৰ অন্তৰ্দৃষ্টিৰ আগত অপ্ৰকাশৰ অসহ্য বেদনাত নিজকে আহুতি দিবলৈ বাধ্য হোৱা কোনো নাৰীৰ প্ৰতিকৃতি ভাহি উঠা নাই নে?

বিজিত ঃ আপুনি কাৰ কথা কৈছে। মই তো একোকে বুজিব পৰা নাই।

গীতা ঃ [ কিবা এটা কথা যেন হঠাতে মনত পৰিল—ঠিক সেই ভাব দেখুৱাই ] অ' বিজিত মই আজি এটা নতুন গান শিকিছোঁ, শুনিবা?
[ উত্তৰলৈ বাট নাচাই তলত দিয়া লাইন দুটি সুৰ লগাই গায়। ]

আকাশত তৰাৰ মালা
তোমালৈ আসন পাতা
আহা—আহা—আহা
নহ'বা আনমনা।।

বিজিত ঃ [ মুখত conflict-ৰ ভাব। "মিনতি"ৰ ছবিখনলৈ বহুত পৰ একেথিৰে চাই থাকে। ]

গীতা ঃ কি শিল্পী! বহুত পৰ দেখোন চিন্তা কৰিলা কিবা বুজি পালানে?

বিজিত ঃ আপোনাৰ কথা বুজিবলৈ মোৰ শক্তিৰ অভাৱ।

গীতা ঃ [ বিজিতৰ একেবাৰে ওচৰলৈ আহি মিনতিৰ সুৰে ]
মই তোমাক ভাল পাওঁ বিজিত।

বিজিত ঃ [ হঠাতে মুখৰ বৰণ সলাই চকীৰপৰা থিয় হৈ ]
মইতো আপোনাক কেতিয়াও ভাল পোৱা নাই।

গীতা ঃ কিন্তু তোমাৰ হিয়াৰ পৰশে যদি মোক আকুল কৰে তেন্তে বাৰু দায়ী কোন?

বিজিত ঃ দায়ী আপুনি, দায়ী আপোনাৰ অসংযত চিত্ত।

গীতা ঃ কিন্তু এইটো কিয় তুমি বুজি নোপোৱা বিজিত। মোৰ অন্তৰত তোমাক আপোন কৰি লোৱাৰ যি অদম্য আকুলতাই আলোড়নৰ সৃষ্টি কৰিছে তাক বাধা দিলেযে সি মোৰ হৃদয়ক একেবাৰে চূৰমাৰ কৰি পেলাব।

বিজিত ঃ কোনো কথাই বুজিবৰ অৱকাশ মোৰ এতিয়া নাই। আপোনাৰ দৰে শত শত অসংযমী হৃদয় চূৰমাৰ হৈ গ'লেও মোৰ তাত একো ক্ষতি নহয়।

গীতা ঃ তুমি যে ইমান নিষ্ঠুৰ হ'ব পাৰা, মই সপোনতো ভবা নাছিলোঁ।

বিজিত ঃ পুৰুষত্বৰ আগত নাৰীৰ দুৰ্দ্দম কামনা যেতিয়া দুৰ্ব্বল হৈ পৰে তেতিয়াই নাৰীৰ চকুত পুৰুষ হৈ পৰে নিষ্ঠুৰ।

গীতা ঃ পুৰুষত্বৰ বেছি গৰ্ব নকৰিবা বিজিত। এতিয়াও তোমাৰ আগত যিখনি ছবি আছে, পলে পলে যিখনে তোমাৰ অন্তৰ খুলি খুলি খাইছে, যিহৰ কাৰণে তুমি নিজৰ সকলোখিনিকেই আহুতি দিছা, সিয়ো এক নাৰীৰে প্ৰতিকৃতি।

বিজিত ঃ কিন্তু সেই নাৰীৰ অন্তৰ আপোনাৰ দৰে ক্ষুদ্ৰ কামনাৰ কাৰণে লালায়িত নহয়।

গীতা ঃ ইমান সহজেই তুমি কথাটো বিশ্বাস কৰিলানে?

বিজিত ঃ একান্ত সত্য যি কথা, তাক অস্বীকাৰ কৰিবলৈ দুৰ্ব্বুদ্ধি মোৰ এতিয়াও হোৱা নাই।

গীতা ঃ সুবুদ্ধিহে তোমাৰ হোৱা নাই। কল্পনা-বিলাসী তুমি, কবি, শিল্পী যিয়েই হোৱা, নাৰীৰ অন্তৰৰ গোপন ভাবৰাশিক আওকাণ কৰি তুমি নাৰীত্বৰ মাহাত্ম্য ঘোষণা কৰিব নোৱৰা।
[ ছবিখনলৈ দেখুৱাই ]
সৌ, সৌ ছবিখন তুমি আঁকিছা ত্যাগৰ প্ৰতিমূৰ্ত্তি কৰি, আবেগেৰে বিয়পাই তুমি তাক কৰিব বিচাৰিছা অতি সুন্দৰ। হয়তো সিয়েই তোমাৰ মানস প্ৰতিমা। সি নাৰী নহয়। হ'ব পাৰে দেৱী। কিন্তু মনত ৰাখিবা—দেৱীত্বই নাৰীত্বৰ শ্ৰেষ্ঠ পৰিচয় নহয়। অন্তৰত লুকাই থকা মানৱ শিশুটিক অপমান কৰিবৰ তোমাৰ কোনো অধিকাৰ নাই।

বিজিত ঃ [ হাঁহি ] অধিকাৰ, অনধিকাৰৰ প্ৰশ্ন মীমাংসা কৰিবলৈ মই আপোনাৰ ওচৰত আবেদন কৰা নাই।

গীতা ঃ [ কোমল ভাৱে ] তুমি বাৰু ইমান unsympathetic কিয় বিজিত? এজনী সামান্য তিৰোতাই তোমাৰ সেই বিশাল বুকুত আশ্ৰয় বিচাৰিছে আৰু

তুমি তাইৰ সকলো আবেদনকেই নিৰ্ম্মমভাৱে অগ্ৰাহ্য কৰি কি যে সুখ পাইছা তাক মাথোঁ তুমি নিজেহে জানা।

বিজিত ঃ মোক ক্ষমা কৰিব গীতা দেৱী! মই আপোনাক সদায়ে শ্ৰদ্ধা কৰি আহিছোঁ। কিন্তু আজি আপোনাৰ এই নতুন ৰূপ দেখি সঁচাকৈ বৰ আচৰিত হৈছোঁ।

গীতা ঃ শ্ৰদ্ধা তো মই তোমাৰপৰা বিচৰা নাই। তেজ-মঙহেৰে গঠিত মানুহ মই শ্ৰদ্ধা ভক্তিৰে কৰিম কি?

বিজিত ঃ আপোনাৰ ওচৰত নিজৰ অভদ্ৰ ৰুচিৰ পৰিচয় দিবৰ কোনো ইচ্ছা মোৰ নাই। ভ্ৰান্ত হ'লেও মোৰ সাধনাত বাধা নিদিয়ে যেন ; এয়ে মোৰ একান্ত অনুৰোধ।

গীতা ঃ বেচ, তোমাৰ চকুৰ আগৰপৰা মই আঁতৰ হ'ম। [ থিয় হৈ ] কিন্তু যোৱাৰ আগত মোৰ আৰু তোমাৰ আজন্ম শত্ৰুক বিনাশ কৰি থৈ যাম।
[ ছবিখনৰ ওচৰ পায়গৈ। ]

বিজিত ঃ [ গীতাৰ গাত ধৰি ] মোৰ একান্ত অনুৰোধ, মোৰ সোণৰ সপোন, এনেকৈ নষ্ট কৰি নিদিব।

গীতা ঃ আহ্ কি অপূৰ্ব পুলক। বিজিত, ইমানকেইতো মই বিচাৰোঁ। এই দেহৰ পুলক, তাতকৈ বেছি মই কেতিয়াও কোনো পুৰুষৰপৰা আশা কৰা নাই। এই বাস্তৱতাতেই তো মই জীয়াই থাকিব খোজোঁ বিজিত। তোমাৰ সপোন তুমি লৈ থাকা, মোৰ তাত কোনো আপত্তি নাই। বিজিত, ধৰা, ধৰা আৰু এবাৰ, মাথোঁ আৰু এবাৰ। তোমাৰ পৌৰুষ ভৰা আলিঙ্গনে মোৰ বুকুৰ ব্যাকুল বাসনাক শিথিল কৰি দিয়ক।

বিজিত ঃ নিজৰ হীন ৰুচিৰ যথেষ্ট পৰিচয় দিছে গীতা দেৱী। আৰু প্ৰয়োজন নাই। নাৰীৰ যি অপূৰ্ব মূৰুতিয়ে মোৰ জীৱনত পূৰ্ণতা আনিছে তাৰ আগত আপোনাৰ সকলো প্ৰয়াসেই ব্যৰ্থ হৈ যাব।

গীতা ঃ নিজৰ অন্তৰৰ দাবীক তুমি অন্যায়ভাৱে আওকাণ কৰিছা। তুমি মানুহ। কামনাৰ ওপৰতেই তোমাৰ জীৱন গঢ়ি উঠিছে। পাহৰি নাযাবা বিজিত, এই সৌন্দৰ্য্যই, দেহ-যমুনাৰ এই উত্তাল তৰঙ্গই দেৱৰাজ ইন্দ্ৰৰো দেৱত্ব ক্ষুণ্ণ কৰি দিছিল। পাহৰি নাযাবা। এই লয়লাসেই কত শত জিতেন্দ্ৰিয় মুনিৰ তপোপ্ৰভাৱ মুহূৰ্ত্ততে নষ্ট কৰি দিছিল।

বিজিত ঃ আপোনাৰ দৰে অসংযত তিৰোতাৰ ঘৃণনীয় মুখৰপৰা সেইবোৰ কথা শুনিবৰ মোৰ কোনো স্পৃহাই নাই।

গীতা ঃ নাথাকিব পাৰে। কাৰণ ভ্ৰান্ত কল্পনাই তোমাৰ মাংসপেশীবোৰক পঙ্গু কৰি, পৌৰুষক হত্যা কৰিবলৈ চেষ্টা কৰিছে। আৰু তাৰ সেই অভিযানত একান্ত অসহায়ৰ দৰে নিজকে উটাই দি তুমি যে নিজৰ কিমান অনিষ্ট কৰিছা সেইটো বুজি পোৱা নাই।

বিজিত ঃ অৰ্থাৎ সৌ দেহ-যমুনাৰ উদ্বেলিত তৰঙ্গৰাশি মন্থন কৰি তাৰ অমৃতখিনি পান নকৰালৈকে হ'বলা মোৰ পৌৰুষৰ সম্পূৰ্ণ মৰ্য্যাদা ৰক্ষা কৰা নহ'ব?

গীতা ঃ নাৰীৰ ৰূপ যৌৱনৰ মাদকতা যদি পুৰুষে তোমাৰ দৰেই উপভোগ কৰিব নিবিচাৰে, তেন্তে বিজিত, আমাৰ জীৱনৰ বাৰু সফলতা ক'ত?

বিজিত ঃ আপোনাৰ ধাৰণা সম্পূৰ্ণ অমূলক। নাৰীৰ যি পবিত্ৰ মূৰুতি মোৰ চকুৰ আগত ভাহি উঠিছে, যাক পূজা কৰা মোৰ জীৱনৰ একমাত্ৰ সাধনা, যাৰ মধুৰ পৰশত মোৰ হিয়াৰ শুভ্ৰ শতদল সজাগ হৈ উঠিছে, সেই মধুৰ মূৰুতিক আপোনৰ দৰে শত শত নাৰীৰ কামনালোলুপ চাহনিয়ে কেতিয়াও মচি পেলাব নোৱাৰে।

গীতা ঃ [ লৰ মাৰি ছবিখনৰ ওচৰলৈ যায় আৰু সমানে সমানে থিয় হয ]
চোৱাঁ বিজিত, চকুমেলি চোৱাঁ, তোমাৰ অন্তৰে কি বিচাৰে, সৌ তেজ মাংস বিহীন নিৰস প্ৰতিমা, নে মোক,—বুকুত যাৰ প্ৰেমৰ সোৱাদ, দেহত যাৰ উষ্ণ মাদকতা, ওঁঠত যাৰ মধুৰ পৰশ।
[ তাৰ পাছত এক মুহূৰ্ত্তও নোৰোৱাকৈ বিজিতৰ ওচৰ পায়হি আৰু হাত দুখনত ধৰি আৱেগেৰে ]

গীতা ঃ কোৱাঁ, কোৱাঁ বিজিত তুমি মোক বেছি ভাল পোৱাঁ।

বিজিত ঃ [ খঙতে গীতাক দূৰলৈ আঁতৰ কৰি ] মই আপোনাক ঘিণ কৰোঁ।
[ বেগেৰে প্ৰস্থান ]
—পট পৰে—

# নৱম দৃশ্য

## ডাক্তৰখানাৰ এটা কেবিন

[ কোঠাটোত ৰোগীৰ আৱশ্যকীয় সকলো বস্তুৱেই আছে। এখন পৰিষ্কাৰ বিছনাত মিনতি শুই থাকে। মূৰত বেণ্ডেজ। শৰীৰ বৰ দুৰ্ব্বল। কথা ভালকৈ ক'বই নোৱাৰে। ওচৰতে নাৰ্চে বহি বতাহ দি থাকে। কিবা এটা ইঙ্গিত কৰাত তাই মিনতিৰ মূৰটো পিছপিনে গাৰু দি ওখ কৰি দিয়ে, যাতে দৰ্শকে মিনতিৰ মুখখন ভালকৈয়ে দেখা পায়। মুখত তাইৰ ক্লান্তি আৰু বিষাদৰ ভাব। ]

নাৰ্চ ঃ [ মেজৰপৰা ঔষধ এপালি আনি মিনতিক খাবলৈ দিয়ে। ]

মিনতি ঃ [ কথা নোকোৱাকৈ দৰবটোপা খাই পেলায়। ]

নাৰ্চ ঃ [ লাহে লাহে মিনতিৰ হাত-ভৰিবোৰ পিটিকি দিয়ে। ]

মিনতি ঃ [ চাৰিও পিনে চকু ফুৰায়, কিবা ক'ব খোজে কিন্তু একোকে ক'ব নোৱাৰে। ]

নাৰ্চ ঃ [ চেনেহেৰে ] কথা নাপাতিব দেই। ডাক্তৰে কথা পাতিব হাক দিছে নহয়। ইয়াত আমাক দেখি বৰ আচৰিত হৈছে, নহয়নে বাৰু? লাহে লাহে সকলো কথা মই কৈ যাম। চিন্তাৰ কোনো কাৰণ নাই। এতিয়াই অলপ শুবলৈ চেষ্টা কৰক দেই।

মিনতি ঃ বিজিত, বিজিতক মাতি দিযাচোন।

নাৰ্চ ঃ বিজিত কোন? মই তো চিনি নাপাওঁ।

মিনতি ঃ ক্ষমা কৰিবা , মোৰ ভুল হৈছিল। মোক বাৰু ইয়ালৈ কোনে আনিলে?

নাৰ্চ ঃ পুলিচে।

মিনতি ঃ [ হঠাৎ যেন বাটৰ ঘটনাবোৰৰ কথা মনত পৰে আৰু তাই কপালত হাত দিয়ে ]

নাৰ্চ ঃ হাত নিদিব। বেণ্ডেজ কৰা আছে নহয়। আপুনি বাৰু ক'ৰবাত পৰি গৈছিল নেকি?

মিনতি ঃ কিয় সুধিছা?

নাৰ্চ ঃ পৰি আঘাত পোৱা বুলিযেই পুলিচে কৈছে।

মিনতি ঃ [ মুখত এটি ম্লান হাঁহিৰ আভাস ]

নাৰ্চ ঃ মূৰটো বৰ বিষাইছে নেকি?

মিনতি ঃ মূৰ লৰাই বিষোৱা যে নাই তাকেই বুজায়।

নাৰ্চ ঃ [ মিনতিৰ গাৰ কাপোৰখন পৰিপাটিকৈ দিয়ে ]

—ইলাৰ প্ৰৱেশ—

[ ব্যগ্ৰ ভাৱে মিনতিৰ বিছনাৰ ওচৰলৈ আহি চকী এখনত বহে আৰু মিনতিৰ হাত দুখন নিজৰ হাত দুখনৰ মাজত ৰাখি সোধে। নাৰ্চৰ প্ৰস্থান ]

ইলা ঃ ৰাতি ভাল টোপনি আহিছিল নে?

মিনতি ঃ কালি ৰাতি এটা বৰ ধুনীয়া সপোন দেখিলোঁ অ'।

ইলা ঃ কি সপোন নো?

মিনতি ঃ বিজিত উলটি আহিছে। মুখত তাৰ নতুন দীপ্তি। তাক দেখা পাই যে মোৰ সকলো দুখ একে নিমিষতে আঁতৰি গ'ল। তাৰ পাছত মই দেখিলোঁ, মই তাক সেৱা কৰিছোঁ। সি যেন মোৰ হাত দুখনত ধৰি মোক বাট দেখুৱাই লৈ গ'ল বহুত—বহুত দূৰলৈ, অত্যাচাৰিত নিপীড়িত মানুহবোৰৰ বুকুৰ মাজলৈ।— বাৰু ইলা সপোন কেতিয়াবা সঁচা হয়নে?

ইলা ঃ হয়তো, নহ'বনো কিয়?

মিনতি ঃ বাৰু মোৰ সপোনটো কেতিয়াবা সঁচা হ'বনে? বিজিত কেতিয়াবা উলটি আহিবনে?

ইলা ঃ নিশ্চয় আহিব।

মিনতি ঃ [ উদাস ভাৱে হাঁহে ]

ইলা ঃ তোমাৰ হ'বলা বিশ্বাস হোৱা নাই।

মিনতি ঃ [ মূৰটো লৰাই বিশ্বাস যে হোৱা নাই তাকে জনায়। ]

ইলা ঃ তুমি বাৰু অলপ সময় শান্ত হৈ শোৱাচোন। বিজিত নিশ্চয় তোমাৰ ওচৰলৈ উলটি আহিব।

মিনতি ঃ কিয়? অপৰাধৰ প্ৰতিশোধ ল'বলৈ?

ইলা ঃ ধেৎ পাগলী।

মিনতি ঃ মই বেচ ভালকৈয়ে জানো, বিজিত কেতিয়াও আৰু মোৰ ওচৰলৈ নাহে।

ইলা ঃ যদি আহে।

মিনতি ঃ [ উদাস হাঁহি ]

ইলা ঃ এতিয়াই বিজিত এইখিনি পাবহি।

মিনতি ঃ [ হাঁহি ] মন্ত্ৰৰ বলেৰে?

ইলা ঃ [ হাঁহি ] নহয় ৰেলগাড়ীৰে।

মিনতি ঃ [ আগ্ৰহেৰে ] সঁচাকৈ কৈছানে ইলা?

ইলা ঃ নিজৰ চকুৰেই দেখিবা নহয়।

মিনতি ঃ [ আনন্দিত অথচ সংযতভাৱে ] ইমান পৰনো তেন্তে নোকোৱাকৈ আছিল কিয়?

ইলা ঃ [ হাঁহি ] আনন্দত অধীৰ হৈ যোৱা বুলি।

মিনতি ঃ তোৰ হ'বলা হিংসা হয়।

ইলা ঃ ডাক্তৰে মানা কৰিছিল কাৰণেহে।

মিনতি ঃ বিজিতৰ কথা তইনো জানিলি কেনেকৈ?

ইলা ঃ অজিতৰ টেলিগ্ৰামৰ উত্তৰত আহিব বুলি লিখিছে।

[ এনেতে অজিত আৰু বিজিতৰ প্ৰৱেশ। বিজিতক দেখা পাই মিনতিয়ে অধীৰ হৈ বিছনাৰ ওপৰত বহিবলৈ চেষ্টা কৰে। কিন্তু দুৰ্ব্বলতাৰ কাৰণে বিছনাৰ ওপৰতে অজ্ঞান হৈ পৰি যায়। তাকে দেখি বিজিতে—"মিনি" বুলি চিঞৰি একেবাৰে ওচৰ পায়হি। সকলোৱে মুহূৰ্ত্ততে চঞ্চল হৈ পৰে। বিজিত আৰু ইলাই দুই-তিনিবাৰ "মিনি" "মিনি" বুলি মাতি কোনো সমিধান নাপায। তাৰ পাছত উত্ৰাৱলভাৱে বিজিত আৰু অজিত ডাক্তৰৰ কাৰণে ওলাই যায। নাৰ্চ সোমাই আহে। ইলা আৰু নাৰ্চে মিনতিৰ জ্ঞান আনিবলৈ চেষ্টা কৰে। বিজিত আৰু অজিতে ডাক্তৰক লৈ সোমাই আহে। ]

ডাক্তৰ ঃ [ ৰোগীৰ Pulse feel কৰি, বিমৰ্ষ ভাব দেখুৱায়। আৰু অজিত-বিজিতক কোঠাটোৰ এমূৰলৈ মাতি আনে। ]

ডাক্তৰ ঃ ৰোগীৰ অৱস্থা বৰ সুবিধা নহয়। সাৱধানে থাকিব লাগিব।

বিজিত ঃ [ অনুনয়ৰ সুৰত ] ডাক্তৰ বাবু, কোনোমতে তেওঁক বচাই দিয়ক।

ডাক্তৰ ঃ আশা অৱশ্যে এতিয়াও একেবাৰে নাইকিয়া নহয়। এটা injection দি চাওঁ! কাম দিলে তৎক্ষণাৎ জ্ঞান ফিৰি আহিব। [ ডাক্তৰে দুই-তিনিবাৰ Syringe টো ধুই injection দি দিয়ে। আৰু Pulse feel কৰি থাকে। লাহে লাহে তেওঁৰ মুখ উজ্জ্বল হৈ উঠে।

ডাক্তৰ ঃ [ হাঁহি ] যাওক, চিন্তাৰ আৰু কোনো কাৰণ নাই। মই এতিয়া আহোঁ দেই। [ প্ৰস্থান ]

বিজিত ঃ [ মিনতিৰ হাতখন পিহি থাকে ]

ইলা ঃ [ বিচি থাকে ]

মিনতি ঃ [ জ্ঞান উলটি আহে। চকু মেলি বিজিতক দেখা পায়। ]

বিজিত ঃ তোমাৰ কোনো ভয় নাই মিনি। আমি সকলোৱেই ওচৰতে আছোঁ নহয়।

মিনতি ঃ [ চকু চলচলীয়া ]

বিজিত ঃ [ চকু মচি দিয়ে ]

দূৰৈত বহুত মানুহৰ মিলিত সঙ্গীত শুনিবলৈ পোৱা যায়। সিহঁতে আগেয়ে সমদলে গোৱা গীতটোকে গায় "শিৰত আমাৰ মুক্তি পতকা" ইত্যাদি। সিহঁত লাহে লাহে ওচৰচাপি আহিছে।

মিনতি ঃ খিড়িকীখন খুলি দিয়া।

অজিত ঃ [ খিড়িকী খুলি দিয়ে ]

মিনতি ঃ কোনে গীত গাইছে?

অজিত ঃ মানুহবোৰে আপোনাক সম্বৰ্দ্ধনা জনাবলৈ আহিছে।

মিনতি ঃ বেচেৰাহঁতৰ দুখ আজিলৈকে নকমিল।

বিজিত ঃ সিহঁতৰ মুক্তিৰ কাৰণেই যে তুমি জীৱন পণ কৰিছা। সিহঁতৰ সেই আকুল চকুলৈ চাই যে তুমি, মই, আমি সকলোৱেই জীয়াই থাকিব লাগিব। তোমাৰ চেনেহৰ পৰশত আজি মই সেই কথা খুব ভালকৈয়ে বুজি পাইছোঁ মিনি। নিপীড়িতৰ মুক্তিতেই যে আমাৰো মুক্তি।

মিনতি ঃ [ বিজিতৰ হাতখন নিজৰ মূৰত লগায়। দূৰৈত মানুহবোৰৰ সঙ্গীত ভালকৈয়ে শুনা যায়। লাহে লাহে পট পৰে। ]

[ নাটকৰ অন্তিম যৱণিকা নামি আহে ]

# কল্পনাৰ মৃত্যু

চৰিত্ৰাৱলী ঃ

ৰবীন, কমল, জয়াদেৱী, অনুদেৱী

# কল্পনাৰ মৃত্যু

[ এটি সৰু ষ্টুডিও (Studio)। তাতে শিল্পী ৰবীনে এখন বোৰ্ডৰ ওপৰত জয়াৰ ছবি আঁকি থাকে , কামত বৰ মগ্ন। ওচৰতে চকী এখনত জয়া বহি থাকে। মাজে মাজে ৰবীনে দূৰৰপৰা জয়াৰ চেহেৰাৰ সৈতে ছবিখন ৰিজাই চায়। আকৌ ওচৰলৈ আহি আঁকিবলৈ ধৰে। তাৰ পিচত আকৌ এবাৰ দূৰলৈ গৈ অলপ সময় ছবিখন চাই আৱেগ কম্পিত স্বৰত লাহে লাহে কয়। ৰবীনৰ মুখত তৃপ্তিৰ আভাস। কিন্তু জয়াক দেখি অনুমান কৰিব পাৰি যে তেনেকৈ বহি থাকি তেওঁ অকণো ভাল পোৱা নাই। ]

ৰবীন ঃ [ স্বৰ আৱেগেৰে কঁপোৱা ] অনুপম ৰূপৰ মাধুৰী! [ ওচৰলৈ আহি ] নিমাত কিয় সখি?

জয়া ঃ [ সংযতভাৱে অলপ হাঁহে ]

ৰবীন ঃ হাঁহিছা? মোক মতলীয়া বুলি ভাবিছাঁ?

জয়া ঃ [ নিমাত ]

ৰবীন ঃ সঁচাকৈয়ে মোক ৰাগীয়ে ধৰিছে। কিহৰ ৰাগী সুধিছাঁ? প্ৰেমৰ—প্ৰেম ; এক অজানা হেপাহে. ... .

জয়া ঃ [ ৰবীনক বাধা দি ] . . ..কিন্তু........

ৰবীন ঃ কোৱাঁ, ৰ'লা কিয়?

জয়া ঃ মোৰ বৰ আমনি লাগিছে।

ৰবীন ঃ [ আচৰিত হৈ ] কিয়?

জয়া ঃ এনেকৈ আৰু নো কিমান দিন থাকিব লাগিব?

ৰমীন ঃ কেনেকৈ?

জয়া ঃ এই বিৰাট ফাকিৰ মাজত।

ৰবীন ঃ কিহক তুমি ফাকি বুলি কৈছা জয়া?

জয়া ঃ কল্পনাৰ এই বিলাসিতা, এই অনাৱশ্যক আড়ম্বৰ।

ৰবীন ঃ তোমাৰ কথা মই বুজিব পৰা নাই।

জয়া ঃ কাৰণ তেনে কোনো চেষ্টা তুমি আজিলৈকে কৰা নাই।

ৰবীন : হয়তো তোমাৰ কথাই সঁচা।

জয়া : বাৰু ৰবীন, তুমি নিজকে কেতিয়াবা প্ৰশ্ন কৰি চাইছানে তুমি কোন?

ৰবীন : মই যে এগৰাকী ধুনীয়া তিৰোতাৰ প্ৰেমত বলিয়া শিল্পী, সেই কথা আনে নেজানিলেও, নিজে জানো।

জয়া : বেচ ; বাৰু তোমাৰ কাম কি?

ৰবীন : চিৰসুন্দৰৰ সাধনা।

জয়া : ছবি আঁকা কিয়?

ৰবীন : কাৰণ তাৰ ভিতৰেদি সেই সুন্দৰৰ বিকাশ হয়।

জয়া : তুমি সঁচাকৈয়ে বলিয়া হৈছা।

ৰবীন : কিয়?

জয়া : কাৰণ সীমাহীন সৌন্দৰ্য্যক তুমি তোমাৰ চিত্ৰত আৱদ্ধ ৰাখিব খুজিছা।

ৰবীন : অনন্ত সৌন্দৰ্য্যৰ যি কণ সম্ভেদ পাইছোঁ, তাকেই ৰূপ দি ৰস-সৃষ্টিৰ চেষ্টা কৰোঁ।

জয়া : বাৰু—সেই চিৰসুন্দৰৰ সন্ধান, তুমি পালা ক'ত?

ৰবীন : [ বৰ সৰলভাৱে ] তোমাৰ ৰূপত।

জয়া : অ'—[ সংযতভাৱে অলপ হাঁহে ]

ৰবীন : তুমি মোক অৱজ্ঞা কৰিছা। ভাবিছা তোমাৰ ৰূপৰ পূজাৰী অতি নিঃকিন, একেবাৰে অপদাৰ্থ বুলি।

জয়া : [ গহীন ; দৃষ্টি দূৰত নিবদ্ধ ]

ৰবীন : তোমাৰ যি ইচ্ছা হয় তাকেই ভাবিব পাৰা। মই জানো, মোৰ অন্তৰৰ প্ৰতি স্পন্দনেই অনুভৱ কৰে, মই তোমাক কিমানখিনি আৱেগেৰে ভাল পাওঁ, পূজা কৰোঁ।

জয়া : ভুল ; ই তোমাৰ মহা ভুল। তোমাৰ অন্তৰৰ অনুভূতিয়ে এতিয়াও মোক স্পৰ্শ কৰিব পৰা নাই।

ৰবীন : সেইবোৰে এতিয়াও তোমাৰ কৰুণাৰ অধিকাৰী হ'ব পৰা নাই।

জয়া : কাৰণ সিহঁতে মোক আওকাণ কৰি তোমাৰ সৌ ছবিৰ পদযুগলত আত্ম-নিবেদন কৰিছে।

ৰবীন : [ আৱেগত ] তেন্তে—তেন্তে এই অদ্ভুত অনুপ্ৰেৰণা মোৰ আহিছে ক'ৰপৰা ; ক'ৰপৰা—ক'ৰপৰা পাইছোঁ মই এই নতুন আনন্দ নতুন পোহৰ , সৃষ্টিৰ মাদকতাত কি কাৰণে মোৰ মন আজি এনেকৈ অস্থিৰ হৈ উঠিছে?

জয়া : কাৰণ সৌন্দৰ্য্যভিখাৰী তুমি ; ৰূপৰ পূজাৰী ; তোমাৰ অন্তৰে বিচাৰে সেই ৰূপ—সেই সৌন্দৰ্য্য। শিল্প তোমাৰ প্ৰিয়। মোক তো তুমি কেতিয়াও ভাল পাব নোৱৰা। তোমাৰ সেই তৃষ্ণা অলপ নিবাৰণ কৰিব পাৰিছে বুলি হয়তো

তুমি মোৰ ৰূপক আজি শ্ৰদ্ধা কৰিছা, কালি পাহৰি যাবা। মোৰ অন্তৰৰো যে এটা আকুলতা থাকিব পাৰে, তাক তুমি অনুভৱ কৰা নাই। তুমি মোক ফাঁকি দিছা—মোৰ নাৰীত্বক, মোৰ অন্তৰক অৱমাননা কৰিছা। মই ইয়াত আৰু একমুহূৰ্ত্তও থাকিব নোৱাৰোঁ—[ উত্তেজিতভাৱে ওলাই যায় ]

ৰবীন ঃ [ নানা ধৰণৰ চিন্তাবোৰ একেলগে আহি মুখৰ বৰণ সলাই দিয়ে। বহুত পৰ ছবিখনৰ পিনে চাই থাকে ; তাৰ পিছত নিজৰ মূৰৰ চুলিবোৰৰ ভিতৰত আঙুলি সুমুৱাই কিবা চিন্তা কৰে। লাহে লাহে আহি চকীখনত বহে। এনেতে অনু সোমাই আহে। ৰবীনে গোনতে দেখা নেপায়। ]

অনু ঃ [ ওচৰলৈ আহি ] তোমাৰ কি হৈছে ককাইদেউ? এনে কৰিছা কিয়? কিবা অসুখ কৰিছে নে কি?

ৰবীন ঃ [ কথা ক'ব নোৱাৰে ]

অনু ঃ কি হৈছে মোক নোকোৱা?

ৰবীন ঃ [ আবেগতে অনুৰ হাত দুখন নিজৰ চকু দুটাৰ ওপৰত মোহাৰি ] ক'ব নোৱাৰোঁ কিয়, বহুত প্ৰশ্নই আহি মোৰ মনটোক আজি বৰ অস্থিৰ কৰি পেলাইছে।

অনু ঃ তোমাৰনো কি হৈছে ইমান ভাবি থাকিবৰ। ব'লা অলপ ফুৰি আহোঁগৈ।

ৰবীন ঃ এতিয়া ওলাই যাবলৈ অকণো মন যোৱা নাই।

অনু ঃ অ', বুজিছোঁ। আজি মোৰ লগ তোমাৰ অকণো ভাল নলগা হৈছে।

ৰবীন ঃ [ নিমাত ]

অনু ঃ যাওঁ তেন্তে। [ যাব খোজে ]

ৰবীন ঃ আহচোন এইপিনে ; খংনো কৰিছা কেলেই?

অনু ঃ খংনো কৰিম কেলেই? আমাৰ লগ যেতিয়া ভাল নেলাগে থাকিলে কষ্টহে পাবা।

ৰবীন ঃ বাৰু তোৰ অভিমানখিনি থ'চোন আঁতৰাই। চাওঁ ইফালে আহ। মই আজি কাৰ ছবি আঁকিছোঁ ক'চোন?

অনু ঃ তুমিনো আৰু ছবি আঁকিবা কাৰ? অনুৰ বাহিৰে জানো আন কাৰবাক চিনি পোৱা?

ৰবীন ঃ বাৰু ভালকৈ চাচোন।

অনু ঃ [ ওচৰলৈ গৈ চায়। মুখত খং আৰু অভিমানৰ ভাব ফুটি উঠে। নিমাত ]

ৰবীন ঃ তেওঁ কোন চিনি পাইছ?

অনু ঃ তেখেতক চিনি পাবৰ আমাৰ কোনো আৱশ্যক নাই। তোমাৰ বস্তু তুমি লৈ থাকিবা, তাৰ সৈতে মোৰ কি সম্পৰ্ক?

ৰবীন ঃ কিয় ? সতিনী!

অনু ঃ [ খঙেৰে, ওচৰত থকা ৰঙৰ বাটি এটা ৰবীনৰ গালৈ দলিয়াই দি ওলাই যাব খোজে। ৰবীনে ঘপ কৈ হাতখনত ধৰি পেলায়। ]

ৰবীন ঃ [ অনুক ওচৰলৈ টানি আনি ] জয়াক যে মই ভাল পাওঁ অনু!

অনু ঃ বেচ তোমাৰ জয়াক লৈ তুমি থাকাঁ, সুখী হোৱাঁ। মোক এৰি দিয়া [ যাব খোজে ]

ৰবীন ঃ [ এৰি নিদিয়ে ]

অনু ঃ মোৰ মূৰটো বৰ বেয়া লাগিছে—মোক এৰি দিয়া, যাবলৈ দিয়া।

ৰবীন ঃ অনু, তইনো বাৰু মোক ভুল বুজিছ কিয়? তোকো যে মই মৰম কৰোঁ।

অনু ঃ [ কান্দোঁ কান্দোঁকৈ ] মই তো তোমাক এধানিমানো মৰম নকৰোঁ। জয়া তোমাৰ মানত দেৱী। তেওঁৰ মূৰ্ত্তি গঢ়ি তুমি পূজা কৰা। মই, মইতো তোমাক মৰম নকৰোঁ।

ৰবীন ঃ তেন্তে তই মোক ঘিণ কৰ নে কি?

অনু ঃ মোক এৰি দিয়া, যাবলৈ দিয়া, এনেকৈ শাস্তি দি তিল তিলকৈ মাৰিছা কিয়?

ৰবীন ঃ মৰম কৰোঁ বুলি।

অনু ঃ [ অভিমানেৰে ] মোক আৰু মৰম কৰি দেখুৱাব নেলাগে ; জয়াক তুমি পূজা কৰিয়েই শান্তি লাভ কৰা, মোক কিয় মৰম কৰিবা! মইতো জয়াৰ দৰে দেৱী নহয়। মোৰ তো কোনো ৰূপ নাই!

ৰবীন ঃ তই বলিয়া নহবিচোন। মই যে তোক কিমান মৰম কৰোঁ। তই যে মোৰ সুখ-দুখৰ লগৰীয়া। সৰু কালৰেপৰা তুলি-তালি ডাঙৰ-দীঘল কৰিছোঁ, তই যদি আজি আঁতৰি যাব, মইনো বাৰু জীয়াই থাকিম কেনেকৈ?

অনু ঃ মই জানো, তোমাৰ জীৱনত মোৰ কোনো ঠাই নাই। জয়াৰ ৰূপৰ ওচৰত তুমি নিজকে বিলাই দিছা। তোমাৰ শিল্প-সাধনাই হযতো তাইকে বৰণ কৰি সাৰ্থকতা লাভ কৰিব। তোমালোক দুজনৰ মাজত মই কেতিয়াও নেথাকোঁ। মই সদায়েই অকলশৰীয়া। সৰুতে আই-বোপায়ে এৰি থৈ গ'ল, ভগৱানৰ আশীৰ্ব্বাদত আজি এই পোন্ধৰটা বছৰ তোমাৰ ওপৰতেই নিৰ্ভৰ কৰি কোনোমতে কটালোঁ। আজি তুমিও মোক পাহৰি যাব খুজিছাঁ। মই সদায়েই অকলশৰীয়া ; —মোক এৰি দিয়া—যাবলৈ দিয়া [ হুক-হুককৈ কান্দিবলৈ ধৰে আৰু ৰবীনৰ কান্ধৰ ওপৰত মূৰটো থয়। ]

ৰবীন ঃ ধেৎ আঁকৰীজনী ! কান্দিছ কেলেই? বাৰু তোৰ ওচৰত জানো মোৰ মৰমৰ কোনো মূল্য নাই?

অনু ঃ [ নিজকে সংযত ৰাখিব নোৱাৰি] মিছা—মিছা—দুজনক কেতিয়াও আপোন কৰিব নোৱাৰি, কেতিয়াও নোৱাৰি। [ উচাট মাৰি গুচি যায় ]

ৰবীন ঃ [ অনু, অনু বুলি দুৱাৰৰ ওচৰলৈ গৈ আকৌ উলটি আহি চকীখনত বহে আৰু আপোনা-আপুনি ক'বলৈ ধৰে ] জয়া আৰু অনু, অনু আৰু জয়া। জীৱনৰ এটা অবোধ্য সমস্যা। [ মুখত গভীৰ উত্তেজনাৰ আভাস। এনেতে কোঠাটোৰ ভিতৰলৈ ৰবীনৰ সহকাৰী কমলৰ প্ৰৱেশ। ]

কমল ঃ প্ৰৱেশ কৰিয়েই এবাৰ ছবিখনৰ পিনে আৰু এবাৰ ৰবীনৰ পিনে চাই) চাৰ!

ৰবীন ঃ কোন ?

কমল ঃ মই কমল।

ৰবীন ঃ অ'—তুমি।

কমল ঃ [ অলপ আগুৱাই আহি ] আজি জয়াদেৱী এতিয়াও অহা নাই নেকি চাৰ?

ৰবীন ঃ আহিছিল।

কমল ঃ তেন্তে আজি আৰু ছবিৰ কোনো কাম নহ'ল।

ৰবীন ঃ হয়তো সেই ছবি অসমাপ্ত হৈ ৰ'ব।

কমল ঃ [ আচৰিত হৈ ] কিয় চাৰ?

ৰবীন ঃ বাৰু কমল তোমাৰ এতিয়াও মনত আছে নে আমি জয়াক ক'ত বিচাৰি পাইছিলোঁ—?

কমল ঃ আছে চাৰ।

ৰবীন ঃ [ নিজৰ ভাবত ] শিল্প প্ৰদৰ্শনীৰ একোণত মোৰ আজীৱন সাধনাৰ ধন সৌন্দৰ্য্য প্ৰতিমা, তুমি—তুমিওতো আছিলা সিদিনা সেই ৰূপ, সেই যৌৱন, সেই দেহৰ লাৱণ্য [ কথাৰ লাগবান্ধ নোহোৱা হৈ পৰে ] বাৰু কমল তুমি ক'ব পাৰা নে নাৰীয়ে পুৰুষৰপৰা কি বিচাৰে?

কমল ঃ [ নিমাত ]

[ ঠিক সেই সময়তেই মানুহ এটাই চিঠি এখন আনি কমলৰ হাতত দিয়ে। কমলে ৰবীনৰ হাতত দিয়ে। চিঠিখন খামৰপৰা উলিয়াই পঢ়াৰ লগে লগেই ৰবীনৰ মুখৰ ওপৰত প্ৰখৰ উত্তেজনাৰ ভাব বিয়পি পৰে। সি প্ৰায় উন্মাদৰ দৰেই হৈ পৰে আৰু বৰ জোৰেৰে হাঁহিবলৈ ধৰে। আকৌ হঠাৎ হাঁহি বন্ধ কৰি চিঠিখন কমলক ফুটাই পঢ়িবলৈ কয়। কমলে চিঠিখন পঢ়ে ]

কমল ঃ [ পটোতে পটোতে মাত কঁপি উঠে। সি পঢ়ে ]

"শত চেষ্টা কৰিও মই তোমাক ভাল পাব নোৱাৰিলোঁ। তুমি তোমাৰ কল্পনাৰ সহায়েৰে মোৰ এটি অভিনৱ মূৰ্ত্তি গঢ়ি তাকে পূজা কৰিছিলা—ভাল পাবলৈ চেষ্টা কৰিছিলা। কিন্তু তুমি পাহৰি গৈছিলা যে তেজ-মঙহেৰে গঠিত মানুহ মই। অপ্ৰিয় হ'লেও মই এটা কথা আজি তোমাক ক'ম বুলি ভাবিছোঁ—তোমাৰ সহকাৰী 'কমল'ক মই ভাল পাওঁ—অন্তৰৰ সৈতে ভাল

পাওঁ ; সিও মোক ভাল পায়। আশাকৰোঁ তুমি আমাৰ এই পৱিত্ৰ মিলনৰ বাটত অন্তৰায় নহ'বা.......জয়া।

[ চিঠিখন কমলৰ হাতৰপৰা সৰি পৰে। ৰবীনে সেইখন তুলি নিজৰ হাতত লয়। ]

ৰবীন ঃ [ মুহূৰ্ত্তৰ ভিতৰতেই যেন সংসাৰৰ সকলোখিনি উদাৰতাই তেওঁৰ অন্তৰত ঠাই পায়। ]

তুমি ইমান ভয় কৰিছা কিয় কমল? তোমালোকৰ এই মিলনত মই কেতিয়াও বাধা নিদিওঁ। তুমি যোৱা জয়াক কৈ দিয়া কল্পনাৰ সেই আশ্ৰয়ক আজিৰপৰা ৰবীনে বিসৰ্জ্জন দিছে। যোৱাঁ, তুমি যোৱাঁ কমল, সোনকালে যোৱাঁ।

কমল ঃ [ লাহে লাহে ওলাই যায় ]

ৰবীন ঃ [ হতাশ ভাৱে হাঁহি ] কল্পনা প্ৰতিমা মোৰ........; [ তাৰ পিচত কিবা অলপ চিন্তা কৰি ছবিখনৰ ওচৰলৈ আহি সেইখনক একেবাৰে নষ্ট কৰি পেলায় আৰু এবাৰ হেঁপাহ পলুৱাই হাঁহি লয়। অলপ সময় যোৱাত লৰা-লৰিকৈ ভিতৰলৈ সোমাই যায়। আৰু অনুক লগত লৈ আকৌ কোঠাটোলৈ সোমায় আহে ]

ৰবীন ঃ [ অনুক টানি আনি ছবিখনৰ ওচৰত থিয় কৰাই দি কয় ] ছবিখনৰ কি অৱস্থা হৈছে চা!

অনু ঃ [ অলপ আচৰিত হৈ তাৰ পিছত আনন্দেৰে ] হি-হি-হি, বেচ হৈছে, বেচ হৈছে, মই বৰ ভাল পাইছোঁ। কোনে এনে কৰিলে বাৰু?

ৰবীন ঃ জয়াই।

অনু ঃ তোমাৰ জয়াই?

ৰবীন ঃ ধেৎ দুষ্ট ক'ৰবাৰ!

অনু ঃ জয়াজনী বৰ বেয়া ছোৱালী হ'বলা। [ ৰবীনৰ মুখৰ পিনে চাই ] অ' নহয় বৰ ভাল ছোৱালী পাই!

ৰবীন ঃ এই, শুনচোন চাওঁ এইপিনে আহ।

অনু ঃ কি হ'ল?

ৰবীন ঃ আজি মোৰ সকলো প্ৰশ্নৰ সমাধান হৈ গ'ল।

অনু ঃ কেনেকৈ?

ৰবীন ঃ ইমান দিন যে ভ্ৰান্ত কল্পনাই মোক উটুৱাই লৈ গৈছিল—বহুদূৰলৈ, তাক আজি মই বুজি পালোঁ!

অনু ঃ কিয় ছবিখন নষ্ট কৰি দিয়াত অকণো বেজাৰ পোৱা নাই নে?

ৰবীন ঃ বেজাৰ মই অকণো পোৱা নাই ; তাতকৈ কল্পনাৰ গৰাহৰপৰা মুক্ত হৈ ৰংহে পাইছোঁ।

অনু ঃ তোমাৰনো বাৰু আজি হঠাতে এই আচৰিত পৰিৱৰ্ত্তন হ'ল কিয়?

ৰবীন ঃ কাৰণ মই আজি বুজি পালোঁ যে কল্পনা সদায়েই অলীক, সদায়েই মিছা। জয়াৰ ব্যৱহাৰে মোক আজি সেই জ্ঞান দিলে। মই আজি ইয়াকো বুজি পালোঁ যে কল্পনাৰ মোহতকৈ বাস্তৱৰ আৱাহন বহুতো বেছি জীৱন্ত। আজি মোৰ নতুন কৰ্ম্ম-শক্তি, নতুন উদ্দীপনা, নতুন জীৱন! ব'ল অনু আমি দুয়ো একেলগে সেই নতুন জীৱনৰ ঢলত নিজকে উটাই দিওঁগৈ—। [ লাহে লাহে দুয়োৰো হাতত ধৰাধৰিকৈ প্ৰস্থান ]

পট পৰে—

---

# শিখা

পাত্ৰ-পাত্ৰী :

শিখা, প্ৰদীপ, অমৰ, অনিমা, প্ৰতাপ, ভবেন, উমেশ, দেৱব্ৰত, আঘোণা আৰু টঙ্কেশ্বৰ

# প্ৰথম অঙ্ক

[ অধ্যাপক প্ৰতাপ চলিহাৰ ঘৰৰ এটা কোঠা। কোঠাটোত তিনিখন দুৱাৰ। দুয়োকাষে দুখন আৰু পাছফালে এখন। এই কোঠাটোতে তেখেতে লিখা-পঢ়া কৰে। এখন চেক্ৰেটেৰিয়েট টেবুল, এটা বুক চেল্‌ফ, টেলিফ'ন, বেৰত ওলোমাই থোৱা মহাত্মা গান্ধীৰ ফটো, চকী টিপয় পৰ্দ্দা আদি সৰঞ্জাম সুৰুচিৰ পৰিচায়ক। সেইদিনাখন পুৱা ৯ মান বজাত প্ৰতাপ চলিহাই আওজা চকী এখনত বহি নিবিষ্ট মনে কিতাপ এখন পঢ়ি আছিল। প্ৰতাপৰ পিন্ধনত খাদ্দৰৰ চুৰিয়া, পঞ্জাবী। চেহেৰাত বাৰ্দ্ধক্যৰ ছাপ। দাড়িয়ে-গোঁফে চিন্তাক্লিষ্ট দাৰ্শনিক যেন লাগে। তেওঁ নেদেখাকৈ হাতত সাৰে ভৰিত সাৰে কোঠাটোলৈ সোমাই আহে তেওঁৰ একমাত্ৰ জীয়েক শিখা। পুৱা চাহ খাই উঠিয়েই শিখা ওলাই গৈছিল, এতিয়া উভতিছে। তাইৰ ইচ্ছা, দেউতাকে নজনাকৈয়ে সেই কোঠাটোৰেদি ভিতৰলৈ যাব। কিন্তু খৰধৰ কৰোঁতে চাদৰৰ আঁচলটো লাগি সৰু টিপয়খনৰ ওপৰত থকা ফুলদানিটো বাগৰি পৰে। শব্দ শুনি প্ৰতাপ চলিহাই গহীনাই মাত দিয়ে। ]

প্ৰতাপ ঃ কোন?

শিখা ঃ দেউতা মই।

[ ভয়ে ভয়ে উত্তৰ দি শিখাই ফুলদানিটো ঠিককৈ থয়

প্ৰতাপ ঃ এইফালে আহ।

[ শিখা প্ৰতাপৰ ওচৰলৈ আহে ]

প্ৰতাপ ঃ ক'লৈ গৈছিলি?

শিখা ঃ প্ৰতিমাহঁতৰ তালৈ।

প্ৰতাপ ঃ শিখা—

শিখা ঃ দেউতা—

[ প্ৰতাপে কৃত্ৰিম গাম্ভীৰ্য্যৰে কয় ]

প্ৰতাপ ঃ তোৰ ওপৰত মোৰ বৰ খং উঠিছে। ওঁ, বৰ খং উঠিছে।

শিখা ঃ কেলেই দেউতা?

প্ৰতাপ ঃ চাচোন কেইটা বাজিছে।
[ শিখাই হাতঘড়ীটো চায় ]
শিখা ঃ ৯ টা।
প্ৰতাপ ঃ মোৰ দৰব খোৱাৰ সময়—
শিখা ঃ অ' ৰ'বা ; এইমাত্ৰ আনিছোঁ—
[ এইবুলি শিখা বেগেৰে দৰব আনিবলৈ যায়। প্ৰতাপে পুনৰ কিতাপ পঢ়াত মন দিয়ে। কিছু সময়ৰ পাছত দৰব লৈ শিখা আহে ]
শিখা ঃ এয়া দৰব, খোৱা।
প্ৰতাপ ঃ নেখাওঁ, থৈ দে।
[ প্ৰতাপে জানিবা অভিমানহে কৰিছে ]
শিখা ঃ কেলেই নেখাবা?
প্ৰতাপ ঃ তই আজিকালি মোৰ বৰ অবাধ্য হৈছ।
[ এইকথা শুনি শিখাৰ চকু চলচলীয়া হয়। তাকে লক্ষ্য কৰি প্ৰতাপ বহাৰপৰা উঠে আৰু শিখাৰ ওচৰলৈ আহে। ]
প্ৰতাপ ঃ ধেৎ আঁকৰীজনী। চকু চলচলীয়া হ'লেই। চাওঁ দে।
[ শিখাই দৰবৰ গিলাচটো আগবঢ়াই দিয়ে। প্ৰতাপে একেঢোকে খাই পেলায়। তাৰ পাছত কেঢোকমান পানী খাই ৰুমালখনেৰে মুখখন মচে। সেই সময়তে কোঠাটোলৈ সোমাই আহে প্ৰতাপ চলিহাৰ বন্ধু ভবেন বৰুৱাৰ জীয়েক, শিখাৰ লগৰীয়া, অনিমা। ]
শিখা ঃ অনিমা আহাঁ।
প্ৰতাপ ঃ অনি, তোক দোখোন ভালেদিনো দেখা নাই।
অনিমা ঃ আহিয়েই আছোঁ। আপোনাকহে লগ পোৱা নাই।
প্ৰতাপ ঃ অমৰ আহিলনে কলিকতাৰপৰা?
অনিমা ঃ আহিছে।
প্ৰতাপ ঃ মই মতাবুলি ক'বিচোন।
অনিমা ঃ আহিব নিজেই।
[ শিখা দৰব আৰু পানীৰ গিলাচ থ'বলৈ ভিতৰলৈ গৈছিল, আহিছে। ]
প্ৰতাপ ঃ জানই নহয়, এই আঁকৰীজনীয়ে মুঠেই নপঢ়ে—
শিখা ঃ দেউতাই মোক পঢ়াকে নেদেখে।
প্ৰতাপ ঃ বাৰু বাৰু খুব পঢ়। অ' কি কৈছিলোঁ—ওঁ—অমৰক কবিচোন এইৰ পঢ়াখিনি দেখুৱাই দিব।
অনিমা ঃ শিখাটো পঢ়াত বেয়া নহয়।
প্ৰতাপ ঃ বুজিছোঁ যিটো ভাল। বি. এ. দিবলৈ ওলাইছে ; কিন্তু সুধিলে চাগে ক'বই নোৱাৰিব বাৰ্ণাডশ্বৰ "আনপ্লেজেন্ট প্লে"কেইখন।

শিখা : ইহ্ মই জানিবা 'খ'ৰ কিতাপ পঢ়াই নাই।
প্ৰতাপ : নাই নাই মই কোনো ওজৰ-আপত্তি নুশুনো। অমৰক মই কোৱা বুলি ক'বি অনি।
অনিমা : মই ক'বই নেলাগে আহিবই নহয় নিজে।
প্ৰতাপ : কোন ক্লাছ পাইছিল এম. এ.ত সি?
অনিমা : ফাৰ্ষ্ট ক্লাছ।
প্ৰতাপ : বাঃ বঢ়িয়া।
[ শিখাক গালত মৰমেৰে চৰিয়াই ]
তোৰ ভাগ্য ভাল বুলি ক'বই লাগিব।
অনিমা : আপুনি হেনো এখন নতুন কিতাপ লিখিছে?
প্ৰতাপ : চাচোন, তোকনো দেখুৱাব নেপাওঁনে?
[ প্ৰতাপে কিতাপখন মেজৰ ওপৰৰপৰা আনিবলৈ আগবাঢ়োঁতেই শিখাই সেইখন আনি অনিমাক দিয়ে। ]
প্ৰতাপ : এইখনেই বোধহয় মোৰ শেষ কিতাপ। মোৰ জীৱনৰ অভিজ্ঞতাবোৰ লিখি ৰাখিবলৈ যত্ন কৰিছোঁ। জীৱনটো লৰা-পঢ়োৱাওঁতেই গ'ল। লিখিবলৈ সময় পালোঁ ক'ত? দেশৰ সেৱা কৰিবলৈ সময় পালোঁ ক'ত?
অনিমা : তথাপিও আপুনি যিখিনি কৰিছে—
প্ৰতাপ : দেশত আজি সকলো ফালেই অভাৱ অনিমা। খোৱা-পিন্ধাৰতো অভাৱ আছেই। আটাইতকৈ বেছি অভাৱ হৈছে শিক্ষাৰ—
[ আপোন ভাৱতে অভিভূত হৈ প্ৰতাপ চলিহা কোঠাটোৰপৰা ওলাই যায়। অনিমাই কিতাপখনৰ পাত দুটামান লুটিয়াই কয় ]
অনিমা : সঁচাকৈয়ে শিখা, খুৰাদেউৰ অন্তৰত কিবা এটা শক্তি আছে। তেখেতৰ লিখাবোৰ পঢ়ি পঢ়ি মই একেবাৰে আপোনপাহৰা হৈ যাওঁ।
শিখা : মই হ'লে বৰ টান পাওঁ সেইবোৰ পঢ়িবলৈ।
অনিমা : কিয়?
শিখা : গোটেইবোৰ কিতাপেই দীঘল দীঘল বক্তৃতাৰে ভৰা।
অনিমা : তই ভুল বুজিছ শিখা। নৈত যেতিয়া বান আহে তাক ভেটা দি ৰখা টান। মানুহৰ অন্তৰতো কিবা এটা প্ৰেৰণাই ঠাই ল'লে তাৰ প্ৰকাশটোও হয় বাধাহীন।
শিখা : দেউতাই এনেকৈ লিখা-পঢ়া কৰি থকাটোৱেই মই ভাল নেপাওঁ। ভাবোঁতে ভাবোঁতেহে অসুখটো হ'বলৈ পালে।
অনিমা : প্ৰদীপৰ খবৰ কি অ' শিখা?
শিখা : ভালেই। আহিব অলপ পাছতে। বহ। লগ ধৰি যাবি।
অনিমা : মুখেৰেহে থাকিবলৈ কৈছ। পেটে পেটে চাগে ভালেই পাবি গ'লেগৈ।

শিখা ঃ হৈছে হৈছে, বৰ সৰ্ববজানজনী ওলাইছে।
অনিমা ঃ নহয় ভাই এতিয়া যাওঁ।
শিখা ঃ নেথাকিলে কোনেনো তোক ধৰি ৰাখিব?
অনিমা ঃ আহোঁ দেই, বেয়া নেপাবি। আহচোন গেটলৈকে আগবঢ়াই দিবি।
শিখা ঃ ব'ল।
[ শিখা আৰু অনিমা ওলাই যায়। অলপ সময়ৰ পাছতে প্ৰদীপ আহি চকী এখনত বহে। চিগাৰেট কেছৰপৰা চিগাৰেট এটা উলিয়াই মুখত লয়। এনেতে শিখা সোমাই আহে। তাই পোনছাটেই গৈ প্ৰদীপৰ মুখৰপৰা চিগাৰেটটো আঁজোৰ মাৰি আনি পেলাই দিয়ে। ]
শিখা ঃ নো স্মোকিং। দেউতা ঘৰতে আছে।
প্ৰদীপ ঃ ধন্যবাদ।
[ এইবুলি প্ৰদীপে চিগাৰেট কেছটো আটোমটোকাৰিকৈ পুনৰ জেপত ভৰাই থয় ]
শিখা ঃ মই কালিৰপৰা অমৰদাৰ ওচৰত পঢ়িম।
প্ৰদীপ ঃ ময়ো ইয়াৰপৰা যামগৈ।
শিখা ঃ ক'লৈ?
প্ৰদীপ ঃ হয় লঙ্কা, নহয় চিঙ্গাপুৰ।
শিখা ঃ ইহ্ মিছা।
প্ৰদীপ ঃ কেলেইবা মিছা হ'ব?
শিখা ঃ ইহ্ নোযোৱা।
প্ৰদীপ ঃ কেলেইবা নেযাম?
শিখা ঃ কেলেইবা যাবা?
প্ৰদীপ ঃ যামেই।
শিখা ঃ নিদিওঁ যাবলৈ।
প্ৰদীপ ঃ তুমি পঢ়ি থাকিবা তোমাৰ অমৰদাৰ ওচৰত আৰু মই আকাশত কেইটা তৰা তাকে লেখি থাকিমনে?
শিক্ষা ঃ তৰা লেখিব নেলাগে।
প্ৰদীপ ঃ তেন্তে?
শিখা ঃ সদায় আবেলি ইয়ালৈ আহিব লাগিব।
প্ৰদীপ ঃ কিয়?
শিখা ঃ দুপৰীয়া পঢ়াৰ পাছত মগজু শীতল কৰিবলৈ ইভিনিং ওৱাক। আহিবই লাগিব কিন্তু।
প্ৰদীপ ঃ হুকুম?
শিখা ঃ ওঁ, হুকুম।

[ এনেতে ভিতৰত প্ৰতাপ চলিহাৰ মাত শুনা যায়। প্ৰদীপ কোঠাটোৰপৰা ওলাই যাব খোজে। শিখাই বাউসিত ধৰি প্ৰদীপক বহুৱাই দিয়ে ]

শিখা : তুমিনো ইমান ভয় খাইছা কেলেই? দেউতা বাঘো নহয়, ভালুকো নহয়।

প্ৰদীপ : এনেবোৰ ধেমালি মোৰ ভাল নেলাগে।

[ প্ৰতাপ চলিহা সোমাই আহে। প্ৰদীপে বৰ অস্বস্তি অনুভৱ কৰে। শিখাই প্ৰদীপৰ অৱস্থা দেখি বৰ ৰং পায়। ]

প্ৰতাপ : কিহে প্ৰদীপ? খবৰ কি?

শিখা : দেউতা, প্ৰদীপহঁতে এখন মিটিং পাতিব খুজিছে।

প্ৰতাপ : মিটিং?

শিখা : তাৰে তোমাক সভাপতি পাতিব খোজে।

প্ৰতাপ : সভাপতি হোৱাটোহে—

শিখা : একো অসুবিধা নহয়। দীঘলীয়া অভিভাষণ নিলিখিলেও হ'ব। নহ'বনে প্ৰদীপ?

[ প্ৰদীপে বোধহয় নিজৰ দুৰৱস্থাৰ কথাকে ভাবি আছিল। শিখাৰ প্ৰশ্নত যেন চিন্তাস্ৰোতত হঠাতে বাধা পৰিল। ]

প্ৰদীপ : হ-হ'ব। কে-কেলেই নহ'ব। নিশ্চয় হ'ব।

প্ৰতাপ : বাৰু বাৰু অমৰকো ক'বি। কেতিয়াকৈ পাতিছে মিটিংখন?

শিখা : এতিয়াও দিন ঠিক হোৱা নাই। ঠিক হ'লেই তোমাক জনাম।

প্ৰতাপ : বেছ, বেছ। সময়মতে মোক সোঁৱৰাই দিলেই হ'ব।

[ এইবুলি প্ৰতাপ চহিলা ওলাই যায়। প্ৰদীপে ৰুমালেৰে মুখৰ আৰু ডিঙিৰ ঘাম মচে। শিখাই হাঁহি হাঁহি সোধে। ]

শিখা : কেনে মজা?

প্ৰদীপ : এনেখন কৰিবা বুলি আগেয়ে জনাহ'লে—

শিখা : কেতিয়াও নাহিলাহেঁতেন, এয়েতো?

প্ৰদীপ : চোৱাচোন কি বিপদখনত পেলালা।

শিখা : বিপদনো কিহৰ?

প্ৰদীপ : মিটিংখননো মই পাতোঁ কেনেকৈ?

শিখা : মিটিং পতা-নপতাৰ দায়িত্ব মোৰ। এনে গাধা, আচল কথাটো বুজিকে নেপালা।

প্ৰদীপ : কিনো?

শিখা : নেদেখিলা মিটিঙত মোৰ ইন্‌টাৰেষ্ট দেখি দেউতাৰ কিমান আনন্দ। এনেকৈয়েতো কাৰ্য্যোদ্ধাৰ কৰিব লাগিব। নহ'লে বিয়া কৰাম বুলি ক'লে দেউতাৰ টাঙোনডালেৰে মূৰটো দুফাল কৰিব।

[ শিখাই হাতেৰে দেখুৱাই দিয়ে কেনেকৈ মূৰ ফালিব ]

প্ৰদীপ : হয় নেকি?

[ শিখাই মুৰ দুপিয়ায়। দুয়ো হাঁহে। সেই সময়তে কোঠাটোলৈ সোমাই আহে টঙ্কেশ্বৰ কাকতি। কাকতিৰ বয়স ৪৫ বছৰমান হ'ব। কথাই-বতৰাই মানুহজন বৰ ধেমেলীয়া, সৰবৰহী ; কিন্তু গাম্ভীৰ্য্য বিহীন নহয়। তেওঁ কবিৰাজ। সেই সূত্ৰে এইখন ঘৰৰ লগত ঘনিষ্ঠ সম্বন্ধ ]

টঙ্কেশ্বৰ : বাপা কিহৰ কন্‌ফাৰেঞ্চ্ পাতিছা?

প্ৰদীপ : মই নহয়, শিখাই হে।

শিখা : মই নে তুমি?

প্ৰদীপ : তুমি নহয়নো কোনে?

শিখা : বেছ মৱেই বাৰু। মোমাইদেউ, মোক এটা দৰব দিব পাৰিব নে?

টঙ্কেশ্বৰ : কেলেই নোৱাৰিম? এনেয়েনো ইমান দিন কবিৰাজী কৰিলোঁ নে? পিছে অসুখটো বা কাৰ? আৰু অসুখটোনো কি? জানিলেহে দৰবৰ ব্যৱস্থা কৰিব পাৰি।

শিখা : বাৰু আপুনি হাৰ্ট চাব জানেনে?

টঙ্কেশ্বৰ : হাত? হাত চাব নাজানো?

শিখা : হাত নহয়, হাৰ্ট।

টঙ্কেশ্বৰ : অ'—হাৰ্ট! জানো। কাৰ হাৰ্ট চাব লাগে?

প্ৰদীপ : মোৰ নেলাগে—

[ টঙ্কেশ্বৰে শিখাৰ ফালে ইঙ্গিতপূৰ্ণ দৃষ্টি নিক্ষেপ কৰে ]

শিখা : মোৰ নহয়, প্ৰদীপৰহে।

প্ৰদীপ : মোৰ একো হোৱা নাই।

শিখা : মোৰো একো হোৱা নাই।

টঙ্কেশ্বৰ : বাৰু বাৰু দুয়োজনৰে চাম।

প্ৰদীপ : চাওক বাৰু। মোৰ একো হোৱা নাই।

টঙ্কেশ্বৰ : হোৱা নাই বুলিলেই মানিম কিয়? চালেই ওলাই পৰিব নহয়।

শিখা : হয় মোমাইদেউ, অসুখ বৰ টান।

টঙ্কেশ্বৰ : চাওঁ, নাড়ী চাওঁ।

[ টঙ্কেশ্বৰে প্ৰদীপৰ নাড়ী চাই কৃত্ৰিম গাম্ভীৰ্য্যৰে কয় ]

টঙ্কেশ্বৰ : কথা দেখোন গহীনেই! বায়ু প্ৰবল!! চিন্তা স্ৰোত বৰ প্ৰখৰ নেকি?

শিখা : চিন্তা? যেই সেই চিন্তা নহয়। ডাণ্ডৱ চিন্তা। ৰাতি টোপনি নাহে।

টঙ্কেশ্বৰ : আৰু আহিব খুজিলেও চকুকেটা মুদ খাই আছে।

শিখা : ঠিক।

টঙ্কেশ্বৰ : অকল ঠিকেই নহয়। একেবাৰে নিৰ্ঘাত। এওঁক মদনজ্বৰে পাইছে—

[ প্ৰতাপ চলিহাই "টঙ্কেশ্বৰ" বুলি ভিতৰৰপৰা মাত দিয়ে ]

টঙ্কেশ্বৰ : সেয়া মাতিলেই নহয়। গৈছোঁ ককাইদেউ। ভয় নাই, দৰৱ আৰু পথ্যৰ ব্যৱস্থা মই দিম। সি ফালৰ খবৰটো আগেয়ে লৈ আহোঁ।

[ টঙ্কেশ্বৰ ওলাই যায় ]

প্ৰদীপ : ময়ো তেন্তে—

[ প্ৰদীপ যাব খোজে ]

শিখা : যোৱা?

প্ৰদীপ : ওঁ।

শিখা : গধূলি আহিবা দেই।

প্ৰদীপ : শপত খোৱা এনে বিপদত নেপেলাওঁ বুলি—

[ শিখাই নিজৰ কাণত ধৰে, গালত চৰিয়ায় ]

শিখা : এয়া কাণত, এয়া গালত। তোমাক আৰু বিপদত নেপেলাওঁ। হ'লনে এতিয়া?

[ প্ৰদীপ হাঁহি ওলাই যায়। আনফালেদি দেৱব্ৰত সোমাই আহে। দেৱব্ৰত প্ৰদীপৰ সহপাঠী, শিখাৰ এড্‌মায়াৰাৰ। বোহেমিয়ান টাইপ ]

দেৱব্ৰত : নমস্কাৰ। ক্ষমা কৰিব, অনুমতি নোলোৱাকৈয়ে সোমাই আহিলোঁ।

শিখা : নমস্কাৰ, বহক।

দেৱব্ৰত : আপুনি থিয় হৈ থাকিল—

শিখা : বহকচোন আপুনিয়েই।

[ দেৱব্ৰত বহে। চিগাৰেট কেছৰপৰা এটা চিগাৰেট উলিয়াই জ্বলায়। ]

শিখা : আপোনাৰ চিঠিখন পাইছোঁ। লগতে পঠোৱা কবিতা ফাকি বেছ ভাল হৈছে। গোলাপৰ পাহি দুটা পঠোৱা আইডিয়াটো গ্ৰেণ্ড।

[ শিখাৰ কথা শুনি উৎসাহিত হৈ ]

দেৱব্ৰত : সঁচাকৈয়ে কৈছে নে?

শিখা : বাৰু কবিতা ফাকি আপোনাৰ নিজৰনে?

দেৱব্ৰত : নিশ্চয়।

শিখা : দুফাকি কবিতা, দুপাহি ফুল। সঁচাকৈয়ে সুন্দৰ।

[ শিখাৰ কথাখিনিয়ে দেৱব্ৰতৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে তাকে যেন তাই বুজিবলৈ চেষ্টা কৰে। হাঁহি টেবেটীয়াকৈ শিখাই দেৱব্ৰতৰ ফালে চায়। দেৱব্ৰতৰ মনত ভাবৰ জোৱাৰ উঠিছে— ]

দেৱব্ৰত : অন্তৰৰপৰা নিগৰি ওলোৱা কবিতাৰ শাৰী দুটা ; আৰু মৰমৰ উমনিত জীপ দিয়া এটি ৰঙা গোলাপৰ দুটা পাহি।

[ দেৱব্ৰতৰ উচ্ছ্বাসত চেঁচাপানী ঢালে শিখাই ]

শিখা : কিন্তু আপোনাৰ নিজস্ব নহয়।

দেৱব্ৰত : নিজস্ব নহয়?

শিখা : আইডিয়াটো।

দেৱব্ৰত : মানে?

শিখা : ইটালিৰ বিখ্যাত প্ৰেমিক কবি দানুৎচেৰ অনুকৰণ।

[ ধৰা পৰাত দেৱব্ৰত কিছু বিব্ৰত হয় ]

দেৱব্ৰত : অনুকৰণ উচ্ছ্বাসটো নহয়, প্ৰকাশৰ ধৰণটোহে।

শিখা : কথা একেটাই। অনুকৰণে সুন্দৰক কৰে অসুন্দৰ, শ্লীল যিটো তাক কৰে অশ্লীল।

দেৱব্ৰত : আপুনি মোৰ অন্তৰৰ আগ্ৰহক অসুন্দৰ, অশ্লীল বুলি কৈছে?

[ দেৱব্ৰত জব্দ হোৱা দেখি শিখাই আমোদ পায়। তাই পাতলভাৱে কয় ]

শিখা : ক'লোৱেই বা ক্ষতি কি?

[ দেৱব্ৰত কিছু উত্তেজিত হয় ]

দেৱব্ৰত : আপুনি মোৰ অন্তৰৰ নিষ্কলুষ প্ৰীতি-পূৰ্ণ উচ্ছ্বাসৰ কৰিছে অৱমাননা, মোৰ অন্তৰৰ সশ্ৰদ্ধ নিবেদনক কৰিছে আওকাণ, আপুনি মোক কৰিছে অপমান।

[ দেৱব্ৰত বহাৰপৰা উঠে ]

শিখা : ওঁহো, আপোনাৰ দ্বাৰা নহ'ব। মোক আপুনি নিৰাশ কৰিলে। লাজ আৰু ভয় নেথাকিলেও অপমানবোধ আপোনাৰ এতিযাও আছে। পঢ়া নাই বঙালী বৈষ্ণৱ সাহিত্য? লাজ, মান, ভয় এই তিনিটা থাকিলে নহয়। আপুনি ডিচ্‌কোৱালিফাইড্।

দেৱব্ৰত : মই আপোনাৰ সৈতে ধেমালি কৰিবলৈ অহা নাই।

শিখা : ধেমালি কৰিবলৈ অহা নাই? তিৰোতাৰ প্ৰেম আপোনালোকে ধেমালিৰ বস্তু বুলিয়েইতো ভাবে। নহ'লে এখন বগা কাজগত ক'লা চিয়াঁহীৰে আঁচকেডাল মান মাৰিয়েই দোকানত শ্লিপ দি বস্তু কিনাৰ দৰে তিৰোতাৰ মৰম-চেনেহ পাব পাৰি বুলি নেভাবিলেহেঁতেন।

[ শিখাৰ মাতত যথেষ্ট খং আৰু বিৰক্তিৰ ভাব প্ৰকাশ পায়। তাকে লক্ষ্য কৰি দেৱব্ৰত কথা পাতলাবলৈ চেষ্টা কৰে। ]

দেৱব্ৰত : আপোনাৰ প্ৰদীপৰ কৰ্ম্মপন্থা তেন্তে কিছু বেলেগ?

[ খঙে শিখাৰ যেন চুলিৰ আগ পায়গৈ। কিন্তু নিজকে সংযত কৰি কয় ]

শিখা : কথা আপোনাৰে মোৰে ভিতৰত। প্ৰদীপক টানিছে কেলেই?

দেৱব্ৰত : মানে আপোনাৰ কথাৰপৰাই বুজিছোঁ প্ৰদীপ অসাধাৰণ ; মই জনাত যদিও অসাধাৰণত্ব, তাৰ একোৱেই নাই।

[ শিখাই নিজকে আৰু সংযত কৰি ৰাখিব নোৱাৰে ]

শিখা : মনে মনে থাওক। সেই নাম মুখেৰে উচ্চাৰণ নকৰিব।
[ দেৱব্ৰতৰ মুখত দুষ্টালিৰ হাঁহি বিৰিঙে উঠে ]

দেৱব্ৰত : কিয়?

শিখা : প্ৰদীপ আৰু আপোনাৰ মাজত স্বৰ্গ-মৰ্ত্ত্য ব্যৱধান। প্ৰদীপৰ কথা ক'বৰ কোনো অধিকাৰ আপোনাৰ নাই।
[ শিখাৰ খং উঠা দেখি দেৱব্ৰতে চল পায় আৰু মস্কৰাৰ সুৰত কয় ]

দেৱব্ৰত : শাস্ত্ৰত কৈছে ঠিকেই—আৱশ্যক নহ'লে ভগৱানৰ নামো ল'ব নাপায়। কিন্তু শিখাদেৱী, আপুনি জানিবা মোৰ মুখ বন্ধ কৰিলেই, কিন্তু আলিবাটৰ মানুহবোৰৰ মুখ বন্ধ কৰিব কেনেকৈ?

শিখা : কি ক'ব খুজিছে স্পষ্টকৈ কওক।

দেৱব্ৰত : মানে, আলিবাটৰ মানুহবোৰে আপোনাৰ আৰু প্ৰদীপৰ বিষয়ে বহুতো কথা জানে। ময়ো নজনা নহয়। সেয়েহে সাহ কৰিব পাৰিছিলোঁ। মোক আপুনি অপমান, আচ্ছা, অপমান কথাষাৰ যদি বেয়া পায়, আওকাণ কৰা বুলিয়েই কওঁ, আওকাণ কৰাটোকে ন্যায়সঙ্গত বুলি বিবেচনা কৰিলে যেতিয়া—

শিখা : কি আচৰিত মানুহ আপুনি।

দেৱব্ৰত : আচৰিত অকণো নহয়। অতি সাধাৰণ মানুহ মই। সাধাৰণ নিয়মৰ অনুবৰ্ত্তী ; ব্যতিক্ৰম নহয়। আই এম নট এ ফ্ৰিক অৱ নেচাৰ। দুখন ভৰি, দুখন হাত, গাটো, মুখখন, আৰু অলপ-অচৰপ মগজু থকা এই মূৰটো—এ ভেৰি অৰডিনেৰি হিউমেন বিয়িং।

শিখা : আপুনি যাওক।

দেৱব্ৰত : ক্ষমা কৰিব,—যদি আপোনাৰ অসন্তুষ্টিৰ কাৰণ হৈছোঁ। কিন্তু কি কৰিব? মই নিৰুপায়। মোৰ ক'বলগীয়া কথাখিনি নকৈয়ে বা যাওঁ কেনেকৈ?
[ তাৰ পাছত পোনপটীয়াকৈ কয় ]
শুনক শিখাদেৱী, এতিয়াও সময় আছে। মোৰ সম্বন্ধে আপুনি আপোনাৰ মত পৰিৱৰ্ত্তন কৰিব পাৰে। যদি নকৰে, তেন্তে মই মোৰ বাট ল'বলৈ বাধ্য হ'ম। আপুনি হয়তো নজনা নহয়, নিজৰ অসৎ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ মানুহ কিমান তললৈ নামিব পাৰে। আৰু ইয়াকো মনত ৰাখিব অতি সাধাৰণ মানুহ মই, অসাধাৰণ হোৱাৰ কোনো স্পৃহা মোৰ নাই। মই এতিয়া আহিলোঁ, নমস্কাৰ।
[ *এইবুলি নাটকীয় ভঙ্গীত ওলাই যাব খোজোঁতেই কোঠাটোলৈ সোমায়* অহা "অমৰে" আদেশৰ সুৰত কয় ]

অমৰ : ৰ'বা। তোমাৰ যাবৰ সময় হোৱা নাই।

[ দেৱব্ৰত থমকি ৰয়। উভতি চায় আৰু অমৰক দেখি অতি নাটকীয় সুৰত কয় ]

দেৱব্ৰত ঃ এনাদাৰ ইয়ং ৰোমিও—

[ অমৰ দেৱব্ৰতৰ ওচৰ পায়হি ]

অমৰ ঃ তোমাৰ নাম দেৱব্ৰত নহয়নে?

দেৱব্ৰত ঃ লগতে "চৌধুৰী"টো লগাই ল'ব পাৰে। আৰু "আপুনি" বুলি সম্বোধন কৰিলেও একো হানি নহয় বোধকৰোঁ। অৱশ্যে "তুমি"টোও মই বেয়া নেপাওঁ। ওৱেল, হোৱাট কেন আই ডু ফৰ ইউ?

অমৰ ঃ তোমাৰ মুখত বৰ বৰ কথা শুনিছিলোঁ, কাৰণ কি?

দেৱব্ৰত ঃ কাৰণ মোক সুধি লাভ নাই, শিখাদেৱীক সোধক— তেতিয়াহে জানিব ফ্ৰেণ্ড, শিখাৰ কাৰণে চগাৰ, কিয় এনে প্ৰেম!

অমৰ ঃ শ্বাট আপ।

দেৱব্ৰত ঃ হাঃ হাঃ হাঃ, দেখিছোঁ আপোনাৰো যথেষ্ট খং উঠিছে। বি অব্ গুড্ চিয়াৰ (cheer), ডোণ্ট স্পইল ইওৰ মূড্। মই আহিলোঁ। কিন্তু মনত ৰাখিব প্ৰত্যেক কামৰে এটা প্ৰতিক্ৰিয়া আছে। এভ্ৰি একশ্যন হেজ এ ৰিএকশ্যন্। হাঃ হাঃ হাঃ—বাই বাই—

[ শিখা আৰু অমৰৰ প্ৰতি ইঙ্গিতপূৰ্ণ দৃষ্টি নিক্ষেপ কৰি, ইংৰাজী কায়দাত সোঁ হাতখন কপালত লগাই অভিবাদন কৰি দেৱব্ৰত ওলাই যায়। দেৱব্ৰতৰ ব্যৱহাৰত অমৰৰ বৰ খং উঠে। ]

অমৰ ঃ এইবোৰ মানুহক দুৱাৰ মুখৰপৰাই কুকুৰ লগাই খেদিব লাগে।

শিখা ঃ ক্ষমা কৰিবা অমৰদা, ভাবিছিলোঁ অলপ স্ফূৰ্ত্তিকে কৰা যাওক।

অমৰ ঃ মজা পালাতো?

শিখা ঃ বঢ়িয়া এটা অভিজ্ঞতা হ'ল। আগলৈ সাৱধান হ'ব পাৰিম।

অমৰ ঃ তোমাৰ বৰ সাহ দেখিছোঁ।

শিখা ঃ সৰুৰেপৰা দেউতাই মোক ল'ৰাৰ দৰে শিক্ষা দিছিল। বোধহয় ই তাৰেই ফল।

অমৰ ঃ সাপৰ মূৰত হাত দিবলৈ যোৱাটো দুঃসাহস।

শিখা ঃ ঢোৰাসাপক পাৰি।

অমৰ ঃ ঢোৰাসাপেও সুবিধা পালে খোঁটে।

শিখা ঃ আজি বুজিলোঁ।

অমৰ ঃ এটা কাম কৰা।

শিখা ঃ কি?

অমৰ ঃ বিয়াখন পাতি পেলোৱা।

শিখা : তোমালোক দেখিছোঁ বৰ ব্যস্ত হৈ পৰিছা। আগতে বি. এ.টো পাছ কৰোঁ, দেউতাই তোমাক মোৰ প্ৰাইভেট টিউটৰ নিযুক্ত কৰিছে, জানা?

অমৰ : প্ৰাইভেট টিউটৰে বি-এ আৰু বি-আ দুয়োটাই পাছ কৰাব পাৰিব।

শিখা : শিক্ষকতাৰ মূল্য, অৰ্থাৎ বানচ কিমান?

অমৰ : এই শিখকতাৰ মূল্য নাই—অমূল্য।

শিখা : বাঃ!

অমৰ : তদুপৰি শুভকাম সোনকালে হৈ যোৱাই ভাল।

শিখা : নহ'লে?

অমৰ : দেখিছাই নহয় মানুহে নানা কথা ক'বলৈ চল পায়। হ'লবুলি এইবোৰ মানুহৰ কথা কিমান শুনিবা?

শিখা : তোমালোক থাকোঁতেও ভয় কৰিব লাগিবনে?

অমৰ : মানুহৰ মুখৰ কথা হাবিৰ জুইৰ নিচিনা, কোনো বাধাকে নেমানে।

শিখা : আমাৰ কথা লৈ আন মানুহৰ মূৰ ঘমোৱাৰ দৰকাৰ কি?

অমৰ : সেইটো সিহঁতৰ স্বভাৱ।

শিখা : কাণ নিদিলেই হ'ল।

অমৰ : নিদি নোৱাৰা। সমাজত থাকিলে সমাজৰ মানুহে কি কয়-নকয়, কাণ দিয়া দৰকাৰ। তেনে কৰাটো বুধিয়কৰ কাম। তদুপৰি আজিকালি ডেমক্ৰেচিৰ যুগ, মেজৰিটিজ্ উইচ্ মাষ্ট বি গ্ৰাণ্টেড্।

শিখা : বা-ৰু মই ৰাজী। কিন্তু দেউতাৰ মত ল'ব কোনে?

[ ঠিক সেই সময়তে সোমাই আহে টঙ্কেশ্বৰ কাকতি। তেওঁ শিখাৰ শেষৰ কথাখিনি শুনিছিল। ]

টঙ্কেশ্বৰ : মত মই ল'ম। কোৱা ক'লৈ যাবা? বশিষ্ঠ নে কুৰুৱা? চাহৰ মিঠাইৰ পিক্‌নিক্ নে তেলাল খাহীৰ মঙহেৰে বালিভাত?

[ টঙ্কেশ্বৰৰ কথা শুনি অমৰৰ হাঁহি উঠে ]

অমৰ : আমি পিক্‌নিক্ বা বালিভাতৰ কথা কোৱা নাই।

টঙ্কেশ্বৰ : তেন্তেনো কিহৰ কথা উলিয়াইছা? সাহিত্য বা পলিটিকচ্ নহয়তো?

অমৰ : নহয় নহয়, ভয় খাব নেলাগে।

টঙ্কেশ্বৰ : ওঁ, টঙ্কেশ্বৰ কাকতিক সেইবোৰত নোপোৱা। খোৱাৰ কথা উলিউৱা মই ঠিক হাজিৰ থাকিম।

[ অমৰে ডাঙৰকৈ হাঁহে ]

বুঢ়া হৈছোঁ যদিও চোৱা, হাড্ডি কিমান মজবুত্। যুঁজি চাবা নেকি? হাঃ হাঃ হাঃ এই সংসাৰত খোৱাৰ বাহিৰে আৰু কি চিন্তা আছেহে? খাবলৈ পালেই সকলো ঠিক, নেপালেই বেঠিক। বাপা—ইট্ ড্ৰিঙ্ক এণ্ড বি মেৰি। ঋণং কৃত্বা ঘৃতং পিবেৎ—হে হেঃ হেঃ—

অমৰ ঃ আমিও আপোনাৰ সৈতে একমত। ডাঙৰ ধৰণৰ খোৱা এটাৰ যাতে যোগাৰ হয় তাৰে ব্যৱস্থা কৰিব খুজিছোঁ শিখাৰ বিয়াখন পাতি প্ৰদীপৰ সৈতে।

টঙ্কেশ্বৰ ঃ হেৰা তুমি দেখোন মোতকৈও চাৰহে।

অমৰ ঃ কিয়? কি হ'লনো?

টঙ্কেশ্বৰ ঃ প্ৰদীপৰ মদনজ্বৰ হৈছে, মই দৰব পথ্য দিওঁ বুলি ভাবি থাকোঁতেই তুমি দেখোন মহৌষধৰ ব্যৱস্থা দিলা—

অমৰ ঃ ৰ'ব, বেমাৰ ইমান সহজে ভাল নহয়। সমস্যা এটা আহি পৰিছে। খুৰাদেউৰ মতটো লয় কোনে? কথাষাৰ যদি আপুনিয়েই—

টঙ্কেশ্বৰ ঃ মই ওঁহো, মই নোৱাৰিম বাপা।

অমৰ ঃ আপুনি নক'লে কোনে ক'ব?

টঙ্কেশ্বৰ ঃ ক'বা কেনেকৈ? ক'বলৈ গ'লেই যিখন বকলা মেলিব, সহিও থাকিব নোৱাৰিম, শুনিও থাকিব নোৱাৰিম। শুনা এটা ভাল বুধি দিওঁ। তোমাক ককাইদেৱে বৰ ভাল পায়। তুমিয়েই নোকোৱা কিয়?

অমৰ ঃ ভয় লাগে দেখোন।

টঙ্কেশ্বৰ ঃ এহ্ ডেকা ল'ৰা কি ভয় কৰাহে? তোমাৰ দেউতাৰাও দেখোন আছে। প্ৰদীপনো কি বেয়া ল'ৰা? দেউতাক নাই। সা-সম্পত্তি যথেষ্ট আছে। ল পাছ কৰি এম্-এল্-এ হ'ব, মিনিষ্টাৰ হ'ব। বাৰু ময়ো আছোঁ দিয়া গুৰিত। কিন্তু আইদেউ ডাঙৰ ডাঙৰ ৰসগোল্লা, লালমোহন লাগিব কিন্তু।

শিখা ঃ দেখিছোঁ আপোনালোকৰ এই ফ্ৰন্টক দেউতায়ো ওফৰাব নোৱাৰিব।

টঙ্কেশ্বৰ ঃ কেতিয়াও নোৱাৰে। লাইন তোমাৰ একেবাৰে ক্লিয়াৰ।

অমৰ ঃ প্ৰদীপৰ মাকৰ মতটো?

টঙ্কেশ্বৰ ঃ বিধবা মাক, ঘৰত মালা জপকৰি বহি আছে। তেওঁৰ আকৌ এটা মত লগা হ'ল? পুতেকৰ মতেই মাকৰ মত। তুমি আইদেউ অকণো চিন্তা নকৰিবা। লাগিলে এঘুমটি দি ল'ব পাৰা। আৰু নহ'লে মোলৈ একাপ গৰম চাহ আৰু বেছ চিকোণ চাই গমৰ লাৰু এটা পঠিয়াই দিব পাৰা, মই বাহিৰতে আছো—হাঃ হাঃ হাঃ—

[ এইবুলি অমৰৰ পিঠিত চাপৰ এটা মাৰি টঙ্কেশ্বৰ ওলাই যায়। অমৰ আৰু শিখায়ো ডাঙৰকৈ হাঁহে। ]

# দ্বিতীয় অঙ্ক

[ নৈৰ দাঁতিৰ ফলনিৰ (Park) একাংশ। আবেলি মানুহ-দুনুহ ফুৰিবলৈ আহিছে। চানাচুৰবালাই "ম্যয় লায়া মজাদাৰ চানাচুৰ গৰম" গীত গাই চানাচুৰ বিক্ৰী কৰি ফুৰিছে। এজনে আইচ ক্ৰীমো বিক্ৰী কৰিছে। দূৰৈত নৈয়েদি নাৱৰীয়া এজনে ভাটিয়ালী গীত এটা গাই নাও বাই গৈছে। ফুলনিৰ এটা চকুত, তাল গছৰ কুঞ্জবনৰ (Palm grove) দাঁতিত এখন বেঞ্চ পৰা আছে। ]

**নাৱৰীয়াৰ গীত**

অকলে ব'ল অকলে ব'ল
অকলে ব'ল
আউলী বাউলী পছোৱা মাৰিছে
বাৰিষাৰ আহিলে ঢল
অকলে ব'ল
ফেনে ফোটোকাৰে বাৰিষাৰ ভৰা নৈ
দুপাৰে কাটিছে ডকা
সন্ধিয়া ৰ'দালিৰ সোণ জিলিগুনি
ডাৱৰে পৰিলে ঢকা
অকলে আহিলি অকলশৰীয়া
অকলে কটালি কাল
তোৰ সাচতীয়া দিলি আগেকৰি
ভৰা নৈত তৰিলি পাল
অকলে ব'ল।

ৰচনা—শ্ৰীমতী নলিনীবালা দেৱী।

[ গীত গাই গাই নাৱৰীয়া আঁতৰি যোৱাৰ লগে লগে দেৱব্ৰত আৰু তেওঁৰ বন্ধু উমেশ সোমাই আহে। দেৱব্ৰতে উমেশকে তেওঁলোক অহাৰ ফালে আঙুলিয়াই কয়। ]

দেৱব্ৰত : উমেশ, সৌৱা চোৱা।
উমেশ : কি?
দেৱব্ৰত : তুমি আকাশৰ ফালে চাই খোজ কাঢ়ানেকিহে?
উমেশ : কিয়?
দেৱব্ৰত : দুটাকৈ জীয়া মানুহ তুমি দেখা নোপোৱানেহে?
উমেশ : কাৰ কথানো কৈছা?
দেৱব্ৰত : সৌফালে চোৱাচোন।
উমেশ : চাইছো বাৰু।
দেৱব্ৰত : কি দেখিছা?
উমেশ : কাকো দেখা নাই।
দেৱব্ৰত : নাই দেখা?
উমেশ : নাই দেখা।
দেৱব্ৰত : তোমাৰ চকুকেটাও আৰু! চোৱাচোন ভালকৈ, সৌ লাইট পোষ্টটোৰ ওচৰত কোন।
উমেশ : অ' তুমি সেই ডেকা-ডেকেৰীহালৰ কথা কৈছা?
দেৱব্ৰত : হয় হয়, তেখেতসকলৰ কথাকে কোৱা হৈছে। সেইহালক চিনি পালানে?
উমেশ : মই ভালকৈ লক্ষ্য কৰিবলৈকে নহ'ল। তুমি চাইছিলা নহয়, কোনহে?
দেৱব্ৰত : প্ৰদীপ আৰু শিখা।
উমেশ : প্ৰদীপ?
দেৱব্ৰত : আমাৰ প্ৰদীপহে।
উমেশ : মানে এইবাৰ ল ফাইনেল যে দিব সেই প্ৰদীপ?
দেৱব্ৰত : এৰা সেই প্ৰদীপেই।
উমেশ : আৰু ছোৱালীজনী?
দেৱব্ৰত : শিখা।
উমেশ : কোন শিখা?
দেৱব্ৰত : প্ৰফেছাৰ চলিহাৰ ছোৱালী। এইবাৰ বি-এ দিব।
[ এতিয়াহে উমেশে সকলো কথা বুজে আৰু এঁকবাৰ দৰে হাঁহি কয়। ]
উমেশ : তাকে কোৱা। এতিয়াহে কথাটো মই ধৰিব পাৰিছোঁ। জানাই নহয় কথাবোৰ মই অলপ লেটকৈ বুজোঁ। তেন্তে—হেঃ হেঃ হেঃ—খুব জমাইছে, কি বোলা?

দেৱব্ৰত : সুবিধা পালে কোনে নজমোৱাকৈ থাকিব? ৰ'বা, সিহঁত এই ফাললৈকে আহিছে। ব'লাচোন আমি আঁতৰো।

[ এইবুলি দেৱই উমেশক একপ্ৰকাৰ টানি লৈ ওলাই যায়। আন ফালেদি প্ৰদীপ আৰু শিখা সোমায়। সিহঁত দুয়ো বেঞ্চখনত বহেগৈ। ]

প্ৰদীপ : আমাৰ ইমান সুখ জানো বিধাতাৰ সহ্য হ'ব শিখা?

শিখা : বিধাতা নিষ্ঠুৰ নহয়।

প্ৰদীপ : কেদিনমানৰ আগতে মই এটা সপোন দেখিছিলোঁ। বাৰু শিখা সপোন ফলিয়ায় নে?

শিখা : অমি কত দেখোঁ, এটাও ফলিওৱা নাই। বাৰু কোৱাচোন কি সপোন?

প্ৰদীপ : থাওক নেলাগে, বেয়া সপোন।

শিখা : বেয়া সপোনবোৰহে ক'ব লাগে।

প্ৰদীপ : কিয়?

শিখা : তেতিয়া হেনো নফলিয়ায়।

প্ৰদীপ : তেন্তে শুনা। তুমি আৰু মই যেন বহুত দূৰলৈ ফুৰিবলৈ গৈছোঁ। যাওঁতে যাওঁতে বৰ নিৰ্জন ঠাই এডোখৰ পালোঁ। কোনো নাই, মাথোঁ মই আৰু তুমি।

শিখা : মাথোঁ তুমি আৰু মই। কেনে মজাৰ! তাৰ পাছত?

প্ৰদীপ : হঠাৎ যেন কিবা হ'ল। ওচৰত তুমি নাই। তাৰ পাছত টোপনি ভাগি গ'ল। বাৰু শিখা, কেতিয়াবা যদি এনেকৈয়ে তুমি মোৰ ওচৰৰপৰা আঁতৰি যাব লগা হয়!

শিখা : কিয়ে অমঙ্গলীয়া কথাবোৰ কোৱা, ভাল নেলাগে।

প্ৰদীপ : মাজে মাজে মোৰ সঁচাকৈয়ে ভয় লাগে।

শিখা : ভয় লাগে এই কাৰণেই যে তোমাৰ নিজৰ ওপৰত বিশ্বাস নাই আৰু হয়তো মোৰ ওপৰতো নাই।

[ প্ৰদীপ থিয় হয়, শিখাও উঠে ]

প্ৰদীপ : কিযে কোৱা।

শিখা : বাৰু কোৱাচোন তোমালোকে আমাৰ বিষয়ে কি ভাবা?

প্ৰদীপ : কিনো ভাবিম?

শিখা : তোমালোকে হয়তো ভাবা আমি বৰ দুৰ্ব্বল।

[ প্ৰদীপে লক্ষ্য কৰে শিখা কিছু উত্তেজিত হৈছে। সেয়ে কথা পাতলাবলৈ হাঁহি কয়। ]

প্ৰদীপ : তিৰোতাৰ আন এটা নাম বোধকৰোঁ অবলা।

শিখা : এইটোৱেই তোমালোকৰ আটাইতকৈ ডাঙৰ ভুল। তোমালোকে তিৰোতা মানুহৰ অন্তৰ্নিহিত শক্তিক অৱজ্ঞা কৰি ভাল পোৱা।

প্ৰদীপ : ভাল পোৱা নোপোৱাৰ প্ৰশ্ন তুলিছা কেলেই? মই মাথোঁ এটা সাধাৰণ বিশ্বাসৰ কথা তোমাক কৈছোঁ।

শিখা : তোমালোকে হয়তো ভাবা নিজৰ বিবেক, বুদ্ধি সকলোকে জলাঞ্জলি দি অৱস্থাৰ সোঁতত নিজকে উটাই দিয়াটোৱেই আমাৰ স্বভাৱ। অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ আমাৰো যে শক্তি থাকিব পাৰে সেই কথা বিশ্বাস কৰিবলৈ তোমালোকে টান পোৱা।

প্ৰদীপ : অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ যিফেৰা কঠোৰতাৰ আৱশ্যক তোমালোকৰ নাৰীসুলভ কোমলতাৰ মাজত সি হয়তো হেৰায় যায়।

শিখা : মই সিমান দূৰ ভাবিব নোৱাৰোঁ। কিন্তু এই কথা হ'লে ডাঠি ক'ব পাৰোঁ যে তোমাালোকে যদি ভাবা মৰমটো আমাৰ অন্তৰত লুকাই থকা কোমলতাৰে প্ৰতীক, অৱস্থাৰ হেঁচাত সহজতে মৰহি যায়, তেন্তে নিশ্চয় তোমালোকে ভুল ভাবা।

প্ৰদীপ : সকলে যুগৰ সকলো মানুহে বোধকৰোঁ তেনেদৰেই ভাবি আহিছে।

শিখা : যিসকলে ভাবিছে তেওঁলোকে ভুলকৈ ভাবিছে। মৰমটো তোমালোকৰ, পুৰুষসকলৰ, বহু প্ৰবৃত্তিৰ এটা হ'ব পাৰে, কিন্তু তিৰোতা মানুহৰ জীৱনৰ সৈতে ইয়াৰ ছিঙিব নোৱৰা সম্বন্ধ।

প্ৰদীপ : তোমাৰ কথাবোৰত যুক্তি আছে সন্দেহ নাই। কিন্তু যুক্তিৰে হয়তো সকলো সময়তে সকলো কথা বিচাৰ কৰিবলৈ যোৱাটো উচিত নহ'ব। বাৰু যাবলৈ দিয়া সেইবোৰ কথা। ব'লা সেইফালে যাওঁ।

শিখা : ব'লা।

[ শিখা আৰু প্ৰদীপ যায়, দেৱব্ৰত আৰু উমেশ আহে ]

দেৱব্ৰত : কেনে বুলি ভাবা মোৰ প্লেনটো?

উমেশ : প্লেন হিচাপে হয়তো বেয়া নহয়, কিন্তু ইয়াক কাৰ্য্যত পৰিণত কৰা উচিত হ'বনে নহয় তাকেই ভাবিছোঁ।

দেৱব্ৰত : উচিত-অনুচিতৰ প্ৰশ্ন নুতুলিবা। সেইদিনা মোক এনেভাৱে অপমান কৰিবৰ কি অধিকাৰ আছিল তেওঁলোকৰ?

উমেশ : লোকৰ ঘৰত গৈ অভদ্ৰ ব্যৱহাৰ কৰিছিলা, ফল পাইছা। তোমাৰ যে কেতিয়াবা তেনে কিবা এটা হ'ব সেই কথা মই আগেয়ে জানো।

দেৱব্ৰত : আগেয়ে জানা? হুঃ যেন এজন ডাঙৰ জ্যোতিষীহে।

উমেশ : ইযাত জ্যোতিষ নেলাগে। ই সাধাৰণ কমন চেঞ্চৰ কথা। তোমাক সাৱধানো কৰি দিছিলোঁ। কিন্তু তুমি ভাবা মই এটা মস্ত গাধা। মোৰ কথা তুমি শুনিবানে?

দেৱব্ৰত : সেই অমৰটোৰ কাৰণেহে তেনে হ'বলৈ পালে। কাৱাৰ্ড এটা ; ঘৰৰ ভিতৰত পাই বাহাদুৰি দেখুৱালে।

উমেশ : তদুপৰি শিখাৰ গাতনো কি দোষ?
দেৱব্ৰত : শিখাৰ কথা নক'বা।
উমেশ : নহয় দেৱ, এনেভাৱে এজনী ছোৱালীৰ জীৱনটো নষ্ট কৰিলে তোমাক পাপে চুব।
দেৱব্ৰত : পাপে চুব? যোৱা যোৱা, শিখাৰ হৈ ওকালতি নকৰিবা। ল'ৰাৰ লগত চুপতি মাৰোঁতে দিন যায়, সিফালে বৰ বৰ কথা কিমান শুনিবা?
উমেশ : তোমাৰ এই কামে প্ৰদীপৰ জীৱনটো বিষময় কৰি নুতুলিবনে? প্ৰদীপৰ সতেতো তোমাৰ কোনো শত্ৰুতা নাই।
দেৱব্ৰত : তোলে তুলিব। মোৰ এই কামে যদি প্ৰদীপৰ জীৱন বিষমৰ কৰি তোলে, তোলক। মই নিৰুপায়। মই সিমানদূৰ ভাবিব নোৱাৰোঁ।
উমেশ : দেখিছোঁ "আয়াগো"ৰ ভূতে তোমাক পাইছে।
দেৱব্ৰত : হয়তো পাইছে। কোনে জানে চেক্‌চ্‌পীয়েৰৰ "আয়াগো" চৰিত্ৰটো হয়তো এক চিৰন্তন বাস্তৱৰ ওপৰত প্ৰতিষ্ঠিত। বাৰু থোৱা সেইবোৰ কথা। মোৰ বন্ধু আহি নেপালে কিয় এতিয়াও?
উমেশ : বন্ধু?
দেৱব্ৰত : এৰা আঘোণা দি গ্ৰেট!
উমেশ : তেওঁ আকৌ কি বস্তু?
দেৱব্ৰত : ভ্যালে দি চম্‌ব্ৰ। (Valet de chambre)। শিখা আইদেউৰ খাচ্ কামৰাৰ লিগিৰা। নোমটেঙৰ, চয়তান। টকা পালে কৰিব নোৱৰা কাম একো নাই।
উমেশ : ইমান যে তললৈ নামিবা সপোনতো ভবা নাছিলোঁ।
দেৱব্ৰত : দেয়াৰ আৰ মেনি থিঙ্চ্ ইন্ হেভেন এণ্ড হেল, মাই ডিয়াৰ ফ্ৰেণ্ড, হুইচ্ ইজ্ বিয়ণ্ড ইওৰ ফিলছফী। কি কৈছিলা? তললৈ নামিছোঁ? আই কাণ্ট হেল্প! আঘোণা হ'ল মোৰ এটম বোমা, মোৰ পাশুপাত। সেই অস্ত্ৰেৰে মোৰ কাৰ্য্যোদ্ধাৰ কৰিব লাগিব।
উমেশ : তোমাৰ এনে কাম মই সমৰ্থন কৰিব নোৱাৰোঁ।
দেৱব্ৰত : হাঃ হাঃ হাঃ, তুমি সমৰ্থন নকৰা? নকৰা, নকৰিবা। তোমাৰ সমৰ্থন আশা কৰি মোৰ কৰ্ত্তব্য ফেৰা সমাধা কৰিম বুলি ভাবিলে ভুল কৰিবা।
উমেশ : মোৰ উপদেশ যে তুমি নুশুনা সেই কথা জানো, তথাপি—
দেৱব্ৰত : মনে মনে থাকা, সৌৱা আঘোণা আহিছে।
[ আঘোণা সোমাই আহে। আদহীয়া বয়সৰ ঘুটমুটিয়া মানুহটো। দেখিলেই দগাবাজ যেন লাগে ]
আহা আহা ককাই, তোমাৰ কাৰণেই বৈ আছিলোঁ। পালানে?
আঘোণা : পাইছোঁ দেউতা ঈশ্বৰ। পিছে কথমপিহে ধৰা নপৰাকৈ আহিছোঁ।

দেৱব্ৰত ঃ কিয়? কি হৈছিলনো?

আঘোণা ঃ এহ্ নক'ব আৰু। ঘৰ সৱাৰ চলেৰে গৈ ফটোৰ আলবুমটো উলিয়াই লওঁতেই আইদেউ ওলালগৈ।

দেৱব্ৰত ঃ কিবা সুধিছিল নেকি?

আঘোণা ঃ সুধিছিল।

দেৱব্ৰত ঃ ধৰা পৰা নাইতো?

আঘোণা ঃ অমুকা কিবা গোট গৰুনে? ছোৱালী এজনীৰ চকুতো ধূলি দিব নোৱাৰিম? হোঁৱক যি বিচাৰিছিল।

[ আটোমটোকাৰিকৈ কাগজেৰে মেৰিয়াই অনা ফটো নিগেটিভ কিছুমান আঘোণাই দেৱক দিয়ে। দেৱই সেইবোৰ চাই, এখন ৰাখি, বাকীবোৰ ফিৰাই দিয়ে। ৰখাখন পৰীক্ষা কৰি চাই কয় ]

দেৱব্ৰত ঃ বঢ়িয়া হ'ব। চোৱা উমেশ।

[ উমেশেও ভালকৈ চাই কয় ]

উমেশ ঃ এইখন শিখাৰ নহয়নে?

দেৱব্ৰত ঃ ঠিক ধৰিছা।

উমেশ ঃ কি কৰিবা?

দেৱব্ৰত ঃ অমৰৰ ফটো এখনৰো নিগেটিভ আছে মোৰ হাতত—হাঃ হাঃ হাঃ—

আঘোণা ঃ মই এতিয়া যাওঁহে বুলিছিলোঁ।

দেৱব্ৰত ঃ অ'—

[ দেৱব্ৰত জেপৰপৰা টকা উলিয়াই আঘোণাক দিয়ে। আঘোণাই লয় ]

লোৱা। লাগিলে পাছত খবৰ দিব দেই।

[ আঘোণা যাব খোজে ]

ৰ'বা ৰ'বা।

[ দেৱই জেপৰপৰা এখন চিঠি উলিয়াই আঘোণাক দিয়ে ]

এইখন চিঠি শিখা আইদেউৰাৰ কোঠাত এনেভাৱে পেলাই থ'বা যাতে প্ৰদীপৰ চকুত পৰে, বুজিছা? পাৰিবাতো?

আঘোণা ঃ কেলেই নোৱাৰিম?

দেৱব্ৰত ঃ যোৱা। বৰ সাৱধানে কামটো কৰিবা।

[ আঘোণা যায় ]

উমেশ ঃ কাৰ চিঠিহে সেইখন?

দেৱব্ৰত ঃ অমৰে লিখিছে শিখালৈ—প্ৰেমপত্ৰ।

উমেশ ঃ অমৰে লিখিছে?

দেৱব্ৰত ঃ আচৰিত হ'লা নেকি?

উমেশ ঃ আচৰিত হোৱাটো স্বাভাৱিক।

দেৱব্ৰত ঃ কিন্তু যদি—হাঃ হাঃ হাঃ—এই চিঠি আৰু ফটো যদি প্ৰদীপৰ হাতত পৰে তেন্তে—হাঃ হাঃ হাঃ—

উমেশ ঃ এইটো কিন্তু বৰ অন্যায়।

দেৱব্ৰত ঃ দেয়াৰ ইজ্ নাথিং আনফেয়াৰ ইন্ লাভ এণ্ড্ ওবাৰ। ৰণ আৰু প্ৰেমত ন্যায় অন্যায় বিচাৰ নচলে উমেশ।

উমেশ ঃ সঁচাকৈয়ে মই কল্পনা কৰিব নোৱাৰোঁ এনে নীচতা।

[ উচাট মাৰি, গভীৰ বিৰক্তিৰ ভাব প্ৰকাশ কৰি উমেশ ওলাই যায়। উমেশৰ যোৱাৰ ফালে চাই দেৱই ভাগুৰকৈ হাঁহে ]

দেৱব্ৰত ঃ হাঃ হাঃ হাঃ নীচতা? বেছ ক'লা বন্ধু। ফুলচন্দন পৰক তোমাৰ মুখত—নীচতা—হাঃ হাঃ হাঃ—

[ দেৱই চিগাৰেট কেছৰপৰা এটা চিগাৰেট উলিয়াই জ্বলায় আৰু বেঞ্চখনত বহেহি। এনেতে প্ৰদীপ সোমাই আহে। ]

প্ৰদীপ ঃ দেৱ দেখোন। এই সময়ত অকলে ইয়াত?

[ চতুৰ দেৱব্ৰতে প্ৰদীপৰ মনত সন্দেহৰ বিহ ঢালিবলৈ হঠাতে যেন এটা নতুন উপায় উদ্ভাৱন কৰে। ]

দেৱব্ৰত ঃ সঙ্গী ক'ত পাম ভাই? আমাৰদৰে সঙ্গীহীন মানুহৰ বাবে পাৰ্কৰ বেঞ্চেই একমাত্ৰ আশ্ৰয়।

প্ৰদীপ ঃ হঠাতে ইমান উদাসীন হৈ পৰিলা কিয়? তোমাৰ এই সুন্দৰকৈ ট্ৰিম কৰা গোঁফ, এমেৰিকান হাৱাই শ্বাৰ্ট আৰু বোহেমিয়ান জীৱনৰ সৈতে এনে উদাস ভাব খাপ খোৱা নাই ভাই, বৰ আচহুৱা যেন লাগিছে।

[ দেৱব্ৰতৰ মুখত ক্ষীণ হাঁহি বিৰিঙি উঠে ]

দেৱব্ৰত ঃ আচহুৱা! এৰা মোৰো আচহুৱা যেন লাগিছে। বুজিছা প্ৰদীপ, সেইদিনা হেমলেট্ চিনেমাখন আকৌ এবাৰ চালোঁ। হেমলেটৰ মুখৰ সেই "ফ্ৰেইল্‌টি দাই নেম্ ইজ ওমেন" স্পিচ্‌টোৱে যেন মোৰ মনত বৰ দকৈ ৰেখাপাত কৰিছে। সঁচাকৈয়ে এই তিৰোতা জাতিটোক বিশ্বাস কৰা বৰ টান!

প্ৰদীপ ঃ তোমাক কোনোবাই প্ৰবঞ্চনা কৰিলে নেকি? তুমিতো আমাৰ দৰে প্ৰেম, প্ৰীতি, ভালপোৱাক কোনো দিনাই চিৰিয়াচ্‌লি লোৱা নাই, তোমাৰ আকৌ হ'ল কি?

দেৱব্ৰত ঃ চোৱা প্ৰদীপ, তোমালোকে সদায় মোৰ সেই ৰূপটোকে দেখি আহিছা। তোমালোকে ভাবা কোনো কথাকে মই চিৰিয়াচ্‌লি নলওঁ, জীৱনটোক পাতলভাৱে লৈ ৰং-ধেমালিৰ মাজেৰে কটাই দিয়াটোৱেই মোৰ উদ্দেশ্য বুলি তোমালোকে ধৰি লৈছা।

প্ৰদীপ : আমাৰ ধাৰণা নিশ্চয় ভুল নহয়—

দেৱব্ৰত : ভুল প্ৰদীপ, ভুল। বাহিৰৰ আৱৰণ ভেদ কৰি মোৰ ভিতৰৰ মানুহটোক যদি এবাৰ জানিবলৈ চেষ্টা কৰিলাহেঁতেন!

প্ৰদীপ : সন্ধ্যা নামি অহাৰ লগে লগে দেৱব্ৰত, তুমি কিন্তু দাৰ্শনিক হৈ উঠিছা—

দেৱব্ৰত : এৰা এনেকুৱা সন্ধ্যাবোৰেই মোক অতীতৰ বহুতো ৰঙীন গধূলিৰ কথা সোঁৱৰাই দি মনটোক ভাবপ্ৰৱণ কৰি তোলে। জানা প্ৰদীপ, এদিনাখন তোমালোকৰ দৰে ময়ো, এজনী ছোৱালী ভাল পাইছিলো!

প্ৰদীপ : ভাল পাইছিলা?

দেৱব্ৰত : এৰা ভাল পাইছিলোঁ। অন্তৰৰ সকলোখিনি মৰম উজাৰ কৰি দি ভাল পাইছিলোঁ।

প্ৰদীপ : এতিয়া সেই ছোৱালীজনী ক'ত?

দেৱব্ৰত : গুচি গ'ল প্ৰদীপ! মোক অকলশৰে এৰি থৈ গুচি গ'ল!

প্ৰদীপ : তাৰ মানে?

দেৱব্ৰত : নাই নাই, মৰা নাই। জীয়াই আছে, এই বহল পৃথিৱীৰে কোনোবা এটা অঞ্চল পোহৰাই, জীৱনৰ ৰঙীন কল্পনাত মচগুল হৈ, অতীতক বিস্মৃতিৰ অতল তলিত বিসৰ্জ্জন দি নতুন লগৰীৰ সতে আনন্দমুখৰ নীড় ৰচনা কৰি, তাই এতিয়াও জীয়াই আছে!

প্ৰদীপ : অৰ্থাৎ তোমাক ফাকি দিলে?

দেৱব্ৰত : এৰা ফাকি দিলে! এ ভেৰী চেদ বিত্ৰেয়েল!

প্ৰদীপ : কিন্তু—

দেৱব্ৰত : সেয়ে আছিল মোৰ প্ৰথম প্ৰেম! অন্তৰৰ সকলোখিনি আবেগেৰে মই তেওঁক ভাল পাইছিলোঁ। কত মধুৰ কথাই যে তেওঁ মোক নকৈছিল! কত ভাবে যে তেওঁ মোক বুজাবলৈ চেষ্টা নকৰিছিল সকলো বাধা নেওচি তেওঁ মোৰ হ'বই।

প্ৰদীপ : তাৰ পাছত?

দেৱব্ৰত : তাৰ পাছত এদিনাখন দেখিলোঁ তেওঁলোকৰ ঘৰত আন এজন ডেকা। নতুনকৈ হাকিমৰ চাকৰি পাইছে। মই প্ৰথমতে ভাবিবই পৰা নাছিলোঁ যে এনেকৈয়ে আবিৰ্ভাৱ হ'ব মোৰ প্ৰতিদ্বন্দ্বীৰ! তাৰ পাছত আন এদিনাখন দেখিলোঁ মোৰ প্ৰিয়া সেই অভ্যাগতৰ বাহুবন্ধনত!

প্ৰদীপ : কি আচৰিত!

দেৱব্ৰত : আচৰিত হ'বৰ কিটো আছে। এয়েই জগতৰ ৰীতি। প্ৰেম, প্ৰীতি, ভালপোৱাৰ কোনো মূল্য নাই। কাৰেণ্ডৰ লিগিৰী নাটত অনঙ্গই যে কৈছিল—এই জগতত কাঞ্চনৰ মূল্যই সৰহ—বৰ ঠিক কথা কৈছিল।

খাঁটি কথা কৈছিল। এই কথা ফাকিৰ সত্যতা মই জীৱনৰ অভিজ্ঞতাৰে উপলব্ধি কৰিছোঁ।

প্ৰদীপ : তোমাৰ কথা শুনি ভাই সঁচাকৈয়ে বৰ বেয়া লাগিল। কিন্তু সকলো তিৰোতাৰ ক্ষেত্ৰতে এই কথা নেখাটিব পাৰে। কাৰেণ্ডৰ লিগিৰী শেৱালীৰ নিস্বাৰ্থ প্ৰেম উলাই কৰিব নোৱৰা।

দেৱব্ৰত : শেৱালীৰ প্ৰেম আদৰ্শ প্ৰেম। বাস্তৱ জগতত তাৰ সন্ধান নোপোৱা।

প্ৰদীপ : তথাপি ভাই তোমাৰ কথা সকলো ক্ষেত্ৰতে প্ৰযোজ্য বুলি মানি ল'বলৈ মই টান পাইছোঁ।

দেৱব্ৰত : তোমাৰ শিখাই তোমাৰ চকুত লগাই দিয়া মায়া-কাজলৰ ৰেখা এতিয়াও মচ যোৱা নাই কাৰণে তেনেকৈ ক'ব পাৰিছা। কিন্তু যিদিনা জানিবা তোমাৰ শিখাই—

প্ৰদীপ : শিখাই? কি কৰিলে শিখাই?

দেৱব্ৰত : মোক ক্ষমা কৰিবা ভাই, নাই নাই, তোমাৰ শিখাই একো কৰা নাই।

প্ৰদীপ : তেন্তে কিয় শিখাৰ কথা ক'লা?

দেৱব্ৰত : এনেয়ে।

প্ৰদীপ : নহয় নহয়। দেৱ তুমি কথা লুকুৱাবলৈ চেষ্টা কৰিছা। কোৱা, কোৱা, কি কৰিছে শিখাই?

দেৱব্ৰত : নাই নাই, মোক নুসুধিবা ভাই, তোমাৰ সুখৰ জীৱনত মই বিহ ঢালিব নোখোজোঁ। সত্যক কোনেও ঢাকি ৰাখিব নোৱাৰে। এদিন তাৰ প্ৰকাশ হ'বই। যিদিনা হ'ব সেইদিনা তুমি নিজেই দেখা পাবা তাৰ ৰূপ, আজি জানিবা মোৰপৰা নাজানিলাই—

প্ৰদীপ : কিবোৰ বকি আছা, আচল কথাটো নোকোৱা কিয়?

দেৱব্ৰত : এৰা বলকনি! বলিয়াৰ প্ৰলাপ বুলিয়েই ধৰি লোৱা এইবোৰ। এৰা অৰ্থহীন প্ৰলাপ—ব'লা ব'লা ৰাতি হ'ল এতিয়া যাওঁ—

প্ৰদীপ : নহয় নহয় দেৱ, তুমি ক'বই লাগিব। নিশ্চয় তুমি কিবা জানা, মোৰপৰা লুকুৱাব খুজিছা—

দেৱব্ৰত : অসতৰ্ক মুহূৰ্ত্তত নিজৰ কথা ভাবি থাকোঁতে হঠাতে মুখৰপৰা ওলাই গ'ল, বাদ দিয়া সেইবোৰ কথা। যি কথা শুনি তুমি দুখ পাবা সেই কথা নুশুনিলাই জানিবা—

প্ৰদীপ : মই দুখপোৱাৰ কথা নেভাবিবা দেৱ। যদি তুমি মোৰ প্ৰকৃত বন্ধু হোৱা তেনেহ'লে সকলো কথা ভাঙি কোৱা। নক'লেহে মই বেছি দুখ পাম। মোক আৰু উতলা নকৰিবা ভাই, কোৱা সকলো কথা ভাঙিপাতি।

দেৱব্ৰত : ইমান দুৰ্ব্বল নহ'বাচোন প্ৰদীপ!

প্ৰদীপ : নহয় নহয় দেৱ, কোৱা, দেৱ কোৱা—

[ কথাটো শুনিবলৈ প্ৰদীপ বিয়াকুল হৈ পৰে ]

দেৱব্ৰত : বাৰু কোৱাচোন অমৰৰ সৈতে শিখাৰ কি সম্বন্ধ?

প্ৰদীপ : সম্বন্ধ দেখাত একো নাই। চা-চিনাকি বহুত দিনৰ, ধৰা ফেমিলি ফ্ৰেণ্ড, আৰু আজি কেদিনমানৰপৰা শিখাক অমৰে পঢ়াবলৈ লৈছে—

দেৱব্ৰত : তেনেহ'লে মোৰ ধাৰণা অমূলক।

প্ৰদীপ : কি ধাৰণা?

দেৱব্ৰত : অমৰ আৰু শিখা—

প্ৰদীপ : অমৰ আৰু শিখাৰ কি হ'ল?

দেৱব্ৰত : কিন্তু, মোৰ নিজৰ চকুকতো অবিশ্বাস কৰিব নোৱাৰোঁ।

প্ৰদীপ : নিশ্চয়।

দেৱব্ৰত : মন ডাঠ কৰা ভাই।

প্ৰদীপ : কোৱাচোন।

দেৱব্ৰত : বিশ্বাস জানো কৰিবা, যদি কওঁ শিখাই অমৰকো ভাল পাবলৈ আৰম্ভ কৰিছে বুলি।

প্ৰদীপ : মিছা কথা, অসম্ভৱ কথা।

দেৱব্ৰত : মিছা হোৱা হ'লে ময়ো সুখী হ'লোঁহেঁতেন প্ৰদীপ!

প্ৰদীপ : দেৱ—

দেৱব্ৰত : মই নিবিচাৰো প্ৰদীপ মোৰ দৰে তোমাৰ জীৱনো প্ৰবঞ্চনাৰ বিষেৰে জৰ্জ্জৰিত হওক, কিন্তু কি কৰিবা ভাই তুমিয়েই মোক ক'বলৈ বাধ্য কৰিলা।

প্ৰদীপ : তুমি মিছা কথা কৈছা!

দেৱব্ৰত : দেৱব্ৰতে সকলো কৰিব পাৰে কিন্তু মিছা নেমাতে।

প্ৰদীপ : তুমি মোক প্ৰমাণ দেখুৱাব লাগিব, নহ'লে—

দেৱব্ৰত : আছে ভাই, বৰ মাৰাত্মক প্ৰমাণ আছে, তাৰ পাছত আৰু কোনো যুক্তিয়েই নেখাটিব। কিন্তু আজি এই মুহূৰ্ত্ততে তোমাক দেখুৱাব নোৱাৰোঁ, দেখুৱাম কাইলৈ গধূলি, আহিবা মোৰ তালৈ।

[ প্ৰদীপ উদ্‌ভ্ৰান্তৰ দৰে হৈ পৰে ]

প্ৰদীপ : বেছ, কাইলৈ গধূলি যাম তোমাৰ তালৈ।

দেৱব্ৰত : নিশ্চয় যাবা। কিন্তু তাৰ আগতে এই কথা যেন ঘুণাক্ষৰেও শিখাক জানিবলৈ নিদিয়া।

প্ৰদীপ : বাৰু নিদিওঁ।

[ এইবুলি প্ৰদীপ ওলাই যায়। প্ৰদীপ যোৱাৰ ফালে দেৱব্ৰতে চাই থাকে। মুখত তাৰ কূট্‌ হাঁহি বিৰিঙি উঠে। অন্তৰৰ উল্লাস যে সি দমাই ৰাখিব নোৱাৰে। ]

# তৃতীয় অঙ্ক

[ দৃশসজ্জা প্ৰথম অঙ্কৰ অনুৰূপ। পট উঠাত দেখা যায় প্ৰতাপ চলিহা চেক্ৰেটেৰিয়েট টেবুলখনৰ ওচৰত থিয় হৈ আছে। অমৰ সোমাই আহে ]

অমৰ : খুৰাদেউ—

প্ৰতাপ : অ', অমৰ আহিছা? মই তোমাক মাতি পঠিয়াওঁ বুলিয়েই ভাবিছিলোঁ। [ মেজৰ ওপৰৰপৰা সৰু বহী এখন লৈ প্ৰতাপে অমৰক দিয়ে ] চোৱা এইখন। শিখা প্ৰদীপহঁতে, আৰু তোমালোকো আছা নিশ্চয়, তোমালোকৰ সেই মিটিঙত পঢ়িবলৈ সভাপতিৰ অভিভাষণ। পঢ়ি চাবা। মই এটা থিচিচ্ দাঙি ধৰিছোঁ। আজিৰ যুগৰ ডেকা-ডেকেৰীয়ে চিন্তা কৰিবলগীয়া বহুতো কথা আছে ইয়াত।

অমৰ : নিশ্চয় পঢ়ি চাম। পিছে এটা কথা খুৰাদেউ, এই মিটিংখনৰ পাছতে—

প্ৰতাপ : কেতিয়াকৈ পাতিছা মিটিংখন?

অমৰ : আৰু সাত দিনৰ মূৰত—

প্ৰতাপ : বেছ। সময় থাকোঁতেই মোক সোঁৱৰাই দিবা। মোৰ আকৌ কথাবোৰ বৰকৈ মনত নেথাকে। অ'—মিটিংখনৰ পাছত কি কৰোঁ বুলিছিলা?

অমৰ : শিখাৰ বিয়াখন—

প্ৰতাপ : শিখাৰ বিয়া?

অমৰ : হ'বলগীয়া কামফেৰা হৈ যোৱাই—

প্ৰতাপ : এইটো হ'বলগীয়া কাম নহয় অমৰ। ইয়াতোকৈ বেছি দৰকাৰী কাম আছে। বাৰু মোৰ থিচিচ্খন পঢ়ি চাবা। তোমাৰ মতৰ সলনিও হ'ব পাৰে।

[ প্ৰতাপ ওলাই যায়। টঙ্কেশ্বৰ সোমায় ]

টঙ্কেশ্বৰ : কেনে দেখিলা?

অমৰ : শুনিবই নোখোজে।

টঙ্কেশ্বৰ : আমাৰ দাৰ্শনিক প্ৰফেছাৰৰ মত হিমালয়ৰ দৰে অটল। তাক লৰাব লাগিলে ডাঙৰ ভূঁইকপ এটা হ'ব লাগিব।

অমৰ : খুৰাদেৱে অমত নকৰে বুলি শিখাই আশা কৰি বহি আছে। শেহলৈ কি হয় গৈ ক'ব নোৱাৰি। সিফালে প্ৰদীপৰ সতে অবাধে ফুৰাচকা কৰা বাবে মানুহে যিহকে পায় তাকেই ক'বলৈ আৰম্ভ কৰিছে।

টঙ্কেশ্বৰ : ময়ো ভবা নাছিলোঁহে থকাটো ইমান দকৈ শিপাইছে বুলি। তোমাৰ দেউতাৰা আহিছে। মই কথাটো তেওঁক থাওকতে কৈ থৈছিলোঁ। তেওঁলোক দুয়ো এইফাললৈকে আহিছে। বোধহয় এই বিষয়েই কথা পাতিছে। ব'লাচোন আমি সিটো কোঠালৈ যাওঁ।

অমৰ : ব'লক—

[ অমৰ আৰু টঙ্কেশ্বৰ ওলায় যায়। কথা পাতি পাতি সোমাই আহে প্ৰতাপ আৰু অমৰৰ দেউতাক ভবেন বৰুৱা। ভবেন বয়সত প্ৰতাপতকৈ কিছু ডাঙৰ। সাজপাৰত তপতৈয়াৰ। চহকী চাহ খেতিয়ক। চেহেৰাত আভিজাত্যৰ ছাপ। দুয়োৰে কথা-বতৰাত বেছ উত্তেজনা প্ৰকাশ পায়। কোঠাটোত সোমাযেই ভবেন চকী এখনত বহে। প্ৰতাপ থিয় হৈ থাকে। ]

প্ৰতাপ : তোমাৰ যুক্তি মই মানিব নোৱাৰোঁ ভবেন। বিয়া মানুহৰ জীৱনৰ এটা এৰাব নোৱৰা কথা নহয়, হ'ব নোৱাৰে।

ভবেন : কোনো কোনো পুৰুষৰ বেলিকা তোমাৰ কথা খাটিব পাৰে। কিন্তু তিৰোতা মানুহৰ বেলিকা?

প্ৰতাপ : একে কথা।

ভবেন : মুনিহ আৰু তিৰোতাৰ মাজত কোনো পাৰ্থক্য নাইনে?

প্ৰতাপ : দৈহিক পাৰ্থক্যৰ বাহিৰে আন কোনো পাৰ্থক্য নাই। অন্ততঃ শিক্ষিত উচ্চ আদৰ্শ থকা মুনিহ আৰু তিৰোতাৰ ভিতৰত।

ভবেন : তিৰোতা যে নিৰ্ভৰশীলা তাকো তুমি স্বীকাৰ নকৰানে?

প্ৰতাপ : নিশ্চয় নকৰোঁ। আজিৰ যুগত তিৰোতাক নিৰ্ভৰশীলা বুলি কোৱা মানে তেওঁলোকক অপমান কৰা।

ভবেন : কিন্তু মাতৃত্বৰ অনুৰাগ?

প্ৰতাপ : ট্ৰেডিশ্যনৰ হেঁচাদি আত্মপ্ৰকাশৰ বাটত হেঙাৰ দিয়াৰ এটা প্ৰয়াস মাত্ৰ।

ভবেন : আচৰিত তোমাৰ যুক্তি!

প্ৰতাপ : বুজিছা ভবেন, আমাৰ বিবাহ অনুষ্ঠানটো এটা প্ৰকাণ্ড ষড়যন্ত্ৰৰ ওপৰত প্ৰতিষ্ঠিত। মানুহক বিকশিত হ'বলৈ নিদি কোঙা কৰি থ'বলৈকে সমাজে সৃষ্টি কৰিছে বিবাহৰ এই প্ৰহসন।

ভবেন : তোমাৰ থিয়ৰিটোৱে সৃষ্টিৰ মূলত কৰিব কুঠাৰাঘাত। সমাজত কৰিব প্ৰলয়ৰ সূচনা।

প্ৰতাপ ঃ আজি যিহক প্ৰলয় বুলি ভাবিছা কাইলৈ সিয়েই সহজ, সৰল, স্বাভাৱিক হৈ পৰিব।

ভবেন ঃ কিন্তু প্ৰেম? মানুহৰ জীৱনত প্ৰেমৰ কোনো মূল্যই নাইনে?

প্ৰতাপ ঃ আছে। কিয় নেথাকিব? কিন্তু বিয়া আৰু প্ৰেম একে কথা নহয়। প্ৰেম এটা প্ৰেৰণা। ই নিজৰ গতি নিজেই নিৰ্ণয় কৰে। ই এনে এটা শক্তি যাৰ প্ৰভাৱ মানুহে কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰে। কৰা উচিত নহয়।

ভবেন ঃ তেন্তে য'ত প্ৰেম আছে তাত বিয়াটো তুমি সমৰ্থন কৰা।

প্ৰতাপ ঃ আকৌ তুমি গতানুগতিক দৃষ্টিভঙ্গীৰে চাইছা। বিয়া বিয়া বুলি পগলা হৈ আমি এটা বিৰাট শক্তিক সীমাবদ্ধ গণ্ডীৰ ভিতৰত আবদ্ধ কৰি ৰাখিব খোজোঁ, অথচ পাহৰি যাওঁ, আজি আমাৰ দেশত এই শক্তিৰ সুপ্ৰয়োগটোৱেই আটাইতকৈ বেছি প্ৰয়োজন।

ভবেন ঃ ই তোমাৰ সপোন, সপোন হৈয়েই থাকিব। দিঠকত কেতিয়াও পৰিণত নহয়।

প্ৰতাপ ঃ কেলেই নহ'ব? বেছ, শিখাৰ কথাকে ধৰা।

ভবেন ঃ শিখাৰ কথা ময়ো ক'বলৈ আহিছিলোঁ।

প্ৰতাপ ঃ কি ক'বলৈ আহিছিলা?

ভবেন ঃ শুনি হয়তো তুমি আচৰিত হ'বা, শিখাই প্ৰদীপক ভাল পায়।

প্ৰতাপ ঃ ই একো অস্বাভাৱিক নহয়।

ভবেন ঃ প্ৰেমটো যদি মানি লোৱা তাৰ পৰিণতিও মানি ল'ব লাগিব।

প্ৰতাপ ঃ কি ক'ব খুজিছা স্পষ্টকৈ কোৱা।

ভবেন ঃ শিখাই যদি প্ৰদীপক বিয়া কৰাব খোজে?

[ শিখাই প্ৰতাপ আৰু ভবেনলৈ চৰপৎ আনিছিল ট্ৰে এখনত। তাই পাছফালৰ দুৱাৰৰ পৰ্দাৰ আঁৰত থিয় হৈ কিছুপৰৰ আগৰপৰাই প্ৰতাপ আৰু ভবেনৰ কথা-বতৰা শুনিছিল। ভবেনে শেহৰ কথাষাৰ কওঁতে তাই পৰ্দা আঁতৰাই কোঠাটোলৈ সোমাই উদ্‌গ্ৰীৱ হৈ শুনে প্ৰতাপে কি উত্তৰ দিয়ে। ভবেন আৰু প্ৰতাপে তাই সোমাই অহাটো লক্ষ্য নকৰে। ]

প্ৰতাপ ঃ প্ৰদীপৰ সতে শিখাৰ বিয়া? নাই নাই নাই, অসম্ভৱ।

ভবেন ঃ কিয় অসম্ভৱ?

প্ৰতাপ ঃ মই বাপেকী হৈ, জানি-শুনি তাইক বিয়াৰ বেদীৰ ওচৰত—নাই নাই, অসম্ভৱ—

[ শিখা থিৰেৰে থাকিব নোৱাৰে ]

শিখা ঃ দেউতা, এয়া চৰপৎ—

[ এইবুলি লৰালৰিকৈ টিপয়খনৰ ওপৰত ট্ৰেখন থৈ তাই কোঠাটোৰপৰা

ওলাই যায়। ভবেন আৰু প্ৰতাপৰ কথা হঠাতে বন্ধ হয়। অলপ সময়ৰ পাছত প্ৰতাপে মাত দিয়ে ]

প্ৰতাপ : চৰপৎ খোৱা ভবেন।

ভবেন : প্ৰতাপ, তুমি যে ইমান কাঠচিতীয়া হ'ব পাৰা মস কল্পনাও কৰিব নোৱাৰিছিলোঁ।

প্ৰতাপ : চৰপৎ খোৱা ভবেন।

[ প্ৰতাপে ইতিমধ্যে চৰপৎ খাবলৈ আৰম্ভ কৰিছে ]

ভবেন : নেলাগে, মই চৰপৎ নেখাওঁ। ভাল লগা নাই। মই আহিলোঁ।

[ ভবেনে প্ৰতাপৰ কথা-বতৰাবোৰ ভাল পোৱা নাছিল। এতিয়া শিখাৰ প্ৰকিক্ৰিয়া লক্ষ্য কৰি তেওঁ আৰু বেয়া পাই বিৰক্তিত কোঠাটোৰপৰা ওলাই যায়। প্ৰতাপে চৰপতৰ গিলাচটো টিপয়খনৰ ওপৰত থয়। ]

প্ৰতাপ : খং কৰি ভবেন গুচি গ'ল। যাওক। সিহঁতে নেজানে, সিহঁতে নুবুজে, কি কাৰণে শিখাৰ এই বিয়া মই সমৰ্থন নকৰোঁ!

[ টঙ্কেশ্বৰ সোমাই আহে ]

প্ৰতাপ : অ' টঙ্কেশ্বৰ, কিবা ক'বা?

টঙ্কেশ্বৰ : শিখা মাজনীৰ মুখখনৰ ফালে চাইছেনে ককাইদেউ?

প্ৰতাপ : চাওঁ মাতাচোন শিখাক—শিখা—শিখা—

[ শিখা সোমাই আহে। চেহেৰা তাইৰ উদাস। ]

শিখা : মোক মাতিছিল দেউতা—?

প্ৰতাপ : এই ফালে আহ।

[ শিখা প্ৰতাপৰ ওচৰলৈ যায় ]

চৰপৎ টোপা দিবলৈ আহি এখন্তেকো নৰ'লি। তোৰ কি হৈছে আই? মুখখন তেনেই শেঁতা পৰিছে। চুলি আঁচোৰা নাই। কিবা অসুখ কৰিছে নেকি?

শিখা : ক'তা? মোৰতো একো হোৱা নাই।

প্ৰতাপ : চাওঁ কপালখন।

[ প্ৰতাপে শিখাৰ কপালত হাত দিয়ে ]

শিখা : নাই, একো হোৱা নাই। ৰাতি সপোনত মাক দেখিছিলোঁ। মনটো বেয়া লাগি আছে। আৰু গাও ধোৱা নাই।

প্ৰতাপ : যা আই, গা ধোগৈ। গা ধুলে গা-মন ভাল লাগিব। ৰাতি চাগৈ ভালকৈ টোপনিও অহা নাই। যা আই, যা।

[ শিখা ওলাই যায় ]

প্ৰতাপ : তুমি ঠিকেই কৈছিলা টঙ্কেশ্বৰ। তাইৰ মনটো আজি ভাল নহয়। সপোনত দেখি মাকৰ কথা মনত পৰিছে।

টঙ্কেশ্বৰ : শিখাৰ বেজাৰৰ কাৰণটো আপুনি হয়তো বুজিব পৰা নাই।
[ টঙ্কেশ্বৰ কথা শুনি প্ৰতাপে হাঁহি দিয়ে ]

প্ৰতাপ : মই তাইৰ দেউতাক হৈ তাইৰ মনৰ কথা নেজানিম? আৰু নিজৰ কাণেৰেই দেখোন শুনিলা, তাই দেখোন কৈয়েই গ'ল—

টঙ্কেশ্বৰ : মনৰ আচল কথা তাই আপোনাৰ আগত ক'বলৈ সাহ কৰা নাই।

প্ৰতাপ : শিখাই তাইৰ মনৰ কথা মোৰ আগত ক'বলৈ সাহ নকৰিব এই কথাও মই আজি বিশ্বাস কৰিব লাগিব?

টঙ্কেশ্বৰ : তিৰোতা ছোৱালীয়ে সকলো কথা সকলোৰে আগত নকয়? সেই কাৰণে তাইৰ মুখৰপৰা শুনিবলৈ আশা নকৰি আপুনি নিজে কথাবোৰ এবাৰ তাইৰ ফালৰপৰা ভাবি চাব লাগে। মাউৰা ছোৱালী এজনী বেজাৰমুৱা হৈ থাকিলে আমাৰ ভাল নেলাগে।

প্ৰতাপ : মাউৰা হ'ল বুলিতো তাই নিঠৰুৱা নহয়। ময়েই দেখোন তাইৰ সকলো অভাৱ-অভিযোগ আঁতৰাবলৈ চেষ্টা কৰিছোঁ।

টঙ্কেশ্বৰ : তথাপি নকৈ নোৱাৰোঁ, তাইৰ অন্তৰৰ আচল দুখ ক'ত বুলিবলৈ আপুনি যত্ন কৰা নাই!

প্ৰতাপ : শিখা মোৰ ছোৱালী। তায়ো মোক বুজিবলৈ চেষ্টা কৰা উচিত। মই সকলো তাইৰ মঙ্গলৰ কাৰণেই কৰিছোঁ। নহয় নহয়, তোমালোকে মোৰ আগত সেইবোৰ কথা আৰু নুলিয়াবা। তাইৰ মনৰ এনে অৱস্থাৰ কাৰণ তোমালোকেই।

টঙ্কেশ্বৰ : আপুনি এইবোৰ কি কৈছে ককাইদেউ।
[ প্ৰতাপ উত্তেজিত হৈ পৰে ]

প্ৰতাপ : মই একো ভুল কোৱা নাই। মই বিচাৰোঁ শিখাক গঢ়ি তুলিবলৈ মোৰ মতে আৰু তোমালোকে তাইৰ কাণৰ কাষত ৰাতিয়ে-দিনে বিয়াৰ কথা উলিয়াই তাইৰ মনটো দিয়া চঞ্চল কৰি।

টঙ্কেশ্বৰ : এনেকথা কৈছে বৌ নাই কাৰণে। বৌ থকাহ'লে আপোনাৰ এনেবোৰ কথা কেতিয়াও নুশুনিলেহেঁতেন।

প্ৰতাপ : আন কিবা ক'বলগীয়া আছে যদি কোৱা। শিখা আৰু প্ৰদীপৰ বিয়াৰ কথা মই নুশুনো।

টঙ্কেশ্বৰ : আপুনি যে কিয় তেনেকৈ কৈছে—

প্ৰতাপ : শুনা টঙ্কেশ্বৰ, মোৰ মন মই স্থিৰ কৰিছোঁ। মোৰ মত মই প্ৰকাশ কৰিছোঁ। যোৱা, মোৰ কথাৰ ওপৰত আন কাৰো কথা নেখাটে।

টঙ্কেশ্বৰ : যি ইচ্ছা আপোনাৰ তাকেই কৰক। চাই থাকিব নোৱৰা হৈছোঁ কাৰণেহে দুযাৰ কৈছোঁ। যদি বেয়া পায় তাকো নকওঁ।
[ টঙ্কেশ্বৰ ওলায় যায়। অনিমা সোমাই আহে ]

অনিমা ঃ খুৰাদেউ—
প্ৰতাপ ঃ হুঁ—
অনিমা ঃ আপুনি শিখাক বিয়া দিব নোখোজে কিয়?
প্ৰতাপ ঃ কেলেই নোখোজোঁ তইঁতে কেনেকৈ বুজিবি অনি?
অনিমা ঃ বুজিবলৈ চেষ্টা কৰিম কওকচোন খুৰাদেউ।
[ প্ৰতাপে যেন অতীতৰ কিবা কথা সুঁৱৰিবলৈ চেষ্টা কৰে ]
প্ৰতাপ ঃ আজি বাইশ বছৰ আগতে—
অনিমা ঃ বাইশ বছৰ আগতে কি হৈছিল?
[ প্ৰতাপে কিবা ক'ব খুজি নকৈ কথাৰ সুৰ সলাই দিয়ে। ]
প্ৰতাপ ঃ শুন অনি, সৰুৰেপৰা মই যেনেকৈ মোৰ মৰমৰ উম দি তাইক ডাঙৰ-দীঘল কৰিছোঁ, মোৰ আশা, তায়ো ঠিক তেনেকৈয়ে মোক বুঢ়াবয়সত তাইৰ মৰমৰ উমনিত আপোনপাহৰাকৈ থ'ব। তাই শিখা দীপৰ শিখাৰ দৰেই, তাই মোৰ জীৱনৰ সকলো এন্ধাৰ আঁতৰাই আনিব পোহৰৰ বান—
[ কৈ কৈ ওলাই যায়। শিখা আহে। শিখা চকী এখনত বহে। অনিমা ওচৰতে থিয় হয়। শিখাৰ মুখত নৈৰাশ্যৰ হাঁহি ]
শিখা ঃ দেউতাৰ মতামত জানিলি নহয় অনি!
অনিমা ঃ সময়ৰ লগে লগে খুৰাদেউৰ মতৰ সলনিও হ'ব পাৰে।
শিখা ঃ বিয়াৰ কাৰণে মই ব্যস্ত নহওঁ। মাথোঁ এটা কথা ভাবি দুখ লাগে যে জীৱনৰ পৰম আঘাতটো মই দেউতাৰপৰাই পাব লগা হ'ল! দেউতাই বাৰু মোৰ মনৰ কথা নুবুজে কিয়?
অনিমা ঃ খুৰাদেউ নিজৰ চিন্তাতে বিভোল। তেখেতৰ কথাবোৰ সকলো সময়তে বুজিবও নোৱাৰি। এই অলপ আগতে কিবা বাইশবছৰ আগৰ কথা ক'ব খুজিছিল কিন্তু নক'লে। আন কিবা কথা উলিয়ালে।
শিখা ঃ দেউতাৰ এই আঘাত মই সহ্য কৰিব পাৰিলেও প্ৰদীপেতো নোৱাৰিব। সংসাৰত মোতকৈ দুৰ্ভগীয়া কোনো নাই! এফালে দেউতা, আনফালে প্ৰদীপ। কোনেও মোক কম মৰম নকৰে। দেউতাৰপৰা এই বাধা নাহি যদি আন কাৰোবাৰপৰা আহিলহেঁতেন, সেই বাধা নেমানি মই নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলোঁহেঁতেন। কিন্তু দেউতাৰ চেনেহে মোৰ সকলো শক্তিকেই হৰি নিলে!
অনিমা ঃ খুৰাদেৱে এদিন নহয় এদিন তোৰ মনৰ কথা বুজিবই। ব'ল ভিতৰলৈ'
[ শিখা আৰু অনিমা ভিতৰলৈ যায়। ইফালে-সিফালে চাই আঘোণা সোমাই আহে। বন কৰাৰ ছলেৰে কঁকালত গোজা মাৰি থোৱা দেৱব্ৰতৰ চিঠিখন উলিয়াই অতি সাৱধানে মজিয়াৰ এক নিৰ্দ্দিষ্ট ঠাইত থৈ দিয়ে।

তাৰ পাছত আকৌ বন কৰিবলৈ লয়। অলপ পৰৰ পাছত সোমাই আহে প্ৰদীপ। প্ৰদীপক দেখি আঘোণাই কয়। ]

আঘোণা : আইদেউ ঘৰতে আছে, ভিতৰলৈকে যাওক। অমৰ ককাইদেৱো অলপ আগতে আহিছে। ককাইদেউ এটা কথা সোধোনে?

প্ৰদীপ : কি কথা সোধ।

আঘোণা : জানোচা আপুনি খং কৰে।

প্ৰদীপ : কি কথানো?

আঘোণা : বাৰু ককাইদেউ, আপোনাৰ সৈতে আইদেউৰ কিবা লাগিছেনেকি?

প্ৰদীপ : কিয়?

আঘোণা : নাই এনেয়ে সুধিলোঁ। আমি মূৰুখমতি, সকলো কথাৰ আওভাও নেপাওঁ নহয়। আজি দুদিনমান আপোনাকো ইয়ালৈ অহা দেখা নাই। আৰু কিনো ক'ম? অমৰ ককাইদেৱে হেনো আইদেউক দুপৰীয়া পঢ়ায়। পিছে পঢ়ায়নে কি কৰে ক'ব নোৱাৰোঁ। কিবা বোলেনে বিয়া-বাৰুৰ কথাকে পাতি থকা শুনো, এৰা—

[ কথাৰ লাচতে আঘোণাই আগতে পেলাই থোৱা চিঠিখন বুটলি লয়। ]

এইখন আকৌ কি? কিবা অলাগতিয়াল কাগজ হ'বলা—

[ আঘোণাই চিঠিখন ফালিব খোজে ]

প্ৰদীপ : নেফালিবি। চাওঁ দেচোন কি?

আঘোণা : চাওক ককাইদেউ। আমি আকৌ লিখাপঢ়া নেজানো নহয়।

[ প্ৰদীপে কাগজখন চায় ]

প্ৰদীপ : হুঁ। অমৰৰ চিঠি, শিখালৈ—

আঘোণা : কিবা লাগতিয়াল কাগজ নেকি ককাইদেউ?

প্ৰদীপ : লাগতিয়াল কাগজ। মোৰ হাততে থাওক। তই যা, শিখাক ক'গৈ মই অহা বুলি।

আঘোণা : ভাল, গৈছোঁ—

[ আঘোণা যায়। প্ৰদীপে চিঠিখন ডাঙৰকৈ পঢ়ে ]

"তুমি জানা শিখা, খুৰাদেৱে মোক মৰম কৰে। আমাৰ বিয়াত তেখেতে কেতিয়াও অমত নকৰে। তুমি মোক শ্ৰদ্ধা কৰা, সেই কথা জানিছিলোঁ, মোক যে ভালপোৱা সেইকথা তোমাৰ মুখৰপৰা শুনি সঁচাকৈয়ে ধন্য মানিছোঁ।"

[ প্ৰদীপৰ মুখত ঘৃণাৰ ভাব ফুটি উঠে। প্ৰদীপৰ মনত দেৱেই ঢালি দিয়া বিহৰ ক্ৰিয়া আৰম্ভ হৈছিল। চিঠিখনে সেই ক্ৰিয়া দুগুণে বঢ়াই দিয়ে। শিখা সোমাই আহে। শিখাৰ উদাস ভাব। প্ৰদীপে শিখা অহা দেখি

পার্য্যমানে চেষ্টা কৰে নিজৰ মনোভাব ঢাকিবলৈ। প্ৰদীপক দেখি শিখাৰ মনত বেজাৰে খুন্দামাৰি ধৰে, কিন্তু তাই নিজকে সংযত কৰি ৰাখে, নিজক ধৰা নিদিবলৈ চেষ্টা কৰে। ]

শিখা : প্ৰদীপ বহা।

প্ৰদীপ : বহিম বাৰু। তুমি বহা।

[ শিখা কিন্তু নবহে ]

শিখা, আচৰিত হৈছোঁ এই দুদিনতে তোমাৰ পৰিবৰ্ত্তন লক্ষ্য কৰি।

শিখা : মানুহক বাৰু সদায়ে একে অৱস্থাতে পাবলৈ আশা কৰা কিয়?

প্ৰদীপ : তোমাৰো যে এনে পৰিবৰ্ত্তন হ'ব মই ভাবিবই পৰা নাছিলোঁ।

শিখা : সংসাৰত কল্পনা কৰিব নোৱৰা বহুতো ঘটনা ঘটে।

প্ৰদীপ : তেনে হয়নে নহয় নেজানো। কিন্তু মোৰ কল্পনা যে সীমাবদ্ধ তাক অস্বীকাৰ নকৰোঁ। অন্ততঃ তোমাৰ ক্ষেত্ৰত।

শিখা : কি ক'ব খুজিছা স্পষ্টকৈ কোৱা। মেৰপাক ভাল নেলাগে।

প্ৰদীপ : নলগাটো স্বাভাৱিক। মই অকণো আচৰিত হোৱা নাই।

শিখা : কিয়?

প্ৰদীপ : কাৰণ তুমি আৰু আগৰ সেই শিখা নোহোৱা।

শিখা : তুমি ঠিকেই কৈছা প্ৰদীপ।

প্ৰদীপ : আশাকৰোঁ নতুন আবেষ্টনিত সুখেৰেই থাকিব পাৰিবা—

[ ঠাট্টাৰ সুৰত প্ৰদীপে কয়। উত্তৰত শিখাৰ বহুত কথা ক'বলৈ আছিল কিন্তু তাই একোকে ক'ব নোৱাৰে মাথোঁ গভীৰ আৱেগত মুখৰপৰা ওলায়— ]

শিখা : প্ৰদীপ!

প্ৰদীপ : কোৱা।

শিখা : তুমি আৰু ইয়ালৈ নাহিবা।

প্ৰদীপ : তুমি নক'লেও হয়তো নাহিলোঁহেঁতেন।

শিখা : মৰীচিকাৰ পাছে পাছে লৰি একো লাভ নাই।

প্ৰদীপ : অৱশ্যে তেওঁৰ লাভ নাই যিজনৰ চকুৰ আগত থাকে আচল সৰোবৰ। আমাৰ পক্ষে বোধহয় মৰীচিকাই বাস্তৱ।

শিখা : এদিন তোমাক কৈছিলোঁ অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ শক্তি আমাৰ আছে। কিন্তু আজি মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছোঁ তোমাৰ কথাই ঠিক। সঁচাকৈয়ে অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ কোনো শক্তিয়েই আমাৰ নাই!

প্ৰদীপ : ইমান বিনয় দেখুৱাবৰ জানো আৱশ্যক আছে শিখা?

শিখা : মই সঁচা কথাকে কৈছোঁ।

প্ৰদীপ : ওঁহো অলপ আসোঁৱাহ বৈ গ'ল।
[ প্ৰদীপৰ মাতত মস্কৰাৰ ভাব স্পষ্ট হৈ পৰে ]
অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ শক্তি নেথাকিব পাৰে মানো, কিন্তু অৱস্থাৰ ৰূপ যদি সলনি হয়?

শিখা : তুমি মোক ভুল নুবুজিবা।

প্ৰদীপ : ইমানদিনে যদিও ভুল বুজিছিলোঁ এতিয়াৰপৰা আৰু ভুল নুবুজোঁ।

শিখা : তুমি ধেমালি কৰিছা প্ৰদীপ?

প্ৰদীপ : নিশ্চয় নাই কৰা।

শিখা : আমাৰ বিয়াত দেউতাই মত দিয়া নাই, জানা?

প্ৰদীপ : মত যে নিদিব সেইকথা আগৰেপৰা জানো।

শিখা : বেজাৰ নোপোৱা?

প্ৰদীপ : হয়তো পালোঁহেঁতেন? কিন্তু যেতিয়া জানিলোঁ এই বিয়াত সম্মতি নাই শ্ৰীমতী শিখা দেৱীৰো—
[ প্ৰদীপৰ কথা শুনি শিখা বৰ আচৰিত হয়, তাইৰ খঙো উঠে ]

শিখা : মোৰ সম্মতি নাই? বলিয়াৰ দৰে তুমি কি বলকিছা?
[ প্ৰদীপৰ অনুমান হয় শিখাই অভিনয় কৰিছে, তাক ফাকি দিবলৈ চেষ্টা কৰিছে ]

প্ৰদীপ : হাঃ হাঃ হাঃ বলিয়া? ঠিকেই কৈছা মই বলিয়া হাঃ হাঃ হাঃ—
[ প্ৰদীপে তেনেভাৱে বলিয়াৰ দৰে হঁহা দেখি শিখাৰ লাজ-ভয় লাগে, তাই বুজিব নোৱাৰে—প্ৰদীপে কিয় এনে কৰিছে। সেয়ে শিখাই ওচৰ চাপি মৰমেৰে সোধে ]

শিখা : প্ৰদীপ, প্ৰদীপ, তেনেকুৱা কৰিছা কেলেই?
[ শিখা ওচৰলৈ অহাত প্ৰদীপ আঁতৰি যায়। সি যেন সংযম হেৰুৱাই পেলাইছে। ]

প্ৰদীপ : ক'ত প্ৰদীপ? প্ৰদীপ মৰিছে!

শিখা : দহোকুৰি, কোৱা প্ৰদীপ তোমাৰ কি হৈছে?

প্ৰদীপ : আৰু অভিনয় ভাল নেলাগে শিখা। এয়েকি তিৰোতাৰ প্ৰকৃত ৰূপ? পুৰুষক ছলনা কৰাই জানো তিৰোতাৰ ধৰ্ম্ম?
[ প্ৰদীপৰ কথা শুনি শিখাৰ আত্মাভিমানত আঘাত লাগে। সেয়ে দৃঢ়তাৰে তাই কয় ]

শিখা : মই কাকো ছলনা কৰা নাই।

প্ৰদীপ : নাই কৰা?

শিখা : নাই কৰা।

প্ৰদীপ : নাই কৰা? অমৰক তুমি শ্ৰদ্ধা নকৰা? অমৰক তুমি ভাল নোপোৱা? অমৰক তুমি বিয়া—

[ প্ৰদীপক শেষ কৰিবলৈ নিদি শিখাই চিয়ঁৰি উঠে ]

শিখা : প্ৰদীপ—

[ প্ৰদীপ যেন উদ্‌ভ্ৰান্ত হৈ পৰিছে, সংযমৰ বান্ধ ভাগি গৈছে ]

প্ৰদীপ : এয়া তাৰেই নিদৰ্শন। তোমালোকৰ একেলগে তোলা ফটো—

[ দেৱব্ৰতে দিয়া ফটোখন শিখাৰ গালে দলিয়াই প্ৰদীপ বেগেৰে কোঠাটোৰপৰা ওলাই যায়। শিখাই চকীখনৰ ওপৰৰপৰা ফটোখন তুলি চায়। বেজাৰে, অভিমানে তাইৰ বুকুত খুন্দামাৰি ধৰে। গোটেই গাটোতে কঁপনি উঠে। ]

শিখা : মিছা, মিছা, মিছা—

[ সেই মুহূৰ্ত্ততে দেউতাক প্ৰতাপ চলিহা আহি তাইৰ ওচৰত থিয় হৈ মাত দিয়ে ]

প্ৰতাপ : শিখা—

শিখা : দেউতা—

[ হিয়াৰ সকলোখিনি আবেগেৰে দেউতাকে শিখাক বুকৰ মাজলৈ টানি আনে। দেউতাকৰ বুকত মুৰ থৈ শিখাই অসহায় শিশুৰ দৰে হুকহুকাই কান্দে। মঞ্চৰ সকলো পোহৰ যেন শিখা আৰু দেউতাকৰ ওপৰত কেন্দ্ৰীভূত হয়। ]

---

# চতুৰ্থ অঙ্ক

[ আধুনিক ধৰণেৰে সজোৱা প্ৰতাপ চলিহাৰ ড্ৰইং ৰুম। কোঠাটোৰ পাছফালে আৰু দুয়োকাষে তিনিখন দুৱাৰ। পাছফালৰখন সাধাৰণ দুৱাৰতকৈ কিছু বেছি বহল। দুৱাৰবোৰত ডাঠ খদ্দৰৰ পৰ্দ্দা আঁৰা আছে। পাছফালৰ দুৱাৰখনৰ পৰ্দ্দাখন কোঁচাই থোৱা হৈছে। মুকলি হৈ থকা দুৱাৰখনেদি, শোৱা কোঠাৰ বিছনাত শিখাক শুই থকা দেখা যায়। মূৰ শিতানত বহি অনিমাই বিচি আছে। শিখাৰ কেৱল মুখখন ওলাই আছে। গাটো চাদৰ বা কম্বল এখনেৰে ঢকা। সমুখৰ বহা কোঠাটোত পোহৰ নেথাকে। শিখাৰ শোৱা কোঠাটোত উজ্জ্বল পোহৰ। অলপ সময় যোৱাৰ পাছত প্ৰতাপ চলিহা সোমাই আহে কাষৰ দুৱাৰেদি। শিখাৰ ওচৰলৈ গৈ তেওঁ শিখাৰ কপলাত হাত দি গাৰ তাপ অনুমান কৰিবলৈ চেষ্টা কৰে। তাৰ পাছত শিখাৰ শোৱা কোঠাৰপৰা ওলাই আহি চোফা এখনত বহে। ভবেন বৰুৱাও প্ৰতাপ অহাফালেদি সোমাই আহে। তেওঁ পাছফালৰ দুৱাৰখনৰ পৰ্দ্দাখন টানি দিয়ে, দুৱাৰখনো জপাই দিয়ে। ড্ৰইং ৰুমটো লাহে লাহে পোহৰ হৈ উঠে। ভবেন বৰুৱা প্ৰতাপৰ ওচৰলৈ আহে। ]

ভবেন ঃ প্ৰতাপ তুমি এনেকৈ আঁকোৰ-গোঁজালি দি ধৰি থাকিলে কেনেকৈ চলিব?
[ চিন্তাক্লিষ্ট প্ৰতাপ চলিহাই উত্তৰ দিয়ে ]

প্ৰতাপ ঃ মোৰ কৰ্ত্তব্য কি মই বুজা নাই।

ভবেন ঃ মই ক'ম তুমি বুজিবলৈ চেষ্টা কৰা নাই। চেষ্টা কৰা হ'লে নিশ্চয় বুজিলাহেঁতেন। আৰু মই দেখোন তোমাক আগৰেপৰা গৈ আহিছোঁ আন দহজনে যি কৰে তুমিও তাকেই কৰিব লাগিব।

প্ৰতাপ ঃ আনদহজনে যি কৰে তাকেই?

ভবেন ঃ হয় তাকেই। অসাধাৰণ হোৱা চখ এৰিব লাগিব। এজনী আঁজলী ছোৱালীৰ জীৱন লৈ তোমাক এনেকৈ ধেমালি কৰিবলৈ নিদিওঁ।

প্ৰতাপ ঃ ধেমালি?

ভবেন ঃ নহয়নো কি? শিখা ডাঙৰ হৈছে। বুজন হৈছে। তুমি দেউতাক হৈ তাইৰ সুখৰ বাটত বিধিপথালি দিবা কিয়?

[ ভবেনৰ কথা শুনি প্ৰতাপ চলিহাই এটা দীঘল হুমুনিয়াহ কাঢ়ে ]

ভবেন : নিজৰ এৰি অহা জীৱনটোলৈ ঘূৰি চোৱা। ডেকা কালৰ কথাবোৰ সুঁৱৰিবলৈ চেষ্টা কৰা।

প্ৰতাপ : মোৰ ডেকা কাল! মোৰ এৰি অহা জীৱন!!

ভবেন : মনত পৰে কি আছিলা তুমি?

প্ৰতাপ : দহজনৰ ওচৰত আছিলোঁ খুব ভাল ল'ৰা, ক্লাচত সদায়ে প্ৰথম, বিশ্ববিদ্যালয়ৰ দেওনা চেৰাওঁতেও আছিলোঁ আগশাৰীৰ সকলোৰে আগত, সৎচৰিত্ৰৱান—

[ প্ৰতাপ চলিহাৰ মুখত নৈৰাশ্যৰ হাঁহি বিৰিঙি উঠে ]

ভবেন : কিন্তু সমাজৰ দহজনৰ চকুৰ আঁৰত, মাজে মাজে তোমাৰ যি ৰূপ প্ৰকাশ পাইছিল সেই ৰূপ দেখা পাইছিলোঁ মাথোঁ মই।

প্ৰতাপ : উদ্দাম যৌৱনৰ তীব্ৰ মাদকতাত মতলীয়া হৈ ফুৰা চফল্ ডেকা প্ৰতাপৰ কুকীৰ্ত্তিৰ কথা কিমানখিনিয়েই বা তুমি জানিছিলা?

ভবেন : হয়তো কিছু জানিছিলোঁ, হয়তো বহুত কথাই নেজানিছিলোঁ। জানিবৰ আৱশ্যক বুলিও হয়তো ভবা নাছিলোঁ—

প্ৰতাপ : এইখিনি তুমি নিশ্চয় জানিছিলা যে প্ৰদীপৰ দেউতাক বিজয় মাধৱ বৰুৱা আছিল মোৰ এজন অন্তৰঙ্গ বন্ধু।

ভবেন : এই বন্ধুত্বৰ জৰিয়তে বিজয় মাধৱ বৰুৱাৰ পৰিয়ালৰ সতেও গঢ়ি উঠে তোমাৰ নিবিড় সম্বন্ধ, সেয়ে বোধকৰোঁ বিজয় মাধৱ বৰুৱাৰ যেতিয়া টি-বি হয়, শুশ্ৰূষাৰ কাৰণে তেওঁ জীৱনৰ শেষ মুহূৰ্ত্তলৈ কাষত পাইছিল মাথোঁ দুজনক, এজন তেওঁৰ ঘৈণী, প্ৰদীপৰ মাক, আৰু আনজন হ'লা তুমি।

প্ৰতাপ : দেউতাকৰ মৃত্যুৰ দুমাহ পাছতে জন্ম হয় প্ৰদীপৰ। সি আজি বাইশ বছৰ আগৰ কথা।

ভবেন : সেই কাৰণেইতো মই কৈছোঁ প্ৰদীপৰ সতে শিখাৰ বিয়াখন পাতি তোমালোকৰ দুয়ো পৰিয়ালৰ সম্বন্ধটো নিকপকপীয়া কৰি তোলা।

প্ৰতাপ : ভাবিবলৈ মোক অৱকাশ দিয়া ভবেন।

ভবেন : ভাবিবৰ সময় উকলি গৈছে প্ৰতাপ। জীৱনত ভাবিলা বহুত। এতিয়া ভাবিবলৈ এৰা। তুমি নিজেই দেখিছা শিখাৰ অসুখ বাঢ়িছে আৰু ভালকৈয়ে জানা এই অসুখ গাৰ নহয়, মনৰ।

প্ৰতাপ : ভাবিব মই নোখোজোঁ ভবেন, তথাপি নেভাবি মই নোৱাৰোঁ। তুমি কোৱাৰ দৰেই যদি শিখা আৰু প্ৰদীপৰ বিয়াখন পাতি দিয়া সহজ হ'লহেঁতেন।

ভবেন : শিখা আৰু প্ৰদীপৰ বিয়া পতাটো কিয় যে সহজ কথা নহয় বুলি ভাবিছা মই বুজিব পৰা নাই। তুমি যি ভাবা ভাবি থাকা। শিখাৰ বিয়াৰ সকলো দায়িত্ব এই মুহূৰ্ত্তৰপৰা মই ল'লোঁ। তোমাৰ কোনো কথাকে মই নুশুনো। মই পাতিম শিখাৰ বিয়া।

প্ৰতাপ : কাৰ লগত?

ভবেন : প্ৰদীপৰ লগত।

[ প্ৰদীপৰ লগত শিখাৰ বিয়া—কথাটো শুনাৰ লগে লগে যেন কিবা আশঙ্কাত প্ৰতাপ চলিহাৰ গা শিয়ৰি উঠে ]

প্ৰতাপ : নাই নাই নাই, ভবেন শিখাৰ বিয়া প্ৰদীপৰ সতে কেতিয়াও হ'ব নোৱাৰে। নাই নাই, তুমি নক'বা ভবেন, তুমি নক'বা—

ভবেন : সম্ভৱ নহ'ব কিয়? আৰু এই বিয়াত সন্মতি দিবলৈ তোমাকেই বা বাধা দিছে কিহে? তোমাৰ আদৰ্শই?

[ কিহে আচলতে বাধা দিয়ে প্ৰতাপে সেইকথা ক'বলৈ চেষ্টা কৰিও ক'ব নোৱাৰে। এতিয়া ভবেনৰ মুখত "আদৰ্শ"ৰ কথা শুনি তেওঁ ৰক্ষা পৰে। আদৰ্শৰ দোহাই দি হ'লেও প্ৰদীপ আৰু শিখাৰ বিয়াখন কিজানিবা বন্ধ কৰিব পাৰিয়েই, আচল কথা ব্যক্ত নকৰাকৈয়ে। ]

প্ৰতাপ : হয়তো হয়, হয়াতো নহয়—

ভবেন : হুঁ আদৰ্শ! কি তোমাৰ আদৰ্শ?

[ প্ৰতাপে নিজৰ আদৰ্শৰ ৰূপটো কল্পনা কৰিবলৈ চেষ্টা কৰে। ]

প্ৰতাপ : মোৰ আদৰ্শ! মোৰ আদৰ্শ, গতানুগতিক যি তাক ত্যাগ কৰি নতুনক আহ্বান জনোৱা গতানুগতিকতাৰপৰা নিজৰ আৰু আনৰ মন মুক্ত কৰি তাক সজাগ, সক্ৰিয় কৰি তোলা।

[ প্ৰতাপৰ আদৰ্শৰ ব্যাখ্যা শুনি ভবেনৰ বৰ খং উঠে ]

ভবেন : আৰু তোমাৰ এই গতানুগতিকতা বৰ্জ্জনৰ পুজাত নিজৰ ছোৱালীক দিবা আহুতি? এই সংসাৰত জীয়াই থাকিবলৈ তাইৰ দি হেঁপাহ, সেইকণকো নাইকিয়া কৰি, তাইক আগুৱাই দিবা মৰণৰ মুখলৈ?

প্ৰতাপ : মৰণতো মৰণ নহয় ভবেন। ইযে নৱ জীৱনৰ সুপ্ৰভাতৰ সঁহাৰি।

ভবেন : নৱ জীৱনৰ সুপ্ৰভাতৰ সঁহাৰি নে আন কিবা? মই ক'ম ই তোমাৰ বিকৃত মনৰ অভিব্যক্তি, ই তোমাৰ ঘোৰ স্বাৰ্থপৰতা, স্বাৰ্থপৰ তুমি।

[ ভবেনৰ মাতত ঘোৰ তিক্ততাৰ আভাস পোৱা যায় ]

প্ৰতাপ : স্বাৰ্থপৰ?

ভবেন : এৰা স্বাৰ্থপৰ। তুমি হয়তো বিচাৰা শিখা সদায়ে তোমাৰ ওচৰতে থাকক। তোমাৰ প্ৰতি শিখাৰ যি মৰম তাৰ কোনেও ভাগ নলওক, তুমি বিচাৰা—

প্ৰতাপ : ভবেন তুমি এইবোৰ কি কৈছা?

ভবেন : মই ঠিকেই কৈছোঁ। আদৰ্শ উপলব্ধিৰ ভ্ৰান্ত মোহত অন্ধ তুমি। বাস্তৱক সেয়ে আওকাণ কৰিছা। নিজৰ জীৱনৰ নিষ্ফল আশা-আকাংক্ষাবোৰক, ব্যৰ্থ জীৱনৰ হা-হুমুনিয়াহবোৰক, শিখাৰ অন্তৰত জোৰকৈ সুমুৱাই দিবলৈ চেষ্টা কৰি ৰং চাইছা। পাহৰি গৈছা শিখাৰ অন্তৰৰ দুখ-বেজাৰৰ কথা, পাহৰি গৈছা শিখাৰ মাকৰ অন্তিম নিৰ্দ্দেশৰ কথা। তোমাৰ ব্যৱহাতৰ নিশ্চয় স্বৰ্গতো তেখেতৰ আত্মাই শান্তি পোৱা নাই। আজি যদি তেখেত জীয়াই থাকিলহেঁতেন তেন্তে শিখাৰ এনে অৱস্থা কেতিয়াও হ'বলৈ নেপায়। নাই নুশুনো তোমাৰ কোনো কথাকে। শিখাৰ বিয়া মই পাতিম, মই পাতিম শিখাৰ বিয়া—

[ এইবুলি উত্তেজিতভাৱে ওলাই যায় কাষৰ দুৱাৰেদি। প্ৰতাপে "ভবেন" "ভবেন" বুলি ভবেন যোৱাৰ ফালে দুখোজ আগবাঢ়ি যায়। হয়তো ভবেনৰ পাছে পাছে তেওঁ নিজেও গ'লহেঁতেন কিন্তু সেই মুহূৰ্ত্ততে পাছ ফালৰ দুৱাৰ মেলি অমৰ সোমাই আহি "খুৰাদেউ" বুলি মাত দিয়ে। অমৰকো যথেষ্ট চিন্তিত আৰু অস্থিৰ যেন দেখা যায় ]

অমৰ : খুৰাদেউ—

প্ৰতাপ : কোন? অ' অমৰ, কি হ'ল?

অমৰ : শিখা বৰ অশান্ত হৈ পৰিছে। কোনোমতেই শুই থাকিব নোখোজে।

প্ৰতাপ : শিখা অশান্ত হৈ পৰিছে?

অমৰ : হয় খুৰাদেউ, ডাক্তৰক—

প্ৰতাপ : ডাক্তৰ?

অমৰ : শোৱাৰ দৰৱ এপালি দিলে হয়তো—

প্ৰতাপ : মিছা কথা। ডাক্তৰে একো কৰিব নোৱাৰে।

অমৰ : কিন্তু শিখা যে—

প্ৰতাপ : এৰা তাইক, মোৰ আঁজলী শিখাক, যাক সৰুৰেপৰা তুলি-তালি ডাঙৰ-দীঘল কৰিলোঁ তাইক এনেকৈ অকালতে মৰহি যাবলৈ দিব নোৱাৰি। কিবা এটা কৰিব লাগিব। কিবা এটা—বাৰু অমৰ, তুমি এটা কাম কৰা।

অমৰ : কওক।

প্ৰতাপ : তুমি সোনকালে যোৱা, প্ৰদীপক মই মতাবুলি কোৱা গৈ—যোৱা, যোৱা, পলম নকৰিবা। যোৱা, আহ—

[ হঠাতে প্ৰতাপ চলিহাই অনুভৱ কৰে তেওঁৰ বুকুত যেন হান মাৰি ধৰিছে। তেওঁ এখন হাতেৰে চোফা এখনত ধৰে আৰু আন এখন হাতেৰে বুকুৰ বিষোৱা ঠাইত হেঁচি কেঁকাবলৈ ধৰে ]

অমৰ : খুৰাদেউ বহক, আপোনাৰ অসুখ কৰিছে—

[ প্ৰতাপে সেহাই সেহাই কয় ]

প্ৰতাপ মোৰ কাৰণে নেভাবিবা। মোৰ একো হোৱা নাই। তুমি যোৱা।
[ প্ৰতাপ থিৰেৰে থিয় হৈ থাকিব নোৱাৰে। অমৰে ততালিকে তেওঁৰ বাউসিত ধৰে। অমৰৰ গাত ভেজা দি প্ৰতাপে থিয় হ'বলৈ চেষ্টা কৰি কয় ]
অমৰ মোৰ বুকুৰ ভিতৰখন কেনেকুৱা কৰিছে তুমি নুবুজিবা। হয়তো সময়কে নেপাম। কিন্তু এতিয়াও যে মোৰ সকলো কথা কোৱা হোৱা নাই, সকলো কোৱা হোৱা নাই অমৰ।
[ .........কাষৰ দুৱাৰেদি ভিতৰলৈ সোমাই যায়। টঙ্কেশ্বৰ আহে। প্ৰতাপক ভিতৰত থৈ পুনৰ মঞ্চলৈ সোমাই আহি অমৰে টঙ্কেশ্বৰক লগ পায় ]

অমৰ ঃ আপুনি আহিল ভালেই হ'ল। খুৰাদেউৰ হঠাতে বুকুৰ অসুখটো হৈছে।

টঙ্কেশ্বৰ ঃ বুকুৰ অসুখ? তেওঁৰ হাৰ্টৰ অৱস্থা যে অকণো ভাল নহয়।

অমৰ ঃ আপুনি ভিতৰলৈকে যাওক।

টঙ্কেশ্বৰ ঃ তুমি ক'লৈ যোৱা?

অমৰ ঃ প্ৰদীপক মাতি আনিবলৈ কৈছে।

টঙ্কেশ্বৰ ঃ প্ৰদীপক?

অমৰ ঃ এৰা।

টঙ্কেশ্বৰ ঃ বাৰু তুমি যোৱা। মই ককাইদেউৰ ওচৰলৈকে যাওঁ।
[ টঙ্কেশ্বৰ ভিতৰলৈ যায়। অমৰে উভতি মঞ্চৰপৰা ওলাই যাব খোজোঁতেই উমেশ সোমাই আহে ]

অমৰ ঃ উমেশ দেখোন, কি হ'ল?

উমেশ ঃ মই প্ৰদীপৰ কথা—

অমৰ ঃ প্ৰদীপৰ কথা? ময়ো প্ৰদীপৰ তালৈকে যাবলৈ ওলাইছোঁ। তুমিনো কি ক'বলৈ আহিছিলা?

উমেশ ঃ এই সকলোবোৰ দেৱব্ৰতৰে কাণ্ড।

অমৰ ঃ দেৱব্ৰতৰ কাণ্ড?

উমেশ ঃ এদিনাখন বোধহয় শিখাৰ আগতে আপুনি কিবা কথা কৈছিল তাক।

অমৰ ঃ পিছে কি হ'ল?

উমেশ ঃ হয় তাৰ আত্মসন্মানত আঘাত লাগিল নহয়—

অমৰ ঃ তাৰ আকৌ আত্মসন্মান!

উমেশ ঃ সি কিন্তু প্ৰদীপৰ মন শিখাৰ প্ৰতি কিছু পৰিমাণে বিৰূপ কৰি দিয়াত কৃতকাৰ্য্য হৈছে।

অমৰ ঃ কি হৈছে কোৱাচোন। মই দেখোন একোকে নেজানো।

উমেশ ঃ এখন ফটো আৰু শিখালৈ লিখা এখন চিঠিৰে—

অমৰ : কাৰ চিঠি? কাৰ ফটো?
উমেশ : ফটো আপোনানৰ আৰু শিখাৰ একেলগে তোলা।
অমৰ : তেনে ফটো আমি কেতিয়াও তোলা নাই।
উমেশ : চিঠিখনৰ তলতো আপোনাৰেই নাম।
অমৰ : আচৰিত কথা।
উমেশ : আচৰিত হ'বৰ কিটো আছে?
অমৰ : মই শিখালৈ কোনো চিঠি লিখা নাই।
উমেশ : লোকৰ নাম জাল কৰি চিঠি লিখা সহজ কথা। আৰু দুখন বেলেগ বেলেগ ফটোৰ নিগেটিভ্ একেলগ কৰি প্ৰিণ্ট কৰাও একো টান কাম নহয়।
অমৰ : মোৰ ওপৰত দেৱব্ৰতৰ খং উঠাৰ এটা কাৰণ আছে বুজিলোঁ। কিন্তু প্ৰদীপৰ ওপৰত এনে আক্ৰোশ হোৱাৰ কাৰণ কি?
উমেশ : ধৰক ই তাৰ খেয়াল।
অমৰ : দেৱব্ৰতক পুলিচত দিয়া উচিত।
উমেশ : দেৱব্ৰতৰ কথা এৰক। সি মিলিটেৰিৰ কাম এটা পাই মিৰাটলৈ কালিয়েই গ'ল। এতিয়া প্ৰদীপৰ কথা ভাবক।
অমৰ : ক'ত আছে সি?
উমেশ : মোৰ তাতে আছে। সকলো কথা জনাই দেৱব্ৰতেও তালৈ এখন চিঠি দি গৈছে। ব'লক আপুনি গ'লে আৰু ভাল হ'ব। লগতে তাক লৈ আহিবও পাৰিব। সি হেনো শিখাক এই বিষয়ে কিবাকিবি কৈছিল সেয়ে নিজে আহিবলৈ বেয়া পাইছে।
অমৰ : হুঁ। মই এতিয়াহে বুজিছোঁ শিখাৰ অসুখৰ কাৰণ অকল দেউতাকেই নহয়। প্ৰদীপৰ ব্যৱহাৰেও তাইৰ মনত আঘাত দিছে। ব'লা।
উমেশ : ব'লক।

[ অমৰ আৰু উমেশ ওলায় যায়। মঞ্চৰ পোহৰ লাহে লাহে কমি আহে। কিন্তু পাছফালৰ দুৱাৰখনৰ ওপৰত উজ্জ্বল পোহৰ পৰে। সেই কেন্দ্ৰীভূত পোহৰত দেখা যায়—শিখা আহি মুকলি দুৱাৰখনৰ দুৱাৰ-ডলিত থিয় হৈছে। তাইৰ মুখখন শেঁতা। চুলি আউল বাউল। চকুত সপোনৰ আবেশ। সেই আবেশতে অভিভূত হৈ যেন কিবা কৈ কৈ তাই আগবাঢ়ি আহে। তাই কি কৈছে প্ৰথমতে শুনা নেযায়। আগবাঢ়ি অহাৰ লগে লগে তাইৰ মাত স্পষ্টতৰ হয় আৰু বুজা যায়, তাই কৈছে— ]

শিখা : মই কাকো ছলনা কৰা নাই, মই কাকো ফাকি দিয়া নাই।

[ "শিখা", "শিখা" বুলি উদ্বাউল হৈ অনিমা সোমাই আহে। আৰু শিখাক তেনে অৱস্থাত দেখি ওচৰলৈ আহি বাহুত ধৰি জোকাৰে ]

অনিমা ঃ শিখা, শিখা

[ শিখা আৱেশ মুক্ত হয় ]

শিখা ঃ কোন? অনিমা?

অনিমা ঃ অলপ পৰ ওচৰত নেথাকোঁতেই এনেকৈ শুচি আহিব পাৰনে? থিয় হৈ থাকিব নেলাগে। বহ এই চকীখনতে।

[ অনিমাই শিখাক বহুৱাই দিয়ে ]

শিখা ঃ অনি, প্ৰদীপে বাৰু কিয় মোৰ ওপৰত বিশ্বাস হেৰুৱালে? প্ৰদীপে কিয় মোক ভুল বুজিলে?

অনিমা ঃ প্ৰদীপে তোক ভাল পায় বুলিহে অভিমান কৰিছে। মান-অভিমান, ভুল বুজা-বুজি, এইবোৰৰ মাজেদিয়েইতো মানুহৰ ভালপোৱাই প্ৰকাশৰ বাট বিচাৰি পায়।

শিখা ঃ মই ভাবিবই নোৱাৰোঁ অনি, কেনেকৈ প্ৰদীপৰ মন এনে এটা সামান্য কাৰণত মোৰ প্ৰতি সন্দিহান হৈ পৰিল!

[ এনেতে টঙ্কেশ্বৰে আঘোণাক টানি হেঁচুকি কোঠাটোলৈ সুমুৱাই লৈ আহে ]

টঙ্কেশ্বৰ ঃ যা যা, ভালে ভালে আইদেউৰ ভৰিত দীঘল দি পৰগৈ।

[ এটা নৈৰাশ্যৰ ভাবে শিখাৰ মনটোক আগুৰি ধৰিছে। কোনো ঘটনাই যেন তাইৰ মনত আৰু ৰেখাপাত কৰিব নোৱাৰে। আঘোণাক এইভাৱে কোঠাটোলৈ সুমুৱাই অনা কথাটোৱেও তাইৰ মনত বিশেষ একো প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে। অনিমা কিন্তু বৰ আচৰিত হয় ]

অনিমা ঃ কি হ'ল মোমাইদেউ?

টঙ্কেশ্বৰ ঃ ভয় খাই ই সকলো কথা মোৰ আগত সৈ কাঢ়িলে। এই দগাবাজেই সকলোৰে গুৰিতে। দেৱব্ৰতৰ উচটনিত পৰি ইয়েই চুকত থাকি বুকত কামুৰিব খুজিছিল। বাৰু ক'ম দিয়া সকলো কথা ভাঙি-পাতি পাছত। শিখা আইদেউ, প্ৰদীপ বোপাৰ গাত কোনো দোষ নাই। ইহঁতেই লগলাগি বেচেৰা ল'ৰাটোৰ মনটোক আওবাটে নিছিল। হেৰৌ চাৰিআলিৰ মূৰৰ চিঠিৰ বাকচটোৰ দৰে দেখোন থমথমকৈ থিয় হৈ থাকিলি? ভৰিত দীঘল দি পৰ। শিখা আইদেৱে তোৰ দোষ মৰিষণ কৰিলেহে ৰক্ষা পাবি,—নহ'লে বাছা ৰঙা ঘৰৰ ভাত খাবগৈ লাগিব।

[ আঘোণাই শিখাৰ ভৰিত দীঘল দি পৰে ]

আঘোণা ঃ মোক আইদেউ মাৰিলেও মাৰক, কাটিলেও কাটক। মই অগিয়ান মূৰুখমতিয়ে আশ্ৰয় দিওঁতাৰ অহিত চিন্তিছোঁ, ৰৌ ৰৌ নৰকত পচি মৰিম।

শিখা ঃ হৈছে যা আঘোণা। এইবোৰ কথাত মই ধৰি নাথাকোঁ।
[ আঘোণা ওলাই যায়, অনুতপ্ত হৈ নিতান্ত বিমৰিষভাৱে ]

টঙ্কেশ্বৰ ঃ ভাল সাৰি গ'লি আজি। নহ'লে মাৰৰ কোবত চকুৰে জুইৰ আঙনি দেখিলিহেঁতেন। পিছে আইদেউ কেনে পাইছা এতিয়া? অলপ ভাল পাইছানে?

শিখা ঃ পাইছোঁ মোমাইদেউ।

টঙ্কেশ্বৰ ঃ কিয়নো ভাল নেপাবা। আইদেউ, মনটোৰপৰা সকলো অশান্তি আঁতৰাই পেলোৱা। অনিমাই, অমৰ বোপা আহি পোৱা নাই নহয়নে?

অনিমা ঃ নাই অহা।

টঙ্কেশ্বৰ ঃ আহিব, আহিব। প্ৰদীপো আহিব। বুজিছা আইদেউ আমাৰ অমৰ বোপা গৈছে প্ৰদীপক আনিবলৈ। অ' সেয়া নাম লওঁতেই আহি ওলালহি। আহঁা, আহঁা প্ৰদীপ বোপা।
[ প্ৰদীপ সোমাই আহে ]
অমৰবোপাক ক'ত এৰি থৈ আহিলা?

প্ৰদীপ ঃ সিটো কোঠাতে ৰ'ল।

টঙ্কেশ্বৰ ঃ ভালেই কৰিছে। আমিও তালৈকে যাও। কি কোৱা অনিমাই?

অনিমা ঃ ব'লক। এতিয়া চোৰা-চিতা কৰা মানুহ আহি পালে যেতিয়া—

টঙ্কেশ্বৰ ঃ এৰা—হেঃ হেঃ হেঃ—
[ টঙ্কেশ্বৰ আৰু অনিমা ওলাই যায়। প্ৰদীপ, শিখা বহি থকা চোফাখনৰ ওচৰলৈ আহে। প্ৰদীপৰ উপস্থিতিয়ে শিখাৰ মনলৈ কোনো পৰিৱৰ্ত্তন নানে। ধুমুহাৰ পাছত প্ৰকৃতিয়ে যেনেকৈ শান্তৰূপ ধাৰণ কৰে তাইৰ মনটোও এতিয়া শান্ত, কিহবাৰ চিন্তাত যেন সমাহিত। ]

প্ৰদীপ ঃ মোক ক্ষমা কৰা শিখা।

শিখা ঃ তুমিতো কোনো দোষ কৰা নাই।

প্ৰদীপ ঃ মই মিছাকৈয়ে ভুল বুজি তোমাক দুখ দিছিলোঁ।

শিখা ঃ সেই দুখে হয়তো মোৰ অন্তৰৰ চকু মুকলি কৰি দিছে।

প্ৰদীপ ঃ মোৰ অন্তৰত আৰু কোনো সংশয় নাই। এবাৰ ভুল কৰিছিলোঁ হয়, কিন্তু যেতিয়া সেই ভুল ভাগিল—

শিখা ঃ ভুলটোক ভুল বুলি মানি ল'লেই জানো ভুল বুজা বা ভুল কৰা প্ৰবৃত্তিটো নাইকিয়া হৈ যায়?

প্ৰদীপ ঃ মই জানো, ক্ষমাৰ অযোগ্য অপৰাধ মই কৰিছোঁ। তোমাৰ কোমল অন্তৰত অন্যায়ভাৱে আঘাত কৰিছোঁ। দেৱব্ৰতৰ প্ৰৰোচনাত ভোল গৈ আমাৰ পবিত্ৰ প্ৰেমত চেকা লগাইছো। কিন্তু তুমি যদি জানিলাহেঁতেন কি অসহনীয় মানসিক কষ্ট মই ভোগ কৰিছোঁ! নিজে জ্বলাই লোৱা

অবিশ্বাসৰ জুইকুৰাৰ আঙনিৰ কি পোৰণি তুমি যদি অনুভৱ কৰিব পাৰিলাহেঁতেন! মই অনুতপ্ত শিখা। মোক যদি পাৰা ক্ষমা কৰা। মোক সুবিধা দিয়া শিখা। মোৰ নিষ্ঠাত যাতে তুমি বিশ্বাস কৰিব পাৰা তাৰ বাবে লাগিলে মই আজীৱন চেষ্টা কৰিম। কোৱা শিখা মোক সুবিধা দিবা?

[ শিখাৰ মুখত মাথোঁ হতাশাৰ ক্ষীণ হাঁহি এটি বিৰিঙি উঠে। প্ৰদীপৰ আশ্বাসত তাই প্ৰত্যয় যাবলৈ টান পায় ]

প্ৰদীপ ঃ কথা নোকোৱা কিয় শিখা? তুমি তেন্তে মোক আগৰদৰে ভাল নোপোৱা?

শিখা ঃ ভাল পাওঁ। আৰু আজীৱন পাম।

প্ৰদীপ ঃ কিয় তেন্তে নিৰাশাৰ ভাবে তোমাৰ অন্তৰ ছাটি পেলাইছে?

শিখা ঃ তোমাৰ মনৰ যেনে গতি, অলপ কথাতে তুমি যেনেকৈ নিজৰ দুৰ্ব্বলতা প্ৰকাশ কৰা, আনৰ কথাত ভোল গৈ মোৰ চেনেহত বিশ্বাস হেৰুউৱা, তেনে অৱস্থাত সাংসাৰিক জীৱনৰ দায়িত্ববোৰ জানো আমি পালন কৰিব পাৰিম? সদায়ে সৰুসুৰা ঘটনাই আমাৰ জীৱন বিষময় কৰি নুতুলিব নে? বিকশিত হ'বলৈ নিদি আমাৰ ভালপোৱাৰ অৱমাননা নকৰিব নে?

প্ৰদীপ ঃ তোমাৰ চেনেহে মোৰ অন্তৰৰ কলুষ দিব আঁতৰাই। দেউতাৰ আশীৰ্ব্বাদে আমাক জীৱনৰ বাটেদি আগুৱাই যাবলৈ দিব প্ৰেৰণা, মোক কৰি তুলিব তোমাৰ আপোনতকৈও আপোন।

[ এনেতে নেপথ্যত প্ৰতাপ চলিহাৰ মাত শুনা যায়। অনুমান কৰিব পাৰি তেওঁ সম্পূৰ্ণভাৱে প্ৰকৃতিষ্ঠ নহয়। প্ৰথম অঙ্কত দেখুউৱা বহীখন আধাপোৰা অৱস্থাত হাতত লৈ তেওঁ সোমাই আহে। জুই তেতিয়াও জ্বলি আছে। ]

প্ৰতাপ ঃ কিপ দি ফায়াৰ বাৰণিং। জুই জ্বলি উঠক, জুই জ্বলি উঠক।

শিখা ঃ দেউতা, দেউতা—

[ এইবুলি শিখাই ততালিকে দেউতাকৰ হাতৰপৰা জ্বলি থকা বহীখন লয়। প্ৰদীপে জুই নুমুৱাবলৈ চেষ্টা কৰে। তাকে দেখি প্ৰতাপ চলিহাই চিএৰি কয় ]

প্ৰতাপ ঃ জুই নুমুৱাব নেলাগে ; জ্বলি উঠক, জ্বলি উঠক।

শিখা ঃ এই জুই জ্বলিব নেলাগে।

প্ৰতাপ ঃ নহয়, নহয়। জুই জ্বলি উঠক। মোৰ জীৱনৰ ভ্ৰান্ত কল্পনাবোৰ থূপখাই থকা বহীখন পুৰি ছাই হৈ যাওক। মোৰ বহীখন—মোৰ বহীখন—

[ জুই ইতিমধ্যে একেবাৰে নুমাই গৈছে। দেউতাকে বিচৰা দেখি

আধাপোৰা বহীখন প্ৰদীপৰ হাতৰপৰা আনি শিখাই নিজৰ বুকুৰ মাজত সুমুৱায়। ]

শিখা ঃ নেলাগে নেলাগে দেউতা। তোমাৰ অভিজ্ঞতাই জীৱনৰ বাটেদি আগুৱাই যাবলৈ আমাক যোগাব প্ৰেৰণা।

প্ৰদীপ ঃ আপোনাৰ জ্ঞানৰ জেউতিয়ে আমাৰ সমুখৰ এন্ধাৰ পথ দিব পোহৰায়।

[ শিখা আৰু প্ৰদীপৰ কথা শুনি প্ৰতাপ চলিহাৰ মুখত নৈৰাশ্যৰ ভাব বিৰিঙি উঠে। ]

প্ৰতাপ ঃ মোৰ অভিজ্ঞতা! মোৰ জ্ঞান জেউতি!! সকলো ভুল। ওৰে জীৱনটো মই তহঁতক ফাকি দি আহিছোঁ। কল্পনাৰ কাৰেং সাজিছিলোঁ, আদৰ্শৰ সপোন দেখিছিলোঁ, তহঁতৰ অনাবিল প্ৰেমৰ চৰম সাৰ্থকতাৰ বাটত দিছিলোঁ হেঙাৰ। কিন্তু যদি জানিলিহেঁতেন কিহৰ কাৰণে—

[ প্ৰতাপ চলিহাই কথা শেষ কৰিব নোৱাৰে। তেওঁ অসুস্থ হৈ পৰে। বুকুত কিহবায় যে হান মাৰি ধৰিছে। তেওঁ কেঁকাবলৈ ধৰে আৰু ঘনকৈ উশাহ লয় ]

আঃ, আঃ, তহঁতে যদি জানিলিহেঁতেন—আঃ, আঃ—

শিখা ঃ দেউতা, থিয় হৈ নেথকিব বহক।

প্ৰদীপ

[ প্ৰতাপ কিন্তু নবহে। তেওঁৰ যেন দৃষ্টিশক্তি কমি আহিছে। হাতেৰে খেপিয়াই প্ৰদীপক ছুবলৈ চেষ্টা কৰে। ]

প্ৰতাপ ঃ কোন? কোনে দেউতা বুলি মাতিলে? প্ৰদীপ!! আহ প্ৰদীপ, ওচৰলৈ আহ।

[ প্ৰতাপ চলিহাই কথাবোৰ ৰুগীয়া মানুহৰ দৰে সেহাই সেহাই কয়। দুৰ্ব্বলতাবশতঃ উশাহবোৰো ঘনকৈ লয়। প্ৰদীপ প্ৰতাপ চলিহাৰ ওচৰলৈ যায়। প্ৰতাপে মৰমৰে প্ৰদীপৰ গালে-মূৰে হাত বুলায় আৰু তাক নিজৰ ওচৰলৈ টানি আনে। ]

মাত, মাত আৰু এবাৰ দেউতা বুলি মাত!

প্ৰদীপ ঃ আপুনি বহক।

শিখা ঃ দেউতা, তোমাৰ গা ভাল নহয়। কথা পাতি নেথাকিবা। ব'লা শুবাগৈ।

প্ৰতাপ ঃ শুম। একেবাৰে শুম। কিন্তু তাৰ আগতে, তাৰ আগতে—আঃ—আঃ— পানী—এটুপী পানী—

[ শিখা পানী আনিবলৈ যায়। প্ৰতাপে সেহায় সেহায় ক'বলৈ ধৰে। ]

আজি বাইশবছৰ আগৰ কথা প্ৰদীপ—

[ শিখাই গিলাচ এটাত পানী আনে। প্ৰতাপে পানীখিনি খাই যেন অলপ সুস্থবোধ কৰে। ]

আজি বাইশবছৰ আগৰ কথা। নাই নাই, তোৰ দুৰ্ভগীয়া মাৰৰ কোনো দোষ নাই। ময়েই দায়ী। ময়েই দায়ী। যদি পাৰ মোক, তোৰ দেউতাৰক ক্ষমা কৰিবি।

[ প্ৰতাপ চলিহাৰ কথা শুনি শিখা বজ্ৰাহতৰ দৰে হয়। প্ৰদীপে চিঞৰি উঠে। ]

প্ৰদীপ : দেউতা! আপুনি মোৰ দেউতা!।

[ প্ৰতাপৰ ইতিমধ্যে দুৰ্ব্বলতা বাঢ়ি গৈছে। তথাপি তেওঁ কথা নোকোৱাকৈ থাকিব নোৱাৰে। ]

প্ৰতাপ : মই তোৰ দেউতাৰ। দুৰ্ভগীয়া দেউতাৰ। তই মোৰেই ল'ৰা। শিখাৰ দৰেই তয়ো মোৰ বুকুৰ আপোন—

[ ভবেন সোমাই আহে ]

ভবেন, আজি জীৱনৰ চৰম মুহূৰ্ত্তত মোৰ জীৱনৰ পৰম সত্য প্ৰকাশ কৰিছোঁ। প্ৰদীপ মোৰ ল'ৰা, শিখা প্ৰদীপৰ ভনীয়েক। প্ৰদীপ মোৰ এন্ধাৰ জীৱনৰ জ্যোতিৰেখা—

[ প্ৰতাপে আৰু ক'ব নোৱৰা হয়। তেওঁৰ অৱস্থা লক্ষ্য কৰি ভবেন ওচৰ চাপি আহে আৰু প্ৰতাপক চোফা এখনত বহুৱাই দিয়ে। প্ৰতাপে ভবেনৰ বুকুত মূৰটো থৈ বৰ ঘনকৈ উশাহ ল'বলৈ ধৰে আৰু ক্ষন্তেক পাছতে শেষ নিশ্বাস ত্যাগ কৰে। প্ৰদীপ আৰু শিখাই একে লগে "দেউতা" বুলি চিঞৰি উঠে। ভবেনে চোফাখনতে প্ৰতাপক শুৱাই দিয়ে। শিখাই দেউতাকৰ বুকুত মূৰ থৈ হুকহুকাই কান্দে। ভবেন বিমৰিষভাৱে প্ৰদীপৰ ওচৰত থিয় হয়হি। প্ৰদীপৰ চকুৰেদি লোতক বাগৰি পৰে। মঞ্চৰ সকলোখিনি পোহৰ প্ৰতাপ চলিহাৰ দেহাটোৰ ওপৰত কেন্দ্ৰীভূত হৈ লাহে লাহে কমি যায়। ]

# জ্যোতিৰেখা

## বিয়াল্লিছৰ গণ বিপ্লৱৰ পটভূমিকাত লিখা নাটক

"সমুখ সমৰ সমুখতে
মুক্তি যুঁজাৰু হুচিয়াৰ
মৃত্যু বিজয় কৰিব লাগিব
স্বাধীনতাৰ খুলি দুৱাৰ।"

জ্যোতিপ্ৰসাদ—

**পাত্ৰ-পাত্ৰী**

ৰেখা, নাৰ্চ, জ্যোতি, প্ৰকাশ, হাজৰিকা, মনবৰ,সাতোলা, ধৰ্ম্মকান্ত, মক্‌বুল, এজন আদহীয়া, ৰমাকান্ত, মেজিষ্ট্ৰেট, কেপ্টেন, গঞ্জাৰাইজ, সমদল যাত্ৰী, চেমনীয়াসকল, চিপাহী, চন্তৰী, দেশসেৱক, সৈনিক আদি

বিঃ দ্ৰঃ — নাটখনিৰ চৰিত্ৰাৱলী সম্পূৰ্ণ কাল্পনিক।

# জ্যোতিৰেখা

## প্ৰথম দৃশ্য

[ তৰুণ দেশকৰ্ম্মী প্ৰকাশ দুৱৰাৰ ঘৰৰ সমুখৰ বাৰাণ্ডা। মানুহ-দুনুহ, আলহী-অতিথি আহিলে বহিবলৈ বাৰাণ্ডাত ৰখা হৈছে কেখনমান কাঠৰ চকী আৰু এখন সৰু কাঠৰ বেঞ্চ। এদাঁতিত ফুলাম খদ্দৰৰ কাপোৰেৰে ঢাকিথোৱা এখন সৰু মেজ আছে। বাৰাণ্ডাৰ দুয়োকাষে আৰু পাছফালে, ভিতৰলৈ যোৱা তিনিখন দুৱাৰ। দুৱাৰকেখনতো ৰঙীন খদ্দৰৰ পৰ্দ্দা তৰা আছে। পট উঠিলত পোনতে কাকো দেখা নেযায়। কিছুসময়ৰ পিছত সোমাই আহে পুলিচৰ দাৰোগা জ্যোতি বৰুৱা। দাৰোগাৰ চৰ্কাৰী সাজপাৰত ওখ, সবল আৰু আটিল দেহৰ গৰাকী জ্যোতি বৰুৱাক সুৱাই পৰিছে। জ্যোতিয়ে পাছফালৰ দুৱাৰখনত টুকুৰীয়াই "প্ৰকাশ" বুলি মাতে। মাত শুনি প্ৰকাশ ওলাই আহে। তেওঁ জ্যোতিৰ সমবয়সী। পিন্ধনত খদ্দৰৰ চুৰিয়া আৰু পাঞ্জাবী। মুখত দৃঢ়প্ৰতিজ্ঞৰ ভাব। জ্যোতিৰ দৰে প্ৰকাশো সুপুৰুষ। ]

প্ৰকাশ ঃ জ্যোতি দেখোন, খবৰ কি? মোক—

জ্যোতি ঃ নাই নাই, সেইবোৰ একো নহয়, এনেয়ে—

প্ৰকাশ ঃ মই আকৌ ভাবিছিলোঁ মোক কিজানিবা এৰেষ্ট—

জ্যোতি ঃ তোৰো যে কথা—

প্ৰকাশ ঃ এই খাকি পোছাক দেখিলে—বাৰু, বাদদে সেইবোৰ কথা। চাওঁ বহ। ৰেখা, অ' ৰেখা—

[ প্ৰকাশে ভনীয়েক ৰেখাক মাতে। ৰেখাই ভিতৰৰপৰা মাত দিয়ে— "গৈছোঁ দাদা"। ]

চাহি কোন আহিছে। বাৰু ক'চোন কেতিয়া দাৰোগা হ'লি?

[ ইতিমধ্যে চকী এখন টানি লৈ জ্যোতি বহিছে। প্ৰকাশো বহিছে ]

জ্যোতি ঃ এইবছৰেই হ'লহি।

প্ৰকাশ ঃ তাৰ মানে ল ফাইনেল দিয়া নহ'ল?

জ্যোতি : দিম বুলি ভাবিছিলোঁ। হঠাতে দেউতা ঢুকাল। গোটেইখন ঘৰৰ বোজা পৰিল মোৰ মূৰত।

প্ৰকাশ : তাৰ পাছত?

জ্যোতি : তাৰ পাছত আৰু কি? খেলাত নাম আছিল, কামটো সহজে পালোঁ, সোমাই গ'লোঁ।

[ ৰেখা আহে। ]

ৰেখা : জ্যোতি দা কেতিয়া আহিলা?

জ্যোতি : হ'ল কেদিনমান। ভালনে তোমাৰ?

ৰেখা : বেয়ানো কিটো হ'ব? তোমাৰ একা?

জ্যোতি : ভালেই।

প্ৰকাশ : পাছত কথা পাতি থাকিবি ৰেখা, আগেয়ে চাহ-টাহৰ যোগাৰ কৰ।

জ্যোতি : নেলাগে নেলাগে—

প্ৰকাশ : হৈছে, ভদ্ৰতাখিনি থ। যা ৰেখা। মোলৈকো একাপ আনিবি নেকি? নেলাগে বাৰু, জ্যোতিলৈকে খু-ব ভালকৈ একাপ কৰি আন।

জ্যোতি : মিছাকৈয়ে এইখন—

প্ৰকাশ : ইমান দিনৰ মূৰত দেখা হৈছে, একাপ চাহো নেখাবিনে?

[ ৰেখাই মিচিকিয়াই হাঁহি কয়। ]

ৰেখা : খাকি পোছাক পিন্ধি তেনেই মিলিটেৰী কাপ্টান চাহাব অহাদি আহিছে। আমাৰ ঘৰত চাগৈ—

জ্যোতি : তেনে হোৱাহ'লে নাহিলোঁৱেইহেঁতেন। বাৰু, কিবা খুৱাব খুজিছা যদি, ফ্ৰুট্‌চকে—

প্ৰকাশ : ফ্ৰুটচ্?

জ্যোতি : মানে তামোল।

[ জ্যোতিৰ কথা শুনি প্ৰকাশ আৰু ৰেখাই নেহাঁহি নোৱাৰে। ]

প্ৰকাশ : তোৰ ধেমেলীয়া স্বভাৱটো দেখিছোঁ এতিয়াও যোৱা নাই। সৰুতে ই বৰ অঘাইটং আছিল ৰেখা। লোকৰ বাৰীৰ বগৰী চুৰ কৰাত আছিল এক নম্বৰ।

ৰেখা : সেয়ে চোৰক ধৰিবলৈ পুলিচৰ চাকৰিত সোমাইছে।

[ এইবুলি, পাতলকৈ হাঁহি, জ্যোতিৰ ফালে অৰ্থপূৰ্ণ দৃষ্টি নিক্ষেপ কৰি, ৰেখা ভিতৰলৈ সোমাই যায়। ]

জ্যোতি : সৰুকলীয়া কথাবোৰ ভাবিলে কিবা যেন লাগে ভাই। মনত আছেনে টিউটৰিয়েল ক্লাছত, শেষৰ বেঞ্চত বহি আমি পাঞ্জা খেলিছিলোঁ।

প্ৰকাশ : আৰু প্ৰফেচাৰে দুয়োকে ক্লাছৰপৰা উলিয়াই দিছিল।

জ্যোতি ঃ কোনে জানিছিল আমি দুয়ো জীৱনৰ দুটা সম্পূৰ্ণ বেলেগ বাটেৰে খোজ ল'ম।

প্ৰকাশ ঃ পুলিচৰ কামত তই নোসোমোৱা হ'লেই ভাল আছিল।

জ্যোতি ঃ এৰা অ'। ময়ো কাম কৰি অকণো ভালপোৱা নাই।

[ ৰেখাই এগিলাচ গাখীৰ আৰু বটাত তামোল লৈ আহে। ]

ৰেখা ঃ এয়া আপোনাৰ ফ্ৰুট্চ্।

জ্যোতি ঃ গিলাচত?

ৰেখা ঃ গাখীৰ।

জ্যোতি ঃ গাখীৰ!!

ৰেখা ঃ খোৱা। গাত বল হ'ব। তেহে ভলণ্টিয়াৰক কোবাব পাৰিবা।

[ পুনৰ এটা পাতল হাঁহি মাৰি, গাখীৰ গিলাচ জ্যোতিৰ হাতত দি, বটাটো মেজত থৈ ৰেখা ভিতৰলৈ সোমাই যায়। ]

প্ৰকাশ ঃ ঘৰত নিশ্চয় চেনি নাই। ব্লেক মাৰ্কেটৰপৰা নিকিনো জানই। গুড়েৰে তোক চাহ দিবলৈ বেয়া পালে। খা, ঘৰৰ গৰুৰ গাখীৰ, ভেজাল নাই, চাহতকৈ বহুত ভাল।

[ জ্যোতিয়ে একে উশাহতে গাখীৰখিনি খাই অটাই মেজখনৰ ওপৰত গিলাচটো থৈ, বটাৰপৰা তামোল এখন লৈ মুখত ভৰায়। ]

জ্যোতি ঃ দেখিছা পুলিচৰ কামটো এৰিবই লাগিব।

প্ৰকাশ ঃ ৰেখাৰ গাত দোষ নাই। কিছুমান অফিচাৰৰ মইমতালিৰ কাৰণেই তহঁতক সকলোৱে বেয়া পোৱা হৈছে। চাচোন, তই মোৰ বন্ধু তথাপি প্ৰথমতে দেখি—

জ্যোতি ঃ এৰা অ'—

প্ৰকাশ ঃ পুলিচৰ যেনে গোয়েণ্ডাগিৰি চলিছে—চাৰিওফালে স্পাই, চোৰাংচোৱা—

জ্যোতি ঃ ময়ো তোক তাকেই ক'বলৈ আহিছিলোঁ। তোৰ ওপৰত ইন্‌স্পেক্টৰ হাজৰিকাৰ বৰ চোকা নজৰ। সাৱধানে থাকিবি।

প্ৰকাশ ঃ সতকাই জেললৈ যোৱাটো আমাৰ বৰ্ত্তমান উদ্দেশ্য নহয়। পিছে ক'চোন, তই যে ইয়ালৈ আহিছ, কৈফিয়ৎ দিব নেলাগিব জানো?

জ্যোতি ঃ কোনেনো জানে তই মোৰ বন্ধু বুলি? কিবা এটা তদন্ত কৰিবলৈ অহা বুলি ক'লেই হ'ল।

প্ৰকাশ ঃ চাবি আকৌ, মোক সাৱধান কৰিবলৈ আহি নিজে বিপদ চপাই নল'বি।

জ্যোতি ঃ ঠিকেই কৈছ। হাজৰিকাৰ প্ৰাইভেট স্পাইবোৰে বা কি লগায়গৈ। শুন, ঘৰত কাগজ-পত্ৰ একোকে নেৰাখিবি। কাগজ-পত্ৰ নেপালে অকল সন্দেহৰ ওপৰতে একশ্যন লোৱাটো সহজ নহয়। বাৰু, মই এতিয়া উঠোঁ দেই।

[ জ্যোতি যায়। মনবৰ আৰু সাতোলা আহে। তেওঁলোকৰ সৈতে জ্যোতিৰ পদূলি মূৰত ভেটভেটি হয়। দুয়োৰে বয়স ভাটী দিছে। ]

মনবৰ : বোপা, কোনোবা পুলিচৰ মানুহ ওলাই যোৱা দেখিলোঁ।

সাতোলা : গিৰিপ, গিৰিপ কৰে গ'ল।

প্ৰকাশ : ভয় লাগিছে নেকি?

মনবৰ : নাই লগা।

সাতোলা : লাগিলেও আচৰিত হ'বৰ কিটো আছে, এৰা।

প্ৰকাশ : যদি হাত কেৰায়া লগায়?

মনবৰ : কিটোনো হেৰফেৰ হ'ব?

সাতোলা : এৰা, আমাৰ এনেয়েও নাই, তেনেয়েও নাই।

মনবৰ : বোপা, চিন্তা এফেৰি হ'লেও তোমালোকৰ কাৰণেহে।

প্ৰকাশ : কেলেই?

সাতোলা : তোমালোক হ'লা ডেকা ল'ৰা, বিয়া-ব্ৰাৰু কৰোৱাই নাই।

মনবৰ : জীৱনটো ঠন্ ধৰি উঠিবলৈ নৌপাওঁতেই যদি মৰহি যায়?

প্ৰকাশ : এজনৰ জীৱন মৰহি গ'লেও বহুতৰ জীৱনে ঠনধৰি উঠিব মনবৰকাই। চিন্তা কৰিব নেলাগে। এওঁ পুলিচৰ দাৰোগা হ'লেও মোৰ সৰুকলীয়া বন্ধু।

সাতোলা : হয়নে?

মনবৰ : হওক, হওক।

প্ৰকাশ : মোক বন্ধুভাৱে সাৱধান কৰি দিবলৈহে আহিছিল।

সাতোলা : বোপা, আমি বুঢ়া মানুহ নহয়—

মনবৰ : বহুতো দেখি শুনিহে চুলি পকাইছোঁ।

সাতোলা : এওঁলোকৰ সঁজাত নাই বুজিছা?

মনবৰ : ঠাইতে মিতিৰ ঠাইতে শতুৰু।

সাতোলা : পানীৰ তলৰ কাঁইট।

মনবৰ : কেলেই, তুমিয়েই দেখোন সেইদিনা কৈছিলা দাৰোগা এজনৰ কথা—

প্ৰকাশ : কৈছিলোঁ হয়, পিছে—

সাতোলা : নহয় বোপা, এওঁলোকক বিশ্বাস নকৰাই ভাল। সাপৰনো কি সৰু-বৰ আছে?

প্ৰকাশ : সকলো মানুহ একে নহয় মনবৰকাই। শামুকৰ পেটত জানো মুকুতা নোলায়? অৱশ্যে সেইবুলি অসাৱধান হোৱা উচিত নহয়।

মনবৰ আমাৰ কথাত নধৰিবা আকৌ। বিদ্যাবুদ্ধিৰ ফালে জানাই নহয়, তেনেই উদং। তোমালোকৰ জহতে তেও এফেৰিমান ক-ক-ম-ম কৰিব শিকিছোঁ। সজকথাকে কৈছা। অসাৱাধান হ'ব নেলাগে।

প্ৰকাশ ঃ অসাৱধান হ'ব নেলাগে, ভয়ো খাব নেলাগে। আমাৰ ৰাইজে ভয় খায় গুণেহে ইংৰাজে ৰঙাচকু দেখুৱাই ডবিয়াবলৈ চল পায়।

সাতোলা ঃ পিছে বোপা, কি সকামতনো আমাক মাতিছিলা?

প্ৰকাশ ঃ বহা। কিছুমান কাগজ তোমালোকক দিওঁ। গঞাৰাইজৰ মাজত বিলাই দিবা।

[ প্ৰকাশ ভিতৰলৈ সোমাই যায়। ৰেখাই মনবৰকাইহঁতলৈ তামোল আনে। ]

ৰেখা ঃ হেঁৰক, এয়া তামোল।

মনবৰ ঃ এহ, কেলেইনো লেঠা চপাই ল'ব লাগিছিল?

ৰেখা ঃ কিনো লেঠা? খাওক।

সাতোলা ঃ দিয়া আইদেউ। পিছে—হেঃ হেঃ হেঃ—আমাৰ দাঁতকেইটি নাই নহয়।

[ মনবৰে ওচৰ চাপি বটাত অনা খুন্দা তামোল দেখা পায়। ]

মনবৰ ঃ তামোল খুন্দি আনিছা? ভাল কৰিছা।

[ সাতোলা আৰু মনবৰে তামোল খায়। ]

সাতোলা ঃ ঈশ্বৰে কল্যাণ কৰোক আই।

ৰেখা ঃ মনবৰকাই, আপোনালোকনো এই বুঢ়া বয়সত এইবোৰত কিয় সোমাল?

মনবৰ ঃ এ নক'বা আই। এই ডেকা মখাৰ গা উঠা দেখি থিৰেৰে থাকিব নোৱাৰিলোঁ।

সাতোলা ঃ মৰিবলৈনো কেইটা দিন আছে?

মনবৰ ঃ পৃথিৱীত চাউল কঠা শেষ নহয় মানে ৰাইজৰ অলপ সেৱাকে কৰোঁ।

সাতোলা ঃ পুলিচ মিলিটেৰীবোৰৰো মইমতালি দিনক দিনে চৰিহে গৈছে।

মনবৰ ঃ সিফালে হেনো গান্ধী মহাত্মাক জেলত সুমুৱাইছে। তেৰাই কম যুঁজখন তৰি লৈছেনে? কম নিকাৰ ভুঞ্জিছেনে?

সাতোলা ঃ আমাৰ নো কি? খাটি খোৱা দেহা—

মনবৰ ঃ দহৰ লগতে ইফাল-সিফাল কৰিছোঁ, ইমানেইহে।

সাতোলা ঃ আইদেউ, আমাৰ প্ৰকাশ বোপা ৰব লায়ক মানুহ দেই।

মনবৰ ঃ আনতকৈ একাঠি চৰা।

ৰেখা ঃ ককাইদেউৰ দিনত আজৰি নাই বুলিলেই হয়। খোৱা-বোৱাৰ ফালে তেনেই পিঠি দিছে।

মনবৰ ঃ ভয় নকৰিবা আইদেউ। আমি গঞাৰাইজে দেশৰ হকে যুঁজোতাসকলৰ সা-সুবিধাৰ ফালে চকু ৰাখিছোঁ। পিছে, বুজিছা আই, এওঁলোকক কামৰ ৰাগীয়ে পাইছে। ক'তো থিৰেৰে এসাজ খাবৰ সময় নাই।

[ হেণ্ডবিল এজাপ লৈ প্ৰকাশ সোমাই আহে। সেইবোৰ ল'বলৈ মনবৰ আৰু সাতোলা ওচৰ চাপি যায়। ]

মনবৰ ঃ দিয়া বোপা কাকতবোৰ।
সাতোলা ঃ ৰাইজৰ মাজত বিলাই দিব লাগিব, হয়নে?
প্ৰকাশ ঃ হয়, নিয়া।
[ মনবৰে হেগুবিলবোৰ লয়। ]
প্ৰকাশ ঃ চাবা, পুলিচৰ মানুহৰ হাতত যেন নপৰে।
মনবৰ ঃ ভাল কথা কৈছা। আমি আজিয়েই এইবোৰৰ দিহা লগাম নহয়। বাৰু আহোঁহে এতিয়া। পিছে আইদেউ, গাঁৱৰফালে জানো এবাৰ নোযোৱা?
ৰেখা ঃ যাম।
সাতোলা ঃ বোপা, তুমিয়েই নিবাচোন।
মনবৰ ঃ আইদেউক দেখিলে গাঁৱৰ কেতেকী, ৰূপহীহঁতে মনত বল পাব।
সাতোলা ঃ গাঁৱত আজিকালি ভিন-পৰ ভাব নাই আইদেউ।
মনবৰ ঃ সকলোৱে একগোট হৈ ইংৰাজৰ বিৰুদ্ধে যুঁজি প্ৰাণ দিবলৈ সাজু হৈছে।
ৰেখা ঃ আমি সকলো একগোট হ'ব পাৰিলে—
সাতোলা ঃ এৰা, আমাৰনো নাই কি? ধন নাই সঁচা, কিন্তু জন আছে।
মনবৰ ঃ আৰু ধনেইনো নাই বুলিবা কেনেকৈ? পথাৰত ধান আছে, লখিমী আছে—
সাতোলা ঃ সেযেতো ধন।
মনবৰ ঃ আমাক একো নজনা পাইহে ইংৰাজে লুটিপুতি খাই, নিজকে চহকী কৰিছে। সেয়েহে সিহঁতৰ ইমান দম্ভালি ইমান ডাবি-ধমকী। আমাৰ ৰাইজে বহুত সহিলে আইদেউ, আৰু নসহে, আৰু নসহে।
[ এইবুলি কৈ মনবৰ ওলাই যায়। লগতে সাতোলাও যায়। ]
প্ৰকাশ ঃ গএগৰাইজৰ প্ৰত্যেকেই যেন একো একোটা ফিৰিঙতিহে। আমি পাছুৱালেও, তেওঁলোক পাছ নোহোঁহকে। বন্দুক চঙ্গীনলৈ আমাৰ কোনোবাই ভয় কৰিলেও, তেওঁলোকে নকৰে। এটা পৰিৱৰ্ত্তনৰ আকুলতাই আজি তেওঁলোকক সজাগ কৰি তুলিছে। জগতৰ কোনো শক্তিৰেই সাধ্য নাই তেওঁলোকৰ অগ্ৰগতিৰ বাটত হেঙাৰ দিয়ে।
ৰেখা ঃ কিন্তু নেতাসকল যে জেলত। কোনে বাট দেখুৱাব?
প্ৰকাশ ঃ নেতাসকলে পথৰ নিৰ্দ্দেশ দি গৈছে। তেওঁলোকৰ অপূৰণ কাম আমিয়েই সম্পূৰ্ণ কৰিব লাগিব। আমিয়েই মূক জনগণৰ মুখত দিব লাগিব ভাষা, বুকুত জগাই তুলিব লাগিব আশা।
ৰেখা ঃ কিন্তু দেশত যে ইংৰাজ-এমেৰিকান্ সৈন্য ভৰি আছে সিহঁতৰ পক্ষে এই আন্দোলন দমন কৰা অতি সহজ নহ'বনে?
প্ৰকাশ ঃ এয়েতো সময়। এনে শুভমুহূৰ্ত্ত আৰু দুনাই নাহে ৰেখা, আজি দেশৰ প্ৰকৃত অৱস্থাৰ কথা ভাবি চাচোন। এফালে মানুহে খাবলৈ নেপাই

হাহাকাৰ কৰিছে আন ফালে যুদ্ধৰ তাণ্ডৱ লীলা। ভাৰতক স্বাধীন কৰিবলৈ দেশৰ মুনিহ-তিৰোতা একগোট হৈ এতিয়াও যদি যত্ন নকৰে, কেতিয়া কৰিব? আন্দোলন যদি এতিয়া পূৰ্ণ উদ্যমেৰে চলে, তেন্তে যুদ্ধত ব্যস্ত হৈ থকা ইংৰাজ শাসকে জাগ্ৰত ভাৰতবাসীক আৰু দমন কৰি ৰাখিব নোৱাৰিব।

[ এনেতে মক্‌বুল নামৰ ডেকা কৰ্ম্মী এজন ততাতৈয়াকৈ সোমাই আহে। তেওঁক যথেষ্ট উত্তেজিত যেন দেখা যায়। মক্‌বুল আহিলত ৰেখা ভিতৰলৈ যায়। ]

প্ৰকাশ : কি হ'ল মক্‌বুল?

[ উত্তজনাবশতঃ, কথা কওঁতে মক্‌বুলৰ মাত অলপ কঁপে। ]

মক্‌বুল : আমাৰ গাঁৱৰ স্কুল ঘৰত পিকেটিং কৰা বুলি ল'ৰাকেজনমানক মিলিটেৰী চিপাহী আহি গ্ৰেপ্তাৰ কৰি নিছে। গঞাৰ ওপৰত মাৰধৰ কৰিছে, বুঢ়া-মেঠাকো বাদ দিয়া নাই।

প্ৰকাশ : কিন্তু তোমাৰ মাত কঁপিছে কেলেই? চকু চলচলীয়া কিয়?

মক্‌বুল : মিলিটেৰী চিপাহীৰ বুটজোতাৰ গোৰ খাই মোৰ মাজান বেহুচ হৈ পৰি আছে।

প্ৰকাশ : চকুপানী মচা মক্‌বুল। বুকু ডাঠ কৰা। এই অত্যাচাৰ, এই উৎপীড়ন আমি নীৰৱে সহ্য নকৰোঁ, ব'লা—

[ সেই মুহূৰ্ত্ততে ভিতৰৰপৰা ৰেখা ওলাই আহে প্ৰকাশৰ জৱাহৰ কোটটো লৈ। তাইৰ গাতো এখন চাদৰ। জৱাহৰ কোটটো তাই প্ৰকাশক দিয়ে। প্ৰকাশে ভাঁজ কৰি সোঁহাতত লয়। ]

প্ৰকাশ : তয়ো যাবি?

ৰেখা : যাম।

প্ৰকাশ : যদি গুলীয়ায়, চঙ্গীনেৰে খোঁচে?

ৰেখা : বন্দুকৰ গুলী, চঙ্গীনৰ খোঁচ বুকু পাতি ল'ম।

প্ৰকাশ : ব'ল তেন্তে। সাৰ্থক হওক আমাৰ মুক্তি যুঁজৰ অগ্নিমন্ত্ৰ—কৰেঙ্গে ইয়া মৰেঙ্গে।

[ মঞ্চ এন্ধাৰ হয়। আগৰ দৃশ্য এখন আঁৰ কাপোৰে ঢাকি দিয়ে। এন্ধাৰৰ মাজত বহুতো ধ্বনিত হয়—অগ্নিবাণীসমূহ—কৰেঙ্গে ইয়া মৰেঙ্গে, মৃত্যু কিম্বা জয়, বন্দেমাতৰম্, ইনক্লাব জিন্দাবাদ, ইংৰাজ ভাৰত এৰা। পাছফালৰ আঁৰ কাপোৰৰ ওপৰত ৰঙাপোহৰ পৰে। মঞ্চৰ দুয়ো ফালৰপৰা দুজনকৈ, শুধ বগা চৰিয়া, পাঞ্জাবী আৰু গান্ধী টুপি পিন্ধা চাৰিজন দেশসেৱক সোমাই আহে। বিপ্লৱী ভাৰতৰ প্ৰতীক এই দেশসেৱককেজনে উদাত্ত স্বৰে গায়। ]

## দেশসেৱকৰ গীত

নেওচি প্ৰলয়
বিপদ বিঘিনি
অভিযাত্ৰী
যাম আগুৱাই।

স্বাৰ্থ তিয়াগি
বুকুৰ তেজেৰে
পূজাৰ বেদী
দিম ওপচাই।

যুঁজি মৰিম
মৰিও জিনিম
নাই সংশয়
স্বাধীনতা আনিম ঘূৰাই।

[ প্ৰেৰণাদায়ক গীতটো শীৰ্ষবিন্দু পোৱাৰ লগে লগে নেপথ্যত কেবা জাউৰি বন্দুকৰ গুলীৰ শব্দ হয়। লগে লগে মঞ্চ পুনৰ এন্ধাৰ হয়। এন্ধাৰৰ মাজত আগৰ দৰে বহু কণ্ঠত ধ্বনিত হয় অগ্নিবাণীসমূহ। মঞ্চ খন্তেক পাছতে পোহৰ হ'লত দেখা যায়, নাটকৰ দ্বিতীয় দৃশ্য মুকলি হৈছে। ]

# দ্বিতীয় দৃশ্য

## পুলিচ থানা

[ কোঠাটোৰ দাঁতিৰ লক্-আপত পাঁচজন চেমনীয়া বন্দী হৈ আছে। এই দলটোৱে, কিছু সময়ৰ আগতে এন্ধাৰৰ মাজৰপৰা ভাহি অহা ধ্বনিবোৰৰ সৈতে সুৰ মিলাই চিঞৰি উঠে—কৰেঙ্গে ইয়া মৰেঙ্গে, ইংৰাজ ভাৰত এৰা, ইনক্লাব জিন্দাবাদ। মিলিটেৰী গোৰা কেপ্টেন এজন গিৰিপ গিৰিপ কৰে সোমাই আহি পোনছাটেই লক্-আপৰ ওচৰ পায়গৈ। কোঠাটোত বহি কাম কৰি থকা ইন্স্পেক্টৰ হাজৰিকা আৰু দাৰোগা জ্যোতি বৰুৱাই চাহাবক সোমাই অহা দেখি চৰ্কাৰী নিয়মত চেলাম দিয়ে। চাহাবক দেখি চেমনীয়াহঁতৰ উৎসাহ দুগুণে চৰে। ]

কেপ্টেন : চুপ ৰহো, shut up.

[ চাহাবৰ হুকুম অমান্য কৰি ল'ৰাবোৰে বেছিকৈহে চিঞৰে। ]

হাজৰিকা : তহঁতি মৰিব খুজিছ নেকি? মনে মনে নেথাক কেলেই? দেখা নাই চাহাবৰ কঁকালত সেইটো কি?

চেমনীয়া : পিষ্টলক আমি ভয় নকৰোঁ।

কেপ্টেন : পিষ্টহ্লক বয় নাকৰে? কব পাৰে হেইটোত কিট্না গুলী ঠাকে?

চেমনীয়া : জানো, ছটা।

কেপ্টেন : বহুত চাহ্লাক লড়কা আছে। চব কঠা জানে। লেইকিন্ একবাট নাই জানে। এহি পিষ্টহ্লৰ এক একটা গুলীচে তোমহাৰা এক এক আদমী হামি খটম্ বনাই দিব পাৰে!

চেমনীয়া : মৰিবলৈ আমি ভয় নকৰোঁ। কৰেঙ্গে ইয়া মৰেঙ্গে—মৃত্যু কিম্বা জয়, এয়ে আমাৰ জীৱনৰ পণ।

কেপ্টেন : আচ্ছা ডেইকা যাব। Well Inspector—

হাজৰিকা : স্যাৰ—

কেপ্টেন : Wherefrom—কোন জাহ্গাৰ পাৰা এই লড়কা চবক আনিলে?

হাজৰিকা : গাঁৱৰ স্কুল ঘৰত পিকেটিং কৰিছিল। তাৰপৰা ধৰি অনা হৈছে।

কেপ্টেন : টোমালোকে কিচ্ কাৰণ স্কুল গৰট্ পিকেটিং কৰে?

চেমনীয়া : ইংৰাজৰ দাসত্ব-বৃত্তি শিকোৱা পঢ়াশালিত আমি নিজেও নপঢ়োঁ আনকো পঢ়িবলৈ নিদিওঁ। তোমালোকে গঞ্জাৰাইজৰ ওপৰত অত্যাচাৰ কৰিছা, পাইকাৰী জৰিমনা বলেৰে আদায় কৰিছা, ঘৰত জুই লগাই দিছা, বিনা দোষত মুনিহ-তিৰোতাৰ ওপৰত লাঠী চলাইছা, গুলী চলাইছা—

হাজৰিকা : তহঁতি বৰকৈ বাঢ়িছ একা? মনে মনে থাক।

চেমনীয়া : নেথাকোঁ।

কেপ্টেন : চুপ নাকৰে?

[ খণ্ডৰ ভমকত কেপ্টেন চাহাবে কঁকালত বান্ধিথোৱা পিষ্টলৰ খাপটোৰ ওপৰত হাতখন থয়। তাকে দেখি— ]

চেমনীয়া : মৰিবলৈ আমি সাজু, কৰা গুলী। মোৰ দেউতা মৰিছে বেমাৰত, চিকিৎসাৰ অভাৱত, লেলাত ভুঞ্জি। আই মৰিছে মিলিটেৰীৰ গুলীত। তোমাৰ পিষ্টলত ছটা গুলী আছে। আমি পাঁচজন। কৰা গুলী।

কেপ্টেন : ডাঙ্গৰ বাট হামি বহুত শুনিলে। টোমালোকৰ বহুত ডাঙ্গৰ অপৰাধ। দেইখৰ হান্তি ভঙ্গ কৰিছে। Your must be nipped in the bud. Get ready to die

[ খাপৰপৰা পিষ্টল উলিয়াই চাহাবে ল'ৰাহতলৈ টোঁৱায। সিহঁতে একেলগে চিঞৰি উঠে—কৰেঙ্গে য়া মৰেঙ্গে। এই দৃশ্য জ্যোতিয়ে চাই থাকিব নোৱাৰে। প্ৰতিবাদৰ সুৰত মাত দিয়ে। ]

জ্যোতি : স্যাৰ—

কেপ্টেন : Well, what's that?

জ্যোতি : এই কণ কণ ল'ৰাবোৰক এনেকৈ গুলী কৰাটো বৰ নৃশংস কাম হ'ব।

হাজৰিকা : জ্যোতি, চাহাবক কিয় বাধা দিছা?

জ্যোতি : বিবেকে মোক বাধা দিবলৈ বাধ্য কৰাইছে।

কেপ্টেন : বিহ্বেক? Conscience?

জ্যোতি : এনে নৃশংসতা চকুৰে চাই থাকিব নোৱাৰোঁ।

কেপ্টেন : Why did you join the police?

জ্যোতি : পুলিচৰ কামত সোমাইছিলোঁ দহৰ আৰু দেশৰ সেৱা কৰিম বুলি।

কেপ্টেন : বিপ্লৱী আদমীক ডমন কৰি দেইখৰ চেৱা কড়িব লাগে। আচ্ছা, নামবৰ জাঙ্গলমে বহুত জানোৱাৰ আছে। এই চব লড়কাৰ মাংচ বহুত পছন্দ কড়িব। Go quick, take these boys out.

হাজৰিকা : জ্যোতি—

[ জ্যোতিয়ে লক্-আপৰ দুৱাৰ মেলি ল'ৰাবোৰক উলিয়াই লৈ যায়। সিহঁতে ওলাই যাওঁতে "বন্দেমাতৰম" আদি ধ্বনি কৰি যায়। ল'ৰাবোৰৰ সতে জ্যোতি ওলাই যোৱাৰ পাছত— ]

কেপ্টেন ঃ Well Inspector, you must keep an eye on this youngman.

হাজৰিকা ঃ ময়ো কেইদিনমানৰপৰা লক্ষ্য কৰিছোঁ, He is not behaving like a policeman. কিবাবোৰ ভাবি থাকে। He has become moody and temperamental.

কেপ্টেন ঃ What a weakman! এহি ডিপার্টমেন্টকো লায়ক নাই আছে। দুবলা আদমী নিকাল যাব লাগে। We cannot afford to have weaklings in our midst. হামাৰ ৰাজ্যকো চেইভ্ কৰিব লাগিব। হামিলোগ বন্দুক আউৰ চঙ্গীনচে বিদ্ৰোহী চবকে crush কৰিব জৰুৰ। আৱশ্যক হলে হাৱাই জাহাজভী মগাব। Well don't you remember that indiscriminate firing in the market place? হামালোকৰ গুলী খাই চব আদমি কুত্তাকা মাফিক ভাগিলে।

হাজৰিকা ঃ কিমান যে মৰিল তাৰ লেখ-জোখ নাই। ঘূণীয়া হ'ল ডেচাৰ মানুহ। নেতাবোৰো পলাই ফাট মাৰিলে।

কেপ্টেন ঃ হামি টোমাৰ কামৰ বহুত টাৰিফ কৰে। বহুত জলদি প্ৰমোচন পাব।

হাজৰিকা ঃ My conscience is clear চৰকাৰৰ নিমখ খাইছোঁ, নিমখহাৰামি নকৰোঁ। I am ready to go to any length for the sake of my king and Government

কেপ্টেন ঃ আচ্ছা কালেকটিভ্ ফাইন কিট্না উঠিলে?

হাজৰিকা ঃ এতিয়াও বহুত বাকী।

কেপ্টেন ঃ যদি দৰকাৰ চমজে, হামাৰ আদমিভী লগত নিব পাৰে। গোৰা পল্টন চহায় কৰিব।

[ এইবুলি কেপ্টেন চাহাব ওলাই যায়। জ্যোতি সোমাই আহে। ]

হাজৰিকা ঃ ল'ৰাবোৰক পঠিয়াই দিলানে?

জ্যোতি ঃ মিলিটেৰী ট্ৰাকে লৈ গৈছে।

হাজৰিকা ঃ শুনা জ্যোতি, চৰ্কাৰী চাকৰি কৰিলে, বিশেষকৈ পুলিচৰ চাকৰিত মনটোক ডাঠ কৰি ৰাখিব পাৰিব লাগে।

জ্যোতি ঃ মানুহৰ মনুষ্যত্ব বোলা বস্তু এটা আছে নহয় স্যাৰ!

[ জ্যোতিৰ কথা শুনি হাজৰিকাই হাঁহে। ]

হাজৰিকা ঃ মনুষ্যত্ব? দুবেলা দুমুঠি খাবলৈ নাই যাৰ, ল'ৰা-তিৰোতাক পোহপাল দিবৰ কাৰণে যাৰ চাকৰি কৰিব লাগে তাৰ আকৌ কিহৰ মনুষ্যত্বহে? তোমাৰ বয়স কম, সংসাৰৰ লেঠাও কম, বিয়াবাৰু কৰোৱা নাই, সেয়ে

তেনেকৈ কৈছা। মোৰো এনে এদিন আছিল, কাকো পৰোৱা নকৰিছিলোঁ। কলেজত পঢ়োঁতে কিমান চাহাবক টঙনিয়ালোঁ।

জ্যোতি : আপোনাৰ ডেকা কালৰ কথাবোৰ শুনিছোঁ কাৰণে বেছি আচৰিত হওঁ। আজিকালি কিয় আপুনি প্ৰতিবাদ নকৰে? কিয় চাহাবৰ অন্যায় হুকুমকো বেদবাক্য বুলি মানি লয়?

হাজৰিকা : একো লাভ নাই। চাকৰি কৰি যেতিয়া ভাত মুঠি মোকলাব লাগিব, এইবোৰ বাহাদুৰি দেখুৱাই একো লাভ নাই। আমি হৈছোঁ চাকৰ। মুনিবে যি হুকুম দিব আমি বিনা প্ৰতিবাদে পালন কৰিম।

জ্যোতি : সেই কাৰণেই মই ভাবিছোঁ চাকৰি আৰু নকৰোঁ।

হাজৰিকা : চাকৰি নকৰা? কৈছা কি? চাকৰি এৰিলে ঘৰখনৰ কি অৱস্থা হ'ব ভাবি চাইছানে?

জ্যোতি : কিন্তু সাম্ৰাজ্যবাদী শক্তিৰ হাতৰ পুতলা হৈ দেশৰ নিৰীহ ৰাইজৰ ওপৰত অত্যাচাৰ কৰাটো মোৰ পক্ষে অসম্ভৱ।

হাজৰিকা : যি সাম্ৰাজ্যবাদী শক্তিৰ প্ৰভাৱৰপৰা মুক্ত হ'বলৈ তুমি চাকৰি এৰিব খুজিছা সেই শক্তিয়ে তোমাক ৰঘুমলাৰ দৰে অনুসৰণ কৰিব।

জ্যোতি : সেই শক্তিও দুৰ্ব্বল হৈ আহিছে। অসমৰ সীমান্তত জাপানী সৈন্যৰ কুচকাৱাজ, বৰ্ম্মাত আজাদহিন্দ ফৌজৰ অগ্ৰগতি, দেশৰ ৰাইজ বিদ্ৰোহী। এনে অৱস্থাত বৃটিছ সিংহৰ পক্ষেও আৰু বেছি দিন গৰ্জ্জন কৰা সম্ভৱ নহয়।

হাজৰিকা : দুই এটা থানাত জাতীয় পতাকা উৰুৱাই, দুই-এখন যুদ্ধৰ ৰচদ নিয়া ৰেল বগৰাই দেশ স্বাধীন কৰিব পৰা হ'লে ভাৰতবৰ্ষ কেতিয়াবাই স্বাধীন হ'লহেঁতেন।

জ্যোতি : আপুনি যিমানেই নকওক, নিৰীহ ৰাইজৰ ওপৰত এই অমানুষিক অত্যাচাৰ মই চকুৰে চাই থাকিব নোৱাৰোঁ।

হাজৰিকা : কাক তুমি নিৰীহ বুলি কৈছা? ৰাইজতো আজি অহিংস হৈ থকা নাই। বিপ্লৱীসকলে হিংসাৰ আশ্ৰয় লৈছে। হিংসাক হিংসাৰে দমন কৰিবই লাগিব। তোমাৰ ঘৰত ডকাইত সোমালে আত্মৰক্ষা নকৰাকৈ থাকিবানে? আজি ইমানদিনৰ সাম্ৰাজ্যখন বৃটিছেই বা দুই-এজনক ভয় কৰি এৰি যাব কিয়?

জ্যোতি : নিজৰ দেশক স্বাধীন কৰিবলৈ, স্বৰাজ স্থাপন কৰিবলৈ সকলোৰে জন্মগত অধিকাৰ আছে। এই দেশৰে সন্তান হৈ স্বাধীনতা আন্দোলনত বাধা দিয়া মহাপাপ। গোৰা পল্টনে নিজৰ সাম্ৰাজ্য ৰক্ষা কৰিবলৈ অত্যাচাৰ কৰিলে বুলি আমিও কৰিব লাগিবনে?

হাজৰিকা ঃ লাগিব এই কাৰণেই যে আমি ইংৰাজৰ দৰমহা খোৱা গোলাম। আদেশ পালন কৰা আমাৰ কৰ্ত্তব্য। শুনা জ্যোতি, দেশ স্বাধীন হ'লে মই অকণো বেয়া নেপাওঁ। কিন্তু চৰ্কাৰী কৰ্ম্মচাৰী হিচাপে চৰকাৰৰ হুকুম অমান্য কৰা অন্যায়। আজি যদি দেশ স্বাধীন হয় তেন্তে মই স্বাধীন চৰকাৰৰ আনুগত্য ঠিক এনে ধৰণৰ নিষ্ঠাৰেই পালন কৰিম।

[ হাজৰিকাৰ কথা শেষ হোৱাৰ লগে লগে কেপ্টেন চাহাবে প্ৰকাশক লগত লৈ সোমাই আহে। প্ৰকাশে নিজৰ মনোভাব ঢাকি ৰাখিবলৈ চেষ্টা কৰে। ]

কেপ্টেন ঃ I found him loitering near the Thana.

হাজৰিকা ঃ উদ্দেশ্য কি তোমাৰ?

প্ৰকাশ ঃ নিজৰ দেশৰ মুকলি আকাশৰ তলত মুকলি বতাহ সেৱন কৰা।

হাজৰিকা ঃ He is out to breathe free air.

কেপ্টেন ঃ He looks a clever guy, বহুত হুচিয়াৰ আদমী মালুম হয়। Have me the leaflets Inspector.

হাজৰিকা ঃ সেই কাগজবোৰ দিয়া জ্যোতি।

[ জ্যোতিযে কিছুমান লিফলেট্ ফাইলৰপৰা উলিয়াই চাহাবৰ হাতত দিয়ে। চাহাবে সেইবোৰ চাই এখন জ্যোতিক দি, বাকীবোৰ মেজৰ ওপৰত থৈ দিয়ে। ]

কেপ্টেন ঃ Read the aims and objects only.

[ জ্যোতিয়ে পঢ়ে। ]

জ্যোতি ঃ আমাৰ প্ৰথম উদ্দেশ্য হৈছে চৰকাৰৰ যানবাহন চলাচলৰ পথ বন্ধ কৰা। তাৰ পাছত ৰেলৰ লাইন তোলা, কেচাৰী ঘৰ আৰু পুলিচ থানা ধ্বংস কৰি প্ৰতিদ্বন্দ্বী চৰকাৰ স্থাপন কৰা—

কেপ্টেন ঃ প্ৰতিদ্বন্দ্বী চৰকাৰ? Parallel Government? আচ্ছা young man টুমি জানে কৌন আদমী এইচব লিকে?

প্ৰকাশ ঃ নেজানো।

হাজৰিকা ঃ নেজানা?

প্ৰকাশ ঃ নেজানো। আৰু জনা হ'লেও নক'লোঁহেঁতেন।

কেপ্টেন ঃ লেইকিন, কিউ নাকব?

প্ৰকাশ ঃ চৰকাৰে আপোনালোকক দৰমহা দিছে। আপোনালোকে স্পাই, চোৰাংচোৱা পুহিছে। কোনে এইবোৰ লিখিছে নিজে উলিয়াবলৈ চেষ্টা কৰক। মোক সুধিছে কেলেই?

হাজৰিকা ঃ আমাৰ কৰ্ত্তব্য কি আমি জানো, সোঁৱৰাই দিবৰ আৱশ্যক নকৰে।

প্ৰকাশ ঃ আৱশ্যক হৈছে এই কাৰণেই যে আপোনালোকে বিনা দোষত, বিনা কাৰণত মোক এইদৰে ধৰি আনি থানাত সুমুৱাই জেৰা কৰিছে। এনে কৰিবলৈ কি অধিকাৰ আছে আপোনালোকৰ?

কেপ্টেন ঃ অদিকাৰ? Who are you to question my authority, you bastard!

প্ৰকাশ ঃ ভদ্ৰভাৱে কথা কোৱা চাহাব।

হাজৰিকা ঃ ভদ্ৰতা? তোৰ দৰে বাটৰ ভিকহু এটাৰ লগত আকৌ ভদ্ৰতা? He talks a lot sir. I suspect he knows everything.

কেপ্টেন ঃ O.C. give him a few lashes. হামি জানে কিচ্‌মাফিক হাস্তি দিব লাগে। কিচ্‌মাফিক্ মুকচে বাট নিকালিব লাগে।

[ চাহাবৰ খুব খং উঠে, কিন্তু জ্যোতিও দৃঢ় প্ৰতিজ্ঞ অন্যায় আদেশ পালন নকৰিবৰলৈ। ]

জ্যোতি ঃ Excuse me sir.

[ জ্যোতিয়ে চাহবৰ আদেশ পালন কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰাত হাজৰিকা গৰজি উঠে। ]

হাজৰিকা ঃ জ্যোতি—

জ্যোতি ঃ মই নোৱাৰিম।

[ চাহাবো অধৈৰ্য্য হৈ পৰিছে। ]

কেপ্টেন ঃ Obey me.

হাজৰিকা ঃ জ্যোতি, চাহাবৰ হুকুম পালন কৰা।

জ্যোতি ঃ নকৰোঁ। ই অন্যায়, ই অবিচাৰ।

কেপ্টেন ঃ How dare you say so, you traitor.

প্ৰকাশ ঃ বিশ্বাসঘাতক তেওঁ নহয় চাহাব, বিশ্বাসঘাতক—

কেপ্টেন ঃ Shut up.

প্ৰকাশ ঃ নেথাকোঁ চুপ, কি কৰিবা?

কেপ্টেন ঃ I will make you silent.

[ এইবুলি পিষ্টলটো খাপৰপৰা উলিয়াই প্ৰকাশৰ ফালে টোৱায়। কিন্তু সেই মুহূৰ্ত্ততে এক অঘটন ঘটে। সমুখৰ মেজখন প্ৰকাশে বগৰাই দিয়ে। জ্যোতিয়ে কোঠাৰ লাইটো নুমাই দিয়ে। এন্ধাৰৰ মাজত পিষ্টলেৰে কেবাটাও গুলী মৰাৰ শব্দৰ লগে লগে শুনা যায় কেপ্টেনৰ চিঞৰ। ]

কেপ্টেন ঃ Light, light—

[ চাহাবৰ চিএৰ, গুলীৰ শব্দ আৰু প্ৰকাশৰ অট্টহাঁহিয়ে এন্ধাৰ কোঠাটোৰ পৰিস্থিতি ভয়াবহ কৰি তোলে। প্ৰকাশে ইঁহাৰ ফালে চাহাবে আকৌ গুলীয়ায়। ]

কেপ্টেন ঃ There he is. Arrest him, arrest him.

[ বিউগল্ বাজি উঠে। লগে লগে আঁৰ কাপোৰে দৃশ্যটো ঢাকি দিয়ে। এই আঁৰ কাপোৰখনকে পাৰ্ব্বতী স্বৰূপে লৈ নাটকৰ তৃতীয় দৃশ্য মুকলি হয় গাঁৱৰ একাংশত। ]

---

## তৃতীয় দৃশ্য

### গাঁৱৰ একাংশ

[ সময় মাজৰাতি। ঠাই ডোখৰত জোনৰ উজ্জ্বল পোহৰ পৰিছে। কেজনমান গঞাই কথা পাতি পাতি সোমাই আহে। তেওঁলোকৰ মনত আতঙ্কৰ ভাব। ]

সাতোলা ঃ চাৰিওফালে পুলিচ-মিলিটেৰীয়ে পিয়াপি দি ফুৰিছে।

মকবুল ঃ আজি কিবা এটা অঘটন ঘটিব যেন পাইছোঁ।

ৰমাকান্ত ঃ নক'বা আৰু , কিখন হয়গৈ ভগৱন্ত পুৰুষেহে জানে। আজি তেৰাই ৰাখিলেহে ৰখা।

সাতোলা ঃ নিজলৈ মই ভবা নাই। কিবা এটা কৰিম দিয়াচোন।

ৰমাকান্ত ঃ ব'লা অলপ আগবাঢ়ি। প্ৰকাশ বোপাক লগ ধৰোঁগৈ।

সাতোলা ঃ এৰা, ব'লা। তেওঁ কিবা দিহা এটা দিযক।

[ সাতোলাহঁত যোৱাৰ পাছত বিপৰীত ফালেদি কেজনমান চিপাহী সোমাই আহে। সিহঁতৰ হাতত বন্দুক। এজন চিপাহীয়ে টৰ্চ জ্বলাই কিবা বিচাৰে। কিছু সময়ৰ পাছত সিহঁত ওলাই যায়। সাতোলাহঁত আকৌ সোমাই আহে। প্ৰকাশো আহে। তেওঁৰ হাতত এটা শিঙা। কপালত এটা কটা দাগ। ]

সাতোলা ঃ বোপা, পিছে কিনো কৰা এতিয়া?

প্ৰকাশ ঃ কিহৰ কথানো কৈছে?

সাতোলা ঃ কিবা বুলিছেনে, পুলিচ মিলিটেৰী মখাই দেখোন চাৰিওফালে—

প্ৰকাশ ঃ সিহঁতৰ কাম সিহঁতে কৰিছে। আমাৰ কাম আমি কৰিম।

সাতোলা ঃ গঞাৰ ওপৰত বৰ অত্যাচাৰ চলিছে।

ৰমাকান্ত ঃ ঘৰবাৰী পুৰি দিছে।

প্ৰকাশ ঃ জানো।

সাতোলা ঃ জৰিমনা দিব নোৱাৰিলে হালবোৱা গৰুগাই কাঢ়ি নিছে।

ৰমাকান্ত ঃ মৌলৈকে নেচায় কেলেই? আপোনালোকৰ কথা শুনি পাইকাৰী জৰিমনা নিদিওঁ বুলি ক'লোঁ, মোৰ গুটি ধানৰ ভঁৰালটো মিলিটেৰী চিপাহীয়ে

তেনেই পুৰি পেলালে। এতিয়া ল'ৰা-তিৰোতা লৈ খাওঁ কি? কৰোঁ কি?

প্ৰকাশ : এনে অৱস্থা অকল আপোনাৰেই হোৱা নাই, আন গঞাৰো হৈছে।

ৰমাকান্ত : আমাৰ হাতত বন্দুক-বাৰুদ বুলিবলৈ একোকে নাই। আমিনো ইংৰাজৰ সতে যুঁজিব পাৰিমনে?

সাতোলা : ইফালে আকৌ ঢোল কোবাই শুনাই দিছে, বিপ্লৱীসকলৰ সতে লগ লাগি কাম কৰিলে উৰাজহাজৰপৰা গুলীয়াই ৰাইজৰ নগুৰনাগতি কৰিব।

ৰমাকান্ত : এইবোৰ কথা শুনিবৰেপৰা গঞাৰাইজৰ দুই-এজনৰ মন কিছু ভাগিছে।

প্ৰকাশ : ৰাইজৰ মন যাতে নেভাগে তাৰ বাবে যত্ন কৰিব লাগিব আপোনালোকেই। আমি বিদেশী শোষণকাৰীৰ সতে যুঁজিম বুলি শপত্ খাইছোঁ। আমাৰ গাঁৱৰে ডেকা-গাভৰুৱে অন্যায় আৰু অত্যাচাৰৰ বিৰুদ্ধে মূৰ ওখ কৰি প্ৰতিবাদ কৰিবলৈ গৈ বন্দুক আৰু চঙ্গীনৰ আগত প্ৰাণ দিছে। তেওঁলোকৰ অমৰ আত্মাই আমাক সকলো সময়তে সোঁৱৰাই দিয়ে সেই প্ৰতিজ্ঞাৰ কথা—কৰেঙ্গে য়া মৰেঙ্গে। এই সময়ত আপোনালোক এনেকৈ দুৰ্ব্বল হৈ নপৰিব। মন ডাঠ কৰক। আপোনালোকৰ এনে অৱস্থা হ'লে কাৰ মুখ চাই আমি উৎসাহ-উদগনি পাম?

সাতোলা : পুলিচ-মিলিটেৰীয়ে যে ৰাইজক এনেকৈ অতৰ্কিতে আক্ৰমণ কৰিছে তাৰ এটা প্ৰতিবিধান কৰিব লাগিল নহয়।

[ মনবৰ সোমাই আহে। ]

মনবৰ : তাৰ প্ৰতিবিধান কৰিবলৈকে গাঁৱৰ ডেকাসকলক একগোট কৰি শান্তিবাহিনী গঠন কৰা হৈছে। আমি প্ৰত্যেকেই পহৰাত থাকিব লাগিব। ৰাইজক আমিয়েই নেৰাখিলে কোনে ৰাখিব? পুলিচ-মিলিটেৰীয়ে যেনেকৈ আমাৰ পাছত চোৰাংচোৱা ৰাখিছে আমিও ঠিক তেনেকৈয়ে সিহঁতৰ গতি-বিধি চাই থাকিব লাগিব।

প্ৰকাশ : শান্তিবাহিনীৰ প্ৰত্যেক ডেকাৰে হাতত এনেধৰণৰ একোটা শিঙা দিয়া হৈছে। ক'ৰবাত চিপাহী অহা গম পালে শিঙা বজাই ৰাইজক আগতীয়াকৈ সাৱধান কৰি দিয়া হ'ব।

[ হঠাতে জোনৰ পোহৰত প্ৰকাশৰ কপালৰ দাগটো মনবৰৰ চকুত পৰে। ]

মনবৰ : বোপা!

প্ৰকাশ : কি হ'ল মনবৰকাই?

[ প্ৰকাশৰ কপালৰ দাগটো ভালকৈ চাবলৈ মনবৰ ওচৰ চাপে। ]

মনবৰ : চাওঁ চাওঁ, এইটো কিহৰ দাগ?

প্ৰকাশ : নাই একো হোৱা নাই, এনেয়ে কিবা এটা—

মনবৰ : তুমি তেনেকৈ নক'বা। মই ঠিক জানিছোঁ, তোমাক চিপাহীবোৰে—
প্ৰকাশ : থানালৈ ধৰি নিছিল।
মনবৰ : থানালৈ ধৰি নিছিল ?
প্ৰকাশ : হয়তো আটক কৰিলেহেঁতেন—বাৰু, থওক সেইবোৰ, একো ডাঙৰ কথা হোৱা নাই।
মনবৰ : ডাঙৰ কথা হোৱা নাই বুলি নক'বা। দেখিছা সাতোলা ইহঁতৰ মইমতালি কেনেকৈ বাঢি গৈছে? আমি বুঢাবোৰ থাকোঁতে গাঁৱৰ ডেকা-গাভৰুক এনেকৈ—
সাতোলা : বোপা তুমি বেযা নেপাবা। ক্ষন্তেকৰ বাবে মোৰ মনটো দুৰ্ব্বল হৈছিল। তোমাক দেখি মনৰ বল ঘূৰাই পালোঁ।
[ আঁতৰত মানুহ অহাৰ গম পাই ]
মনবৰ : কোনোবা এই ফালে অহা যেন লাগিছে।
প্ৰকাশ : ব'লক আমি আঁৰলৈ যাওঁ।
[ প্ৰকাশ মনবৰ আদি যায। কেপ্টেন আৰু হাজৰিকা সোমাই আহে। ]
কেপ্টেন : Did you notice Inspector?
হাজৰিকা : হয স্যাৰ।
কেপ্টেন : হামাৰ বিচওৱাচ, কোন্‌বা মানুহ হেই ফালে গ'ল। These men must be after some new plan
হাজৰিকা : মোৰো তেনে সন্দেহেই হৈছে। সিদিনাহে মাথোন সিহঁতে ট্ৰাঙ্ক ৰোডৰ কাঠৰ দলং পুৰি, কনভয় অহা-যোৱাত বাধা দিছে।
কেপ্টেন : We have orders to kill them at sight. ডেইকা পালে গুলী কড়িব পাৰে।
হাজৰিকা : চাহাবৰ হুকুম মই নিশ্চয় পালন কৰিম।
কেপ্টেন : Well Hazarika, you must agree that our Prime Minister is a clever man ইচ্‌তৰফ এমেৰিকা যুদ্ধ কড়িল আউৰ ইউৰোপমে ৰাচিয়ান চোল্‌জাৰলোগ হিট্‌লাৰকো ঠাণ্ডা বনাব।
হাজৰিকা : But sir, জাপানীবোৰ বৰকৈ আগবাঢ়িছে।
কেপ্টেন : হামিলোগ জাপানীচবকো এড্‌ভাঞ্চ্ কড়িব দিছে। By planned retreat we are drawing them to their grave. হামিলোগ ৰিট্ৰিট্ কড়ি জাপানীক গোৰস্তান পৰ টানি আনিছে। They will be destroyed to the last man. এক আদমী আউৰ নাই থাকিব! They will be trapped and killed.
[ এনেতে কেপ্টেন চাহাবে আঁতৰত কিছুমান মানুহক হাতত জোৰ লৈ যোৱা দেখা পায়। ]

Look Inspector, those villagers with torches—

হাজৰিকা ঃ এৰা, হাতত জোৰ কেবাজনো মানুহ।

কেপ্টেন ঃ Go and see.

হাজৰিকা ঃ Right sir.

[ হাজৰিকা যাব খোজোঁতে কেপ্টেনে মাত দিয়ে। ]

কেপ্টেন ঃ Listen.

হাজৰিকা ঃ Yes sir—

কেপ্টেন ঃ Is your revolver loaded?

[ হাজৰিকাই খাপৰপৰা পিষ্টল উলিয়াই পৰীক্ষা কৰে। ]

হাজৰিকা ঃ ছটা গুলী ভৰোৱা আছে স্যাৰ।

কেপ্টেন ঃ Okay go. I shall be here. কোন্‌বা আদমী গোলমাল কৰিলে জৰুৰ গুলী চাহলাব।

হাজৰিকা ঃ Right Sir.

[ হাজৰিকা যায়। কেপ্টেনে নিজৰ পিষ্টলটো খাপৰপৰা উলিয়াই এবাৰ পৰীক্ষা কৰি চায় আৰু তাৰ পাছত হাজৰিকা যোৱাৰ ফালে দুখোজ আগবাঢ়ি যায়। এনেতে বিপৰীত ফালে নেপথ্যত কিবা এটা শব্দ হয়। চাহাবে সাউৎ কৰে ঘূৰি, পিষ্টল টোৱাই সোধে— ]

কেপ্টেন ঃ হেই Who's there? কোউন আছে?

[ প্ৰকাশ সোমাই আহে, হাতত শিঙা লৈ। ]

প্ৰকাশ ঃ চাহাব, মই।

কেপ্টেন ঃ Oh you?

প্ৰকাশ ঃ ওঁ, প্ৰকাশ।

কেপ্টেন ঃ টোমাৰ ফ্ৰেণ্ড জ্যোতি বৰুৱা কিধাৰ আছে?

প্ৰকাশ ঃ মই নেজানো।

কেপ্টেন ঃ He has resigned his job. That fool! উচ্‌কা বহুত জবৰদস্ত চাজা মিল্‌হিব। টোমাৰ সাথ উচ্‌কা দোস্তি আছে। You conspired to get yourself free from custody that day. উচ্‌দিন কাৱাৰ্ড মাফিক টোমলোগ থানাৰ পৰা ভাগিলে। টোমলোগ বহুত ভয় কৰে আউৰ Straight fight পছন্দ্‌ নাকৰে।

প্ৰকাশ ঃ পোনপটীয়া যুদ্ধৰ কথা মোৰ আগত নক'বা। তোমালোকৰ যুদ্ধৰ নীতি মই ভাল দৰে জানো। আৰু তোমালোকে যদি শত্ৰুৰ ফালে টোৱাব লগা বন্দুক-চঙ্গীন দেশৰ নিৰীহ ৰাইজৰ ফালে পোনাব পাৰা, আমিও জন্মভূমিৰ স্বাধীনতাৰ কাৰণে, দেশৰ বৃহত্তৰ স্বাৰ্থৰ হকে, তোমালোকৰ হাতৰপৰা আত্মৰক্ষা কৰিবলৈ কৌশল অৱলম্বন কৰিব পাৰোঁ। আৰু

আৱশ্যক হ'লে তোমালোকৰ বৰ্ব্বৰতাৰ বিষয়ে ৰাইজক সচেতন কৰি দিবলৈ—

[ প্ৰকাশে বজাবলৈ শিঙা মুখত লয়। ]

কেপ্টেন : হেই Stop that.

প্ৰকাশ : কিয়?

কেপ্টেন : I say stop that. Don't argue.

প্ৰকাশ : শিঙা নবজাম আৰু তোমালোকে শুই থকা গঞা ৰাইজৰ ওপৰত কৰিবা অত্যাচাৰ? সেইটো হ'ব নোৱাৰে। মোৰ গাত এটোপাল তেজ থাকে মানে মই এনে হ'বলৈ নিদিওঁ।

[ পুনৰ শিঙা বজাবলৈ মুখত লয়। ]

কেপ্টেন : I order you, stop that.

প্ৰকাশ : অৰ্ডাৰ? হুকুম? নেমানো তোমাৰ হুকুম।

কেপ্টেন : নাই জানে টুমি, কাৰ লগত কথা কয়?

প্ৰকাশ : জানো, জানো চাহাব, ভালদৰে জানো। সেই ইংৰাজৰে বংশধৰ তুমি, যিসকলে ইষ্ট ইণ্ডিয়া কোম্পানীৰ নামত বণিজ কৰিবলৈ আহি, মিঠা কথাৰে ৰাইজক ভুলাই, আঙুলিৰ মূৰত লেখিব পৰা কেজনমানক ধন আৰু পদবীৰ লোভ দেখুৱাই, বলেৰে আৰু কৌশলেৰে ভাৰতত কৰিলে ৰাজ্য বিস্তাৰ। আৰু ইয়াকো জানো, তুমি সিহঁতৰে লগৰীয়া, যিসকলে মণিৰাম, পিয়লীক দিছিলা ফাঁচী, যিসকলে নৃশংসভাৱে কনক, ৰাউতা. ভোগেশ্বৰীক মাৰিছা গুলীয়াই, নপতা ফুকন হৈ দেশৰ নিৰীহ ৰাইজৰ মনত সৃষ্টি কৰিছা আতঙ্ক।

কেপ্টেন : টোমহাৰ দেইখৰ আদমী কাৱাৰ্ড আছে। উচ্ কাৰণ বয় কৰে। লুখাই লুখাই ৰেলৰ লাইন তোলে। স্কুল জ্বলায়, ব্ৰীজ ভাঙ্গে। হামিলোগ হেইচব বন্ধ কড়িব। দেইখত হান্তি ৰক্কা কটিব।

প্ৰকাশ : দেশৰ শান্তি ৰক্ষা কৰিবলৈ তোমালোকক কোনে মাতিছে?

কেপ্টেন : টোমাৰ দেখ্ শক্ৰ আক্ৰমণ কড়িছে। দেইখৰ শক্ৰ হটাবলৈ চিপাহী যাব লাগে, ৰচদ্ যাব লাগে, গোলা-বাৰুদ, বন্দুক-কামান যাব লাগে, আউৰ টোমালোগে বাধা দিয়ে। লেইকিন এহি বাট নাহি চমজে, জাপানী আহিলে দেখ্টাৰ কি অৱস্থা হ'ব?

প্ৰকাশ : জাপানীসকল আমাৰ শত্ৰু নহয়। এই যুদ্ধ আমাৰ যুদ্ধ নহয়। গুচি যোৱা তোমালোক আমাৰ দেশৰপৰা। আমি দলং ভাঙিছোঁ, আলি কাটিছোঁ, পঢ়াশালি পুৰিছোঁ আকৌ গঢ়ি ল'ম। কিন্তু সেইবুলি আমাৰ দেশত তোমালোকক মইমতালি কৰিবলৈ কেতিয়াও এৰি নিদিওঁ।

কেপ্টেন : টোমাৰ এক আদমীৰ বাটচে হামিলোগ কভি নাই যাব।

প্ৰকাশ : এক আদমী নহয় চাহাব, হাজাৰ আদমী, লাখ আদমী, তোমালোকৰ বন্দুক-কামান আৰু হাৱাই জাহাজৰ বোমাৰে মাৰিব পৰা মানুহতকৈ বহুত বেছি মানুহ। পৰাধীন ভাৰতৰ জাগ্ৰত জনগণ, মুনিহ-তিৰোতা, বুঢ়া-মেঠা, ল'ৰা-ছোৱালী, ডেকা-গাভৰু সকলোৱে আজি জাতিৰ পিতা মহামানব মহাত্মাৰ নেতৃত্বত একগোট হৈ, একেলগে, নদ-নদী, পৰ্ব্বত-ভৈয়াম ৰজনজনাই কৈছে "ইংৰাজ ভাৰত এৰা"। তোমালোকৰ ৰঙা চকু আৰু চঙ্গীন-বন্দুকেৰে শাসন কৰাৰ দিন উকলিল চাহাব। আমাৰ এই শিঙা অকল অচেতন ৰাইজক সচেতন কৰিবলৈকে নহয়—আমাৰ এই শিঙা দেশসেৱকৰ বিজয় দুন্দুভী, মাতৃপূজাৰ মঙ্গল বাদ্য। সেয়ে তোমাৰ ৰঙাচকু আৰু গুলীভৰা পিষ্টেলৰ আগত বুকুপাতি দি শিঙা মই বজামেই।

কেপ্টেন : I will not allow you to do that.

[ এইবুলি কেপ্টেনে পিষ্টলৰ আগটোৰে প্ৰকাশৰ শিঙাটো ওফৰাই দিয়ে। কিন্তু সেই মুহূৰ্ত্তে হাতত শিঙা লৈ উত্তেজিতভাৱে সোমাই আহে সাতোলা। ]

সাতোলা : চাহাব তুমি ভাবিছা গাঁৱত আৰু মানুহ নাই। অকলে তুমি বাধা দিবা কেইজনক?

[ সাতোলাই শিঙা জোৰেৰে বজাই দিয়ে। লগে লগে নেপথ্যত কেবাটাও শিঙা বাজি উঠে। ]

কেপ্টেন : Die then like a dog.

[ চকুৰ পচাৰতে সাতোলাক গুলী কৰি কেপ্টেন গুচি যায়। প্ৰকাশে লৰি গৈ, গুলী খাই বাগৰি পৰা সাতোলাক তুলি ধৰে। সাতোলাৰ বুকুৰেদি তেজ ওলোৱাৰ ফলত পিন্ধি থকা চোলাটো ৰঙা হৈ যায়। জোনটোক আৱৰি ধৰা ডাৱৰ চমকা আঁতৰি যায়, স্নিগ্ধ পোহৰে সাতোলাৰ মুখখন উদ্ভাসিত কৰি তোলে। ]

প্ৰকাশ : সাতোলাকাই আপুনি কি কৰিলে। কিয় এনে কৰিলে!!

[ মনবৰ, ৰেখা, মক্‌বুল, ৰমাকান্ত আৰু কেবাজনো গঞা সোমাই আহে। ]

মনবৰ : কি হ'ল? কি হ'ল প্ৰকাশ বোপা? সাতোলা!!

সাতোলা : মই আগবাঢ়িলোঁ, মনবৰ তুমি আহিবা। ভগৱানৰ বৰ কৃপা, ডেকাৰ আগতে বুঢ়াক নিলে।

প্ৰকাশ : ৰেখা, অলপ পানী—

[ ৰেখাই পানী আনিবলৈ যায়। সেহাই সেহাই সাতোলাই কয়। ]

সাতোলা : প্ৰকাশ বোপা, তোমাৰ জহতে জীৱন সাৰ্থক হ'ল।

[ ৰেখাই পানী এলোটা আনে। লগতে আন এজনা তিৰোতা আহে। ]

ৰেখা : এয়া পানী। চাওঁ সাতোলাকাই, অলপ খোৱা।

সাতোলা : দিয়া আইদেউ।

[ সাতোলা বৰ দুৰ্ব্বল। ৰেখাই মুখত পানী বাকি দিয়ে। ]

সাতোলা : আমাৰ আৰু ভয় নাই। মই ঠিক জানিছোঁ, দেশ স্বাধীন হ'ব, গাঁওবোৰ নদন বদন হৈ উঠিব। তিনি বৰণীয়া পতাকা কেচাৰী ঘৰৰ মূধত, চৰ্কাৰী ঘৰৰ টিঙত, সকলো ঠাইতে উৰিব। দেশ স্বাধীন হ'ব।

[ গভীৰ উত্তেজনাত সাতোলাই মূৰটো দাঙিব খোজোঁতেই বুকুত খুন্দামাৰি ধৰা যেন অনুভৱ কৰে। তেওঁ প্ৰকাশৰ কোলাত ঢলি পৰে। সাতোলাকাইৰ মৃত্যু হয়। ৰেখাইঁতে "সাতোলাকাই" বুলি চিঞৰি উঠে। ৰাইজে চকুলো টোকে। প্ৰকাশে সাতোলাকাইৰ মুখখন এবাৰ ভালকৈ চাই, চুলিত হাত বুলাই, গধুৰ মাতেৰে কয়— ]

প্ৰকাশ : বীৰৰ মৰণ কৰি সাতোলাকায়ে আমাক বাট দেখুৱাই দি গ'ল। কাইলৈ অন্যায় আৰু অত্যাচাৰৰ প্ৰতীক পুলিচৰ থানাত জাতীয় পতাকা উৰুৱাবই লাগিব। তেহে সাতোলাকাইৰ আত্মাই শান্তি পাব। সাতোলাকাইৰ মৃত্যুয়ে পুনৰ আমাক সোঁৱৰাই দিছে আমাৰ প্ৰতিজ্ঞাৰ কথা—কৰেঙ্গে য়া মৰেঙ্গে।

[ দূৰৈৰপৰা, জলদ গম্ভীৰ স্বৰে গোৱা গীতৰ সুৰ ভাহি আহে। মঞ্চ লাহে লাহে এন্ধাৰ হয়, গীত স্পষ্টভাবে শুনা যায়। ]

আজি
তিমিৰ বিদাৰি
উদিছে সূৰ্য্য
বিশ্ব খলকি
বাজিছে তূৰ্য্য
নতুন অভ্যুদয়
তোৰ
মুক্তি যুঁজৰ
অগ্নিমন্ত্ৰ
মৃত্যু কিম্বা জয়।

---

## চতুৰ্থ দৃশ্য

## থানাৰ চৌহদ

[ সময় দোকমোকালি। মঞ্চত চকাচ্ছন্দা পোহৰ। আগৰ দৃশ্যটোৰ অন্তত গোৱা গীতফাকিৰ লগতে সুৰ মিলাই, নেপথ্যত, গীত গাই ৰাইজৰ সমদল থানাৰ ফালে আগবাঢ়ি আহিছে। কেপ্টেন, হাজৰিকা আৰু কেজনমান বন্দুকধাৰী চিপাহী গিৰিপ্ গিৰিপ্ কৰে মঞ্চলৈ সোমাই আহে। কেপ্টেনে হাজৰিকাক নিৰ্দ্দেশ দিয়ে। ]

কেপ্টেন ঃ Post these sepoys at convenient places ঠিক ঠিক জাগাট চিপাহী চবক খাড়া কড়িব লাগে। হুকুম পালে চব আদমী একচাঠ গুলী কড়িব।

হাজৰিকা ঃ Right Sir.

[ হাজৰিকাই নিৰ্দ্দেশ দিলত চিপাহীবোৰ তেওঁ লগতে ওলাই যায়। কেপ্টেনে পিষ্টলটো খাপৰপৰা উলিয়াই লয়। হাজৰিকা পুনৰ সোমাই আহে। সমদলৰ গীত স্পষ্টতৰ হয়। সমদলে গাইছে, এই গীতটো—

বুকুৰ তেজেৰে
ধৰণী বোলাই
দেশৰ শত্ৰুক
ভেটিবি তই
মাতৃ পদৰ
লভিছ আশিস
নাই ভয় তোৰ
নাই ভয়।
তিমিৰ বিদাৰি
উদিছে সূৰ্য্য
বিশ্ব খলকি
বাজিছে তূৰ্য্য

নতুন অভ্যুদয়
তোৰ
মুক্তি যুঁজৰ
অগ্নিমন্ত্ৰ
মৃত্যু কিম্বা জয়।

কেপ্টেন : I think they are fast approaching.

হাজৰিকা : দলটোত তিৰোতা মানুহো আছে স্যাৰ।

কেপ্টেন : They think টিৰোটা আদমী দেইকিলে হামিলোগ বয় কাব। We respect ladies no doubt but we can also kill them. যদি দৰকাৰ চমজে বিদ্ৰোহীকো কৃত্তা মাফিক গুলী ভী কঢ়িব পাৰে।

হাজৰিকা : সিহঁতে ভাবিছে এনেকৈ প্ৰচেশ্যন কৰি, গীত গাই, থানা অধিকাৰ কৰিব।

কেপ্টেন : লেইকিন এহি বাট নাই জানে, মিলিটেৰী চিপাহী চঙ্গীন-বন্দুক লেকৰ থানা পাহাৰা দে'টা। থানা নজ্‌দিগ আহিলে গুলী চাহ্‌লাব।

[ গীত গাই গাই সমদল ওচৰ চাপে। ]

হাজৰিকা : সিহঁত তেনেই ওচৰ চাপি আহিছে।

কেপ্টেন : Tell them, we don't care, whether they are men, women or children.

[ এইবুলি কেপ্টেন চাহাবে প্ৰস্থান কৰে। সমদল মঞ্চত প্ৰৱেশ কৰে। প্ৰত্যেকৰে হাতত একোখন জাতীয় পতাকা। সমদল প্ৰৱেশ কৰাৰ লগে লগে কিছুমান চিপাহী আহি লাঠীৰে সমদল আগুৱাই যাব নোৱৰাকৈ হেঙাৰ দিয়ে। ]

ৰেখা : আমাক বাধা নিদিব, আগুৱাই যাবলৈ দিয়ক।

হাজৰিকা : আগবাঢ়ি গ'লে নিশ্চিত মৰণ।

ৰেখা, প্ৰকাশ : মৰণক আমি ভয় নকৰোঁ।

হাজৰিকা : সাৱধান, এখোজো আগবাঢ়ি নাহিবা।

প্ৰকাশ, ৰেখা : আগুৱাই আমি যামেই।

প্ৰকাশ : অন্যায় আৰু অত্যাচাৰৰ প্ৰতীক সেই থানা আমি দখল কৰিমেই।

মনোৰৰ : নুশুনো তহঁতৰ কথা। নেমানো তহঁতৰ হুকুম। আগবাঢ়ি যামেই। ৰাইজ আগবাঢ়া।

[ সমদল আগুৱাই যাবলৈ চেষ্টা কৰে। পুলিচে বাধা দিয়ে। ]

হাজৰিকা : মই দুনাই কৈছোঁ, তোমালোকে বল প্ৰয়োগ কৰিলে আমিও লাঠী-বন্দুক

চলাবলৈ বাধ্য হ'ম।

প্ৰকাশ : আমি আমাৰ ন্যায্য-দাবীৰ কথা কৈছোঁ। পুলিচৰ থানাত গোৰা পল্টনে কেলেই পহৰা দিব লাগিছে? দেশ আমাৰ, আপোনালোকো আমাৰেই। আপোনালোকো ভাৰতবাসী। তিনিবৰণীয়া জাতীয় পতাকা কেৱল আমাৰেই পতাকা নহয়, আপোনালোকৰো পতাকা। থানাত এই পতাকা উৰিলে অকল আমাৰেই গৌৰৱৰ কথা নহয়, আপোনালোকৰো গৌৰৱৰ কথা।

ৰেখা : আমাক বাট এৰি দিয়ক।

হাজৰিকা : আমাৰো কৰ্ত্তব্য আছে।

প্ৰকাশ : আপোনালোকে আপোনালোকৰ কৰ্ত্তব্য কৰক। থানাৰ মূধত ত্ৰিৰঙ্গ নিচান উৰুৱাবই লাগিব। ৰাইজ ব'লা আগুৱাই।

হাজৰিকা : বিৰত হোৱা, নাগুৱাবা। নিশ্চিত মৰণৰ মুখত—

প্ৰকাশ : মৰণ-পণ আমাৰ। ৰাইজ ব'লা আগুৱাই। ওফৰাই দিয়া বাধা। কৰেঙ্গে যা মৰেঙ্গে—

[ খন্তেকতে হুৰা-দুৱা লাগি পৰে। মহাত্মা গান্ধীৰ জয়, ইনক্লাব জিন্দাবাদ, কৰেঙ্গে যা মৰেঙ্গে—আদি ধ্বনি কৰি, পুলিচৰ হেঙাৰ নেওচি ৰাইজ আগুৱাই যায়। পুলিচে গুলী চলায়। পুলিচৰ লাঠৰ কোব ৰেখাৰ মূৰত লাগে ৰেখা বাগৰি পৰে লগে লগে হাই-উৰুমি বাঢ়ি যায়। ৰাইজৰ কিছুমানে গুলীকো নেওচি আগবাঢ়ি যায়, কিছুমান আহত হয়, দুই-এজনে মৃত্যু বৰণ কৰে। হাই-উৰুমিৰ মাজতে পট পৰে। ]

— বিৰতি —

# পঞ্চম দৃশ্য

## চৰকাৰী ডাক্তৰখানা

[ ডাক্তৰক লগ পাবলৈ অহা ৰোগীসকল বহা আহল-বহল কোঠা। কেখনমান বেঞ্চ পৰা আছে। পাছফালৰ দুৱাৰখনেৰে ডাক্তৰ বহা কোঠালৈ যাব পাৰি। কোঠাটোৰ দুয়োকাষে বাহিৰলৈ ওলাই যোৱা বহল দুৱাৰ দুখন মুকলি হৈ আছে। পাছফালৰ দুৱাৰখন জপাই থৈছে। দুই-এজন মানুহ, দুই-এগৰাকী নাৰ্চ অহা-যোৱা কৰে। দুজন মানুহে ষ্ট্ৰেচাৰত এজন ৰোগীক লৈ এদাঁতিয়েদি সোমাই আহি আন দাঁতিয়েদি ওলাই যায়। ইন্‌স্পেক্টৰ হাজৰিকা গিৰিপ্ গিৰিপ্ কৰে আহি ডাক্তৰ বহা পাছফালৰ কোঠাটোলৈ সোমাই যায়। অলপ সময়ৰ পিছত মনবৰ আৰু জ্যোতি আহে। মনবৰৰ এখন হাতত বেণ্ডেজ বন্ধা। শ্লিং লগাই থোৱা হৈছে। তেওঁৰ আনখন হাতত এটা টোপোলা। টোপোলাত কেটামান সুমথিৰা টেঙা। কোঠাটোলৈ সোমাই মনবৰে বেঞ্চ এখনত বহে। জ্যোতিয়ে ইফালে-সিফালে চাই, যি ফালেৰে আহিছিল তাৰ বিপৰীত ফালে সোমাই যায় আৰু অদৃশ্য হয়। খন্তেক পিছতে জ্যোতি উভতি আহিলত মনবৰে সোধে। ]

**মনবৰ** : বোপা, কিবা উৱাদিহ পালানে?

**জ্যোতি** : এজনক কৈ আহিছোঁ।

**মনবৰ** : টপৰাই যে কিবা এটা হ'ব মই আশা কৰা নাই। বহা এইখনতে।
[ জ্যোতি বহে। ]

**মনবৰ** : চাকৰি ইস্তফা দি তুমি ঘৰলৈ গৈছিলা?

**জ্যোতি** : ঘৰৰ লেঠাবোৰ সামৰি আহিলোঁ।

**মনবৰ** : ভাল কৰিলা। এই সময়ত ইয়াত থকাটো বৰ দৰকাৰ হৈ পৰিছে। দেখিছা নহয় আমাৰ অৱস্থা। একো এটা কৰিবৰ শক্তি নাই। হাত দুখনেৰেই ইটো-সিটো কৰিছিলোঁ, তাৰো এখন ঘুণীয়া হ'ল। ভগৱন্ত বস্তুৰেনো কিয় মাৰি নিনিলে ক'ব নোৱাৰোঁ। আগৰ জনমত কিবা পাপ কৰিছিলোঁ কাৰণেহে চাগৈ এইখন বিলৈ চাবলৈ এতিয়াও জীয়াই ৰাখিছে!

জ্যোতি : বাতৰি কাকতত ঘটনাৰ কিছু আভাস পাইছিলোঁ। এখন চিঠি যদি কোনোবায়—

মনবৰ : চিঠি লিখিবলৈ সময় ক'ত? নকৈছোঁ বোপা এওঁলোক ককায়েক-ভনীয়েক জানিবা জুইৰ ফিৰিঙতিহে। যিদিনা পুলিচৰ থানাত জাতীয় পতাকা উৰুৱাবলৈ যাওঁ সেইদিনাখন ৰেখা আইদেউ আছিল সকলোৰে আগত।

জ্যোতি : আৰু প্ৰকাশ?

মনবৰ : প্ৰকাশ বোপাইতো একেচাবে পুলিচৰ হেঙাৰে ওফৰাই আগুৱাই গ'ল। ললিতো গৈছিল, পুলিচৰ গুলী খাই বেচেৰা বৈ গ'ল। কামিনী আৰু কৰিম চালৰপৰা বাগৰি পৰিল। প্ৰকাশ বোপাই চাল বগাই মূধ পালেগৈ। নিজৰ হাতেৰে পতাকা উৰুৱালে। বন্দেমাতৰম, মহাত্মা গান্ধীৰ জয় বুলি চিঞৰিলে। ৰাইজখন উত্ৰাৱল হৈ পৰিল। আমাৰ দেশী চিপাহীবোৰৰ মুখতো যেন হাঁহি বিৰিঙি উঠিল।

জ্যোতি : আমাৰ দেশী চিপাহীবোৰে, অন্ততঃ সিহঁতৰ বহুতেই আজি চাকৰি কৰিছে নিৰুপায় হৈ পেটৰ ভাত এমুঠি মোকলাবলৈহে।

মনবৰ : এৰা বোপা, য'ত কুটৰ ঘাই হৈছে অপহৃতা-অসুৰা এই গোৰা চিপাহীবোৰেই। অস্ অস্ মইনা কিয় তেতিয়াই মৰি ন'গলোঁ। সইতে কৈছো বোপা গুলীটো মোৰ হাতত নেলাগি মূৰত লগা হ'লেহে বেছি ভাল পালোহেঁতেন।

[ নাৰ্চ এগৰাকী সোমাই আহে। জ্যোতি আৰু মনবৰ থিয় হৈ, ওচৰ চাপি যায়। ]

জ্যোতি : হেৰি, অনুগ্ৰহ কৰি অলপ শুনিবনে?

নাৰ্চ : কি কওক।

জ্যোতি : ৰেখা দুৱৰা বোলা যে এগৰাকী—

নাৰ্চ : ৰেখা দুৱৰা?

জ্যোতি : হয়, পলিটিকেল ওৱাৰ্ডৰ।

নাৰ্চ : অ', বুজিছোঁ। মূৰত আঘাত পাইছে—

জ্যোতি : কেনে আছে এতিয়া?

নাৰ্চ : আঘাত ভালকৈয়ে লাগিছিল। এতিয়া বাৰু হৈছে। আজি বেণ্ডেজ খোলাৰ কথা।

জ্যোতি : অনুগ্ৰহ কৰি এবাৰ লগ পোৱাই দিব নোৱাৰিবনে?

নাৰ্চ : কথা দিব নোৱাৰোঁ। চেষ্টা কৰি চাওঁ বাৰু।

মনবৰ : ভগৱানে আপোনাৰ মঙ্গল কৰিব আইদেউ, চেষ্টা কৰি চাওক। আৰু এইকেইটা সুমথিৰা নিয়ক আইদেউৰ কাৰণে আনিছোঁ।

জ্যোতি : আমাক লগ পাবলৈ তেওঁ নিজেও চাগে বৰ ব্যগ্ৰ হৈ আছে।

নাৰ্চ : বাৰু মই চেষ্টা কৰি চাওঁ। জানেই নহয় Ordinary Patient নহয়।
[ সুমথিৰাৰ টোপোলাটো লৈ নাৰ্চ যায়। ]

মনবৰ : মোৰ মনটো কেনেবা কেনেবা লাগিছে। প্ৰকাশ বোপাৰ কথা আইদেৱে নেজানেই নহয়।

জ্যোতি : আমি নিজকে সংযত কৰি ৰাখিব লাগিব। আমাৰ কাৰণে যেন ৰেখাৰ কোনো অনিষ্ট নহয়।

মনবৰ : মইনো আইদেউক কেনেকৈ কথাষাৰ ক'ম ভাবিকে পোৱা নাই।

জ্যোতি : অ', সৌৱা আহিছে।
[ ডাক্তৰখানাৰ চকা লগোৱা চকীত বহুৱাই, নাৰ্চে ৰেখাক লৈ আহে। ৰেখাৰ মূৰত চকুদুটা ঢাক খুৱাই বেণ্ডেজ বন্ধা। ]

নাৰ্চ : ডাক্তৰ বেণ্ডেজ খুবিললৈ অহা নাই কাৰণে আনিব পাৰিলোঁ। বেছি পৰ ৰাখিব নোৱাৰিম। কথাও বেছি পাতিবলৈ নিদিব। বৰ দুৰ্ব্বল হৈ আছে।
[ ৰেখাক থৈ নাৰ্চ গুচি যায়। মনবৰ ওচৰ চাপি আহি মৰমেৰে মাত দিয়ে। ]

মনবৰ আইদেউ—

ৰেখা : মনবৰকাই কিমানদিন যে আপোনালোকক লগ পোৱা নাই!

জ্যোতি : ৰেখা—

ৰেখা : কোন? জ্যোতিদা? তুমি চাকৰি এৰাৰ কথা দাদাৰ মুখে শুনিছিলোঁ। শুনাৰেপৰা তোমাক লগ পাবলৈ মনটো বৰ বিয়াকুল হৈ আছিল। আগতে নাহিলা কিয়?

মনবৰ : কেনেকৈ আহিব? চাকৰি এৰি ঘৰলৈ গ'ল। তদুপৰি এওঁৰ ওপৰতো পুলিচৰ চোকা নজৰ।

জ্যোতি : এতিয়া কেনে পাইছা ৰেখা?

ৰেখা : বহুতো ভাল।

মনবৰ : মূৰ নিবিষায় নহয়নে আইদেউ?

ৰেখা : নিবিষায়। চকুকেটা ঢাকখাই থকাৰ কাৰণেহে বৰ অসুবিধা লাগিছে। কিমান দিনযে পোহৰ দেখা নাই!

জ্যোতি : আজি বেণ্ডেজ খুলিব।

মনবৰ : এইবাৰ তোমাক আৰু এনেকৈ খদমদমাই ফুৰিব নিদিছোঁ।

ৰেখা : জ্যোতিদা, ককাইদেউক লগ পাইছা?

জ্যোতি : প্ৰকাশক।
[ অজানিতে জ্যোতিৰ মাত কঁপি উঠে। ]

ৰেখা : তোমাৰ মাতটো এনেকৈ কঁপিছে কিয়? ককাইদেউক পুলিচে এৰেষ্ট কৰিছে, নহয়নে?

জ্যোতি : ৰেখা—

[ জ্যোতিয়ে ক'ব নোৱৰা হয়। ]

ৰেখা : মনবৰকাই আপুনি নিমাত হৈ আছে কিয়? সেইদিনা আপুনিও আমাৰ লগতে নাছিল জানো? নকয় কিয় ককাইদেউৰ কি হ'ল?

মনবৰ : আইদেউ—

[ ভাবাবেগ দমন কৰিব নোৱাৰি মনবৰে কান্দি পেলায় ]

ৰেখা : আপুনি কান্দিছে কেলেই?

মনবৰ : তোমালোকৰ এইখন বিলৈ চাবলৈকে মই জীয়াই আছিলোঁ।

ৰেখা : নেকান্দিব। মোৰ দেহাটো দুৰ্ব্বল হ'লেও মন দুৰ্ব্বল নহয়। কওক, সকলো কথাকে মই শান্তভাৱে গ্ৰহণ কৰিব পাৰিম।

মনবৰ : আইদেউ!

জ্যোতি : ৰেখা, প্ৰকাশক পুলিচে এৰেষ্ট কৰা নাই—

[ মনবৰে ইমান পৰ চেষ্টা কৰি আছিল নিজৰ মনটোক সংযত কৰিবলৈ, কিন্তু পুনৰ ভাবাবেগ প্ৰবল হোৱাত ৰেখাই বুজিব পাৰে প্ৰকাশৰ কি হ'ল। ]

ৰেখা : বুজিছোঁ, ককাইদেৱে পুলিচৰ গুলীত—

জ্যোতি : প্ৰকাশে দেশৰ কাৰণে, শাসকৰ অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ গৈ নিজৰ প্ৰাণ আহুতি দিলে। এই আত্মাহুতিয়ে পৰাধীনতাৰ গ্লানি আঁতৰাই দেশক কৰিব স্বাধীন।

ৰেখা : ঠিক কৈছা জ্যোতিদা, দেশ আমাৰ স্বাধীন হ'ব। শত শত শ্বহীদৰ বুকুৰ তেজেৰে নিৰ্ম্মাণ হ'ব স্বাধীনতাৰ সৌধ। বেজাৰ নকৰিবা মনবৰকাই। চোৱা, মই কিমান থিৰেৰে আছোঁ।

মনবৰ : আইদেউ, মই আৰু বেজাৰ নকৰোঁ, চকুৰ লোতক মচি পেলালোঁ।

[ এইবুলি মনবৰ ওলাই যায়। ]

জ্যোতি : প্ৰকাশৰ পুণ্য স্মৃতিয়ে আমাক কৰিছে গৰীয়ান। মহীয়ান কৰি তুলিছে নিষ্পেষিত নিৰ্য্যাতিত জনগণক।

ৰেখা : জ্যোতিদা—

জ্যোতি : এদিন মই ভাবিছিলোঁ ৰেখা, ইংৰাজৰ বিৰাট সামৰিক শক্তিৰ বিৰুদ্ধে নিৰস্ত্ৰ ভাৰতবাসীয়ে একো কৰিব নোৱাৰিব। আজি ভালদৰে বুজিছোঁ ভাৰতবাসীয়ে ৰক্তবীজৰ দৰে সম্মুখত থিয় দিছে। মূক জনগণ আজি মুখৰ হৈ উঠিছে। আৰু এই জাগ্ৰত জনগণৰ লগত স্বাধীনতা যুঁজৰ সৈনিক ৰূপে থিয় দিছে তোমাৰ জ্যোতিদায়ো।

ৰেখা : তোমাৰ কথাই, তোমাৰ সান্নিধ্যই যেন মোৰ মৰহি যাব খোজা মনটোক সবল-সতেজ কৰি তুলিছে। জ্যোতিদা তোমাক চাবলৈ ইমানযে ইচ্ছা গৈছে!

জ্যোতি : ডাক্তৰে বেণ্ডেজ খুলি দিলেই সকলোকে দেখা পাবা।

ৰেখা : এইবাৰ আমি দুয়ো একেলগে দেশৰ কাম কৰিম। মনবৰকাইকো আমাৰ ঘৰতে থাকিবলৈ ক'ম।

জ্যোতি : সকলো হ'ব ৰেখা। মাথোঁ সোনকালে তুমি ভাল হৈ লোৱা।

ৰেখা : নাৰ্চে কৈছিল মই আজিয়েই হস্পিতেলৰপৰা ওলাব পাৰিম। ওলায়েই পোনে পোনে শ্মশানলৈ যাম। ডাক্তৰক সুধিবাচোন কেইবজাত মোক ইয়াৰপৰা যাবলৈ দিব?

জ্যোতি : বেণ্ডেজ খোলাৰ পিছত পৰীক্ষা কৰি চাই যদি ভাল দেখে হয়তো আবেলিকৈয়ে—

[ জ্যোতিৰ কথা শেষ হ'বলৈ নৌপাওঁতেই ইন্‌স্পেক্টৰ হাজৰিকা পাছফালৰ দুৱাৰখনেৰে সোমাই আহে। ]

হাজৰিকা : তাৰ বহুতো আগে, অৰ্থাৎ এতিয়া ৯ বাজিছে, ১১ বজাৰ ভিতৰতে আপোনাক—

ৰেখা : কোন? হাজৰিকা?

হাজৰিকা : এৰা ময়েই।

[ হাজৰিকাই জ্যোতিৰ ফালে পোন্দোৰাকৈ চায়। ]

জ্যোতি : তেন্তে ১১ বজাৰ আগতেই—

ৰেখা : সঁচানে?

হাজৰিকা : সঁচা।

ৰেখা : জ্যোতিদা, মইতো খোজ কাঢ়ি যাব নোৱাৰিম—

জ্যোতি : এখন গাড়ী—

হাজৰিকা : নেলাগে। আমাৰ পুলিচ ভ্যেনতে—

জ্যোতি : কিন্তু আমি?

হাজৰিকা : আন কোনো লগত যাব নোৱাৰে।

ৰেখা : কিয়?

হাজৰিকা : জ্যোতি সিদিনালৈকে আছিল পুলিচৰ দাৰোগা। মোৰ সহকৰ্ম্মী। পুলিচৰ ভ্যেনত তেওঁ কিছুদিনৰ পিছত উঠিলেও চলিব। আৰু এওঁৰ লগত অহা সেই বুঢ়াজন, তেৰোঁ থাওক আজিলৈ।

জ্যোতি : হাজৰিকা আপুনি—

হাজৰিকা : ৰেখাদেৱী বৰ্ত্তমান পুলিচৰ হেফাজতত আছে। হস্পিতেলৰপৰা তেওঁক জেল হাজোতলৈ—

জ্যোতি ঃ হাজোতলৈ?

হাজৰিকা ঃ এৰা সেয়ে অৰ্ডাৰ। তেখেতৰ বিৰুদ্ধে অভিযোগ আছে। বিচাৰ হ'ব।
[ এইবুলি কৈ হাজৰিকাই জেপৰপৰা এখিলা কাগজ উলিয়ায় ]

হাজৰিকা ঃ অৱশ্যে এইখনত চহী কৰি দিলে সহজতে খালাচ পাব।

ৰেখা ঃ কি সেইখন?
[ হাজৰিকাই কাগজখিলা জ্যোতিক দিয়ে। জ্যোতিয়ে চায়। ]

জ্যোতি ঃ আন্‌ডাৰটেকিং। (Undertaking)

ৰেখা ঃ আন্‌ডাৰটেকিং!!

হাজৰিকা ঃ ভাবি চাওক, শক্তিশালী বৃটিছৰ সতে এইখন যুঁজ তৰি নলৈ—

ৰেখা ঃ মই আপোনাৰপৰা উপদেশ বিচৰা নাই। নিৰীহ ৰাইজক, মোৰ ককাইদেউক যি শক্তিৰ আঁৰ লৈ নিৰ্ম্মমভাৱে হত্যা কৰিও আপোনালোক নিৰ্দ্দোষী, আৰু যি শক্তিৰ অন্যায়-অত্যাচাৰত দেশৰ হকে যুঁজোতাসকল অপৰাধী সেই শক্তিৰ সতে মিতিৰালি কৰা অসম্ভৱ। মই আন্‌ডাৰটেকিং চহী নকৰোঁ।
[ জ্যোতিয়ে কাকজখিলা ফালি পেলায়। ]

হাজৰিকা ঃ মই তেন্তে নিৰুপায়। কৰ্ত্তব্য যিমানেই কঠোৰ হওক পালন কৰিবই লাগিব।
[ হাজৰিকা যায়। ]

জ্যোতি ঃ ৰেখা—

ৰেখা ঃ এনে হ'ব বুলি মই ভাবিছিলোৱেই।

জ্যোতি ঃ তুমি অধৈৰ্য্য নহ'বা।

ৰেখা ঃ নহওঁ। কিন্তু যোৱাৰ আগতে তোমালোকক চাম।
[ ৰেখাই নিজেই বেণ্ডেজ খুলিবলৈ চেষ্টা কৰে। ]

জ্যোতি ঃ বেণ্ডেজ নুখুলিবা ৰেখা।

ৰেখা ঃ মোক বাধা নিদিবা। কোনে জানে আৰু কিমানদিনৰ মূৰত তোমালোকক দেখা পাম!
[ ৰেখাই বেণ্ডেজ আঁজোৰ মাৰি খুলি পেলায়। তাৰ পিছত দুই হাতেৰে চকুদুটা ঢাকি ধৰে। মুহূৰ্ত্ততে যেন এটা অঘটন ঘটি যায়। ৰেখাৰ অৱস্থা দেখি জ্যোতিয়ে চিঞৰ মাৰি দিয়ে। ]

জ্যোতি ঃ ৰেখা!
[ জ্যোতিৰ মাত শুনি ব্যগ্ৰভাৱে নাৰ্চ আৰু মনবৰ সোমাই আহে। ]

নাৰ্চ ঃ ৰেখা দেৱী! কি হ'ল?

মনবৰ ঃ কি হ'ল? কি হ'ল?

[ ৰেখাই লাহে লাহে চকুৰপৰা হাত দুখন আঁতৰায়। দৰ্শকে বুজে ৰেখা অন্ধ হ'ল! ]

ৰেখা ঃ এন্ধাৰ, সকলো এন্ধাৰ হৈ গ'ল জ্যোতিদা!

[ হাতেৰে খেপিয়াই সোধে। ]

ৰেখা ঃ তুমি ক'ত জ্যোতিদা? মনবৰকাই?

[ জ্যোতিয়ে ৰেখাৰ হাত এখন আলফুলকৈ ধৰে। ]

জ্যোতি ঃ ৰেখা—

[ থোকাথুকি মাতেৰে মনবৰে কিবা ক'বলৈ চেষ্টা কৰে। ]

মনবৰ ঃ হে প্ৰভু, এয়া তুমি কি কৰিলা!

[ জ্যোতিৰ যেন ক'বলৈ একো নোহোৱা হয়। নিৰ্ব্বাক, নিস্পন্দ হৈ থিয় হৈ থাকে। ]

ৰেখা ঃ নেকান্দিব মনবৰকাই। আৰু অলপ পিছতে মই জে'ল হাজোতলৈ যাব লাগিব।

মনবৰ ঃ হাজোতলৈ?

ৰেখা ঃ মোৰ বিচাৰ হ'ব। হয়তো জে'লো হ'ব। হাঁহি মুখে মোক বিদায় দিয়ক।

মনবৰ ঃ প্ৰকাশ বোপাক গুলীয়াই সিহঁতৰ হেঁপাহ নপলাল। সিহঁতৰ অতপালিৰ কাৰণে আইদেউৰ চকু গ'ল, তথাপি—

ৰেখা ঃ যুঁজিবলৈ ওলাইছো যেতিয়া এইখিনি নিকাৰ ভুগিবই লাগিব।

[ ৰেখাই মনবৰক সেৱা কৰে। মনবৰে ৰেখাৰ মূৰটো পিতৃত্বৰ মৰমেৰে বুকুৰ মাজলৈ টানি আনে। বেজাৰে তেওঁৰ বুকুত খুন্দামাৰি ধৰে। ]

মনবৰ ঃ মই আৰু কি ক'ম? মোৰ সকলো কথা হেৰাই গ'ল!

[ ৰেখাই মনবৰৰ ওচৰৰপৰা জ্যোতিৰ ওচৰলৈ যাবলৈ চেষ্টা কৰে। সেই কথা বুজি পাই জ্যোতি ওচৰ চাপি আহে। ]

জ্যোতি ঃ ৰেখা—

ৰেখা ঃ জ্যোতিদা—

জ্যোতি ঃ তুমি যোৱা, হাঁহি মুখেৰে বিদায় দিছোঁ!

[ জ্যোতিৰ চকুৰেদি কিন্তু চকুলো দুধাৰি বৈ আহে। নাৰ্চে ৰেখাক চকা লগোৱা চকীখনত বহুৱায়। ]

ৰেখা ঃ মোৰ এন্ধাৰ জীৱনত তুমি ধ্ৰুব জ্যোতি হৈ জিলিকি থাকিবা জ্যোতিদা।

[ নাৰ্চে ৰেখাৰ চকা লগোৱা চকীখন যিফালেদি আনিছিল সেই ফালেদিয়েই আকৌ ঘূৰাই লৈ যায়। জ্যোতিয়ে ৰেখা যোৱাৰ ফালে চাই থাকে। মনবৰ এখোজ আগুৱাই যায়। ]

মনবৰ ঃ আইদেউ, আইদেউ—

[ ভাবাবেগত মনবৰে কান্দি পেলায়। জ্যোতিয়ে মনবৰৰ বাউসিত ধৰি ওভটাই আনে। কেন্দ্ৰীভূত পোহৰ মনবৰ আৰু জ্যোতিৰ মুখত পৰে। ]

জ্যোতি ঃ নেকান্দিবা মনবৰকাই। এনেকৈ ভাগি পৰিলে নচলিব। আমাৰ যুঁজ এতিয়াও শেষ হোৱা নাই। স্বাধীনতা সংগ্ৰামৰ সৈনিক আমি। দেশৰ পৰাধীনতাৰ গ্লানি আঁতৰাবলৈ আমি জীৱন পণ কৰিছোঁ। বিপদ-বিঘিনি-প্ৰলয়-ধুমুহা নেওচি আমি আগবাঢ়ি যাম। বুকুৰ তেজেৰে মাতৃপূজাৰ বেদী বোলাম। আমি যুঁজি মৰিম। মৰি জিনিম। দেশৰ স্বাধীনতা আমি ঘূৰাই আনিমেই আনিম।

[ মঞ্চ এন্ধাৰ হয়। পট পৰে। লগে লগে নেপথ্যৰ পৰা গীতৰ সুৰ ভাহি আহে। গীতৰ কথা লাহে লাহে স্পষ্টতৰ হয়। ]

—গীত—

অ' অসমৰ
জীয়ৰী বোৱাৰী আই
বুঢ়া ডেকা ভাই
আহাঁ আগুৱাই।

ভেটিম আমি
শত্ৰু সৈন্য
ৰুধিম আমি অন্যায়
ৰ'বৰ সময় নাই।

সত্য সাৰটি
বুকুৰ তেজেৰে
মাতৃ চৰণ
দিম অ' ধুৱাই।

পৰাধীনতাৰ
শিকলি ছিঙিম
স্বাধীনতা—
আনিম ঘূৰাই।
আহাঁ আগুৱাই।।

[ গীতটো আৰম্ভ হোৱাৰ অলপ সময়ৰ পিছত মঞ্চ পোহৰ হ'লত মুকলি হয় নাটকৰ ষষ্ঠ দৃশ্য গাঁৱৰ একাংশত। ]

---

## ষষ্ঠ দৃশ্য

## গাঁৱৰ একাংশ

[ এডাল ডাঙৰ আঁহত গছৰ তলত সভা বহিছে। জ্যোতি, ধৰ্ম্মকান্ত, মনবৰ, মক্‌বুল আদিৰ সতে জাতীয় পতাকাৰ তলত বহু হিন্দু-মুছলমান গঞাৰাইজ গোট খাইছে। সকলোৱে শৃঙ্খলাবদ্ধভাৱে বহি উদ্বিগ্নতাৰে সভাৰ কাম আৰম্ভ হোৱালৈ বাট চাই থাকে। নেপথ্যৰ গীত শেষ নোহোৱালৈকে এজন-দুজনকৈ আৰু দল বান্ধিও গঞাৰাইজ সভালৈ বুলি আহি থাকে। গীত শেষ হ'লত সভাৰ কাম আৰম্ভ কৰে ধৰ্ম্মকান্তই নিজৰ আবেগময়ী বক্তৃতাৰে। ]

ধৰ্ম্ম : ৰাইজ, ৰাজতন্ত্ৰৰ ধ্বংস সাধন আৰু ইংৰাজক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কাৰোৱাটোৱেই আমাৰ প্ৰধান উদ্দেশ্য। এই মহান উদ্দেশ্য সাৰোগত কৰি আমাৰ যুদ্ধ চলাই যাব লাগিব। স্বাধীনতাৰ এই শেষ যুদ্ধত আমি কেতিয়াও পৰাজয় স্বীকাৰ কৰি নলওঁ। জয়ী আমি হ'বই লাগিব। জয়ী আমি হ'মেই। বুৰঞ্জীৰ অগ্ৰগতি আজি সাৰ্থক কৰিব, ফেচিষ্ট শক্তিৰ প্ৰতিনিধিসকলে নহয়, আমাৰ বিপ্লৱী শক্তিয়েহে। আমি আজি সকলো বিপদ-বিঘিনি নেওচি আগুৱাই যাম, এই বিশ্বাস বুকুত বান্ধি যে বিপ্লৱী শক্তিৰ জয় অনিবাৰ্য্য। দূৰ দিগন্তত ভাৰতৰ স্বাধীনতা-সূৰ্য্য উদীয়মান। সেই ভাস্কৰ জ্যোতিয়ে সন্মুখৰ যাত্ৰাপথ পোহৰাই দিয়ক। ইন্‌ক্লাব জিন্দাবাদ।

মক্‌বুল : জাতি-বৰ্ণ-নিৰ্বিশেষে তিৰঙা পতাকাৰ তলত সমবেদ হৈ আমি যুঁজিব লাগিব। যিদিনালৈকে ভাৰত মাতৃৰ হাতৰপৰা পৰাধীনতাৰ শিকলি সুলকি নপৰে সেইদিনালৈকে আমি যুঁজি থাকিম। মাজ বাটত, বিদেশী শত্ৰুৰ ভাবুকিত থমকি নৰওঁ। ভাৰতৰ বাহিৰত কৰা নেতাজী সুভাষচন্দ্ৰ বসুৰ প্ৰচেষ্টা আমি অস্বীকাৰ নকৰোঁ, কিন্তু সেইবুলি কোনোবা বিদেশী শক্তিয়ে আহি আমাক স্বাধীন কৰি দিব বুলিও আমি আশা নকৰোঁ। নিজৰ ভৰিৰ ওপৰত আমি থিয় হ'ব লাগিব। যুঁজিব লাগিব আমি

স্বাৱলম্বী হে। স্বাধীনতাৰ এই শেষ যুদ্ধত আমাৰ একমাত্ৰ অস্ত্ৰ হৈছে গান্ধীজীয়ে দিয়া অহিংস মন্ত্ৰ—কৰেঙ্গে য়া মৰেঙ্গে।

এজন মুছলীম আদহীয়া ঃ সংগঠন, প্ৰচাৰ, প্ৰকাশ্য বিপ্লৱ, এয়ে আমাৰ মূল কথা। প্ৰত্যেকজন দেশবাসীকে সাজুকৈ ৰাখিব লাগিব। সকলোৱে উপলব্ধি কৰিব লাগিব, দেশে বিচাৰিছে প্ৰত্যেকজন সজীৱ সক্ৰিয় মানুহক। জাতিৰ জীৱনৰ এই মহা সন্ধিক্ষণত, মুক্তি সংগ্ৰামৰ এই চৰম মুহূৰ্ত্তত কোনেও হাত সাৱটি, কল্পনাৰ কাৰেং সাজি, ঘৰতে বহি থাকিলে নচলিব। সকলোৱে জীৱন পণ কৰিব লাগিব স্বাধীনতাৰ হকে, মনত ৰাখিব লাগিব "তৰিলে দেশ মৰিলে স্বৰ্গ।"

জ্যোতি ঃ আজি ৰাইজে দুমুঠি খাবলৈ পোৱা নাই। কলিকতাৰ আলিয়ে-পদূলিয়ে হাড় ছাল ওলোৱা মানুহ, মানুহ নহয়, জানিবা খোজকাঢ়ি ফুৰা কঙ্কাল হে। এমুঠি ভাতৰ কাৰণে, এটুপী পানীৰ কাৰণে নিজৰ দুৰ্ব্বল নিশকতীয়া দেহাটো টানি-হেঁচুকি লৈ ফুৰিছে। নেতাজী সুভাষে ব্ৰহ্মদেশৰপৰা চাউল পঠিযাইছে, কিন্তু বৃটিছ শাসকে ৰাইজক মৰিবলৈ দিছে, সেই চাউল ব্যৱহাৰ কৰি জীৱলৈ দিয়া নাই। আমাৰ ইয়াত হৈছে কি? ৰাইজৰ মুখৰ ভাত-গৰাহ বিদেশী সৈন্য বাহিনীয়ে জোৰ কৰি কাঢ়ি নিয়া নাই নে? ইয়াৰ একমাত্ৰ প্ৰতিকাৰ হৈছে সঙ্ঘবদ্ধ বিপ্লৱ। সকলোৱে একগোট হৈ প্ৰতিজ্ঞা কৰিব লাগিব, দেহত এটোপাল তেজ থাকে মানে পথাৰৰ লখিমীক বলেৰে কোনেও কাঢ়ি নিব নোৱাৰে। আমাৰ আন্দোলনৰ অগ্ৰণীবীৰ প্ৰকাশ আমাৰ মাজত নাই। দৃষ্টি হেৰুৱায়ো ৰেখাই আক্ৰোহী ইংৰাজৰ হাতৰপৰা নিজকে ৰক্ষা কৰিব নোৱাৰিলে। সাতোলাকাইয়ে ৰাইজৰ হকে প্ৰাণ বলি দিলে। আজি আমাৰ ৰ'বৰ সময় নাই। আগুৱাই যাবই লাগিব। এই অগ্ৰগতিৰ বাটত কোনো ত্যাগেই ডাঙৰ নহয়, কোনো কষ্টকে আমি কষ্ট বুলি স্বীকাৰ নকৰোঁ। কোনো বাদ-বিসম্বাদ, কোনো মিছা প্ৰলোভনে আমাক ধৰি ৰাখিব নোৱাৰে। হিংসা আমাৰ বৃত্তি নহয়, অহিংসা আমাৰ নীতি। এই কথা সাৰোগত কৰি, পৃথিৱীৰ নিষ্পেষিত জনগণক দিব আশা, শাসকৰ নিষ্ফল হুঙ্কাৰ আওকাণ কৰি বিশ্বৰ ৰণক্লিষ্ট মানৱৰ মাজত প্ৰচাৰ কৰিম শান্তি আৰু মৈত্ৰীৰ বাণী।

[ জ্যোতিৰ বক্তৃতা শেষ হোৱাৰ আগতে এজন ডেকাই আহি জ্যোতিৰ কাষতে বহি থকা আন এজনক কাণে কাণে কিবা কয়। তেওঁ কথাখিনি কাগজ এখনত লিখি লয় আৰু বক্তৃতা শেষ হোৱাৰ লগে লগে কাকজখন জ্যোতিৰ হাতত দিয়ে। জ্যোতিয়ে কথাখিনি পঢ়ে। ]

জ্যোতি : ভুল, ই মহাভুল। কেতিয়াও এনে হ'বলৈ দিব নেলাগিছিল।
[ জ্যোতিয়ে এনেদৰে কোৱা শুনি সমবেত ৰাইজৰ মাজত যথেষ্ট চাঞ্চল্যই দেখা দিয়ে। ]

জ্যোতি : ৰাইজ, এইমাত্ৰ বাতৰি পালোঁ এই ঠাইৰপৰা পাঁচ মাইল, আঁতৰত, কোনোবা বিপথগামীঁ লোকে ৰেলৰ লাইন তুলিছিল। ফলত যাত্ৰীবাহী ৰেল লাইনৰপৰা বাগৰি পৰিছে। বহুতো যাত্ৰী মৰিছে আৰু বহুতো আহত হৈছে। ৰাইজ আমি এতিয়াই, এই মুহূৰ্ত্তে সেই ঠাইলৈ গৈ মৃতকৰ সংকাৰ আৰু আহতসকলৰ শুশ্ৰূষা কৰিব লাগিব। ব'লক ৰাইজ।
[ সমবেত ৰাইজ বহাৰপৰা উঠে। জ্যোতি আগবাঢ়ি আহে। সেই সময়তে সশস্ত্ৰ সৈনিক পৰিবেষ্টিত হৈ প্ৰৱেশ কৰে কেপ্টেন আৰু ইন্‌স্পেক্টৰ হাজৰিকা। তেওঁলোকে জ্যোতিক আগচি ধৰে। ]

কেপ্টেন : Well Jyoti Barua, you will not move from this place.

হাজৰিকা : এই ঠাইৰপৰা এখোজো আঁতৰি নাযাবা।

জ্যোতি : কিয়?

কেপ্টেন : You are under arrest.

জ্যোতি : ওৱাৰেণ্ট ক'ত?

হাজৰিকা : এয়া, এইখন।
[ জ্যোতিয়ে ওৱাৰেন্টখন চায় ]

জ্যোতি : চাকৰি এৰি বিপ্লৱী দলত যোগ দিয়াটো প্ৰথম অপৰাধ, ৰেলৰ লাইন তুলি নিৰীহ যাত্ৰীৰ মৃত্যুৰ কাৰণ হোৱাটো—মিছা কথা, মই বা এই গাঁৱৰ কোনেও ৰেলৰ লাইন তোলা নাই।

কেপ্টেন : That will be decided by the court.

হাজৰিকা : আদালতে সেই কথা বিচাৰ কৰিব।
[ মনবৰ প্ৰমুখ্যে গঞাসকলে ইমান পৰে নীৰৱে সকলো কথা চাই আছিল। কিন্তু মুহূৰ্ত্তৰ ভিতৰতে ৰাইজ উত্ৰাৱল হৈ পৰিল কথাৰ গঢ়গতি দেখি। উত্ৰাৱল ৰাইজে জ্যোতিক বেৰি লৈ ইনক্লাব জিন্দাবাদ, বন্দেমাতৰম্ বুলি চিঞৰিব ধৰিলে। ]

মনবৰ : চাহাব, তোমালোকে জ্যোতি বোপাক এনেকৈ ধৰি নিব নোৱাৰা।

ৰাইজ : ধৰি নিবলৈ নিদিওঁ।

কেপ্টেন : Jyoti Barua, we shall be compelled to charge these villagers with bayonets.

হাজৰিকা : চৰ্কাৰী কামত বাধা দিলে বিপদ আছে।

[ ৰাইজৰ মাজত যথেষ্ট উত্তেজনাই দেখা দিয়ে। ]

মনবৰ : কি কৰিবা? লাঠীৰে কোবাবা? চঙ্গীনেৰে হানিবা, গুলীয়াবা? আমি ভয় নকৰোঁ। যি বাটেৰে সাতোলাকাই গ'ল, প্ৰকাশ বোপা গ'ল, সেই বাটেৰে আমিও যাবলৈ সাজু। আজি জ্যোতি বোপা আমাৰ গাঁৱলৈ আহিছে। তেওঁৰ মুখৰপৰা দুষাৰ সজ কথা শুনিছোঁ। তোমালোকৰ পানী খোৱা পুখুৰীত আমি বিহ দিছোঁ গৈ নে, তোমালোকে যে এনেকৈ ফেপেৰি পাতি তেওঁক ধৰি নিবলৈ আহিছা? গুচি যোৱা। আমি তেওঁক ধৰি নিবলৈ নিদিওঁ।

ৰাইজ : কেতিয়াও নিদিওঁ, তেহেলৈ যি হয় হওক।

কেপ্টেন : We are then helpless. হামিলোগ বল প্ৰয়োগ কৰিবলৈ বাধ্য।

হাজৰিকা : জ্যোতি অঘটন ঘটিব।

[ ৰাইজৰ উত্তেজনা শীৰ্ষ বিন্দু পায়। পুলিচে বেয়নেট টোৱাই নিৰ্দ্দেশৰ বাবে অপেক্ষা কৰি থাকে। জ্যোতিয়ে চিঞৰি কয়। ]

জ্যোতি : ৰাইজ, ৰাইজ, আপোনালোকে ধৈৰ্য্য নেহেৰুৱাব। পাহৰি নেযাব আমাৰ এই যুঁজ অহিংস যুঁজ। আমাৰ নেতা মহাত্মা গান্ধী এতিয়াও বন্দীশালত। হিংসাৰ আশ্ৰয় লৈ আমি সেইগৰাকী মহামানৱৰ নামত চেকা লগাব নোখোজোঁ। আপোনালোক শান্ত হওক। মোক পুলিচে এৰেষ্ট কৰিব খুজিছে, এৰেষ্ট কৰিবলৈ দিয়ক। বাধা নিদিব।

মনবৰ : প্ৰকাশ বোপা গ'ল। ৰেখা আইদেউ বন্দীশালত। আজি যদি তোমাকো ইহঁতে লৈ যায় কোনে আমাক বাট দেখুৱাব? নাই নাই, আমি তোমাক এৰি দিব নোৱাৰোঁ।

ৰাইজ : নিদিওঁ, জ্যোতি বোপাক এৰি নিদিওঁ।

জ্যোতি : আমাৰ জাতীয় আন্দোলন আজি এজন বা দুজন নেতাৰ ওপৰত নিৰ্ভৰ কৰি থকা নাই। বিদ্ৰোহাগ্নিৰ ফিৰিঙতি চৌদিশে বিয়পি পৰিছে। এই বিপ্লৱৰ জুই নুমাব পাৰিব এনে সাধ্য বৃটিছ চৰকাৰৰ নাই। মোক এওঁলোকে ধৰি নি বিপ্লৱী শক্তিক দুৰ্ব্বল কৰিব নোৱাৰে। আপোনালোক যাওক। নিজৰ কৰ্ত্তব্য কৰকগৈ। ৰেল বাগৰি নিহত হোৱাসকলৰ সংকাৰ আৰু আহত হোৱাসকলৰ পৰিচৰ্য্যা কৰিবলৈ যাম বুলি ভাবিছিলোঁ। মই নেথাকিলেও আপোনালোকে সেই কাম কৰিব পাৰিব।

[ হাজৰিকা আৰু কেপ্টেনক উদ্দেশ্য কৰি— ]

ব'লক হাজৰিকা ক'লৈ যাব লাগে। মই প্ৰস্তুত।

কেপ্টেন : Put the handcuff.

[ হাজৰিকাই জ্যোতিৰ হাতত হাতকেৰোয়া লগাই দিয়ে। সমবেত ৰাইজে একেলগে চিঞৰি উঠে— ]

ৰাইজ : জয় জ্যোতি বোপাৰ, জয়।

জ্যোতি : নহয় নহয়, জয় মোৰ নহয়, জয় মহাত্মা গান্ধীৰ, জয় বিপ্লৱী ভাৰতৰ, জয় অহিংস যুদ্ধৰ।

[ মহাত্মা গান্ধীৰ জয়, বন্দেমাতৰম্ আদি ধ্বনিয়ে দশোদিশ মুখৰিত কৰি তোলে আৰু লগে লগে মঞ্চ এন্ধাৰ হৈ যায়। খন্তেক পিছতে পোহৰ হ'লত মুকলি হয় নাটকৰ সপ্তম দৃশ্য জে'লৰ কোঠাত। ]

---

## সপ্তম দৃশ্য

## জে'লৰ কোঠা

[ সাময়িকভাৱে ৰাজবন্দীৰ বিচাৰ কৰিবলৈ জে'লৰ ভিতৰৰ এই খোটালিটোত আদালত বহিছে। চিপাহী-চন্তৰীয়ে নিদ্ধাৰিত ঠাইত বহি পহৰা দিছে। এখন মেজ আৰু কেইখনমান চকী, এয়ে সৰঞ্জাম। ]

কেপ্টেন : Well Hazarika, our efforts have borne fruit. হামালোকৰ যতন সফল হ'ল। আউৰ কুচ গোলমান নাহব।

হাজৰিকা : মই ভাবিছিলোঁ জ্যোতিৰ বিৰুদ্ধে কোনো প্ৰমাণকে পোৱা নেযাব।

কেপ্টেন : দৰকাৰ সময় চৰকাৰী নৌক্ৰী চোৰি দিয়া বৰ ডাঙৰ অপৰাধ।

হাজৰিকা : তাতোকৈ ডাঙৰ অপৰাধ এতিয়া প্ৰমাণিত হ'ল স্যাৰ। ৰেলৰ লাইন তুলি যুদ্ধৰ ৰচদ-পাতি যোৱাত বিলম্ব ঘটোৱা আৰু ইমানবোৰ মানুহৰ মৃত্যুৰ কাৰণ হোৱা—

কেপ্টেন : This is a big conspiracy. বহুত জবৰদস্ত ষড়যন্ত্ৰ। To wage war against a Government established by law and to take so many innocent human lives—I am sure the law will not excuse him. This is disloyalty, high sedition and cold blooded murder.

হাজৰিকা : সেই সৰু চিঠিখনেই—

কেপ্টেন : Yes, that small letter is full of significance.

হাজৰিকা : মই কিন্তু ভাবিবই পৰা নাছিলোঁ যে জ্যোতিয়ে কেতিয়াবা এনেধৰণৰ সন্ত্ৰাসবাদীৰ কাম কৰিব।

কেপ্টেন : এই চব দেখহেবক হামাক চমজাৰ খোজে—They are all non-violent. Is this non-violence? এহি কি অহিংসা আছে? লেইকিন ইন্‌স্পেক্টৰ হামি টোমাৰ বহুত তাৰিফ কৰে। তুমহি বহুত কৌশিচ্ কৰি চিঠ্‌ঠি জোগাৰ কৰিলে। চিঠ্‌ঠি ভি আনিলে, চাক্ষী ভি আনিলে, চাবাচ্।

হাজৰিকা : কাগজডোখৰ পাইছিলোঁ ৰেল বাগৰা ঠাইৰ ওচৰতে। তাত লিখা আছিল মাত্ৰ দুষাৰি কথা—"লোহা এচটা আনিবা" তলত কাৰো নাম চহী নাছিল। প্ৰথমতে মোৰ নিজৰে সন্দেহ হৈছিল আখৰবোৰ জ্যোতিৰ হয় নে নহয়। পিছত our old friend ভূধৰে confirm কৰিলে, সেয়া জ্যোতিৰে আখৰ বুলি।

কেপ্টেন : And his guilt was proved. Such culprits must be given examplary punishment. হাস্তিৰ বাট শুনিলে ডোচৰা মানুহ কভি এনেকাম নাকৰিব।

[ এনেতে নেপথ্যত মটৰৰ হৰ্ণ বাজে। ]

হাজৰিকা : মেজিষ্ট্ৰেট চাহাব আহিছে স্যাৰ।

কেপ্টেন : Go, bring the accused.

[ হাজৰিকা যায় আৰু খন্তেক পিছতে চাহাব মেজিষ্ট্ৰেট আহে। সকলোৱে সষ্টম হৈ মেজিষ্ট্ৰেটক চৰ্কাৰী নিয়মে অভিবাদন কৰে। মেজিষ্ট্ৰেট চাহাব বহে। চাপ্ৰাচীয়ে কাগজপত্ৰ, ফাইল আদি মেজৰ ওপৰত থয়। হাজৰিকাই জ্যোতিক লগত লৈ উভতি আহে। জ্যোতিৰ দুয়োকাষে বন্দুকধাৰী চন্তৰী। হাতত হাতকেৰায়া। সম্মুখত থিয় হ'লত মেজিষ্ট্ৰেটে জ্যোতিক এবাৰ ভালকৈ চাই লয় আৰু কয়। ]

মেজিষ্ট্ৰেট : The court has come to the finding that you are guilty of sedition, of waging war against the King—ৰাজদ্ৰোহ—and willfully causing the death of innocent persons by violent means—বহুত আদমীকো ট্ৰেন derail কড়ি খুন কড়াৰ অপৰাধ। লেইকিন the court is giving you an opportunity to say whatever you feel. তুম্‌হি কুচ বাট কব খোজে তো কব পাড়ে। I give you a chance.

জ্যোতি : মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত আমি অহিংসাকে আমাৰ আন্দোলনৰ মূলমন্ত্ৰ বুলি সাৰোগত কৰি লৈছোঁ। ৰেল বগৰাই নিৰীহ যাত্ৰীৰ মৃত্যুৰ কাৰণ হোৱাটো আমাৰ কল্পনাৰো অতীত। আপোনালোকৰে কোনোবাই শিকনি-বুজনি দিয়া সাক্ষীৰ জবানবন্দীৰ ওপৰত ভেটি কৰি, যিখন চিঠি মই লিখা বুলি ধৰি লৈছে তাৰ আখৰকেটা যে মোৰ নহয় সেই কথা দহবছৰীয়া ল'ৰা এটায়ো ক'ব। মই চাকৰী কৰিছিলোঁ দেশৰ সেৱা কৰিব পাৰিম বুলি, কিন্তু যেতিয়া দেখিলোঁ ৰক্ষকেই ভক্ষক হ'ল, বুজিলোঁ চাকৰী কৰাৰ কোনো অৰ্থ নাই। চাকৰী এৰাটো অপৰাধ হ'ব নোৱাৰে। ই মোৰ ব্যক্তিগত কথা। আপোনালোকৰ হকাবধা কৰিবৰ কিটো আছে? মই জানো বলপ্ৰয়োগেৰে, ৰাইজৰ স্বাৰ্থৰ প্ৰতিকূলে শাসনকাৰ্য্য চলোৱা

চৰ্কাৰৰ সৈতে মুক্তিকামী জনগণৰ সংঘৰ্ষ হোৱাটো স্বাভাৱিক কথা। এই যুদ্ধ আমাৰ যুদ্ধ নহয়। কোনো ভাৰতবাসীয়েই দেশৰ ধন-জন পাই-পইচা এনে এখন ধ্বংসাত্মক যুদ্ধত ব্যৱহাৰ কৰি, শাসকৰ শক্তি বঢ়াই, পৰাধীনতাৰ শিকলিৰ বান্ধোন বেছি নিকপকপীয়া কৰিবলৈ দিয়াটো উচিত নহয়। বৃটিছ চৰকাৰে জনমতক আওকাণ কৰি ভাৰতৰ সম্পদ সামগ্ৰী এই যুদ্ধত বলেৰে ব্যৱহাৰ কৰিছে। আমি ভাৰতবাসীয়ে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰোঁ। বিচাৰৰ এই ভেকোভাওনা নেপাতি মোক আপোনালোকৰ মনেসজা অপৰাধৰ বাবে সহজেই যিকোনো দণ্ডকে বিহিব পাৰিলেহেঁতেন। তাকে নকৰি, মানুহক দেখুৱাবলৈকে যে এই আদালত বহুৱাইছে ইয়েই প্ৰমাণ কৰিছে জনমত সম্পূৰ্ণভাৱে অস্বীকাৰ কৰিবৰ শক্তি আপোনালোকৰ নাই। সেয়ে মই আজি গৰ্ব্ব অনুভৱ কৰিছোঁ, আনন্দত মোৰ মন নাচি উঠিছে। মই বিশ্বাস কৰোঁ অদূৰ ভৱিষ্যতত এই জনমতেই প্ৰবল শক্তিশালী হৈ বৃটিছ শক্তিক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰিব।

মেজিষ্ট্ৰেট : You have left an essential service at a time of need, you have excited disaffection against a Government established by law in British India, you have taken active part in organised armed attack against constituted authority, with the sole object of subverting British Raj and establishing another Government. You have caused by your action intentionally the death of innocent people who were loyal, you have by your action jeopardised the defence of the country against foreign aggression, impeded supplies essential for the defence of the country and by numorous acts and deeds placed yourself as enemy number one, of the King and country and whereas all these charges have been proved against you, I, in the name of the King Emperor of India pronounce the penalty of death unto you and sentence you to be hanged by the neck till you are dead.

তোমহাৰ বিৰুদ্ধে চব অভিযোগ প্ৰমাণিত হোৱাৰ কাৰণে হামি ইংলণ্ডেশ্বৰৰ নামত তোমহাৰ ফাঁচীৰ হুকুম দিলোঁ।

[ হুকুম শুনোৱাৰ লগে লগে জে'লৰ বৰকাঁহত দিনৰ এঘাৰ বজাৰ কোব পৰে। মঞ্চ এন্ধাৰ হয় আৰু খন্তেক পিছতে পোহৰ হ'লত মুকলি হয় নাটকৰ অষ্টম দৃশ্য। ]

---

## অষ্টম দৃশ্য

## জে'লৰ ভিতৰৰ এছোৱা

[ সময় ঢলপুৱা। এ'দাতিত ফাঁচীৰ মঞ্চ, চিপজৰী ওলমি আছে। জে'লৰ বিষয়াসকল, ইন্‌স্পেক্টৰ হাজৰিকা আৰু কেপ্টেন নিজৰ নিজৰ ঠাইত থিয় হৈ আছে। পৰিস্থিতি বৰ গহীন। এইসকল বিষয়া কৰ্ম্মচাৰীৰ মাজতে ৰেখা আৰু মনবৰো আছে। সেইখন জে'লতে বন্দী হৈ থকা ৰেখাক জ্যোতিৰ শেষ ইচ্ছা অনুসাৰে আহিবলৈ দিয়া হৈছে। মনবৰো আহিছে বিশেষ অনুমতি পাইহে। পট উঠাৰ অলপ সময়ৰ পিছতে জ্যোতিক লৈ দুজন বন্দুকধাৰী চিপাহী সোমাই আহে। জ্যোতি আহিলত হাজৰিকাই কয়— ]

হাজৰিকা ঃ জ্যোতি, তোমাৰ অনুৰোধ মতে ৰেখা আৰু মনবৰক এই সময়ত উপস্থিত থাকিবলৈ দিয়া হৈছে। আমাৰ হাতত সময় নিচেই তাকৰ। ইচ্ছা কৰিলে তুমি এওঁলোকৰ লগত কথা পাতিব পাৰা।

জ্যোতি ঃ এইফেৰা অনুগ্ৰহৰ বাবে মই আপোনালোকৰ ওচৰত কৃতজ্ঞ।

[ এইবুলি জ্যোতি মনবৰ আৰু ৰেখাৰ ওচৰলৈ যায়। চকুৰে নেদেখিলেও উমানতে ৰেখাই জ্যোতিৰ উপস্থিতি অনুভৱ কৰে। তেওঁলোক তিনিও মঞ্চৰ আগভাগলৈ আহে। পুৱতিৰ বেলিৰ পোহৰ এচেৰেঙা তেওঁলোক তিনিওৰে ওপৰত পৰে। মঞ্চৰ বাকী অংশত ছাঁ। পোহৰৰ এই আলোছায়াই যেন দৰ্শকক জ্যোতি, ৰেখা আৰু মনবৰৰ বাহিৰে আনকাৰো অস্তিত্ব অনুভৱ নকৰাত সহায় কৰে। জ্যোতি ওচৰ চাপিলত মনবৰে খোকাখোকি মাতেৰে কয়— ]

মনবৰ ঃ ৰেখা আইদেউ এই জে'লতে আটক হৈ আছে, তথাপি তোমাৰ সৈতে আগতে দেখা নহ'ল। অনুমতি নোপোৱা হ'লে এই সময়তো দেখা নহ'লহেঁতেন!

[ মনবৰে আৰু একোকে ক'ব নোৱাৰে, বেজাৰে বুকুত খুন্দামাৰি ধৰে। ]

জ্যোতি ঃ ৰেখা!

[ ৰেখাই বৰ কষ্টেৰে নিজকে সংযত কৰি কয়। ]

ৰেখা ঃ জ্যোতিদা, ককাইদেউ গ'ল, তুমিও যাবলৈ ওলাইছা।

জ্যোতি ঃ কোনো এই সংসাৰলৈ চিৰদিনৰ কাৰণে অহা নাই ৰেখা। আজি নহ'লেও কালিলৈ যাবই লাগিব। জন্মিলেই মৰিব লাগে। কিন্তু এনে মৰণেহে মানুহৰ জীৱন সাৰ্থক কৰি তোলে। তুমিতো জানা, প্ৰকাশেই দিলে মোক পথৰ সন্ধান। তোমাৰ সান্নিধ্যত পালো প্ৰেৰণা। সেই প্ৰেৰণা লভি, প্ৰকাশৰ পদাঙ্ক অনুসৰণ কৰি মুক্তি পথৰ যাত্ৰী মই হ'লোঁ গৰীয়ান।

ৰেখা ঃ কিন্তু মই যে অকলশৰীয়া, মই যে নিঠৰুৱা!

জ্যোতি ঃ কোনে ক'লে তুমি নিঠৰুৱা? তুমিতো অকলশৰীয়া নোহোৱা ৰেখা। প্ৰকাশৰ অমৰ আত্মাৰ আশিসে তোমাক আবৰি ৰাখিব। বিপ্লৱী ভাৰতৰ জাগ্ৰত জনগণ থাকিব তোমাৰ লগত, অভিযাত্ৰী তুমি, বিপদ বিঘিনি নেওচি আগুৱাই যাবা, লক্ষ শ্বহীদৰ বুকুৰ শোণিতে ৰঞ্জিত কৰি তোলা পথেৰে নতুন দিনৰ সূৰ্য্যক অভিনন্দন জনাবলৈ।

[ ৰেখাৰ চকুৰেদি নামিছিল লোতকৰ ঢল। জ্যোতিৰ কথা শুনি তাই নিজকে সংযত কৰি চকুপানী মচে। জ্যোতিয়ে মনবৰৰ ওচৰলৈ আহি তেওঁৰ বাউসিত ধৰি পোন কৰি থিয় কৰাই দি তেওঁৰে গাৰ চেলেংখনৰ আগটোৰে চকুপানী মচি দিয়ে। ]

জ্যোতি ঃ মই ন্যায় আৰু সত্যৰ হকে প্ৰাণ দিব ওলাইছোঁ। বেজাৰ নকৰিবা মনবৰকাই।

কেপ্টেন ঃ There is hardly any time. জলদি কৰিব লাগে।

[ জ্যোতি ৰেখাৰ ওচৰলৈ আহে। ]

জ্যোতি ঃ মোৰ যাবৰ সময় হ'ল মোক হাঁহিমুখে বিদায় দিয়া ৰেখা!

[ ৰেখাই জ্যোতিৰ ভৰিৰ ধূলি শিৰত লয়। জ্যোতিয়ে ৰেখাৰ মূৰত হাত বুলাই মৰম কৰে। তাৰ পিছত এখোজ-দুখোজকৈ ফাঁচী মঞ্চৰ ফালে যায়। বেলিটো ঢাকি থোৱা ডাৱৰ চকমা আঁতৰি যোৱাত ফাঁচী মঞ্চত বেলিৰ উজ্জ্বল পোহৰ পৰে। খটখটিয়েদি জ্যোতি ফাঁচী মঞ্চলৈ উঠি যায় আৰু চিপজৰীৰ ওচৰ পাওঁতেই এন্ধাৰ হৈ যায়। বিউগল বাজি উঠে। কিছু পৰৰ পিছত পোহৰ হ'লত দেখা যায় চিপজৰীডাল সৰল ৰেখাৰ দৰে ফাঁচী মঞ্চৰ মজিয়াৰ সতে লগ লাগি ওলমি আছে, জ্যোতিৰ ফাঁচী হৈ যোৱা বুজাবলৈ। ৰেখা আৰু মনবৰৰ বাহিৰে আনকোনো নাই। মনবৰৰ চকুত লোতক, শোকে খুন্দামাৰি ধৰিছে। ]

মনবৰ : আইদেউ, সকলো শেষ হৈ গ'ল।

[ ৰেখাৰ দুৰ্ব্বলতা আঁতৰি গৈছে। তাইৰ মুখত বিৰিঙি উঠিছে দৃঢ় প্ৰতিজ্ঞৰ ভাব। সম্মুখৰ ফালে স্থিৰভাৱে চাই তাই কয়। ]

ৰেখা : সকলো শেষ হোৱা নাই মনবৰকাই। জ্যোতিদাৰ আত্মাই দেহৰ বন্দীশালৰপৰা মুক্তি পালে। সেই অমৰণ আত্মাই আমাক যোগাব প্ৰেৰণা। দলিত, নিষ্পেষিত ভাৰতৰ জনগণৰ মাজত হ'ব নতুন প্ৰাণ সঞ্চাৰ। এন্ধাৰে আৱৰা ধৰণীৰ বুকু ওপচাই নামিব পোহৰৰ বান। ভাৰত স্বাধীন হ'ব। সফল হ'ব আমাৰ সাধনা। মহাত্মাৰ মহাবাণী বিশ্ববিয়পি যাব! মৃত্যুৰ মাজেদি জাগিব মৃত্যুঞ্জয়। আমাৰ ভয় নাই, ভয় নাই।

[ ৰেখাৰ কথাৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায় নেপথ্যৰপৰা ভাহি অহ, জলদ গম্ভীৰ উদাত্ত কণ্ঠৰ এই ফাকি গীতত— ]

এন্ধাৰে আৱৰা
ধৰণী বুকুত
নবীন অৰুণোদয়
হ্ব সত্যৰ জয়।
মৰণ জিনি
অমৰবাণী
বিশ্ব বিয়পি যায়
তোৰ ভয় নাই, ভয় নাই।।

[ গীত ফাকিয়ে মনবৰ আৰু ৰেখাৰ অন্তৰাত্মাক নতুন কিহবাৰ সন্ধান দিয়ে। নতুন দিনৰ সূৰুযৰ পোহৰে তেওঁলোকক যে জনায় আহ্বান। সেই আহ্বানৰ আকৰ্ষণত মোহাবিষ্টৰ দৰে তেওঁলোক এখুজি-দুখুজিকৈ আগবাঢ়ি গৈ অদৃশ্য হয়। অদৃশ্য হ'লত মঞ্চ এন্ধাৰ হয় আৰু নামি আহে নাটকৰ শেষ যৱনিকা। ]

---

# আনাৰকলি

পাত্ৰ-পাত্ৰী ঃ

সম্ৰাট আকবৰ, মানসিংহ, চেলিম, মানবাই, আনাৰকলি

# আনাৰকলি

## প্ৰথম দৃশ্য

### মোগল ৰাজপ্ৰাসাদৰ এটি কক্ষ

আকবৰ : সেনাপতি মানসিংহ।

মান : আদেশ কৰক সম্ৰাট।

আকবৰ : ৰাণাপ্ৰতাপৰ কি সংবাদ? কিমানদিন আৰু অপৰাজেয় হৈ থাকিব চিতোৰৰ এই দুৰন্ত ৰাণা?

মান : প্ৰতাপৰ আকাশস্পৰ্শী দম্ভৰ মীনাৰ ধূলিসাৎ হ'বলৈ আৰু বেছি পলম নাই সম্ৰাট।

আকবৰ : হুঃ পলম নাই! মই যে আৰু অপেক্ষা কৰিব নোৱাৰোঁ মানসিংহ। অহঙ্কাৰী প্ৰতাপ সিংহৰ দৰ্প চূৰ্ণ কৰিব নোৱাৰিলে যে মোৰ সপোন, অখণ্ড ভাৰত গঢ়াৰ সপোন, সোণৰ ভাৰত গঢ়াৰ সপোন, দিঠকত পৰিণত নহ'ব মানসিংহ।

মান : সম্ৰাটৰ অভিলাষ অচিৰেই পূৰণ হ'ব।

আকবৰ : মানসিংহ, ৰাজপুত জাতিক মই অন্তৰেৰে শ্ৰদ্ধা কৰোঁ। ৰাজপুতৰ দৰে বীৰত্ব, শৌৰ্য্য, পৰাক্ৰম পৃথিৱীত বিৰল। সেয়ে মই ৰাজপুতৰ সৈতে বিৰোধ নকৰি, কৰিব খুজিছিলোঁ মিত্ৰতা। মোৰ আহ্বানৰ যে ৰাজপুতে সঁহাৰি দিয়া নাছিল এনে নহয়।

মান : সম্ৰাটে অকল ৰাজপুতানাতে কিয়, আন ঠাইতো নিজৰ উচ্চ আৰু উদাৰ মনৰ পৰিচয় দিছে।

আকবৰ : মই জানো মানসিংহ, ৰাজপুত জাতিৰ সহায় নহ'লে মোৰ পক্ষে সুচাৰুৰূপে সাম্ৰাজ্য শাসন কৰা অসম্ভৱ। ৰাজপুতৰ বীৰত্ব আৰু স্বদেশ প্ৰেমৰ সৈতে মোগলৰ মেধা আৰু শাসন কুশলতা মিলিত নহ'লে, ভাৰতৰ ৰাজনৈতিক ঐক্য কেতিয়াও সংগঠিত নহ'ব।

মান : এই কথা উপলব্ধি কৰিয়েই মই সেনাপতি পদ গ্ৰহণ কৰিছোঁ। সম্ৰাটৰ

মহৎ আদৰ্শত অনুপ্ৰাণিত হৈয়ে অম্বৰৰ বিহাৰমলে নিজস্ব আদৰৰ কন্যাক সম্ৰাটৰ হাতত সম্প্ৰদান কৰিছে।

আকবৰ : কিন্তু মেৱাৰে মোৰ আহ্বান অগ্ৰাহ্য কৰিলে মানসিংহ। গৰ্ব্বিত ৰাণা সঙ্গৰ পুত্ৰই কৰিলে মোৰ বিৰোধিতা। অকল বিৰোধিতা কৰিয়েই ক্ষান্ত নেথাকিল। তেওঁ দিলে আশ্ৰয় মোৰ পৰম শত্ৰু বজবাহাদুৰক।

মান : কিন্তু মেৱাৰে এই উদ্ধতালিৰ সমুচিত প্ৰতিফল নোপোৱাকৈ নেথাকিল সম্ৰাট। মেৱাৰৰ ৰাজধানী চিতোৰৰ পতন হ'ল।

আকবৰ : চিতোৰ অভিযান মোৰ জীৱন বুৰঞ্জীত জিলিকি থাকিব। সেই অভিযানত মোৰ বীৰত্বতকৈ বেছি প্ৰকাশ পাইছিল ৰাজপুত জয়মল আৰু পট্টৰ দেশপ্ৰেম আৰু শৌৰ্য্য। মই বিজয়ী হ'লেও, মোৰ অন্তৰক তেওঁলোকে জয় কৰিছে মানসিংহ।

মান : সম্ৰাট মহান। সেয়ে বিজিতৰ প্ৰতিমূৰ্ত্তি ৰাজপ্ৰাসাদৰ তোৰণ দ্বাৰত আজিও শোভা পাইছে।

আকবৰ : চিতোৰৰ পতন হ'ল সঁচা। কিন্তু মেৱাৰকতো বশ কৰিব নোৱাৰিলোঁ। চিতোৰৰ পতনৰ পাছত মেৱাৰৰ ৰাজপুতসকলে ৰাণা সঙ্গৰ দৌহিত্ৰ প্ৰতাপক ৰাণা পদত অধিষ্ঠিত কৰিলে। প্ৰতাপৰ নেতৃত্বত সিহঁত পুনৰ মূৰ দাঙি থিয় হ'ল।

মান : অম্বৰৰ মানসিংহই বাদচাহী খীলাত অকাৰণতে গ্ৰহণ কৰা নাই। প্ৰতাপৰ দম্ভ মই চূৰ্ণ কৰিমেই। প্ৰতাপে মোক কৰা ভীষণ অপমানৰ কথা সুঁৱৰিলে এতিয়াও মোৰ শৰীৰৰ ধমনিত শোণিতৰ ধাৰ ক্ষিপ্ৰতৰ হৈ উঠে।

আকবৰ : অপমানতো অকল মানসিংহৰে নহয়। নিমন্ত্ৰণ কৰি একেলগে অন্ন গ্ৰহণ নকৰিলে প্ৰতাপসিংহই এই কাৰণেই, যে মানসিংহই তুৰ্কি মোগলৰ খিলাত গ্ৰহণ কৰিছে, মোগলৰ সতে সহযোগিতা কৰিছে। সেনাপতি মানসিংহ, সেই অপমান অকল তোমাৰেই নহয়, প্ৰতাপে সেইদিনা অপমান কৰিলে সমগ্ৰ অম্বৰৰ ৰাজবংশক আৰু লগে লগে মোকো—

মান : প্ৰতিশোধৰ বহ্নি এতিয়াও নিৰ্ব্বাপিত হোৱা নাই চাহেনচাহ্। চিতোৰৰ পতনৰ পাছত আৰাবল্লীৰ পৰ্ব্বতশৃঙ্গৰ অন্তৰালত থাকি প্ৰতাপে হয়তো ভাবিছে মোগলৰ আক্ৰমণ কৰিব প্ৰতিহত। কিন্তু তাৰ সেই সপোন দিঠকত কেতিয়াও পৰিণত নহয়। চিতোৰ এৰি সি আশ্ৰয় লৈছে কমলমীড়ত আৰু এই কমলমীড়তে ৰচনা হ'ব প্ৰতাপৰ সমাধি।

আকবৰ : সেই কাৰণেই তোমাৰ ওপৰত দায়িত্ব, অৰ্থাৎ কমলমীড় অভিযান পৰিচালনাৰ দায়িত্ব ন্যস্ত কৰিব খুজিছোঁ সেনাপতি মানসিংহ, তুমি প্ৰস্তুত হোৱাগৈ।

মান : সম্রাটৰ আদেশ শিৰোধাৰ্য্য
[ কুর্ণিচ্ কৰি মানসিংহ যায়। চেলিম সোমাই আহে। ]

চেলিম : আব্বাজান, সম্রাট—

আকবৰ : চেলিম—

চেলিম : মোক মাতিছিল হেনো পিতা—

আকবৰ : আমি ৰাণা প্রতাপৰ বিৰুদ্ধে পুনৰ সৈন্য পঠিয়াম। প্রতাপে আশ্রয় লৈছে কমলমীড় দুর্গত। আমাৰ এইবাৰ লক্ষ্য হ'ল কমলমীড়।

চেলিম : সম্রাটে বোধকৰোঁ এই অভিযানৰ সেনাপতি নিযুক্ত কৰিছে মানসিংহক—

আকবৰ : মানসিংহ যাব, আচফখাঁ যাব, আৰু চাহজাদা চেলিমো যাব।

চেমিল : মই? মই কিয় যাব লাগে আব্বাজান?

আকবৰ : যাব লাগে এই কাৰণেই যে দুৰ্দ্দমনীয় প্রতাপক পৰাজিত কৰাটো অকল মানসিংহ আৰু আচফখাঁৰ পক্ষে সম্ভৱ নহ'বও পাৰে। তদুপৰি সিহঁতক সম্পূর্ণভাৱে বিশ্বাস কৰাটোও ৰাজনীতিৰ ফালৰপৰা বৰ সমীচীন নহয়। সেয়ে ভাবিছোঁ চাহজাদা চেলিমো যাওক মানসিংহৰ লগত।

চেলিম : ঔদ্ধত্য মাৰ্জ্জনা কৰিব আব্বাজান। সেই ঠেকমনা মানসিংহৰ প্রতি, যি মানসিংহই স্বদেশ আৰু স্বজাতিৰ প্রতি এনে বিদ্বেষৰ ভাব পোষণ কৰিব পাৰে, নিজৰ ক্ষুদ্র স্বাৰ্থ সিদ্ধিৰ বাবে মোগলৰ আশ্রয় ল'বলৈকো কুণ্ঠিত বোধ নকৰে, তাৰ প্রতি মোৰ কোনো শ্রদ্ধা নাই। সেয়ে মোৰ আৰ্জ্জি, মানসিংহৰ সহযোগিতা কৰিবলৈ মোক নক'ব। যদি বাদচাহে অনুমতি দিয়ে, আদেশ দিয়ে, তেন্তে মই অকলেই সৈন্য বাহিনী পৰিচালনা কৰিম।

আকবৰ : চেলিম, তোমাৰ মনোভাব মই ভালদৰে বুজি পাইছোঁ। কিন্তু পুত্র, ৰাজনীতি তুমি যিমান সৰল আৰু সহজ বুলি ভাবিছা সিমান সহজ-সৰল নহয়। ৰাজনীতিত জটিলতা আছে, আৰু সেই জটিলতাৰ মাজেদি বাট বুলিবলৈ লাগে কূট বুদ্ধি। মই মানসিংহতকৈ প্রতাপক শ্রদ্ধা কৰোঁ বহুতো বেছি। তথাপি আজি মানসিংহক মই উলাই কৰিব নোৱাৰোঁ। মানসিংহক সহায় আজি মোৰ আৱশ্যক। পুত্র, হলেৰেহে হল উঘালিব লাগিব—

চেলিম : তথাপি আব্বাজান, মানসিংহৰ অধিনায়কত্বত—

আকবৰ : উত্তম, এই যুদ্ধত তোমাৰ আৰু মানসিংহৰ থাকিব সমান ক্ষমতা। কিন্তু মনত ৰাখিবা আমাৰ উদ্দেশ্য হ'ল জয় লাভ কৰা। উদ্দেশ্যত সিদ্ধিলাভ কৰিবই লাগিব। এই কথা কেতিয়াও নাপাহৰিবা, মোগলৰ মচ্‌নদ যদি শত্রুহীন হয়, তেন্তে মোৰ অবিহনে সেই মচ্‌নদৰ অধিকাৰী আন কোনো নহয়, হ'ব মোৰ উপযুক্ত পুত্র চাহজাদা চেলিম।

---

## দ্বিতীয় দৃশ্য
## কমলমীড় দুৰ্গৰ দাঁতিৰ অৰণ্য পথ

আনাৰ : গভীৰ অৰণ্য, ক'তো জন-প্ৰাণী নাই। সুদূৰ ইৰাণৰপৰা আহিছিলোঁ ভাৰতবৰ্ষলৈ এধানিমান আশ্ৰয় পাম, সেই আশাতে। কিন্তু খোদাই ৰহম নকৰিলে। দীৰ্ঘ পথ অতিক্ৰম কৰিব নোৱাৰি ৰুগীয়া আব্বাজানে এই দুনিয়া এৰি গুচি গ'ল। গুচি গ'ল মোক নিঠৰুৱাকৈ এৰি থৈ। হে খোদা! মোক ৰক্ষা কৰা। মোৰ যে আজি কোনো নাই তোমাৰ বাহিৰে। ভাবিছিলোঁ ওচৰতে থকা সৌ দুৰ্গটোত আশ্ৰয় ল'ম। কিন্তু তাতো লাগিল তুমুল সংগ্ৰাম। কত মানুহ যে মৰিল। কত মানুহৰ অন্তিম চিঞৰ মই এই ঠাইৰপৰাই, বনানিৰ অন্তৰালৰপৰাই শুনিছোঁ। এই গিৰিপথেদিয়েই কত অশ্বাৰোহী গ'ল আৰু কত আহিল, কত অশ্বাৰোহী ঘোঁৰাৰ পিঠিৰপৰা বাগৰি পৰিল, মৃত্যু বৰণ কৰিলে।

[ বহু দূৰৰপৰা ঘোঁৰা চেকুৰাই সেইফালে কোনোবা আহে। ]

সৌৱা আকৌ কোনোবা এই ফাললৈকে ঘোঁৰা চেকুৰাই আহিছে।

[ অশ্বাৰোহী আন কোনো নহয়, চাহজাদা চেলিম। ঘোঁৰাটো আঁতৰত বান্ধি থৈ, খোজকাঢ়ি তেওঁ আনাৰৰ ওচৰলৈ আহে ]

চেলিম : কোন?

আনাৰ : মই আলমপানা।

চেমিল : কোন তুমি?

আনাৰ : মোৰ নাম আনাৰ, জাহাপনা—

চেমিল : আনাৰ।

আনাৰ : নিঠৰুৱা মই। মোক আশ্ৰয় দি উদ্ধাৰ কৰক।

চেলিম : এই জন-প্ৰাণহীন, হিংস্ৰ জন্তু অবাধে বিচৰণ কৰা গভীৰ অৰণ্যৰ মাজলৈ তুমি আহিলা কেনেকৈ?

আনাৰ : মই ইৰাণী জাহাপনা। আশ্ৰয় বিচাৰি আহিছিলোঁ ভাৰতলৈ। আব্বাজানো আহিছিল। কিন্তু জাহাপনা ৰুগীয়া আব্বাজানে মোক নিঠৰুৱা, নিৰাশ্ৰয়া কৰি এৰি থৈ গ'ল। অকলে অকলে কিমান আৰু বাট বুলিম? কোন

ফালে যাব লাগে নেজানো, ভাবিছিলোঁ দুৰ্গত আশ্ৰয় ল'ম। কিন্তু সেই দুৰ্গতো যুদ্ধ লাগিল।

চেলিম : ৰাজপুত ৰাণা প্ৰতাপৰ সেই দুৰ্গ মোগলে অৱৰুদ্ধ কৰি জয় কৰিলে ; আৰু মোগলৰ এই বিজয় অভিযানৰ অধিনায়ক মই, চাহজাদা চেলিম।

আনাৰ : চাহজাদা চেলিম।

[ তেওঁলোকৰ অলক্ষিতে মানসিংহ আহি ওচৰত থিয় হয় ]

মান : হা - হা - হা—

চেলিম : মানসিংহ?

মান : [ কুটিল হাঁহি মাৰি ] উচপ্ খাই উঠিলে কিয়?

চেলিম : মানসিংহ, ঔদ্ধত্যৰো সীমা আছে। আপুনি সেই সীমা চেৰাই গৈছে—

মান : নগ'লোঁহেঁতেন, যদি চাহজাদাই সত্যৰ অপলাপ—

চেলিম : সত্যৰ অপলাপ!

মান : ৰাণা প্ৰতাপক পৰাজিত কৰাৰ কৃতিত্ব আপোনাৰ নহয়। যদি কোনোবাই সেই কৃতিত্ব দাবী কৰিব পাৰে তেন্তে তেওঁ চাহজাদা চেলিম নহয়, ৰাজপুত মানসিংহহে—

চেলিম : ৰসনা সংযত কৰক, নহ'লে—

মান : নহ'লে কি?

চেলিম : এই তৰোৱালেৰে—

[ চেলিমে তৰোৱাল কোষমুক্ত কৰে, আনাৰে ভয় খায় ]

আনাৰ : চাহজাদা! চাহজাদা!!

মান : পাহৰি নেযাব চাহজাদা, মোগলৰ বশ্যতা স্বীকাৰ কৰিলেও ৰাজপুত শোণিত মানসিংহৰ ধমনিত এতিয়াও প্ৰবাহিত। তৰোৱালেৰে তৰোৱালৰ প্ৰত্যুত্তৰ দিব মানসিংহই জানে। কিন্তু সুকোমল তনু এই কিশোৰীক সম্মুখত ৰাখি শক্তিৰ পৰীক্ষা—

আনাৰ : চাহজাদা, তৰোৱাল কোষবদ্ধ কৰক।

চেলিম : মানসিংহ, উদ্ধতালিৰ সমুচিত পৰিণাম কি, বুজিবলৈ পলম নেলাগিব। আনাৰ, ব'লা মোৰ লগত।

মান : চাহজাদা, পৰিণামৰ কথা আপুনিও ভবা উচিত। গিৰিপথত বুটলি পোৱা অজ্ঞাতকুলশীলা কিশোৰীক এনেভাবে আশ্ৰয় দিয়াটো আৰু হয়তো—হেৰেমতো প্ৰৱেশ কৰিবলৈ অনুমতি দিব—কিন্তু তেনেভাৱে আশ্ৰয় আৰু প্ৰৱেশাধিকাৰ দিয়াটো চাহজাদাৰ চকুত সমীচীন হ'লেও বাদচাহৰ চকুত হয়তো—নহ'বও পাৰে—

আনাৰ : চাহজাদা, ভাবিছিলোঁ খোদাই মোৰ আৰ্জ্জি শুনি ৰহম কৰিলে।

আপোনাক পালোঁ আশ্ৰয় দাতা ৰূপে। কিন্তু চাহজাদা, মোৰ পক্ষে বোধহয় অনাদ্ৰিতা অনাশ্ৰিতা হৈ দুৰ্গম গিৰিপথত প্ৰাণ ত্যাগ কৰাই শ্ৰেয়।

চেলিম : চাহজাদা চেলিমে অবিবেচকৰ দৰে কোনো কাম নকৰে। মই তোমাক আশ্ৰয় দিছোঁ। তুমি নিৰ্ভয়ে মোৰ সতে ব'লা—

মান : চাহজাদা চেলিমে—

চেলিম : মোক সাবধান কৰি দিবৰ প্ৰয়োজন নাই মানসিংহ। ভাৰতৰ শাসক মোগলে, ভাৰতৰ ভাবি সম্ৰাট চাহজাদা চেলিমে, মানসিংহৰপৰা—সাৱধান বাণী শুনিবলৈ ইচ্ছা নকৰে। ব'লা আনাৰ—

[ চেমিল আৰু আনাৰ যায় ]

মান : অপৰিণামদৰ্শী যুৱক। মানসিংহও হাত সাৱটি বহি নেথাকে। অজ্ঞাতকুলশীলা যুৱতীয়ে মোগলৰ হেৰেমত প্ৰৱেশ কৰি মানসিংহৰ ভনী মানবাইৰ ওপৰত চলাব কৰ্ত্তৃত্ব? তেনে কথা কেতিয়াও সম্ভৱ হ'ব নোৱাৰে।

---

## তৃতীয় দৃশ্য

## মানবাইৰ মহল

চেলিম : মানবাই।

মানবাই : স্বামী।

চেলিম : ৰণ জয় কৰি উভতি আহিছোঁ মানবাই।

মানবাই : মেবাৰৰ গৰ্ব্ব তেন্তে চূৰ্ণ হ'ল? প্ৰতাপসিংহ তেন্তে পৰাভূত হ'ল চাহজাদা?

চেলিম : মেবাৰৰ গৰ্ব্ব হ'ল চূৰ্ণ। মোগলৰ শৌৰ্য্যৰ আগত ম্লান হ'ল প্ৰতাপৰ বিক্ৰম। প্ৰতাপক বন্দী কৰিব নোৱাৰিলোঁ এয়ে মাথোঁ খেদ বৈ গ'ল।

মানবাই : তথাপি মই আজি পৰম সুখী। অম্বৰ বংশৰ ঘোৰ অমৰ্য্যাদা কৰিছিল প্ৰতাপে। আজি তাৰ প্ৰতিফল পালে। অম্বৰৰ প্ৰতিজ্ঞা ৰক্ষা হ'ল। আজি যে মই কিমান আনন্দিত, আজি যে মই কিমান গৰ্ব্ব অনুভৱ কৰিছোঁ, আপোনাক কেনেকৈ বুজাম জাহাপনা। মোৰ আনন্দ, মোৰ গৰ্ব্ব কিয় হৈছে জানে?

চেলিম : কিয় মানবাই?

মানবাই : এই অভিযানৰ অধিনায়ক আছিল মোৰ স্বামী, চাহজাদা, ভাৰতৰ ভাবী অধীশ্বৰ, সেই কাৰণে।

চেলিম : তোমাৰ উৎসাহ, উদ্দীপনাই মোক যোগাইছে শকতি, যোগাইছে প্ৰেৰণা। শুনা মানবাই, তোমাৰ কাৰণে মই এপাহ ফুল আনিছোঁ—তোমাক উপহাৰ দিম বুলি।

মানবাই : এপাহ ফুল? যুদ্ধ ক্ষেত্ৰত, ৰাজপুতানাৰ মৰু-প্ৰান্তৰত, ফুল কেনেকৈ পালে জাহাপনা?

চেলিম : খোদাৰ ৰহম থাকিলে, মৰুভূমিতো ফুল ফুলে মানবাই। আনাৰ—

[ চেলিমে আনাৰ বুলি মাতিলত আনাৰ সোমাই আহে ]

আনাৰ : বন্দেগী বেগম চাহেবা।

মানবাই : সঁচাকৈয়ে জাহাপনা ফুলৰ দৰেই নিৰ্ম্মল, নিষ্কলঙ্ক, সুন্দৰ।

চেলিম : তেন্তে ফুলপাহে তোমাৰ মহলৰ শোভা বঢ়াওক, মই সম্ৰাটৰ ওচৰলৈ যাওঁ—

[ আনাৰক পত্নীৰ ওচৰত থৈ চেলিম যায় ]

মানবাই : ক'ৰ তুমি? কোন তুমি?

আনাৰ : বংশ পৰিচয় দিবলৈ মোৰ একো নাই। মোৰ নাম আনাৰ। চাহজাদাই বাটৰপৰা মোক বুটলি আনিছে, মৰণৰ মুখৰপৰা মোক ৰক্ষা কৰিছে।

মানবাই : আনাৰ! ধুনীয়া নামটি তোমাৰ। মই হ'লে তোমাক আনাৰকলি বুলি মাতিম দেই।

আনাৰ : বেগম চাহেবাৰ মৰ্জ্জি।

মানবাই : সঁচাকৈয়ে আনাৰ, মোৰ স্বামী বৰ স্নেহবান, দয়ালু, মহান। সৌন্দৰ্য্যবোধ তেওঁৰ অতুলনীয়। ৰাজপুতানী, অম্বৰ ৰাজকন্যা মই, মোগলৰ হেৰেমত ঠাই পাইছোঁ। মানুহে হয়তো ভাবে—বন্দিনী মই। কিন্তু মানুহৰ সেই ধাৰণা যে কিমান ভুল, আনে নেজানিলেও মই জানো সেই কথা।

আনাৰ : চাহজাদা মহান বুলিয়েইতো মোৰ দৰে এজনী নিঃকিন আশ্ৰয়হীনা ইৰাণীক আশ্ৰয় দিছে। খোদাৰ অপৰিসীম কৰুণা! চাহজাদাক পালোঁ, মোৰ ত্ৰাণকৰ্ত্তা হিচাপে, আৰু আপোনাকো পালোঁ। মোৰ কেনে লাগিছে জানে? মোৰ আম্মা যেন আজি বেহেস্তৰপৰা উলটি আহিছে—

মানবাই : আঁকৰীজনী ক'ৰবাৰ। এবাৰ স্বৰ্গলৈ গ'লে জানো মানুহ উলটি আহে? ব'লা ভাগৰি পৰিছা তুমি, বিশ্ৰাম ল'বাগৈ—

আনাৰ : ক'লৈ যাম?

মানবাই : মোৰ অন্দৰ মহললৈ—

আনাৰ : অন্দৰ মহললৈ?

মানবাই : আজিৰপৰা মোৰ মহলতে তুমি থাকিবা। তোমাৰ আশ্ৰয়দাতা, মহান চাহজাদাৰ সেৱা কৰিবা। যদি পাৰা তেওঁৰ অশেষ কৰুণাৰ ঋণ পৰিশোধ কৰিবা, ব'লা।

[ আনাৰক মানবাইয়ে অন্দৰ মহললৈ নিয়ে। মানসিংহ আহে মানবাইৰ সন্ধানত ]

মান : মানবাই, ভনীটি—

[ আনাৰক ভিতৰৰ কোঠালিত থৈ মানসিংহক লগ ধৰিবলৈ মানবাই অকলে ওলাই আহে ]

মানবাই : কি হ'ল দাদা? তোমাক দেখোন বৰ উত্তেজিত যেন লাগিছে। কিহৰ চিন্তাই বাৰু তোমাক বিয়াকুল কৰিছে?

মান : চিন্তা মোৰ কাৰণে নহয়। চিন্তা তোমাৰ কাৰণে—

মানবাই : মোৰ কাৰণে? কিয়? কিনো এনে অঘটন ঘটিল?

মান : এতিয়াও অঘটন ঘটা নাই যদিও, ঘটিবলৈ কিমান পৰ?

মানবাই : যুদ্ধায়মান ৰাজপুতৰ জীৱন যে ঘটনাবহুল সেই কথা কোনে অস্বীকাৰ কৰিব? কিন্তু মোৰ জীৱনতো তেনে ধৰণৰ নহয়। বাহিৰৰ বলিয়া বা' মোৰ অন্দৰ মহললৈ প্ৰৱেশ কৰিব নোৱাৰে।

মান : প্ৰৱেশ কৰিব নোৱাৰে?

মানবাই : নোৱাৰে বুলিয়েই মোৰ বিশ্বাস।

মান : তোমাৰ সেই বিশ্বাস শিথিল হ'বলৈ বেছি পৰ নেলাগিব মানবাই। বাহিৰৰ বলিয়া বা' ছাটিৰ কথা কৈছা, কিন্তু মই যদি কওঁ সেই বা' কোনোবা অজানিত ৰন্ধ্ৰেৰে তোমাৰ অন্দৰ মহলত সোমাইছেই।

মানবাই : তোমাৰ কথা লাহে লাহে সাঁথৰত পৰিণত হৈছে দাদা। পোনপটীয়াকৈ কোৱা তুমি কি ক'বলৈ বিচাৰিছা।

মান : কমলমীড় অভিযানৰ পাছত তোমাৰ স্বামীয়ে কাক লগত আনিছে জানা?

মানবাই : জানো, ইৰাণৰ এপাহ ধুনীয়া ফুল, আনাৰকলিক।

মান : ইমান সহজে তুমি সেই কথা গ্ৰহণ কৰিলা কেনেকৈ? পতিয়ন গ'লা কেনেকৈ চেলিমৰ মিছা—

মানবাই : দাদা, স্বামী মোৰ মানত দেৱতা!

মান : তোমাৰ ভৱিষ্যতৰ কথা ভাবি চাইছানে?

মানবাই : ভৱিষ্যত? স্বামীৰ প্ৰেম, স্বামীৰ অনুগ্ৰহ আমাৰ ইহকাল পৰকাল। সেই প্ৰেম, সেই অনুগ্ৰহৰপৰা ভনী মানবাই বঞ্চিতা হোৱা নাই দাদা।

মান : কিন্তু বঞ্চিতা হ'বলৈ বেছি পলম নেলাগিব মানবাই। ইৰাণৰ ধুনীয়া ফুলপাহ বুলি আজি যাক অভিনন্দন জনাইছা, সেই ফুলপাহতে কুটিল কীটৰ জন্ম হ'ব আৰু সেই বিষধৰ কুটিল কীটে তোমাক এদিনাখন কৰিব দংশন!

মানবাই : সেই ভয় মানবাইৰ নাই দাদা।

মান : নাই?

মানবাই : নাই।

মান : এই ইৰাণী যদি বেগম পদত অধিষ্ঠিত হৈ তোমাৰ ওপৰত কৰ্তৃত্ব চলায়।

মানবাই : যদি মোৰ ভাগ্যত তেনে হ'ব লগা আছে হ'ব—কিন্তু এতিয়াৰপৰা অহৈতুক দুশ্চিন্তাক মনত ঠাই দি, মোৰ মধুৰ বৰ্ত্তমানক অযথা গধুৰ কৰি তুলিব নোখোজোঁ দাদা। মোৰ স্বামীৰপৰা মই যিমানখিনি পাবলৈ বিচাৰিছিলোঁ তাতকৈ পাইছোঁ বহুতো বেছি। মই জানো ইয়াতকৈ বেছি বিচৰাটো অন্যায় হ'ব। জানো, এদিনাখন হয়তো এই ইৰাণী আনাৰে চাহজাদাৰ অন্তৰো জয় কৰিব ; —কৰিব কিয়, হয়তো কৰিছেই। কিন্তু তাৰ বাবে মোৰ কোনো অভিযোগ নাই।

মান : অভিযোগ নাই? এইবোৰ কি কৈছা মানবাই?

মানবাই : ঠিক কথাকে কৈছোঁ।

মান : দকৈ ভাবিচোৱা মানবাই! এতিয়াও সময় আছে। এতিয়াও যদি সম্ৰাটক কোৱা, হয়তো আনাৰক হেৰেমৰপৰা আঁতৰোৱাটো সম্ভৱ হ'ব পাৰে।

মানবাই : তোমাৰ সজ পৰামৰ্শৰ বাবে ধন্যবাদ গ্ৰহণ কৰিবা দাদা। কিন্তু ক্ষমা কৰিবা, সেই কাম কৰিবলৈ মই অপৰাগ।

মান : অপাৰগ? কিয় অপাৰগ মানবাই?

মানবাই : হয়তো চাহজাদাৰ অন্তৰত ঠাই পোৱাৰ লগে লগে আনাৰে মোৰ অন্তৰকো জয় কৰি পেলাইছে। সেয়ে, আনাৰৰ বিচ্ছেদ চাহজাদাই কিয়, হয়তোময়ো সহিব নোৱাৰিম।

মান : বেছ্ সেয়ে যদি তোমাৰ সিদ্ধান্ত হয়, নিজে যদি তুমি তোমাৰ ধ্বংস মাতি আনিব খুজিছা, মোৰ ক'বলৈ একো নাই। কিন্তু তোমাৰ দাদা হিচাপে মোৰো কৰ্ত্তব্য আছে। আৰু সেই কৰ্ত্তব্য পালন কৰাৰপৰা মোকো কোনেও বিৰত কৰিব নোৱাৰে।

---

# চতুৰ্থ দৃশ্য
## মহলৰ দাঁতিৰ ফুলনি

চেলিম : আনাৰ—

আনাৰ : চাহজাদা—

চেলিম : কেনে লাগিছে মোগলৰ হেৰেমত?

আনাৰ : বহু দূৰ বাট অতিক্ৰম কৰাৰ পাছত শৰীৰ যেতিয়া অৱশ হৈ যায়, তৃষ্ণাত যেতিয়া অষ্ঠ-কণ্ঠ শুকাই যায়, তেতিয়া চকুৰ আগত পদুম ফুলি থকা সৰোবৰ দেখিলে যেনে লাগে, ঠিক তেনে লাগিছে চাহজাদা।

চেলিম : দেখিছোঁ—কল্পনা শক্তিও তোমাৰ কম নহয়।

আনাৰ : যি প্ৰকৃতিৰ কোলাত সৰুৰেপৰা ডাঙৰ-দীঘল হৈছোঁ—সেই প্ৰকৃতিৰে ই দান জাহাপনা। কিন্তু জাহাপনা, সেই পদুমৰ সৰোবৰ কল্পনাতে উদয় হৈ যদি কল্পনাতে লয় হৈ যায়?

চেলিম : তুমি কি ক'ব বিচাৰিছা আনাৰ?

আনাৰ : ইমান দুখৰ পাছত ইমান সুখ কেনেকৈ সম্ভৱ হ'ল তাকেই ভাবিছোঁ চাহজাদা।

চেলিম : দাৰ্শনিকসকলে কয় সুখ আৰু দুখ হেনো সংসাৰত চকাৰ দৰে ঘূৰি থাকে।

আনাৰ : তাৰ মানে মোৰ এই সুখ, এই আনন্দ, চিৰস্থায়ী নহ'বও পাৰে, নহয়নে জাহাপনা?

চেলিম : দৰ্শনৰ গভীৰ তথ্যৰ সন্ধেদ মই নেপাওঁ আনাৰ। মই সদায় বৰ্ত্তমানকে মূল্য দিওঁ। অতীতক বিচাৰোঁ পাহৰি যাবলৈ ; আৰু ভৱিষ্যত? কি প্ৰয়োজন আনাৰ ভৱিষ্যতৰ কথা ভাবি? ভৱিষ্যতৰ বুকুত কি আছে কোনে জানে!

আনাৰ : মোৰ কি ভয় হয় জানে জাহাপনা?

চেলিম : কি?

আনাৰ : মোৰ ভয় হয়—মোৰ ইমান সুখ দেখি হয়তো—

চেলিম : সুখৰ মাজত থাকি কল্পনা কৰাও পাপ আনাৰ। তেনে কৰিলে খোদাতাল্লাৰ প্ৰতি অবিচাৰ কৰা হ'ব। খোদাতাল্লা নাৰাজ হ'ব।

আনাৰ : মোৰ মনে যে নেমানে চাহজাদা। এই আৰাম, এই সুখ, সকলো মোৰ সপোন যেন লাগে। এটা মধুৰ সপোনৰ আৱেশে যেন মোক শয়নে জাগৰণে আগুৰি ৰাখিছে।

চেলিম : সপোন নহয় আনাৰ সৌ যে আকাশত জোন ওলাইছে, তাৰ দৰেই সত্য বাস্তৱ।

আনাৰ : এই বাস্তৱ মোহমুক্ত নহয় জাহাপনা।

চেলিম : সঁচাকৈয়ে আনাৰ, তুমি মোক কোনোবা এক অজান জগতৰ সন্ধান দিছা। মধুৰ মোহময় সেই জগত। তাৰ পৰিৱেশে মোৰ অন্তৰৰ সুপ্ত চেতনাক জাগ্ৰত কৰিছে। বাস্তৱবাদী মই, মোৰ চকুলৈকো যেন নমাই আনিছে, মায়াময় তন্দ্ৰাৰ আৱেশ।

আনাৰ : মোৰ মনৰ ভাববোৰে যে আপোনাৰ মনত ঠেকা খাই আকৌ মোলৈকে উলটি আহিছে জাহাপনা।

চেলিম : সৃষ্টি কৰিছে শূন্যত অলেখ ঢৌ। সেই ঢৌবোৰত সাঁতুৰি-নাদুৰি ফুৰিবলৈ মোৰ মন উদ্বাউল হৈ পৰিছে আনাৰ।

আনাৰ : কিন্তু জাহাপনা—

চেলিম : কোৱা আনাৰ ই জানো ভুল। ভুল জানো আনাৰ, এনেদৰে মনসাগৰত ঢৌ তোলা? এনেকৈ সাঁতুৰি-নাদুৰি ফুৰা? কোৱা আনাৰ, ভুল জানো তোমাক এনেদৰে আপোন কৰি ল'বলৈ বিচৰা?

আনাৰ : আপোনাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মোৰ সাধ্য ক'ত জাহাপনা? জ্ঞানহীনা মই! চাহজাদাৰ ইচ্ছাত বাধা দিয়াৰ শক্তিও যে মোৰ নাই!

চেলিম : আনাৰ!

আনাৰ : ময়ো যে চাহজাদা—আপোনাক দেখাৰেপৰা, আপোনাৰ ওচৰত কৰিছোঁ আত্মসমৰ্পণ। আশ্ৰয়হীনা মই। আপোনাৰ সেই বহল বুকুত যে ময়ো বিচাৰিছোঁ আশ্ৰয়—

চেলিম : তেন্তে কিয়—এই দ্বিধা? কিয় এই সঙ্কোচ? কিয় এই দণ্ড?

আনাৰ : জাহাপনা—আপোনাৰ অপৰিসীম কৰুণা—

চেলিম : কৰুণা নহয় আনাৰ, কৰুণা নহয়। মোৰ অন্তৰৰ নিভৃততম প্ৰদেশৰপৰা নিগৰি ওলোৱা, অকৃত্ৰিম প্ৰেম, প্ৰীতি, ভালপোৱা।

আনাৰ : সেইখিনি সঞ্চিত হৈ থাওক চাহজাদা পৰজনমলৈ। এই জনমত যিখিনি মই পাইছোঁ, সেয়ে মোৰ বাবে যথেষ্ট।

চেলিম : তুমি বেগমৰ সন্মানেৰে বিভূষিতা হ'বা। তোমাৰ কাৰণে সজ্জিত হ'ব বেলেগ মহল। তুমি হ'বা মোৰ অতি—

আনাৰ : চাহজাদাৰ চৰণৰ ধুলিয়ে মোক বেহেস্তৰ সন্ধান দিছে। নেলাগে মোক মহল, নেলাগে মোক বেগমৰ সন্মান। মই এই জনমত যি পাইছোঁ তাতকৈ বেছি নিবিচাৰোঁ। চাহজাদাৰ মৰম-প্ৰীতি আৰু বেগম চাহেবাৰ কৰুণাই মোৰ উৰঁলি যোৱা জীৱনলৈ আনিছে অনন্ত গৰিমা। মোক দিছে যি মৰ্য্যাদা তাৰ অমৰ্য্যাদা মই নকৰোঁ, কৰিব নোৱাৰোঁ। যি অধিকাৰ মোক বেগম চাহেবাই স্বেচ্ছাৰে দিছে সেই অধিকাৰৰ সীমা চেৰাই গ'লে পাপ হ'ব জাহাপনা। নাৰী মই। নিজৰ সুখৰ কাৰণে, সম্ভোগৰ বিলাসিতাত বুৰ গৈ নিজকে পাহৰি যদি আনক বঞ্চনা কৰিবলৈ যাওঁ তেন্তে খোদাতাল্লাই মোক মাৰ্জ্জনা নকৰে জাহাপনা।

[ মানবাই আহে ]

আনাৰ : বেগম চাহেবা—

মানবাই : চাহজাদা মই আপোনাকে বিচাৰিছিলোঁ। আনাৰ তুমি যোৱা চাহজাদাৰ শয্যা ৰচনা কৰাগৈ—

আনাৰ : যো হুকুম বেগম চাহেবা

[ কুৰ্ণিচ কৰে ]

মানবাই : যো হুকুম নহয়। তুমি তেনেকৈ নক'বা আনাৰ।

আনাৰ : মই যে সামান্যা—

মানবাই : তুমি সামান্যা নোহোৱা আনাৰ। সামান্যা যি তাৰ ওপৰত চাহজাদা চেলিমৰ চকু নপৰে। তুমি অসামান্যা।

আনাৰ : মালিকা—

মানবাই : আকৌ মালিকা। মই তোমাৰ মালিকা নহয় আনাৰ। মই তোমাৰ বাইদেউ। তুতি মোৰ অতি চেনেহৰ আজলী ভনীটি। আৰু ভুল নকৰিবা দেই। বাৰু যোৱা এতিয়া।

আনাৰ : ভাল মালি—অ'—নহয়—বাইদেউ—

[ আনাৰ যায়। চেলিম আৰু মানবাইয়ে হাঁহে ]

মানবাই : সঁচাকৈয়ে বৰ সৰল ছোৱালীজনী দেহী!

চেলিম : তোমাৰ ঈৰ্ষা নহয়?

মানবাই : ঈৰ্ষা হ'ব কেলেই?

চেলিম : অন্ততঃ আশঙ্কা?

মানবাই : আশঙ্কা? কিহৰ আশঙ্কা?

চেলিম : আনাৰে যদি তোমাৰ পত্নীত্বৰ অধিকাৰৰ ভাগ বিচাৰে?

মানবাই : যদি বিচাৰে, চাহজাদাই ভাগ দিব।

চেলিম : তুমি অকণো বেজাৰ নোপোৱা?

মানবাই : মোৰ যি প্ৰাপ্য সেইখিনি মই পাইছোঁ। বেজাৰ পাম কেলেই?

চেলিম : তোমাৰ কথা শুনি সঁচাকৈয়ে মই তবধ মানিছোঁ মানবাই।

মানবাই : ৰাজপুত নাৰী মই। নিজৰ ওপৰত বিশ্বাস মোৰ আছে। চাহজাদা মোৰ স্বামী। স্বামীৰ ওপৰত ৰাজপুত নাৰীয়ে কেতিয়াও বিশ্বাস নেহেৰুৱায়। তদুপৰি যি সুখৰ সোৱাদ মই পাইছোঁ, যি আনন্দৰ সন্ধান মই পাইছোঁ তাৰ ভাগ যদি কোনোবাই বিচাৰে তেন্তে নিদিয়াকৈ বা থাকিম কিয়? প্ৰেম, প্ৰীতি, ভালপোৱাতো আৰু সোণ-ৰূপ বা মাটিৰ চপৰা নহয় যে আনক দিলেই শেষ হৈ যাব। দান কৰিলে, আনৰ সমভোগী হ'লে মৰম-প্ৰীতিৰ জেউতি ম্লান নহয়। দুগুণে চৰিবহে।

চেলিম : দেখিছোঁ আনাৰে অকল মোকেই নহয়, তোমাকো মুগ্ধ কৰিছে।

মানবাই : অকল মুগ্ধই নহয় চাহজাদা, আনাৰে মোক কৰিছে একেবাৰে বশ।

চেলিম : ইৰাণীয়ে তেন্তে যাদুৰ মায়াজাল সৃষ্টি কৰিছে।

মানবাই : যাদুৰে ৰাজপুত নাৰীক কোনেও বশ কৰিব নোৱাৰে চাহজাদা। সোণৰ মূল্য ৰাজপুত নাৰীয়ে বুজে। ভুল নকৰিব চাহজাদা, আনাৰ যাদুকৰী নহয়। কৃত্ৰিম একোকে নাপায় তাইৰ মাজত। কেঁচা সোণৰ দৰেই তাই খাঁটি। মন্ত্ৰৰ মায়াজালেৰে তাই মোক বশ কৰা নাই। তাইৰ সৰলতাৰ ওচৰত, মই নিজেই ধৰা দিছোঁ। বাৰু যাওক এইবোৰ কথা। মই চাহজাদাক ক'বলৈ আহিছিলোঁ—

চেলিম : কোৱা মানবাই, কি ক'বলৈ আহিছিলা নিসঙ্কোচে কোৱা।

মানবাই : চাহজাদা, মহলত এটা ভীষণ ষড়যন্ত্ৰ চলিব ধৰিছে।

চেলিম : ষড়যন্ত্ৰ! কাৰ বিৰুদ্ধে?

মানবাই : যিমানদূৰ বুজি পাইছোঁ, আপোনাৰেই বিৰুদ্ধে।

চেলিম : মোৰ বিৰুদ্ধে?

মানবাই : অকল আপোনাৰ বিৰুদ্ধেই নহয়, আনাৰৰো বিৰুদ্ধে।

চেলিম : আনাৰেতো কাৰো একো অন্যায় কৰা নাই।

মানবাই : চাহজাদা সময় থাকোঁতেই সাৱধান হওক।

চেলিম : মই সকলো বুজিছোঁ মানবাই! এই ষড়যন্ত্ৰৰ কোনে গুৰি ধৰিছে তাকো মই জানো। সেই কুটিল ক্ষমতালোভী, নিলাজ—বাৰু যাওক তুমি চিন্তা নকৰিবা। চাহজাদা চেলিম ইমান দুৰ্ব্বল নহয় যে এই হীন ষড়যন্ত্ৰৰ জাল ভেদ কৰিব নোৱাৰিব।

---

## পঞ্চম দৃশ্য
## প্ৰাসাদৰ এটি কক্ষ

আকবৰ ঃ যদি তোমাৰ কথা সঁচা হয় মানসিংহ, তেন্তে ই বৰ ডাঙৰ অপৰাধ আৰু এই অপৰাধৰ শাস্তি হ'ল মৃত্যু। কিন্তু এনে কঠোৰ শাস্তিৰ বিধান কৰাৰ আগতে ভালদৰে অনুসন্ধান কৰিব লাগিব। বিচাৰ কৰিব লাগিব।

মান ঃ অনুসন্ধান মই কৰিছোঁ সম্ৰাট! আশাকৰোঁ মানসিংহক বাদচাহে বিশ্বাস কৰিব পাৰে।

আকবৰ ঃ তোমাক অবিশ্বাস মই কৰা নাই মানসিংহ। কৰিব নোৱাৰোঁ। যিজনে মোৰ কাৰণে, স্বজাতিৰ গঞ্জনা গৰিহণা শিৰ পাতি লৈছে ; তেওঁক অবিশ্বাস কৰাটো মোৰ পক্ষে অসম্ভৱ!

মান ঃ তেন্তে সম্ৰাট হঠাতে কিয় চিন্তিত হৈ পৰিল?

আকবৰ ঃ চিন্তিত হৈছোঁ এই কাৰণেই মানসিংহ, যে মোৰ পুত্ৰ চাহজাদা চেলিম এই ঘটনাৰ সৈতে জড়িত হৈ পৰিছে!

মান ঃ সেয়েহে কৈছোঁ সম্ৰাট, প্ৰকাশ্য বিচাৰ কৰাটো বিধেয় নহয়।

[ এনেতে চেলিমৰ প্ৰৱেশ ]

চেলিম ঃ প্ৰকাশ্য বিচাৰেই চাহজাদা চেলিমে বিচাৰে। কোৱা মানসিংহ কি তোমাৰ অভিযোগ?

মান ঃ দেখিছোঁ চাহজাদা অযথা উত্তেজিত হৈছে।

চেলিম ঃ উত্তেজিত হৈছোঁ এই কাৰণেই যে কুচক্ৰী, শঠ, ৰাজপুত জাতিৰ কলঙ্ক, মোগলৰ পদলেহী মানসিংহই মোগল মচ্‌নদৰ ভাবী অধিকাৰী চাহজাদা চেলিমৰ বিৰুদ্ধে—

মান ঃ এই অপমানৰ উপযুক্ত প্ৰত্যুত্তৰ মানসিংহয়ো দিব পাৰিলেহেঁতেন যদি সম্ৰাট—

চেলিম ঃ মনে মনে থাকা মানসিংহ!

আকবৰ ঃ চাহজাদা চেলিম, পাহৰি নেযাবা তুমি শাহেনস্বাহ আকবৰৰ সম্মুখত দণ্ডায়মান।

চেলিম ঃ গোস্তাকী মাৰ্জ্জনা কৰিব জাহাপনা। কিন্তু মই জানিব খোজোঁ মানসিংহই মোৰ বিৰুদ্ধে সম্ৰাটৰ আগত কি গোচৰ আনিছে?

আকবৰ : তুমি এজনী অজ্ঞাতকুলশীলা, বাটত বুটলি পোৱা কিশোৰীক মোগল হেৰেমত আশ্ৰয় দিছা। এই কথা মিছা?

চেলিম : সম্পূৰ্ণ সঁচা!

আকবৰ : মই জানিব খোজোঁ এই নাম-গোত্ৰহীনা বালিকাক আশ্ৰয় দিয়াৰ কাৰণ কি!

চেলিম : নিৰাশ্ৰয়ক আশ্ৰয় দিয়াটো মানবধৰ্ম্ম।

মান : কিন্তু মানব-ধৰ্ম্ম আৰু ৰাজ-ধৰ্ম্মৰ যেতিয়া সংঘৰ্ষ হয় তেতিয়া?

চেলিম : ৰাজ-ধৰ্ম্ম কি সেই কথা অম্বৰৰাজ মানসিংহই মোক শিকাব নেলাগে।

আকবৰ : যদি মই কওঁ সেই কিশোৰীৰ উপস্থিতিয়ে হেৰেমৰ পৱিত্ৰ বায়ু কৰি তুলিছে বিষাক্ত, বেগম মহলৰ সকলোৰে মনত জগাই তুলিছে আশঙ্কা আৰু উদ্বেগৰ ভাব।

মান : বিশেষকৈ সম্ৰাট, ৰাজপুত নন্দিনী যিসকলৰ হেৰেমত আছে, তেওঁলোকৰ পক্ষে এই নাম-গোত্ৰহীনা নাৰীৰ উপস্থিতি ঘোৰ অপমানজনক।

চেলিম : মই জানিব খোজোঁ সেনাপতি মানসিংহই প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত ভিত্তি কৰি এই আষাৰ কথা কৈছে নে কল্পনাৰ ৰহণ সানি নিজৰ মনতে সাজি কৈছে—

আকবৰ : চেলিম, মানবাই সেনাপতি মানসিংহৰ ভগিনী। তেওঁ যি কৈছে নিশ্চয় প্ৰমাণৰ ওপৰতে নিৰ্ভৰ কৰি কৈছে।

চেলিম : মানসিংহই সঁচা কথা কোৱা নাই সম্ৰাট। অম্বৰী বেগমৰ মহলতে আনাৰে লাভ কৰিছে আশ্ৰয়। সঁচা কথা, নাম-গোত্ৰহীনা কিশোৰী তাই। ইও সঁচা যে ৰাপুতনাৰ গিৰিপথৰপৰা তাইক মই আশ্ৰয় দিম বুলি মোৰ সতে আনিছিলোঁ। মই ভাবিছিলোঁ তাইৰ উপস্থিতি অম্বৰী-বেগম, সেনাপতি মানসিংহৰ ভগিনীৰ উদ্বেগৰ কাৰণ হ'ব। কিন্তু দেখি মই আচৰিত হ'লোঁ যে অম্বৰী-বেগমে দৰ্শন মাত্ৰই আনাৰকলিক মোতকৈও আপোন কৰি ল'লে। ল'লে বোধকৰো এই কাৰণেই যে মানসিংহৰ দৰে অম্বৰী-বেগম মানবাইৰ অন্তৰ ক্ষুদ্ৰ ক্ষমতা আৰু স্বাৰ্থৰ কাৰণে লালায়িত নহয়—

মান : এই কথা অসম্ভৱ সম্ৰাট। মানবাইৰ পক্ষে আনাৰক আপোন কৰি লোৱাটো—

চেলিম : অসম্ভৱো কেনেকৈ সম্ভৱ হয় নিজৰ চকুৰে সেনাপতি মানসিংহই চাই আহিব পাৰে।

আকবৰ : কিন্তু মই যদি কওঁ আনাৰ শত্ৰুৰ চোৰাংচোৱা। কৌশলেৰে তোমাৰ আৰু মানবাইৰ অন্তৰ জয় কৰি মহলৰ গুপ্ত সংবাদ শত্ৰুৰ কৰ্ণ গোচৰ কৰিব—

চেলিম : আনাৰ গুপ্তচৰ? সেই কথা মই বিশ্বাস কৰিম কেনেকৈ? ই নিশ্চয় এই হীন ৰাজপুত মানসিংহৰ নতুন কিবা চক্ৰান্ত। সম্ৰাট, আব্বাজান, সুকোমল ফুল পাহিৰ দৰেই আনাৰ নিষ্পাপ-নিষ্কলঙ্ক। শত্ৰুৰ চোৰাংচোৱা।

আকবৰ : আনাৰ চোৰাংচোৱা হয় নে নহয় সেই বিচাৰ কৰিবৰ ক্ষমতা তোমাৰ নাই। তুমি তাইৰ প্ৰতি অনুৰক্ত। আনাৰৰ বিষয়ে তোমাৰ ভাবিবৰ একো নাই। তুমি যোৱা, প্ৰস্তুত হোৱাগৈ ৰাণা প্ৰতাপৰ বিৰুদ্ধে নতুন অভিযান চলাবলৈ। ৰাণা প্ৰতাপে এতিয়াও আমাৰ বশ্যতা স্বীকাৰ কৰা নাই। এতিয়াও ৰাণা প্ৰতাপ সৈন্য সংগ্ৰহত ব্যস্ত। মোগলক আক্ৰমণ কৰিবলৈ হয়তো নতুন উপায় উদ্ভাৱন কৰিছে। যোৱা—

চেলিম : কিন্তু আব্বাজান—

আকবৰ : আব্বাজান নহয়, সম্ৰাট। সম্ৰাটৰ আদেশ তোমাৰ পালন কৰা কৰ্ত্তব্য। যোৱা—

[ চেলিমৰ প্ৰস্থান ]

আকবৰ : চেলিম গ'ল। যাওঁক। শুনা মানসিংহ, মই নিবিচাৰোঁ আনাৰ হেৰেমত থাকে। তুমি তাইক আঁতৰাবৰ ব্যৱস্থা কৰা।

মান : শত্ৰুৰ চোৰাংচোৱা জাহাপনা। শাস্তি—

আকবৰ : শাস্তি কঠোৰ হ'ব লাগিব।

মান : সম্ৰাট, জীৱন্ত সমাধি—

আকবৰ : জীৱন্ত সমাধি?

মান : সেয়ে একমাত্ৰ উপযুক্ত শাস্তি সম্ৰাট।

আকবৰ : নেলাগে, থাওক মানসিংহ, ইমান নিষ্ঠুৰতা—

মান : কিন্তু—

আকবৰ : জীৱন্ত সমাধি—নাই—নাই—মানসিংহ তাৰ বাবে মোৰ হিয়া আৰু কঠোৰ কৰিব লাগিব—

মান : কিন্তু সম্ৰাট—

আকবৰ : ক'ত ৰচনা কৰিবা সমাধি? ইয়াত?

মান : সুদূৰ লাহোৰত—

আকবৰ : উত্তম। তাকেই কৰা। মানুহৰ চকুৰ অন্তৰালত অনুষ্ঠিত হওক এই অমানুসিক হত্যাকাণ্ড। এজনী নাম-গোত্ৰহীনা—শত্ৰুৰ চোৰাংচোৱাৰ হাতত মোৰ পুত্ৰ চেলিমক, ভাৰতৰ ভৱিষ্যত সম্ৰাটক সমৰ্পণ কৰিব নোৱাৰোঁ। তুমি তুৰন্তে যোৱা, মোক আৰু ভাবিবৰ অৱকাশ নিদিবা, ভাবিবলৈ অৱকাশ পালে হয়তো মোৰ বিবেকে মোক বাধা দিব। যোৱা—যোৱা মানসিংহ! কিন্তু সাৱধান কোনেও যেন বুজিব নোৱাৰে, জানিব নোৱাৰে, যোৱা—

---

## ষষ্ঠ দৃশ্য

## মানবাইৰ মহল

চেলিম : আনাৰক এই ঠাইত এক মুহূৰ্ত্তও ৰখাটো নিৰাপদ নহয় মানবাই।

মানবাই : কিয় চাহজাদা?

চেলিম : তুমি যি ষড়যন্ত্ৰৰ কথা কৈছিলা, সেই ষড়যন্ত্ৰৰ নায়ক হৈছে তোমাৰে ভাতৃ মানসিংহ। তেওঁক তুমি জানা মানবাই। মোৰ প্ৰতি থকা প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ গৈ সেই ৰাজপুত কলঙ্কই চকু দিছে নিৰপৰাধিনী এই আনাৰৰ ওপৰত। সম্ৰাটক বুজাই দিছে আনাৰ শত্ৰুৰ গুপ্তচৰ।

মানবাই : শত্ৰুৰ গুপ্তচৰ! নহয়, নহয়। কেনেকৈ ই সম্ভৱ হ'ব পাৰে। মই নিজে যাম সম্ৰাটৰ ওচৰলৈ। মই নিজে ক'মগৈ সম্ৰাটক।

চেলিম : অবুজ নহ'বা মানবাই। যোৱা, তুমি আনাৰক পঠিয়াই দিয়াগৈ। পলম নকৰিবা। ভাবিবৰ সময় নাই। কোন মুহূৰ্ত্তত কি হয় ক'ব নোৱাৰি। মই নিবিচাৰোঁ মোৰ বাবে আনাৰে শাস্তি পাওক। যোৱা মানবাই—

[ মানবাই যায়। আনাৰ সোমাই আহে ]

আনাৰ : চাহজাদা—

চেলিম : অ' আনাৰ! প্ৰস্তুত হোৱা আনাৰ। তুমি এই মুহূৰ্ত্ততে মহল ত্যাগ কৰিব লাগিব।

আনাৰ : কি অপৰাধৰ বাবে এনে কঠোৰ শাস্তি চাহজাদা?

চেলিম : তুমি নুবুজিবা আনাৰ। ই জটিল ৰাজনীতি! কঠোৰ কূট ৰাজনীতি!

আনাৰ : কিন্তু চাহজাদা!

চেলিম : প্ৰশ্ন নকৰিবা আনাৰ। যদি পাৰা মোক ক্ষমা কৰিবা। তোমাক আশ্ৰয় দিম বুলি আনিছিলোঁ, কিন্তু আশ্ৰয় তোমাক দিব নোৱাৰিলোঁ। সেয়ে কৰ্ত্তব্য পালন কৰিবলৈ মই তোমাক নিজে বিদায় দিবলৈ ওলাইছো। নিজৰ হৃৎপিণ্ড যে নিজেই ছিণ্ডি পেলাবলৈ ওলাইছোঁ আনাৰ।

আনাৰ : মই আপোনাক, বেগম চাহেবাক কেতিয়াও ভুল নুবুজোঁ। ভুল বুজিব নোৱাৰোঁ। জীৱনত যি মৰমৰ সোৱাদ মই কেতিয়াও পোৱা নাছিলোঁ, সেই মৰম আপোনালোকে মোক অকাতৰে দান কৰিছে। মোৰ মঙ্গল মোৰ অমঙ্গল সকলো আপোনাৰ হাততে অৰ্পণ কৰিছিলোঁ, যিদিনা মোক

আপুনি বাটৰপৰা বুটলি লৈছিল। মই জানো মোৰ মঙ্গলৰ বাবেই আজি আপুনি মোক বিদায় দিব খুজিছে। যাবলৈ মই প্ৰস্তুত জাহাপনা! কোনো খেদ মোৰ নাই! কোনো দুখ মোৰ নাই!

চেলিম ঃ খোদাতাল্লাৰ ওপৰত মোৰ মাত্ৰ এয়ে প্ৰাৰ্থনা, আনাৰ সকলো সময়তে তোমাক যেন তেওঁ ৰক্ষা কৰে।

আনাৰ ঃ আপোনাৰ মহানুভৱতাই মোৰ হিয়াত নতুন ভাবৰ বান তুলিছে। চাহজাদা আপোনাৰপৰা যি পাইছোঁ সেয়ে মোৰ আগন্তুক জীৱনৰ যাত্ৰাপথ পোহৰাই তুলিব! ব'লক চাহজাদা, মই প্ৰস্তুত।

[ কেইজনমান সৈন্য লৈ মানসিংহৰ প্ৰৱেশ ]

মানসিংহ ঃ পলাবৰ সকলো বাটেই বন্ধ চাহজাদা। সৈনিক বন্দী কৰা।

চেলিম ঃ মানসিংহ, সাৱধান।

মানসিংহ ঃ হা হা হা চাহজাদা চেলিম! কাৰ আগত ৰঙা চকু দেখুৱাইছা?

চেলিম ঃ মোগলৰ পদলেহী নিলাজ বৰ্ব্বৰ মানসিংহৰ আগত! সাৱধান সৈনিক, এখোজো যদি অগ্ৰসৰ হ'ব প্ৰাণ দিব লাগিব।

মান ঃ চাহজাদা চেলিম ; যদি বাধা দিয়া তোমাকো বন্দী কৰিম। এয়া চোৱা সম্ৰাটৰ আদেশ।

[ চেলিমে দণ্ডাদেশ চায় ]

চেলিম ঃ সম্ৰাটৰ আদেশ জীৱন্ত সমাধি! নহয়,—নহয় মানসিংহ, তোমাক যি লাগে তাকে দিম, এই দণ্ডাদেশ পালন নকৰিবা! আনাৰক লৈ নেযাবা! মই কৰযোৰে মিনতি কৰিছোঁ মানসিংহ, ভাৰতৰ ভৱিষ্যত সম্ৰাট চেলিমে কাতৰ কণ্ঠে ভিক্ষা কৰিছে মানসিংহ, এই দণ্ডাদেশ ফিৰাই নিয়া!

মান ঃ অসম্ভৱ চেলিম! ই সম্ৰাটৰ আদেশ চোৰাংচোৱাৰ উপযুক্ত শাস্তি— সৈনিক লৈ যোৱা।

[ আনাৰক বন্দী কৰি মানসিংহ আৰু সৈনিকবোৰ গুচি যায়। চেলিম উন্মাদৰ দৰে হয়। ]

চেলিম ঃ আনাৰ, আনাৰ, আনাৰ—

মানবাই ঃ [ চলিমৰ মাত শুনি মানবাই সোমাই আহিছিল ] চাহজাদা, চাহজাদা!!

চেলিম ঃ এটা প্ৰবল ধুমুহা আহি সমগ্ৰ পৃথিৱীখনকে চাৰখাৰ কৰি নেপেলায় কিয় মানবাই? পাতালৰপৰা এটা ভীষণ জ্বালাময়ী আগ্নেয়গিৰিৰ বিষবাষ্প ওলাই সংসাৰখনক কিয় এটা বিৰাট ধ্বংসস্তূপত পৰিণত নকৰে?

মানবাই ঃ ধৈৰ্য্য ধৰক চাহজাদা।

চেলিম ঃ চোৱা মানবাই, মোৰ দেহৰ সিৰাই সিৰাই প্ৰবাহিত হোৱা শোণিতৰ ধাৰ এতিয়াও নিশ্চল হৈ যোৱা নাই। মই এতিয়াও কথা কৈছোঁ, মই এতিয়াও উশাহ লৈছোঁ! কিন্তু এই আনাৰ, ফুলপাহিৰ দৰেই নিষ্পাপ, নিষ্কলঙ্ক,

পবিত্ৰ, নিৰ্ম্মল, এই আনাৰকলিক যেতিয়া নিষ্ঠুৰ ঘাতকে মাটিৰ তলত জীয়াই জীয়াই কবৰ দিব—তেতিয়া মানবাই, সেই আনাৰকলিয়ে, যাক মই আশ্ৰয় দিছিলোঁ, যাক সাদৰেৰে তুমি বুকুত সাৱটি লৈছিলা, সেই আনাৰকলিয়ে এফেৰি বতাহৰ অভাৱত মৰণক আঁকোৱালি ল'ব ; আৰু মই মোগলৰ সন্তান হৈও, ভাৰতৰ ভাবী অধীশ্বৰ হৈও একো প্ৰতিকাৰ কৰিব নোৱাৰিম! তাইৰ করুণ আৰ্ত্তনাদে হয়তো পৃথিৱীৰো অন্তঃস্থল কঁপাই তুলিব, অথচ মই নীৰৱে সকলো চাই থাকিব লাগিব!

মানবাই : আপোনাৰ অন্তৰৰ বেদনা মই মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছোঁ চাহজাদা! এই অন্যায়, এই অবিচাৰৰ বিৰুদ্ধে, নাৰী মই, মোৰো অন্তৰে কৰিব বিচাৰে বিদ্ৰোহ।

চেলিম : ঠিক কৈছা মানবাই মই বিদ্ৰোহ কৰিম। শ্বাহীমোগলৰ এই অন্যায়, এই অবিচাৰৰ মই প্ৰতিবাদ কৰিম। দেহৰ প্ৰতিটোপা তেজ মই আনাৰৰ মুক্তিৰ কাৰণে অৰ্পণ কৰিম। মই সৃষ্টি কৰিম মহাপ্ৰলয়। সেই প্ৰলয়ৰ বজ্ৰ সংঘাতত মোগল সাম্ৰাজ্যত সৃষ্টি হ'ব বিৰাট হাহাকাৰ আৰু সেই হাহাকাৰৰ মাজত পৃথিৱীৰ বুকু ফালি মই উলিয়াই আনিম আনাৰকলিক। মই বিদ্ৰোহ কৰিম, বিপ্লৱ আনিম, সৃষ্টি কৰিম ধ্বংসৰ ধুমুহা—

মানবাই : চাহজাদা, চাহজাদা, প্ৰকৃতিস্থ হওক।

চেলিম : [ সপোনৰ আবেশ যেন মুহূৰ্ত্ততে নাইকিয়া হৈ যায় ]
কোন? মানবাই?

মানবাই : আপুনি ক্লান্ত চাহজাদা।

চেলিম : মই অৱশ হৈ পৰিছোঁ মানবাই। নিমিষতে যেন মোৰ সকলো শক্তি হেৰাই গ'ল। জীৱনত মোৰ কেতিয়াও এনে অসহায় যেন লগা নাই।

মানবাই : সঁচাকৈয়ে আমি বৰ অসহায় চাহজাদা। একমাত্ৰ ঈশ্বৰৰ বাহিৰে—

চেলিম : হে খোদা, আনাৰৰ সকলো দুখ, সকলো কষ্ট মুহূৰ্ত্ততে নাইকিয়া কৰি দিয়া খোদা। মাটিৰ বুকুত লীন গৈ যেন আনাৰে লভিব পাৰে শান্তিৰ সোৱাদ। ফুলোঁ ফুলোঁ কৰা ফুলপাহিক ক'ৰবাৰ বলিয়া বা' এছাটি আহি মোহৰি পেলালে! দুখৰ মাজত ডাঙৰ হোৱা আনাৰৰ এন্ধাৰ জীৱনত পোহৰৰ ৰেঙণি পৰোঁতেই ক'লা ডাৱৰৰ আঁৰত তাই লুকাই গ'ল! হে করুণাময় খোদা, মই তাইক আশ্ৰয় দিব নোৱাৰিলোঁ। মই তাইক দিব নোৱাৰিলোঁ শান্তি। খোদা তুমি তাইক নিৰাশ্ৰয়া নকৰিবা! তুমি তাইক এধানিমান করুণাৰপৰা, এধানিমান শান্তিৰপৰা বঞ্চিতা নকৰিবা খোদা।
[ আঁঠুকাঢ়ি চেলিমে খোদাৰ ওচৰত প্ৰাৰ্থনা কৰে। দূৰৈৰপৰা ভাহি আহে আজানৰ মঙ্গলধ্বনি আৰু লাহে লাহে নাটকৰ শেষ যৱনিকা নামি আহে ]

---

# কুনাল-কাঞ্চন

**পাত্ৰ-পাত্ৰী ঃ**

সম্ৰাট অশোক, কোঁৱৰ কুনাল, তিষ্যৰক্ষিতা, কাঞ্চনমালা

# কুনাল-কাঞ্চন

[ পাটলিপুত্ৰৰ ৰাজপ্ৰাসাদৰ একাংশ। মঞ্চত চকাছন্দা পোহৰ। পট উঠাৰ লগে লগে নেপথ্যত বহুতো তিৰোতা মানুহৰ করুণ আৰ্ত্তনাদৰ লগে লগে সম্ৰাট অশোকৰ অট্টহাঁহি শুনিবলৈ পোৱা যায়। সঙ্গীতে পৰিৱেশ ভয়াবহ কৰি তোলে। অশোকৰ পুত্ৰ কুনাল আৰু কুনালৰ পত্নী কাঞ্চনমালা হাতত সাৰে ভৰিত সাৰে সোমাই আহি ভিতৰলৈ চাই কাৰ আৰ্ত্তনাদ আৰু কোনে হাঁহিছে তাক ঠাৱৰ কৰিবলৈ চেষ্টা কৰে। কুনাল আৰু কাঞ্চন সোমোৱাৰ লগে লগে মঞ্চ ভালকৈয়ে পোহৰ হয়। ]

কাঞ্চন : [ ভয়ে ভয়ে ] কুনাল, সেয়া সম্ৰাট।

কুনাল : পিতাৰ এই ভয়ানক ৰূপ কিয়?

কাঞ্চন : কিয়, মই জানো।

কুনাল : কিয় বাৰু?

কাঞ্চন : অশোক গছৰ গুৰি ভৰিৰে গচকাৰ অপৰাধত এই কঠোৰ শাস্তি।

কুনাল : নাৰীৰ ভৰিৰ পৰশ নাপালে যে অশোক গছত ফুল নুফুলে এই কথা পিতাই নাজানেনে?

কাঞ্চন : সিমানদূৰ ভাবিবলৈ সম্ৰাটৰ সময় ক'ত? হয়তো সম্ৰাটে সেই কথা নাজানেই।

কুনাল : নিজৰে অজ্ঞতাৰ কাৰণেই পুৰি মাৰিলে এশতকৈও বেছি নাৰীক অমানুষিকভাৱে?

কাঞ্চন : সম্ৰাটে চাগে ভাবিলে অশোক গছৰ গুৰি ভৰিৰে গচকি তেওঁলোকে. সম্ৰাটকে কৰিছে অপমান।

কুনাল : মই জানো এজনৰ কথা, মান-অপমান বোধে যিজনক স্পৰ্শ নকৰিছিল। ৰাজ-সম্মান অকাতৰে নেওচি যিজনে বিশ্বৰ কল্যাণৰ বাবে গ্ৰহণ কৰিছিল সন্ন্যাস ধৰ্ম্ম।

কাঞ্চন : কোন তেওঁ?

কুনাল : যিজনৰ জন্মৰ অলৌকিক প্ৰভাৱত অন্ধই দৃষ্টি পাইছিল, বোবাই কৈছিল কথা, বনবিহগীৰ সুৰ-কাকলি মুহূৰ্ত্তৰ কাৰণে স্তব্ধ হৈছিল, আকাশ হৈছিল মেঘমুক্ত—

কাঞ্চন : কোন তেওঁ?

কুনাল : ৰাজপুত্ৰ হৈও যিজনে ধন-ঐশ্বৰ্য্যৰ মায়া, স্ত্ৰী-পুত্ৰৰ মোহ ত্যাগ কৰি আঁকোৱালি লৈছিল ভীক্ষুৰ জীৱন। হিংসাত উন্মত্ত পৃথিৱীক যিজনে শুনালে অহিংসাৰ বাণী—

কাঞ্চন : কোন তেওঁ?

কুনাল : এন্ধাৰ পৃথিৱীক যিজনে দিছিল পোহৰৰ সন্ধান ; মোহান্ধ মানৱক যিজনে দিছিল মুক্তিৰ উপায়।

কাঞ্চন : কোন সেই মহামানৱ?

কুনাল : ভগৱান বুদ্ধ!

কাঞ্চন : ভগৱান বুদ্ধ?

কুনাল : কপিলবাস্তুৰ শাক্য-কুল-তিলক শুদ্ধোধনৰ সংসাৰত সকলোৱে জানিছিল, তেওঁ গৌতম ; কিন্তু অজ্ঞানতাক জয় কৰি গৌতমে যিদিনা সত্য উপলব্ধি কৰিলে—সেইদিনাৰপৰাই বিশ্বই জানিলে তেওঁ বোধিসত্ত্ব, তেওঁ অমিতাভ, তেওঁ বুদ্ধ।

কাঞ্চন : তেন্তে সম্ৰাটৰ এই নিষ্ঠুৰতা—

কুনাল : পিতা আজি অহঙ্কাৰ আৰু আত্মাভিমানত মতলীয়া। ভ্ৰান্ত অনুভূতিৰ মোহপাশত বন্দী হৈ সম্ৰাটে আজি তেওঁৰ ৰাজ্যত সৃষ্টি কৰিছে হাহাকাৰ। অহঙ্কাৰত অন্ধ হৈ তেওঁ দেখা নাই নিজৰ কুকৰ্ম্মৰ ফল কিমান ভয়াবহ হৈ পৰিছে। সম্ৰাটে নিৰ্ম্মাণ কৰা নৰক-গৃহৰ চণ্ডগিৰিকৰ হাতত সেয়ে নিৰীহ প্ৰজাই দিছে প্ৰাণ, হৈছে নিপীড়িত। কিন্তু এই নৰক-গৃহতে বন্দী হোৱা বৌদ্ধ ভিক্ষু এজনে চণ্ডগিৰিকৰ সকলো অত্যাচাৰ এদিনাখন শান্ত, সমাহিত হৈ সহ্য কৰিছিল।

কাঞ্চন : কেনেকৈ?

কুনাল : ভগৱান বুদ্ধৰ আশিস লভা এই ভিক্ষুক যেতিয়া জ্বলি থকা অগ্নিকুণ্ডত নিক্ষেপ কৰা হ'ল, তেতিয়া তেওঁৰ দেহৰপৰা ওলোৱা শোণিতৰ ধাৰে সেই জুই মুহূৰ্ত্তৰ ভিতৰতে দিলে নুমুৱাই আৰু সকলোৱে দেখিলে সেই মহান পুৰুষজন বহি আছে অগ্নিকুণ্ডৰ ওপৰত নহয়, পাহি মেলিথকা এটি ধুনীয়া পদুম ফুলৰ ওপৰত।

কাঞ্চন : সঁচাকৈয়ে আচৰিত!

কুনাল : ঘাতক চণ্ডগিৰিকো সেইদিনা কম আচৰিত হোৱা নাছিল। আচৰিত হোৱাতকৈ হয়তো সি ভয় খাইছিল বেছি। কাৰণ এই অলৌকিক দৃশ্য দেখি এই মুহূৰ্ত্তও সি তাত থিৰেৰে থাকিব নোৱাৰি সম্ৰাটৰ ওচৰ পাইছিলহি।

কাঞ্চন : পিতাৰ ওচৰ?

কুনাল : পিতাৰ ওচৰলৈ আহি চণ্ডগিৰিকে যেতিয়া সকলো কথা বিৱৰি ক'লে তেওঁৰ অন্তৰতো এই অলৌকিক দৃশ্য চাবলৈ কৌতূহল জাগিল। অবিশ্বাসী অন্তৰেৰে পিতা তুৰন্তে আহি নৰক-গৃহত উপস্থিত হ'ল। মন্ত্ৰৰ বলেৰে ভিক্ষুয়ে এই অসাধ্য সাধন কৰিছে বুলি তেওঁ বহুতো প্ৰশ্ন কৰিলে।

কাঞ্চন : ভিক্ষুজনে কি ক'লে?

কুনাল : তেওঁৰ মুখত মাথোঁ সেই একেটা কথা।

কাঞ্চন : কি?

কুনাল : ভিক্ষুয়ে ক'লে "হে ৰাজন! মোৰ কোনো অলৌকিক শক্তি নাই। শ্ৰীবুদ্ধৰ কৰুণা আৰু অশেষ কৃপাগুণতে এই সকলোবোৰ ঘটিছে।"

কাঞ্চন : সম্ৰাটে ভিক্ষুৰ কথা বিশ্বাস কৰিলেনে?

কুনাল : বোধহয় নকৰিলে। কিন্তু সেই ভিক্ষুয়ে সেইদিনা আৰু এটা আচৰিত ভৱিষ্যত বাণী কৰিছিল।

কাঞ্চন : ভৱিষ্যত বাণী?

কুনাল : এৰা, ভৱিষ্যত বাণী। এই বাণী যদি সফল হয়—

কাঞ্চন : কি সেই বাণী?

কুনাল : সেই মহাপুৰুষে কৈছিল ভগৱান বুদ্ধৰ মহা নিৰ্ব্বাণৰ এশ বছৰৰ পাছত পাটলিপুত্ৰৰ সিংহাসনত যিজন সম্ৰাট অধিষ্ঠিত থাকিব, তেওঁ হেনো প্ৰভুবুদ্ধৰ বাণী দেশে-বিদেশে কৰিব প্ৰচাৰ।

কাঞ্চন : এতিয়া কিমানদিন হ'ল প্ৰভু বুদ্ধৰ নিৰ্ব্বাণ প্ৰাপ্তিৰ?

কুনাল : প্ৰায় এশবছৰ।

কাঞ্চন : তেন্তে?

[ এনেতে সম্ৰাট অশোকৰ হাঁহি নেপথ্যত পুনৰ শুনা যায়। তেওঁ যেন সেই ফাললৈকে আহিছে ; কুনাল আৰু কাঞ্চনৰ কথাত বাধা পৰে। ]

কুনাল : সম্ৰাট বোধহয় এই ফাললৈকে আহিছে।

কাঞ্চন : ব'লা আমি যাওঁ।

কুনাল : ব'লা

[ কুনাল, কাঞ্চন যায়। অশোক আৰু অশোকৰ মহিষী তিষ্যৰক্ষিতা আহে ]

অশোক : হা হা হা! শুনিছা তিষ্যৰক্ষিতা, কুনাল মোৰ পুত্ৰ কুনাল, সি হেনো বুদ্ধৰ এজন ডাঙৰ ভক্ত। সি হেনো অধ্যয়ন কৰে মোৰ অজ্ঞাত সাৰে, বুদ্ধৰ বাণী। মূৰ্খ সি, নেজানে সম্ৰাট অশোকৰ ৰাজত্বত, সংসাৰ ত্যাগী, হওক সি ৰজাৰ ল'ৰা, তথাপি সি সংসাৰ ত্যাগী সন্ন্যাসী, সেই সন্ন্যাসীৰ বাণী অধ্যয়ন কৰা অমাৰ্জ্জনীয় অপৰাধ আৰু এই অপৰাধৰ শাস্তি

[ অশোকৰ মুখত প্ৰকাশ হোৱা কঠোৰতাৰ ভাব লক্ষ্য কৰি তেওঁক কথা শেষ কৰিবলৈ নিদি তিষ্যৰক্ষিতাই কয় ]

তিষ্য : সম্ৰাট, অপৰাধী হ'লেও কুনাল অপোনাৰ সন্তান। সন্তানৰ দোষ সদায়ে মাৰ্জ্জনীয়।

অশোক : মাৰ্জ্জনীয়? কিন্তু তিষ্যৰক্ষিতা কুনালতো তোমাৰ সন্তান নহয়। কুনাল তোমাৰ সপত্নী পুত্ৰ। সপত্নী পুত্ৰৰ প্ৰতি তোমাৰ ইমান মৰম?

তিষ্য : সপত্নীপুত্ৰ হ'লেও কুনালৰ মই মাতৃস্থানীয়া, মই তাৰ মা।

অশোক : তুমি তাৰ মা? বঢ়িয়া কথা। কিন্তু তুমি জানানে তিষ্যৰক্ষিতা ৰাজ আজ্ঞা অমান্য কৰাৰ শাস্তি কি ভীষণঃ

তিষ্য : সেই কথা মোতকৈ আন কোনে বেছি ভাল দৰে জানিব সম্ৰাট?

অশোক : কিয়?

তিষ্য : ৰাজ আজ্ঞা অমান্য কৰাৰ পৰিণাম সুঁৱৰিয়েই তো মই নিজৰ আত্মীয় পৰিজন পৰিত্যাগ কৰি আশ্ৰয় ল'লোঁহি ৰাজ অন্তেষপুৰত।

অশোক : নৰ্ত্তকী আছিলা, বিশ্বৰ শ্ৰেষ্ঠা সুন্দৰী তুমি, হ'লা সম্ৰাট অশোকৰ মহিষী, অঙ্গশায়িনী। কিন্তু কোনে জানে বিশ্বৰ আন দহজনৰ দৰেই হয়তো তুমিও মোক ঘিণ কৰা।

তিষ্য : কিয় সম্ৰাট?

অশোক : ভাতৃ শোণিতেৰে মোৰ সাম্ৰাজ্যৰ প্ৰতি ধূলিকণা কৰিছোঁ ৰঞ্জিত, জীয়াই জীয়াই পুৰি মাৰিছোঁ এশ নাৰীক, হত্যাকাণ্ড যাতে নিৰ্ব্বিবাদে সম্পাদিত হ'ব পাৰে তাৰ কাৰণে নিৰ্ম্মাণ কৰিছোঁ হত্যাগৃহ নৰক আৰু বিশ্বৰ শ্ৰেষ্ঠ কুৎসিৎ মই, আঁজুৰি আনিছোঁ আত্মীয় স্বজনৰ বুকৰ মাজৰ পৰা অনুপম ৰূপৰ গৰাকী উতলা যৌৱন মাধুৰী-মণ্ডিত শ্ৰেষ্ঠা সুন্দৰী এই তিষ্যৰক্ষিতাক—

তিষ্য : নাই নাই সম্ৰাট সেই দুঃসাহস মোৰ নাই—

অশোক : তোমালোকে সকলো কৰিব পাৰা। মই যি নৰক গৃহ নিৰ্ম্মাণ কৰিছোঁ, ইচ্ছা কৰিলে তোমালোকে পাৰা তাতোকৈ বেছি ভয়াবহ নৰক নিৰ্ম্মাণ কৰিবলৈ।

তিষ্য : সম্ৰাট এই ধাৰণা সম্পূৰ্ণ অমূলক।

অশোক : কোনে জানে, এই ৰাজ-ঐশ্বৰ্য্যৰ মাজত থাকিও হয়তো তুমি সুখী নোহোৱা।

তিষ্য : মই যদি সুখী নহওঁ, তেন্তে সুখী কোন? আছিলোঁ নৰ্ত্তকী, হ'লোঁ ৰাজমহিষী।

অশোক ঃ মই জানো তিষ্যৰক্ষিতা, তোমাক আকৰ্ষণ কৰিছে মোৰ প্ৰেমে নহয় , মোৰ ৰূপে নহয়, মোৰ শক্তিয়ে—মোৰ বীৰ্য্যই। আজি মই বিশ্বৰ শ্ৰেষ্ঠা সুন্দৰীৰ স্বামী। সেয়ে মোৰ আনন্দ, সেয়ে মোৰ গৰ্ব্ব।

তিষ্য ঃ কিন্তু কুনাল—

অশোক ঃ কুনাল কিন্তু মোৰ দৰে অসুন্দৰ নহয়, মোৰ দৰে ৰূপহীন নহয়।

তিষ্য ঃ সেই কথা মই ক'ব বিচৰা নাই।

অশোক ঃ তুমি কি ক'ব বিচাৰিছা মই জানো। তোমাৰ মনৰ ভাব তোমাৰ মুখমণ্ডলত বঢ়িয়াকৈ ফুটি ওলাইছে।

তিষ্য ঃ সম্ৰাট!

অশোক ঃ মোৰ দৰে ৰূপহীন নহয মোৰ পুত্ৰ কুনাল। মোৰদৰে বৃদ্ধও নহয় কুনাল। [ ঠাট্টাৰ সুৰত ] সেয়ে পুত্ৰ-স্নেহত বিগলিত আজি মাতৃ তিষ্যৰক্ষিতাৰ প্ৰাণ—

তিষ্য ঃ সম্ৰাট! সম্ৰাট!!

অশোক ঃ কুনাল মোৰ পুত্ৰ—মই পিতা—তুমি মোৰ পত্নী কুনালৰ মা—হা হা হা—

তিষ্য ঃ সম্ৰাটে কি ক'ব বিচাৰিছে?

অশোক ঃ উচপ খাই নুঠিবা তিষ্যৰক্ষিতা। মই একোকে ক'ব বিচৰা নাই' মাথোঁ যিখিনি বুজা নাই তাকে বুজিবলৈ চেষ্টা কৰিছোঁ। কিন্তু কি জানা তিষ্যৰক্ষিতা, বৃথা চেষ্টা নাৰী চৰিত্ৰ বুজা মোৰ কাৰণে অকল মোৰ কাৰণে কিয়, বোধহয় সকলোৰে কাৰণে। হুঃ স্ত্ৰীয়াশ্চৰিত্ৰং দেবাঃ নজানন্তি কুতো মনুষ্যা।

তিষ্য ঃ সম্ৰাট।

অশোক ঃ [ ভাব সলনি হয ] কুনাল। সঁচাকৈয়ে দেৱতাৰ দৰে নিখুঁত ৰূপৰ গৰাকী। দেখিছা কুনালৰ চকুযুৰি? তাত যে প্ৰকাশ পাইছে দিব্য-জ্যোতি। তিষ্যৰক্ষিতা, তোমাৰ যে এই অতুলনীয় ৰূপ, সেই ৰূপো যেন ম্লান হৈ যাব খোজে কুনালৰ অনুপম ৰূপৰাশিৰ আগত! সঁচাকৈয়ে অনিন্দ সুন্দৰ মোৰ পুত্ৰ কুনাল।

তিষ্য ঃ ভাগ্যৱতী কাঞ্চনমালা, স্বামী তেওঁৰ অনিন্দ সুন্দৰ।

অশোক ঃ আৰু ভাগ্যহীনা তিষ্যৰক্ষিতা, স্বামী তেওঁৰ—স্বামী তেওঁৰ—

তিষ্য ঃ বিশ্বৰ সম্ৰাট। ভাগ্যহীনা নহয়, ভাগ্যৱতী তিষ্যৰক্ষিতা। আছিল নৰ্ত্তকী, হ'ল সম্ৰাট মহিষী।

অশোক ঃ সেই পদুম পাহিৰ দৰে কুনালৰ চকু যুৰিয়ে, জানা তিষ্যৰক্ষিতা, মোৰ শান্তিত জন্মায় ব্যাঘাত। মোক সোঁৱৰাই দিয়ে আন এজনৰ কথা।

তিষ্য ঃ কোন তেওঁ?

অশোক : ভিক্ষু নিগ্ৰোধ।

তিষ্য : ভিক্ষু নিগ্ৰোধ?

অশোক : মোৰ বৈমাত্ৰেয় ভাতৃ সুমনৰ পুত্ৰ।

তিষ্য : মই যে শুনিছিলোঁ সুমনৰ মৃত্যু—

অশোক : তুমি একো ভুল শুনা নাই। সুমনে ইহলীলা সম্বৰণ কৰে মোৰ হাততে৷ সুমনৰ মৃত্যুৰ পাছত তাৰ বিধৱা পত্নীয়ে আশ্ৰয় লাভ কৰে এক চণ্ডাল ছৰ্দাৰৰ ঘৰত। সেই চণ্ডাল ছৰ্দাৰৰ ঘৰতেই জন্ম হয় সুমনৰ এটি পুত্ৰ সন্তান। এই শিশু সন্তানেই ভিক্ষু নিগ্ৰোধ। নিগ্ৰোধ আহিছিল এদিনাখন মোৰ প্ৰাসাদলৈ ; আৰু সেই ধুনীয়া কিশোৰ সন্ন্যাসীয়ে মোৰ কঠোৰ হিয়াতো মুহূৰ্ত্তৰ কাৰণে হ'লেও বোৱাইছিল চেনেহৰ মন্দাকিনী ধাৰ। কুনালে মোক সোঁৱৰাই দিব খোজে সেই ভিক্ষু নিগ্ৰোধৰ কথা। কিন্তু মই ঘিণ কৰোঁ সেই মৌৰ্য্য সন্তানক যি বুদ্ধৰ মিছা ধৰ্ম্ম কৰে অনুসৰণ, মই ঘিণ কৰোঁ তাক যি—

তিষ্য : সম্ৰাট—

অশোক : কুনালেও অধ্যয়ন কৰে বুদ্ধৰ বাণী। সেই মহামানৱৰ মহান পদত শৰণ লভিয়েই হেনো কুনাল আজি এই দিব্য সৌন্দৰ্য্যৰ গৰাকী। কুনালৰ অন্তৰ আৰু বাহিৰ—নাই—নাই—এনে সৌন্দৰ্য্যক, এনে প্ৰাণহীন সৌন্দৰ্য্যক মই ঘিণ কৰোঁ। মই ঘিণ কৰোঁ সেই ৰজাৰ ল'ৰাক, যি সকলো ত্যাগ কৰি ভিক্ষাপাত্ৰ লৈ ভ্ৰমণ কৰে দেশ-দেশান্তৰ—

তিষ্য : সম্ৰাট—

অশোক : অ' তিষ্যৰক্ষিতা—সঁচাকৈয়ে বৰ ধুনীয়া কুনালৰ চকু যুৰি। পদুম পাহিৰ দৰে সেই চকুযুৰিৰ দিব্য জ্যোতিয়ে মোৰ দৰে কঠোৰ অন্তৰ যাৰ— সেই অশোককো মুগ্ধ কৰি দিয়ে, মুগ্ধ কৰি দিয়ে।

[ কিবা আবেশত অভিভূত হৈ ওলাই যায়। তিষ্যৰক্ষিতাও লগতে যায় আৰু আনফালৰপৰা মঞ্চত প্ৰৱেশ কৰে কুনাল আৰু কাঞ্চনমালা। কাঞ্চনে খিলখিলাই হাঁহি দিয়ে। ]

কুনাল : কাঞ্চন ইমান ডাঙৰকৈ নেহাঁহিবাচোন।

কাঞ্চন : কিয়?

কুনাল : তিষ্যদেৱীয়ে শুনিব।

কাঞ্চন : শুনিলে কি হ'ব?

কুনাল : আমি ইয়াত আছোঁ বুলি জানিব।

কাঞ্চন : জানিলে কি হ'ব?

কুনাল : বিচাৰি আহিব।

কাঞ্চন : কাক?

কুনাল ঃ তোমাক।
কাঞ্চন ঃ ইহ্ মোক বা কিয় বিচাৰিব, নিবিচাৰে।
কুনাল ঃ তেন্তে মোক।
কাঞ্চন ঃ ওঁ, তোমাকেই বিচাৰি আহিব। এইবাৰ হ'লতো?
[ আকৌ ডাঙৰকৈ হাঁহে ]
কুনাল ঃ সেয়া আকৌ তুমি হাঁহিছা!
কাঞ্চন ঃ হাঁহিম, কিয় নেহাঁহিম? এশবাৰ হাঁহিম।
কুনাল ঃ কিয়?
কাঞ্চন ঃ তিষ্যদেৱীয়ে জানক মই তোমাৰ লগতে আছোঁ।
কুনাল ঃ জানিলে কি হ'ব?
কাঞ্চন ঃ তেওঁ আৰু তোমাক বিচাৰি নাহিব। তুমি অকলে থাকিলেহে আহে তেওঁ।
কুনাল ঃ এৰা কাঞ্চন। সেই কাৰণেই মোৰ তেওঁক বৰ ভয় লাগে।
কাঞ্চন ঃ মোৰ ভয় নেলাগে। তেওঁৰ ওপৰত খংহে উঠে।
কুনাল ঃ তেনেকৈ ক'ব নেপায় কাঞ্চন।
কাঞ্চন ঃ কিয়?
কুনাল ঃ তিষ্যদেৱী আমাৰ মা—।
কাঞ্চন ঃ মা যদি, তোমাৰ ফালে তেওঁ তেনেকৈ চাই থাকে কিয়!
কুনাল ঃ কেনেকৈ?
কাঞ্চন ঃ তেনেকৈ—
কুনাল ঃ কেনেকৈ নো?
কাঞ্চন ঃ মই বুজাব নোৱাৰোঁ। মোৰ কিন্তু অকণো ভাল নেলাগে। আৰু কি জানা?
কুনাল ঃ কি?
কাঞ্চন ঃ মোক যে তেওঁ একেবাৰে দেখিব নোৱাৰে।
কুনাল ঃ দেখিব নোৱৰাৰ নো কিটো কাৰণ থাকিব পাৰে?
কাঞ্চন ঃ মই যে সকলো সময়তে তোমাৰ লগে লগে থাকোঁ সেই কাৰণে।
কুনাল ঃ তেও নিজেও দেখোন সকলো সময়তে সম্ৰাটৰ লগে লগে থাকে।
কাঞ্চন ঃ থাকে, কিন্তু যাওক সেইবোৰ কথা। মই যাওঁ। পূজাৰ সময় হ'ল।
[ কাঞ্চন গুচি যায়। কুনালো গৈছিল কিন্তু পাছ ফালৰপৰা তিষ্যৰক্ষিতাই মতাৰ বাবে ৰৈ যায় ]
তিষ্য ঃ কুনাল।
কুনাল ঃ কোন? অ, তিষ্যদেৱী—
তিষ্য ঃ অকলে দেখোন? লগৰজন ক'লৈ গ'ল?
কুনাল ঃ কাৰ কথা কৈছে!

তিষ্য : তোমাৰ কায়া আৰু ছায়া সঙ্গিনী—

কুনাল : কাঞ্চনমালা!

তিষ্য : এৰা! তেওঁৰ বাহিৰেনো ইমান সৌভাগ্য হ'ব কাৰ?

কুনাল : কাঞ্চনমালা মোৰ স্ত্ৰী।

তিষ্য : অকল সিমানেই নহয় তাতোকৈও বেছি। তোমাৰ প্ৰিয়া [ হাঁহে ]

কুনাল : দেৱী!

তিষ্য : কিন্তু এই কথাটো ভাবি আচৰিত হৈছোঁ, যিখন হৃদয়ৰ অধিষ্ঠাত্ৰী দেৱী হ'ল কাঞ্চনমালা, সেই হৃদয়ত—

কুনাল : কওক ৰ'ল কিয়?

তিষ্য : সেইখন হৃদয়ত আন এজনৰ ঠাই হ'ল কেনেকৈ?

কুনাল : আন এজনৰ ঠাই?

তিষ্য : ওঁ আন এজনৰ ঠাই!

কুনাল : আপোনাৰ কথা মই একোকে বুজা নাই—

তিষ্য : কিয়? মইতো সাঁথৰত কথা কোৱা নাই।

কুনাল : কি ক'ব খুজিছে স্পষ্টকৈ কওক।

তিষ্য : সেই যে তোমালোকৰ এজন ভগৱান আছে—

কুনাল : [ ভযেৰে ] তিষ্যদেৱী!

তিষ্য : ভয় নকৰিবা। মোৰপৰা তোমাৰ কোনো অন্যায় নহয়। কিন্তু সাৱধান, সম্ৰাটে বুদ্ধৰ নাম উচ্চাৰণ কৰাকে সহ্য কৰিব নোৱাৰে। অকল বুদ্ধ কিয়, বুদ্ধৰ অনুগামী বা বুদ্ধৰ বাণীত অলপো বিশ্বাস আছে, এনে লোককো সম্ৰাটে কেতিয়াও ক্ষমা নকৰে।

কুনাল : সেই কথা মই জানো।

তিষ্য : কিন্তু এইটো বোধহয় নেজানা যে শিৱভক্ত সম্ৰাটে বৌদ্ধ ধৰ্ম্মাৱলম্বী ৰাজ্য কলিঙ্গ অভিমুখে অভিযান চলাব। তেওঁৰ ইচ্ছা কলিঙ্গৰ আকাশস্পৰ্শী গৰ্ব্ব খৰ্ব্ব কৰা ; এখন বৌদ্ধ-ৰাজ্যক ধ্বংস কৰি ধূলিৰ লগত মিহলি কৰি দিয়া।

কুনাল : কলিঙ্গ ৰাজ্য?

তিষ্য : এৰা, কলিঙ্গ ৰাজ্য। য'ত তোমালোকৰ বৌদ্ধ বিহাৰ আছে, য'ৰ অগণিত নৰনাৰীয়ে বুদ্ধৰ শৰণ লৈছে, য'ৰ মহা বিহাৰত বিৰাজ কৰিছে তোমালোকৰ ভীক্ষু উপগুপ্ত।

কুনাল : নহয়, নহয়, সম্ৰাটক বিৰত কৰিব লাগিব। কলিঙ্গই যুদ্ধ নিবিচাৰে, বিচাৰে শান্তি।

তিষ্য : কিন্তু কলিঙ্গই বিশ্বাস কৰে বুদ্ধৰ বাণীত। সম্রাট অশোকৰ বশ্যতা সিহঁতে স্বীকাৰ নকৰে। সেয়ে সম্রাটে প্ৰমাণ কৰি দিব যে বিশ্বত তোমালোকৰ বুদ্ধতকৈ, তোমালোকৰ উপগুপ্ততকৈও শক্তিশালী, প্ৰভাৱশালী আন এজন আছে, আৰু সেইজনেই হৈছে সম্রাট অশোক।

কুনাল : দেৱী, সম্রাটক বিৰত কৰক, মোৰ কাতৰ মিনতি, সম্রাটক কলিঙ্গ আক্ৰমণ কৰিবলৈ নিদিব। শান্তি আৰু মৈত্ৰী প্ৰয়াসী কলিঙ্গবাসীৰ কোনো অপৰাধ নাই—সিহঁত বুদ্ধৰ অনুগামী। সাম্রাজ্যৰ প্ৰতি কোনো লোভ সিহঁতৰ নাই। নিৰীহ প্ৰজাক নিপীড়ন কৰিবলৈ নিদিব।

তিষ্য : বুদ্ধৰ প্ৰতি ইমান ভক্তি? কলিঙ্গবাসীৰ প্ৰতি ইমান প্ৰীতি?

কুনাল : দেৱী, কলিঙ্গ বৌদ্ধসকলৰ মহাতীৰ্থস্থান—

তিষ্য : কুমাৰ, বুদ্ধৰ কথা কওঁতে কওঁতে তোমাৰ মুখত এক অপূৰ্ব্ব জ্যোতি প্ৰকাশ পাইছে। কুনাল তোমাৰ চকুযুৰি কিযে ধুনীয়া! পদুম পাহিৰ দৰে সেই চকু যুৰিৰ আগত, তোমাৰ অতুলনীয় ৰূপৰাশিৰ আগত, মোৰ এই দেহৰ লাৱণ্য, মোৰ সৌন্দৰ্য্যও যেন ম্লান হৈ যায়। মোৰ অজ্ঞাত সাৰেই মোৰ প্ৰাণ, মোৰ দেহ উদ্বেলিত হৈ উঠে। তোমাৰ সেই সৌন্দৰ্য্য সাগৰত বুৰ মাৰিবলৈ মোৰ অন্তৰাত্মাই, দিনে-নিশাই যেন মোক কয়, সুন্দৰী শ্ৰেষ্ঠা তিষ্যৰক্ষিতা, নিজকে সমৰ্পণ যদি কৰিব খুজিছা, তেন্তে তোমাৰ উপযুক্ত বিশ্বৰ শ্ৰেষ্ঠ কুৎসিৎ সেই সম্রাট চণ্ডাশোক নহয়, উপযুক্ত হৈছে তেওঁৰেই পুত্ৰ অনুপম ৰূপৰ গৰাকী কুমাৰ কুনাল—

কুনাল : দেৱী—ক্ষান্ত হওক। মোক বিভ্ৰান্ত নকৰিব।

তিষ্য : বিশ্বাস কৰা কুমাৰ, নৰ্ত্তকী তিষ্যৰক্ষিতাৰ, ৰাজমহিষী তিষ্যৰক্ষিতাৰ জীৱনত আৰু কোনো কামনা নাই। এই কামনা যদি পূৰণ হয়, তেন্তে তিষ্যৰক্ষিতাৰ সম্রাটক কলিঙ্গ বিজয়ৰপৰা বিৰত কৰিবলৈ আৱশ্যক হ'লে প্ৰাণ পৰ্য্যন্ত দিব। কুমাৰ, ৰ লাগি কি চাইছা? কুমাৰ, ওচৰলৈ আহা। মোক এবাৰ উপলব্ধি কৰিবলৈ দিয়া এই সংসাৰত আৰু কোনো নাই। আছোঁ মাথোঁ—তুমি আৰু মই। তুমি আৰু মই!!

কুনাল : দেৱী।

তিষ্য : দেৱী নহয়, দেৱী নহয়—প্ৰিয়া—

কুনাল : নহয়, নহয়, আপুনি মোৰ মা—

তিষ্য : মা নহয়, মই নাৰী।

কুনাল : মাতৃৰূপেই নাৰীৰ শ্ৰেষ্ঠ ৰূপ— .

তিষ্য : অন্তৰত অপ্ৰকাশৰ অনন্ত বেদনা লৈ, দুকূল ওপচা যৌৱন জোৱাৰক ভেটা দি কোনো নাৰীয়ে মাতৃৰূপ কল্পনা কৰিব নোৱাৰে কুনাল।

কুনাল : আপোনাৰ কোনো কথা শুনিব নোখোজোঁ। বাট এৰি দিয়ক, মই যাওঁ।
তিষ্য : ক'লৈ? কাঞ্চনমালাৰ ওচৰলৈ?
কুনাল : য'লৈকে নেযাওঁ লাগে, ইয়াত এই বিষাক্ত পৰিৱেশত এক মুহূৰ্ত্তও মই নেথাকোঁ।
তিষ্য : তোমাৰ কলিঙ্গ ৰক্ষাৰ কাৰণে, তোমাৰ বৌদ্ধ মহাবিহাৰ ৰক্ষাৰ কাৰণেও নেথাকা নে?
কুনাল : নেথাকোঁ। আপোনাৰ পাপমুখ আৰু নেচাওঁ।
তিষ্য : অ, —মোৰ পাপ মুখ আৰু নেচোৱা। মোৰ আকুল আমন্ত্ৰণ আওকাণ কৰি গুচি যাবা? বাৰু যোৱা। কিন্তু যোৱাৰ আগতে শুনি যোৱা, তিষ্যৰক্ষিতাই জানে কেনেকৈ এনে গৰ্ব্ব মষিমূৰ কৰিব লাগে, জানে কেনেকৈ—
কুনাল : দেৱী—দেৱী—
তিষ্য : মোক যাতে আৰু তুমি চাবলগীয়া নহয় তাৰ ব্যৱস্থা ময়ে কৰিব পাৰিম। এনে ব্যৱস্থা কৰিম যাতে তোমাৰ চকুলৈ নামি আহে আঁউসীৰ এন্ধাৰ। অকল মোক কিয়? তোমাৰ যে ইমান প্ৰিয় সেই কাঞ্চনমালাকো—
কুনাল : দেৱী—মা—
তিষ্য : মনে মনে থাকা কুনাল। মই কাৰো মা নহয়। মই নাৰী ; প্ৰকৃতিৰ প্ৰতীক। নিষ্ঠুৰ প্ৰকৃতিৰ দৰে ময়ো জানো কেনেকৈ নিৰ্ম্মম প্ৰতিশোধ ল'ব লাগে।
অশোক : [ আঁতৰৰপৰা ] তিষ্যৰক্ষিতা। [ অশোকৰ মাত শুনি নিমিষতে কথা সুৰ সলাই কয় ]
তিষ্য : সম্ৰাট, কুমাৰ কুনাল বিদ্ৰোহী।
অশোক : বিদ্ৰোহী!
তিষ্য : সম্ৰাটৰ কলিঙ্গ অভিযান ব্যৰ্থ কৰিবলৈ কুমাৰে কৰিছে অভিসন্ধি।
অশোক : কুনাল!
কুনাল : পিতা।
অশোক : পিতা নহয়—পিতা নহয়, সম্ৰাট। এই মুহূৰ্ত্ততে এই স্থান ত্যাগ কৰ। মোৰ আদেশ, কাইলৈ তক্ষশিলালৈ যাত্ৰা কৰিবি। যা—
কুনাল : সম্ৰাটৰ আদেশ শিৰোধাৰ্য্য।
অশোক : পৃথিৱীত এনে শক্তি কাৰো নাই সম্ৰাট অশোকৰ কলিঙ্গ অভিযান ব্যৰ্থ কৰিব। মোৰ বিপুল সৈন্য বাহিনীয়ে কলিঙ্গ ৰাজ্য ধূলিৰ লগত মিহলি কৰি দিব। বৌদ্ধ মহা বিহাৰ ধ্বংস কৰি, বুদ্ধৰ অসত্য বাণীৰ অলিকতা কৰিব প্ৰমাণ। কলিঙ্গ অভিযান মোৰ জীৱন বুৰঞ্জীত জিলিকি থাকিব অক্ষয় কীৰ্ত্তি ৰূপে।

[ অশোকৰ কথা শেষ হোৱাৰ লগে লগে নেপথ্যত তুৰি, শিঙা আদি বিভিন্ন ৰণবাদ্য বাজে। মঞ্চ লাহে লাহে এন্ধাৰ হয়। ৰণবাদ্যৰ শব্দৰ সতে সৈন্যৰ কোলাহল, অস্ত্ৰৰ জনজননি, ঘোঁৰাৰ খুৰাৰ শব্দ, মৃতকৰ আৰ্ত্তনাদ শুনা যায়। কিছু সময়ৰ পাছত ৰণক্ষেত্ৰৰ হাহাকাৰকো নেওচি যেন সমবেত কণ্ঠত কোনোবায় গায় বুদ্ধ বন্দনা "বুদ্ধং শৰণং গচ্ছামি, ধৰ্ম্মং শৰণং গচ্ছামি, সংঘং শৰণং গচ্ছামি"। বন্দনা চলি থাকে মঞ্চ লাহে লাহে পোহৰ হয়। চকাচন্দা পোহৰ। বন্দনা যেতিয়া স্পষ্টতৰ হয় অশোকে উদ্‌ভ্ৰান্তৰ দৰে চিঞৰি উঠে। পৰিস্থিতি কলিঙ্গ বিজয়ৰ পাছত। সম্ভৱপৰ হ'লে অশোক আৰু তিষ্যৰক্ষিতাই সাজপাৰ সলাব পাৰে। দৃশ্য সজ্জাৰ সালসলনি নকৰিলেও হ'ব। ]

অশোক : বন্ধ কৰা, বন্ধ কৰা—

[ অশোকৰ মাত শুনি তিষ্যৰক্ষিতা লৰৰি সোমাই আহে ]

তিষ্য : সম্ৰাট।

অশোক : [ যেন উচপখাই উঠে ]

অশোক : কোন?

তিষ্য : সম্ৰাট!

অশোক : তিষ্যৰক্ষিতা—

তিষ্য : সম্ৰাট, প্ৰকৃতিস্থ হওক।

অশোক : শুনিছা তিষ্যৰক্ষিতা?

[ অশোকৰ কণ্ঠস্বৰত আতঙ্কৰ আভাস ]

তিষ্য : কি?

অশোক : সেয়া, কলিঙ্গৰ ৰণপ্ৰাঙ্গণৰ হাহাকাৰৰ মাজত কিহৰ ধ্বনি? মৃত্যু বিভীষিকাৰ মাজত কাৰ ক্ষীণ অথচ মধুৰ কণ্ঠস্বৰ, সেয়া—

[ বুদ্ধ বন্দনা কিছুসময় শুনা যায়, তাৰ পাছত সেই ধ্বনি নাইকিয়া হয় ]

তিষ্য : সম্ৰাটৰ মনৰ ভ্ৰম।

অশোক : মোৰ মনৰ ভ্ৰম? অসম্ভৱ! মই স্পষ্ট শুনিবলৈ পাইছোঁ সেই বাণী। কলিঙ্গৰ ৰণ প্ৰাঙ্গণৰ সকলো হাহাকাৰকো অতিক্ৰম কৰি ভাহি আহিছে সেই বাণী—বুদ্ধং শৰণং গচ্ছামি—

তিষ্য : ভুল সম্ৰাট। কলিঙ্গৰ পাঁচ শ সংঘধাম ধূলিৰ লগত মিহলি হৈছে। লক্ষ্য লক্ষ্য নৰ-নাৰীয়ে কৰিছে মৃত্যু বৰণ। যিসকল জীয়াই আছে সিহঁতো বাকহীন, নীৰৱ, নিস্পন্দ। সম্ৰাটৰ বিজয় ঘোষণাই—

অশোক : মিছা মিছা তিষ্যৰক্ষিতা কলিঙ্গৰ মৃত্যু হাহাকাৰে মোৰ বিজয় ঘোষণা কৰা নাই। কলিঙ্গৰ ৰণপ্ৰাঙ্গণতে হ'ল মোৰ প্ৰথম পৰাজয়, মোৰ চৰম পৰাজয়।

তিষ্য : ই আপোনাৰ ভুল ধাৰণা সম্ৰাট।

অশোক : তুমি নেজানা তিষ্যৰক্ষিতা, মোৰ সশস্ত্ৰ সৈন্য বাহিনীয়ে যেতিয়া ৰণ মতলীয়া হৈ কলিঙ্গৰ বৌদ্ধ মহাবিহাৰ আক্ৰমণ কৰিছিল, তেতিয়া তাত সিহঁতক বাধা দিবলৈ আছিল বহুতো মানুহ। কিন্তু কোনেও বাধা নিদিলে। হাজাৰ হাজাৰ বৌদ্ধ ভিক্ষুয়ে মৃত্যু বৰণ কৰিলে হাঁহিমুখে—মাথোঁ সেই বাণী উচ্চাৰণ কৰি—"বুদ্ধং শৰণং গচ্ছামি"। সিহঁতৰ মৃত্যু হ'ল সঁচা, কিন্তু সেই বাণী আজিও মোৰ কানত ৰজনজনাই আছে। সেই বাণীয়ে আজিও মোক সপোনে সচিতে, উদ্‌বাউল কৰি তুলিছে। প্ৰতি মুহূৰ্ত্ততে মোক সোঁৱৰাই দিছে কলিঙ্গৰ ৰণপ্ৰাঙ্গণত হ'ল মোৰ চৰম পৰাজয়। যি মূৰ্ত্তিক মই আজীৱন ঘিণ কৰি আহিছোঁ, কলিঙ্গৰ ৰণপ্ৰাঙ্গণৰ লক্ষ্য লক্ষ্য মৃতকৰ মাজৰপৰা সেই মূৰ্ত্তি উঠি আহি মোক যেন কৈছে—অশোক হিংসাৰ বাটেদি ৰাজ্য জয় কৰাত গৌৰৱ নাই। প্ৰেমৰ জয়হে প্ৰকৃত জয়। তিষ্যৰক্ষিতা, কলিঙ্গই মোৰ জীৱনলৈ আনিলে গ্লানি, জিলিকি থাকিল এক দুঃস্বপ্ন ৰূপে—

তিষ্য : নহয় সম্ৰাট, কলিঙ্গ বিজয় আপোনাৰ জীৱনৰ অক্ষয় কীৰ্ত্তি, কলিঙ্গ আপোনাৰ জীৱনৰ দুঃস্বপ্ন নহয়, সম্ৰাট সফল স্বপ্ন।

অশোক : কলিঙ্গৰ কথা সুঁৱৰিলে, কলিঙ্গত মই সৃষ্টি কৰা মৃত্যু বিভীষিকাৰ কথা সুঁৱৰিলে আজিও মোৰ গা শিয়ৰি উঠে। চোৱা, চোৱা তিষ্যৰক্ষিতা সেই মূৰ্ত্তি সৌম্য, শান্ত, সেই মূৰ্ত্তিয়ে মোক হাত বাউল দি মাতিছে!

তিষ্য : সম্ৰাট।

অশোক : ক'লৈ গ'ল? সেই প্ৰশান্ত মূৰ্ত্তি ক'লৈ গ'ল? সৌৱা চোৱা তিষ্যৰক্ষিতা সেই মূৰ্ত্তি যেন নিমিষতে শূন্যত বিলীন হৈ গ'ল।

তিষ্য : সম্ৰাট মই একোকে দেখা নাই, কৰ মূৰ্ত্তি ক'ত বিলীন হৈ গ'ল? সম্ৰাট শান্ত হওক। প্ৰকৃতিস্থ হওক। ব'লক বিশ্ৰাম ল'ব।

অশোক : বিশ্ৰাম! শান্তি! নাই নাই তিষ্যৰক্ষিতা, মোৰ মনৰ মাজত এই মুহূৰ্ত্তত যি তুমুল সংগ্ৰাম চলিবলৈ ধৰিছে, তাৰ উত্তেজনা, তুমি অনুভৱ কৰিব নোৱৰা। ভীক্ষু নিগ্ৰোধক মই ওভোতাই পঠিয়াইছিলোঁ, মোৰ নৰক-গৃহত কতশত বৌদ্ধ ভিক্ষুয়ে প্ৰাণ হেৰুৱাইছিল, কিন্তু কলিঙ্গৰ মহাবিহাৰত দৰ্শন লাভ কৰা সেই মহাপুৰুষক মই আওকাণ কৰিব পাৰিলোঁ ক'ত? তেওঁ আহি যেতিয়া মোৰ সন্মুখত থিয় হ'ল, ক'ব পাৰা তিষ্যৰক্ষিতা, মোৰ অজ্ঞাতসাৰেই, তোমালোকৰ মহাপৰাক্ৰমী কলিঙ্গত শ্মশান ৰচোঁতা সম্ৰাট অশোকৰ মূৰ তেওঁৰ অজ্ঞাত সাৰেই কিয় দোঁ খাইছিল। ক'ব পাৰা তিষ্যৰক্ষিতা কি সম্মোহিনী শক্তিৰ প্ৰভাৱত সেই সন্ন্যাসীয়ে মুহূৰ্ত্তৰ ভিতৰতে মোৰ সকলো অহঙ্কাৰ হৰণ কৰি লৈ গ'ল?

তিষ্য : কোন সেই সন্ন্যাসী!

অশোক : উপগুপ্ত। ভগবান বুদ্ধৰ শিষ্য সন্ন্যাসী উপগুপ্ত।

তিষ্য : সন্ন্যাসী উপগুপ্ত!

অশোক : বিমুগ্ধ হৈ, নিজকে পাহৰি, সৌন্দৰ্য্যৰ মৌ পান কৰিবলৈ, তোমাৰ ৰূপৰ জুইত, তিষ্যৰক্ষিতা, এদিনাখন মই দিছিলোঁ আত্মাহুতি। কিন্তু মথুৰাৰ ৰূপৱতী, কলাৱতী, নৃত্য পটিয়সী সুন্দৰী বাসৱদত্তাই, দেহৰ সকলোখিনি সৌন্দৰ্য্যসম্ভাৰ লৈও পথভ্ৰষ্ট কৰিব পৰা নাছিল এই সন্ন্যাসীক। তেওঁ আওৰাই গৈছিল হেলাৰঙে নেওচি বাসৱদত্তাৰ প্ৰেমনিবেদন। সেই সন্ন্যাসীয়ে মোৰ অন্তৰাত্মাক যেন নতুন কিহবাৰ সন্ধান দিব বিচাৰে, তেওঁৰ সংস্পৰ্শই যেন মোক অভিভূত কৰিছে—সৌৱা চোৱা কলিঙ্গৰ মহা শ্মশানৰ বুকুত থিয় হৈ অভয় জলদ গম্ভীৰ স্বৰে উচ্চাৰণ কৰিছে সেই মহামানৱে মহাবাণী—আকৌ সেই মূৰ্ত্তি যেন বিলীন হৈ গ'ল—নাই, নাই সৌৱা কি? সৌৱা কি? সেই মূৰ্ত্তি কিয় লীন গ'ল কুনালৰ মূৰ্ত্তিৰ—কোন? কুনাল, কুনাল, কুনাল—

তিষ্য : ক'ত কুনাল? কুনাল যে তক্ষশিলাত—

অশোক : এৰা কুনাল আৰু কাঞ্চন তক্ষশিলাত। বিদ্ৰোহী বুলি সন্দেহ কৰি ময়েই সিহঁতক ৰাজধানীৰপৰা আঁতৰাই পঠিয়াইছোঁ। কিন্তু আজি মোৰ মনে, মোৰ বিবেকে যেন বাৰে বাৰে মোক কৈছে, কুনাল-কাঞ্চনৰ প্ৰতি মই অবিচাৰ কৰিছোঁ।

তিষ্য : সম্ৰাট ব'লক—

অশোক : এৰা মই অসুস্থ।

তিষ্য : অসুস্থ হ'লেও মোৰ সেৱাৰে আপোনাক—

অশোক : তোমাৰ সেৱা? তোমাৰ শুশ্ৰূষা? কিন্তু তিষ্যৰক্ষিতা মোৰ মনে আজি বিচৰা নাই নাৰীৰ সান্নিধ্য, মোৰ দেহে বিচৰা নাই তোমাৰ কোমল পৰশ। হয়তো কুনাল মোৰ ওচৰত থকা হ'লে মই কিছু শান্তি পালোঁহেঁতেন, কিন্তু সিহঁত তক্ষশিলাত। তিষ্যৰক্ষিতা আজিয়েই তুমি কুনাল-কাঞ্চনক মাতি পঠোৱা। লিখি পঠোৱা, মই বৰ অসুস্থ, সিহঁত যেন পত্ৰ পোৱা মাত্ৰকতে ৰাজধানীলৈ গুচি আহে।

তিষ্য : সম্ৰাটৰ নামাঙ্কিত—

অশোক : লোৱা এইটো আঙঠি। মোৰ নামাঙ্কিত আঙঠি। চিঠিত মোহৰ মাৰি দিবা। এৰা মই বৰ অসুস্থ। মোৰ মনপ্ৰাণ ব্যাকুল হৈ উঠিছে কুনালক চাবলৈ, মোৰ পুত্ৰ কুনাল—

[ কৈ কৈ কিবা এটা আৱেশত বিভোৰ হৈ মঞ্চৰপৰা ওলাই যায়। অশোকে দিয়া আঙঠিটো তিষ্যৰক্ষিতাই এবাৰ চায়। মুখত কুটিল হাঁহি

বিৰিঙি উঠে। ]

তিষ্য : সম্ৰাটৰ নামাঙ্কিত আঙঠি। সম্ৰাটৰ আদেশ—কুনালক আমন্ত্ৰণ কৰি চিঠি দিব লাগে। কুনালে মোৰ অন্তৰৰ আবেদনক অগ্ৰাহ্য কৰিছিল! মোৰ প্ৰীতিপূৰ্ণ উচ্ছ্বাস, অনুভূতি আওকাণ কৰি মোকেই কৰিছিল অপমান। আৰু আজি সম্ৰাটৰ ওচৰত সেই কুনালেই হৈ পৰিছে বেছি প্ৰিয়। কুনালক চাবলৈ, কুনালৰ সান্নিধ্যৰ কাৰণে তেওঁ হৈ পৰিছে ব্যাকুল। ঠিক, এয়ে সুযোগ। কুনাললৈ চিঠি লিখিম। মাতি পঠিয়াম আৰু—আৰু—প্ৰতিশোধ—হওক নিৰ্ম্মম, মই মোক আওহেলা কৰাৰ প্ৰতিশোধ ল'ম। নিৰ্ম্মম, প্ৰতিশোধ। এৰা নিয়তিৰ দৰে নিৰ্ম্মম।

[ তিষ্যৰক্ষিতা ওলাই যায়। মঞ্চ এন্ধাৰ হয়। নেপথ্যৰ যন্ত্ৰসঙ্গীতৰ, চেতাৰ বা স্বৰোদৰ, ঝালাত সুৰ এটা বাজি থাকে, সময় অতিবাহিত হোৱা বুজাবলৈ। যন্ত্ৰসঙ্গীতৰ সুৰ কিছু অস্পষ্ট হয় আৰু শুনা যায় ৰথৰ চকাৰ ঘৰ্ঘৰ শব্দ—ৰথ যেন বহু দূৰৈৰপৰা ওচৰ চাপিছে। ৰথৰ শব্দ, ওচৰ চাপি নাইকিয়া হয়। মঞ্চ পোহৰ হয়। কুনাল আৰু কাঞ্চন সোমাই আহে। তেওঁলোকৰ সাজ-পাৰ বৌদ্ধ ভিক্ষু-ভিক্ষুণীৰ দৰে ; কাঞ্চন আগবাঢ়ি আহে। কুনালৰ মুখখন দৰ্শকে ভালকৈ দেখা নাপায়। কিন্তু চেহেৰা আৰু খোজকাটলত লক্ষ্য কৰে এটা পৰিবৰ্ত্তন। কুনাল সোমায়েই কোঠাটোৰ দাঁতিত থিয় হৈ থাকে। ]

কাঞ্চন : তক্ষশিলাৰপৰা সম্ৰাটৰ নিৰ্দ্দেশমতেই এইখিনি পালোঁহি। কিন্তু কাকো দেখোন দেখা নাই।

কুনাল : পিতাৰ শৰীৰ অসুস্থ বুলি পত্ৰত লিখা আছিল।

কাঞ্চন : সেইখন পিতাৰ পত্ৰ বুলি হ'লে মোৰ এতিয়াও বিশ্বাস হোৱা নাই। বোধহয় তিষ্যদেৱীৰে ষড়যন্ত্ৰ। সম্ৰাটৰ দৰ্শন পালে মই—

কুনাল : তিষ্যদেৱীৰ ওপৰত মোৰ কোনো অভিমান নাই।

কাঞ্চন : তোমাৰ নেথাকিব পাৰে। কিন্তু এই অন্যায় নিপীড়ন মই কিয় নীৰৱে সহ্য কৰিম?

কুনাল : নেপাহৰিবা কাঞ্চন, অমঙ্গলক জয় কৰে মঙ্গলে। মূঢ়তাবশতঃ কৰা অন্যায়ক জয় কৰিব লাগে প্ৰীতিবৰ্ষণ কৰি। মই বিদ্ৰোহীৰ দৰে ইয়ালৈ অহা নাই। মই আহিছোঁ অনুগত প্ৰজাৰ দৰে, বাধ্য পুত্ৰৰ দৰে। দৈহিক কষ্টক মই কষ্ট বুলি স্বীকাৰ নকৰোঁ। সম্ৰাটৰ আদেশত মোৰ বাবে যদি দশোদিশ এন্ধাৰ হয় হওক, ভগবান বুদ্ধৰ আশীৰ্ব্বাদ বুলিয়েই মই তাক গ্ৰহণ কৰিম।

কাঞ্চন : [ ভিতৰলৈ চাই ] সৌৱা তিষ্যদেৱী এই ফাললৈকে আহিছে।

কুনাল : তিষ্যদেৱী!

[ তিষ্যৰক্ষিতা সোমাই আহি কুনাল-কাঞ্চনক দেখি কিছু অপ্ৰতিভ হয়। কিন্তু নিজকে সংযত কৰি কয় ]

তিষ্য : অ' তোমালোক! মই যাওঁ সম্ৰাটক এই বাতৰি দিওঁগৈ।

[ কাঞ্চন-কুনালৰ সন্মুখৰপৰা আঁতৰ হ'লেই যেন তিষ্যৰক্ষিতা ৰক্ষা পৰে। তেওঁ গৈ সম্ৰাটক কয়। ব্যাকুলভাৱে সম্ৰাটে "কুনাল", "কুনাল" বুলি মাতি মঞ্চত প্ৰৱেশ কৰে ]

অশোক : তিষ্যৰক্ষিতাই ক'লে কুনাল আহিছে। অভিমান কৰি আঁতৰি নেথাকিবি কুনাল। আহ, আহ কুনাল মোৰ বুকুৰ মাজলৈ আহ। কিমান দিন যে দেখা নাই। মোৰ উৰুঙা বুকু তইঁতৰ মৰমেৰে ওপচাই দেহি, আহ ওচৰলৈ আহ—

[ অশোক কুনালৰ ওচৰ পায় আৰু কুনালৰ চকু দুটা দেখি তীব্ৰ উত্তেজনাত চিঞৰি দিয়ে। দৰ্শকেও এই প্ৰথম দেখিলে কুনালৰ দুইটা চকুৱেই নাই—অন্ধ কুনাল। ]

অশোক : কুনাল ই কি হ'ল! তোৰ চকু, তোৰ চকু পদুম পাহিৰ দৰে ধুনীয়া চকুযুৰিৰ কি হ'ল!!

কাঞ্চন : সম্ৰাট, আপোনাৰেই আদেশ আখৰে আখৰে—

অশোক : মোৰ আদেশ?

কাঞ্চন : আপোনাৰেই আদেশ, পাটলিপুত্ৰলৈ অহাৰ আগতে যে তেওঁ নিজে, নিজৰ চকু দুটা—

অশোক : অসম্ভৱ। ক'ত মোৰ আদেশ-পত্ৰ?

কাঞ্চন : এয়া সম্ৰাট আপোনাৰ আদেশ-পত্ৰ। এয়া চাওক আপোনাৰ মোহৰ, আপোনাৰ আঙঠিৰ—

[ কাঞ্চনে আদেশ-পত্ৰখন উলিয়াই দেখুৱায়। অশোকে সেইখন কাঞ্চনৰ হাতৰপৰা অস্থিৰভাৱে আঁজুৰি আনি চায় ]

অশোক : মোহৰ অঙ্কিত আদেশ পত্ৰ? চাওঁ-চাওঁ, এৰা, ঠিকেইটো, কাঞ্চনে মিছা কোৱা নাই, মিছা কোৱা নাই। ইযে মোৰেই মোহৰাঙ্কিত আদেশ-পত্ৰ; কিন্তু কেনেকৈ ই সম্ভৱ হ'ল? কেনেকৈ?

[ হঠাৎ সকলো বুজিব পাৰি চিঞৰি উঠে ]

তিষ্যৰক্ষিতা—তিষ্যৰক্ষিতা—

[ তিষ্যৰক্ষিতা সোমাই আহে। তেওঁক দেখি খঙত অশোক বলিয়াৰ দৰে হৈ পৰে ]

অশোক : তুমি, তুমি তিষ্যৰক্ষিতা—

তিষ্য : মই?

অশোক : হঁ তুমি। চোৱা তুমি কি কৰিছা!
[ তিষ্যৰক্ষিতাই কুনালৰ ওচৰলৈ গৈ তেওঁৰ চকু দুটা ভালকৈ চায় আৰু গভীৰ তৃপ্তিত প্ৰাণ খুলি এবাৰ হাঁহি লয় ]

তিষ্য : দেহিঐ! ধুনীয়া পদুম পাহিৰ দৰে চকুদুটাৰ কোনে এনে অৱস্থা কৰিলে?

কাঞ্চন : [ খণ্ডত অধৈৰ্য্য হৈ পৰে ]
কোনে? আপুনি সুধিছে কোনে?

অশোক : তুমি তিষ্যৰক্ষিতা, মই জানো, তুমিয়েই—

তিষ্য : কুনাল আছিল তক্ষশিলাত আৰু মই পাটলিপুত্ৰত।

অশোক : তুমি পাটলিপুত্ৰত আৰু কুনাল তক্ষশিলাত আছিল তথাপি কেনেকৈ ই সম্ভৱ হ'ল সুধিছা? চোৱা তোমাৰ পত্ৰাদেশ।
[ আদেশ-পত্ৰখন দেখুৱায়। তিষ্যৰক্ষিতাই চায়। তেওঁৰ মুখত বিৰিঙি উঠে এটা কুটিল হাঁহি ]

তিষ্য : বাঃ সুন্দৰ কথা। আদেশ-পত্ৰত এয়া সম্ৰাটৰ মোহৰ, কিন্তু দায়ী হ'লোঁ মই! সুন্দৰ বিচাৰ!

অশোক : সাৱধান তিষ্যৰক্ষিতা। ফাকি নিদিবা। লিখা নাছিলা এই পত্ৰ তুমি?

তিষ্য : লিখিছিলোঁ।

অশোক : মোৰ অসুস্থতাৰ সুবিধা লৈ এনে হীনকাম কৰিবলৈ প্ৰবৃত্ত হ'লা কিয়? উত্তৰ দিয়া, উত্তৰ দিয়া—

তিষ্য : ভুল কৰিছে সম্ৰাট। আপোনাৰ ৰঙা চকু দেখুৱাই মোক ভয় খুৱাব নোৱাৰে।

অশোক : তিষ্যৰক্ষিতা!

তিষ্য : সম্ৰাট,তিষ্যৰক্ষিতাই আপোনাৰ প্ৰশ্নৰ উত্তৰ নিদিয়ে। তিষ্যৰক্ষিতাই নিজৰ কামৰ বাবে কাৰো ওচৰত কৈফিয়তো নিদিয়ে। আৰু যদি কওঁ সেই দণ্ডাদেশ মই লিখিছিলোঁ সম্ৰাটৰে অনুমতি পাই—

অশোক : মোৰ অনুমতি। অসম্ভৱ মই মাতি পঠিয়াব কৈছিলোঁ কুনালক, মই কোৱা নাছিলোঁ কুনাল এইভাৱে অন্ধ হৈ মোৰ ওচৰলৈ আহক!

তিষ্য : সম্ৰাটে যি বিচাৰিছিল তাতকৈ যদি মই কিছু বেছি বিচাৰোঁ ক্ষতি কি সম্ৰাট? ময়োতো সামান্যা নাৰী নহয়। সম্ৰাট মহিষী তিষ্যৰক্ষিতা।

অশোক : সম্ৰাট মহিষী! সম্ৰাট মহিষী! ভাবিছা সম্ৰাট অশোক বৃদ্ধ, স্থবিৰ শক্তিহীন? মই শাস্তি দিম। কঠোৰ শাস্তি দিম। এনে শাস্তি দিম যিহৰ কথা শুনিলে পৃথিৱীৰ বিশ্বাসঘাতক গৰ্ব্বিতা সকলো নাৰীয়েই ভয়ত শিয়ৰি উঠিব।

কুনাল : পিতা—

অশোক ঃ নাই, নাই মই কোনো বাধা নেমানো। নুশুনো কোনো প্ৰতিবাদ। ইমান অন্যায়, ইমান পাপ, মই নীৰৱে সহ্য নকৰোঁ।

কুনাল ঃ কাৰো প্ৰতি মোৰ কোনো ক্ষোভ, কোনো অভিমান নাই। মই নিবিচাৰোঁ মোৰ কাৰণে কোনোবাই শাস্তি পাওক। পিতা ক্ষমাই মানুহৰ—

অশোক ঃ ক্ষমা? অসম্ভৱ। সম্ৰাট মই। দোষীক দণ্ড দিয়া মোৰ কৰ্ত্তব্য।

কুনাল ঃ কিন্তু পিতা দোষতো কোনেও কৰা নাই। শাস্তি দিব কাক?

অশোক ঃ শাস্তি দিম সেই পাপীয়সী নাৰীক। ঈৰ্ষাৰ প্ৰভাৱত হিতাহিত জ্ঞান হেৰুৱাই যি নাৰীয়ে তোৰ জীৱনলৈ নমাই আনিছে আঁউসীৰ অন্ধকাৰ।

কুনাল ঃ ই আপোনাৰ ভুল ধাৰণা পিতা। দেৱী তিষ্যৰক্ষিতাই মোৰ কোনো অন্যায় কৰা নাই। দণ্ডাদেশ হয়তো দেৱীয়েই লিখিছিল ; কিন্তু দেৱীয়ে নিজৰ হাতেৰেতো মোক অন্ধ কৰা নাই। অন্ধ হ'লো মই নিজেই। দণ্ডাদেশত সম্ৰাটৰ মোহৰ অঙ্কিত কৰিলেও সেই আদেশ পালন কৰা-নকৰাৰ স্বাধীনতাখিনি দেৱীয়ে হৰণ কৰা নাছিল।

কাঞ্চন ঃ মই কৈছিলোঁ সম্ৰাটৰ ওচৰলৈ অহাৰ পাছত সম্ৰাটৰ মুখৰপৰা দণ্ডাদেশ শুনি—

অশোক ঃ নাহিলি কিয় কুনাল? অহাহ'লে হয়তো—

কুনাল ঃ যি হৈছে তথাগতৰ অপাৰ করুণা, অশেষ কৃপাৰ কাৰণে সম্ভৱ হৈছে। সেয়ে মই পুনৰ কওঁ তিষ্য দেৱীয়ে মোৰ কোনো অন্যায় কৰা নাই।

অশোক ঃ অন্যায় কৰা নাই? যি দৃষ্টিশক্তি বিধাতাৰ অমূল্য দান, তাৰপৰা অতি-হীনভাৱে তোক কৰিছে বঞ্চিত, তথাপিও তই ক'ব অন্যায় কৰা নাই।

কুনাল ঃ নাই কৰা। দশোদিশ মোৰ কাৰণে আজি এন্ধাৰ নহয় পিতা। তিষ্যদেৱীৰ কৃপাত আৰু অমিতাভৰ করুণাত মই আজি লাভ কৰিছোঁ দিব্যদৃষ্টি। অমিতাভৰ জ্যোতিয়ে আজি মোৰ সম্মুখৰ পথ দিছে পোহৰাই। সেই পথ কল্যাণৰ পথ, অহিংসাৰ পথ, ত্যাগৰ পথ।

তিষ্য ঃ কুনাল!

[ কুনালৰ কথা শুনি তেওঁৰ চেতনা যেন জাগ্ৰত হয় ]

কুনাল ঃ দেৱী, মা!!

[ ইমানৰ পাছতো "মা" বুলি সম্বোধন কৰা শুনি অনুশোচনাত অভিভূত হৈ পৰে। ]

তিষ্য ঃ মোক ক্ষমা কৰা কুনাল। কাঞ্চন, মোক ক্ষমা কৰা। অন্ধ কুনাল নহয়। অন্ধ মই। চকু থাকিও দৃষ্টিহীন মই। কামনাৰ বশৱৰ্ত্তী হৈ মই তোমাৰ জীৱনলৈ—নাই নাই—সম্ৰাট, অপৰাধী মই, মোক শাস্তি দিয়ক, কঠোৰ শাস্তি দিয়ক, আদেশ দিয়ক সম্ৰাট চণ্ডগিৰিকক, মোৰ এই চকু দুটাও— মোৰ এই চকু দুটাও—

[ গভীৰ অনুশোচনাত শিশুৰ দৰে কান্দি পেলায় আৰু অশোকৰ চৰণ স্পৰ্শ কৰে। অশোক আঁতৰি যায়। কিন্তু কুনালে আহি তেওঁৰ ওচৰত থিয় হয়, কোমলভাৱে কয় ]

কুনাল : দেৱী, মা—উঠক। তথাগতৰ কৃপাশিস্ নিশ্চয় বৰষি পৰিব আপোনাৰ শিৰতো।

[ তিষ্যৰক্ষিতা থিয় হয়, কিন্তু নিজকে সংযত কৰিব নোৱাৰি হুকহুকাই কান্দি পেলায়। ]

তিষ্য : নাই নাই পাপীয়সী মই। মোৰ অপৰাধৰ ক্ষমা নাই—ক্ষমা নাই—

[ উদ্ভ্ৰান্তৰ দৰে নিষ্ক্ৰান্ত হয় তিষ্যৰক্ষিতা ]

অশোক : ইও জানো সম্ভৱ কুনাল? তোৰ চকুৰ জেউতি যিজনে কাঢ়ি নিলে, তেওঁক ক্ষমা কৰা জানো তোৰ বাবে সম্ভৱ?

কুনাল : ভগৱান বুদ্ধৰ কৃপাত সকলো সম্ভৱ পিতা—

অশোক : তেন্তে মোৰ মনত আজি যি হাহাকাৰৰ সৃষ্টি হৈছে, সেই হাহাকাৰো জানো—

কুনাল : পিতা অন্তৰৰ সকলো অশান্তি মুহূৰ্ত্ততে নাইকিয়া হৈ যাব যদি আপুনি ভগৱান বুদ্ধৰ চৰণত লয় শৰণ। প্ৰভু বুদ্ধই কৈছে দুখৰ কাৰণ অবিদ্যা। অবিদ্যাৰ মূল উচ্ছেদ কৰিলে মানুহৰ অন্তৰৰ অসৎ প্ৰবৃত্তি আঁতৰ হ'ব আৰু লগে লগে নাইকিয়া হ'ব অসৎ প্ৰবৃত্তিৰপৰা উদ্ভৱ হোৱা ভ্ৰান্ত অনুভূতি। ভ্ৰম দূৰ হ'লে ইন্দ্ৰিয় জনিত মোহ আঁতৰ হ'ব। মোহ আঁতৰিলে মন হ'ব সংস্কাৰ মুক্ত। সংস্কাৰ মুক্ত মনৰ ওপৰত কোনো ধৰণৰে আসক্তিয়ে প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। আসক্তি নেথাকিলে মিছা অহঙ্কাৰ, মিছা অভিমান নেথাকে। স্বাৰ্থচিন্তাও আঁতৰে আৰু মানুহ জন্ম, বাৰ্দ্ধক্য, ব্যাধি, মৃত্যু আৰু সকলো ধৰণৰ দুখৰপৰা মুক্ত হয়। যিজনৰ আত্মাভিমান সত্যৰ বেদীমূলত সমৰ্পিত হৈছে, যিজনৰ ইচ্ছাশক্তি বিশ্বমানৱৰ কল্যাণৰ হকে প্ৰয়োগ কৰা হৈছে, তেওঁৰ অন্তৰ চিৰানন্দময়।

অশোক : বুদ্ধ, বুদ্ধ, ভগৱান বুদ্ধ! মোক লৈ ব'ল কুনাল সেই বাটেদি, সাম্য, মৈত্ৰী আৰু কল্যাণৰ সেই বাটেদি, যি বাটেদি, গ'লে মই পাম ভগৱান বুদ্ধৰ চৰণ ৰেণুৰ পৰশ। যি বাটেদি গ'লে তুচ্ছ স্বাৰ্থ, তুচ্ছ ভোগ-বিলাসৰ মোহ বিসৰ্জ্জন দি সেৱিব পাৰিম বিশ্বক বহুজনৰ সুখৰ কাৰণে, বহুজনৰ হিতৰ কাৰণে সমৰ্পিব পাৰিম জীৱন। প্ৰতিষ্ঠা কৰিব পাৰিম ধৰ্ম্মৰাজ্য। মোক ইন্দ্ৰত্ব নেলাগে, নিবিচাৰোঁ মই পৃথিবীৰ অধীশ্বৰ হ'বলৈ। লৈ ব'ল মোক সেই বাটেদি যি বাটত প্ৰতিধ্বনিত হোৱা শুনিম সেই বাণী, সেই মহাবাণী—ওঁম্ নমঃ বুদ্ধায়, ওঁম্ নমঃ বুদ্ধায়, ওঁম্ নমঃ বুদ্ধায়।

কুনাল : "ওঁম্ নমঃ ধৰ্ম্মায় তাৰণে
নমঃ সংঘায় মহত্তমায় নমঃ।
[ নেপথ্যৰপৰা বহুকণ্ঠৰ সমবেত বন্দনা গীত শুনা যায়। ]
জয় মঙ্গলময় সত্যসাধক চিৰভাস্কৰ ভাতি
তুমি অমিতাভ জ্যোতি।
জয় বোধিসত্ত্ব, মিলিছে লগ্ন, সফল স্বপ্ন
তোমাৰ আশিস্ লভি।
তোমাৰ ধৰ্ম্ম, তোমাৰ বাণী, হে যুগাৱতাৰ মুক্তিকামী
সুদূৰ প্ৰসাৰি পৰিব বিয়পি
প্ৰণতি, প্ৰণতি, প্ৰণতি।।

[ গীতটি আৰম্ভ হোৱাৰ লগে লগে অশোক আৰু কুনালৰ মুখৰ ওপৰত পোহৰ পৰে। মঞ্চৰ আনঅংশ এন্ধাৰ হৈ যায়। অশোক কুনালৰ হাতত ধৰি মঞ্চৰপৰা নিষ্ক্ৰান্ত হয়। কুনালৰ ওচৰত তিষ্যৰক্ষিতা। তেওঁলোক ওলাই যোৱাৰ পাছত মঞ্চ এন্ধাৰ হয়। বন্দনা গীত স্পষ্টতৰ হৈ দশোদিশ ৰজনজনাই তোলে। তাৰ পাছত নামি আহে নাটকৰ যৱনিকা। ]

---

# ৰাণাদিল

পাত্ৰ-পাত্ৰী :

সম্ৰাট আওৰংজেব, ৰাণাদিল, হাছ্না

# ৰাণাদিল

[ সম্রাট চাহজাহানৰ জ্যেষ্ঠ পুত্ৰ চাহজাদা দাৰাৰ তিনিগৰাকী বেগমৰ অন্যতমা আছিল ৰাণাদিল। দাৰাৰ পতন আৰু আওৰংজেবৰ উত্থানৰ লগে লগে নাদিৰা বেগমে আত্মহত্যা কৰে, উদীপুৰী বেগম যায় আওৰংজেবৰ হেৰেমলৈ। পতিপ্ৰাণা ৰাণাদিলে অশেষ নিকাৰ ভুগিও চেষ্টা কৰে আওৰংজেবৰ কামনাগ্নিৰ গ্ৰাসৰপৰা নিজকে ৰক্ষা কৰিবলৈ। সেইদিনাখন সন্ধ্যা ৰাণাদিলৰ মহলত ]

ৰাণা  মেয়ো যদি নাদিৰা বেগমৰ দৰেই জহৰ খাই মৰিব পাৰিলোঁহেঁতেন হাছনা!

হাছনা  তেনেকৈ ক'ব নেপায় বেগমচাহেবা।

ৰাণা  ঃ নাদিৰা বেগম আছিল স্বৰ্গৰ পৰি। প্ৰতিহিংসা পৰায়ণ আওৰংজেবৰ লালসাগ্নিত জাহ নেযাওঁ বুলি স্বেচ্ছাৰে মৃত্যু বৰণ কৰিলে। দুদিনৰ কাৰণে আহিছিল আকৌ উভতি গ'ল স্বৰ্গলৈ।

হাছনা  ঃ উদীপুৰী বেগমে হ'লে জহৰ খোৱা নাই। বাদচাহৰ মানুহে তেওঁক হেৰেমলৈ নিছে। শুনিছোঁ নাচ-গান কৰি তেওঁ বাদচাহৰ মন যোগাবলৈকো চেষ্টা কৰিছিল, যদিও বাদচাহে নাচ-গান অকণো ভাল নাপায়।

ৰাণা  ঃ মই সপোনতো ভবা নাছিলোঁ হাছনা, উদীপুৰী বেগমে, যাক চাহজাদাই ইমান ভাল পাইছিল,—সেই উদীপুৰী বেগমে, কোনো প্ৰতিবাদ নকৰাকৈ সম্রাটৰ আহ্বানৰ দিব সঁহাৰি।

হাছনা  ঃ উদীপুৰী বেগম জানো ভাৰতৰ ?

ৰাণা  ঃ আজাৰবাইজানৰ ছোৱালী উদীপুৰী। ভাগ্যান্বেষত আহিছিল ভাৰতলৈ। চাহজাদাই দিলে আশ্ৰয়। উদীপুৰীয়ে হয়তো ভাবিছিল সম্রাটৰ জ্যেষ্ঠ পুত্ৰৰ বেগম হ'বলৈ পালে ভৱিষ্যতে হ'ব পাৰিব ভাৰতৰ সাম্ৰাজ্ঞী। চাহজাদাৰ অবৰ্ত্তমানত সেয়ে তেওঁ গুচি গ'ল আওৰংজেবৰ হেৰেমলৈ— বৰ্ত্তমান আৰু ভৱিষ্যত আনন্দমুখৰ কৰি তুলিবলৈ।

[ কথাৰ সুৰ সলাই, দৃঢ় প্ৰতিজ্ঞাৰে ]

কিন্তু হাছনা, কুট আওৰংজেবে মোক কেতিয়াও বশ কৰিব নোৱাৰে।

হাছানা  ঃ বেগম চাহেবাই জানো অকলে বাধা দিব পাৰিব ?

ৰাণা : মইতো আজাৰবাইজানী নহয়। মই ভাৰতৰ ৰাণাদিল। মোৰ ধমনীত ৰাজস্থানৰ মহিযষী নাৰীৰ শোণিত প্ৰবাহমান।

হাছনা : বেগমচাহেবা—

ৰাণা : মই সেই নৰপশুক ঘিণ কৰোঁ হাছনা। মই ঘিণ কৰোঁ তাক যি মোৰ স্বামীক অন্যাযভাৱে, কাফেৰ অপবাদ কৰিছে হত্যা। বৃদ্ধ পিতাক বন্দী কৰি, সহোদৰক নিৰ্ম্মমভাৱে হত্যা কৰি সি আজি জীন্দাপীৰ। সেই কূট সৰ্প সদৃশ বিশ্বাসঘাতক আজি ভাৰতৰ সম্ৰাট! মোগল মচ্‌নদ অধিকাৰ কৰি সি বিচাৰে আমাৰ দেশ আৰু মনৰ অধীস্বৰ হ'বলৈ।।

[ নেপথ্যত তুৰী, নাকাৰা আদি বাজে ]

হাছনা : বাদচাহ আওৰংজেব আপোনাৰ ওচৰলৈকে আহিছে। মই যাওঁ বেগম চাহেবা।

[ পৰিচাৰিকা হাছনা যায। তুৰী নাকাৰা আদিৰ শব্দ আকৌ শুনা যায। ৰাণাদিলে কঁকালৰপৰা এখন সৰু "কৃপাণ" উলিয়াই চাই কিবা ভাবে। মুখত বিৰিঙি উঠে কঠোৰ ভাব। পাছ মুহূৰ্ত্ততে অজানিতেই যেন তাইৰ চকুৰেদি বাগৰি আহে দুটোপাল চকুলো। নিজকে সংযত কৰি অতি সাৱধানে ৰাণাদিলে কঁকালত বান্ধি থোৱা গুপ্ত খাপত কৃপাণখন সুমুৱাই থয়। এনেতে আওৰংজেব সোমায আহে। ]

আও : ৰাণাদিল—

[ ৰাণাদিলে কুৰ্নিচ্ কৰে। তেতিযাও তাইৰ চকুৰ কোণত এটোপাল চকুলো জিলিকি থাকে। ]

আও : তুমি কান্দিছিলা ৰাণাদিল?

ৰাণা : নাই, ক'তা?

[ হাতখন মুখৰ ওপৰেদি বুলাই নি ৰাণাদিলে চকুলো মচি পেলায ]

আও : এইমাত্ৰ দেখিলোঁ তোমাৰ চকুযুৰিত চকুলোৰ মুকুতা।

ৰাণা : মই কন্দা নাই সম্ৰাট।

আও : তেন্তে ই জানো মোৰ চকুৰ ভ্ৰম?

ৰাণা : নহয় সম্ৰাট, ভ্ৰম নহয়। আপুনি যি দেখিছে ঠিকেই দেখিছে। মোৰ চকুৰেদি যি দুটোপাল চকুলো বাগৰি আহিছে সি বেজাৰৰ নহয় সম্ৰাট, আনন্দৰ।

আও : আনন্দৰ?

ৰাণা : হয় সম্ৰাট, আনন্দৰ। ৰাজস্থানৰ নৰ্ত্তকী ৰাণাদিল মই। আছিলোঁ চাহজাদা দাৰাৰ আশ্ৰয়ত—

আও : আৰু আজি?

ৰাণা : চাহেনচাহ আওৰংজেবৰ কৃপা-ভিক্ষাৰী।

আও : তুমি নহয়, তুমি নহয় ৰাণাদিল। ভিক্ষাৰী আজি তোমাৰ দুৱাৰত বাদচাহ গাজী আলমগীৰ।

ৰাণা : সেয়েতো কৈছোঁ সম্রাট মোৰ যদি আজি ৰং নেলাগে, মোৰ যদি চকুৰেদি আনন্দৰ অশ্রু নিগৰি নোলায় তেন্তে ওলাব কাৰ? পিছে সম্রাট উদীপুৰী বেগমৰ বাতৰি কি?

আও : উদীপুৰীৰ কথা নুসুধিবা ৰাণাদিল।

ৰাণা : কিয়? ইমান সোনকালে আমুৱালেনে?

আও : যি সহজে ধৰা দিয়ে তাক মোৰ ভাল নেলাগে।

[ পাতলভাৱে হাঁহি ৰাণাদিলে কয় ]

ৰাণা : অ', পিছে সম্রাট, এটা কামনা আপোনাৰ অপূৰণ থাকি গ'ল।

আও : কি?

ৰাণা : নাদিৰা বেগম—

আও : হুঃ। তুমিও জহৰ নেখালা কিয়?

ৰাণা : অকালতে মৰহি যাবলৈতো মই এই পৃথিবীলৈ অহা নাই সম্রাট। আহিছোঁ, পূৰ্ণ পয়োভৰেৰে জীৱনৰ মৌ হেঁপাহ পলুৱাই পান কৰিবলৈ।

আও : হেঁপাহ তেন্তে তোমাৰ এতিয়াও পলোৱা নাই?

ৰাণা : কেনেকৈ পলাব? চাহজাদা দাৰাৰ সৈতে আছিলোঁ, আনন্দ কৰিবৰ সময় পালোঁ ক'ত? তেনেদৰে থাকি মোৰ দৰে নাৰীয়ে সুখ নেপায় সম্রাট।

আও কিয়?

ৰাণা : আজি পূজা কৰোঁ বীৰক। বাদচাহ আলমগীৰৰ দৰে বীৰক।

[ কুৰ্ণিচ কৰে মোগলাই ধৰণে ]

আও : সুন্দৰ, বহুত খুবচুৰৎ—

ৰাণা : আমি শ্রদ্ধা কৰোঁ মহান সম্রাটক—যিজনৰ আছে বুদ্ধি, আছে প্রতিভা। যিজনৰ এটি কটাক্ষত এখন সাম্রাজ্যত মৰণ বিভীষিকাই দেখা দিয়ে, যিজনৰ ৰণ কৌশলৰ আগত শত্রুৱে পলাবলৈ বাট বিচাৰি নেপায় ; ধৰা পৰি মৃত্যুবৰণ কৰে গোৱালিয়ৰ দুৰ্গত পৌস্তাৰ চৰবৎ পান কৰি—

আও : মই নিজেই ভাবি আচৰিত হওঁ ৰাণাদিল, কেনেকৈ ইমান সহজে দাৰা, সুজা, মোৰাদ আৰু সম্রাট চাহজাহানৰ শক্তিক পৰাজিত কৰি আৰোহণ কৰিবলৈ সক্ষম হ'লো তখৃত্-ই-তাউচত।

ৰাণা : যি বস্তু মানুহে নিবিচাৰে তাক পায় অতি সহজতে, সেয়ে বোধকৰোঁ—

আও : ঠিক কৈছা ৰাণাদিল, সিংহসানৰ প্ৰতি মোৰ কোনো লোভ নাই। মই খোদাৰ খিদ্‌মৎগাৰ। পবিত্ৰ ইচলাম ধৰ্ম্মৰ প্ৰতিষ্ঠাই মোৰ একমাত্ৰ আদৰ্শ।

ৰাণা : এই সহজ কথাটোকে সম্রাট, বুজিব নোখোজে কিছুমান অবিশ্বাসীয়ে।

আও : পবিত্ৰ ইচলাম ধৰ্ম্মৰ কাৰণেহে মই মুলহিদ দাৰাক—[ হঠাতে কথাৰ

সুৰ সলাই ] মুছলমান হৈ দাৰাই হিন্দুৰ ধৰ্ম্মগ্ৰন্থ অধ্যয়ন কৰিছিল, খোদাই তাৰ শাস্তিৰ বিধান কৰিলে। মোগল কলঙ্ক মোৰাদ আৰু সুজাৰ হাতৰপৰা মই কৰিছোঁ সাম্ৰাজ্য ৰক্ষা, দাৰাৰ হাতৰ পুতলা বৃদ্ধ আব্বাজানকো কৰিছোঁ বন্দী, ইচলাম ধৰ্ম্ম ৰক্ষাৰ কাৰণেই।

ৰাণা : সিহঁতে কয় সম্ৰাট হেনো—

আও : নিষ্ঠুৰ?

[ ৰাণাদিলে আৰু এবাৰ কুৰ্ণিচ্ কৰে ]

আও : তৈমুৰ জেঙ্গিচখানৰ বংশ কোনদিনা নিষ্ঠুৰ নাছিল ৰাণাদিল? তোমালোকৰে দয়ালু সম্ৰাট আকবৰে কৰা নাছিলনে নিৰ্দ্দোষী আনাৰকলিৰ জীৱন্ত সমাধি ৰচনা? কৰা নাছিলনে বিধান, মোগল দুহিতাৰ কেতিয়াও হ'ব নোৱাৰিব বিবাহ। যি বিধান মানি জাহানাৰা আৰু ৰৌচেনাৰা আজিও অবিবাহিতা।

ৰাণা : সম্ৰাট, ৰৌচেনাৰা—

আও : বিদ্ৰোহী তাই মোগল অনুশাসনৰ বিৰুদ্ধে। আৰু জাহানাৰা জানিবা মৰহি যোৱা এপাহি ফুল!

ৰাণা : জাহানাৰাই কিন্তু সদায়ে—

আও : দাৰাক সহায় কৰি আহিছিল। আৰু কৰিছিল এই কাৰণেই যে দাৰাই প্ৰতিশ্ৰুতি দিছিল জাহানাৰাৰ বিয়া পাতিব, যদি মচ্নদ অধিকাৰ কৰিব পাৰে। বিয়া পাতিব নজবৎখানৰ লগত। কিন্তু মূৰ্খ দাৰাই নেজানিছিল জাহানাৰাই ভাল পাইছিল ছত্ৰশাল বুন্দেলাক, যাক চেনেহেৰে তাই মাতিছিল দুলেৰা বুলি, যাৰ ৰাখী তাই বান্ধিছিল তৈমুৰ বংশৰ সৈতে বুন্দেলা পৰিয়ালৰ প্ৰীতিৰ ডোল নিকপকপীয়া কৰিবলৈ।

ৰাণা : সম্ৰাটে দেখিছোঁ নাৰীৰ অন্তৰৰ গোপন কথাৰ সম্ভেদো ৰাখে।

আও : কিয় নেৰাখিম ৰাণাদিল? তুমিতো নেজানা মোৰ জীৱনলৈ নাৰীয়ে বোৱাই আনিছিল কি অনাবিল অমৃতৰ ধাৰা!

ৰাণা : সম্ৰাটে হীৰাবাইৰ কথা সুঁৱৰিছে?

আও : হীৰাবাই! জৈনাবাদৰ হীৰাবাই! যি জৈনাবাদীৰ অনুৰোধত, সুৰা হাৰাম বুলি ভাবো, সেই সুৰাৰ পাত্ৰও মই মান্তি হৈছিলোঁ মুখৰ ওচৰলৈ আনিবলৈ।

ৰাণা : হীৰাবাইক তেন্তে সম্ৰাটে সঁচাকৈয়ে ভাল পাইছিল।

আও : হীৰাবাইৰ সংস্পৰ্শত আহি মই পাহৰি গৈছিলোঁ এই বিশ্ব সংসাৰক।

ৰাণা : হীৰাবাইয়ে নিশ্চয় মন্ত্ৰ—

আও : মন্ত্ৰ নহয়, যাদু নহয় ৰাণাদিল। সঙ্গীতৰ মধুৰ মূৰ্চ্ছনাৰে—

ৰাণা : সঙ্গীতৰ মূৰ্চ্ছনা?

আও : সঙ্গীতৰ মূৰ্চ্ছনাৰে মায়াৰ জাল ৰচনা কৰিছিল জৈনাবাদীয়ে।

ৰাণা : প্ৰিয়তমাৰ প্ৰিয় সঙ্গীত সম্ৰাটেও তেন্তে ভাল পাইছিল? সঙ্গীতেৰে সৃষ্টি কৰা মোহজাল সম্ৰাটেও তেন্তে ভেদ কৰিব পৰা নাছিল?

আও : জৈনাবাদী যেতিয়া সঙ্গীত মুখৰ হৈ পৰিছিল মই তেতিয়া নিজকে পাহৰি গৈছিলোঁ ৰাণাদিল।

ৰাণা : তেন্তে আজি কিয় সঙ্গীত নিষিদ্ধ বুলি ঘোষণা কৰিছে?

আও : সঙ্গীতৰ মধুৰ ঝঙ্কাৰে মোক জৈনাবাদী হীৰাবাইৰ কথাকে সোঁৱৰাই দিয়ে। মই জৈনাবাদীৰ বিচ্ছেদ সহিব নোৱৰা হওঁ।

ৰাণা : সেই মধুৰ স্মৃতি লৈয়েই জীৱনৰ বাকী কালছোৱা কটাই নিদিয়ে কিয় সম্ৰাট?

আও : জৈনাবাদীৰ স্মৃতি মোৰ কাৰণে মধুৰ নহয় ৰাণাদিল। সেই স্মৃতিয়ে মোৰ অন্তৰ ৰিক্ততাৰে পূৰ্ণ কৰি দিয়ে, বিচ্ছেদ বেদনা মোৰ অসহনীয় হৈ পৰে। সেয়ে মই আজি বিচাৰোঁ জৈনাবাদীক পাহৰি যাবলৈ—

ৰাণা : পাহৰি যোৱা জানো সম্ভৱ হ'ব?

আও : নিশ্চয় হ'ব, যদি তুমি মোক তোমাৰ প্ৰেমেৰে কৰা অভিষিক্ত—

ৰাণা : সম্ৰাট!

আও : মই আজি বিচাৰোঁ তোমাৰ মাজত নিজকে হেৰুৱাই পেলাবলৈ। ৰাণাদিল, তোমাৰ ধুনীয়া চকুযুৰিয়ে, তোমাৰ মোহময় কান্তিয়ে, তোমাৰ ক'লা চুলিটাৰিয়ে, মোৰ অন্তৰত জগাই তুলিছে এক স্বপ্নময় আবেশ, তোমাৰ সান্নিধ্যৰ কাৰণে, তোমাৰ কোমল দেহলতিকাৰ পৰশ পাবলৈ, মোৰ অন্তৰ আতমা উদ্বাউল হৈ পৰিছে ৰাণাদিল—

[ আওৰংজেবে ৰাণাদিলক আলিঙ্গন কৰিবলৈ আগুৱাই যায়। ৰাণাদিলে খিলখিলাই হাঁহি আঁতৰি যায়, ধৰা নিদিয়ে। আদেশৰ সুৰত আওৰংজেবে কয় ]

আও : ৰাণাদিল, ভাৰতৰ সম্ৰাট মই।

(আওৰংজেবৰ মানসিক দুৰ্ব্বলতা দেখি জয়োল্লাসত তাইৰ মন নাচি উঠে। তথাপিও সংযত হৈ সম্ৰাটক কুৰ্ণিচ কৰে আৰু কয়)

ৰাণা : মই সম্ৰাটৰ পৰম শত্ৰু চাহজাদা দাৰাৰ পৰিণীতা স্ত্ৰী।

আও : কাফেৰ দাৰা আৰু এই সংসাৰত নাই।

ৰাণা : আপুনি তেওঁক হত্যা কৰিছে।

আও : কাজীৰ বিচাৰত দাৰাৰ প্ৰাণদণ্ড হ'ল—

ৰাণা : কৌশলেৰে পৰাজিত কৰি সম্ৰাটে মোৰ স্বামীৰ দেহাটোক বশ কৰিলে; কিন্তু তেওঁৰ আত্মাক?

আও : আত্মাৰ অস্তিত্ব মই নেমানো।

ৰাণা : ৰাজপুতানী মই। আত্মাৰ অস্তিত্ব মই মানো। পৰজন্মত মোৰ অটল বিশ্বাস।

আও : পৰজন্মৰ কথা পৰজন্মৰ কাৰণে সঞ্চিত থাওক ৰাণাদিল। ইহজন্মত, দাৰাৰ মৃত্যুৰ পাছত, তুমি হ'বা মোৰ বেগম, সম্ৰাট আলমগীৰৰ বেগম। —স্বৰ্গগত বেগম দিলৰাচবানুৰ শূন্য ঠাই তুমি কৰিবা পূৰণ, সেই সন্মানেৰে তুমি হ'বা বিভূষিতা।

ৰাণা : মোৰ দেহ মন যে, মোৰ স্বামীৰ অমৰণ অভগন প্ৰেমে আগুৰি আছে সম্ৰাট—

আও : তথাপি মই তোমাক বিচাৰোঁ। মই বিচাৰোঁ তোমাৰ অনুপম ৰূপৰ সোৱাদ ল'বলৈ, মই বিচাৰোঁ তোমাৰ উদ্বেলিত দেহ যমুনাৰ তৰঙ্গৰাশি মন্থন কৰি অমৃত সুধা আকণ্ঠ পান কৰিবলৈ—

ৰাণা : দেহৰ সৌন্দৰ্য্য খন্তেকীয়া সম্ৰাট।

আও : হওক খন্তেকীযা, ক্ষণিকৰ মাজতে মই বিচাৰি ল'ম চিৰন্তনক। আহঁা ৰাণাদিল, ওচৰলৈ আহঁা, আঁতৰি নেযাবা ৰাণাদিল—

[ আওৰংজেব ৰাণাদিলৰ ওচৰ চাপে। ৰাণাদিলে টপৰাই কঁকালত বান্ধি থোৱা গুপ্ত খাপৰপৰা কৃপাণখন উলিয়ায় ]

ৰাণা : চাওক সম্ৰাট এইখন কৃপাণ, বেছ ধাৰ আছে।

আও : ৰাণাদিল তোমাৰ আৰু মোৰ মাজত কিয় এইখন কৃপাণ?

ৰাণা : ভয় নেখাব সম্ৰাট, মই আপোনাক হত্যা কৰিব খোজা নাই, মাথোঁ পৰীক্ষা কৰি চাব বিচাৰিছোঁ মোৰ এই কৃপাণখনৰ ধাৰ আপোনাৰ কামনালোলুপ দৃষ্টিতকৈ বেছি তীক্ষ্ণ হয় নে নহয়।

আও : সাৱধান ৰাণাদিল, মোৰ দেহৰক্ষী—

ৰাণা : বিশ্ববিজয়ী বাদচাহ আলমগীৰ, মুহিউদ্দীন মহম্মদ আওৰংজেবৰ বিপুল শক্তি, পতিপ্ৰাণা ৰাজপুত নাৰীৰ আগত কিমান মূল্যহীন তাকে প্ৰমাণ কৰিবলৈ?

আও : পাহৰি নেযাবা ৰাণাদিল সশস্ত্ৰ প্ৰহৰী পৰিবেষ্টিত এই মহলত তুমি মোৰ বন্দী।

ৰাণা : আপুনিও পাহৰি নেযাব সম্ৰাট সেই দেশৰে নাৰী মই, যি দেশৰ দেৱী পদ্মিনীয়ে আপোনাৰ দৰেই উদ্ধত, অপৰিণামদৰ্শী কূট আল্লাউদ্দীনৰ অন্যায় আক্ৰোহৰপৰা নিজকে ৰক্ষা কৰিবলৈ লেলিহান অগ্নিশিখাৰ মাজত নিজকে দিছিল আহুতি। যদি আৱশ্যক হয় ময়ো পাৰিম এই তীক্ষ্ণধাৰ কৃপাণেৰে নিজকে—

[ নিজৰ বুকুৰ ফালে কৃপাণখন টোৱায়। আওৰংজেবে বাধা দিয়ে ]

আও : আত্মহত্যা! নাই নাই নেলাগে ৰাণাদিল। ক্ষান্ত হোৱা, ক্ষান্ত হোৱা। মই, মই দিম তোমাক স্বাধীকাৰ—

ৰাণা : মোৰ স্বামীৰ হত্যাকাৰীৰপৰা মই স্বাধীকাৰ নিবিচাৰোঁ। মই যাক অন্তৰেৰে ঘিণ কৰোঁ, সেই মোগল কলঙ্কৰপৰা নিবিচাৰোঁ এধানিমানো দয়া, নিবিচাৰোঁ কৰুণা—

আও : ঔদ্ধত্যৰ সীমা চেৰাই গৈ মোৰ অন্তৰৰ কোমল প্ৰবৃত্তিবোৰ নাইকিয়া কৰি নিদিবা ৰাণাদিল।

[ ৰাণাদিলৰ মুখত অৱজ্ঞাৰ ভাব ফুটি উঠে ]

ৰাণা : আপোনাৰো আকৌ কোমলতা! পাষাণৰ বুকুত ফুল! শুনক সম্ৰাট, আজি মোৰ জীৱন কাম্য নহয়, মৃত্যুহে বৰণীয় আৰু সেই কাৰণেই—

আও : মোক ভুল নুবুজিবা, মই কোৰাণৰ নামত শপথ খাইছোঁ—

ৰাণা : কোৰাণ? প্ৰতিজ্ঞা কৰা নাছিল আপুনি কোৰাণৰ নামত, মোৰাদক সিংহাসনত বহুৱাব বুলি?

আও : কিন্তু সেই প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ মোৰাদে সহায় কৰিলে ক'ত? সুৰা আৰু বাইজী, বাইজী আৰু সুৰা—আনন্দ সাগৰত ডুব গৈ থাকিব পাৰি সঁচা, কিন্তু তখ্‌তত বহা অসম্ভৱ।

ৰাণা : সম্ভৱ হ'বলা তেওঁৰ পক্ষে যিজনে পিন্ধে ফকীৰৰ আলখাল্লা, হাতত লয় জপমালা আৰু—

আও : আৰু একমাত্ৰ ধ্যান যাৰ মক্কা। মইতো ফকীৰ ৰাণাদিল—

ৰাণা : ফকীৰ? বিশ্বক আপুনি ভুৱা দিব পাৰে, কিন্তু মোক নোৱাৰিব। সেই ফকীৰৰ আলখাল্লাৰ অন্তৰালত থকা অন্তৰখনত নাই কোনো ধৰ্ম্মভাব—

আও : ৰাণাদিল—

ৰাণা : আপোনাৰ সিৰাই সিৰাই প্ৰবাহিত অত্যাচাৰী, নৰহত্যাকাৰী তৈমুৰ জেঙ্গীচৰ শোণিত। শোণিত পিপাসু উন্মাদ অন্তৰে কোৰাণৰ প্ৰতিটো আখৰতে দেখা পায় শত্ৰুৰ উদ্যত কৃপাণ। ভাবে ঠিক এনেকৈয়ে অসহায় মুহূৰ্ত্ততে কৰিব হত্যা।

(ৰাণাদিলে কৃপাণখন আওৰংজেবৰ ফালে টোৱায়। আওৰংজেব এখোজ পাছুৱাই যায়। ]

আও : উদ্যত কৃপাণেৰে মোক হত্যা কৰিবা?

ৰাণা : ভয় নাই সম্ৰাট। মোৰ এই কৃপাণ, আপোনাক স্পৰ্শ কৰি কলঙ্কিত নকৰোঁ। মোৰ স্বামীৰ যদিও নাছিল অধিকাৰ বন্দী অৱস্থাত নিজৰ গাৰ বস্ত্ৰ দান কৰিবলৈ, মোক আপোনাৰ প্ৰাণ দান দিয়াৰ অধিকাৰখিনিৰপৰা নিশ্চয় বঞ্চিতা নকৰে।

আও : দুৰ্জ্জেয় নাৰী তুমি ৰাণাদিল।

ৰাণা : আপোনাৰ দৰে পুৰুষৰ ওচৰত নাৰী সদায়ে দুৰ্জ্জেয়। এই দুৰ্জ্জেয় নাৰীয়ে আজি আপোনাক হত্যা নকৰি, দিলে প্ৰাণ দান, এই কামনা কৰিয়েই

যে মৃত্যুৰ শীতল কোলাত আশ্রয় নলৈ জীয়াই থাওক আপুনি বহুদিনলৈ, দুশ্চিন্তা আৰু উদ্বেগময় দিন কটাবলৈ আৰু মই—

[ কৃপাণেৰে নিজৰ মুখ বিকৃত কৰি পেলায়। তেজ ব'বলৈ ধৰে। তাকে দেখি আওৰংজেবে চিঞৰ মাৰি দিয়ে। ]

আও : ৰাণাদিল! কি কৰিলা ৰাণাদিল!!

[ ৰাণাদিলৰ মুখলৈ চাব নোৱাৰি আওৰংজেবে হাত দুখনেৰে নিজৰ চকু ঢাকে। ]

ৰাণা : ভয় কিহৰ সম্রাট, চকু ঢাকিছে কেলেই? চাওক, মই ৰাণাদিল, সেই ৰাণাদিল, যাৰ ৰূপৰ মদিৰা পান কৰিবলৈ আপুনি লৰৰি আহিছিল।

আও : ই কি কৰিলা ৰাণাদিল! নিজৰ কৃপাণেৰে নিজৰ মুখ বিকৃত কৰি—ক্ষত অংশৰপৰা টোপাটোপে তেজ পৰিছে—কিয় তোমাৰ ধুনীয়া মুখখনি এনেদৰে—নাই নাই—হয়তো ময়েই দায়ী। মোৰ দৃষ্টিত পাপ, প্রতি পদক্ষেপত প্রলয—ময়েই দায়ী—জৈনাবাদী গ'ল আৰু তুমিও, তুমিও ৰাণাদিল—

ৰাণা : মোৰ এই দেহ সৌন্দৰ্য্য-সুধা পান কৰিবলৈ লালায়িত আপুনি, পান কৰক এই তেজ—পান কৰক এই শোণিত—

আও : মই পৰাজিত, মই পৰাজিত ৰাণাদিল, মহিয়সী নাৰী, বিশ্ববিজয়ী আলমগীৰ আজি পৰাজিত—

[ আওৰংজেব ওলায় যায়। আওৰংজেব যোৱাৰ ফালে চাই ৰাণাদিলে খিলখিলাই বলিয়াৰ দৰে হাঁহে। হাঁহিৰ শব্দ শুনি হাছনা সোমায় আহে। ]

হাছনা : বেগম চাহেবা! বেগম চাহেবা!!

ৰাণা : হি-হি-হি—বিশ্ববিজয়ী আলমগীৰ আজি পৰাজিত, হিন্দুস্থানৰ নাৰীৰ ওচৰত পৰাজিত—

হাছনা : এয়া আপুনি কি কৰিলে বেগম চাহেবা!!!

ৰাণা : মোৰ বৈৰী মুখ লাৱণ্যক ধ্বংস কৰিছোঁ। নাহে আৰু আওৰংজেবৰ দৰে নৰপশু মোৰ ওচৰলৈ।

হাছনা : বেগম চাহেবা!

ৰাণা : স্বামী যাৰ নাই, সেই নাৰীক সৌন্দৰ্য্য কিয়? অসুন্দৰ কুৎচিৎ হৈ স্বামীৰ ধ্যানত জীৱনৰ বাকীকেটা দিন কটাই দিম। মই আজি জয়ী, মই আজি জয়ী হাছনা—মই জয়ী—

[ ৰাণাদিলে বলিয়াৰ দৰে পুনৰ খিলখিলাই হাঁহে। সেই হাঁহি লাহে লাহে কান্দোনত পৰিণত হৈ তেওঁৰ অন্তৰৰ গোপন কোণত গুমৰি উঠা বেজাৰৰ সঁহাৰি দিয়ে। মঞ্চ এন্ধাৰ হৈ যায়। ]

# শাশ্বতী

পাত্ৰ-পাত্ৰী :

বিভূতি, নিৰু, শাশ্বতী, চলিহা, ৰাণী, ৰমণী, ৰেৱতী

# শাশ্বতী

বিভূতি : ৰেৱতী এনেকৈ হঠাতে ওলাবহি বুলি ভবাই নাছিলোঁ।

চলিহা : থাকিব বোধকৰোঁ কেইদিনমান।

বিভূতি : বেছি দিন যে থাকিব বিশ্বাস নহয়। সিঁতো আৰু মোৰ দৰে ৰিটায়াৰ্ড প্ৰফেছাৰ নহয়। বিলাত ফেৰৎ ইঞ্জিনিয়াৰ। স্বাধীন ভাৰতত ইঞ্জিনিয়াৰবোৰ বৰ ব্যস্ত মানুহ।

চলিহা : ডাঙৰ বোপা—

বিভূতি : ছিলঙলৈ যোৱা বুলি শ্বতীয়ে ক'লে। আজিয়েই ওভতাৰ কথা। পিছে চলিহা—

চলিহা : কোৱা।

বিভূতি : ঘৰটো শেষ হ'বলৈ আৰু কিমান দিন লাগিব?

চলিহা : শ্বতীৰ বাবে সজোৱা ঘৰটোৰ কথা কৈছা?

বিভূতি : তুমি পুৰণা কন্‌ট্ৰেকটৰ। ইমানদিন লগাব নেলাগিছিল।

চলিহা : কাম প্ৰায় শেষেই হৈছে। মাত্ৰ হোৱাইট ওৱাছিং আৰু ডিচ্‌টেম্পাৰৰ কাম বাকী। যদি তোমাক লাগে, দুই-এদিনৰ ভিতৰতে অন্ততঃ দুটা কোঠা ৰেডি কৰি দিব পাৰিম।

বিভূতি : তাকেই কৰা। শ্বতীয়ে যাতে অতি সোনকালে ঘৰ ল'বলৈ পাৰে মই তাকেই বিচাৰোঁ।

চলিহা : ইমান লৰালৰি কৰিবৰ হঠাতেনো কি হ'ল? তোমাৰ লগত থাকি ছাই দেখোন ভালেই পায়। আৰু তুমিও—

বিভূতি : অকল মোৰ কথা হোৱা হ'লে শ্বতীৰ কাৰণে মই বেলেগ ঘৰ নসজালোঁহেঁতেন চলিহা।

চলিহা : আকৌ হঠাতে নতুন কিবা ডেভেলাপমেন্ট হৈছেনেকি?

বিভূতি : এইখন ঘৰত শ্বতী আৰু বেছি দিন থকা উচিত নহয়। তাইৰো আত্মসন্মান বোলা এটা বস্তু আছে।

চলিহা : ডাঙৰ বোপাই কিবা কৈছেনেকি?

বিভূতি : পোনপটীয়াকৈ একো নক'লেও শাশ্বতী ইয়াত, এইদৰে থকাটো, সি ভাল নেপায়।

চলিহা : নিজৰ ভনীয়েকৰ প্ৰতি—

বিভূতি : তুমি পাহৰি গৈছা চলিহা, ডাঙৰ বোপাৰ ইচ্ছাশক্তিৰ ওপৰত আন এজনৰ যথেষ্ট প্ৰভাৱ পৰিছে। মই বোৱাৰীৰ কথা কৈছোঁ। শ্বতীৰ প্ৰতি ৰেৱতীৰ নিজৰ কোনো বেয়া ভাব নেথাকিলেও, আমি আশা কৰা উচিত নহয় যে বোৱাৰীযেও তাইক আমাৰ দৰেই মৰম কৰিব। তদুপৰি শ্বতীৰ অৱস্থা অলপ অস্বাভাৱিক।

চলিহা : তাইৰ গিৰিয়েকো লগতে—

বিভূতি : শ্বতীৰ গিৰিয়েক! (হুমুনিয়াহ কাঢ়ে) বহুতো আশা কৰি, ভাল ঘৰৰ ভাল ল'ৰা চাই, শ্বতীক বিয়া দিছিলোঁ। ৰমণী ৰঞ্জন ফাৰ্ষ্ট ক্লাছ অনাৰ্ছ গ্ৰেজুৱেট। তাৰ যে এনেকুৱা হ'ব কোনে ভাবিছিল। তুমিতো জানা চলিহা, শ্বতী মোৰ কিমান মৰমৰ। লক্ষ্ণৌৰ ওস্তাদৰ ওচৰত তাই চেতাৰ শিকিছিল। ছিনিযৰ কেমব্ৰীজ পাছ কৰা ছোৱালী তাই।

চলিহা : ৰমণীয়ে চাকৰিৰ কাৰণে যত্নও কম কৰা নাছিল।

বিভূতি : আন কত ল'ৰাই মোৰ ছাৰ্টিফিকেট লৈয়েই চাকৰি পালে, অথচ ৰমণীৰ বেলিকা একো এটা কৰি দিব নোৱাৰিলোঁ। গ্ৰহৰ প্ৰভাৱ চলিহা, গ্ৰহৰ প্ৰভাৱ। এটা চাকৰি অৱশ্যে নিজেই সি যোগাৰ কৰিছিল। এইডেড্ স্কুল এখনৰ শিক্ষকৰ কাম। দুবছৰ কাম কৰাৰ পাছত হঠাতে এদিন শুনিলোঁ সি চাকৰি ৰিজাইন দিছে। কিয় এৰিলে কাকো নক'লে, কোনেও নেজানিলে।

চলিহা : মনৰ অশান্তিতেই হয়তো—

বিভূতি : অকল অশান্তিয়েই নহয় চলিহা। জীৱন যুঁজত জুৰুলা হোৱা ৰমণীৰ কিবা মনৰ অসুখো নিশ্চয় হৈছিল। ইমান সৰবৰহী কথকী ল'ৰাটো হঠাতে কথা নোকোৱা হৈ গ'ল। ইমান যে মৰম কৰিছিল, তাৰ ছোৱালী সেই নিৰুকো মৰম কৰিবলৈ এৰি দিলে। কত ডাক্তৰক দেখুৱালোঁ কোনেও একো কৰিব নোৱাৰিলে। বিলাতত ছাইকিয়েট্ৰি (Psychiarty) শিকি অহা বিশেষজ্ঞইও হাৰ মানিলে।

(উধাতু খাই লৰি নিৰু সোমাই আহে)

নিৰু : ককা ককা, অ' ককা—

বিভূতি : কি হ'ল অ' সোণ?

নিৰু : জানা ককা, দেউতা আহিছিল।

বিভূতি : কেতিয়া?

নিৰু : এই এতিয়া, মই ৰাস্তাৰ সৈতে উমলি থাকোঁতে। মাই চৰবৎ খাব দিছিল।

বিভূতি : পিছে খালেনে নাই?

নিৰু : নেখালে গুচি গ'ল।

বিভূতি ঃ কিয়?

নিৰু ঃ ক'ব নোৱাৰোঁ। মই ইমান কৈ দেউতা দেউতা বুলি মাতিলোঁ, উভতিকে নেচালে।

বিভূতি ঃ কিবা কাম আছিল চাগৈ সেয়ে গুচি গ'ল ।

নিৰু ঃ ককা! দেউতাই মোক কিয় আজিকালি মৰম নকৰে?

বিভূতি ঃ ধেৎ আঁকৰী। কেলেই মৰম নকৰিব।

নিৰু ঃ নহয় ককা। আগতে দেউতাই ইমান টফী-চকলেট দিছিল, আজিকালি কিয় নিদিয়ে বাৰু? কথাও দেখোন নেপাতে।

বিভূতি ঃ দিব দিব। কথাও পাতিব। কিবা কামত চাগৈ ব্যস্ত আছে।

নিৰু ঃ নহয় ককা বহুত ৰাতি হ'লেহে শুবলৈ আহে।

বিভূতি ঃ কৈছোঁ নহয় কিবা কামত চাগৈ এইকেইদিন ব্যস্ত হৈছে।

নিৰু ঃ পুৱা ক'লৈ যে গুচি যায় ক'বকে নোৱাৰোঁ।

বিভূতি ঃ কামৰ কাৰণে তই শুই উঠাৰ আগতে যাব লগীয়া হয়।

নিৰু ঃ মই স্কুললৈ গ'লেহে আহে। মই ক'বকে নোৱাৰোঁ।

শ্বতী ঃ [ ভিতৰৰ পৰা ] নিৰু অ' নিৰু। এইফালে আহচোন।

বিভূতি ঃ মাৰে মাতিছে যা সোণ— [ নিৰু যায় ]

চলিহা ঃ এনে মৰম লগা হৈছে ছোৱালীকণ।

বিভূতি ঃ তাই নথকা হ'লেতো শ্বতীৰ পক্ষে জীয়াই থকাই টান হ'লহেঁতেন।

চলিহা ঃ নতুন ঘৰলৈ শাশ্বতী আৰু নিৰুক পঠিয়াই তুমি জানো থাকিব পাৰিবা?

বিভূতি ঃ সিহঁত আঁতৰি থাকিলে -যে মোৰ পক্ষে ইয়াত থকাটো টান হ'ব, মই জানো। কিন্তু উপায় নাই। এইখন ঘৰত থাকিবলৈ দি মই শ্বতী আৰু গিৰিয়েকক প্ৰতি মুহূৰ্ত্ততে অপমানিত হ'বলৈ দিব নোৱাৰোঁ।

চলিহা ঃ তোমাৰ কথা কিন্তু মই বুজি পোৱা নাই। ইয়াত, তোমাৰ লগত থাকিলে শ্বতী অপমানিত হ'বলৈ যাব কিয়?

বিভূতি ঃ তুমি নুবুজিবা কন্দৰ্প! এইখন ঘৰত শ্বতীৰ ঠাই আছে সঁচা, নিৰুকো কোনেও একো ক'বলৈ যোৱা নাই—

চলিহা ঃ তেনেহ'লে?

বিভূতি ঃ এইখন ঘৰত যদি ৰমণীৰঞ্জনৰেই ঠাই নহয় তেন্তে শ্বতীৰ ঠাই হৈ লাভ কি? ৰমণী বলিয়া হ'ব পাৰে ; কিন্তু সি তাইৰেই গিৰিয়েক, নিৰুৰ দেউতাক। ডাঙৰ বোপাই পছন্দ নকৰে যে মই তাক এনেদৰে ইয়াত থাকিবলৈ দিওঁ। মই যে নিজে ধন ভাঙি শ্বতীৰ কাৰণে ঘৰ সজাইছোঁ তাকো সি ভাল পোৱা নাই। সি ভাবে ৰমণী বলিয়া নহয়, বলিয়ালি তাৰ এটা ফন্দি মাথোন। সি ভাবে ৰমণী হেজ ফেইনড্ মেডনেচ্ টু এক্‌চ্‌প্লইট মি (Ramani has feigned madness to exploit me.)

চলিহা : সঁচাকৈয়ে আচৰিত ধাৰণা!

বিভূতি : অকল সিমানেই নহয়। সি কয়, যদি ৰমণী সঁচাকৈয়ে বলিয়া হৈছে তেন্তে শ্বতীয়ে আইনৰ সহায় লওক, জুডিছিয়েল ছেপাৰেশ্যনৰ (Judicial separation) বাবে এপ্লাই কৰক। সি কয়—

(এনেতে শাশ্বতী আৰু বাণী সোমাই আহে)

শাশ্বতী : দেউতা—

বিভূতি : অ' শ্বতী, কিবা ক'বি? বাণীও দেখোন। তই অহা কথা নিৰুৱে কৈছিল।

বাণী : কালিদাসৰ নাটকৰ ওপৰত এটা প্ৰবন্ধ লিখিছোঁ। আপুনি চাই দিব লাগে।

বিভূতি : কেলেই চাই নিদিম। নিশ্চয় দিম। প্ৰবন্ধটো শ্বতীৰ হাতত থৈ যাবি।

শাশ্বতী : তুমি ক'ৰবালৈ ওলাই যাবানেকি?

বিভূতি : এযা চোৱা কন্দৰ্প, আচল কথাটোকে পাহৰি গৈছিলোঁ। ব'লা তোমাৰ লগত ঘৰটোকে চাই আহোঁগৈ।

চলিহা : সন্ধ্যা হ'বৰ হ'ল এতিয়া—

বিভূতি : ব'লাচোন বাৰু—

চলিহা : ব'লা তেন্তে। আহিলোঁ শ্বতী। বাণী থাকিবা।

(চলিহা আৰু বৰুৱা দুয়ো ওলাই যায়)

শাশ্বতী : বুজিছ বাণী, মই এইখন ঘৰৰ এটা ডাঙৰ সমস্যা হৈ পৰিছোঁ।

বাণী : কিন্তু তই দেখোন—

শাশ্বতী : অৱশ্যে এফালেদি চালে সমস্যা একেবাৰেই নাই।

বাণী : মানে?

শাশ্বতী : মানে ককাইদেৱে যেনেকৈ কৈছে সেইমতে চলিলে সকলো ঠিক হৈ যায়।

বাণী : সেইমতে চলিব জানো পাৰিবি তই?

শাশ্বতী : নোৱাৰিম কিয়? নিৰুৰ দেউতাকক পগলা বুলি প্ৰমাণ কৰি, আৰু তেনে কৰাত ককাইদেৱেই সহায় কৰিব, কোৰ্টৰপৰা ছেপাৰেশ্যনৰ অৰ্ডাৰ লৈ শান্তিৰে জীৱন যাপন কৰাটো একো টান কাম নহয়।

বাণী : সেই জীৱনক তই শান্তিৰ জীৱন বুলি ক'বিনে?

শাশ্বতী : মই কোৱাটো কেলেই লাগিছে? ককাইদেৱে ক'ব, নবৌৱে ক'ব। যিসকলে (divorce) ডিভোৰ্চ সমৰ্থন কৰে তেওঁলোকে ক'ব। এনেকৈয়ে দহজনে ক'লেই মই কোৱা হ'ল।

বাণী : দেউতাৰে জানো সহ্য কৰিব পাৰিব?

শাশ্বতী : প্ৰথমে হয়তো খুব দুখ পাব। সমাজৰ সনাতন নিয়মৰ বিৰুদ্ধে যোৱাৰ কাৰণে মোক কেতিয়াও ক্ষমা নকৰে বুলি শপত খাব। আৰু হয়তো লাজতে মানুহৰ আগত মুখ নুলিয়াওঁ বুলি জীৱনৰ শেষ দিনটোলৈকে

ঘৰৰ ভিতৰতে বন্দী হৈ থাকিব, নাইবা এই ঠাই এৰি কৰবালৈ গুচি যাব।

বাণী : কিন্তু ডাঙৰ হৈ নিৰুয়ে যদি কেতিয়াবা দেউতাকৰ কথা সোধে?

শাশ্বতী : ধৰ মই বিধ—

(বিধৱা শব্দটো উচ্চাৰণ কৰাৰ আগতে বাণীয়ে কয়)

বাণী : বলিয়াৰ দৰে কি বকিছ?

শাশ্বতী : (মনৰ আচল ভাব ঢাকিবৰ বাবে হাঁহিবলৈ চেষ্টা কৰে)

ময়ো হয়তো বলিয়া হৈ যাম বাণী, ময়ো হয়তো, ময়ো হয়তো—

(শ্বতীৰ চকু চলচলীয়া হৈ যায়)

বাণী : তই যে এনেকৈ দুৰ্ব্বলতা প্ৰকাশ কৰিবি মই ভবা নাছিলোঁ।

শাশ্বতী : (নিজকে সংযত কৰি) ঠিকেই কৈছ বাণী, মই দুৰ্ব্বল হ'লে কেনেকৈ চলিব? কিন্তু মই কি কৰিম? কিমান সহিম?

বাণী : তোৰ মনৰ ভিতৰৰ হাহাঁকাৰৰ কথা মই জানো শ্বতী। বুকুৰ ভিতৰৰ দুখবোৰ হেঁচি, ৰাখিবলৈকে যে তই হাঁহিবলৈ চেষ্টা কৰ সেইকথা মই বুজি পাওঁ। কিন্তু তথাপি ক'ম তই এনেকৈ ভাগি পৰিলে নচলিব।

শাশ্বতী : এৰা, মই এনেকৈ ভাগি পৰিলে নচলিব। মই নিজকে এনেকৈ তিল তিলকৈ শেষ কৰি দিলে নচলিব। আনৰবাবে নহ'লেও দেউতাৰ বাবে, নিৰুৰ বাবে মই জীয়াই থাকিবই লাগিব। (ৰমণীৰ প্ৰবেশ)

নিৰু : দেউতা, অ' দেউতা—দে-উ-তা—

ৰমণী : হু।

নিৰু : তুমি আজিকালি মোৰ লগত কিয় কথা নেপাতা?

ৰমণী : শ্বতী ক'লৈ গ'ল?

নিৰু : মই মাক মাতি আনোগৈ দেই।

(নিৰু ওলাই যায়)

বাণী : চাওকচোন নিৰুৱে আপোনাৰ ইমান মৰম বিচাৰে অথচ আপুনি তাইৰ সৈতে কথা এষাৰো নেপাতে।

ৰমণী : কি কথা পাতিম? মোৰ যে কি হয়, হঠাতে সকলো কথা হেৰাই যায়।

বাণী : আপুনি ইমান ভাল ছাত্ৰ আছিল—

ৰমণী : ফাৰ্ষ্ট ক্লাছ অনাৰ্ছ গ্ৰেজুৱেট!

বাণী : আপোনাৰ কথা দেউতাই সদায়ে কয়।

ৰমণী : আপোনাৰ দেউতা জজ্। অসমৰ এজন নামজ্বলা সাহিত্যিক। মই তেখেতক চিনি পাওঁ।

বাণী : এয়া দেখোন মোৰ লগত আপুনি বেছ কথা পাতিছে।

ৰমণী : মইতো বোবা হৈ যোৱা নাই—

বাণী : তেন্তে শ্বতীৰ লগত, নিৰুৰ লগত, জেঠাদেউৰ লগত কিয় কথা নেপাতে?

ৰমণী : ক'ব নোৱাৰোঁ।

বাণী : কথা নেপাতে কাৰণে তেওঁলোকে আপোনাক—

ৰমণী : বলিয়া বুলি ভাবে নহয় নে? ভাবি ভাল পায় যদি ভাবক। মোৰ তাত কি? মোক বিলাতৰ ডাক্তৰে আহি চাইছে। জানে মই অঙ্কৰ অনাৰ্ছ পেপাৰত ইউনিভাৰছিটিত ৰেকৰ্ড মাৰ্ক পাইছিলোঁ। মই কেতিয়াবাকৈ আপোনাৰ দেউতাৰ দৰে হয়তো জজ হ'বও পাৰিলোঁহেঁতেন। জজৰ গাদীত বহি সকলো ব্ৰেক-মাৰ্কেটিয়াৰৰ দলক ফাঁচী দিম। জানে মই লটাৰীৰ টিকেট কিনিছোঁ। এক কোটি টকা পাম। সেই টকাৰে এনে এটা বোমা তৈয়াৰ কৰিম, গোটেই পৃথিৱীখন ধ্বংস কৰি পেলাম। নতুনকৈ গুটি সিঁচি নতুনকৈ গছ গজাব নোৱাৰিলে একো নহয়। জানে, মই আগৰ জনমত স্বৰ্গদেউ ৰুদ্ৰসিংহ আছিলোঁ। কোনে জানে হয়তো পিটাৰ দি গ্ৰিট আছিলোঁ। নহয়, নহয়, সকলো মিছা, সকলো মিছা। সঁচা মাথোঁ এইটোৱেই যে মই বলিয়া, মই বলিয়া, হাঃ, হাঃ, হাঃ—

(শ্বতী সোমাই আহে চৰবৎ লৈ। ৰমণীৰ হাঁহি হঠাতে বন্ধ হৈ যায়)

শাশ্বতী : এয়া চৰবৎ খাওক—

ৰমণী : চৰবৎ?

শাশ্বতী : বহকচোন চকীখনতে। থিয় হৈ আছে কেলেই?

ৰমণী : উ—

বাণী : লওক। চৰবৎখিনি খাই পেলাওক।

(চৰবতৰ গিলাচটো শ্বতীৰ হাতৰপৰা লৈ ৰমণীলৈ আগবঢ়াই দিয়ে)

ৰমণী : চৰবৎ৷ নাই নাই মই নেখাওঁ।

শাশ্বতী : খাওকচোন।

ৰমণী : মই যাওঁ, মোৰ বহুত কাম আছে, মই যাওঁ, যাওঁ।

(ৰমণী গুচি যায়)

শাশ্বতী : দেখিলি বাণী, নোখোৱাকৈয়ে গুচি গ'ল।

বাণী : মোৰ লগত কিন্তু যথেষ্ট কথা পাতিছিল।

শাশ্বতী : কথা পাতিছিল?

বাণী : অৱশ্যে কথাবোৰত লাগবান্ধ্ নাছিল।

শাশ্বতী : মোৰ আগত কিয় যে তেনে ব্যৱহাৰ কৰে বুজিব নোৱাৰোঁ।

বাণী : নিৰু ক'ত?

শাশ্বতী : মোৰ লগতে আছিল, হয়তো এতিয়া বিছনাত পৰিছেগৈ।

বাণী : নোখোৱাকৈয়ে শুলেগৈনে?

শাশ্বতী : ভাগৰ লাগিছে চাগে। খাবৰ হ'লে মাতি দিম।

বাণী : মানুহজনে ক'ৰবাত কিবা আঘাত পাইছে। বৰ এমবিছাছ্ (ambitious) আছিল কিজানি।

শাশ্বতী : মই বুজো বাণী, তেখেতক আটাইতকৈ বেছি দৰকাৰ কাৰোবাৰ সবল সহানুভূতি। আৰু তাকে যদি মোৰপৰা আশা কৰিব নোৱাৰে, তেন্তে আন কাৰপৰা পাৰিব? দেউতাইও এই কথা বুজে আৰু সেই কাৰণেই কেতিয়াও একো নকয়। মই যাতে তেখেতৰ সৈতে নিৰিবিলিভাবে শান্তিত থাকিব পাৰোঁ, সেইকাৰণেই ইমান টকা খৰচ কৰি সেই ঘৰটো সজাইছে।

বাণী : দৰমহাৰপৰা একো জমাব পৰা নাছিলিনেকি তহঁতে?

শাশ্বতী : দৰমহানো পাইছিল কেই টকা? ৰিজাইন্ দিয়াৰ পাছত কি মন গ'ল জানো, সকলো বস্তু-বেহানি বেচি দি, কিছুদিনৰ বাবে ক'ৰবালৈ গুচি গ'ল। সেইকেইটা দিন যে আমাৰ কি দুশ্চিন্তাত গৈছে, কি ক'ম। তই তেতিয়া কলিকতাত। এইবোৰ কথা একোকে নেজান।

বাণী : তাৰ পাছত কেনেকৈ ক'ৰপৰা আহিল?

শাশ্বতী : দিল্লীৰপৰা হঠাতে এদিন দেউতাই এটা হস্পিটেলৰ ছুপাৰিন্টেণ্ডেন্টৰপৰা চিঠি এখন পালে, তেখেত অসুস্থ হৈ পৰি থকা বুলি। ককাইদেউ গৈ লৈ আহিল।

বাণী : এতিয়া ছাব এডিটৰৰ কাম কৰিছে নহয় জানো?

শাশ্বতী : কাম কি কৰিছে ভগবানে জানে। সোমাইছে আৰু। প্ৰপ্ৰাইটাৰজন দেউতাৰ বন্ধু।

বাণী : দেখিছোঁ, সকলোৰে ছিম্পেথি আছে ককাইদেউৰ বাহিৰে।

শাশ্বতী : ককাইদেউক অৱশ্যে মই নিজে বেছি দোষ দিব নোখোজোঁ। ককাইদেৱে মোক মৰম নকৰে বুলিও ক'ব নোৱাৰোঁ। মাথোঁ কথাবোৰ দকৈ ভাবি নেচায়।

(এনেতে ৰেৱতী সোমাই আহে। ধুনীয়া চাহাবি সাজত দেখনিয়াৰ ডেকা)

ৰেৱতী : এইখিনিতেই তহঁতৰ ভুল। মই জানো, দেউতাহঁতেও মোক ভুল বুজিছে।

বাণী : অ' ককাইদেউ দেখোন। তুমি ছিলঙলৈ গৈছিলা নহয়?

শাশ্বতী : ইমান পলম হ'ল কিয় আহি পাওঁতে? সাতটা মানতে পাব লাগিছিল—

ৰেৱতী : আঠহে বাজিছে। চাৰে ছয় বজাতে পালোহি।

শাশ্বতী : ইমান খৰধৰ কৰিবলৈনো কিটো হৈছে?

ৰেৱতী : মই কলিকতালৈ উভতি যোৱাৰ আগতে কিবা এটা হেস্তনেস্ত কৰি যাব খোজোঁ। সময়বোৰ এনেয়ে গৈ আছে। তই মোৰ কথাবোৰ শুনিবও নোখোজ, বুজিবও নোখোজ।

শাশ্বতী : মই ছোৱালী নহয়। কিন্তু তুমিও মোৰ কথাবোৰ ভাবি চোৱা উচিত।

ৰেৱতী : মই সকলোবোৰ ভাবি চাইছোঁ। সমাজৰ সাতামপুৰুষীয়া ৰীতি-নীতিক আঁকোৰ-গোঁজালি দি ধৰি থকাৰ দিন কেতিয়াবাই উকলিল। আগৰ দিনত যিবোৰ কথাই হুলস্থূলৰ সৃষ্টি কৰিছিল, আজি তেনেবোৰ কথাৰ বিষয়ে মানুহে আলোচনাকে নকৰে।

শাশ্বতী : সমাজখন যিমান আগবাঢ়িছে বুলি ভাবিছা সিমান আগবঢ়া নাই ককাইদেউ।

ৰেৱতী : চকুমেলি নাচাৱ কেলেই? কুৰি বছৰ আগতেও শান্তি হোৱা ছোৱালী বিয়া দিয়াটো এটা সমস্যা আছিল। শান্তি নোহোৱা ছোৱালী বিয়া নকৰাওঁ বুলি দৃঢ় সঙ্কল্প লোৱাৰ বাবে ৰঞ্জিৎ শৰ্ম্মাৰ বিয়া, এটা বেছ ডাঙৰ সমস্যা হৈ পৰিছিল। আৰু আজিকালি হৈছে কি? কলেজলৈ ন'গলে ছোৱালীৰ দৰা পোৱাই টান।

শাশ্বতী : তোমাৰ কথা অৱশ্যে কিছুদূৰ সঁচা।

ৰেৱতী : কিছুদূৰ নহয়, সম্পূৰ্ণ সঁচা। আজি স্পেচ্ ফ্লাইটৰ (Space flight) দিনত এই সৰু কথাবোৰ ভাবিবৰ সময় মানুহৰ নাই। সেয়ে বিধৱা ছোৱালীয়ে প্ৰেমত পৰি বিয়া কৰাই সুখৰ সংসাৰ পাতিছে। কোনেও একো এটা কবলৈ যোৱা নাই। গিৰিয়েকৰ লগত একেলগে থাকিব নোৱাৰি, বেলেগ হৈ আহি, যে ছোৱালীবোৰে দ্বিতীয়বাৰ বিয়া কৰাইছে, তহঁতৰ সমাজে জানো তাৰ প্ৰতিবাদ কৰিবলৈ গৈছে? বুইছ শ্বতী আজিৰ সমাজ বহুতো আগবাঢ়িছে, তহঁতে কেৱল খবৰ ৰখা নাই বা ৰাখিব খোজা নাই।

বাণী : মোৰ কথা মোক ভাবিবলৈ দিয়া ককাইদেউ।

ৰেৱতী : শুন শ্বতী তই যি কৰিবি আইন সঙ্গতভাৱেই কৰিবি। ৰমণীৰ দৰে মানুহ এটাৰ লগত সংসাৰ নকৰিলে তোৰ যে ডাঙৰ কিবা ক্ষতি হ'ব, মই নাভাবোঁ।

শাশ্বতী : ককাইদেউ!

ৰেৱতী : সি তোৰ এটা জঞ্জালহে মাথোন। শিক্ষিতা ছোৱালী তই। স্বাধীনভাৱে কিবা এটা কৰিবৰ অধিকাৰ তোৰ আছে, ক্ষমতাও আছে।

শাশ্বতী : কিন্তু নিৰুৰ কথাও তুমি ভবা উচিত।

ৰেৱতী : ভাবিবৰ কিটো আছে? তাইক ভাল চাই স্কুল এটালৈ পঠিয়াই দিম। হোষ্টলত থাকি পঢ়িব। তোকো কলেজত নাম লগাই দিম। বি. এ. টো পাছ কৰিবি।

শাশ্বতী : তোমাৰ যুক্তিবোৰ অকাট্য, সন্দেহ নাই। কিন্তু অকল যুক্তিৰেই জানো জীৱনক পৰিচালিত কৰিব পাৰি?

ৰেৱতী : আনে নোৱাৰিলেও তহঁতৰ দৰে শিক্ষিতা ছোৱালীয়ে পৰা উচিত।

শাশ্বতী : কিমানেই বা আমাৰ শিক্ষা আছে কোৱা? ছিনিয়ৰ কেম্ব্ৰিজ পৰীক্ষা পাছ

কৰি নিজকে শিক্ষিতা বুলি ভাবিলে অযথা অহঙ্কাৰ কৰাহে হ'ব। তুমি দেশ-বিদেশৰ নানা ঠাইলৈ গৈছা। নানা ধৰণৰ মানুহৰ সৈতে মিলিবলৈ সুযোগ পাইছা। তোমাৰ কথা বেলেগ। সেয়ে তোমাৰ কথাবোৰ সকলো সময়তে মানিব নোৱাৰিলে, তুমি ক্ষমা কৰা উচিত।

ৰেৱতী : ইয়াত ক্ষমা কৰা-নকৰাৰ প্ৰশ্ন উঠা নাই। মই মাথোঁ ক'ব বিচাৰিছোঁ, বৰ্ত্তমান অৱস্থাত মই কোৱা দৰেই যদি কৰ, তেনেহ'লে ভৱিষ্যতে সুখী হোৱাৰ এটা সম্ভাৱনা আছে। ইউৰোপ বা আমেৰিকাৰ যি কোনো ছোৱালীয়ে তোৰ অৱস্থাত পৰিলে মই কোৱা দৰেই কৰিলে হয়।

শাশ্বতী : ইউৰোপ-আমেৰিকাৰ কথা নক'বা। সেইবোৰ ঠাইত গিৰিয়েক-ঘৈণীয়েকৰ কৰবাত অলপ মনৰ অমিল হ'লেই (divorce) ডিভোৰ্চ কৰে। অথচ এবাৰো ভাবি নেচায় দুজন বন্ধু একেলগে থাকিলে মনৰ বা মতৰ অমিল হ'ব পাৰে।

ৰেৱতী : মন এটা আচৰিত বস্তু শ্বতী। আছে বুলি জানো, কিন্তু দেখা নেপাওঁ। যদি সঁচাকৈয়ে অসুখ হৈছে তাক তেজপুৰ, ৰাঁচী বা আন কোনোবা ঠাইলৈ পঠাই দিয়ক। মনৰ অসুখৰ নতুন ধৰণৰ চিকিৎসা ওলাইছে। মেনটেল হস্পিটেলত বিশেষজ্ঞৰ তত্ত্বাৱধানত ৰাখক—

শাশ্বতী : দেউতাক কৈছিলোঁ, দেউতাই তেজপুৰ, ৰাঁচীলৈ পঠোৱাৰ কথা শুনিবকে নোখোজে। ঘৰখন থাকোঁতে আন এঠাইলৈ পঠাবলৈ দেউতাৰ হেনো ভাল নেলাগে।

ৰেৱতী : কিন্তু ভাল লাগে এটা এলেহুৱা মানুহক দিনে-নিশাই চাই থাকিবলৈ, ভাল লাগে তাৰ কাৰণে হেজাৰ হেজাৰ টকা খৰচ কৰি কংক্ৰীটৰ দালান সজাবলৈ—

(ৰেৱতীৰ কথা শেষ হোৱাৰ আগতেই কোঠাটোলৈ বিভূতি বৰুৱা আৰু কন্দৰ্প চলিহা সোমাই আহে)

বিভূতি : ঘৰ মই সজাইছোঁ ৰমণীৰঞ্জনৰ বাবে নহয়, শাশ্বতীৰ বাবেহে।

ৰেৱতী : কথা সেই একেটাই। অন্ততঃ বৰ্ত্তমান অৱস্থাত কোনো পাৰ্থক্য দেখা নাই। যদিও ভালদৰে বুজিছোঁ, তোমাৰ মনৰ চকুৰে তুমি নিজেই ৰমণী আৰু শ্বতী দুয়োজনকে বেলেগভাৱে চাইছা। মাথোঁ পাৰ্থক্য ইমানেই যে, মই প্ৰকাশ্যে যি কথাটো স্বীকাৰ কৰি লৈছোঁ তাক মানি ল'বলৈ তোমালোকে সাহ কৰা নাই।

বিভূতি : শ্বতী আৰু ৰমণীৰঞ্জন—জী আৰু জোঁৱাই। এজন স্বাস্থ্যবতী, আনজন ৰুগীয়া। শ্বতীৰ প্ৰতি আছে মোৰ মৰম, ৰমণীৰঞ্জনৰ প্ৰতি সহানুভূতি।

ৰেৱতী : মই ক'ম দুয়োটোতেই তুমি মাত্ৰা চেৰাই গৈছা। তোমাৰ মৰমে আৱৰি ৰাখিছে শ্বতীক আনে চুব নোৱাৰাকৈ, আৰু তোমাৰ সহানুভূতিয়ে ৰমণীক দিছে প্ৰশ্ৰয়।

চলিহা : আঃ ডাঙৰ বোপা, এই ৰাতিখন এইবোৰ আকৌ কিয় উলিয়াইছা? দেউতাৰা এনেয়ে চিন্তাত জুৰুলা হৈছে। মিছাকৈয়ে একচাইটেড্ (excited) হ'লে টোপনি নাহিব। জানাই দেখোন তেওঁৰ স্বাস্থ্যৰ অৱস্থা—

বিভূতি : বাধা নিদিবা চলিহা, কবলৈ দিয়া। তাৰ মুখত যেন আজি নতুন কথা শুনিছোঁ। আজি মই নতুনকৈ জানিলোঁ মোৰ মৰমে শ্বতীক আৱৰি ৰাখিছে আনে ছুব নোৱৰাকৈ, আৰু মোৰ প্ৰশ্ৰয়ে—

ৰেৱতী : প্ৰশ্ৰয় দিয়া নুবুলি বুলিম কি? ৰমণীয়ে যাপন কৰিব পাৰিছে নিষ্কৰ্মা জীৱন, পাৱতগাজা ঘৰ জোঁৱাইৰ দৰে, তোমাৰ কাৰণেই।

বিভূতি : যদি তোৰ কথা সঁচা হয় তেন্তে নতুন ঘৰলৈ যোৱাৰ পাছৰপৰা—

ৰেৱতী : অৱস্থাৰ বিশেষ একো পৰিৱৰ্ত্তন নহয়। কুৰি হেজাৰ টকীয়া ঘৰৰ দুটা কোঠাত সিহঁত থাকি বাকীকেটা ভাৰাদি যথেষ্ট আৰ্জ্জিৱ পাৰিব, আৰু ৰমণীয়ে হাঁহিবলৈকো বেছ সুবিধা পাব, আমাক, মানে, তোমাক এইদৰে এক্‌চপ্লইট (exploit) কৰাৰ আনন্দত।

চলিহা : ডাঙৰ বোপা সেইঘৰটো মই সজাইছোঁ। কুৰি হেজাৰ টকা পৰা নাই। আৰু পৰিলেই বা, তুমি সেইদৰে ভবা উচিত নহয়। যিহকে নহওক শ্বতী আৰু ৰমণীৰ প্ৰতি দেউতাৰাৰ এটা কৰ্ত্তব্য আছে।

ৰেৱতী : দেউতাই কৰ্ত্তব্য কৰক, মই বাধা নিদিওঁ। কুৰি হেজাৰ কিয় পঞ্চাশ হেজাৰ খৰচ পৰিলেও মোৰ ক'বলগীয়া একো নাই। কিন্তু অযথা ছেন্টিমেন্টেল নহে—

চিলহা : জীয়েকৰ প্ৰতি দেউতাকৰ মৰমক এনেকৈ উপলুঙা কৰা—

বিভূতি : নিজৰ ছোৱালী হোৱা হ'লে—

ৰেৱতী : শ্বতী মোৰ ভনী, তাইৰ প্ৰতি মোৰ মৰম আনতকৈ কম বুলি ভবাটোহে তোমালোকৰ মহাভুল।

বিভূতি : ভনীয়েৰৰ প্ৰতি যদি ইমানেই মৰম তেন্তে এইবোৰ কথা উলিয়াইছ কিয়? তাইৰ ভালৰ কাৰণে মই যদি কিবা এটা কৰোঁ, তাত আপত্তি কিহৰ?

ৰেৱতী : যি কাম তুমি তাইৰ ভালৰ কাৰণে কৰা বুলি ভাবিছা, মই ক'ম তাৰ ফল বেয়াহে হ'বগৈ।

বিভূতি : তই কি ক'ব খুজিছ স্পষ্টকৈ ক।

ৰেৱতী : মই আগৰেপৰা কৈ আহিছোঁ, ৰমণীৰ লগত শ্বতীক বিয়া দি যি ভুল কৰা হৈছে, সেই ভুল শুধৰাবৰ যি সুযোগ আৰু সুবিধা আমি পাইছোঁ তাক মুকলি অন্তৰেৰে গ্ৰহণ কৰাটোৱেই এতিয়া আমাৰ একমাত্ৰ কৰ্ত্তব্য।

বিভূতি : অৰ্থাৎ পবিত্ৰ মন্ত্ৰ পাঠৰ মাজেৰে হোৱা, শ্বতী আৰু ৰমণীৰ বিবাহ বান্ধোন ছিঙি, তাইক স্বতন্ত্ৰ জীৱন যাপন কৰিবলৈ মুক্ত কৰি দিয়া।

চলিহা : নাই, নাই এইবোৰ তোমালোকে কি কৈছা? হিন্দু ধৰ্ম্মৰ এই পবিত্ৰ বিবাহৰ বান্ধোন অকল এই জনমৰ বাবেই নহয়, ডাঙৰ বোপা, এই বান্ধোন জন্ম-জন্মান্তৰৰ। এটা কথাৰে, দহটা যুক্তিৰে, এই বান্ধোন ছিঙিব নোৱাৰি, ছিঙাটো অসম্ভৱ।

বিভূতি : নিজৰ হাতেৰে মই কন্যা সম্প্ৰদান কৰিছিলোঁ অগ্নিক সাক্ষী কৰি, হিন্দুধৰ্ম্মৰ শাশ্বত মহান বাণী সাৰোগত কৰি, মোৰ বুকুৰ ধন এই শাশ্বতীৰ ভৱিষ্যত জীৱন সুখৰ হওক বুলি, কৰিছিলোঁ কামনা, বিচাৰিছিলোঁ ঈশ্বৰৰ আশীৰ্ব্বাদ।

ৰেৱতী : কিন্তু তুমি যি কামনা কৰিছিলা, মন প্ৰাণ দি যি বিচাৰিছিলা, হ'ল ঠিক তাৰ ওলোটাটো। শ্বতীৰ বিবাহিত জীৱন সুখৰ নহ'ল। বান্ধোনে বঢ়ালে জঞ্জাল, নিদিলে তাইক সৌহাৰ্দ্দ্যৰ সোৱাদ, নানিলে তাইৰ বাবে প্ৰাণ ওপচোৱা উন্মাদনা। এশজনৰ ভিতৰৰপৰা তোমাৰ মনত লগা এজনক বাছি গঢ় দিব বিচাৰিছিলা শ্বতীৰ জীৱন, ভাবিছিলা তোমাৰ নিজৰ প্ৰভাৱৰ পৰশ পাই ঠন ধৰি উঠিব, সিহঁত দুজনৰে জীৱন, সেয়ে আজিও তুমি বিচৰা নাই তাইক মুক্তি দিবলৈ, কংক্ৰীটৰ অট্টালিকা সাজি বন্দী কৰি ৰাখিব খুজিছা তাইক।

চলিহা : ডাঙৰ বোপা, ছিঃ ছিঃ ডাঙৰ বোপা, তুমি এইবোৰ কি কৈছা?
(? হয়)

বাণী : ককাইদেউ, শ্বতীৰো এটা মতামত আছে, তাইক নোসোধাকৈ.....

বিভূতি : ঠিক কৈছ বাণী, শ্বতীৰ মত মই ল'ম। তাই যদি মুক্তি বিচাৰে, এই বান্ধোনৰপৰা মুক্তি দিম তাইক। যদি দৰকাৰ হয়, মোৰ জীৱনৰ আদৰ্শক নেওচিও মই তাইক মুক্তি দিম। ক, ক শ্বতী, ক মোৰ আই, তই কি বিচাৰ? ক, নেমাতি নেথাকিবি। ক, তই যি বিচাৰ তাকেই মই দিম, তাকেই মই কৰিম।

ৰেৱতী : ক শ্বতী, ক, নিমাত হৈ আছ কেলেই?

বাণী : ক শ্বতী, ক। নিজৰ মনৰ কথা ঢাকি নেৰাখিবি।

চলিহা : কোৱা আই, কোৱা। তোমাৰ সমুখত আজি যৰ ডাঙৰ প্ৰশ্ন। এই প্ৰশ্নৰ উত্তৰ একমাত্ৰ তুমিয়েইহে দিব পাৰিবা। কোৱা, তোমাক কি লাগে কোৱা।
(সেই সময়তে ভিতৰৰপৰা নিৰুৱে মাত দিয়ে)

নিৰু : মা, দেউতা আহিছে।
(নিৰুৱে হাতত ধৰি দেউতাকক সুমুৱাই আনে)

নিৰু : মা দেউতাক ধৰি আনিছোঁ।

বিভূতি
ৰেৱতী } ঃ ৰমণী বঞ্জন!!!
চলিহা

(ৰমণীৰ চকুত উদাস অসহায় ভাব। বাণীয়ে নিৰুক নিজৰ ওচৰলৈ আনে। শাশ্বতীয়ে কয়)

শাশ্বতী ঃ মোৰ আগত তেখেতৰ কথাবোৰ হেৰাই যায়। হয়তো আন সকলোৰে আগত তেখেত মুখৰ হৈ উঠিব।

ৰেৱতী ঃ ৰমণী, শুনা। শ্বতীৰ দায়িত্ব ল'বলৈ তুমি অপাৰগ বুলি নিজেই প্ৰমাণ কৰিছা। আমি নিবিচাৰোঁ, শ্বতীয়েও হয়তো নিবিচাৰে, তোমাৰ সৈতে তাইৰ জীৱনটো সাঙোৰ খাই থাওক। যদি তুমি স্বেচ্ছাৰে তাইক মুক্তি দিয়া তেন্তে ভালেই। আৰু যদি নিদিয়া......

ৰমণী ঃ ম-মই (মাতত অসহায়তাৰ ভাব স্পষ্ট হয়)

বিভূতি ঃ তুমিয়েই ক'ব লাগিব। তোমাৰ ওপৰতে নিৰ্ভৰ কৰিছে তোমাৰ ভৱিষ্যত, শ্বতীৰ ভৱিষ্যত, নিৰুৰ ভৱিষ্যত।

ৰমণী ঃ ম-ম-ই কি ক'ম?

ৰেৱতী ঃ কোৱা তুমি নিজ ইচ্ছাৰে শ্বতীক মুক্তি দিবা নে নিদিয়া?

ৰমণী ঃ মই কি কৰিম? শ্বতীয়ে কি কৰিব?

ৰেৱতী ঃ শ্বতীৰ কথা শ্বতীয়ে ভাবিব, আমি ভাবিম। তোমাৰ কথা তুমি কোৱা।

ৰমণী ঃ শ্বতীক এৰি, নিৰুক এৰি—মই—মই যে বৰ অসহায়......মোৰ যে কোনো নাই।

নিৰু ঃ মা—দেউতা—ককা!!

(নিৰুয়ে একো হয়তো নুবুজে, তথাপিও তাইৰ মাতত কিহৰ এই করুণ আকুতি? নিৰুৰ মাতে, ৰমণীৰ অসহায় দৃষ্টিয়ে, শ্বতীৰ অন্তৰ কঁপাই তোলে। ইমান দিনৰ অনিশ্চয়তা খন্তেকতে নাইকিয়া হৈ যায়। তাই উপলব্ধি কৰে, তাইৰ ওপৰতে নিৰ্ভৰ কৰিছে দুটি অসহায় জীৱনৰ ভৱিষ্যত। কল্যাণময়ী মাতৃত্বই তাইৰ অন্তৰপৰা স্ত্ৰীসুলভ সকলো দুৰ্ব্বলতা মুহূৰ্ত্ততে আঁতৰাই দিয়ে।)

শাশ্বতী ঃ কোনে ক'লে আপোনাৰ কোনো নাই? সকলো আছে। মই আছোঁ, নিৰু আছে, আপুনি অসহায় নহয় ; আপুনি অকলশৰীয়া নহয়।

ৰেৱতী ঃ শ্বতী—

শাশ্বতী ঃ মোক ক্ষমা কৰা ককাইদেউ, মই নোৱাৰিম। ইমান অসহায় মানুহ এজনক, মই এনেকৈ নিঠৰুৱাকৈ এৰি যাব নোৱাৰিম। মোৰ বাহিৰে তেখেতৰ কোনো নাই। তেখেতৰ দুৰৱস্থাৰ সুবিধা লৈ, ইমান ডাঙৰ

অন্যায় এটা কৰিবলৈ মোক তোমালোকে নক'বা। কোনে জানে, তেখেতৰ এনে অৱস্থাৰ কাৰণে হয়তো আমিয়েই দায়ী।

ৰেৱতী : আমি দায়ী?

শাশ্বতী : আজিলৈকে মই তোমালোকৰেই হৈ আছোঁ। এক মুহূৰ্ত্তৰ বাবেও মই একান্ত তেখেতৰেই হ'ব পৰা নাই। হয়তো অপ্ৰকাশৰ অনন্ত বেদনাত গুমৰি গুমৰি তেখেতৰ মনৰ এনে অৱস্থা হৈ গৈছে। তেখেতৰ চকুলৈ চাই ইমান দিনে নুবুজা বহুতো কথা মই আজি বুজিছোঁ।

ৰেৱতী : তেন্তে মুক্তি তই—

শাশ্বতী : মুক্তি ককাইদেউ? মুক্তি মই আৰু নিবিচাৰোঁ। শাশ্বত যি সম্বন্ধ, জন্ম-জন্মান্তৰৰ যি বন্ধন, তাকে আজি তোমালোকৰ শ্বতীয়ে মানি ল'ব। মোক আজি আন একো নেলাগে। নেলাগে তোমালোকে আইনৰ সহায়ত দিব খোজা মুক্তি, নেলাগে মোক দেউতাই সজোৱা অট্টালিকা। স্বামী আৰু ছোৱালীকণক লৈ আৰম্ভ হ'ব মোৰ নতুন জীৱন। অভাৱ-অনাটনৰ মাজতেই মই বিচাৰি ল'ম শান্তিৰ পথ।

বিভূতি : (মাতত আৱেগৰ কঁপনি) শ্বতী, আই মোৰ!

শাশ্বতী : (দেউতাকৰ ভৰিৰ ধূলি শিৰত ল'ব খোজে। দেউতাকে বাধা দি তাইৰ মূৰটো নিজৰ বুকুত সুমুৱাই লয়।)

বিভূতি : শ্বতী, শাশ্বতী আই মোৰ!

শাশ্বতী : মোক তুমি আশীৰ্ব্বাদ কৰিবা দেউতা।

বিভূতি : নাই নাই, মই কি আশীৰ্ব্বাদ কৰিম? ভগবানে তোক আশীৰ্ব্বাদ কৰক। সুখৰ হওক তোৰ নতুন জীৱন, সাৰ্থক হওক তোৰ শাশ্বতী নাম, সাৰ্থক হওক।

(শাশ্বতীয়ে দেউতাকৰ আদৰ্শক নিজৰ জীৱনত প্ৰতিষ্ঠা কৰিবলৈ সিদ্ধান্ত লোৱাৰ বাবে গভীৰ তৃপ্তিত তেওঁৰ চকুৰেদি দুটোপাল আনন্দৰ অশ্ৰু নিগৰি ওলায় আৰু এইখিনিতে কাহিনীবৃত্ত সম্পূৰ্ণ হোৱাত যৱনিকা নামি আহে।)

---

# দুপৰ নিশা

**পাত্ৰ-পাত্ৰী ঃ**

মোমাই, নমিতা, দেবেন, ডাক্তৰ, ৰাজীৱ, হিতেশ, নিত্য

# দুপৰ নিশা

[ মঞ্চ পোহৰ হোৱাৰ লগে লগে ভয়-ভাবোদ্দীপক সংগীতৰ সুৰ আৰু এগৰাকী তিৰোতা মানুহৰ বিকট চিঞৰ শুনা যায়। মঞ্চ ভালকৈ পোহৰ হয়। মোমাইদেউ উত্তৰল হৈ সোমাই আহে। ]

মোমাই : নমি, নমি, অ' নমি—
(মোমায়েকে মতা শুনি নমিতা আহে)

নমি : কি হ'ল মোমাইদেউ?

মোমাই : বিপদ, বুইছ, সাংঘাতিক বিপদ!

নমি : কি হ'লনো?

মোমাই : সকলোবোৰ এইখন ঘৰতহে হ'বলৈ পায়।

নমি : কোৱাচোন কি হ'ল?

মোমাই : মোৰে দুৰ্ভাগ্য!

নমি : কি হ'ল নোকোৱা কিয়?

মোমাই : মামীয়েৰ, বুইছ, ইচ্ ইচ্, কি সাংঘাতিক কথা।

নমি : মামীৰ আকৌ হ'ল কি?

মোমাই : কেনেকৈ যে হ'বলৈ পালে।

নমি : তোমাক লৈ নোৱাৰোঁ আৰু!

মোমাই : মোৰ বুকুখন এতিয়াও ধপ্ধপাব লাগিছে। গাৰ নোমবোৰ চা, এতিয়াও থিয় হৈ আছে। উঃ ভাবিলেই ভয় লাগে।

নমি : আঃ মোমাইদেউ, কথাটো নোকোৱা কেলেই?

মোমাই : ক'ম ক'ম ধৈৰ্য্য ধৰ। মোক অলপ উশাহ ল'বলৈ দে। সকলো ক'ম, ক'বলৈকেতো মাতিছোঁ। হে প্ৰভু, শেহত ইযাকেহে কৰিলা।

নমি : কিবা এটা যে হৈছে সেই কথা বুজিছোঁ। কিন্তু হ'ল কি? নাই, মামীকে মাতোঁ! মামী! মামী!

মোমাই : মাতিলে, মামীয়েৰে কেনেকৈ উত্তৰ দিব?

নমি : কিয়?

মোমাই : তাকে ক'বলৈকে তোক মাতিছোঁ। কিবা এটা কৰ।
নমি : কি হৈছে নেজানিলে কৰিম কিটো? মামী! অ' মামী!
মোমাই : টেঁটু ফালি একো লাভ নাই, মামীয়েৰ—
নমি : কি হ'ল মামীৰ?
মোমাই : মামীয়েৰৰ জ্ঞান নাই।
নমি : জ্ঞান নাই?
মোমাই : ওঁ।
নমি : আচৰিত কথা দেখোন।
মোমাই : সকলো আচৰিত ঘটনাই এইখন ঘৰত ঘটে!
নমি : অলপ আগতে আখল ঘৰত মোৰে সৈতে কথা পাতি আছিল। হঠাতেনো কিটো হ'ল? গা বেয়া বুলিওচোন কোৱা নাছিল।
মোমাই : গোটেই দিনটো খাটি-মেলি আহি ভাতখিনি খাই বিছনাত পৰিছোঁহি মাত্ৰ, চিল্‌মিলকৈ টোপনি আহিল। এনেতে শুনিলোঁ এটা বিকট্ চিঞৰ। চকুমেলি চাই দেখোঁ মামীয়েৰে দুৱাৰডলিৰপৰা কোনোমতে বিছনাখনৰ ওচৰলৈ আহি, গাটো এলাইমেলাই দিলে—
নমি : তাৰ পিছত?
মোমাই : বিছনাত পৰাৰ লগে লগে কিবাবোৰ কৈছিল আধাফুটাকৈ।
নমি : কি কৈছিলনো?
মোমাই : কৈছিল—নিত্য, তই কিয় এনেখন কৰিলি? কিহে পাইছিল তোক— ইমান তেজ—
নমি : তেজ?
মোমাই : চা, সেই মজিয়াখনলৈ—
নমি : (ভয়তে চিঞৰি) ইমান তেজ!!
মোমাই : দুৱাৰডলিৰপৰা বিছনাৰ ওচৰলৈকে তেজৰ টোপালবোৰ পৰিছে।
নমি : কি হ'ল মামীৰ?
মোমাই : সৌখন কি চা, সৌ চুকটোত।
নমি : ডেগাৰ!!
(নমিতাই "ইমানতেজ" বোলাৰেপৰা এইখিনিলৈকে আবহ সংগীতে ভাবোদ্দীপনত সংলাপক সহায় কৰে।)
মোমাই : মই এনেয়ে ভয় খাইছোঁ বুলি ভাবিছ নেকি? সৌখন ডেগাৰ, এইবোৰ তেজ আৰু বিছনাত পৰি আছে মামীয়েৰ, অজ্ঞান হৈ।
নমি : দেবেনদাক খবৰ এটা—
মোমাই : মাতি পঠিয়াইছোঁ। তই মামীয়েৰৰ ওচৰলৈ যা। যদি পাৰ অলপ "এমনিয়া" শুঙাবি। মই ডাক্তৰক মাতিবলৈ যাওঁ।

(মোমাইদেউ ওলাই যায়। দেবেন আহে)

নমি : আহাঁ দেবেনদা। শুনিছাই নহয়?

দেবেন : বিশেষ শুনা নাই।

নমি : আহাঁ ভিতৰলৈকে—

(নমি আৰু দেবেন ভিতৰলৈ সোমাই যাব খোজোঁতেই মোমাইদেউ পুনৰ আহে)

মোমাই : নমি—

নমি : আহিলা দেখোন?

মোমাই : বিস্নাৰ ভাৰাটো—অ' দেবেন যোৱা ভিতৰলৈ।

(দেবেন ভিতৰলৈ সোমাই যায়। মোমাইদেৱে কামিজৰ জেপত হাত সুমুৱাই পয়চা বিচাৰে)

নমি : নমি আনি দিওঁ ৰ'বা—

মোমাই : মোৰ ক'লা কোটটোৰ বুকৰ জেপত আছে বেগটো, আনগৈ যা।

(কথা কৈ থাকোঁতেও মোমাইদেৱে পইচা বিচাৰি থাকে কামিজৰ জেপবোৰত। অৱশেষত পায়)

মোমাই : পাইছোঁ ৰ। এই পইচাবোৰ, চাচোন নমি কিমান হ'ব।

নমি : দহ, পাঁচ, দুই, পাঁচ আৰু এয়া দহ—

(ইতিমধ্যে দেবেন আহে)

দেবেন : ভঙনীয়া বেছি নাই যদি লওক এই আধলিটো—

মোমাই : অ' দিয়া এইখিনিৰে হৈ যাব।

(মোমাইদেউ যায় পইচাখিনি লৈ)

নমি : দেখিলাই নহয় মামীৰ অৱস্থা। মোৰ কিন্তু ওচৰলৈ যাবলৈ সাহ হোৱা নাই। মোমাইদেৱে এমনিয়া শুণাব কৈছিল, ভয় লাগে দেখোন। মোমাইদেউক কি দোষ দিম। তেজ আৰু ডেগাৰখন দেখি মোৰেই বুকুখনৰ কঁপনি উঠিছে।

দেবেন : এৰা, ভয়ৰ কথাও। তেজৰ টোপালবোৰ টিকটিকীয়া ৰঙা।

নমি : ডেগাৰখন?

দেবেন : সাত ইঞ্চিমান দীঘল হ'ব। আধামানলৈকে সোমাইছিল চাগে, সেইখনো তেজ লাগি টিকটিকীয়া ৰঙা হৈ পৰিছে।

নমি : মামী আছে সিফালে অজ্ঞান হৈ পৰি।

দেবেন : মোমাইদেউ যথেষ্ট নাৰভাছ্ হৈছে।

নমি : কিন্তু—

দেবেন : আমি স্থিৰতা হেৰুৱালে নচলিব। কিবা এটা কৰিব লাগিব।

নমি : মোমাইদেউ ডাক্তৰ আনিবলৈ গৈছে। ডাক্তৰ আহি—

দেবেন : মই ডাক্তৰৰ কথা ভবা নাই।
নমি : তেন্তে?
দেবেন : পুলিচক খবৰ এটা দিলে কেনে হয়?
নমি : পুলিচ?
দেবেন : ঘটনাৰ এটা তদন্ত হোৱা দৰকাৰ।
নমি : নেলাগে দেবেনদা, পুলিচক খবৰ দিব নেলাগে।
দেবেন : কিয়?
নমি : মোৰ ভয় লাগে, ক'ৰপৰা আকৌ কি হয়গৈ।
দেবেন : তুমি বুজা নাই নমি। এনে এটা ঘটনাৰ কথা পুলিচক নজনালে বিপদ বেছিহে হোৱাৰ সম্ভাবনা। তদুপৰি আমি নজনালেও পুলিচে খবৰ পাবই। ওচৰ-চুবুৰীয়াৰ ভিতৰত সকলো তোমাৰ দেবেনদা নহয়। মিত্ৰৰ মুখা পিন্ধা শত্ৰুৰ অভাৱ নাই। সিহঁতেই মুখেৰে সহানুভূতি দেখুৱাই তলে তলে পুলিচক খবৰ দিবগৈ। তেতিয়া এটাৰ ঠাইত দহোটা বিপদে দেখা দিব। পুলিচে সন্দেহ কৰিবলৈকো কাৰণ বিচাৰি পাব।
নমি : কিন্তু ঘৰুৱা কথা পৰাপক্ষত ঘৰৰ ভিতৰতে ৰখাই ভাল, নহয় জানো?
দেবেন : মামীয়ে জ্ঞান হেৰুৱাটো ঘৰুৱা কথা হ'ব পাৰে। কিন্তু সেই ডেগাৰখন, সেই ৰঙা তেজৰ টোপালবোৰ আৰু নিত্যৰ এই দুৰ্ঘটনা, এইবোৰক হেজাৰ চেষ্টা কৰিলেও তুমি কেতিয়াও ঘৰৰ চাৰিবেৰৰ মাজত আটক কৰি ৰাখিব নোৱৰা।
(ডাক্তৰৰ সৈতে মোমাইদেউ আহে)
ডাক্তৰ : এওঁ আমাৰ নমি আইদেউ নহয়নে?
নমি : হয়।
ডাক্তৰ : এৰা, তোমাক বহুত দিন দেখা নাই। বেনাৰেছৰপৰা আহিলা কেতিয়া?
নমি : দুমাহমান হৈছে।
ডাক্তৰ : এই দুমাহ, এৰা, দুমাহ নো কিয়, প্ৰায় চাৰি মাহ মানেই অহা নাই তোমালোকৰ এই ফালে।
নমি : বেমাৰ-আজাৰ তেনেকৈ—
ডাক্তৰ : হেঃ হেঃ হেঃ বেমাৰ-আজাৰনো হোৱা নাইনে? হৈছে, হৈছে। পিছে তোমাৰ মোমাইদেৱৰাই আকৌ আজিকালি এলোপেথি এৰি হোমিওপেথিত ধৰিছে। মোক নেমাতি বিপিন শৰ্ম্মা এম-বি হোমিওক মাতে।
নমি : পিছে এয়া দেখোন—
ডাক্তৰ : আজিৰ কথা কৈছা? হেঃ হেঃ হেঃ ইয়াকেই বোলে ঠেলাৰ নাম বাবাজী।
মোমাই : ডাক্তৰ—

ডাক্তৰ : ব'লক ব'লক পেশ্বেন্টক চাওঁগে। নহ'লে দেখিছোঁ "পেশ্বেন্টৰ" লগতে আপুনিও যথেষ্ট "ইম্‌পেশ্বেন্ট" হৈ পৰিছে। এৰা হ'বৰে কথা। ব'লক। অ' ৰ'ব এওঁক চিনি নেপালোঁ।

দেবেন : মই দেবেন। দেবেন দাস।

মোমাই : ওচৰতে থাকে। নমিৰ বন্ধু।

ডাক্তৰ : নমিৰ বন্ধু? হওক হওক।

মোমাই : আহক ডাক্তৰ।

ডাক্তৰ : ব'লক ব'লক। পলম কৰিলে দেখিছোঁ আপোনাৰ বুকতে "ষ্টেথোস্কোপ" বহুৱাব লাগিব।

(ডাক্তৰ যাব খোজে ; কিন্তু আকৌ উভতি আহে।)

ডাক্তৰ : শুনা দেবেন—

দেবেন : কওক—

ডাক্তৰ : ৰাজীৱ চৌধুৰীক চিনি পোৱা নহয়?

দেবেন : সেই যে ৰিটায়াৰ্ড পুলিচ ইন্‌স্পেক্টৰ—

নমি : আমাৰ ৰাজীৱ খুৰা।

দেবেন : পাওঁ।

মোমাই : তেওঁক কেলেই?

ডাক্তৰ : লাগিব, লাগিব। তেওঁকো লাগিব। মোৰ প্ৰেছক্ৰিপশ্যনৰ এক নম্বৰ দৰবেই হ'ল ৰাজীৱ চৌধুৰী। এৰা, চাকৰিত বেছ নাম কৰিছিল। যত অঘাইতং গুণ্ডা, চোৰ, ডকাইত, খুনী সকলোৰে তেওঁ আছিল যম। বৰ চোকা অফিচাৰ। পেন্সন ল'লেও চোক কমা নাই। দেবেন, তুমি তেওঁক মাতি আনাগৈ। নমিতা তুমিও যাব পাৰা।

মোমাই : মামীয়েৰ যে অকলে—

ডাক্তৰ : কেলেই আপুনি আছে নহয়। মই দৰৱ দি যাম, আপুনি ওচৰতে বহি বিচি থাকিব। কিছুপৰলৈ নমিতা নেথাকিলেও চলিব। এৰা তোমালোক দুয়োজন যোৱাই ভাল। ৰাতি বিয়লিৰ কথা। তদুপৰি ভালকৈ পৰিস্থিতিটোৰ কথা বুজাই ক'ব নোৱাৰিলে তেওঁ নাহিবও পাৰে। ব'লক আমি এতিয়া ভিতৰলৈ যাওঁ।

(মোমাইদেউ আৰু ডাক্তৰ ভিতৰলৈ যায়)

দেবেন : এৰা, কথাটো বৰ বেয়া নহয়। তোমাৰ ৰাজীৱ খুৰাৰ দৰে খবৰদাৰি মানুহক ঘটনাৰ কথা ক'লে তেওঁ নিশ্চয় কিবা এটা উপায় দিব পাৰিব। কাকো খবৰ নিদিয়াকৈ হাত সাবটি বহি থকাও উচিত নহয়।

নমি : নিত্যৰ বা কি হৈছে। তাৰ কথাও ভাবিব লাগিব।

দেবেন : যদি সি মৰা নাই—তেন্তে তাক পুলিচত দিবলৈহে কওঁ মই। আৰু মৰিছে যদি ভালেই, তোমাক আমনি কৰা মানুহ এটা নাইকিয়া হ'ল।

নমি : কি যে কোৱা তুমি। মানুহ এটা মৰা কথা ইমান সহজে কৈ দিব পাৰা কেনেকৈ, বুজি নেপাওঁ।

দেবেন : কিয়? নিত্যৰ প্ৰতি তোমাৰ কিবা দুৰ্ব্বলতা আছিল নেকি?

নমি : বাজে কথাবোৰ নক'বা।

দেবেন : মোৰ কিন্তু তাৰ প্ৰতি কোনো চিম্পেথি নাই।

নমি : তোমাৰ নেথাকিব পাৰে। তুমিতো তাক দুই চকুৰে দেখিব নোৱাৰিছিলা।

দেবেন : কিয়নো সি তোমাৰে মোৰে মাজত আহি পৰিছিল? ভালেই হৈছে আঁতৰি গৈছে।

নমি : বৰ নিষ্ঠুৰ তুমি—

দেবেন : সঁচাকৈয়ে নমিতা, মই মাজে মাজে ভাবিছিলোঁ, সি যেন আমাৰ জীৱনৰ কুগ্ৰহ।

নমি : বাৰু বাদ দিয়া সেইবোৰ কথা। ব'লা যাওঁ ৰাজীৱ খুৰাৰ ওচৰলৈ।

দেবেন : ব'লা

(দুয়ো ওলাই যায়। মোমাইদেউ আৰু ডাক্তৰ সোমাই আহে)

ডাক্তৰ : হেঃ হেঃ হেঃ আপুনি মিছাকৈয়ে চিন্তা কৰিছে। হঠাতে ভয় খালে এনেকুৱা হয়েই। কত ৰুগী দেখিছোঁ এনে ধৰণৰ, হেঃ হেঃ হেঃ মাজৰাতি শোৱা কোঠালিত তেজ আৰু তেজলাগি থকা ডেগাৰ দেখিলে তিৰোতা মানুহৰ কথাকে নেলাগে বহুতো পালোৱান বৰ মতাও ফিট হৈ লাং খাই পৰিব।

মোমাই : নিত্যইনো এনেকৈ চুকতে থাকি বুকতে মৰ কামোৰটো মাৰিব লাগিছিল নে? সি বা এতিয়া ক'ত মৰি পৰি আছে। বাৰু ডাক্তৰ এওঁ যদি জ্ঞান ফিৰাই নেপায়?

ডাক্তৰ : অস্থিৰ হৈছে কেলেই?

মোমাই : দেখিলেই নহয় কিমান দুৰ্ব্বল।

ডাক্তৰ : দুৰ্ব্বল অৱশ্যে হয়। কিন্তু চিন্তাৰ কোনো কাৰণ নাই।

মোমাই : নিশ্চিন্ত যে হ'ব পৰা নাই ডাক্তৰ।

ডাক্তৰ : গীতাৰ একাকি কথা জানে নহয়, বোলোঁ সেই "সৰ্ব্বধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ"—সকলো চিন্তা পৰিহাৰ কৰি ভগৱন্ত পুৰুষৰ চৰণত আত্মসমৰ্পণ কৰাৰ দৰে আমাৰ, মানে ডাক্তৰৰ ওচৰত আত্মসমৰ্পণ নকৰিলে, বুইছেনে, ৰুগীৰ মুক্তি নাই, বেমাৰৰপৰাও আৰু ইহ সংসাৰৰ-পৰাও, হেঃ হেঃ হেঃ—

মোমাই : ডাক্তৰ!

ডাক্তৰ : এৰা, আপুনি আপোনাৰ ওৱাইফৰ সকলো ভাৰ মোৰ ওপৰত এৰি দিয়ক। এই চিন্তা এৰি আন কথা ভাবক। কথা কেৱল আপোনাৰ সেই তেওঁতে শেষ নহয়। এখন তেজ লাগি থকা ডেগাৰ আৰু তেজৰ টোপোলবোৰৰ কথাও ভাবিব লাগিব।

মোমাই : বুইছে ডাক্তৰ এৰেঁই নিত্যক মৰম কৰিছিল আটাইতকৈ বেছি।

ডাক্তৰ : হয়নে?

মোমাই : তাক বেছি লাই নিদিবলৈ ক'লে, কয়, বেচেৰা ঘাটমাউৰা, আমি নেচালে চাব কোনে? এতিয়া তাৰ কাৰণেই এওঁৰ এনে অৱস্থা। ইফালে পুলিচে খবৰ পালে বা কি কৰে কোনে জানে! ডাক্তৰ, আপুনি এওঁক ভাল কৰি দিয়ক—

ডাক্তৰ : আপুনি আকৌ অশান্ত হৈ পৰিছে। ৰুগীৰ লগতে আপুনিও ৰুগী হৈ পৰিব দেখিছোঁ। ইমান নাৰভাছ্ হ'লে চলিব কেনেকৈ?

মোমাই : মোৰ মনত কিবোৰ ভাবে খেলি-মেলি লগাইছে আপুনি কেনেকৈ বুজিব ডাক্তৰ। মোৰ ওৱাইফ হয়তো ভাল হৈ উঠিব। কিন্তু সেই অকৃতজ্ঞটোৰ কথাহে ভাবি মই ওৰ পোৱা নাই। সি যদি সঁচাকৈয়ে ছুইছাইড কৰিবকে বিচাৰিছিল তেন্তে আমাক এইখনৰ মাজত কেলেই পেলাই থৈ গ'ল? এটুকুৰা কাগজত দুফাকি কথা লিখি থৈ যাবলৈ কোনে তাক হাক দিছিল। লিখি থৈ যোৱা হ'লেই আমাক বিপদে নেপায়, সকলো লেঠা ছিঙে। মই জানো ডাক্তৰ, এইবোৰ বলকি এতিয়া একো লাভ নাই। মোৰেই দুৰ্কপাল। মৰিছে যদি ভালেই ; কিন্তু ক'ৰবাত যদি আধামৰা হৈ পৰি আছে......

ডাক্তৰ : শুনক, মোৰ হাতত মাত্ৰ এটা ইন্‌জেকচন আছিল আৰু সেইটোকে মই দিলোঁ আপোনাৰ ওৱাইফক। মই এতিয়াই কৈ থৈছোঁ কিন্তু, নাৰ্ভ ঠিক ৰাখিব। আপুনি ফিট হৈ পৰি গ'লে মই নিৰুপায়। এই ৰাতিখন মই ইন্‌জেকচন বিচাৰি যাব নোৱাৰোঁ।

মোমাই : তেওঁক ইনজেকচন দিছে নহয় নে?

ডাক্তৰ : দিছোঁ। আৰু অলপ পাছতেই গুণ ধৰিব। জ্ঞানো ফিৰি আহিব।

মোমাই : জ্ঞান ফিৰি আহিব?

ডাক্তৰ : আহিব। কিন্তু এটা কথা......

মোমাই : কওক......

ডাক্তৰ : আপুনি তেওঁৰ ওচৰতে বহি থাওকগৈ। এখন্তেকো আঁতৰি নেযাব। চকু মেলিলেই তেওঁ এইবোৰ, মানে এই তেজ আৰু ডেগাৰ যেন দেখিবলৈ নেপায়।

মোমাই : ডেগাৰখন তেন্তে......

(মোমাইদেউ যাব খোজে, ডাক্তৰে ঘপ্‌কৰে তেওঁৰ বাউসিত ধৰে)

ডাক্তৰ : যায় ক'লৈ?

মোমাই : ডেগাৰখন আঁতৰাই থওঁগৈ আৰু তেজৰ টোপালবোৰো পানীৰে—

ডাক্তৰ : ৰাম ৰাম! তেনে কাম কেতিয়াও নকৰিব। তেজৰ টোপালবোৰ যেনেকৈ আছে তেনেকৈয়ে থাওক। ডেগাৰখনো নুছুব। ছুলে আপোনাৰ আঙুলিৰ দাগ লাগিব। য'ৰ বস্তু ত'তেই থাওক। ঠাইডোখৰেদি বৰ অহা-যোৱা নকৰিব। খোজৰ সাঁচ পৰিব। অ' এওঁলোক আহি পালেই।

(দেবেন আৰু নমিতা আহে)

ডাক্তৰ : চৌধুৰীৰ বতৰা কি? তেওঁ দেখোন নাহিল ?

দেবেন : আহিব। আমাক আগবাঢ়িবলৈ ক'লে।

ডাক্তৰ : জানো নহয়। চিকাৰীয়ে চিকাৰৰ সম্ভেদ পালে থিৰেৰে থাকিব পাৰেনে? হেঃ হেঃ হেঃ পেঞ্চন ল'লে কি হ'ব? তেজ এতিয়াও আগৰদৰেই আছে। কথাটো এবাৰ গম পালে যেতিয়া আৰু কোনো চিন্তা নাই। হয় ইছপাৰ, নহয় উছপাৰ। নমি, তুমি এবাৰ মামীয়েৰাৰ খবৰটো লৈ আহাগৈচোন।

মোমাই : আপুনি দিয়া ইন্‌জেকচনটো. .

ডাক্তৰ : দিব দিব কাম দিব। অঁ, কি কৈছিলোঁ? এৰা, ৰাজীৱ চৌধুৰী....

দেবেন : আহি পাবৰ হৈছে।

ডাক্তৰ : সাংঘাতিক মানুহ তেওঁ। মোৰ হাইপোডাৰমিক চিৰিঞ্জৰ বেজীটোতকৈও চোকা তেওঁৰ বুদ্ধি। খপ্‌জপাই একো কাম নকৰে নহয়। এৰা, ভাবি-গুণিহে কৰিব। চাইচিতিহে খোজটো পেলাব।

মোমাই : কথাটো বৰ ভাল নহ'ল যেন পাইছোঁ।

ডাক্তৰ : কিটো আকৌ ভাল নহ'ল?

মোমাই : ৰাজীৱ চৌধুৰীক খবৰ দিয়াটো। হাজাৰ হ'লেও পুলিচৰ মানুহ। কি কেলেংকাৰিৰ উহ বিচাৰি পায়, কোনে জানে?

ডাক্তৰ : মই ডাক্তৰ মানুহ বুইছেনে? খহ এটা হ'লে তাক পুলটিছ্ দি ঢাকি নথৈ ছুৰীৰে ঘোদালি ভিতৰৰ 'পয়জন'বোৰ উলিয়াই পেলোৱাটোকে ভাল বুলি ভাবোঁ। ৰাজীৱ চৌধুৰীয়ে মোৰ ডাক্তৰী ছুৰি সদৃশ তেওঁৰ চোকা শেন দৃষ্টিৰে যদি ঘটনাটো, মানে দুৰ্ঘটনাটো ঘোদালি পেলাই, বিহ ফোৰাৰ উহটো বিচাৰি পায়, তেন্তে ভালৰে কথা। আপোনাৰ ওৱাইফ ভাল হৈ উঠাৰ লগে লগে তেজৰ চেকাবোৰো আঁতৰিব। ভাল মই আহিলোঁ।

মোমাই : আৰু অলপ পৰ বহক।

ডাক্তৰ : থাকিলে বুকুত বল পাব?

মোমাই : হয়।

ডাক্তৰ ঃ বেছ। বহিছোঁ বাৰু। আপুনি ভিতৰলৈ যাওক আৰু নমিতাক পঠিয়াই দিয়ক।
(মোমাইদেউ যায়)

ডাক্তৰ ঃ দেবেন বোপা, তোমালোকে ঘটনাটো ছুইছাইড বুলি ভাবা নে?

দেবেন ঃ তেনে যেনেইতো অনুমান হয়।

ডাক্তৰ ঃ মই অৱশ্যে ডিটেকটিভ নহয়। তেও কিন্তু ভগৱন্তৰ কৃপাত চাউল একঠা খাইছোঁ দিয়াচোন ভূ-ভাৰন্তত। মোৰ হ'লে কিবা খোকোজা লাগে দেখোন। দেখ দেখকৈ, ডেকা ল'ৰা এটাইনো হঠাতে নিজে নিজে মৰিবলৈ যাব কিয়'? অ' নমিতা আহিছা? বহা। বাৰু আইদেউ কিমান দিনৰপৰানো নিত্যক চিনি পোৱা?
(নমিতা নবহি থিয় হৈ থাকে)

নমি ঃ যোৱা দুবছৰ মানৰপৰা।

ডাক্তৰ ঃ তোমালোকৰ ঘৰতে থাকে?

নমি ঃ আমাৰ ঘৰত খায়হে। শোৱে আন ঠাইত।

দেবেন ঃ তাৰ স্বভাৱটো অলপ আচৰিত ধৰণৰ।

ডাক্তৰ ঃ অৰ্থাৎ?

দেবেন ঃ বৰ আৱেগপ্ৰৱণ। হঠাতে খং উঠে, হঠাতে কান্দে।

ডাক্তৰ ঃ কি ক'লা? হঠাতে খং উঠে, হঠাতে কান্দে। হুঁ। বুজিলোঁ। বাৰু ইয়ালৈ অহাৰ আগতে সি আছিল ক'ত?

নমি ঃ ক'ব নোৱাৰোঁ। পৰেশ বৰুৱাই তাক আমাৰ সৈতে পোনপ্ৰথমে চিনাকি কৰাই দিয়ে। ইমানেই জানো যে তাৰ মাক-বাপেক নাই। আৰু বোধকৰোঁ কোনো নাই।

ডাক্তৰ ঃ কি কৰে সি?

নমি ঃ দোকান এখনত কাম কৰে। মাহে দৰমহা পায় পঞ্চত্ৰিশ টকা।

ডাক্তৰ ঃ কথা বেছ গহীনেই। হঠাতে খং উঠে, হঠাতে কান্দে। ব্যাধি বৰ উৎকট ধৰণৰ। বাৰু এই দুবছৰে আন কিবা অঘটন কৰিছে নে?

নমি ঃ এবাৰ ধেমালি কৰি থাকোঁতে ধেনু-কাঁড় এপাট মাৰি দেবেনদাৰ চকুটো...

ডাক্তৰ ঃ চকুটো? ইচ্ ইচ্ ইচ্—চাওঁ।
(দেবেনৰ চকু পৰীক্ষা কৰে)

ডাক্তৰ ঃ নাই, ঠিক আছে।

নমি ঃ কথমপি ৰক্ষা পৰিল।

ডাক্তৰ ঃ যথেষ্ট ইৰেছপনছেবল্।

দেবেন ঃ কিন্তু সকলো সময়তে আকৌ তেনে যেন নেলাগে। নিজৰ টকা-পইচা খৰচ কৰাত বৰ সাৱধান। কাম-কাজবোৰ কৰে পৰিপাটিকৈ।

ডাক্তৰ : মামীয়েৰাৰ প্ৰতি তাৰ কেনে ব্যৱহাৰ?

নমি : মাজুমামী বুলিলেতো পৰি মৰে। মামীয়েও তাক খু-উ-ব্ মৰম কৰে।

ডাক্তৰ : মাজুমামীয়ে দু:খ পাওক, বা কষ্ট পাওক, সেইটো সি নিবিচাৰে?

নমি : নিশ্চয় নিবিচাৰে। কেমাহমান আগতে মাজুমামীৰ অসুখ হওঁতে সিয়েই ৰাতি উজাগৰে থাকি সেৱা-শুশ্ৰূষা কৰিছিল।

ডাক্তৰ : তোমাৰ লগত বাৰু তাৰ কেনে সম্বন্ধ?

নমি : আজি কিছুদিনৰপৰা মোৰ পিছে পিছে লেন লগাই ফুৰা হৈছে।

দেবেন : মই নমিতাক সাৱধানো কৰি দিছিলোঁ। কিন্তু তেওঁ মোৰ কথাত কাণ দিয়াতো দৰকাৰ বুলি ভবা নাই।

ডাক্তৰ : তোমাৰ চাগে পেটে পেটে হিংসা হৈছিল?

দেবেন : না-নাই-।

ডাক্তৰ : মই ডাক্তৰ বুইছা। আ কৰিলেই গৰ্ভ দেখা পাওঁ। নাড়ীৰ ধপ্‌ধপনিয়ে আমাক মনৰ ধপ্‌ধপনিৰ বাতৰি দিয়ে। হাঃ হাঃ হাঃ। বাৰু কোৱা তাৰ পাছত।

নমি : মই তাক সঁচাকৈয়ে প্ৰশ্ৰয় দিয়া নাছিলোঁ। মোৰ লগত সকলো সময়তে লাগি থকাটোও মই পছন্দ কৰা নাছিলোঁ। কিমান দিন যে এই লাগি থকাৰ বাবে সি মোৰ গালি-শপনি, চৰটো, গঁতাটো খাইছে তাৰ হিচাপ নাই।

দেবেন : কিন্তু নমিতাৰ তেনে ব্যৱহাৰৰ পাছতো, তেওঁৰ লগতে লাগি থকাই ইয়াকে প্ৰমাণ নকৰে জানো, যে নিত্যই নমিতাৰ মৰম বিচাৰে।

ডাক্তৰ : এৰা, যি উৎকট ধৰণৰ ল'ৰা, হঠাতে খং উঠে, হঠাতে কান্দে, যেনে তেনে উপায়ে মৰম আদায় কৰিবই। কোৱা, কোৱা, বেছ ভাল লাগিছে। মৰম আলকুৱা উৎকট ল'ৰাটোৱে আৰু কি কীৰ্ত্তি কৰিছে কোৱা।

নমি : মৰম আকলুৱা নে আন কিবা?

ডাক্তৰ : এয়া, এইখিনিতে আইদেউ তোমালোকে ভুল কৰা। নিত্য যদি মৰম আকলুৱা হয় হওক। আপত্তি কৰিছা কিয়? কৈছাই দেখোন তাৰ মাক-বাপেক নাই। আপোন মানুহো হয়তো নাই। সকলোৰে গালি-শপনি ককৰ্থনা খাই খাই ডাঙৰ হৈছে। সি যদি তোমাৰ ওচৰত এফেৰি মৰম বিচাৰে তাত আপত্তি কৰা কিয়?

নমি : দুই চকুৰে দেখিব নোৱাৰোঁ তাক, তাৰ এই স্বভাৱটোৰ কাৰণেই। খাইছে, বইছে, শুইছে, বহিছে, বেছ কৰিছে। এইবোৰ চং আকৌ কিয়? তাৰ কথা ভাবিলে মোৰ গা জ্বলি যায়। আজি সন্ধ্যা......

ডাক্তৰ : আজি সন্ধ্যা......?

নমি : আজি সন্ধ্যাৰেপৰা সি, মোক আমনি কৰি আছিল।

ডাক্তৰ : এহ্ এইবোৰ আকৌ কৰিবলৈ যায় কিয়? অ' কোবা তাৰ পাছত?

নমি : অফিচৰপৰা আহি এটোপা চাহ খাই, বিছনাখনতে পৰি আছিলোঁ। ওলালহি ক'ৰবাৰপৰা কিছুমান ফটো লৈ।

ডাক্তৰ : ফটো দেখুৱাই ভালৰি বোলাব খুজিছে। আজিকালিৰ ডেকা নহয়, বৰ টেঙৰ।

নমি : মই ভালকৈ ডবিয়াই দিলত অৱশ্যে গ'ল। কিন্তু ৰাতি ভাত খোৱাৰ সময়ত আকৌ আহিল। মাজুমামীয়ে ভাত খাবলৈ মতাত ক'লে মই খালেহে সি খাব। শুনি খঙে মোৰ চুলিৰ আগ পাইছিলগৈ।

ডাক্তৰ : ইহ্ বৰ কুটুমটো ওলাইছে—

নমি : তাক লাই নিদি মূৰে-গায়ে কাপোৰ লৈ মই শুই থাকিলোঁ!

ডাক্তৰ : আৰু শেনটো অহাদি আহি সি চাগৈ ফেঁচাটোৰ দৰে গুচি গ'ল।

নমি : গ'ল কিন্তু আকৌ আহিল।

ডাক্তৰ : বৰ দগাবাজ দেখোন ই।

নমি : এইবাৰ লাগিলহি ভেঙুচালি কৰিবলৈ থিয়েটাৰত লগোৱা ডাড়ি-গোঁফবোৰ লগাই। খঙতে দিলোঁ চৰ এটা শোধাই ভালকৈ।

ডাক্তৰ : বৰ ভাল কৰিলা আইদেউ। পিছে সৌৱা আমাৰ ৰাজীৱ চৌধুৰী আহিলেই নহয়—আহক, আহক চৌধুৰী।

মোমাই : (সোমায় আহে) আহক আহক—একেবাৰে ভিতৰলৈকে ব'লক। নমি-দেবেন, এখেতক লৈ যোৱা ভিতৰলৈ।
(ৰাজীৱ, নমিতা, দেবেন ভিতৰলৈ যায়।)

ডাক্তৰ : মই তেন্তে ঘৰৰ বাহিৰলৈকে প্ৰস্থান কৰোঁ—কি বোলে?

মোমাই : আপুনি যাব?

ডাক্তৰ : নগৈ আৰু বেছি সময় বহি থাকিলে মই ডাক্তৰ গুচি ডিটেকটিভ্ হ'ব লাগিব। মই আহোঁ।

মোমাই : ৰ'ব আপোনাৰ ফিজটো দিওঁ।

ডাক্তৰ : থাওক, এতিয়া নেলাগে। পিছে-পৰেও দেখা হ'ব নহয়। মই আহিলোঁ।
(ডাক্তৰ যায়। মোমাইদেৱো যায়। ৰাজীৱ, নমি, দেবেন মঞ্চলৈ আহে)

ৰাজীৱ : যদি নিত্য সঁচাকৈয়ে বৰ অভিমানী তেন্তে তোৰ ব্যৱহাৰতে মনত আঘাত পোৱাটো স্বাভাৱিক। এয়ে ছুইছাইড কৰাৰ যথেষ্ট কাৰণ নহয় বুলি বহুতে ভাবিলেও, মই নেভাবোঁ এনে ধৰণৰ পৰিস্থিতিত ছুইছাইড কৰা মই দেখিছোঁ। সাধাৰণ কথা এটাকে ধৰ। বহুতো ল'ৰাই পৰীক্ষাত ফেইল কৰে। ফেইল কৰাৰ ভিতৰত বেছিভাগেই সহজভাৱে কথাটো গ্ৰহণ কৰিব পাৰে। অথচ তাৰে ক'ৰবাত এজনে হয়তো আত্মহত্যা কৰি পেলায়।

দেবেন : নিত্য অভিমানীতো হয়েই লগতে বৰ জেদীও।

ৰাজীৱ : জেদী ল'ৰাৰ পক্ষে আত্মহত্যা কৰাটো অস্বাভাৱিক নহয়। নিত্যই হয়তো জেদ কৰিছিল নমিক বিছনাৰপৰা তুলিবলৈ ; কিন্তু নোৱাৰিলে। সি তাইৰ চৰ খালে। হয়তো তাৰ আত্মকেন্দ্ৰীক মনটোৱে নমিৰ ওপৰত এই অপমানৰ হোৰ তুলিব নোৱাৰি অৱশেষত নিজৰ ওপৰতে প্ৰতিশোধ ল'লে আত্মহত্যা কৰি।

দেবেন : সি হয়তো কল্পনা কৰিছিল তাৰ আত্মহত্যাই নমিতাৰ মনত ভীষণ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব। জীয়াই থাকোঁতে সি যি কৰিব নোৱাৰিলে, মৰি তাকে কৰিব পাৰিব। নমি বাৰু কি কোৱা?

নমিতা : মই সেইবোৰ একোকে ভাবিব পৰা নাই।

ৰাজীৱ : ৰ'বি, মই হিতেশ বৰুৱালৈ এটা ফোন কৰোঁ।

নমিতা : পুলিচৰ দাৰোগা হিতেশ বৰুৱা?

ৰাজীৱ : ওঁ....

নমিতা : পুলিচক এতিয়াই........

(ৰাজীৱে ফোনটো তুলি লয়)

ৰাজীৱ : ভয় নেখাবি। মই নভবা-নিচিন্তাকৈ কোনো কামকে নকৰোঁ। হেল্লো...ডাবল টু নাইন—ইয়েছ টু টু নাইন..... হেল্লো মই ৰাজীৱ চৌধুৰী অ'-তুমি, মই তোমাকে বিচাৰিছিলোঁ হিতেশ। এটা ইন্টাৰেষ্টিং কেছ, মাৰডাৰ ঠিক নহয়, ছুইছাইড বুলি অনুমান হৈছে, নমিতা চৌধুৰী সেইযে প্ৰতাপ চৌধুৰী,—অঁ-অঁ তেওঁলোকৰ ঘৰত। মই আছোঁ ইয়াতে......তুমি আহাঁ। নাই নাই এতিয়াই এনট্ৰি কৰিব নেলাগে.....আগতে চাই লওঁ, তাৰ পাছত......কিবা এটা কৰা যাব। বাৰু মই থ'লোঁ (ফোন থয়) শুন নমি, এইবোৰ ঘটনাৰ কথা পুলিচক নজনালে বিপদ বাঢ়িহে যায়।

নমিতা : আপুনি যি ভাল দেখে কৰক.....মইনো কি ক'ম?

ৰাজীৱ : পুলিচে অৱশ্যে প্ৰথমে ঘটনাটো খুন বুলিয়েই ভাবিব।

দেবেন, নমিতা : খু-উ-ন?

ৰাজীৱ : কাৰণ ছুইছাইড্ কৰা হ'লে, শটো সহজে পোৱা গ'লহেঁতেন। কোনো এটা মানুহে, নিজৰ বুকুত বা গাৰ যি কোনো ঠাইত তহঁতে কোৱাদৰে, ডেগাৰ এখন বহুৱাই দিলে, থিতাতেই দেখোন মৰিব লাগিব। আৰু তেনে অৱস্থাত কোঠাটোতে নাইবা, কোঠাটোৰ দাঁতিতে ক'ৰবাত নিত্যৰ শটো পোৱা গ'লহেঁতেন।

নমি : এই কাৰণেই মই এতিয়াই পুলিচক খবৰ দিবলৈ খোজা নাছিলোঁ। পুলিচে খুন বুলি ভাবি হয়তো আমাৰে কাৰোবাক এৰেষ্ট কৰিব। খুৰাদেউ আপুনি কি কৰিলে? কি হ'ব এতিয়া!

ৰাজীৱ : এৰেষ্ট কৰিলে বে'লত আনিবলৈ চেষ্টা কৰিম। আৰু এৰেষ্ট কৰিলে তোক যে নকৰে সেইটো ঠিক।

নমি : কেনেকৈ জানিলে আপুনি।

ৰাজীৱ : ইমানদিন পুলিচত চাকৰি কৰি এইখিনি কথাও নেজানিম নে? পুলিচৰ সন্দেহ তোৰ ওপৰত নহয়, সন্দেহ কৰিলে কৰিব দেবেনক।

দেবেন : মোক?

ৰাজীৱ : এৰা, তোমাক।

নমি : কিয়?

ৰাজীৱ : কাৰণ তোৰ আৰু দেবেনৰ মাজত এটা সহজ সম্বন্ধ আছে, অৰ্থাৎ তই দেবেনক......

নমি : খুৰাদেউ!

ৰাজীৱ : ভয় খাব নালাগে। ভাল পোৱাটো পাপ বা অন্যায় বুলি মই ক'ব খোজা নাই। আৰু দেবেনক যে এৰেষ্ট কৰিবই তাকো মই ডাঠি ক'ব নোখোজোঁ; তদন্তৰ মাথোঁ এটা ফালৰ কথাহে মই কৈছোঁ। ঈৰ্ষাত বলিয়া হৈ যদি দেবেনে নিত্যক হত্যা কৰি মৰা শটো ক'ৰবাত লুকাই থয়—অস্বাভাৱিক কিবা এটা কৰা বুলি ক'বি নে?

দেবেন : মই খুন কৰিম?

নমি : ই অসম্ভৱ কথা।

ৰাজীৱ : যদি অসম্ভৱেই তেন্তে ক'লৈ গ'ল নিত্যৰ মৰা শটো।
(কথাখিনি ৰাজীৱে ডাবি দি কয়)

নমি : খুৰাদেউ—(প্ৰায় কান্দি পেলাব)

ৰাজীৱ : হাঃ হাঃ হাঃ ত্ৰিশ বছৰ পুলিচত কাম কৰিলোঁ, কোনটো সম্ভৱ কোনটো অসম্ভৱ, তাকো বুজি নেপামনে? দেবেন, মোৰ চকুত ধূলি দি কোনো সাৰি যাব নোৱাৰে। কেতিয়াবা ৰাতি বাঘৰ চকু দেখিছা? জুই জ্বলাদি জ্বলি থাকে। বাঘে হেনো ঘন আন্ধাৰতো তাৰ চিকাৰ বিচাৰি পায়। বয়স হ'লেও মোৰ এই চকুদুটা বাঘৰ দৰেই। যিমানেই ৰহস্যৰ মকৰা-জাল নুগুঠা, কাৰো সাধ্য নাই মোৰ হাতৰপৰা সাৰি যাব।

নমি : (কান্দি) খুৰাদেউ, আপোনাৰপৰা বিচাৰিছিলোঁ সহায়, পৰামৰ্শ আৰু আপুনি শেষত.....

দেবেন : মোৰ আই-দেউতাৰ নামত শপত খাই কৈছোঁ মই সম্পূৰ্ণ নিৰ্দ্দোষ।

ৰাজীৱ : সম্পূৰ্ণ নিৰ্দ্দোষ? সঁচা কথা কোৱা। নিত্যই যে নমিৰ সংসৰ্গ বিচাৰিছিল, তুমি সেইটো পছন্দ কৰিছিলা?—সঁচা কোৱা—

দেবেন : নাই, নকৰিছিলোঁ—।

ৰাজীৱ : নিত্যৰ লগত তুমি খোলা অন্তৰে কথা পাতিব পাৰিছিলা?

দেবেন : সুবিধা পালেও মই তাৰ লগত কেতিয়াও কথা নেপাতিছিলোঁ,—নিলগত থাকিবলৈ চেষ্টা কৰিছিলোঁ।

নমি : খুৰাদেউ—

ৰাজীৱ : মনে মনে থাক। কোৱা দেবেন, নিত্যই নমিৰ লগত হাঁহি-ধেমালি কৰি কথা পাতিলে তোমাৰ মনটো বিতৃষ্ণাৰে ভৰি গৈছিল, ঈৰ্ষাৰ অনলত দেই পুৰি ৰাতি টোপনিৰ মাজত সাৰ পাই তুমি নিত্যক এই পৃথিৱীৰপৰা আঁতৰ কৰি, তোমাৰ ভাল পোৱাৰ বাটৰ কাঁইট আঁতৰাবলৈ প্ৰতিজ্ঞা কৰিছিলা?

দেবেন : না—ই নাই মোৰ মনত নপৰে।

নমি : নহয়—নহয় খুৰাদেউ, এনেকুৱা কথা—কেনেকৈ হ'ব পাৰে? দেবেনক যে মই ভালদৰে চিনি পাওঁ—তেওঁৰ এনেকুৱা কাম.....

ৰাজীৱ : ভালদৰে চিনি পাব? কিমানখিনি চিনি পাব দেবেনক? ৰাখিছ তাৰ অৱচেতন মনৰ বাতৰি? জান, সেই অৱচেতন মন-সাগৰত অলেখ ঢৌ কেনেকৈ উঠিছে-নামিছে? তই কিয়, হয়তো দেবেনে নিজেই নেজানে তাৰ অৱচেতন মনটোৱে কেতিয়া তাৰ অজানিতে তাক টানি লৈ গ'ল এই অসম্ভৱ কামটো সমাধা কৰিবলৈ—

নমি : খুৰাদেউ, খুৰাদেউ (নমিয়ে কান্দে অসহায়ৰ দৰে)

ৰাজীৱ : কান্দি একো লাভ নাই নমি। মোৰ সহায় বিচাৰিছ যেতিয়া পাৰ্য্যমানে সহায় কৰিম। সহায় কৰিম সত্যক প্ৰকাশ কৰি প্ৰকৃত খুনীক ধৰা পেলাবলৈ। মই যি বুজিছোঁ, যি ধৰিব পাৰিছোঁ তাৰপৰাই অতি সোনকালেই হয়তো প্ৰমাণ কৰি দেখুৱাব পাৰিম, সত্য ঘটনাই কেনেকৈ কল্পনাকো চেৰ পেলাই যায়।

(হিতেশ সোমায় আহে)

ৰাজীৱ : আহাঁ আহাঁ হিতেশ, তোমালৈকে বাট চাই আছোঁ।

মোমাই : (সোমাই আহে) বৰুৱা আহিছে?

ৰাজীৱ : তোমাৰ ওৱাইফ কেনে আছে?

মোমাই : বহুতখিনি ভাল। উঠি বহিছে।

ৰাজীৱ : বেছ। হিতেশক ভিতৰলৈ লৈ যোৱা। হিতেশ, প্লেছ অব্ অকাৰেন্স চাই আহাগৈ। আৱশ্যক হ'লে খুনীক আমি ইয়াতে এৰেষ্ট কৰিম।

(হিতেশ আৰু মোমাইদেউ সোমাই যায়)

ৰাজীৱ ঃ নমিতা বহুত পলম হ'ল। অলপ চাহ খাবৰ মন গৈছে, পানী তপতাগে। (নমি যায়)

ৰাজীৱ ঃ দেবেন, নিত্যৰ মেক্ আপ্‌ৰ বাকচটো চাওঁ আনাচোন। (দেবেনে বাকচটো আনে)

ৰাজীৱ ঃ মেক্ আপৰ সকলো সৰঞ্জামেই আছে দেখিছোঁ। ক্রেপ, ৰুজ, লিপষ্টিক, কছমেটিক, পিউৰি, আলতা, দেখিছোঁ থিয়েটাৰত নিত্যৰ যথেষ্ট ৰাগ।

দেবেন ঃ এক্‌টিং কৰাতকৈ মেক্ আপ্ কৰাতহে বেছি ইন্টাৰেষ্ট।

ৰাজীৱ ঃ বেছি এক্‌টিং নকৰিছিলেই নেকি?

দেবেন ঃ সৰু-সুৰা পাৰ্ট কৰিছিল কেতিয়াবা। যোৱাবাৰ বিহুতলীৰ মেক্ আপ্ প্রতিযোগিতাত সি প্ৰথম পুৰস্কাৰ পাইছিল। খাছিয়ানী ছোৱালী সাজি সি যেতিয়া বিহুতলীৰপৰা উভতি ঘৰলৈ আহে আমি কোনেও প্ৰথমতে চিনিকে পোৱা নাছিলোঁ। (হিতেশ আহে)

ৰাজীৱ ঃ ভালকৈ চাইছানে হিতেশ!

হিতেশ ঃ চালোঁ ছাৰ!

ৰাজিৱ ঃ কি দেখিলে।

হিতেশ ঃ তেজবোৰ বেছ ৰঙা। এতিয়াও ডোঙা বন্ধা নাই।

ৰাজীৱ ঃ নিত্যৰ সকলো কথাই আচৰিত। বাহিৰত চোৱাগে টৰ্চটো লৈ, জোপোহাৰ আঁৰত ক'ৰবাত মৰা শটো পোৱাই কি জানি। মোৰ বিশ্বাস পাবা। কাৰণ সকলো চাই মই যি বুজিছোঁ—বাৰু তুমি যোৱা। অ' ৰ'বা, ডেগাৰখন দেখিছা?

হিতেশ ঃ দেখিছোঁ ছাৰ। সাত ইঞ্চি মান হ'ব। চুকটোতে সুন্দৰকৈ থৈ দিছে।

ৰাজীৱ ঃ বহুত দলৈকে বহুৱাই দিছিল কিন্তু।

হিতেশ ঃ হয় ছাৰ। ভাবি-গুণি কৰা খুন যেন লাগে।

ৰাজীৱ ঃ আচৰিত ধৰণৰ মাৰডাৰ, বাৰু যোৱাচোন চোৱা, মৰা শটো পোৱা নে নোপোৱা। মোৰ ইমান দিনৰ অভিজ্ঞতাই মোক নিশ্চয় ফাকি নিদিয়ে। (হিতেশ যায়, নমিতাই এপিয়লা চাহ আনে)

নমিতা ঃ এয়া চাহ খুৱাদেউ!

ৰাজীৱ ঃ দে (চাহ খায়)

হিতেশ ঃ (সোমাই আহি) নিত্যৰ মৰা শটো পাইছোঁ ছাৰ। সৌ জোপোহাটোৰ আঁৰতে আছিল।

ৰাজীৱ ঃ বঢ়িয়া। আৰু কোনো চিন্তা নাই। এনেকুৱাবোৰ কেছত মৰা শ পালে কাম বহুতো উজু হৈ পৰে।

নমি-দেবেন ঃ নিত্যৰ মৰা শ?

মোমাই : (উত্ৰাৱল হৈ সোমাই আহে) মৰা শ? কাৰ মৰা শ?

ৰাজীৱ : যি মৰিছে তাৰ মৰা শ। তোমাৰ হ'বলৈ যাবনে?

হিতেশ : মৰা শটো ইয়ালৈকে আনিম?

নমি : নেলাগে, নেলাগে। ইচ্ কেনে বা হৈছে চেহেৰাটো।

ৰাজীৱ : আমিতো আৰু তিৰোতা মানুহ নহয়। হিতেশ, যোৱা আনাগৈ, মৰা শটো পৰীক্ষা কৰিব লাগিব।
(হিতেশ যায়)

ৰাজীৱ : (মোমইক) ডেগাৰখন আনাহে।

মোমাই : ময়েই আনিম নে?

ৰাজীৱ : তুমিয়েই আনিবা। চাবা, তেজৰ চেকাবোৰ যেন মছ নেখায়।
(মোমাই যায়)

দেবেন : ডেগাৰখনেৰে কি কৰিব?

ৰাজীৱ : আৰু এজনক খুন নকৰোঁ নিশ্চয়।

নমি : খুৰাদেউ।

ৰাজীৱ : ভালেখিনি সোমাইছে। শটোৰ জখমৰ সৈতে—

মোমাই : (সোমাই আহে) এইখন ডেগাৰ।

ৰাজীৱ : (ডেগাৰ লৈ) দেখিছা খুনী কিমান চালাক। কেনেদৰে হিচাপ কৰি ডেগাৰ বহুৱাইছে। তেজৰ চেকা লাগিছে মাথোঁ এফালে হাঃ হাঃ হাঃ—

মোমাই : আচৰিত।

ৰাজীৱ : আৰে সেই কাৰণেইতো নিত্যৰ মৰা শ বিচাৰি পাইছে জোপোহাৰ আঁৰত। হেৰা হিতেশ কি হ'ল হে? তুমিও ক'ৰবাৰ জেঙত লাগি ধৰিলা নেকি?

হিতেশ : (নেপথ্যৰপৰা) শটো বৰ গধুৰ ছাৰ।

ৰাজীৱ : মৰি ওফন্দি উঠিছে—হয়নে, হাঃ হাঃ হাঃ
(ৰাজীৱে হাঁহি থাকোঁতেই হিতেশ সোমাই আহে নিত্যক লৈ)

মোমাই :
নমি
দেবেন } : নিত্য মৰা নাই!!!

ৰাজীৱ : হাঃ হাঃ হাঃ। এই নিত্য, মৰিব নোৱাৰিলি?

নিত্য : (ভয়তে থোকা-থুকি মাতেৰে) ওঁ-ম-ম-ম-মই—

ৰাজীৱ : কি ম-ম-ম- কৰিছ? হেৰৌ নিজে নমৰি আন এজনক যে মাৰিব খুজিছিলি, সেইটো গম আছেনে নাই?

হিতেশ : ছাৰ, এক নম্বৰ দগাবাজ ই। জোপোহাটোৰ আঁৰত যেনেকৈ লুকাই আছিল মই প্ৰথমতে গছৰ মূঢ়া বুলিহে ভাবিছিলোঁ।

ৰাজীৱ : এই মৰাশ, কিহে পাইছিল তোক, এইখন কৰিবলৈ হোঁ? এতিয়া হিতেশ দাৰোগাই যে হাতত লোহাৰ খাৰু পিন্ধাব জানিছ নে নাই?

নিত্য : (খোকা-খুকি মাতেৰে) ইমান দূৰ হ'বগৈ বুলি মই ভবা নাছিলোঁ। বাইদেউক ভয় খুৱাম বুলিহে তেনেকৈ ধেমালি কৰিছিলোঁ। মামী ফিট হোৱা গম পাই, ভয়তে পেপুৱা লাগি, সৌ তাতে লুকাই আছিলোঁ। আলতাক যে তেজ বুলি কোনোবাই ভুল কৰিব, আৰু ডেগাৰখন যে ভালকৈ নেচাব সেই কথা মই ভাবিব পৰা নাছিলোঁ। মোক.....(কান্দে)

ৰাজীৱ : তইঁতৰো ভুল নমি। ভয়তে পেপুৱা লাগি কি কাণ্ডখন কৰিলি চা—

নমি : তাৰ যে পেটত ইমান বুদ্ধি—কেনেকৈ জানিম খুৰাদেউ?

ৰাজীৱ : হেৰৌ নিত্য, কি চাই আছ, যা-যা মামীয়েৰৰ ভৰিত দীঘল দি পৰ। ন'হলে দেখিছ হিতেশ দাৰোগাক, যা যা—হাঃ হাঃ হাঃ ভয়তে বেচেৰা পেপুৱা লাগিছে—

নমি : তাক এসেকা ভালকৈ দিব লাগে।

ৰাজীৱ : হাঃ হাঃ হাঃ—তইঁতৰো বৰ সাহ দে। হেৰৌ মামীয়েৰা ক'ত?

নমি : লাজতে মূৰে-গায়ে কাপোৰ দি শুই আছে।

ৰাজীৱ : হাঃ হাঃ হাঃ এবটল আলতাৰ যে ইমান মহিমা, বেচেৰীয়ে জানিব কেনেকৈ?

মোমাই : এৰা, ধেমালি যে গৈ শেহত ইমান পাবগৈ বুলি কোনেনো ভাবিছিল?

হিতেশ : (হিতেশে ঘড়ী চায়) ছাৰ—নিশা দুপৰ হ'ল—

ৰাজীৱ : এৰা—বহুত পলম হ'ল। হওক, এটা বঢ়িয়া অভিজ্ঞতা হ'ল, কি বোলা, হাঃ হাঃ হাঃ....

(মঞ্চ এন্ধাৰ হয়)

---

# ভাস্বতী

[ এইখন এখন পৰীক্ষামূলক একাঙ্কিকা। নাটখনৰ কাহিনীবিন্যাস আৰু গঠন-প্ৰকৃতি এই সঙ্কলনৰ আন দুখনতকৈ বেলেগ। নাটখনত একমাত্ৰ "লিখক"ৰ বাহিৰে আন চৰিত্ৰবোৰক গতানুগতিকভাৱে সৃষ্টি কৰা নাই। তেওঁলোকে আন নাটৰ চৰিত্ৰৰ দৰে প্ৰৱেশ প্ৰস্থান নকৰে। "লিখক"ৰ মনত যেতিয়াই যিজনৰ কথা উদয় হৈছে তেতিয়াই তেওঁ সমুখত দেখা দিয়েহি। নাটখনৰ প্ৰকৃত অভিনয় থলী "লিখক"ৰ মন-মঞ্চহে। "লিখক"ৰ মনৰ কথাবোৰক, ভাববোৰক দৃশ্যত্ব গুণবিশিষ্ট কৰিবলৈ প্ৰয়াস কৰাৰ ফলতহে এই নাটখনৰ সৃষ্টি হৈছে। ভাৰতৰ আন ঠাইত এনে ধৰণৰ পৰীক্ষামূলক প্ৰচেষ্টা চলিছে নে নাই নেজানো, হয়তো চলিছে। কিন্তু বিদেশৰ কোনো কোনো নাট্যকাৰে এই ধৰণৰ নাট লিখি সফলতা আৰ্জিছে আৰু প্ৰগতিশীল মঞ্চ প্ৰযোজক, পৰিচালকসকলে এনে নাটকক আদৰি লৈছে, সহৃদয় দৰ্শকেও এনে নাটৰ অভিনয় চাই বখানিছে।

০ ০ ০ ০

মঞ্চত বিশেষ সা-সৰঞ্জামৰ প্ৰয়োজন নাই। ক'লা 'চাইক্লৰেমা' বা পৰ্দা এখন পিছ ফালে তৰি থ'লেই হ'ব। মঞ্চৰ একাষে এখন প্লেটফৰ্মৰ ওপৰত এখন সৰু মেজ ; মেজৰ ওপৰত দুখনমান কিতাপ আৰু এটা টেবুল-লেম্প। বহা চকীখন মেজৰ লগত খাপ খোৱা বিধৰ। পট উঠিলত দেখা যায় "লিখকে" এই প্লেটফৰ্মৰ ওপৰৰ চকীত বহি লিখি আছে। টেবুল-লেম্পৰ পোহৰত তেওঁৰ মুখখন আৰু লিখি থকা বহী আদি ভালকৈয়ে দেখা যায়। মঞ্চৰ আন অংশ কিন্তু আন্ধাৰ। টেবুল-লেম্পৰ পোহৰটো স্বাভাৱিক পোহৰ। আন চৰিত্ৰবোৰ ওলালে তেওঁলোকৰ মুখত এটা উজ্জ্বল নীলা বা বেগুনীয়া পোহৰ পৰিব। মুখত পৰা সেই পোহৰত গাটোৰ যিমানখিনি দেখা যায় তাতকৈ বেছি দেখিব নেলাগে। এজনতকৈ বেছি চৰিত্ৰই যদি তেওঁলোকৰ মাজত কথা পাতিবলগীয়া হয় তেতিয়া প্ৰত্যেকৰে মুখত বেলেগ বেলেগকৈ নীলা বা বেগুনীয়া পোহৰ পৰিব লাগিব। কিন্তু যেতিয়া এটা চৰিত্ৰই পোনপটীয়াকৈ লিখকৰ সৈতে কথা পাতে তেতিয়া মাথোঁ সেই চৰিত্ৰটোৰ মুখৰ ওপৰতহে পোহৰ পৰিব। বাকীবোৰ আন্ধাৰত নেদেখা হ'ব। "লিখক"ৰ মুখখন টেবুল-লেম্পৰ পোহৰত দৰ্শকে সকলো সময়তে দেখি থাকিব।

কোনো চৰিত্ৰই মঞ্চত লৰচৰ নকৰে, ঠাই সলাই সলাই সংলাপ নকয়। "লিখক" প্ৰথমৰপৰা শেহলৈকে একে ঠাইতে বহি থাকিব। আনবোৰ চৰিত্ৰয়ো যি ঠাইতে আত্মপ্ৰকাশ কৰে তাৰপৰাই কথা ক'ব, অঙ্গ-ভঙ্গী নকৰাকৈ, জানিবা একো একোখন ফটোৱেহে কথা কৈছে।

মঞ্চক যদি "লিখক"ৰ লিখা-পঢ়া কৰা কোঠাত পৰিণত কৰা হয় তেতিয়াহ'লে কোঠাটোৰ দাঁতিৰ আৰু পিছফালৰ বেৰত খিড়িকী কাটি আৱশ্যক অনুযায়ী ঠাই ঠিক কৰি থ'ব পাৰি, যি ঠাইত চৰিত্ৰবোৰ ওলাব। এই ঠাইবোৰত বিশেষ পোহৰৰ ব্যৱস্থা কৰি আৰু লাগিলে পৰ্দাৰ সহায়েৰেও চৰিত্ৰবোৰক উলিয়াব আৰু আঁৰ কৰিব পাৰি।

পৰিবেশৰ তাৎপৰ্য্যব্যঞ্জক আবহ-সঙ্গীতৰ সুৰ প্ৰথমৰপৰা শেহলৈকে দৰ্শকে শুনা-নুশুনাকৈ আৰু আৱশ্যক অনুযায়ী ডাঙৰকৈ বা সৰুকৈ বাজি থাকিলে অভিনয় মনোগ্ৰাহী কৰাৰ লগতে পৰিস্থিতি ফুটাই তোলাত সহায় হ'ব।

০ ০ ০ ০

"লিখকে" ডাঙৰ বহী এখনত কিবা লিখিবলৈ আৰম্ভ কৰিছে কিন্তু আগুৱাব পৰা নাই। কিবা এটা শব্দ লিখিছে, কাটিছে, কিবা ভাবিছে, আকৌ লিখিছে। দুবাৰ মান এনে কৰাৰ পাছত এবাৰ মুখেৰে "ভাস্বতী" শব্দটো উচ্চাৰণ কৰা যেন অনুমান কৰিব পাৰে দৰ্শকে। "লিখকে" ভাস্বতী শব্দটো তৃতীয়বাৰ উচ্চাৰণ কৰাৰ লগে লগে শব্দটোৱে যেন দৰ্শক বহা ঠাইৰ শব্দ-তৰঙ্গত মৃদু কম্পন তোলে। দৰ্শকে, যেন "ভাস্বতী" শব্দটোৰ প্ৰতিধ্বনি শুনে—ভাস্বতী! ভাস্বতী!! ভাস্বতী!!! আৰু লগে লগে লিখকৰ সমুখত "ভাস্বতী"ৰ আবিৰ্ভাৱ হয়— ]

ভাস্বতী : কি ক'লে? ভাস্বতী?

লিখক : এৰা, ভাস্বতী। কিয়, কিবা আপত্তি আছে নেকি?

ভাস্বতী : আপত্তি নথকা নহয়। আপুনি হয়তো নাটক লিখিছে, লিখক। কিন্তু মোৰ নামটোৰে আপোনাৰ নাটকৰ নামকৰণ নকৰিলেও পাৰিলে হয়।

লিখক : আপত্তি কৰিবৰ অধিকাৰ হয়তো তোমাৰ থাকিব পাৰে মানো, কিন্তু মই নিৰুপায়।

ভাস্বতী : কিয়?

লিখক : তোমাক লৈয়ে নাটক লিখিছোঁ যেতিয়া তোমাৰ নামটো ধাৰ নকৰি পাৰোঁ কেনেকৈ কোৱা?

ভাস্বতী : মোক লৈ নাটক লিখিছে?

লিখক : ওঁ।

ভাস্বতী : মোক লৈ সকলোৱে এনেকৈ টনা-আঁজোৰা কৰে কিয় বুজি নেপাওঁ।

লিখক : টনা আঁজোৰা কৰে এই কাৰণেই যে তুমি সাধাৰণ নিয়মৰ ব্যতিক্ৰম, তুমি অসাধাৰণ।

ভাস্বতী : ধন্যবাদ। আপোনাৰ মুখত মোৰ প্ৰশংসা শুনি সঁচাকৈয়ে বেছ ভাল লাগিছে। কিন্তু কওকচোন, কিয় মোক অসাধাৰণ বুলি ক'লে, কোনখিনিত মই সাধাৰণ নিয়মৰ ব্যতিক্ৰম?

লিখক : তোমাৰ দৰে লিখা-পঢ়া কৰা বুদ্ধিমতী ছোৱালী আমাৰ সমাজত সতকাই পোৱা টান। তদুপৰি—

ভাস্বতী : তদুপৰি মই স্বামী জীয়াই থাকোঁতেই দ্বিতীয়বাৰ বিয়া কৰাবলৈ ওলাইছোঁ আৰু এই কাৰণেই যে মোৰ ওপৰত আপোনালোকৰ চকু, সেইকথা মই জানো। সেয়েহে মোক ব্যতিক্ৰম বুলি কৈছে ; মোক আমনি কৰাৰ এই চৰম পন্থা সেই কাৰণে আপুনিও বাছি লৈছে—

লিখক : তোমাক আমনি কৰাৰ?

ভাস্বতী : নিশ্চয়।

লিখক : কেনেকৈ?

ভাস্বতী : আপুনি মোৰ কথা ভাবি থকাৰ ফলত আপোনাৰ চিন্তা-তৰঙ্গবোৰে মোৰ মনত আঘাত কৰি মোক অনাহকতে অস্থিৰ কৰি তুলিব।

লিখক : অ' তেন্তে মই আগতীয়াকৈ ক্ষমা খুজি থৈছোঁ—এতিয়াই।

ভাস্বতী : আপুনি মোৰ কথা লিখিবলৈ ওলাইছে। কিন্তু কিমানখিনি জানে মোক? মোৰ বাহিৰা ৰূপটো আপোনালোকে দেখিছে, মোৰ বাহিৰা আচৰণ আপোনালোকে লক্ষ্য কৰিছে, কিন্তু মোৰ মনৰ কথাবোৰৰ কিবা ভু ৰাখেনে?

লিখক : ৰাখিব পাৰিছোঁ নে নাই ক'ব নোৱাৰোঁ, চেষ্টাৰ ক্ৰটি হ'লে কৰা নাই।

ভাস্বতী : আপোনাৰ এই নাটকত হয়তো, শেষত গৈ, মোকেই সকলো দোষৰ ভাগি কৰিব।

লিখক : তেনেকৈ ভাবিবৰ জানো কিবা যুক্তি আছে?

ভাস্বতী : আপুনি লিখক, আপুনি নাট্যকাৰ, আপোনালোকে সাধাৰণতে বাহিৰা কথাবোৰ হে চালি-জাৰি চায়। মানুহৰ মনৰ কথাবোৰ জানিবলৈ যত্ন নকৰে। সেয়েহে কৈছোঁ—আপোনালোক, মানে আপুনিও সহানুভূতিহীন—

লিখক : তোমাৰ ধাৰণা সঁচা নহয়।

লিখক : তোমাৰ প্ৰতি মোৰ অফুৰন্ত সহানুভূতি আছে কাৰণেই তোমাক মোৰ নাটকৰ নায়িকা কৰিছোঁ। মই তোমাক জানিব খোজোঁ, বুজিব খোজোঁ আৰু মই বিচাৰোঁ যে দৰ্শক-পাঠকেও তোমাক জানক, তোমাক বুজক—

ভাস্বতী : কিন্তু এই কৌতূহল অস্বাভাৱিক নহয় জানো?

লিখক : সৰুতে তোমাৰ বিয়া হৈছিল। বিয়াৰ পাছত তুমি তোমাৰ স্বামীৰ ঘৰলৈ নগ'লা। দেউতাৰাৰ ঘৰতে থাকি পঢ়া-শুনা কৰিলা। এতিয়া বিশ্ববিদ্যালয়ৰ-পৰা ডক্টৰেট ডিগ্ৰী পাইছা। আমি সকলোৱে আশা কৰিছিলোঁ তুমি পুনৰ সংসাৰৰ জঞ্জালত নোসোমাই দেশ-সেৱাৰ কামত আত্মনিয়োগ কৰিবা। কিন্তু এতিয়া তুমি আকৌ বিয়া কৰাবলৈ ওলোৱা বুলি জানিব পাৰি আমাৰ মনত কৌতূহল জগাটো স্বাভাৱিক নহয় জানো?

ভাস্বতী : আপুনি মোৰ সৰুতে বিয়া হোৱাৰ কথা কৈছে। কিন্তু তাৰ কাৰণে মোক দায়ী কৰিব নোৱাৰে। সৰুতে বিয়া নোহোৱা হ'লে আজি মোৰ এনে অৱস্থা নিশ্চয় নহ'লহেঁতেন।

লিখক : সমাজৰ প্ৰচলিত নিয়মানুসাৰে আজি ওঠৰ বছৰৰ আগতে তোমাৰ বিয়া হৈছিল—

ভাস্বতী : তেতিয়া মোৰ বয়স এঘাৰ।

লিখক : সেই বিয়াৰ কাৰণে তুমিও আজি কাকো দায়ী কৰিব নোৱৰা।

ভাস্বতী : মোৰ মা হেনো বৰ অস্থিৰ হৈ পৰিছিল মোক বিয়া দি উলিয়াই দিবলৈ।

লিখক : সেই কাৰণেই বোধকৰোঁ দেউতাৰাই তোমাৰ বিয়াখন লৰালৰিকৈ পাতি দিছিল, সমাজৰ নিয়মটো ৰওক আৰু তোমাৰো কল্যাণ হওক বুলি।

ভাস্বতী : কিন্তু মা ইমান অস্থিৰ হৈ নপৰা হ'লে—

[ ভাস্বতীক আন্ধাৰে আবৰি ধৰে, মাকক দেখা যায় ]

মাক : ছোৱালী ডাঙৰ হ'লে মাক-দেউতাকে বিয়া দি উলিয়াই দিয়ে এইটোৱেই নিয়ম। আমাৰ পৰিয়ালৰ ছোৱালীৰ সদায় সেই বয়সতে বিয়া হৈছে। মোক মোৰ মা-দেউতাই এঘাৰ বছৰ বয়সতেই উলিয়াই দিছিল। ভাতুমণিৰ (ভাস্বতীৰ) বিয়াৰ কাৰণে মই চিন্তিত হৈছিলোঁ তেখেতৰ আওকণীয়া স্বভাৱটোৰ কাৰণেই—

(মাক থাকোঁতেই দেউতাকক দেখা যায়। মাকৰ মুখত পৰাৰ দৰে তেওঁৰ মুখতো নীলা বা বেগুনীয়া পোহৰ পৰে)

দেউতাক : মোৰ সেই সময়ৰ অৱস্থাটো কেনে হৈছিল এবাৰ মনত পেলোৱাচোন। পিতাই আঁকোৰ-গোঁজালি দি ধৰিলে গাঁৱৰ ল'ৰা বিমলকে ভাতুমণিক গতাব লাগে বুলি ; পিতাৰ মতৰ বিৰুদ্ধে মই যাওঁ কেনেকৈ?

মাক : ইমানেই পিতৃভক্ত হৈ পৰিছিল যে আপুনি নিজে ল'ৰাটোক চাবলৈকে নগ'ল।

দেউতাক : জোঁৱাই তোমাৰ পছন্দ হোৱা নাই বুলি বুজিয়েইতো বিমল পঢ়ি থকাৰ সুবিধা লৈ ভাতুমণিকো পঢুৱাবলৈ ঠিক কৰিছিলোঁ। পিতায়ো আপত্তি কৰিব নোৱাৰিলে। কৰিবই বা কেনেকৈ? বিমল পঢ়ি থকা ল'ৰা, নিজৰ আৰ্জন নাই, সংসাৰ পতাৰ কথা সিও তোলা নাছিল।

মাক : আৰু এবছৰৰ ভিতৰতে পিতা স্বৰ্গী হ'ল।

দেউতাক : পিতা যোৱাৰ কিছুদিনৰ পাছত গ'ল মা। আৰু পিতা-মা স্বৰ্গী হোৱাৰ এবছৰৰ ভিতৰতে বিমলৰ হ'ল টি-বি। তেনে অৱস্থাত ভাতুমণিয়ে গৈ বিমলৰ সৈতে ঘৰ-সংসাৰ পতাৰ কথা তল পৰি গ'ল।

মাক : বিমল যেতিয়া ভাল হৈ উঠিল, তেতিয়া কিয় ভাস্বতীক স্বামীৰ লগলৈ নপঠালে?

দেউতাক : পঠাই দিয়ক বুলিলেইতো আৰু পঠাই দিব নোৱাৰি। টি-বি বেমাৰটো আজিকালিহে ভয় নলগা হৈছে, সেই সময়ত বেমাৰটোক সকলোৱে ভয় কৰিছিল। তদুপৰি ডাক্তৰে দেখোন আমাৰ ঘৰলৈ আহি তোমাকেই কৈছিল বিমলে সংসাৰ পতাৰ কথা আৰু উঠিবই নোৱাৰে বুলি। তুমিয়েই কোৱাচোন, তেনে অৱস্থাত ভাতুমণিক বিমলৰ লগত থাকিবলৈ পঠাই দিব পাৰি জানো?

মাক : বিমলে যে আকৌ বিয়া কৰাই ল'ৰা-ছোৱালী এহালৰ বাপেক হৈছে, এতিয়ানো কেনেকৈ তাৰ সংসাৰখন চলিছে। সময় থাকোঁতেই তাক বাধা দিব লাগিছিল।

[ মাক অদৃশ্য হয় ]

দেউতাক : এৰা, বিমলক সময় থাকোঁতেই বাধা দিব লাগিছিল। বাধা দিয়া হ'লেই এই নতুন সমস্যাটো সমাধান কৰা সহজ হ'ল হয়।

লিখক : আপোনাৰ ছোৱালীৰ প্ৰতি থকা মৰমক অলপ অস্বাভাৱিকভাৱে গভীৰ বুলি ক'ব পাৰি।

দেউতাক : অস্বাভাৱিকভাৱে গভীৰ? মানে?

লিখক : মই ভাবোঁ আপোনাৰ অৱচেতন মনত দুটা শক্তিয়ে সমান্তৰালভাৱে ক্ৰিয়া কৰিছিল।

দেউতাক : দুটা শক্তিয়ে?

লিখক : ওঁ, দুটা শক্তিয়ে। নিজৰ মতৰ বিৰুদ্ধে ছোৱালীক বিয়া দিব লগীয়া হোৱাত আপুনি অশান্তি অনুভৱ কৰিছিল। তেনে ধৰণে বিয়া দিয়া কথাটো আপুনি ন্যায়সঙ্গত হোৱা নাই বুলি ভাবিছিল আৰু সদায়ে উপায় বিচাৰিছিল কেনেকৈ প্ৰতিকাৰ কৰিব পাৰি তাৰ—

দেউতাক : তাৰ পাছত—

লিখক : আপুনি ভাবিছিল জোঁৱাইৰ অসুখৰ অজুহাতত নাইবা নিজৰ ভৰিত থিয় দিব পৰা নাই বুলিয়েই আপুনি ভাস্বতীক বিমলৰ ঘৰলৈ নপঠিয়াই প্ৰথমতে কৰা অন্যায়, মানে আপুনি কৰা বুলি ভবা অন্যায়ৰ প্ৰতিকাৰ কৰিলে। হয়নে নহয় বাৰু কওক—

দেউতাক : ক'ব নোৱাৰোঁ। আপোনাৰ দৰে কথাবোৰ মই ফঁহিয়াই চোৱা নাই।

লিখক : আৰু আপোনাৰ এই প্ৰচেষ্টাত ইন্ধন যোগালে ছোৱালীৰ প্ৰতি থকা আপোনাৰ মৰম বা মোহে। এই ধৰণৰ মৰম বা মোহকেই ফ্ৰয়দে ইডিপাচ্ কমপ্লেক্চ্ বুলি কৈছে। সেয়েহে মই ভাবোঁ বৰ্ত্তমান বিপৰ্য্যয়ৰ বাবে আপুনিও আংশিক ৰূপে দায়ী।

দেউতাক : আংশিক ৰূপে বুলি নকৈ সম্পূৰ্ণ-ৰূপে বুলি ক'লেও মই বেয়া নেপাওঁ।

লিখক : আপোনাৰ স্বীকাৰোক্তিয়ে আপোনাৰ মহত্ত্বকে প্ৰকাশ কৰিছে।

দেউতাক : মই আজি বিমোৰত পৰিছোঁ নিজে লগোৱা গাঁঠি খুলিব নোৱৰা কাৰণেহে। ছোৱালীক, বিয়াৰ পাছত ঘৰত ৰাখি, স্বামীৰ ঘৰলৈ যাবলৈ নিদি, পঢ়ুৱাই, এম এ. পাছ কৰোৱাই, ডক্তৰেট পোৱাৰ সুবিধা কৰি দিয়াৰ ফল মই আজি ভালদৰে ভোগ কৰিছোঁ। ভাতুমণিয়ে এতিয়া প্ৰফেছাৰ হিমাংশু শইকীয়াক বিয়া কৰাব খুজিছে।

লিখক : [ পাতলকৈ ] হয় নেকি? বেছ ৰোমান্টিক হৈ পৰিছে কথাবোৰ দেখিছোঁ।

দেউতাক : কথাটো আপুনি বৰ পাতলাই দিছে। মোৰ সমস্যাটো অলপ সহানুভূতিৰে বুজিবলৈ যত্ন কৰকচোন।

লিখক : বুজিছে বৰুৱা, সমস্যা যিমানেই গধুৰ নহওক পাতলকৈ ল'লেহে তাক সমাধান কৰাটো উজু হৈ পৰে। নহ'লে গধুৰ সমস্যাৰ লগত নিজৰ মনটোকো গধুৰ কৰি পেলালে উভয়ৰে হেঁচাত উশাহ নোপোৱাৰ সম্ভাৱনা বৰ বেছি।

দেউতাক : ভাতুমণি মোৰ একমাত্ৰ ছোৱালী হোৱা হ'লে চিন্তাৰ কাৰণ হয়তো একোৱে নেথাকিল হয়। কিন্তু মোৰ আন দুজনী ছোৱালীৰ কথাও মই ভাবিবলগীয়া হৈছে। এইৰ ভাগ্যত যি আছিল হ'ল। তাইৰ লগতে আন দুজনীৰ ভৱিষ্যত আন্ধাৰ কৰি তুলিব নোৱাৰোঁ মই।

লিখক : লিখা-পঢ়া কৰি ভাস্বতীৰ জ্ঞানৰ পৰিধি বহল হ'ল। নিজে কথাবোৰ ভাবি চাব পৰা হ'ল। তাইৰ মনটোৱেও এটা নিৰ্দিষ্ট গঢ় ল'লে। সেই কাৰণেই সমস্যাৰ জটিলতা বাঢ়িছে।

[ মাকক দেখা যায় ]

মাক : আগতে শহুৰ-শাহুৰ আগত মাত এষাৰ মাতিবৰ অধিকাৰ মোৰ নাছিল। কিন্তু আজি অৱস্থাৰ সলনি হৈছে। আজি তেখেতে মোক আওকাণ কৰিব নোৱাৰে।

দেউতাক : তোমাক বা তোমাৰ মতামতক কেতিয়াও আওকাণ কৰিব খোজা নাই মই। কি কৰিব লাগে এতিয়াও দেখোন তোমাক সুধিয়েই আছোঁ। কোৱা কি কৰিব লাগে—

মাক : বিমলৰ তালৈ ভাতুমণিক পঠিয়াই দিয়ক।

দেউতাক : কিন্তু ভাতুমণি ওঠৰ বছৰৰ আগৰ সৰু ছোৱালীজনী হৈ থকা নাই নহয়। তাই ডক্তৰেট পোৱা, কলেজৰ প্ৰফেছাৰ। তাইক তুমি বলেৰে বিমলৰ তালৈ পঠাবা কেনেকৈ? বিমলে বিয়া নকৰোৱা হ'লেও এটা কথা আছিল। এতিয়া তাই নেযাওঁ বুলিলে মই জানো জোৰ কৰিব পাৰোঁ?

মাক : পঢ়া-শুনা কৰিলে কি হ'ব? তাই ছোৱালী যি ছোৱালীয়েই। মাক-দেউতাকতকৈ কেতিয়াও বেছি বুজা হ'ব নোৱাৰে। তাইৰ কিহত ভাল হ'ব, কিহত বেয়া হ'ব, সেই কথা তাইতকৈ আমি বেছি ভালকৈ বুজোঁ।

দেউতাক : এৰা, তুমিয়েই বুজাবাচোন।

মাক : লাহৈ দি দি আপুনিয়েই তাইক মূৰত তুলিলে, এতিয়া আপুনিয়েই প্ৰতিকাৰৰ ব্যৱস্থা কৰিব লাগিব।

[ মাক অদৃশ্য হয় ]

দেউতাক : সেয়েহে মই কৈছিলোঁ বিমলক দ্বিতীয়বাৰ বিয়া কৰাবলৈ দিব নেলাগিছিল। বাধা দিব লাগিছিল কিন্তু দিয়া নহ'ল যেতিয়া—

[ দৰ্শকে বিমলক দেখা পায় ]

বিমল : হয়তো বাধা দিবৰ অধিকাৰো আপুনি হেৰুৱাইছিল।

লিখক : কিয়?

বিমল : কৈছোঁ এই কাৰণেই যে মোৰ বেমাৰ ভাল হোৱাৰ পাছত কেৰাবাৰো ভাস্বতীক নিয়াৰ কথা দেউতাক কৈছিলোঁহি। কিন্তু মোৰ প্ৰস্তাৱ তেখেতসকলে এটা নহয় এটা অজুহাতত অগ্ৰাহ্য কৰিলে।

দেউতাক : বেমাৰৰ কথা বাদ দিলেও বিমল, তেতিয়া তোমাৰ উপাৰ্জনৰ বাট মুকলি হোৱা নাছিল।

বিমল : মোৰ ওপৰত আপোনালোকৰ বিশ্বাস থাকিব লাগিছিল। তেতিয়া ধন ঘটিবৰ উপায় বিচাৰি পোৱা নাছিলোঁ যদিও আজিতো মই কিবা এটা কৰি সংসাৰখন চলাই আছোঁ।

বিমল : মই নগৰৰ ল'ৰা নহ'লেও মই ভাস্বতীৰ অনুপযুক্ত স্বামী নাছিলোঁ। মোৰ আতি-গুৰি ৰেহ-ৰূপ স্বভাৱ-চৰিত্ৰ চাইহে আপোনালোকে ছোৱালী সম্প্ৰদান কৰিছিল।

দেউতাক : এই কথা অস্বীকাৰ কৰিবৰ উপায় নাই।

বিমল : আপোনালোকে বিয়াখন পাতিলে হয় কিন্তু বিয়াৰ পাছত আমাৰ যাতে মনৰ মিল হয়, আমি যাতে ইজনে-আনজনক চিনি পাব পাৰোঁ তাৰ কোনো সুবিধা আপোনালোকে কৰি নিদিলে।

দেউতাক : ভাতুমণি সেই সময়ত দেখোন নিচেই সৰু ছোৱালী, সুবিধা দিলেও যে তাই—

বিমল : ভাস্বতীৰ বয়স বাঢ়ি অহাৰ পাছতো আপোনালোকৰ ব্যৱহাৰৰ কোনো বিশেষ পৰিবৰ্তন হোৱা নাছিল। আপোনালোকে কোনো দিনাখনেই তেওঁক মোৰ ওচৰ চাপিবলৈ দিয়া নাছিল, সদায় চেষ্টা কৰিছিল আঁতৰাই ৰাখিবলৈ আৰু তাৰ ফলত আমাৰ দুয়োৰে মাজত এনে ব্যৱধানৰ সৃষ্টি হ'ল যে আমি লাহে লাহে অচিনাকি মানুহৰ দৰে হৈ পৰিলোঁ। তদুপৰি পঢ়িবলৈ দি আৰু নানা ধৰণৰ মানুহৰ লগত মিলিবলৈ দি ভাস্বতীৰ মনটো মোৰপৰা আঁতৰাই নিবলৈকো সততে যত্ন কৰা হৈছিল।

[ দেউতাক অদৃশ্য হয়। ভাস্বতীৰ মুখত পোহৰ পৰে ]

ভাস্বতী : এনে ধৰণৰ সন্দেহেইতো তেখেতৰ প্ৰতি মোৰ মনটো বিৰূপ কৰি তোলাত সহায় কৰিলে আটাইতকৈ বেছি। তেখেতৰ ব্যৱহাৰ মোৰ আশানুৰূপ হোৱা হ'লে সেই শ্ৰদ্ধায়ে হয়তো পাছলৈ আমাৰ সম্বন্ধ নিবিড় কৰি তুলিলে হয়।

ভাস্বতী : মই স্কুলৰ পঢ়া শেষ কৰি কলেজত নাম লগাই ল'ৰাৰ লগত পঢ়িবলৈ ল'লোঁ। সেই সময়ত ক্লাচৰ ছাত্ৰবোৰ প্ৰায় আমাৰ ঘৰলৈ মোক লগ ধৰিবলৈ আহিছিল। মোৰ লগত পঢ়া-শুনাৰ আলোচনা কৰিছিল, কথা পাতিছিল, গল্প কৰিছিল। এইবোৰ হয়তো তেখেতে মনে মনে কৰিছিল অপছন্দ। সুবিধা পালেই এইবোৰৰ কথা উল্লেখ কৰি মোক ঠাট্টা কৰিছিল, কথা শুনাইছিল আৰু এই কাৰণেই মই ভাবিবলৈ বাধ্য হৈছিলোঁ যে তেওঁৰ মনটো সৰ্বসাধাৰণতকৈ ঠেক।

লিখক : কিন্তু বিমলৰ এই সন্দেহ বা ইংৰাজীত যিহক "জেলাচি" বুলি কয়, সি যে প্ৰেমৰে এটা অভিব্যক্তি সেই কথা শিক্ষিতা ছোৱালী হিচাপে তুমি বুজিব পাৰিব লাগিছিল।

ভাস্বতী : বুজিব পাৰিব লাগিছিল মই স্বীকাৰ কৰোঁ। কিন্তু মোৰ মনটো আকৰ্ষণ কৰিব পৰা শক্তিও তেখেতৰ থাকিব লাগিছিল।

বিমল : আকৰ্ষণ অনুভৱ কৰিব নোৱৰাৰ প্ৰধান কাৰণেই হ'ল অনুপ চলিহা।

লিখক : অনুপ চলিহা?

বিমল : ওঁ, অনুপ চলিহা। যাৰ লগত এওঁ সদায়ে নৈৰ পাৰত ফুৰিছিল, ৰেষ্টুৰাঁত চাহ খাইছিল, চিনেমা চাইছিল—

ভাস্বতী : মানুহৰ সহজ সম্বন্ধক কলঙ্কময় কৰি তুলিব পাৰে আপোনালোকৰ দৰে সঙ্কীৰ্ণ মনৰ মানুহে।

বিমল : তোমালোকৰ এই সহজ সম্বন্ধৰ কথা কলেজৰ সকলোৰে মুখে মুখে হৈছিল যদিও মই কিন্তু তোমাক এদিনালৈকে কোৱা নাছিলোঁ। সেই কাৰণে মোক ঠেক মনা বুলি ক'লেও সেই অভিযোগ মানি ল'বলৈ মই প্ৰস্তুত নহওঁ।

লিখক ঃ অনুপ চলিহাৰ সৈতে গঢ়ি উঠা তোমাৰ সম্বন্ধ তুমি দোষৰ নহয় বুলি ভাবিলেও তেওঁক তোমাৰ 'ইমান ওচৰ চাপিবলৈ দিয়াটো বোধকৰোঁ উচিত হোৱা নাছিল।

ভাস্বতী ঃ অনুপ চলিহাৰ লগত ফুৰাচকা কৰাটো সমাজৰ ঠেকমনা দহজনে বেয়া বুলি ভাবিলেও মই এনে একো কৰা নাই যাৰ ফলত মোৰ মা-দেউতাৰ বা মোৰ পৰিয়ালৰ সম্মানত চেকা পৰিব পাৰে।

বিমল ঃ এইবোৰ কথা ওলোৱাৰ পাছতো মই এবাৰ ভাস্বতীক নিম বুলি আহিছিলোঁ। সেইবাৰো ওভতাই পঠোৱা হ'ল।

লিখক ঃ আৰু সেই কাৰণেই বোধকৰোঁ তুমি ভাবিলা ভাস্বতীলৈ আশা নকৰি আকৌ বিয়া কৰোৱাই ভাল।

বিমল ঃ মই নিজে পুনৰ বিয়া কৰোৱাৰ কথাটো ৰবকৈ নেভাবিলেও মা-ই নেৰিলে। বিধবা মা, নাতি-নাতিনীৰ মুখ চাবলৈ বৰ হেঁপাহ।

ভাস্বতী ঃ নিজৰ এখন সুকীয়া সংসাৰ পাতি লোৱাৰ এটা সহজ উপায় তেওঁ বিচাৰি পালে। আৰু তেখেতৰ জীৱনৰপৰা মই বাদ পৰি গ'লো।

লিখক ঃ এনে হোৱাৰ কাৰণে তুমি জানো বেয়া পাইছিলা?

ভাস্বতী ঃ মনত যে এটা আঘাত পাইছিলোঁ সেই কথা আজি মই অস্বীকাৰ নকৰোঁ।

লিখক ঃ কিয়?

ভাস্বতী ঃ কোনোদিনাখনেই কল্পনা কৰা নাছিলোঁ আমাৰ দুজনৰ মাজত হোমৰ জুইক সাক্ষী ৰাখি আন এজনৰ আবিৰ্ভাব হ'ব ; প্ৰথমৰ মানসিক আঘাতটো সহ্য কৰি লোৱাৰ পাছত মোৰ এনে এটা ধাৰণা হৈছিল যে তেখেতে মোৰ ওপৰত প্ৰতিশোধ ল'বলৈকে পুনৰ বিয়া কৰালে। মনলৈ সেই ভাবটো অহাৰ পাছৰপৰাই ময়ো দৃঢ়-প্ৰতিজ্ঞ হ'লোঁ মনৰপৰা তেখেতৰ সকলো স্মৃতিকে মচি পেলাবলৈ।

লিখক ঃ বিমলে বিয়া কৰালেই জানিবা। সেইবুলি তেওঁৰ ঘৰৰ দুৱাৰ তোমাৰ কাৰণে কেতিয়াও জাপ খাই যোৱা নাই।

বিমল ঃ মোৰ ঘৰৰ সকলোৱে ভাস্বতীক আদৰি ল'বলৈ সদায়ে উদগ্ৰীৱ। এতিয়াও আহোঁ বুলিলে—

ভাস্বতী ঃ মিছা কথা, মোৰ দ্বাৰা আপোনাৰ সংসাৰৰ মাজত গৈ সোমোৱাটো কেতিয়াও সম্ভৱ নহ'ব। আপোনাৰ ব্যৱহাৰে মোক নতুন মানুহ ৰূপে নিজকে গঢ়ি তুলিবলৈ বাধ্য কৰিছে। মোৰ সমুখত আজি বিশ্বন জগত মুকলি হৈছে তাক অতীতৰ স্মৃতিয়ে মোলান পেলাব নোৱাৰে।

বিমল ঃ বেছ, তোমাৰ নতুন জীৱনক তুমি আদৰি লোৱা। মোৰ শুভ-ইচ্ছা থাকিল।

[ বিমল অদৃশ্য হয় ]

লিখক : পুনৰ বিয়া কৰোৱাৰ পাছত তোমাক নিবলৈ বিচৰাটো বিমলৰ পক্ষে শোভনীয় হোৱা নাই বুলি ক'লে অৱশ্যে বঢ়াই কোৱা নহয়।

ভাস্বতী : অকল অশোভনীয়েই নহয় ই আদিম মনোবৃত্তিৰো পৰিচায়ক।

লিখক : আদিম মনোবৃত্তিকো বহুতো সময়ত সমৰ্থন কৰিব পাৰি যদি তেনে মনোবৃত্তিৰ উৎস থাকে অন্তৰৰ অন্তঃস্থলীত ; গভীৰ অনুভূতিয়ে যদি তাক কৰে পৰিচালিত।

লিখক : তদুপৰি তুমি বিমলৰ মাজত এনে কোনো মহত্ত্ব বিচাৰি পোৱা নাই যিহৰ পুষ্টি সাধন কৰি জীৱনটো পৰিপূৰ্ণতাৰ ফালে আগবঢ়াই নিব পাৰা। আৰু এই কাৰণতেই বিমলে তোমাৰ মনটোক অকণো আকৰ্ষণ কৰিব পৰা নাই। এনে আকৰ্ষণৰ শক্তি হয়তো গভীৰ ভালপোৱাতকৈ কম। তথাপি বৈবাহিক জীৱন সুখৰ আৰু শান্তিৰ কৰি তুলিবলৈ ই যথেষ্ট।

ভাস্বতী : মই স্বামীৰ সান্নিধ্যত আহিবলৈ বেছি সুবিধা পোৱা নাই সঁচা ; কিন্তু যেতিয়া অলপ সুবিধা পাইছিলোঁ, তেতিয়া মই তেওঁৰ মাজত দেখা পাইছোঁ কেৱল আদিম বৰ্বৰতা। আৰু সিয়েই মোৰ মনটোক তেওঁৰ প্ৰতি বিৰূপ কৰি তুলিছিল। আপুনি কোৱা মহত্ত্বৰ কোনো অস্তিত্বই মই তেওঁৰ মাজত দেখা নাছিলোঁ।

লিখক : অলপ কাব্যিকভাৱে ক'বলৈ হ'লে তেওঁৰ সংস্পৰ্শত তোমাৰ হিয়া-পদুমে পাহি মেলা নাছিল—কি বোলা?

ভাস্বতী : মোৰ যে এখন হিয়া আছে, মোৰ অন্তৰতো যে কোমল অনুভূতি আছে, সেই কথা প্ৰথম মই উপলব্ধি কৰিছিলোঁ, অনুপ চলিহাৰ সংস্পৰ্শলৈ আহি। কিন্তু হিমাংশুৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ গভীৰতাই মোক একেবাৰে অভিভূত কৰি পেলাইছে।

লিখক : হিমাংশু তোমাৰ সহকৰ্মী

ভাস্বতী : মোৰ সহকৰ্মী হ'লেও হিমাংশুৰ সৈতে পৰিচয় হোৱা বেছি দিন হোৱা নাই। চিনাকি হোৱাৰ পাছত এতিয়া অনুভৱ কৰিছোঁ আমি দুয়ো দুয়োকে চিনি পাবৰ কাৰণে যেন বহুদিনৰপৰাই বাট চাই আছিলোঁ।

লিখক : হিমাংশুৰো তোমাৰ দৰেই এখনি সংস্কৃতিসম্পন্ন অন্তৰ নিশ্চয় আছে। সেয়েহে বোধকৰোঁ তোমালোকে এজনে আনজনক আকৰ্ষণ কৰিব পাৰিছা। বোধকৰোঁ এই কাৰণতেই তুমি এতিয়া হিমাংশুক বিয়া কৰাবলৈকে ওলাইছা।

ভাস্বতী : এতিয়া মই বিচাৰোঁ মোৰ জীৱনৰ সোঁত এটা নিৰ্দিষ্ট গতিত প্ৰবাহমান হওক। এই যাত্ৰাপথৰ সহযাত্ৰী হ'ব হিমাংশু। হিমাংশুৰ প্ৰতি গঢ়ি উঠা যি গভীৰ আকৰ্ষণে মোক অভিভূত কৰিছে হয়তো তাকেই প্ৰেম

ভালপোৱা বুলি ক'ব পাৰি। তাৰ মাজতে মই মোৰ সত্তাটোক উপলব্ধি আৰু পৰিপুষ্ট কৰিব পাৰিম বুলি ভাবিছোঁ।

লিখক : হিমাংশুৰো মনৰ কথা এয়েনে?

[ হিমাংশুক দেখা যায় ]

হিমাংশু : সকলো প্ৰতিকূল অৱস্থাৰ সমুখীন হ'বলৈ মই প্ৰস্তুত।

লিখক : পাহৰি নেযাবা জীৱনটো ৰোমান্স্ নহয়। তুমি উপলব্ধি কৰিব লাগিব যে প্ৰেম অন্তৰৰ সাময়িক উচ্ছ্বাসতকৈ গভীৰ।

হিমাংশু : সেই উপলব্ধি মোৰ হৈছে।

লিখক : অকল সিমানেই নহয়। তোমাৰ প্ৰেমক তুমি প্ৰতিষ্ঠা কৰিব লাগিব যুক্তিৰ বেদীত।

হিমাংশু : কৰিছোঁ। বৈজ্ঞানিকে ফুলৰ পাপৰিবোৰ ছিঙি মোহাৰি পেলোৱাৰ পাছতো ফুলৰ সুগন্ধ আমোল-মোলাই থকাৰ দৰে মোৰ প্ৰেমৰ সুবাস দুগুণে চৰিছে, কমা নাই।

লিখক : তুমি তেন্তে ভাস্বতীক বিয়া কৰাবলৈ দৃঢ়প্ৰতিজ্ঞ।

হিমাংশু : মই সিদ্ধান্তত স্থিৰ। মোৰ সংকল্প অটল।

লিখক : ভাস্বতীৰ মাক-দেউতাকৰ মত তুমি নোপোৱা।

হিমাংশু : নেপাম বুলিয়েইবা ডাঠি কয় কেনেকৈ?

লিখক : ভাস্বতীৰ মাৰ্কি পুৰণিকলীয়া মানুহ। ভাস্বতীৰ দেউতাকো সংস্কাৰ বিমুক্ত নহয়।

হিমাংশু : কিন্তু তেওঁলোকে নিশ্চয় বুজিছে, ভাস্বতীৰ কল্যাণ হওক বুলি আজি ওঠৰ বছৰৰ আগতে যি কৰিছিল তাৰ ফল তেওঁলোকে আশা কৰাৰ দৰে নহ'ল। ভাস্বতীৰ জীৱনত নিষ্ফল হ'ল হোমৰ আগত উচ্চাৰণ কৰা পবিত্ৰ মন্ত্ৰ—

লিখক : তুমি যিমান সহজে বুজিছা, তেওঁলোকে চাগে সিমান সহজে বুজিবলৈ ইচ্ছা নকৰিব।

হিমাংশু : কিন্তু ভাস্বতীৰ জীৱন বিষময় কৰি তোলাটো নিশ্চয় তেওঁলোকৰ কামনা নহয়। ভাস্বতীৰ জীৱন সুখ আৰু তৃপ্তিৰে ভৰি উঠক বুলি তেওঁলোকে মুখৰে ফুটাই নক'লেও অন্তৰেৰে নিশ্চয় বিচাৰে।

লিখক : ভাস্বতী, তুমি কি ভাবিছা? তোমাৰপৰা তোমাৰ মা-দেউতাৰাই বহুতোখিনি আশা কৰে। তুমি তেখেতসকলৰ আশাত কুঠাৰাঘাত কৰিবানে?

ভাস্বতী : মোৰ মনৰ কথা, মোৰ সমস্যা জানো তেওঁলোকে বুজিবলৈ চেষ্টা কৰিব নেলাগে? অৱশ্যে নুবুজি বা বুজিবলৈ চেষ্টা নকৰি পুৰণি সংস্কাৰকে আঁকোৰ গোঁজালি দি ধৰি থাকিলে মই নিৰুপায়।

লিখক : কিন্তু মা-দেউতাৰাৰ আশীৰ্বাদ নোপোৱাকৈ ইমান ডাঙৰ কাম এটা কৰিবলৈ তোমাৰ সাহস হ'ব নে?

ভাস্বতী : মোৰ বিশ্বাস মই তেওঁলোকৰ আশীৰ্বাদৰপৰা বঞ্চিত নহ'ম। সক্ৰিয়ভাৱে মোৰ সতে সহযোগ নকৰিলেও নিষ্ক্ৰিয় হৈ বহি থাকি তেওঁলোকে নিশ্চয় মনেৰে অনুমোদন জনাব আৰু কোনো অমঙ্গলে মোক স্পৰ্শ নকৰক বুলি আশীৰ্বাদ দিব।

লিখক : বিমলৰ ভৰফৰপৰা বাধা আহিব পাৰে।

হিমাংশু : বোধকৰোঁ নাহে, আহিলেও সেই বাধা আমি অতিক্ৰম কৰিম।

লিখক : তোমালোকৰ এই কামে সমাজত আলোড়নৰ সৃষ্টি কৰিব।

ভাস্বতী : [ কিছু উত্তেজিত হৈ ] সমাজৰ কথা মোক নক'ব। আমাৰ বেলিকাহে সমাজ সদায়ে সজাগ, কিন্তু পুৰুষৰ বেলিকা সমাজ শুই থাকে। সমাজে কিয় মোৰ স্বামীক দ্বিতীয়বাৰ বিয়া কৰাওঁতে বাধা নিদিলে? সমাজে কিয় তেতিয়া মোৰ স্বামীক মোৰ প্ৰতি থকা তেওঁৰ দায়িত্বৰ কথা সোঁৱৰাই নিদিলে? এইখন সমাজৰ দোহাই নিদিব। পুৰুষে গঢ়া নীতি-নিয়মবোৰৰ কথা ক'লে মোৰ মনটো বিদ্ৰোহী হৈ উঠে। সমাজে সদায়ে আমাক নিষ্পেষণ কৰাটো আমি আৰু সহ্য কৰি নেথাকোঁ।

লিখক : তোমাৰ দৰে আদৰ্শ নাৰীৰ প্ৰতি দহজনৰ আস্থা কমিব।

ভাস্বতী : মই আদৰ্শ নাৰী হ'ব নোখোজোঁ।

হিমাংশু : ভাস্বতীৰ দৰে যিসকল, তেওঁলোকে শক্তি পাব অন্তৰৰ দুখৰ বোজা আঁতৰাই পেলাবলৈ। আৰু এনেলোকৰ সংখ্যাও সমাজত নিচেই কম নহয়। তেওঁলোকে ভাস্বতীক পথ প্ৰদৰ্শক বুলি পূজা কৰিব।

লিখক : সংসাৰৰ পঙ্কিলতাই তোমালোকৰ প্ৰেমক মলিয়ন কৰি পেলাব।

হিমাংশু : কল্যাণী গৃহিণী ৰূপে ভাস্বতী সেই পঙ্কিলতাতকৈ থাকিব বহুত উৰ্ধত। মাতৃত্বৰ গৌৰৱে তেওঁক তুলিব গৰীয়ান কৰি।

লিখক : কিন্তু সেই পথ ভোগৰ পথ, কামনাৰ পথ, প্ৰবৃত্তিৰ পথ। সেই পথেদি আগবাঢ়ি গৈ তোমালোকৰ প্ৰেমে মুক্তিৰ সোৱাদ নেপায়। মোহ বন্ধনৰ মাজত তাৰ অস্তিত্ব হেৰাই যাব।

ভাস্বতী : আমাৰ প্ৰেম আপুনি স্বীকাৰ কৰি লৈছে, কিন্তু অনুমোদন কৰা নাই আমাৰ বিবাহৰ সিদ্ধান্ত। তাৰ মানে, আপোনাৰ অন্তৰো সংস্কাৰ বিমুক্ত নহয়। আমাৰ শিৰত হাত থৈ আমাৰ যাত্ৰা জয়যুক্ত হওক বুলি আশীৰ্বাদ কৰিবলৈ লিখক, নাট্যকাৰ, সাহিত্যিক, আপুনিও সঙ্কোচ বোধ কৰে!

লিখক : তুমি ভুল বুজিছা। কোনো সঙ্কোচ মোৰ নাই। মই মাথোন কল্পনা কৰিছোঁ তোমালোকৰ বাবে মহত্তৰ জীৱন।

হিমাংশু : আপোনাৰ কল্পনাই বাস্তৱক আওকাণ কৰিছে।

লিখক : মোৰ কল্পনাই কিন্তু বাস্তৱৰপৰাই আহৰণ কৰিছে তাৰ গতি-প্ৰবাহ, তাৰ প্ৰাণ-শক্তি।

ভাস্বতী : কাপুৰুষ আপুনি। সত্যক সুন্দৰভাৱে সাহিত্যৰ মাজেৰে সমাজত সুপ্ৰতিষ্ঠিত কৰিবলৈ সৎসাহস আপোনাৰ নাই।

লিখক : মোৰ কল্পনা মাথোন বস্তু জগততে আবদ্ধ নেথাকে, থাকিব নোৱাৰে। সেয়েহে মই বিচাৰোঁ তোমালোকৰ সংস্কৃতিসম্পন্ন অন্তৰে আজি বোধন কৰক সেই প্ৰেমক, যি প্ৰেমে নিবিচাৰে দেহৰ বন্ধন, স্বীকাৰ কৰে আত্মাৰ মিলন। যি প্ৰেমে শিকাব লৌকিকতাৰ ঠেক সীমা অতিক্ৰম কৰি অসীম প্ৰেমৰ মাহাত্ম্য উপলব্ধি কৰিবলৈ মাথোন এই প্ৰেমহে সত্য, এই প্ৰেমহে অক্ষয় আৰু চিৰন্তন।

হিমাংশু : কিন্তু মাটিৰ মানুহ আমি। আপোনাৰ আদৰ্শ-প্ৰেমৰ কল্পনা ধূলি-বালিৰ পৃথিৱীৰ, তেজ-মঙহৰ মানুহৰ বাবে নহয়। পৃথিৱীখনক আকোৱ গোঁজালি দি ধৰি থাকিবলৈ আমাৰ অপৰিসীম মোহ। এই মোহ-পাশত বান্ধ খাই থকাৰ বাহিৰে আমাৰ আন উপায় নাই।

লিখক : তুমি পুৰুষ হিমাংশু। তোমাৰ অন্তৰৰ চিৰন্তন হেঁপাহ, কল্পনাৰ মানসী প্ৰিয়াক পৃথিৱীৰ কোনোবা নাৰীৰ মাজত বিচাৰি পাবলৈ। আজি ভাস্বতীৰ মাজতে হয়তো তুমি দেখা পাইছা, তোমাৰ মানস প্ৰতিমাৰ মূৰ্তিমতী ৰূপ। সেয়েহে ভাস্বতীৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ মোহে, তোমাক অভিভূত কৰি পেলাইছে। কিন্তু যদি বিবাহৰ যোগেদি এই বন্ধন চিৰন্তন কৰিব খোজা, তেন্তে তুমি হয়তো হতাশ হ'ব লাগিব। তোমাৰ পৌৰুষৰ গতি-চাঞ্চল্যই তোমাক তৃপ্তিৰ সোৱাদ ল'বলৈ নিদিয়ে। নতুনৰ সন্ধানত সি আকৌ স্থিৰতা হেৰুৱাব।

ভাস্বতী : আপুনি পুৰুষ হিমাংশুৰ অন্তৰৰ গতি চাঞ্চল্যৰ কথা ভাবিছে, কিন্তু ভবা নাই মোৰ মনৰ কথা। মই সমাজৰ শাশ্বত নিয়ম ভাঙি পেলাম। বিদ্ৰোহিনী অভিসাৰিকাৰ দৰে আগবাঢ়ি যাম। হিমাংশুৰ মাজত নিজকে বিলাই দি জীৱনটো সাৰ্থক কৰি তুলিবলৈ। ধূপ যেনেকৈ জ্বলি জ্বলি নিঃশেষ হৈ যায়, মই নাৰী, ময়ো নিজকে শেষ কৰি দিম হিমাংশুৰ প্ৰেমৰ মাজত।

লিখক : মইতো তোমাৰ তেনে ৰূপ কল্পনা কৰা নাছিলোঁ।

ভাস্বতী : আপুনি ভুল কৰিছিল।

লিখক : কিন্তু তুমি যে সাধাৰণ নোহোৱা, তুমি যে অনন্যা—ভাস্বতী তুমি। মই ভাবিছিলোঁ ধীমান পুৰুষৰ দৰেই গতিশীল হ'ব তোমাৰো অন্তৰ। কোনো এটা নিৰ্দিষ্ট বিন্দুত আহি সি থমকি বৈ নেযায়। বিভিন্ন ৰূপৰ মাজেৰে আত্মপ্ৰকাশ কৰি আগবাঢ়ি যাব অনন্তৰ কালে।

ভাস্বতী : আমাক ক্ষমা কৰিব। আমি আপোনাৰ আশাক, আপোনাৰ কল্পনাক ৰূপ দিব নোৱাৰিলোঁ।—

হিমাংশু : বিশ্বাস কৰক—আমাৰ বাবে এই বিবাহ বান্ধোন নহয়।

ভাস্বতী : ই আমাৰ যুঁটীয়া জীৱনত দিব যুক্তিৰ সোৱাদ।

হিমাংশু : আমাৰ নৱজীৱনৰ যাত্ৰাপথত যোগাব প্ৰেৰণা।

লিখক : মোৰ সমুখত নাৰীৰ দুটা বেলেগ ৰূপ দেখিবলৈ পাইছিলোঁ। এটি মোৰ মানস কন্যা, অশৰীৰী ভাস্বতী আৰু আনটি হ'লা তুমি।

লিখক : অলপ আগলৈকে দুয়োটা ৰূপেই একেটাতে বিলীন আছিল। ভাস্বতীৰ একেটা ৰূপেই মই মানস পটত দেখা পাইছিলোঁ। কিন্তু এতিয়া হ'ল বিচ্ছেদ ৰচনা তোমাৰ সতে। তোমালোকৰ পথেদি যোৱা তোমালোক। মই বাধা নিদিওঁ। আৰু মই যাওঁ মোৰ বাটেদি ; ৰূপ দিওঁ মোৰ কল্পনাক, মোৰ আদৰ্শক, মোৰ সাহিত্যত। মোৰ মানস-কন্যা, মোৰ কল্পনাৰ ভাস্বতী ধ্যানলোকৰ ভাস্কৰ জ্যোতিত হওক উদ্ভাসিত। সাংসাৰিক জীৱনৰ ঠেক সীমা অতিক্ৰম কৰি মোৰ সাহিত্যত ভাস্বতীৰ প্ৰেম ত্যাগৰ মাজেৰে হওক অম্লান, হওক সুন্দৰ।

[ মঞ্চ এন্ধাৰ হৈ নাটকৰ সামৰণি সূচায় ]

# জবালা

পাত্র-পাত্রী :

জবালা, অরুন্ধতী, চম্পা, রূপলাল, সঞ্জীব, সত্যেন,
প্রশান্ত, অতনু, কুশুন, রমেশ

# প্ৰথম অঙ্ক

[ এখন পোন্ধৰ ছেন্টিমিটাৰমান বহল ওপৰ সমান ডেস্ক সমুখৰপৰা পাচলৈ দীঘলকৈ পাৰি, মঞ্চক সমানে দুটা অংশত বিভক্ত কৰা হয়। ৰঙীন কাপোৰেৰে ডেস্কখন ঢাকা থাকে। ডেস্কখনৰ সমুখভাগত এটা ডাঙৰ পিতলৰ ফুলৰ টাব থ'ব পাৰি আৰু এইখনক আৱশ্যক অনুযায়ী মেজৰ দৰেও ব্যৱহাৰ কৰিব পাৰি। দৰ্শকৰ বাঁওফালৰ অংশটো মঞ্জুলাহঁতৰ আৰু সোফালৰটো সঞ্জীৱ চলিহাৰ। মঞ্জুলাহঁতৰ অংশটোৰ সা-সৰঞ্জাম সাধাৰণ কিন্তু সুৰুচিপূৰ্ণ। এই অংশটোৰ সোঁফালৰ চুকটোত এখন ঢাকি থোৱা ওখ চেল্‌ফৰ ওপৰত তিনিখন ফটো ৰখা হৈছে। মাজৰখন শ্ৰীকৃষ্ণৰ, বাঁওফালৰখন ৰূপলালৰ আৰু সোঁফালৰখন মঞ্জুলাৰ স্বামী প্ৰশান্ত। দুয়োজনৰেই ডেকাকালৰ ফটো, যদিও দেখিলে ধৰিব পাৰি প্ৰতাপতকৈ ৰূপলালৰ বয়স বেছি। মঞ্জুলাৰ অংশটোৰ সমুখভাগত অভিনয়ৰ যথেষ্ট ঠাই আৰু দুয়োকাষেদি অহা-যোৱা কৰিবলৈ ঠেক হ'লেও বাট ৰাখি পাছফালে বেছ ডাঙৰকৈ জালীকটা বাঁহৰ বেৰ এখন তলৰপৰা ওপৰলৈকে আছে। বাঁহত ৰং কৰা। পাছফালে কোনোবা থিয় হ'লে দেখি। এই জালীকটা বেৰখনৰ গাতে লগাই পাছফালে এহাতমান ওখ দীঘে পুতলে আঢ়ৈ মিটাৰমান ডাঙৰ এখন প্লেটফৰ্ম। প্লেটফৰ্মৰ তলখিনি কাপোৰেৰে ঢাকা। তাৰ পাছফালে অলপ ঠাই এৰি মঞ্চৰ চাইক্লৰেমা বা বগা আঁৰ কাপোৰ।

সোঁফালৰ সঞ্জীৱ চলিহাৰ অংশটোৰ সা-সৰঞ্জাম চ'ফা চেট আদিৰে আভিজাত্যৰ পৰিচায়ক। এই অংশটোৰ পাছফালে জালীকটা বেৰখনৰ শাৰীত, মাজত অহা-যোৱা কৰিবলৈ ঠেক বাট এটা ৰাখি ভিতৰৰপৰা টানি আনিব পৰাকৈ এখন নীলা বৰণৰ আঁৰ কাপোৰ আঁৰা থাকে। এই আঁৰ কাপোৰখন সম্পূৰ্ণ টানি আনিলে জালীকটা বেৰখন ঢাক খাব। প্ৰথম পৰিস্থিতিত এইখন কোঁচোৱা থাকে যাতে দৰ্শকে পাছফালৰ বগা আঁৰ কাপোৰৰ ওপৰত পোহৰ নিয়ন্ত্ৰণেৰে বানপানীৰ ঢৌ সৃষ্টি কৰাটো দেখা পায়।

মঞ্জুলাৰ অংশত, প্লেটফৰ্মৰ ওপৰত কম বয়সীয়া মঞ্জুলাৰ নৃত্যৰ বাবে পোহৰ পৰিবৰ্তনৰ সময়ৰ আন্ধাৰখিনিতে এই নীলা আঁৰ কাপোৰখন টানি দিয়া হয়। তেতিয়াৰপৰা এই আঁৰ কাপোৰখন শেষলৈকে থাকি যায় জালীকটা বেৰৰ দাঁতিলৈকে।

পোহৰ নিয়ন্ত্ৰণ এনেভাৱে কৰিব লাগিব যাতে এটা অংশত পেলোৱা পোহৰ আনটোৰ ওপৰত নপৰে।

নাটৰ আৰম্ভণিতে, আন্ধাৰ মঞ্চত সমুখৰ আঁৰ কাপোৰ আঁতৰে। দৰ্শকৰ বাঁওফালে সমুখৰ এটা নিৰ্দিষ্ট অংশত ৰূপলাল থিয় হৈ থাকে। স্পষ্ট লাইটৰ পোনপটীয়া পোহৰ তেওঁৰ কঁকালৰপৰা ওপৰৰ অংশত, মুখখনক সামৰিহে মাথোঁ পৰে। মঞ্চৰ আন অংশবোৰ সম্পূৰ্ণ আন্ধাৰ।

ৰূপলালৰ মুখৰ দাড়ি, চুলিবোৰ দীঘল, চেহেৰাত বাৰ্দ্ধক্যৰ ছাপ। সাধাৰণ চোলা চুৰিয়া পিন্ধিছে। গাত এখন চেলেং চাদৰ। গাম্ভীৰ্যপূৰ্ণ ব্যক্তিত্ব, দেখিলে ভক্তি হয়। ৰূপলালে এখন চিঠি পঢ়ি আছে। পঢ়ি থাকোঁতে এবাৰ মূৰ দাঙি দৰ্শকৰ ফালে চাই যেন অতীতৰ কথা সোঁৱৰে। ]

ৰূপলাল : জবালা! মোৰ হিয়াৰ আপোন, জবালাৰ এইখন চিঠি। মোৰ জীউ, মোৰ ছোৱালী জবালাৰ চিঠি। [ কথাৰ সুৰ সলাই ] ছোৱালী? নহয় নহয়, মোৰ ছোৱালী নহয়—ছোৱালী তাই আনৰহে। [ মাত গধুৰ কৰি ] জবালা! জবালা উপনিষদৰপৰা বুটলি অনা এটা নাম। সময়ৰ বোকোচাত উঠি আজিৰ যুগ পাইছেহি। ধূলি মলিন হোৱা নাই। জবালা-সত্যকাম! [ পাতলকৈ ] নাই নাই, এইখন চিঠি, মই পঢ়ি থকা এই চিঠিখন জবালাৰ নহয়। এইখন লেখিছে মঞ্জুলাই। মঞ্জুলা—জবালা, জবালা—মঞ্জুলা! কিবা খেলিমেলিখন লাগি যায়। এৰা, এইখন মঞ্জুলাৰ চিঠি, মঞ্জুলাৰ—[ হঠাৎ বৈ যায়, তাৰ পাছত হাঁহি, সহজভাৱে কয় ] আপোনালোকে চাগে মোক এতিয়া প্ৰশ্ন কৰি বহিব মঞ্জুলা কোন? কাৰ ছোৱালী? কি উত্তৰ দিম? মই যে নিজেই নাজানো মঞ্জুলা কাৰ ছোৱালী, কোন তাইৰ দেউতাক! [ অতীতৰ কথা ভাবি যেন অভিভূত হয়। ] পঞ্চাশৰ ভুঁইকপ আৰু লুইত-সুবৰ্ণশিৰীৰ বলিয়া বানৰ কথা আপোনালোকৰ মনত আছে নহয়? মঞ্জুলা সেই প্ৰলয়ঙ্কৰী ভুঁইকপ আৰু বানপানীৰে দান। পানীত ওপঙি অহা জাজৰিয়ে বোকোচাত লৈ আহিছিল এটি এধানিমান শিশুক আৰু সেই শিশুটিক তুলি দিছিল মোৰ কোলাত। মোৰ নিঠৰুৱা জীৱনক সেই শিশুটিয়ে, শিশুটিৰ কৰুণ কান্দোনে.... [ ৰূপলালৰ ওপৰত পৰা পোহৰ নাইকিয়া হয়। পাছফালে থকা চাইক্লৰেমা বা বগা আঁৰ কাপোৰৰ ওপৰত পোহৰ নিয়ন্ত্ৰণেৰে বানপানীৰ ঢৌ আৰু পৰিবেশৰ সৃষ্টি কৰা হয়। লগে লগে বানৰ ঢৌৰ হো-হোৱনি, পানীৰ কল-কল শব্দ আৰু তাৰ মাজত শুনা যায় শিশুৰ কান্দোন। লাহে লাহে সেই পৰিবেশ সলনি হয় আৰু ভাহি আহে গাভৰু ছোৱালী এজনীৰ শাস্ত্ৰীয় সঙ্গীতৰ আলাপৰ সুৰ। স্পট লাইটৰ পোহৰ আগৰ দৰে ৰূপলালৰ ওপৰত পৰে ]

ৰূপলাল : এৰা, সেই কান্দোনবোৰ এদিনাখন ৰেৱাজী কণ্ঠৰ খেয়ালৰ আলাপত পৰিণত হৈছিল। মই মঞ্জুলাক নিজৰ জীৱ দৰে তুলি-তালি ডাঙৰ দীঘল কৰিছিলোঁ। তাইক পঢ়ুৱাইছিলোঁ, গান শিকাইছিলোঁ, নাচ শিকাইছিলোঁ। মোৰ মঞ্জুলা হৈ পৰিছিল নৃত্য-পটিয়সী—

[ মঞ্চ খন্তেকৰ বাবে আন্ধাৰ হয়। আন্ধাৰত ৰূপলালৰ কণ্ঠৰ নাচৰ বোল শুনা যায়। লগে লগে সোঁফালৰ সঞ্জীৱ চলিহাৰ অংশত নীলা আঁৰ কাপোৰ আগতে কোৱাৰ দৰে টানি দিয়া হয়। পোহৰ চেকেণ্ড মানৰ মূৰত মঞ্জুলাৰ অংশৰ পাছফালৰ বগা আঁৰ কাপোৰৰ ওপৰত নীলাভ বেগুনীয়া পোহৰ পৰে। সেই পোহৰত দেখা যায় ৰূপলালৰ বোলৰ তালে তালে কম বয়সীয়া মঞ্জুলাই কথক নৃত্যৰ টুকুৰা এটা নাচি আছে। এই নাচটো মঞ্জুলা হোৱা গৰাকীৰ পৰিবৰ্তে অন্য এগৰাকীয়ে নাচিলেহে ভাল হ'ব। নাটকৰ গতি অব্যাহত থাকিব। দৰ্শকে ৰূপলালৰ ছায়ামূৰ্তিহে দেখিবলৈ পায়, দেখা নাপালেও ক্ষতি নাই। কেৱল বোল শুনিলেও হ'ব। পাছফালৰপৰা পোহৰ অহাৰ হেতুকে নৃত্যৰতা মঞ্জুলাৰ মুখ স্পষ্টকৈ দেখা নাযায, অঙ্গভঙ্গী-মুদ্ৰা আদি Silhoutteৰ দৰেহে দেখা যায়। 'সম'ত বোল শেষ হোৱাৰ লগে লগে নাচ শেষ হ'লত সেই অংশ আন্ধাৰ হৈ যায়। স্পষ্ট লাইট ঘোষক ৰূপী ৰূপলালৰ ওপৰত পৰে। ]

## কথকৰ মুখবোল

ক্ৰাণ—ক্ৰাণ—ক্ৰাণ ধা .
মুৰলী মনোহৰ কৃষ্ণ কান্‌হায়াঁ
যমুনাকে তৎপে বিৰাজে হৈঁ
ঝন নন ঝন নন ঝন নন নন নন
ক্ৰাণ—ক্ৰাণ—ক্ৰাণ ধা ধা
মুৰলী মনোহৰ কৃষ্ণ কান্‌হায়াঁ
যমুনাকে তৎপে বিৰাজে হৈঁ
ঝন নন ঝন নন ঝন নন নন নন
মৌড মুকুট সৰ কানন কুণ্ডল
কৰমে মুৰলীয়া—মুৰলীয়া
মুৰলীয়া—সাঁজে
হৈঁ ধিধা ধা ধি ধি ধা
ইতনে মেদি খাই ৰাধা
ৰাধা ৰাধা ৰাধা
ছুন নন ছুন নন ছুম ছুম ছুন নন

ছুম ছুম ছন নন নিৰ টট ক্ৰাণধা কৎ
ধা ছুম ছুম ছন নন তথোংগ তথোংগ কৎ
তিক্‌ধা দিগ দিগতা তিকধা দিগ দিগতা
বন্‌সী বটসে আ য়ৰহী
তা থেই থেই তত আ থেই থেই তত
ধা নধি কিট ধিগ তা ন ধিকিট ধিগ
ধেৎ ধেৎ ধেৎ তড়া—ন ধা ঘব
ৰাইৰহী সৰ মাইৰহী মুস কাই ৰহী
বলখাইৰহী তিন তিন তিন তিন
ইধৰ বংশীসে লহৰ উঠি
কৃষ্ণকে মুখ পৰ বজনে লগী
ধাধা থেই—থুন থুন থুন
তন নন নন নন নন পৰ আ
পহী অপসে—বজ্‌নে ল
গী বজ্‌নে লগী বজ্‌নে ল
গী ধি ধি ধা, ধা ধি ধি লম্‌
বাসা ঘুংঘট কাঢলিযা বং
শীকে সুৰোপৰ ডুব গই পৰ
সৰসে গগৰীযা মোহন নে মো
হনকী ওৰহী ধুম কিত ঘুম কিত
ঘুমকিত ধুমকিত ঘুম গই
তা থেই থৈ তাতা শ্ৰী—
কৃষ্ণ কনৈয়াঁ নটখট নে ৰা
ধা কীক লৈযা ৰাধানে পুকাৰা
ৰাধানে পুকাৰা আও সখি কোই
আও সখি ফিৰ হাথ ছুড়া কৰ
বোলি হটো ধা ধি ধি ধা ধা ধি ধি ধা
ফিৰ হাথ ছুড়া কৰ বোলি হটো অব
যাও দগৰিয়া ছোড মোৰী
কহা কৃষ্ণনে চুপ ৰহা ফোৰ
দুং—গা গাৰিয়া ফোৰ তোৰী ৰা
ধা ৰাধা ৰাধা ৰাধা
তব উনকী সখি পৰ কুছ
বিগড়িভী.......মুস

কাইভী....ধা ধি ধি ধা ধা ধি ধি ধা ফিৰ
কৃষ্ণসে পুছা কৌনহো তুম ক্যা
নাম হৈ জী ক্যা গাঁও হৈ জী ক্যা
কাম হৈ জী—ধিৰ ধিৰ কিটতক ধা কৎ
ধা কৎ ধা কৎ ধা—

[ বিঃ দ্রঃ—শ্ৰীডম্বৰু দাসৰপৰা এই মুখবোল পাইছোঁ। মাত্রা বুজোৱা চিন দিব পৰা নগ'ল। মুখবোল গাওঁতাই জানিব, কেনেকৈ মাত্রা অনুযায়ী গাব লাগে। কথক নৃত্যৰ পৰিবৰ্তে সত্ৰীয়া, মণিপুৰী, ভাৰত নাট্যম আদি নৃত্যও দিব পৰা যায। মুখবোল গোৱা সম্ভৱ নহ'লে তবলা, খোল আদিৰ সঙ্গতত নাচিব পৰা যাব। মুঠতে নাচটো ২/৩ মিনিটতকৈ কোনোপধ্যেই বেছি সময়ৰ হ'ব নালাগে। দীঘল হ'লে কাহিনীৰ গতি ব্যাহত হ'ব। ]

ৰূপলাল ঃ ডাঙৰ হ'লত মঞ্জুলাক মই বিয়া দিছিলোঁ। তাইৰ স্বামী প্রতিপত্তি থকা মানুহ আছিল। তাইৰ এটা ল'ৰা হ'ল। কিছুদিন মই সিহঁতৰ লগত আছিলোঁ। থকাৰ আৰু প্ৰয়োজন নাই বুলি অনুভৱ কৰিলত গুচি আহিলোঁ। তাৰপাছত আৰম্ভ হ'ল মোৰ অঘৰী জীৱন। মঞ্জুলা, তাইৰ স্বামী আৰু ল'ৰাকণৰ খবৰ-বাতৰি পাযেই আছিলোঁ। ইতিমধ্যে মঞ্জুলাৰ স্বামীৰ মৃত্যু হয। শৰাধ সকামৰ সময়ত গৈছিলোঁ। তাইৰ সেই একেটা সন্তান সতোন এতিয়া ডাঙৰ হৈছে। এয়া এইখন চিঠিত সতোনৰ কথাকে লেখিছে মঞ্জুলাই—সত্যেনৰ কথা।

[ ৰূপলালৰ ওপৰত পৰা পোহৰ নাইকিয়া হয়। ৰূপলাল আন্ধাৰতে আঁতৰি যায। আন্ধাৰতে মঞ্জুলা সোমাই আহে। ইতিমধ্যে নেপথ্যৰপৰা নামঘোষা, বা বৰগীতৰ সুৰ ভাহি আহে। পুৱাৰ পৰিবেশ। মঞ্জুলাই ফটোকেইখন থকা থাপনাৰ আগত চাকি জ্বলায়। দেখা যায়। মাহপ্ৰসাদৰ নৈবেদ্য সজোৱাই আছে। মঞ্জুলাই তিনিওখন ফটোৰ উদ্দেশ্যে সেৱা কৰে। নেপথ্যৰপৰা সত্যেনে চিঞৰে—গীত লাহে লাহে নাইকিয়া হয়। ]

• •

সত্যেন ঃ মা, মা, অ মা—

মঞ্জু ঃ কি হ'ল এনেকৈ চিঞৰিছ কিয়?

সত্যেন ঃ [ নেপথ্যৰপৰাই ] মোৰ বগা পাঞ্জাবীটো ক'লৈ গ'ল?

মঞ্জু ঃ ডেউকা নাই নহয়, উৰি যাবলৈ। আছে আলনাতে—

সত্যেন ঃ [ সোমাই আহে। গা ধুই আহিছে। পিন্ধনত গেঞ্জী চুৰিয়া ] বিচাৰি দিয়াহিনা মা—

মঞ্জু ঃ ৰ'চোন, গোসাঁই ঘৰত সেৱা কৰিলি?

সত্যেন : ওঁ কৰিলোঁ।

মঞ্জু : চাওঁ, এতিয়া ইয়াৰ প্ৰসাদ অলপমান মুখত দে।

[ মঞ্জুলাই নৈবেদ্যৰ বটাটো থাপনাৰপৰা আনি সত্যেনৰ সমুখত ধৰে। সত্যেনে তাৰপৰা কল এটা লৈ বাকলি গুচাই খায়। বুটমাহো লয়। ]

সত্যেন : অ'—হ'ব, আৰু নালাগে।

[ সত্যেন ভিতৰলৈ যায়। মঞ্জুলাই বটাটো পুনৰ থাপনাত থয়। সত্যেনে ভিতৰৰপৰা পুনৰ চিঞৰে ]

সত্যেন : আহা না মা, চোৱাহিচোন ক'ত আছে—।

মঞ্জু : তোৰ উৎপাতত, উস্ ৰাম—

[ ভিতৰলৈ যাব খোজোঁতেই সত্যেনে পাঞ্জাবীটো হাতত লৈ সোমাই আহে। ]

এযা এতিয়া কেনেকৈ পালি?

সত্যেন : পালোঁ আৰু, কিন্তু কম হাৰাশাস্তি হ'ল নে?

মঞ্জু : বস্তু এটা বিচাৰি ল'ব নোৱাৰ—।

সত্যেন : য'ত থৈছিলোঁ তাতে থকা হ'লেতো পালোঁহেঁতেন সহজে, কিন্তু?

মঞ্জু : কিন্তু আকৌ কি?

সত্যেন : মই য'ত থ'ম তুমিতো তাত থাকিব নিদিয়া।

মঞ্জু : তই ইযাত পেলাবি, তাত পেলাবি—

সত্যেন : তাকেইতো কৈছোঁ। মই ইয়াত পেলাম, তাত পেলাম আৰু তুমি ইয়াৰপৰা তুলি তাত...

মঞ্জু : চিজিল কৰি বস্তুবোৰ—

সত্যেন : এই তোমাৰ চিজিল কৰি থোৱাৰ কোবতে মই একো এটা বিচাৰি নাপাওঁ বুইছা?

মঞ্জু : হেৰ, মই বস্তুবোৰ সামৰি-সুতৰি চিজিল কৰিম—

সত্যেন : তুমিওযে বস্তুবোৰ আলনাখনত থৈছা—

মঞ্জু : আৰুনো কেনেকৈ থ'ব লাগে? আলনা হ'ল এখন, বস্তু হ'ল এসোপা।

সত্যেন : পাঞ্জাবীটোৰ ওপৰত তোমাৰ চাদৰ, তাৰ ওপৰত পেন্ট—তাৰ ওপৰত তাৱেল। মই চালোঁ বুলিহে পালোঁ। পাঞ্জাবীটোৰ আকৌ আধ্যা পৰিছে নেকি? নাই ঠিকেই আছে ; তোমাৰো বাহাদুৰি আছে দেই মা—ইমানবোৰ বস্তুৰ তলত থোৱাৰ কাৰণে ইষ্ট্ৰিও একদম ঠিক হৈ আছে। থেঙ্ক ইউ-থেঙ্ক ইউ মা—[ পাঞ্জাবী পিন্ধে ]

মঞ্জু : হৈছে চেলবেলাই নাথাকিবি। বস্তুবোৰ তোৰ পছন্দ মতে সামৰি থ'বলৈ এজনী আনি নল'ৱ কিয়? মই বুঢ়া হৈছোঁ—নোৱাৰোঁ আৰু—

সত্যেন : এজনী নহয়, এজনী নহয়—এখন।

মঞ্জু ঃ জানো পায় কি ক'ব—

সত্যেন ঃ মানে আৰু এখন আলনা ; আৰু এখন আলনা নানিলে দহজনী আহিলেও একো কৰিব নোৱাৰিব। বাৰু মা—ছোৱালী এজনী আহিলে লগত আলনা এখনো আহিব নহয়নে?

মঞ্জু ঃ কিনো পেংলাইখন কৰি থাক মই যাওঁ। [ যাব খোজে ]

সত্যেন ঃ ৰ'বাচোন ৰ'বা—যোৱা ক'লৈ?

মঞ্জু ঃ মোৰ কাম নাই হবলা? তোৰ লগত কথাৰ মহলা মাৰি থাকিলেই হ'ব?

সত্যেন ঃ ৰ'বা কি কৈছিলা তুমি? বুঢ়া হৈছা?

মঞ্জু ঃ আমাৰ কুৰি হ'লেই বুঢ়ী। মোৰ ৪০ পাৰ হ'ল কেতিয়াবাই।

সত্যেন ঃ সেইবোৰ পুৰণি কথা। আজিকালি সেইবোৰ নাখাটে—আমাৰ দেশৰ লন্‌জিভিটি বহুত বাঢ়িল।

মঞ্জু ঃ থ থ অ', সেই বাজে কথাবোৰ।

সত্যেন ঃ বুঢ়ী হৈছা তুমি?

মঞ্জু ঃ মই বুঢ়ী নহে তই বুঢ়া হ'বিনে?

সত্যেন ঃ চাওঁ মা এইফালে ওচৰলৈ আহাচোন, বহা ইযাতে চকীখনত। [ মূঢ়া এটা টানি ] মই বাৰু বহিছোঁ এই মুঢাটোতে। [ মাকক টানি আনি চকীত বহুৱাই দি নিজে মুঢ়াত বহে ] চাওঁ হাতখন।

মঞ্জু ঃ হাতখন কেলেই?

সত্যেন ঃ চাওঁ দিয়াচোন। মই তলে তলে এক্সপাৰ্ট পামিষ্ট হৈ পৰিছোঁ বুইছা। কেৰিও একেবাৰে মুখস্থ। চাওঁ-চাওঁ হাতখন।

মঞ্জু ঃ জানো পায় কি কৰিব খুজিছ [ বাঁও হাতখন আগবঢ়াই দিযে ]

সত্যেন ঃ বাওঁখন নহয়—সোঁখনহে।

মঞ্জু ঃ তিৰোতা মানুহৰ দেখোন বাঁওহাতখনহে চায়।

সত্যেন ঃ মোৰ গুৰুদেৱৰ মতে সোঁহাতখনহে চাব লাগে। চাওঁ সোঁহাতখন , বাঁওখনো চাম। দুয়োখন মিলাই চাম—তেহে আচল কথাটো গম পাম। [ হাত চাই ]

সত্যেন ঃ [ সোঁহাত বাঁওহাত দুয়োখন চায়। মঞ্জুলাই আমনি পায় ]

মঞ্জু ঃ ইহ বৰ হাতচোৱা ওলাইছে—যা যা।

সত্যেন ঃ উহ্ আমনি নকৰিবানা—কন্‌চেন্‌ট্ৰেট্ কৰিবলৈ দিয়াচোন, এয়া চোৱা, মৰিম বুলিয়েই মানুহ মৰিব পাৰেনে? চোৱা এইডাল তোমাৰ লাইফ লাইন কিমান দীঘল। তুমি জীয়াই থাকিবা পূৰা ৮৫ বছৰ [ অলপ ভাবি ] ৮০ বছৰটো কথাই নাই—।

মঞ্জু : হৈছে পেংলাইখন নকৰিবি।

সত্যেন : বাৰু মা—তুমি আগতে খুব ভাল নাচিছিলা আৰু গানো গাইছিলা নহয়নে?

মঞ্জু : কিয় সেইবোৰ কথাও হাতত লিখা আছে নেকি?

সত্যেন : কোৱাচোন কোৱা। এতিয়াও তুমি যে নাম গালে, বৰগীত গালে এনে ভাল লাগে। সেই যে বাঁওফালৰ ছবিখন—তুমি যে দেউতা বুলি কোৱা, মানে মোৰ ওস্তাদ ককা এতিয়া বাৰু তেওঁ ক'ত?

মঞ্জু : দেউতাৰৰ মৃত্যুৰ পিছত এবাৰ আহিছিল, আকৌ গুচি গ'ল। সন্ন্যাসীৰ দৰে অঘৰী জীৱন তেওঁৰ তীৰ্থই তীৰ্থই ঘূৰি ফুৰে। মোৰ সৰু কালছোৱা তেওঁৰ লগতেই কটালোঁ—তেৱেঁই আছিল মোৰ সকলো জান, সত্যেন।

সত্যেন : বাৰু মা, নাচ-গান জনা ছোৱালী এজনী তোমাৰ বোৱাৰী কৰি আনিলে কেনে হয়।

মঞ্জু : অকল নাচি-বাগি ফুৰিলেই নহ'ব নহয়, ঘৰখনো চলাব লাগিব।

সত্যেন : একেবাৰে চেন্ট পাৰচেন্ট এক্সপাৰ্ট যদি হয়।

মঞ্জু : এম এ, আৰু ল পৰীক্ষাটো পাছ কৰিছ মাত্ৰ, এতিযাই বিয়াৰ কথানে?

সত্যেন : ধেমালি নহয় মা—বৰ সাংঘাতিক চিৰিয়াচ্ কথা—তোমাক আজি ক'বই লাগিব।

মঞ্জু : ক বাৰু [ মঞ্জুলা উঠে ]

সত্যেন : কওঁ কেনেকৈ—তুমি দেখোন উঠিলাই।

মঞ্জু : উঠিলেও কাণত তুলা দিয়া নাই নহয।

সত্যেন : নহয় নহয তেনেকৈ নহয়—। জানা মা খুব চিৰিয়াচ্ কথা—শুনিলে তোমাৰ মূৰ ঘূৰাই যাব পাৰে। চাওঁ থিৰেৰে বহাচোন বহা—ভালকৈ বহা—হৈছে। ৰ'বা ৰ'বা এতিয়া চকু মুদাচোন।

মঞ্জু : চকু মুদিব লাগে কিয়?

সত্যেন : তুমি বৰ বেয়া, কেৱল প্ৰশ্ন কৰি থাকা—। জানা, ল'ৰা ডাঙৰ হ'লে—সেই ডাঙৰ ল'ৰাৰ কথা মাকে শুনিব পায়। চকুমুদাচোন—মই বস্তু এটা দেখুৱাওঁ।

মঞ্জু : চকুমুদি মই দেখা নাপাওঁ পায়।

সত্যেন : মই ক'লে চকু মেলিবা আৰু তেতিয়া দেখা পাবা।

মঞ্জু : মুদিছোঁ বাৰু [ চকুমুদে ]

সত্যেন : ১-২-৩-৪ ৰ'বা ৰ'বা নেমেলিবা। [ জেপৰপৰা এখন ফটো উলিয়াই, মঞ্জুলাই চকু মেলিলে দেখাকৈ ডেস্কখনৰ ওপৰত থয়। ] এতিয়া চকু মেলা—।

মঞ্জু ঃ মেলিছোঁ কি হ'ল পিছে। [ ফটো নেদেখে ]
সত্যেন ঃ মেজিক মা মেজিক। আগতে পাছতে দুই ভৰিৰ মাজতে—।
মঞ্জু ঃ কি চুপতিখন কৰি থাক অ'—
সত্যেন ঃ সৌখন তোমাৰ আগত কি? [ সত্যেনে কাষৰ ডেস্কৰ ওপৰত থোৱা ফটোখন দেখুৱায় ]
মঞ্জু ঃ [ ফটো চাই ] ফটো দেখোন—কাৰ অ'—।
সত্যেন ঃ একদম এক্সপার্ট, নাচে-গানে পঢ়া-শুনাই চলনে-ফুৰণে—তুমি একেবাৰে চাৰ্মড্ হৈ যাবা।
মঞ্জু ঃ কাৰ ফটো নকৰ কিয়।
সত্যেন ঃ ন কইনাৰ
মঞ্জু ঃ ন কইনাৰ?
সত্যেন ঃ অ—ন কইনাৰ—
মঞ্জু ঃ মানে—?
সত্যেন ঃ মানে তোমাৰ উড্-বি বোৱাৰীৰ। আৰু পাঞ্জাবী বিচাৰি হাবাথুৰি খাব নালাগে, আখল ঘৰতো সোমাই থাকিব নালাগে, ইচ্ছামতে বৰসবাহ পাতি নাম-গীত গাই ফুৰিব পাৰিবা।
মঞ্জু ঃ বৰ ধুনীয়া ছোৱালীজনী দেহি—
সত্যেন ঃ তোমাৰ ল'ৰাৰ চকু কুশ্চ ছোৱালীৰ ওপৰত পৰিবনে?
মঞ্জু ঃ কাৰ ছোৱালী অ'?
সত্যেন ঃ আগেয়ে কোৱাচোন তোমাৰ পছন্দ হৈছে নে নাই?
মঞ্জু ঃ মোৰনো কি পছন্দ-অপছন্দটো আছে। তোৰ পছন্দ হ'লেই হ'ল। কচোন কাৰ ছোৱালী?
সত্যেন ঃ দেউতাক প্ৰকাণ্ড চাহ বাগিচাৰ মালিক। বিৰাট ধনী—
মঞ্জু ঃ তেন্তে হৈছে! গছত কঁঠাল ওঁঠত তেল—।
সত্যেন ঃ কিয় তেনেকৈ কৈছা?
মঞ্জু ঃ ধনী মানুহে তোলৈ ছোৱালী নিদিয়ে।
সত্যেন ঃ দেউতা যদিও নাই—ময়ো সৰু মানুহৰ ল'ৰা নহয়। জীয়াই থকা হ'লে দেউতা আজি মস্ত ডাঙৰ অফিচাৰ হ'ল হয় আৰু মই এড্ভোকেট হৈ লওঁ ৰ'বা, তাৰ পাছত চাবাচোন কেইটা প্লেন্টাৰে মোৰ এড্ভাইচ্ ল'বলৈ তৰা-নৰা ছিঙি মোৰ ওচৰ পায়হি—। বাৰু মা, দেউতাই কিয় চুইচাইড্ কৰিলে?

[ অপ্ৰত্যাশিত প্ৰশ্নটোৱে মাকৰ মনত আঘাত দি দুখলগা অতীতৰ কথা সোঁৱৰাই দিয়ে। মুহূৰ্তৰ ভিতৰতে তেওঁ নিজকে পুনৰ সংযত কৰি লয়।

মাকৰ মনৰ ভাবব্যঞ্জক আৱহ সঙ্গীতৰ ধ্বনি মাৰ যোৱাৰ লগে লগে মাকে কয় ]

মঞ্জু : মোৰেই কপালৰ সেন্দুৰ মচা যাব লগা আছিল—মোৰেই দুৰ্ভাগ্য, মোৰ সোণ!

সত্যেন : মোৰ মাজে মাজে কি মন যায় জানা মা—মই যদি দেউতাক সুধিব পাৰিলোঁহেঁতেন, কিয় এনে কৰিলে! কিয় আমাক এনেকৈ নিঠৰুৱাকৈ এৰি থৈ যাব লগা হ'ল। তেওঁৰতো একোৰে অভাৱ নাছিল। চাকৰিত আছিল সুখ্যাতি, সুনাম। এয়া তোমাৰ চকু চলচলীয়া হ'লেই। তোমাৰ আগত দেউতাৰ কথা উলিয়াবকে নোৱাৰি, মোৰ যে সদায় ইমানবোৰ কথা সুধিবলৈ বাকী থাকি যায়—বাৰু বাৰু নোসোধোঁ, চাওঁ হাঁহাচোন হাঁহা [ মঞ্জুলাই হাঁহিবলৈ চেষ্টা কৰে ] ঠিক আছে, কথা দিলোঁ, এতিয়াৰপৰা দেউতাৰ বিষয়ে একো জানিব নিবিচাৰোঁ। আৰে, চোৱাচোন কি বুৰ্বক মই—তুমি কোৱাই নাই নহয়, ছোৱালী পছন্দ হৈছে নে নাই।

মঞ্জু : নাম কি তাইৰ?

সত্যেন : অৰুন্ধতী, —অৰু—

মঞ্জু : দেউতাকৰ নাম?

সত্যেন : সঞ্জীৱ চলিহা—

মঞ্জু : সঞ্জীৱ চলিহা!! [ সঞ্জীৱ চলিহা বুলি কোৱাৰ লগে লগে আৱহ সঙ্গীতৰ ঝঙ্কাৰ। মঞ্চ আন্ধাৰ হৈ যায় আৰু সঞ্জীৱৰ ঘৰত পোহৰ পৰে, দেখা যায় সঞ্জীৱ আৰু অতনুক। ]

সঞ্জীৱ : শুনা অতনু, তোমাৰ দেউতাৰাৰ সতে তেওঁ জীয়াই থাকোঁতেই মোৰ এই বিষয়ে কথা হৈছিল আৰু এই বিয়াত তেওঁৰ সম্পূৰ্ণ মত আছিল। [ বহে ] আজি অৱশ্যে তেওঁ নাই কিন্তু তেওঁৰ ইচ্ছাক কাৰ্য্যত ৰূপ দি আমি তেওঁৰ আত্মাৰ প্ৰতি শ্ৰদ্ধা জনাব পাৰোঁ।

অতনু : কিন্তু—

সঞ্জীৱ : নহয় অতনু, ইয়াত কোনো কিন্তু থাকিব নোৱাৰে। তোমাৰ ফালৰপৰা কোনো আপত্তি থাকিব নালাগে। থকা উচিত নহয়, আৰু থাকিলেও তোমাৰ দেউতাৰাৰ শেষ ইচ্ছাৰ কথা সুঁৱৰি সেই আপত্তিৰ কথা শুনিবলৈ মই প্ৰস্তুত নহয়।

অতনু : মোৰ আপত্তিৰ কথা বাৰু নুশুনিলেই, কিন্তু অৰুন্ধতীৰ আপত্তি থাকিব পাৰে।

সঞ্জীৱ : অৰুৰ আপত্তি? তুমি কৈছা কিহে অতনু?

অতনু : মই একো অসংযত কথা কোৱা নাই। বিয়া পাতিলে দুয়ো পক্ষৰে অৰ্থাৎ

মোৰ মত যেনেকৈ বিচাৰিছে, অৰুন্ধতীৰ মনৰ কথাও ঠিক তেনেকৈয়ে জানি লোৱা দৰ্কাৰ।

সঞ্জীৱ ঃ থোৱাহে অতনু, মই এতিয়া মোৰ ছোৱালীক তাইৰ মতামত সুধিবগৈ লাগিবনে? তাইৰ যদি কিবা আপত্তি থাকে তালৈ কাণদি মই কাম কৰিব লাগিবনে? চৰুক সুধি....

অতনু ঃ আপুনি ইমান পুৰণিকলীয়া মানুহ নহয় বুলি জানিহে মই তেনেকৈ কৈছোঁ।

সঞ্জীৱ ঃ [ উত্তেজিত হৈ থিয় হয় ] বাপেক আৰু জীয়েকৰ সম্বন্ধত নতুন-পুৰণি কিটো আছে হে? তাই মোৰ ছোৱালী, মই তাইৰ দেউতাক। এই সম্বন্ধ আগতে যেনে আছিল এতিয়াও তেনেকৈয়ে আছে। তদুপৰি বয়সত মই তাইতকৈ বহুত ডাঙৰ, অভিজ্ঞতাও বেছি, সংসাৰৰ মানুহবোৰক তাই যিমান চিনি পায়, তাতকৈ মই বহুতো বেছি ভালেদৰে চিনো। সেয়ে তাই মোৰ ছোৱালী যেতিয়া মোৰ মতে চলাটো তাইৰ কৰ্তব্য।

অতনু ঃ কৰ্তব্য হ'লেও—

সঞ্জীৱ ঃ দেউতাক হিচাপে মই যে তাইৰ অন্যায় কেতিয়াও নকৰোঁ সেই কথা তাই বুজা উচিত।

অতনু ঃ তথাপি—

সঞ্জীৱ ঃ তুমি উপযুক্ত ল'ৰা। এডুকেটেড্ এণ্ড একমপ্লিচড্। বিলাতৰপৰা এম. আৰ. চি পি. পাছ কৰি আহিছা। মই তোমাৰ হাতত তাইক গতাব খুজিছোঁ। তাইক পানীত উটাই দিব খোজা নাই নহয়। তাইৰ আপত্তি হোৱাৰ কি কাৰণ থাকিব পাৰে?

অতনু ঃ এই ধৰণে ভাবাটো, বিশেষকৈ আজিৰ দিনত, মোক ক্ষমা কৰিব, আপোনাৰ কাৰণে ন্যায়সংগত হোৱা নাই।

সঞ্জীৱ ঃ কিয়?

অতনু ঃ আগৰ দিনৰ দৰে কম বয়সতে বিয়াদি উলিয়াই নিদি অৰুন্ধতীক আপুনি কলেজত পঢ়ুৱাইছে। তেওঁৰ নিজৰ স্বকীয় চিন্তাধাৰাক, তেওঁৰ ব্যক্তিত্বক নিজৰ মতে, নিজৰ পৰিবেশ অনুযায়ী গঢ় দিবলৈ আপুনি সুবিধা দিছে। আজি যদি হঠাতে সাতামপুৰুষীয়া পিতৃত্বৰ দাবী তাইৰ ওপৰত জাপি দিব খোজে তেন্তে জানো ভাল হ'ব?

সঞ্জীৱ ঃ তোমাৰ যুক্তিৰ মূল্য আছে মই মানো, কিন্তু মই ক'ব খুজিছোঁ—

অতনু ঃ কি?

সঞ্জীৱ ঃ অৰুয়ে মোক মৰম কৰে, শ্ৰদ্ধা কৰে। তাই মোৰ মতৰ বিৰুদ্ধে কেতিয়াও নাযায়।

অতনু : সিও একেটা কথাৰে আন এটা ৰূপ মাত্ৰ। আপুনি যিহকে কওক নালাগে, মোৰ কথা হৈছে, কাৰো জীৱনৰ সৈতে—মই মোৰ জীৱনটোক জোৰ কৰি, সিপক্ষৰ স্পষ্ট মতামত নজনাকৈ, সাঙোৰ খুৱাই দিব নোখোজোঁ। খোলাখুলিভাৱে কথাবোৰ কৈছোঁ বেয়া নাপাব।

সঞ্জীৱ : কোৱা কোৱা, তোমালোক বিলাতফেৰং ডেকা, স্পষ্ট কথা ক'বলৈ তোমালোকে শিকি আহিছা—মই আকৌ বেয়া পাম কেলেই? আৰু কিবা ক'ব লগা আছে যদি কোৱা মই বেয়া নাপাওঁ।

অতনু : এই বিয়াত যদি অৰুন্ধতীৰ মত আছে তেন্তে ময়ো ৰাজী আৰু অৰুৰ যদি মত নাই তেন্তে মোক আপুনি—

সঞ্জীৱ : অৰুৰ মত আছে নে নাই সেইটো তুমি নিজেই সুধি লোৱা। তোমাৰ দৰে ইয়াংমেন এজনৰ পক্ষে অৰুৰ মন জয় কৰাটো যে টান নহ'ব সেই বিষয়ে মই নিঃসন্দেহ।

অতনু : আৰু এটা কথা—মই প্ৰেক্‌টিচ্ আৰম্ভ কৰিছোঁ মাত্ৰ। এতিয়াই আন এজনৰ দায়িত্ব বহন কৰিব পাৰিম নে নোৱাৰিম তাকো ভাবি চাব লাগিব।

সঞ্জীৱ : সেই বিষযে তুমি চিন্তা নকৰিবা। মই অৰুক তোমাৰ গলগ্ৰহ কৰি নিদিওঁ। তাই এম এ পঢ়ি আছে, পঢ়ি থাকক। বিয়াৰ পাছতো তাই এটা বছৰ মোৰ ঘৰতে থাকি পঢ়ি থাকিব পাৰিব। এম. এ. পৰীক্ষা দিয়াৰ পাছত তুমি তাইক তোমাৰ লগলৈ নিযাৰ কথা ভাবিলেও হ'ব। আৰু ইতিমধ্যে তুমি প্ৰেক্‌টিচ্ জমাই ল'বলৈ সময় পাবা।

[ এনেতে সত্যেন কোঠাটোলৈ বাহিৰৰপৰা সোমাই আহি তেওঁলোকৰ পাছফালেদি ভিতৰলৈ যাব খোজে ; সঞ্জীৱে দেখা পায়। ]

সঞ্জীৱ : অ' সত্যেন—এইফালে আহা, বহা [ সত্যেন বহে ]। অতনু, এওঁ সত্যেন। এম এ. আৰু ল পাছ কৰিছে। মাজে মাজে আহি অৰুক পঢ়া দেখুৱাই দিযে। তোমালোকে কথা পাতা মই এইমাত্ৰ আহিছোঁ।
[ সঞ্জীৱ ভিতৰলৈ যায় ]

অতনু : [ চকীখন টানি ওচৰলৈ আহি বহে ] আপুনি অৰুন্ধতীৰ পঢ়া চাই দিয়ে। মানে প্ৰাইভেট টিউটৰ।

সত্যেন : মিছা কথা—অৰুৰ পঢ়া দেখুৱাই নিদিওঁ মই। অৰুক আনে পঢ়োৱাৰ দৰ্কাৰ নকৰে। তাই যথেষ্ট ইন্‌টেলিজেন্ট্।

অতনু : দেউতাকে যে ক'লে—

সত্যেন : দেউতাকে ক'লে বুলিয়েই যে মিছা কথা এটা সঁচা হ'ব তাৰ কোনো মানে নাই। বাৰু বাদ দিয়ক সেইবোৰ কথা। আপুনি অতনু বৰুৱা নহয়নে? বিলাতৰপৰা এম. আৰ. চি. পি. হৈ আহিছে।

অতনু : মোৰ কথা জানিলে কেনেকৈ?

সত্যেন : অৰুৰ মুখে শুনিছোঁ।
অতনু : আৰু কি শুনিছে?
সত্যেন : অৰুৰ সৈতে আপোনাৰ হেনো বিয়া পাতিব খুজিছে।
অতনু : আপুনি দেখিছোঁ যথেষ্ট খবৰ ৰাখিছে।
সত্যেন : অৰুক সদায়ে লগ পাই থাকোঁ—এইখিনি খবৰো নাপামনে?
অতনু : অৰুন্ধতীৰ সৈতে আপোনাৰ বহুতদিনৰ চিনাকি নেকি?
সত্যেন : ওঁ, বহুত দিনৰ। বৰ চাৰমিং ছোৱালী।
অতনু : মোক কিন্তু অৰুন্ধতীয়ে আপোনাৰ বিষয়ে একোকে কোৱা নাই।
সত্যেন : সুবিধা পোৱা নাই চাগে। পালেই ক'ব। ফৰ গড্‌চ্ চেক্ ডোণ্ট মিচআন্দাৰষ্টেণ্ড্ হাৰ্।
[ সঞ্জীৱ আহে ]
সঞ্জীৱ : অতনু যোৱা, অৰু পঢ়া কোঠাতে আছে।
অতনু : গৈছোঁ বাৰু। মিঃ.
সত্যেন : চৌধুৰী—
অতনু : থেঙ্ক্ ইউ মিঃ চৌধুৰী, আপোনাক পাছত লগ পাম দেই নমস্কাৰ।
সত্যেন : নমস্কাৰ।
[ সত্যেনো বহাৰপৰা উঠি ভিতৰলৈ যাব খোজে, কিন্তু সঞ্জীৱে হাত দি বাধা দিয়ে ]
সঞ্জীৱ : সত্যেন—
সত্যেন : মোক কিবা ক'ব।
সঞ্জীৱ : এইফালে আহা [ সত্যেন ওচৰলৈ আহে। সঞ্জীৱে এখন চেক্ আগবঢ়াই দিয়ে ] লোৱা এইখন।
সত্যেন : কি?
সঞ্জীৱ : চেক্।
সত্যেন : চেক্?
সঞ্জীৱ : ওঁ। দহ হাজাৰ টকাৰ চেক্।
সত্যেন : মই কি কৰিম এই টকাৰে?
সঞ্জীৱ : এই টকা লোৱা, আৰু অৰুৰ জীৱনৰপৰা আঁতৰি যোৱা।
সত্যেন : কি কৈছে এইবোৰ?
সঞ্জীৱ : মই ঠিকেই কৈছোঁ। ওকালতি আৰম্ভ কৰি এষ্টাব্লিচ্ড্ হ'বলৈ সময় লাগিব। এইখিনি টকা সেই সময়ছোৱাত তোমাৰ কামত আহিব। চেক্খন লোৱা আৰু অৰুৰ জীৱনৰপৰা আঁতৰি যোৱা।
সত্যেন : আপুনি অসম্ভৱ কথা কৈছে।

সঞ্জীৱ : সত্যেন, সকলো কথা তোমাৰ চীপ চেন্টিমেন্টেৰে জুখি নাচাবা। জীৱনৰ হাৰ্ড ৰিয়েলিটিৰ সমুখত চেন্টিমেন্টৰ কোনো মূল্য নাই। আজি বুজিবলৈ টান পালেও এদিন তুমি বুজি পাবা যে মূল্যহীন চেন্টিমেন্টতকৈ এইখিনি টকা তোমাৰ বহুতো বেছি কামত আহিছে।

সত্যেন : আপুনি ভুল কৰিছে। আপুনি যি বুলি ভাবিছে মই তেনে নহয়। মোৰ ওচৰত মোৰ চেন্টিমেন্ট আৰু অৰুৰ চেন্টিমেন্টৰ মূল্য আপোনাৰ এই দহ হাজাৰ টকাতকৈ বহুত বেছি। [ চেক্ ফালি পেলায় ]

সঞ্জীৱ : অ' তুমি চেক্‌খন ফালি পেলালা। বেছ্, কিমান মূল্য তোমাৰ চেন্টিমেন্টৰ?

সত্যেন : বেঙ্কত আপোনাৰ জমা থকা লাখ লাখ টকাতকৈও বেছি। আমাৰ চেন্টিমেন্টৰ মূল্য আপোনাৰ কিয়, কাকো টকাৰে জুখিব নোৱাৰি।

সঞ্জীৱ : বেছ বেছ, তোমাৰ চেন্টিমেন্ট লৈ তুমি থাকা। মোৰ ঘৰত উৎপাত কৰিবলৈ নাহিবা। মই অৰুৰ বিয়া পাতিম অতনুৰ লগত। তুমি সিহঁত দুজনৰ মাজত আহি থিয় দিয়াটো মই নিবিচাৰোঁ।

সত্যেন : আপুনি জনা উচিত অৰুৱে কি বিচাৰে।

সঞ্জীৱ : অৰুৱে কি বিচাৰে নিবিচাৰে তাৰ খবৰ মই ল'ম। সেই বিষয়ে তোমাৰপৰা কোনো কথা শুনিব নোখোজোঁ। শুনা—অৰুৱে খন্তেকীয়া মোহত পৰি আজি হয়তো যি বিচাৰিছে তালৈ চাই মোৰ একমাত্ৰ ছোৱালীক তোমাৰ হাতত গতাম বুলি যদি ভাবিছা তেন্তে ভুল কৰিছা।

সত্যেন : কিন্তু কিয়?

সঞ্জীৱ : তোমাৰ দৰে এটা ল'ৰালৈ মোৰ ছোৱালীক মই কেতিয়াও বিয়া নিদিওঁ।

সত্যেন : মোৰ দৰে এটা ল'ৰালৈ?

সঞ্জীৱ : ইযেচ, তোমাৰ দৰে এটা ল'ৰালৈ—

সত্যেন : মাৰ মুখে শুনিছোঁ আপুনি হেনো দেউতাক চিনি পাইছিল, দেউতাৰ হেনো বন্ধু আছিল।

সঞ্জীৱ : দেউতাৰাক চিনি পাইছিলোঁ কাৰণেই তোমাৰ দেউতাৰাৰ সকলো কথা মই জানো। মই সাৱধান কৰি দিছোঁ, তুমি অৰুক ল'গ পাবলৈ নাহিবা।

সত্যেন : যদি আহোঁ।

সঞ্জীৱ : আহিলে কি কৰিব লাগে মই জানো।

সত্যেন : আপুনি নাজানে। এইদৰে কাম নিসিজে। এইদৰে অন্তৰৰ হেঁপাহ হাবিয়াসক ভেটাও দিব নোৱাৰে। তথাপি কৈছে যেতিয়া, ফৰ দি প্ৰেজেন্ট, গ'লো। কিন্তু মনত ৰাখিব ভৱিষ্যতে নাহোঁ বুলি কথা দি নগ'লোঁ কিন্তু—

[ উচাট মাৰি ওলাই যায়। মঞ্চ তৎক্ষণাৎ আন্ধাৰ হয় আৰু তৎক্ষণাৎ

ৰূপলালৰ ওপৰত পোহৰ পৰে। ৰূপলালে চিঠি পঢ়ি থকাৰ মাজতে হঠাতে চিঞৰি দিয়ে। ]

ৰূপলাল : বাঃ সিংহৰ পোৱালি সিংহ হৈছে। তোৰ দেউতাৰ জীয়াই থকা হ'লে সঞ্জীৱ চলিহাই তোক এইদৰে ব্যৱহাৰ কৰিব নোৱাৰিলে হয় ; ঠিক আছে। স্বৰ্গৰপৰা তোৰ দেউতাৰে তোক আশীৰ্বাদ কৰিব। মই গৈ লওঁ ৰ সঞ্জীৱৰ মুখাখন সোলোকাই দিলেহে তাৰ শিক্ষা হ'ব। কিন্তু এই অৰুজনীতো সেই তাহানিৰ অঞ্জুমণিৰ দৰেই সৰল। তাইৰ কি দোষ? বেচেৰী এতিয়া আত্মঘাতী নহ'লে হয়। নাই নাই, মই আঁতৰি থাকিব নোৱাৰোঁ, থকা উচিত নহয়। অঞ্জুমণি নিৰুপায়, অৰুন্ধতী নিৰুপায়, আৰু এই সত্যেন। হে ভগৱান, তুমি সহায় কৰা, তুমি সহায় কৰা—

[ পোহৰ লাহে লাহে নাইকিয়া হয় আৰু সঞ্জীৱৰ ঘৰত পোহৰ পৰে। পোহৰ হ'লত দেখা যায় অতনু আৰু অৰুয়ে কথা পাতি আছে। ]

o o o o

অতনু : তুমি মোক ৰক্ষা কৰিলা। তোমাৰ দেউতাৰাই যিদৰে কথাবোৰ কৈছিল—মোৰ পক্ষে তেওঁৰ হাতৰপৰা মুক্তি পোৱা টানেই হ'ল হয়।

অৰু : কিয়, আপুনি জানো সকলো কথা দেউতাৰ আগত খোলা-খুলিকৈ কোৱা নাছিল?

অতনু : দেউতাৰাৰ আগত সকলো কথা খোলা খুলিকৈ কোৱা কেনেকৈ?

অৰু : কিয়?

অতনু : মানে মই মোৰ কথাটো এতিয়াই সকলোৰে আগত সদৰী কৰিব খোজা নাই।

অৰু : এদিনতো ক'বই লাগিব।

অতনু : যদিও আমাৰ বিলাতত ৰেজিষ্টাৰ্ড মেৰিজ হৈছে তথাপি ডোৰা—

অৰু : ডোৰা—?

অতনু : ওঁ মোৰ ওৱাইফ—

অৰু : ডোৰা, সুন্দৰ মৰম লগা নামটো।

অতনু : থেঙ্ক, ইউ—

অৰু : লগত লৈ আহিব লাগিছিল।

অতনু : ঘপহ কৰে আনো কেনেকৈ? মাৰ কথাটো জানাই—আমাৰ সমাজখনো—

অৰু : আপুনি বিলাতলৈ যোৱাৰ সময়তকৈ আমাৰ সমাজ বহুত আগবাঢ়িছে। আজিকালি এইবোৰ কথালৈ মূৰ ঘমাবলৈ কাৰো সময় নাই।

অতনু : ডোৰাও মোৰ লগত আহিব নিবিচাৰিলে। তাত এটা কাম কৰে, এৰি অহা সম্ভৱ নহ'ল আৰু ময়ো উভতি যোৱাৰ কথা ভাবি আছিলোঁ।

অৰু : শুনিছোঁ—বিলাতত ডাক্তৰবোৰে বহুত টকা পায়।

অতনু : পায়, জেনেৰেল প্ৰেক্‌টিচনাৰবোৰে—।
অৰু : এতিয়া তেন্তে কি কৰিব?
অতনু : সদ্যহতে তোমাৰে মোৰে হ'বলগীয়া বিয়াখন ভাঙিম।
অৰু : সেইটো বুজিলোঁ বাৰু—কিন্তু আপুনি দেউতাক আপোনাৰ আচল কথাটো নোকোৱাকৈ থাকিব পাৰিব জানো?
অতনু : চেষ্টা কৰি চাম—নিৰুপায় হ'লে ক'বই লাগিব। কিন্তু মোৰ প্লেনটো অথলে নাযাব চাগে।
অৰু : কি প্লেন?
অতনু : সত্যেন আৰু তোমাৰ সম্বন্ধৰ কথা ঘুনুক-ঘানাককৈ শুনিছিলোঁ। মোৰ এটা ক্ষীণ আশা আছিল যে তোমাৰ তৰফৰপৰাই আপত্তি উঠিব—আৰু সেয়ে দেউতাৰাই প্ৰস্তাৱটো তোলোঁতে মই তোমাৰ মতামতৰ যে এই বিষয়ত যথেষ্ট গুৰুত্ব আছে তাকে তেওঁক বুজাবলৈ চেষ্টা কৰিছিলোঁ।
অৰু : মোৰ আৰু সতুদাৰ ফালৰপৰাও এই ছেগতে ধন্যবাদ জনাই থলো দেই।
অতনু : ধন্যাবাদ কিয়?
অৰু : আমাকো আপুনি চেভ্ কৰিলে। নহ'লে আপুনি আবিৰ্ভাৱ হোৱাৰ দিনৰেপৰা আৰু বিশেষকৈ দেউতাৰ কথা-বতৰাৰ ৰেহৰূপ চাই মোৰ কিন্তু বুকু ধপ্‌ধপাই আছিল। অৱশ্যে ভয় এতিযাও একেবাৰে আঁতৰা নাই।
অতনু : কিয?
অৰু : আপুনি আঁতৰি গ'লেও যে সতুদাৰ লগত দেউতাই মোৰ বিয়া পাতিব তাৰ কি ঠিক আছে।
অতনু : এই বিষযত যদি মই কিবা সহায় কৰিব লাগে কোৱা নিশ্চয় কৰিম।
অৰু : আপোনাক মহান বুলি ক'লে বৰ নাটকীয় হ'ব নেকি বাৰু?
অতনু : নিশ্চয় হ'ব। কাৰণ ইয়াত মোৰ মহত্ত্ব ক'ত? মই সম্পূৰ্ণ স্বাৰ্থপৰ। নিজৰ স্বাৰ্থৰ কথা ভাবাৰ লগতে যদি তোমাৰো এফেৰা উপকাৰ কৰিব পাৰোঁ তেতিয়া হ'লে মোৰ কন্‌চেঞ্চে মোক প্ৰিক্ কৰাৰ কোনো কাৰণ আৰু নাথাকে।
অৰু : আপুনি আমাৰ কথাটো, বিশেষকৈ মোৰ সিদ্ধান্তৰ কথা জনাব পাৰে। এই বয়সত দেউতাই শ্বক পোৱাটো মই নিবিচাৰোঁ ; যদিও অৱস্থাই হয়তো মোক বাধ্য কৰিব পাৰে বিশেষকৈ দেউতা যদি অবুজ হয়।
অতনু : যদি তোমালোকৰ উপকাৰ হ'ব বুলি ভাবিছা তেন্তে নিশ্চয় ক'ম। অকল কোৱাই নহয়, দৰ্কাৰ হ'লে তোমালোকৰ হৈ প্লিডো কৰিম। ক'ম সোনকালে বিয়াখন পাতি দিবলৈ। এতিয়া আহোঁ দেই।
অৰু : যাওক, কিন্তু মোৰ ওপৰত খং উঠা নাইতো?

অতনু : খং উঠিবৰ কাৰণটো কি আছে?
অৰু : এনেয়ে সুধিলোঁ।
অতনু : উই পাৰ্ট এজ্ ফ্রেণ্ডচ্।
অৰু : নিশ্চয়। অকল মোৰেই নহয়, সতুদাৰো। ফ্রেণ্ডতকৈয়ো বেছি, আজিৰপৰা আপুনি মোৰ দাদা হ'ল, অতনু দাদা।
[ মঞ্চ আন্ধাৰ হয়। আধামিনিটমান আৱহ সঙ্গীতৰ পাছত পুনৰ পোহৰ হ'লত দেখা যায় মঞ্জুলাৰ কোঠাটো। সত্যেনে বাতৰি কাকত এখন চাই আছে। মাকে গাখীৰ এগিলাচ তাক খাবলৈ কয়। ]

মঞ্জু : হোঁ গাখীৰখিনি খা চেঁচা হৈ যাব।
সত্যেন : এতিয়া নাখাওঁ মা, ভোক লগা নাই।
মঞ্জু : ভোক নালাগিবলৈ কিটোনো খাই আহিছ?
সত্যেন : খামনো কিটো? একো খোৱা নাই।
মঞ্জু : আজি অৰুহঁতৰ ঘৰলৈ যোৱা নাই হ'বলা?
সত্যেন : যাবলৈ হাক দিছে।
মঞ্জু : কোনে অ'? অৰুয়েনে?
সত্যেন : অৰুযেনো কেলেই হাক দিব? অৰুৰ দেউতাকে।
মঞ্জু : ভালেই হৈছে। সেইবোৰ মানুহৰ ঘৰলৈ নোযোৱাই ভাল।
সত্যেন : নাযাম কিয়? এশবাৰ যাম।
মঞ্জু : তই বৰ আঁকোৰ-গোঁজ ল'ৰা দে। বাৰু যি কৰ কৰিবি, এতিয়া গাখীৰখিনি খাই পেলা।
সত্যেন : আৰু এটা কথা মা, দেউতাৰ কিবা কথা হেনো তেওঁ জানে।
[ আৱহ সঙ্গীতত মুহূৰ্তৰ বাবে তীব্ৰ ঝঙ্কাৰ উঠি মাৰ যায়। ]
মঞ্জু : [ উচপ্ খায়, কিন্তু মুহূৰ্ততে নিজকে সংযত কৰি কঠোৰভাৱে ] মিছা কথা—দেউতাৰৰ কোনো কথাকে তেওঁ নাজানে। বাৰু যি হ'ল হ'ল। তই মিছাকৈয়ে জেদ ধৰি নাথাকিবি, যাবলৈ হাক দিছে যেতিয়া নাযাবি।
সত্যেন : ইহ্ তেওঁ হাক দিলেই মই নোযোৱাকৈ থাকিমনে?
[ অৰুৰ প্ৰৱেশ ]
মঞ্জু : অৰু হ'বলা—
সত্যেন : [ সমৰ্থন জনাই মূৰ দুপিয়াই ] অৰু এয়া মা......
[ অৰুয়ে মঞ্জুলাক সেৱা কৰে। ]

মঞ্জু : কি কৰা আই, ভৰিখন তেনেই ধূলিত পোত গৈ আছে।
সত্যেন : ভৰিত ধূলি আছে কাৰণেহে শিৰত লৈছে।
মঞ্জু : তই মনে মনে থাক দুষ্ট ক'ৰবাৰ।
অৰু : জানে মা, আপোনাৰ কথা কৈ কৈ অন্তই নপৰে। অ', গাখীৰখিনি আগত লৈ হ'বলা বহি আছে?
মঞ্জু : চোৱাচোন আই, অথনিৰেপৰা কৈ আছোঁ কোনোপধ্যে নাখায়।
অৰু : আপোনাৰ ল'ৰা কিন্তু বৰ অবাধ্য।
মঞ্জু : সেই কথা আৰু ক'ব লাগিছেনে? প্ৰমাণ পাইয়েই আছোঁ।
সত্যেন : সেয়ে কৈছোঁ, বোৱাৰী আনি তোমাৰ চাইড্‌টো ষ্ট্ৰং কৰি লোৱা।
মঞ্জু : তোমালোকে কথা পাতা মই অলপ আখল ঘৰৰপৰা আহিছোঁ। [ যায় ]
অৰু : এই, কি থম থমকৈ বহি আছা? খাই পেলোৱা সোনকালে। তাৰ পাছত এটা মস্ত সুখবৰ দিম?
সত্যেন : কি? কোৱা।
অৰু : আগেযে খোৱা।
সত্যেন : আগেয়ে ক'ব লাগিব।
অৰু : ওহোঁ আগেযে খাব লাগিব।
সত্যেন : পূৰা এগিলাচ গাখীৰ বাপ্‌ৰে অসম্ভব।
অৰু : মাই মৰম কৰি দিছে খাই পেলোৱা।
সত্যেন : আধা তুমি খোৱা।
অৰু : গাখীৰ কিন্তু মই খুব ভাল পাওঁ—
সত্যেন : তেন্তে খোৱা আধা।
অৰু : আগতে তুমি—
সত্যেন : আগতে তুমি—
অৰু : নহয় আগতে তুমি খোৱাচোন।
সত্যেন : সতীয়ে পতিৰ কথা শুনিব পায়।
অৰু : বাহ্‌ৰে পতি দেৱতা—সিফালে অতনু বৰুৱা পায়হিহে লাগে।
সত্যেন : এইখিনি পালেহি কিন্তু এক বক্সিঙত—
অৰু : ওহোঁ দৰকাৰ নহ'ব।
সত্যেন : কিয়?
অৰু : তাকে ক'বলৈকে লৰি আহিছোঁ; শুনিলে তোমাৰ খং একেবাৰে নাইকিয়া হৈ যাব।
সত্যেন : আচৰিত।

অৰু : সঁচাকৈয়ে আচৰিত! এগিলাচ গাখীৰ খাই শেষ কৰোঁতে ইমান পলম লাগে, সঁচাকৈয়ে আচৰিত .... ।।

সত্যেন : ধেৎ দুষ্ট, খাম বাৰু ; প্ৰথমতে তোমাৰ কথা ৰাখা, আধা খোৱা—

অৰু : দিয়া বাৰু [ গোটেইখিনি খাই পেলাই ] ইচ্ ৰাম গোটেইখিনি শেষ হৈ গ'ল পাই।

সত্যেন : সঁচায়েনে—চাওঁ [ গিলাচটোলৈ চাই ] থেঙ্ক্ ইউ মেডাম আজিলৈ মই ৰক্ষা পৰিলোঁ। সুখবৰটো কোৱা।
[ অৰুয়ে সত্যেনৰ দেউতাক আৰু ৰূপলালৰ ফটোলৈ চায় ]

অৰু : এখেত হ'বলা দেউতা?

সত্যেন : অঁ।

অৰু : আৰু এখেত?

সত্যেন : মাৰ ওস্তাদ—মোৰ ককা।

অৰু : দুযোখন ফটোকে সদায়ে ধূপধুনা দি পূজা কৰে।

সত্যেন : অঁ—

অৰু : তুমিও?

সত্যেন : মযো।

অৰু : [ ফটোৰ ওচৰলৈ গৈ সেৱা কৰে। মঞ্জুলাই থাল এখনত নাৰিকলৰ লাড়ু আৰু তিলপিঠা লৈ আহে ] মা, এইবোৰ আকৌ কি আনিলে?

মঞ্জু : একো নহয়, নাৰিকলৰ লাড়ু আৰু দুডোখৰমান পিঠা। চাহ খাবা নেকি?

অৰু : নাখাওঁ, পানী হ'লেই হ'ব, আপুনি আনিবলৈ যাব নালাগে, মযে গৈ খাব পাৰিম।

মঞ্জু : ভাল ছোৱালীৰ দৰে সৌ চকীখনত বহি খোৱাচোন। আজি প্ৰথম আহিয়েই বনত ধৰিব নালাগে।

সত্যেন : কাম যে কৰিব পাৰে দেখুৱাব খুজিছে মা।

অৰু : তুমি চুপ থাকিবাচোন।

মঞ্জু : খোৱা আই, গোটেইখিনি খাব লাগিব কিন্তু ; মই পানী আনোঁগৈ— [ যায় ]

অৰু : এইবাৰ কিন্তু তুমি মোক হেল্প্ কৰিব লাগিব, চাওঁ মুখ মেলা—

সত্যেন : মুখ মেলিব লাগে?

অৰু : অঁ পেটলৈ যোৱা সেইটোৱেইতো বাট।
[ সত্যেনে মুখ মেলে অৰুই তাৰ মুখত লাড়ু সুমুৱাই দিয়ে। ]

অৰু : মেলা—অঁ হৈছে—এই এটা—এই দুটা—এই তিনিটা—

সত্যেন : [ মুখত লাড়ু সোমোৱাত কথা ক'ব নোৱৰা হয়। কিবা ক'ব খোজে ]

অৰু : কথা নহয় কথা নহয়, কাম কাম। লাড়ুকেইটা পেটলৈ নিয়াটোৱেই

এতিয়া প্ৰধান কাম। আৰু এই মহৎ কামফেৰা প্ৰথমতে শেষ কৰি লোৱা, তাৰ পাছত কথা। নহ'লে মাই আহি দেখিব লাগিলে—

সত্যেন : [ লাড়ু গিলি ] অ' গ'ল গ'ল, মই আৰু একো নাখাওঁ দেই।

অৰু : পিঠাৰ ভাগো দিম বুলি ভাবিছা হ'বলা? নিদিওঁ নিদিওঁ কেতিয়াও নিদিওঁ। তিলপিঠা মই খু-উ-ব ভাল পাওঁ।

সত্যেন : ময়ো ভাল পাওঁ [ পিঠা এটা লৈ মুখত ভৰাই দিয়ে ] [ মঞ্জুলাই পানী আনে ]

মঞ্জু : এয়া পানী। সতু তই হ'বলা অৰুৰ ভাগৰপৰা থাপ মাৰিলি, বৰ দুষ্ট দে—

সত্যেন : মা তুমিতো সাংঘাতিক। জানিলা কেনেকৈ?

মঞ্জু : জানিবলৈ কিটো আছে? ওঁঠৰ গুৰিত সেইবোৰ কি? যা মুখখন ধুই আহগৈ—পিঠাগুড়িবোৰ লাগি আছে।

সত্যেন : ধুবলৈনো কিয় লাগিছে? মচিলেই হ'ব—চাওঁ তোমাৰ চাদৰ—
[ মাকৰ চাদৰৰ আঁচলত সত্যেনে মুখ মচে আৰু টেবুলত থোৱা পানী গিলাচ খাই পেলায। ]

মঞ্জু : এই ল'ৰালিবোৰ নগ'ল এতিযাও। আৰে, অৰুলৈ আনা পানী গিলাচ খাই পেলালি দেখোন।

সত্যেন : মই আনি দিছোঁ ৰ'বা। অৰু, এক মিনিট— [ যায ]

মঞ্জু : বৰ দুষ্ট ই বুজিছা অৰু, ইয়াক চম্ভালোঁতেই মোৰ ফালে আধ্যা পৰিছে।
[ সত্যেনে পানী আৰু গামোচা লৈ আহে ]

সত্যেন : অৰু এয়া পানী, এয়া গামোচা।

অৰু : এইবাৰ কাম কৰি দেখুৱাইছে কোনে?

সতোন : দেখিছো—তোমাৰ ল'ৰাই দৰকাৰ হ'লে কিমান কাম কৰিব পাৰে!

মঞ্জু : হৈছে হৈছে, বৰ কাম কৰিব পৰাটো।

অৰু : মা—এতিয়া আহোঁ দেই।

মঞ্জু : অকলে যাবানে?

অৰু : পাৰিম।

মঞ্জু : সতু, তয়ে যাচোন অৰুক থৈ আহগৈ—

সত্যেন : মাতৃ আদেশ শিৰোধাৰ্য্য—

অৰু : ব'লা বাটত সুখবৰটো দিম।

সত্যেন : আহোঁ দেই মা।

মঞ্জু : ওভতোঁতে পলম নকৰিবি আকৌ।

সত্যেন : নকৰোঁ।

[ সত্যেন আৰু অৰু যায়। মঞ্চ আন্ধাৰ হয়। পোহৰ হ'লত দেখা যায় সঞ্জীৱ আৰু অতনু। সঞ্জীৱৰ কথাত উত্তেজনাৰ আভাস। ]

• •

সঞ্জীৱ : নাই নাই অসম্ভৱ কথা এটা নক'বা অতনু।

অতনু : এইটোনো কি এনে অসম্ভৱ কথা, মই বুজি পোৱা নাই।

সঞ্জীৱ : মই আশা কৰিছিলোঁ। তোমাৰ হাতত মোৰ একমাত্ৰ ছোৱালী অৰুক গতাই দি শান্তি আৰু স্বস্তিৰ নিঃশ্বাস পেলাম। ভগৱানে সেইটো হ'বলৈ নিদিলে নাই। কিন্তু সত্যেনৰ লগত অৰুৰ বিয়া পাতিব লাগিব মই? প্ৰশান্ত চৌধুৰীৰ ল'ৰা সত্যেনৰ লগত? নাই নাই, তেনে কথা হ'বই নোৱাৰে।

অতনু : সত্যেন উপযুক্ত ল'ৰা, এড্‌ভোকেট্ হৈ হাইকোৰ্টত জইন কৰিছে— যথেষ্ট পচিবিলিটিজ আছে। তদুপৰি, আৰু মোৰ বোধেৰে এইটোৱেই আটাইতকৈ ডাঙৰ কথা, দুয়ো দুয়োকে বিচাৰে।

সঞ্জীৱ : হুঁঃ, দুয়ো দুযোকে বিচাৰে। বিচাৰে বুলিয়েই যে যাৰে তাৰে লগত মোৰ ছোৱালীৰ বিয়া পাতিব লাগিব তাৰ কোনো অৰ্থ নাই।

অতনু : মোৰ বোধেৰে বিয়াৰ ক্ষেত্ৰত এইটোৱেই প্ৰধান কন্‌চিডাৰেশ্যন হোৱা উচিত।

সঞ্জীৱ : মই তোমালোকৰ দৰে এতিয়াও ইমান আধুনিক হ'ব পৰা নাই অতনু। এই বিচাৰা-নিবিচাৰাৰ অন্তৰালত কি চাইকলজি আছে তাকো মই বুজি নাপাওঁ। মই বিশ্বাস কৰোঁ বিয়া এটা এড্‌জাষ্টমেন্ট, বাৰু বাদ দিয়া সেইবোৰ কথা, তুমিনো নিজে ইমান আপত্তি কৰিছা কিয়?

অতনু : মোৰ কথা ইতিমধ্যে কৈছোঁৱেই অৰুন্ধতীক আৰু মই ভাবিও চালোঁ, তেওঁলোক দুয়োৰে মাজত মই সোমোৱাটো উচিত নহ'ব।

সঞ্জীৱ : এই উচিত-অনুচিতৰ প্ৰশ্নটোৰ ওপৰত কিয় যে ইমান গুৰুত্ব দিছা বুজি পোৱা নাই।

অতনু : আৰু এটা কথা—মই হয়তো ইয়াত প্ৰেক্‌টিচ্ নকৰি বিলাতলৈকে উভতি যাম।

সঞ্জীৱ : কিয়? ইয়াতেই দেখোন দেখাৰ ডাক্তৰে অজস্ৰ ধন আৰ্জিছে।

অতনু : তাত যিজন ডাক্তৰৰ লগত মই কাম কৰিছিলোঁ তেওঁ মোক মাতিছে।

সঞ্জীৱ : এই কথা তুমি মোক আগতে কোৱা নাছিলা কিয়?

অতনু : ক'বলৈ সুবিধা পোৱা নাছিলোঁ, কিন্তু অৰুন্ধতীক কৈছোঁ।

সঞ্জীৱ : মোৰ ছোৱালীয়ে তোমাৰ লগত বিলাতলৈ গৈ ঘৰ সংসাৰ পাতি থাকিব; নোৱাৰিব বুলি ভাবাৰ জানো কিবা কাৰণ আছে?

অতনু : সেইবুলি মই কেলেই ভাবিম? মোৰ আপত্তিৰ প্ৰধান কাৰণৰ কথা দেখোন আপোনাক কৈছোঁয়েই।

সঞ্জীৱ : এৰা, ময়ে বোধকৰোঁ ভুল কৰি পেলালোঁ। সত্যেনক ইমান দূৰ আগবাঢ়িবলৈ দিব নালাগিছিল। সময় থাকোঁতেই তাৰ বাবে এইখন ঘৰৰ দুৱাৰ বন্ধ কৰিব লাগিছিল।

অতনু : আপুনি ভুল কৰা বুলি কেলেই ভাবিছে? আজিৰ যুগত আপুনি এইবোৰ, পুৰণিকলীয়া মানুহৰ দৃষ্টি কোণৰপৰা বিচাৰ কৰি চাবনে? তেওঁলোক দুয়ো দুয়োকে ভালদৰে জানিছে, বুজিছে, দুয়োৰে মাজত মিলাপ্ৰীতিৰ ভাব গঢ়ি উঠিছে। এনে অৱস্থাত অনাহকতে বাধাৰ সৃষ্টি কৰি আপোনাৰ একমাত্ৰ জীয়াৰীৰ জীৱনটোক দুখৰ নকৰি বিয়াখন পাতি দিয়াটোহে আপোনাৰ কৰ্তব্য।

সঞ্জীৱ : শুনা অতনু, মোৰ কৰ্তব্য কি মই জানো।

অতনু : এয়া আপোনাৰ খং উঠিছে।

সঞ্জীৱ : খং উঠাটো স্বাভাৱিক। নুঠিব কেলেই? মোৰ অৱস্থাত পৰিলে সকলোৰে খং উঠিব। মই মোৰ ছোৱালীৰ ভাল হওক বুলি কিবা এটা কৰিব খুজিছোঁ, কিন্তু তাত আহি দেখা দিছেহি এই অমঙ্গলীয়া বাধাবোৰে।

অতনু : এই বোৰক আপুনিহে বাধা বুলি ভাবিছে। মই ভাবোঁ আচলতে এইবোৰ বাধা নহয়। এইবোৰে আপোনাক সহায় হে কৰিছে, সহজভাৱে এটা সুন্দৰ সিদ্ধান্তত উপনীত হৈ, নিজৰ আৰু অৰুন্ধতীৰ জীৱনটোক সুখময়, আনন্দময় কৰি তুলিবলৈ।

সঞ্জীৱ : মোৰ ছোৱালীয়ে বিচাৰে বুলিয়েই এতিয়া সেই নামগোত্ৰহীন স্কাউণ্ড্ৰেলটোলৈহে বিয়া দিব লাগিবনে? তাৰ হৈ ওকালতি কৰি তুমি নিজকে যিমানেই আঁতৰাই নিব নোখোজা লাগে, এটা বিষয়ত মই ডেফিনিট্। সত্যেনৰ সতে অৰুৰ বিয়া কেতিয়াও হ'ব নোৱাৰে। মই এই বিয়াত কেতিয়াও সম্মতি দিব নোৱাৰোঁ, আৰু নিদিওঁ।

অতনু : মোৰ ক'বলগীয়া কথাখিনি সৰলভাৱেই আপোনাক কৈছোঁ। অৰুন্ধতীক কোৱাখিনি তেওঁৰপৰাই শুনিব মই এতিয়া আহোঁ—আশাকৰোঁ মোক আপুনি ক্ষমা কৰিব। আহোঁ এতিয়া।

সঞ্জীৱ : বেছ যোৱা—

[ অতনু যায়। সঞ্জীৱে চকীখনত বহি চিন্তা কৰি থাকে এনেতে সত্যেনক সোমাই অহা দেখা পায়। ]

সঞ্জীৱ : অ' তই? কিয় আহিছ? কি লাগে তোক? মোৰ ঘৰলৈ আহিবলৈ তোক মানা কৰিছিলোঁ—মনত নাই?

সত্যেন : মই আহিছোঁ অৰুয়ে মাতিছিল কাৰণে।

সঞ্জীৱ : অৰুণে মাতিছিল?

সত্যেন : ওঁ, আৰু মই আপোনাক নাহিম বুলি কথা দিয়া নাছিলোঁ।

সঞ্জীৱ : হুঃ কথা দিয়া নাছিলোঁ—স্কাউণ্ড্ৰেল।

সত্যেন : মোক গালি পাৰিছে কিয়?

সঞ্জীৱ : গালি পাৰিছোঁ কিয়? আই উইল হুইপ্ ইউ আউট্ অব্ দিচ্ হাউচ।

সত্যেন : আপুনি মোক অপমান কৰিছে?

সঞ্জীৱ : তোৰ ব্যৱহাৰে মোক তেনে কৰিবলৈ বাধ্য কৰিছে।

সত্যেন : মোৰ ব্যৱহাৰে?

সঞ্জীৱ : অতনুক তই মোৰ ছোৱালীৰ বিষয়ে কি কৈছ?

সত্যেন : আপোনাৰ ছোৱালীৰ বিষয়ে, মানে অৰুন্ধতী, মানে অৰুৰ বিষয়ে? নাই, একো কোৱা মনত নপৰে—অ' মনত পৰিছে—কৈছিলোঁ শ্বি ইজ ভেৰি চাৰমিং।

সঞ্জীৱ : নন্‌চেঞ্চ।

সত্যেন : মই কিয়, সকলোৱে এই কথা স্বীকাৰ কৰিবলৈ বাধ্য। এই অতি সঁচা কথাটো কোৱাৰ কাৰণে কিয় খং কৰিছে?

সঞ্জীৱ : আৰু একো কোৱা নাই?

সত্যেন : নাই কোৱা।

সঞ্জীৱ : নাই কোৱা? তেন্তে সি কিয় ৰাজী নহ'ল অৰুক বিয়া কৰাবলৈ?

সত্যেন : কেলেই ৰাজী নহ'ল সেই কথা তেওঁহে জানিব মই জানিম কেনেকৈ?

সঞ্জীৱ : মোৰ চকুত ধূলি মাৰি সাৰি যাম বুলি ভাবিছ? মই তোক পুলিচত দিম।

সত্যেন : ৰ'ব অধৈৰ্য নহ'ব। পুলিচত আপুনি খবৰ এটা যি কোনো সময়তে—হয়তো এতিয়াই ফোন কৰি দিব পাৰে। কিন্তু মোক অপৰাধী বুলি কোৱাটো নিৰ্ভৰ কৰে তেওঁলোকৰ ওপৰত হে।

সঞ্জীৱ : অতনুয়ে মোক কৈ গৈছে—তয়ে সকলোৰে মূল। ইউ ৰাচ্‌কেল গেট আউট—ওলাই যা মোৰ ঘৰৰপৰা এতিয়াই, ইমিডিয়েট্‌লি।

সত্যেন : আপোনাৰ ঘৰ—আপুনি যাবলৈ কৈছে—মই যাম। কিন্তু মই এনেকৈ গুচি গ'লে আপোনাৰ ছোৱালী অৰুয়ে বেয়া পাব। আৰু অৰুৰ মনত দুখ দিবলৈ আপুনি নিশ্চয় ইচ্ছা নকৰে।

সঞ্জীৱ : অৰুয়ে বেয়া পাব—আ-হা কি দৰদ! মোৰ ছোৱালীৰ প্ৰতি ইমান দৰদ নেদেখুৱালেও হ'ব। ভাবিছ হ'বলা অতনু আঁতৰি গ'লে মই অৰুৰ লগত তোৰ বিয়া পাতিম। আৰু সেই কাৰণে এইখন বিয়া ভাঙিবলৈ অতনুক যিহকে তিহকে কৈছ।

সত্যেন : মই ইমান নীচ নহওঁ।

সঞ্জীৱ : নীচ নহ'ব—তোৰ দৰে মানুহ যদি নীচ নহয়, তেন্তে বংশ পৰম্পৰাৰ গৌৰৱ কৰিব পৰা মানুহ নীচ হ'বনে?

সত্যেন : শুনক, আপুনি অৰুৰ দেউতাক। মই আপোনাক অৰুৰ দৰেই শ্ৰদ্ধা কৰোঁ। আপোনাক কেতিয়াও অসন্মান কৰা নাই। কিন্তু মানুহৰো ধৈৰ্য্যৰ এটা সীমা আছে।

সঞ্জীৱ : হুঃ, ধৈৰ্য্যৰ সীমা? কি কৰিবি তই?

সত্যেন : মোৰ বংশৰ প্ৰতি, পৰোক্ষভাৱে মোৰ দেউতাৰ প্ৰতি ইতিকিং কৰি আপুনি কথা কোৱা এয়ে প্ৰথম নহয়। আগতেও এনে অপমানজনক ইঙ্গিত দি কথা কৈছে। দেউতা, মই সৰু থাকোঁতেই ঢুকাইছে। তেওঁক দেখা মনত নপৰে। তেওঁৰ বিষয়ে একো জানিবও পৰা নাই। কিন্তু জানো, মোৰ মা ভগৱতীৰ দৰে আৰু জানো মাই দেউতাক আজিকোপতি দেৱতাৰ দৰে ভক্তি কৰে।

সঞ্জীৱ : তোৰ বংশ গৌৰৱৰ কথা তই তোৰ ভগৱতীৰ দৰে মাৰক সুধিবি। [ অৰু আহে ]

অৰু : দেউতা—দেউতা, অতনুয়ে বিলাতত বিয়া কৰাই থৈ আহিছে।

সঞ্জীৱ : কি?

অৰু : তেওঁ মোক কৈছে—সেয়ে পুনৰ উভতি যাব। আপুনি মিছাকৈয়ে সতুদাক অপমান কৰিছে কিয়?

সত্যেন : অৰু! মই জানিব খোজোঁ মোৰ অতীতৰ কি কথা তোমাৰ দেউতাৰাই জানে—

অৰু : মিছা কথা, দেউতাই একোকে নাজানে, তুমি জনাতকৈ। ব'লা ভিতৰলৈ—

সঞ্জীৱ : অৰু, এইখন ঘৰৰ দুৱাৰ সত্যেনৰ কাৰণে আজিৰপৰা বন্ধ হ'ল।

অৰু : অ', তেন্তে ব'লা বাহিৰলৈকে—

সঞ্জীৱ : তই তাৰ লগত যাব নোৱাৰ।

অৰু : কিয় দেউতা?

সঞ্জীৱ : মই ভাল নাপাওঁ—মই যাবলৈ নিদিওঁ।

অৰু : কিয় দেউতা? আনৰ লগত, অতনুহঁতৰ লগত দেখোন মোক ফুৰিবলৈ দিছিলা।

সঞ্জীৱ : সিহঁতৰ লগত সত্যেনক ৰিজাব নোৱাৰি?

অৰু : কিয় দেউতা?

সঞ্জীৱ : সত্যেনৰ অতীত অতিকে ভয়াবহ, স্কেণ্ডেলাচ্।

অৰু : ভয়াবহ, স্কেণ্ডেলাচ্ হওক, অতীতৰে মই কি কৰিম? কাৰো অতীতৰ কথা মই জানিবও নোখোজোঁ।

সঞ্জীৱ : জান, কোন সত্যেনৰ মাক? জান, সত্যেনৰ মাক আৰু দেউতাকৰ কোনো

বৈধ বিবাহ হোৱা নাছিল। জান, সমাজৰ চকুত সত্যেনৰ কোনো সন্মানজনক অস্তিত্ব নাই।

সত্যেন : মই আপোনাৰ কথা বিশ্বাস নকৰোঁ।

সঞ্জীৱ : বিশ্বাস নকৰ? যা মাৰক সোধগৈ?

সত্যেন : নিশ্চয় সুধিম— [ যায় ]

অৰু : সতুদা—সতুদা—

সঞ্জীৱ : সি গ'ল যাওক—আৰু কেতিয়াও ইয়ালৈ উভতি নাহে।

অৰু : আপুনি নাজানে দেউতা কিমান দুখ আজি অবাবতে তেওঁক দিলে। ময়ো গৈছোঁ, ৰ'বা সতুদা—

সঞ্জীৱ : [ বাধা দি ] ক'লৈ যাব? তাৰ লগত যাবলৈ মই তোক এৰি দিব নোৱাৰোঁ। নিজৰ ভৱিষ্যতৰ কথা ভাবি চা অৰু।

অৰু : নাজানো দেউতা তোমাৰ কথা সঁচা নে মিছা। যদি সঁচাও হয় তথাপি মোৰ কোনো খেদ্ নাই। কাৰো অতীত মই বিচাৰি নাযাওঁ। আৰু ভৱিষ্যত? ভৱিষ্যত আমি গঢ়িম, বৰ্তমানৰপৰাই আহিলা গোটাই। মোক বাধা নিদিবা মই যাওঁ। [ অৰু ওলাই যায় ]

সঞ্জীৱ : অৰু—

[ লগে লগে আৱহ সঙ্গীতত তীব্ৰ ঝঙ্কাৰৰ শব্দ হয় আৰু পোহৰ তৎক্ষণাৎ নাইকিয়া হয়। পৰিবেশৰ গুৰুত্বসূচক সঙ্গীত কিছুপৰ থাকে। মঞ্জুলাৰ কোঠাত তৎক্ষণাৎ পোহৰ পৰে। লগে লগে গভীৰ উত্তেজনাত সত্যেন সোমাই আহে। মাকে বহি, চিলাইৰ কাম কৰি আছিল। সত্যেনে কথা কোৱাৰ লগে লগে আৱহ সঙ্গীত বন্ধ হৈ যায়। সত্যেনৰ কথাত তীব্ৰ উত্তেজনা আৰু অভিযোগৰ সুৰ। এই গোটেই দৃশ্যটোত সংলাপৰ গুৰুত্ব অনুযায়ী আৱহ সঙ্গীত ব্যৱহাৰ কৰিব পাৰি। ]

• •

সত্যেন : কোৱা মা, দেউতাই এনে কি কাম কৰিছিল, যিহৰ কাৰণে অৰুৰ দেউতাকে মোক বিদ্ৰূপ কৰে। মোক মোৰ প্ৰাপ্য মৰ্যাদা দিব নোখোজে।

মঞ্জু : মই দেখোন তোক আগতেই কৈছোঁ—অৰুৰ দেউতাকহঁত ডাঙৰ মানুহ।

সত্যেন : হুঃ ডাঙৰ মানুহ?

মঞ্জু : ডাঙৰ মানুহবোৰক তেনেধৰণে—

সত্যেন : সিহঁত ডাঙৰ মানুহ বুলিয়েই—

মঞ্জু : এৰা সোণ, আমি সকলো নিৰবে সহ্য কৰি যাব লাগিব।

সত্যেন : কিয় সহ্য কৰিম? নকৰোঁ। কিহৰ বলত ডাঙৰ মানুহ বোলাইছে মই জানো নহয়। আজি আমাৰ সমাজত এনে ডাঙৰ মানুহবোৰৰ, যিবোৰে

আনক ঠগাই আনক শোষণ কৰি ডাঙৰ হৈছে, সিহঁতৰ মুখাবোৰ সুলকি পৰিব ধৰিছে জানা মা—

মঞ্জু : তোৰ বাৰু আজি অৰুৰ দেউতাকৰ ওপৰত হঠাতে কিয় এনেকৈ খং উঠিল সোণ?

সত্যেন : খং নুঠিব? কোন সন্তানে দেউতাকৰ বিৰুদ্ধে কৰা অপমান নিৰৱে সহ্য কৰি থাকিব? মই তেওঁক তেতিয়াই বুজাই দিব পাৰিলোঁহেঁতেন দেউতাক অপমান কৰাৰ প্ৰতিফল কি? কেৱল তোমাৰ কথা ভাবিয়েই—

মঞ্জু : কি কৰিছে সঞ্জীৱ চলিহাই? কি কৈছে তেওঁ?

সত্যেন : মোক তেওঁৰ ঘৰৰপৰা বাজ কৰি দিছে।

মঞ্জু : বাজ কৰি দিছে? কিন্তু কিয়?

সত্যেন : অকল সিমানেই নহয়—তেওঁ দেউতাৰ বিৰুদ্ধেও—

মঞ্জু : দেউতাৰৰ বিৰুদ্ধে কৈছে সঞ্জীৱ চলিহাই?

সত্যেন : নহয় নহয় মা, মই আজি তোমাৰ কোনো কথাই নুশুনো। তোমাক আৰু মনে মনে থাকিবলৈ নিদিওঁ। তুমি মোক আজি দেউতাৰ কথা ক'বই লাগিব। তুমি ক'বই লাগিব, মোৰ দেউতাৰ সমাজত কি ঠাঁই আছিল। ক'বই লাগিব, দেউতাই এনে কি বেয়া কাম কৰিছিল যে দেউতাক লৈ সঞ্জীৱ চহিলাই ঠাট্টা-মস্কৰা কৰিবলৈ সাহ কৰে, যি পৰিচয়ে মোক মূৰ ওখ কৰি কথা ক'বলৈ নিদিয়ে, যি কথা আজি অতদিনে মোৰপৰা সাৱধানে লুকুৱাই ৰাখিছা।

মঞ্জু : অধৰ্য্য নহ'বি সোণ, বহ। তই যে মনত বৰ আঘাত পাইছ তাক মই ভালদৰে বুজিছোঁ।

সত্যেন : মা, মই এতিয়া আৰু সৰু ল'ৰা হৈ থকা নাই। মই সকলো কথা বুজিব পৰা হৈছোঁ। মোৰ প্ৰশ্নবোৰ সদায়ে প্ৰশ্ন হৈয়ে থাকে, উত্তৰ তুমি নিদিয়া। সৰু ল'ৰাৰ প্ৰশ্ন বুলি হাঁহি উৰুৱাই দিয়া।

মঞ্জু : মই জানো সতু। এটা দিন আহিব যিদিনা তই তোৰ দেউতাৰৰ পৰিচয় ল'বলৈ উত্ৰাৱাল হৈ পৰিবি। হয়তো সকলো কথা তোক বহুত দিনৰ আগতে ক'ব লাগিছিল। ক'ম ক'ম বুলি ক'বলৈ সাহ কৰা নাছিলোঁ। তোৰ মুখৰ হাঁহিবোৰ দেখিলে এনেভাব হৈছিল জানোচা অতীতৰ কথাবোৰ শুনিলে তোৰ কোমল অন্তৰখন ভাঙি চুৰমাৰ হৈ যায়। জানোচা তোৰ মুখৰ হাঁহিবোৰ চিৰদিনৰ কাৰণে হেৰাই যায়........

সত্যেন মই সকলো সহিব পাৰিম মা। তুমি মোক কোৱা—আজি তুমি মোক ক'বই লাগিব। যদি নোকোৱা তেন্তে, তেন্তে মোক—

মঞ্জু : [ ভয়তে শিয়ৰি উঠে ] সতু! সোণ মোৰ!! নাই নাই, নক'বি সোণ

তেনে কথা নক'বি [ মূৰত মুখত হাত ফুৰাই মৰম কৰিবলৈ চেষ্টা কৰে, সত্যেন আঁতৰি যায় ]

সত্যেন : তুমি যদি বুজিলাহেঁতেন মোৰ বুকুত এই মুহূৰ্তত কি হাহাকাৰ সৃষ্টি হৈছে! তুমি যদি এবাৰ উপলব্ধি কৰিব পাৰিলাহেঁতেন! মা! দেউতাৰ যদি পৰিচয় নাপাওঁ, যদি সেই পৰিচয়ে মোক সমাজত দহজনৰ আগত ঘৃণাৰ পাত্ৰ কৰে, সঞ্জীৱ চলিহাৰ কথাবোৰ যদি সঁচা হয় তেন্তে!!

মঞ্জু : [ দৃঢ়তাৰে ] সঞ্জীৱ চলিহাৰ এটা কথাও সঁচা নহয়। দেউতাৰক বুজাৰ ক্ষমতা সঞ্জীৱ চলিহাৰ নাই আৰু কেতিয়াও নহ'ব।

সত্যেন : তেনেহ'লে নোকোৱা কিয় কোন আছিল মোৰ দেউতা? তাৰ মানে মোৰ দেউতা আছিল নিশ্চয় কোনোবা এজন লম্পট! যাৰ পৰিচয় দিবলৈ তুমি টান পাইছা। তুমি হয়তো যৌৱনৰ উন্মাদনাৰ বশৱৰ্তী হৈ এনে এজনৰ লগ লৈছিলা, যিজনে তোমাৰ গোটেই জীৱনটো অন্ধকাৰলৈ ঠেলি দি আঁতৰি পলাই গ'ল। যাৰ কাৰণে তুমি নিজে গোটেই জীৱনটো ভুগিছা আৰু সেয়ে সত্য প্ৰকাশ কৰিবলৈ টান পাইছা। কিয় সেই পশুটোৱে তোমাক এইদৰে নিঠৰুৱাকৈ এৰি গুচি গ'ল—কিয় সি মোৰ মূৰৰ ওপৰত জাপি দি গ'ল কলঙ্কৰ বোজা।

মঞ্জু : নহয় নহয় সোণ—এইদৰে ক'ব নাপায়। তোৰ দেউতাৰ মানুহ নাছিল—আছিল দেৱতা। [ সত্যেনক মৰম কৰিবলৈ ওচৰ চাপি যায় ]

সত্যেন : তুমি মোৰ ওচৰলৈ নাহিবা। মোক নুচুবা। এই পৃথিৱীত মোৰ কোনো নাই! তোমাক অতদিনে মা বুলি শ্ৰদ্ধা কৰিছিলোঁ কিন্তু আজি বুজিছোঁ সকলো ভুৱা, সকলো ছলনা! মই মোৰ পিতৃ পৰিচয় নাজানো, মই এটা জাৰজ। তুমি মোক জন্ম হোৱাৰ লগে লগেই টেঁটু চেপি মাৰি নেপেলালা কিয়? মোক কিয় এনেকৈ জীয়াই থাকিবলৈ দিলা? মই—মই [ বাহিৰলৈ যাব খুজি বৈ যায়। ৰূপলাল আৰু দেউতাকৰ ফটো চকুত পৰে। লাহে লাহে আগুৱাই যায়। ] এইখন তোমাৰ ওস্তাদ দেউতাৰ ফটো। [ ইতিকিং কৰি ] ওস্তাদ দেউতা—[ ফটোখন মাটিত দলিয়াই দিয়ে—আইনা ভাঙি যায় ] এইখন ফটো মোৰ দেউতাৰ—যাৰ নাম শুনিলে ভদ্ৰ সমাজে নাক কোঁচায়। মোৰ দেউতা—হাঃ হাঃ হাঃ

[ আবহ সঙ্গীতে পৰিবেশৰ গুৰুত্ব, সংলাপৰ গুৰুত্ব প্ৰকাশত সহায় কৰে। ]

মঞ্জু : [ যেন ৰুদ্ৰ মূৰ্তি ধৰে ] সাৱধান সতু—দেউতাৰক লৈ ধেমালি নকৰিবি। ঠিক, সেয়া তোৰ দেউতাৰ, মোৰ স্বামী। সঞ্জীৱ চলিহাই তোৰ মনটো যিমানেই বিষাক্ত নকৰক তেওঁ মোৰ মানত দেৱতা।

[ সত্যেন থৰ হৈ ৰৈ যায়। আবহ সঙ্গীত শীৰ্ষবিন্দু পোৱাৰ লগে লগে মঞ্চ তৎক্ষণাৎ আন্ধাৰ হয়। স্পষ্ট লাইটত ৰূপলালক দেখা যায়। নাটকৰ গতিৰ ক্ষিপ্ৰতা ৰক্ষাৰ বাবে পোহৰ নিয়ন্ত্ৰণ খৰতকীয়া হোৱা বাঞ্ছনীয় ]

ৰূপ : মঞ্জুমণিয়ে মিছা কোৱা নাই—সত্যেনৰ দেউতাক আছিল দেৱতা—সৎ আৰু পবিত্ৰ আছিল তেওঁৰ চৰিত্ৰ। তেওঁ আছিল এনে এজন মানুহ যাৰ নামত সঞ্জীৱ চলিহা কিয়, কোনেও কলঙ্ক সানিব নোৱাৰে। অৱশ্যে মানুহে নানা কথা কৈছিল, তেনেকৈতো বহুতে বহুত কথা কয়। ভাল কাম এটা কৰিবলৈ গ'লেও চকুচৰহা মানুহে কুৎসা ৰটনা কৰে। অৰুৰ দেউতাক সঞ্জীৱ চলিহা আৰু সতুৰ দেউতাক প্ৰশান্ত চৌধুৰী এসময়ত বন্ধু আছিল। কিন্তু হ'লে হ'ব কি? প্ৰশান্ত আৰু সঞ্জীৱৰ মাজত ব্যৱধান স্বৰ্গ আৰু পৃথিবীৰ—নহয় নহয়, স্বৰ্গ আৰু নৰকৰ ব্যৱধানৰ দৰে। আজি তেইশ বছৰ আগৰ এটা দিনত এটা আচহুৱা পৰিৱেশত মঞ্জুমণি আৰু সতুৰ দেউতাকৰ চিনাকি হৈছিল। লক্ষীমপুৰ অঞ্চলত কিছুমান দিন থাকিলোঁ। মঞ্জুমণিও ডাঙৰ হৈ আহিল। তাৰ পাছত চাকৰিৰ সন্ধানত গুৱাহাটী পালোঁহি। গুৱাহাটীত তেতিয়া ৰেডিঅ' ষ্টেচন হৈছে—ভাবিলোঁ গান-বাজনাৰ সমাদৰ হ'ব। হাতত টকা নাই ভাল ঘৰ এটাত থাকিবলৈ। হঠাতে মাৰোৱাৰী গোলা এটাত কাম পাই গ'লোঁ। কিন্তু দৰমহা কম। সস্তাত ঘৰ ভাৰা লৈ লেতেৰা পৰিৱেশ এটাত সোমাই পৰিবলৈ বাধ্য হ'লোঁ। চাৰিওফালে অশ্লীলতাৰ গোন্ধ। হাঁহি-খিকিন্দালি, জুৱা, দেহৰ ব্যৱসায়। [ মঞ্চ আন্ধাৰ হয়। ৰূপলাল আঁতৰে। পাছফালৰ নীলা আঁৰ কাপোৰখন সম্পূৰ্ণভাৱে টানি মঞ্জুলাৰ কোঠাৰ জালীকটা বেৰাখন ঢাকি দিয়া হয়। তাৰপাছত মঞ্চৰ সমুখৰ সোঁমাজত চম্পা আহি সন্তীয়া নৃত্য ভঙ্গীমাত ৰয়হি। তাইক সামৰি পোহৰ বৃত্ত ৰচিত হয়। নেপথ্যৰ পৰা হিন্দী গীত এটা ভাহি আহে। সেই গীতৰ লগে লগে চম্পাই নাচ আৰম্ভ কৰে। সাধাৰণ বাইজীয়ে নচা নাচ। কুশুন আহি ওচৰতে ৰৈ নাচ চাই থাকে। অলপ পৰ নচাৰ পাছত চম্পাই কুশুনক দেখি নাচ বন্ধ কৰে। কুশুনৰ হাতৰ টোপোলাত মাংস—সি চম্পাক কয়। ]

• •

কুশুন : বাঃ বাঃ বাঃ এনেকুৱা নাচ চাবলৈ দিল বেক্ৰাৰ হৈ আছে। [ কথাৰ লাচতে মাংসখিনি চম্পালৈ আগবঢ়ায় ] যা—এই আধাসেৰ মাংস তোক দি দিলোঁ—খাগে—

চম্পা : [ নাক কোঁচাই ] যাঃ কি যে ভেকেটা ভেকেট গোন্ধ ; মই মাংস নাখাওঁ।

কুশুন : কি ক'লি? মাংস নাখাব? আৰে মাংস নাখাব যদি এই লাইনত আহিলি কিয়?

চম্পা : পেটৰ কাৰণে।

কুশুন : মাংস খালেতো পেট ভৰিব।

চম্পা : কৈছোঁ নহয় মাংস মই নাখাওঁ।

কুশুন : অ' পাহৰিছিলোৱেই, তইতো আকৌ পুৰা-গধূলি নামকীৰ্তন কৰ— [ চম্পাৰ বাহুত চিকুতি ] মাংসৰ বেপাৰীয়ে মাংস নাখায়। ঠিক, মিঠাইৰ বেপাৰীয়েও মিঠাই নাখায়। মাংসবোৰতো আমাৰ কাৰণে, কি ক'ব হাঃ হাঃ হাঃ।

চম্পা : চাওঁ বাট এৰিদে, মই যাওঁ।

কুশুন : যাবি ৰ'না—তোক এটা কথা সুধিব খুজিছোঁ।

চম্পা : কি কথা—

কুশুন : এই যে ৰূপলালৰ ঘৰত সদায় নাচ-গান কৰে, সেই ছোৱালীটো বৰ সুন্দৰ বে—

চম্পা : অ' সেইফালে চকু গৈছে হ'বলা। কিন্তু সাৱধান—

কুশুন : কিয়?

চম্পা : ৰূপলালক তাই দেউতা বুলি মাতে। ৰূপলাল তাইৰ ওস্তাদ। সেই মাইকীটো আমাতকৈ বেলেগ।

কুশুন : বেলেগ—হাঃ হাঃ হাঃ। বেলেগ যদি এই পাৰাত ঘৰ লৈছেহি কিয়?

চম্পা : আগ নাবাঢ়িবি, মৰিবি কিন্তু।

কুশুন : তই যদি মোক মদদ্ কৰ, তোকো মোৰ লাভৰ ভাগ দিম।

চম্পা : মানে?

কুশুন : মানে আৰু কি? সেই যে সঞ্জীৱ বাবু, চাৰি আলিৰ মাথাতযে তিনি তলা ঘৰ, সেই সঞ্জীৱ বাবুৰ তাইৰ ওপৰত চকু পৰিছে। মই বন্দোৱস্ত কৰি দিব পাৰিলে পূৰা দুইশ টকা পাম।

চম্পা : মই সেইচবত নাই।

কুশুন : ময়েতো ৰূপলালক মাৰোৱাৰী গোলাত কামটো যোগাৰ কৰি দিছোঁ। ৰূপলালতো মোৰ হাতৰ মুঠিত বে।

চম্পা : তই যি কৰ কৰ। মই যাওঁ।
[ উচাট মাৰি গুচি যায় ]

কুশুন : যা যা। দুইশ টকা—পহিলা মই, তাৰ পাছত সঞ্জীৱ বাবু। আচ্ছা দেখা যাওক, চিৰিয়াৰ পাখিত কিমান তাকৎ—।

[ মঞ্চ আন্ধাৰ হয়। বতাহ-ধুমুহাৰ শব্দ। নিশাৰ পৰিৱেশ। মঞ্চৰ বাঁওফালৰ এটা অংশত পোহৰ বৃত্ত ৰচিত হয় চাৰি-পাঁচজন মানুহ সামৰিব পৰাকৈ। পোহৰ ক্ষীণ। মাজে মাজে বিজুলীৰ চিকমিকনি। ৰূপলালৰ ঘৰ। ]

● ●

কুশুন : [ নেপথ্যত ] ৰূপলাল, ৰূপলালৰে—

ৰূপ : [ হাতত হাৰিকেন লৈ ৰূপলাল মঞ্চলৈ আনফালেদি সোমাই আহি, কুশুনে মতাৰ ফালে আগবাঢ়ি গৈ সোধে ]

ৰূপ : কোন?

কুশুন : মই কুশুনৰে, সোনকালে দুৱাৰ খুলিদে।

ৰূপ : [ কুশুনে মতাৰ ফালে সোমাই যায়। আৰু অলপ পাছত মঞ্চলৈ সোমাই আহে। কুশুনৰ হাতত তিতি থকা ছাতি। ৰূপলালে লেম্পটো থৈ কুশুনৰ হাতৰপৰা ছাতিটো লৈ এটা চুকত জপাই থৈ দিয়ে ]

ৰূপ : এই বৰষুণখনৰ মাজত—এই নিশা, কিয় আহিলি?

কুশুন : হেই, মঞ্জুবহিন সাৰে আছে নেকিৰে?

ৰূপ : কিয় আমি ভাত খোৱাই নাই। তাই পাক ঘৰতে আছে কচোন কিয় আহিলি?

কুশুন : এই মেনেজাৰ চালা বৰ বদমাচ। চব তাৰেই কাৰচাজি।

ৰূপ : কি হ'ল নক'ৰ কিয়?

কুশুন : কথা সাংঘাতিক—

ৰূপ : কি ক'চোন—

কুশুন : ক্যাছত গণ্ডগোল, হিচাপ মিলা নাই।

ৰূপ : হিচাপ মিলা নাই?

কুশুন : মেনেজাৰেতো সেই ৰকম কৈছে—তোক বিচাৰিছে।

ৰূপ : হিচাপত গণ্ডগোল? মইতো চব হিচাপ-পত্ৰ মেনেজাৰক চমজাই দি আহিছোঁ—ক্যাছমেমোৰ লগত মিলাই দি আহিছোঁ, কিহৰ গণ্ডগোল ওলাল?

কুশুন : মোৰ সন্দেহ হৈছে মেনেজাৰক। সি চালাই নিজে টকা হাত চাফাই কৰি তোক জঞ্জালত পেলাব খুজিছে।

ৰূপ : আচৰিত কথা, —ক্যাছত গোলমাল?

কুশুন : অলপ-চলপ টাকাৰ নহয়—ডেৰ হাজাৰ টকাৰ। কি হিচাপ তই দিছ, ক'ব নোৱাৰোঁ। শুন এতিয়া কথা হৈছে, মালিকৰ কাণত নপৰোঁতে কিবা

এটা কৰিব লাগিব। মালিকে জানিব লাগিলে শুদাই নেৰে, চিধা পুলিচক গতাই দিব। ব'ল দুয়ো যাওঁ।

ৰূপ : ৰ'চোন ৰ। আজি ইমান দিন তোৰ লগত একেলগে কাম কৰিলোঁ কিবা গোলমাল পাইছনে?

কুশুন : কৈছোঁয়েই নহয়, মোৰ কিন্তু সন্দেহ হৈছে মেনেজাৰৰ ওপৰত। কিবা ভুল হৈছে লগে লগে চাফ চাফ ক'ব লাগিছিল, হয় নে নহয়? এতিয়া ক'লে কিয় মানিবি? ব'লচোন, চল—

ৰূপ : মঞ্জু—এই মঞ্জু [ মঞ্জু আহে ] এই মঞ্জু, তই অলপ সময় অকলে থাকিব পাৰিবি নহয়? ]

মঞ্জু : ওস্তাদ দেউতা—

ৰূপ : বুইছ মঞ্জু, মই যাম আৰু আহিম। বৰবাবুযে মাতিছে। তই অলপ সময় অকলে থাকিব পাৰিবি নহয়। [ হিন্দী গীতৰ সুৰ এটি ভাহি আহে ] কি হ'ল, নামাত দেখোন, ভয় কৰিবি নেকি মঞ্জু?

কুশুন : [ কিবা এটা চিন্তা কৰি ] আচ্ছা ভায়া—নহ'লে তই এটা কাম কৰ। মোৰ চাইকেলখনকে লৈ যা। বৰষুণো কমিছে। কেৱল তই খংটো দমাই ৰাখিবি। যদি এতিয়া একো ঠিক কৰিব নোৱাৰা ৰাতিপুৱা মালিকৰ কাণত পৰাৰ আগে আগে সকলো ঠিক কৰি পেলাম। তই জলদি যা। তই নহালৈকে মই ইয়াতে আছোঁ—মঞ্জুক এইদৰে অকলে থৈ যোৱা ঠিক নহ'ব।

ৰূপ : তেনেহ'লে মই আহোঁ—তাই এই ওচৰৰ হুলস্থূলবোৰ বৰ ভয় কৰে নহ'লেনো কি? এই মঞ্জু, কুশুন ককায়েৰক একাপ চাহ দিবি। তই বহ কুশুন।

[ ৰূপলাল যায়। মঞ্জু ভিতৰলৈ যায়—হিন্দী চিনেমাৰ গীতবোৰ মাজে মাজে প্ৰকট হয়। কুশুনে কিবা ভাবি এবাৰ ভিতৰলৈ চায়। কুশুনৰ চকুৰে-মুখে ফুটি উঠে কুটিল ৰেখাবোৰ—বতাহ লাগি লেম্পটো ধিমিক-ধামাক কৰে। সি ভিতৰলৈ যাব খুজি ৰৈ যায় ]

কুশুন : মঞ্জু—মঞ্জু—

মঞ্জু : [ ভিতৰৰপৰা ] গৈছোঁ ৰ'বা।

কুশুন : শুনাচোন—

মঞ্জু : [ মঞ্জু আহে ] ককাইদেউ চাহ হৈছেই, এতিয়াই দিম।

কুশুন : চাহ—হাঃ হাঃ হাঃ এইবোৰ সদায় কিমান খাবা, চাওঁ ওচৰলৈ আহাচোন। সঁচাকৈ তুমি দেখিবলৈ বৰ খুবচুৰৎ। আঃ আঁতৰি গৈছা কিয়? ৰূপলালে মাতিলে জানো আঁতৰি যোৱা?

মঞ্জু : ওস্তাদ দেউতাৰ কথা তেনেকৈ নক'বা।

কুশুন : ওস্তাদ দেউতা হাঃ হাঃ হাঃ খেল বঢ়িয়া জমাই তুলিছা—

মঞ্জু : নিলাজ আগবাঢ়ি নাহিবি বুলি কৈছোঁ—নহ'লে তোক মই—

কুশুন : হাঃ হাঃ হাঃ [ মঞ্জুৰ হাতত ধৰে মঞ্জুয়ে চিঞৰে। জোতা-পুতি লাগে। মঞ্জুই কুশুনৰ হাতত কামুৰি দিয়ে ]

কুশুন : আঃ [ চিঞৰি কুশুন পিছুৱাই আহে—হাতৰপৰা তেজ পৰিব ধৰে ] তই মোক কামুৰিলি—তোক যদি মই এই লাইনত আনিব নোৱাৰোঁ, মোৰ নাম কুশুন নহয়। আৰে চিড়িয়া, কেৱল ৰূপলালক দিল দিলে নহ'ব, মোকো দিল দিব লাগিব। মোৰ মেজাজ ঠাণ্ডা কৰিব নোৱাৰিলে ৰূপলালৰ চাকৰি শেষ—দেখি ল'ম কোন কিমান পানীৰ মাছ।
[ এনেতে প্ৰশান্ত আৰু সঞ্জীৱ সোমাই আহে। প্ৰশান্তই কুশুনৰ পিঠিত ধৰি ডবিযাই দিয়ে। কুশুন উচপ খাই উঠে। কুশুনে চুচুক-চামাককৈ পিছুৱাই পিছুৱাই লৰ মাৰে। মঞ্জুৰ মুখত প্ৰতিশোধৰ চিন প্ৰকট। লাহে লাহে সিহঁতৰ পিনে আগবাঢি আহে। চকুদুটা যেন বাঘিনীৰ দৰে জ্বিলিকিছে। ]

মঞ্জু : [ সঞ্জীৱক ] কি লাগে আপোনাক? আকৌ আহিছে কিয়? মুখেৰে নামাতে কিয়? কি চাইছে? চাওঁ, দুৱাৰ মুখৰপৰা আঁতৰি যাওক বুলি কৈছোঁ। কি হ'ল শুনা নাই [ প্ৰশান্তক ] অ' আপুনিও, আপোনাক ভাল মানুহ যেন লাগিছে—এওঁৰ লগত আহিছে কিয়?

সঞ্জীৱ : বাঘিনী।
[ মঞ্জুৰ যেন বহুত পুৰণি কথা মনত পৰি গ'ল ]

মঞ্জু : ঠিকেই, মই বাঘিনী—অলপতে পথ ভুল কৰিব খোজা মানুহ এটাক মই হাতত আঘাত কৰিছোঁ। মোক দেখি আপোনাৰ অলপো ভয় লগা নাইনে? [ প্ৰশান্তলৈ ] জানে ইহঁতৰ কেৱল তেজৰ পিৰপিৰণিটো কমাই দিওঁ। নহ'লে ইহঁতে সদায় পথ ভুল কৰিব খোজে। শান্তিৰে আমাক জীয়াই থাকিব নিদিয়ে। কিন্তু কি জানে এই বাঘিনীৰ কামোৰ ইয়ালৈ অহা মানুহবোৰৰ কাৰণে হাতীৰ কুমত আঘাত কৰাৰ দৰে। ৰাতিপুৱালেই সকলো পাহৰি সন্ধ্যা হ'লে আকৌ উভতি আহে।

সঞ্জীৱ : প্ৰশান্ত ব'লা।

মঞ্জু : ৰ'ব নাযাব, বহক। [ প্ৰশান্তক ] আপুনিতো সেই কুশুনৰ দৰে নহয়। সম্ভ্ৰান্ত ভদ্ৰলোক। মোৰ কথা নধৰিব বহক। অন্ততঃ অলপ চাহ খাই যাওক। আমাৰ ইয়াত চাহৰ বাহিৰে অৱশ্যে আন বস্তু নাই। আপোনাক শুদা মুখে পঠিয়ালে দেউতাই বেয়া পাব। বহক। থিয় হৈ থাকিল কিয়?

প্ৰশান্ত : আমি আচলতে তোমাৰ চিঞৰ শুনিহে সোমালোঁ—

মঞ্জু : মই আপোনাৰ প্ৰতি সঁচায়ে কৃতজ্ঞ—আপুনি নহা হ'লে হয়তো—

প্ৰশান্ত : মোৰ এইফালে অহাৰ ইচ্ছাই নাছিল—

মঞ্জু : মই আপোনাক অবিশ্বাস কৰা নাই। এই পাৰাটো যে আপোনাৰ অচিনাকি সেই কথা আপোনাৰ বেহ-ৰূপৰপৰাই বুজিছোঁ—আৰু আপোনাক যে এখেতেই এইফালে আনিছে তাকো গম নোপোৱাকৈ থকা নাই—

সঞ্জীৱ : তোমাৰ কথাৰ মানে?

মঞ্জু : মানে ফটফটীয়া। আপুনিতো এইফালে আগতেও আহিছে। আমাৰ ঘৰত বহি চাহ-তামোল খাইছে—

প্ৰশান্ত : সঞ্জীৱ তেনেহ'লে?

সঞ্জীৱ : এই সকলোবোৰ সাজি কোৱা কথা।

মঞ্জু : সাজি কোৱা কথা? কিন্তু আপোনাৰ সোঁহাততো যে মোৰ দাঁতৰ কামোৰৰ দাগটো আছে তাকো সাজি কোৱা কথা বুলি ক'ব নে?

প্ৰশান্ত : আচৰিত!

মঞ্জু : মই যদি মিছা কৈছোঁ পৰীক্ষা কৰি চাওক। এই কুশুনৰ দৰে তেওঁৰ হাতৰপৰাও এদিন টোপাটোপে তেজ পৰিছিল। তথাপি আজি আকৌ আহিছে আৰু আহিছে আপোনাক লগত লৈ—

সঞ্জীৱ : কি আজে বাজে কথাবোৰ বকিছা? ব'লা প্ৰশান্ত, ইয়াত আৰু এক মুহূৰ্তও থকা উচিত নহয়।

মঞ্জু : কেলেই? আৰু কিবা গোপন কথা ওলাই পৰিব বুলি ভয় কৰিছে নেকি? মোক পোৱাৰ আশাত ওস্তাদ দেউতাক চাকৰি দিম বুলি লোভ দেখুৱাছিল—সেইযে আপোনাৰ এশ টকাৰ নোটখন এইটো লেম্পৰ জুইৰে দেউতাই পুৰি ছাই কৰি দিছিল—

সঞ্জীৱ : তুমি এইবোৰ কথা বিশ্বাস নকৰিবা প্ৰশান্ত। ইহঁতে এনেকৈয়ে মানুহক ব্লেকমেল কৰে। এই গোটেই বস্তিটোৱেই এনেকুৱা।

মঞ্জু : এই গোটেই বস্তিটোৰ কথা জানে বুলি আপুনি নিজেই স্বীকাৰ কৰিছে। জানে যদি এইফালে আহিছিল কিয়? এই অসময়ত এই দুৰ্গন্ধময় বস্তিলৈ আপোনাৰ দৰে সম্ভ্ৰান্ত চহকী মানুহ আহিব নাপায়।

প্ৰশান্ত : তাৰ মানে?

সঞ্জীৱ : তোমাক সকলো ক'ম। এতিয়া ইয়াৰপৰা সোনকালে ব'লাচোন।

মঞ্জু : যাওক যাওক। ওস্তাদ দেউতাই আহি দেখিলে আপোনাক শুদাই নেৰে।

সঞ্জীৱ : আহাঁ প্ৰশান্ত—বৈ আছা কেলেই?

প্ৰশান্ত : ৰ'বা। মোৰ এওঁৰ বিষয়ে জানিবলৈ কৌতূহল হৈছে।

সঞ্জীৱ : তুমি নাটকৰ প্লট বিচাৰি আহিছা, সেয়ে এওঁৰ বিষয়ে জানিবলৈ কৌতূহল উপজিছে। বেছ তুমি থাকা—[ যায় ]

প্ৰশান্ত : মই এওঁৰ ওস্তাদ দেউতাক লগ পাইহে যাম। অচিনাকি পৰিবেশৰ এই

দুৰ্গন্ধময় বস্তিত হঠাতে লগ পোৱা এই ছোৱালীজনীৰ চকুত মই আগতে নেদেখা বহুতো কথাৰ যেন সন্ধান পাইছোঁ সঞ্জীৱ।

মঞ্জু : আপোনাৰ বন্ধু গ'ল।

প্ৰশান্ত : যাওক—

মঞ্জু : কিন্তু আপুনি অকলে?

প্ৰশান্ত : তোমাৰ যদি আপত্তি নাথাকে—তোমাৰ যদি ভয় নালাগে—

মঞ্জু : আপত্তি? ভয়? আপুনি যে তিৰোতা মানুহৰ মাংস লোলুপ পশুবোৰতকৈ বেলেগ সেই কথা দেখিয়েই জানিছোঁ। আমি তিৰোতা মানুহবোৰে মানুহ দেখিলেই চিনি পাওঁ।

প্ৰশান্ত : তোমাৰ ওস্তাদ দেউতাৰ যদি পলম হয় আজি যাওঁ আন এদিনাখন—

মঞ্জু : নহয় নহয় বহক। অকলে থাকিবলৈ হে মোৰ ভয় লাগিব।

প্ৰশান্ত : সঞ্জীৱ এনে বুলি ভবা নাছিলোঁ। মানুহ চিনা বৰ টান।

মঞ্জু : বহক—[ প্ৰশান্ত বহে ] আপুনি ঠিকেই কৈছে মানুহ চিনা বৰ টান। আমি কিন্তু আপোনালোকতকৈ সোনকালে চিনি পাওঁ। এই যে বস্তিত থকা মানুহবোৰ দেখিছে আটাইবোৰ বেয়া নহয়। সিহঁতক বেয়া কৰিছে সমাজৰ ক্ষমতাৰ তথাকথিত সম্ভ্ৰান্ত ভদ্ৰ, চহকী মানুহ আৰু সিহঁতৰ অৰ্থলোভী দালালবোৰে। কেনেকৈ জানে? সিহঁতৰ অভাৱৰ, সিহঁতৰ দৰিদ্ৰতাৰ সুযোগ লৈ।

প্ৰশান্ত : কি নাম তোমাৰ?

মঞ্জু : মঞ্জুলা—

প্ৰশান্ত : তুমি যে নিজে নিজক ৰক্ষা কৰিব পৰা তাকতো মই নিজৰ চকুৰেই দেখিছোঁ। কিন্তু ইয়াত বেছিদিন থাকিলে—

মঞ্জু : হয়তো নোৱাৰিম। সেয়ে ওস্তাদ দেউতাই চেষ্টা কৰিয়েই আছে ইয়াৰপৰা যাবলৈ। মই সদায় অনুভৱ কৰোঁ মই যেন ওস্তাদ দেউতাৰ এটা ডাঙৰ বোজা হৈ পৰিছোঁ। কুকুৰা চৰায়ে নিজৰ পোৱালিক ডেউকাৰ তলত লুকুৱাই ৰখাৰ দৰে তেওঁ কিমান দিন আৰু মোক লুকুৱাই ৰাখিব পাৰিব—হয়তো কেতিয়াবা মোৰ কাৰণেই নিজে বিপদত পৰিব।

প্ৰশান্ত : তেনেহ'লে তুমি—

মঞ্জু : মই পতিতা নহওঁ [ কান্দে ] মই পতিতা নহওঁ। কিন্তু সমাজৰ দহজনক সেই কথা মই বুজাম কেনেকৈ? সমাজৰ চকুত আজি মই — [ কান্দে ]

প্ৰশান্ত : তুমি যিয়েই নোহোৱা মই তোমাক ইয়াৰপৰা লৈ যাম।

মঞ্জু : ক'লৈ নিব?

প্ৰশান্ত ঃ মোৰ ঘৰলৈ।

মঞ্জু ঃ আপোনাৰ ঘৰলৈ?

প্ৰশান্ত ঃ ওঁ মোৰ ঘৰলৈ।

মঞ্জু ঃ আপোনাৰ পৰিয়াল, আপোনাৰ ল'ৰা-ছোৱালী—

প্ৰশান্ত ঃ মোৰ কোনো নাই। ময়ো তোমাৰ দৰেই নিঠৰুৱা। মই নাট্যকাৰ, মই গল্প লিখোঁ, উপন্যাস লিখোঁ, মই ছবি আঁকো—

মঞ্জু ঃ মোক লৈ নাটক লিখিব? উপন্যাস লিখিব? আপোনাৰ কলমৰ খোঁচেৰে মোৰ মনটোক কাটি-ছিঙি পৰীক্ষা কৰি চাব? কিন্তু তেনেকৈ জানো মোৰ মনত থুপখাই থকা দুখ-বেজাৰৰ উঁহটো বিচাৰি পাব?

প্ৰশান্ত ঃ নহয় মঞ্জুলা, মই তোমাক মোৰ সাহিত্যত নহয়, মোৰ উকঙা জীৱনত, মোৰ উকা সংসাৰখনত প্ৰতিষ্ঠা কৰিম, য'ত তুমি তোমাৰ বাঘিনী নামটোৰ সলনি মঞ্জুলা নামেৰে সমাজত নিজকে চিনাকি দিব পাৰিবা।

মঞ্জু ঃ আপুনি মোক ইয়াৰপৰা লৈ যাব [ হাঁহিৰপৰা কান্দোন ]

প্ৰশান্ত ঃ তুমি মোক ভুল নুবুজিবা, মোক অবিশ্বাস নকৰিবা। শুনা, আমি দুয়ো এখন সৰু সংসাৰ পাতিম।

মঞ্জু ঃ মোক লৈ সংসাৰ পাতিলে সমাজৰ দহজনে আপোনাক ঘিণ কৰিব। আপুনি কাৰো আগত মূৰ তুলি কথা ক'ব নোৱাৰিব।

প্ৰশান্ত ঃ নহয নহয়, তুমি মোক বিমুখ নকৰিবা—মোক বিশ্বাস কৰা। তোমাৰ সৈতে যদিও মোৰ এই প্ৰথম দেখা এই পৰিচয় যেন আজিৰ নহয়—জন্ম-জন্মান্তৰৰ। ময়ো তোমাৰ দৰেই নিঠৰুৱা মঞ্জুলা। তোমাৰ বুকুৰ আপোন বুলিবলৈ ওস্তাদ দেউতা আছে কিন্তু মোৰ আপোন কোন? দেখিছাই নহয় সেই সঞ্জীৱ চলিহাক? তুমিতো তেওঁক মোতকৈ বেছি ভাল দৰে চিনি পোৱা। তেওঁৰ দৰে যিবোৰ, সেইবোৰেই মোৰ নিঠৰুৱা জীৱনৰ লগ। তুমি জানো আকৌ মোক সেইবোৰ মানুহৰ মাজলৈ ঠেলি পঠিয়াই দিবা?

মঞ্জু ঃ কিন্তু, কিন্তু ইমান সুখ মই কেনেকৈ সহ্য কৰিম? [ কান্দে ] [ ৰূপলাল সোমাই আহে ]

ৰূপ ঃ মই তহঁতৰ সকলো কথা বাহিৰৰপৰা শুনি আছিলোঁ মঞ্জু—

মঞ্জু ঃ দেউতা—[ ৰূপলালৰ বুকুত মূৰ থৈ কান্দে ]

ৰূপ ঃ মই আশীৰ্বাদ কৰিছোঁ তহঁত যেন সুখী হ'ব। পৃথিৱীৰ সকলো মানুহ একে নহয়। মোৰ ভুল হৈছিল—আজি মোৰ বন্ধুৱে যে মোক এনেকৈ ঠগিব মই সপোনতো ভাবা নাছিলোঁ। মোৰ নিজৰ ওপৰত ঘৃণা উপজিছিল। মই ভাবি আহিছিলোঁ এই পৃথিৱীৰপৰা আজি ৰাতিৰ ভিতৰতে আমি দুয়ো নাইকিয়া হৈ যাম!

প্ৰশান্ত : সেইবোৰ কথা চিন্তা কৰি কোনো লাভ নাই। মানুহৰ জীৱনত সুখতকৈ দুখৰ ভাগহে বেছি। মোৰ জীৱনটোলৈ চাওকচোন, মইতো কোনোদিনেই ভাবা নাছিলোঁ যে এই বয়সত কাৰোবাৰ মৰমত বান্ধ খাম। মই কেতিয়াও ভাবা নাছিলোঁ, মোৰ মনৰ সুখ-শান্তি ইয়াতে বিচাৰি পাম।

ৰূপ : মই আপোনাৰ হাতত গতালোঁ মোৰ অতি আদৰৰ মঞ্জুমণিক। তাই বৰ থুনুকা—তাই বৰ মৰম আকলুৱা ; জীৱনত তাই দুখেই পালে। অকণমান সুখ—অকণমান হাঁহি তাইক আপুনি দিব। আশীৰ্বাদ কৰিবলৈ ময়েই তাইৰ মাক-দেউতাক সকলো। আজি তাইক উলিয়াই দিবলৈ মোৰ ঘৰত ঢোল-পেঁপাৰে উৎসৱ পাতিব নোৱাৰোঁ। মোৰ একো নাই, মই একেবাৰে দৰিদ্ৰ—মই একেবাৰে— [ মাত থোকাথুকি হৈ চকুলো বৈ যায় ] আইজনীঅ', তোৰ কপালত এটা সেন্দুৰৰ ফোটেৰে তোক উলিয়াই দিব লাগিব নহয়—ৰ' ৰ'—মই এটেমা সেন্দৰ আনোঁগে—[ বৈ ] ইমান ৰাতি সেন্দুৰেই বা পাম ক'ত।

প্ৰশান্ত : নালাগে নালাগে, আপোনাৰ ভৰিৰ ধূলিৰে আমি দুয়ো দুটা ফোট ল'ম। ইয়াতকৈ আৰু আমাৰ বাবে ডাঙৰ আশীৰ্বাদ একো হ'ব নোৱাৰে।

মঞ্জু : দেউতা—

[ দুয়ো আঁঠু লয় ৰূপলালৰ ওচৰত। ৰূপলালৰ দুধাৰ আনন্দৰ চকুলো সিহঁতৰ মূৰত পৰে। মঞ্চ আন্ধাৰ হয়। নেপথ্যৰপৰা জলদগম্ভীৰ স্বৰত শুনা যায় বিয়াৰ সম্প্ৰদানৰ মূল মন্ত্ৰ কেইফাকিমান। আন্ধাৰত নীলা আঁৰ কাপোৰখন কোঁচাই অনা হয়, সঞ্জীৱৰ কোঠাৰ সীমালৈকে। সঞ্জীৱৰ অংশত পোহৰ পৰে। সঞ্জীৱে উত্তেজিতভাৱে পায়চাৰি কৰি থাকে। এনেতে কুশুনৰ খৰকৈ প্ৰৱেশ। ]

সঞ্জীৱ : কুশুন, এই অপমান তই মনে মনে সহ্য কৰি থাকিবি নেকি?

কুশুন : মইতো তাইৰ জান খতম কৰি দিলোঁহেঁতেন। খালী আপোনাৰ কথা ভাবি চুপচাপ শুচি আহিলোঁ।

সঞ্জীৱ : কিন্তু এতিয়া কি কৰিব খুজিছ? এনেকৈ হাত সাৱটি বহি থাকিলেতো নচলিব। তাই মোৰ বিষয়ে যিহকে পায় তাকে ক'লে। তাই সঞ্জীৱ চলিহাক চিনি পোৱা নাই। ইচ্ছা কৰিলে তাইক জীয়াই জীয়াই পুতি থ'ব পাৰোঁ। গোটেই পাৰাটোত জুই লগাই দিব পাৰোঁ। বেআইনী কামত লিপ্ত থকা বুলি পুলিচ লগাই জেলত সুমুৱাই থ'ব পাৰোঁ।

কুশুন : কিন্তু ছাৰ, এই যে প্ৰশান্ত চৌধুৰী আপোনাৰ বন্ধু, সিতো চালাই তাইক নিয়ম মাফিক ছাদি কৰি পেলালে।

সঞ্জীৱ : হোঃ ছাদি কৰিলে। প্ৰশান্তই তাইক দেখা পায়েই ভোল গ'ল। বুৰ্বক

নাট্যকাৰ : বিমলৰ তৰফৰপৰা বাধা আহিব পাৰে ।

হিমাংশু : আহিলেও সেই বাধা আমি ওফৰাম।

নাট্যকাৰ : ভাস্বতী, তুমি কি ভাবিছা? তোমাৰপৰা তোমাৰ মা-দেউতাৰাই বহুতোখিনি আশা কৰে। তুমি তেখেতসকলৰ আশাত কুঠাৰাঘাত কৰিবানে?

ভাস্বতী : মই আজি যি কৰিবলৈ ওলাইছোঁ, সেই কামত মা-দেউতাৰ সম্পূৰ্ণ সমৰ্থন থকা হ'লে সঁচাকৈয়ে বৰ আনন্দৰ কথা হ'ল হয়। কিন্তু কিয় যে সমৰ্থন দিব নোৱাৰে মই বুজি নাপাওঁ। মা-দেউতাৰ অন্তৰত যেনেকৈ মই আঘাত দিয়া অনুচিত মোৰ অন্তৰতো তেওঁলোকে দুখ দিয়া উচিত নহয়।

[ সমুখৰ মঞ্চ আন্ধাৰ হৈ যায়। আন্ধাৰত নাট্যকাৰ, ভাস্বতী, হিমাংশু হয় 'ফ্রিজ' হৈ থাকে নাইবা আঁতৰি যায়। পাছফালৰ ওখ মঞ্চৰ ওপৰত পোহৰ পৰে। দেখা যায় ভাস্বতীৰ দেউতাকক। ]

দেউতাক : ভাতুমণিৰ মনৰ কথা, তাইৰ সমস্যাৰ কথা আমি, অন্ততঃ মই নুবুজা নহয়। পুৰণি সংস্কাৰক মাকে আঁকোৰ-গোঁজালি দি ধৰি থাকিব বিচাৰিলেও মোৰ মনটোৱে সেই সংস্কাৰৰ মেৰপাকৰপৰা ওলাই আহিব বিচাৰে। ভাতুমণিয়ে যি কৰিব বিচাৰিছে তাত বাধা—নাই, নাই মই বাধা দিব নোখোজোঁ। আমাৰ মনৰ শুভকামনাৰপৰাও তাই বঞ্চিতা নহয়। কিন্তু তাই যদি বিচাৰে যে আমি আগভাগ লৈ, দ্বিতীয়বাৰ তাইৰ বিয়াখন পাতি দিবলৈ আগবাঢ়ি আহিম, তেন্তে আমাৰপৰা অলপ বেছি আশা কৰা হ'ব! তাই বুজা উচিত যে সমাজৰ দহজনৰ লগতে আমি থাকিব লাগিব, তাইৰ সমস্যা মই বুজিলেও সমাজৰ দহজনে যে বুজি তাইৰ প্ৰতি সহানুভূতি দেখুৱাব তাক কেনেকৈ আশা কৰিব পাৰি ? মোৰ মনত সদায় এইটোৱেই আশঙ্কা যে তাইৰ এই কামে সমাজত এটা আলোড়নৰ সৃষ্টি কৰিব।

[ সেই অংশ আন্ধাৰ হয়। দেউতাক আঁতৰি যায়, সমুখৰ অংশত পোহৰ পৰে। হিমাংশু, ভাস্বতী আৰু নাট্যকাৰক আগৰ ঠাইতে দেখা যায়। ]

নাট্যকাৰ : দেউতাৰাই সঁচা কথাকে কৈছে ভাস্বতী। তোমালোকৰ এই কামে সমাজত যথেষ্ট আলোডনৰ সৃষ্টি কৰিব।

ভাস্বতী : [ কিছু উত্তেজিত হৈ ] সমাজৰ কথা মোক নক'ব। আমাৰ বেলিকাহে সমাজ সদায় সজাগ, কিন্তু পুৰুষৰ বেলিকা সমাজ শুই থাকে। সমাজে কিয় মোৰ স্বামীক দ্বিতীয়বাৰ বিয়া কৰাওঁতে বাধা নিদিলে? সমাজে কিয় তেতিয়া মোৰ স্বামীক মোৰ প্ৰতি থকা তেওঁৰ দায়িত্বৰ কথা সোঁৱৰাই নিদিলে? এইখন সমাজৰ দোহাই নিদিব। পুৰুষে গঢ়া নীতি-

নিয়মবোৰৰ কথা ক'লে মোৰ মনটো বিদ্ৰোহী হৈ উঠে। সমাজে সদায়ে আমাক নিষ্পেষণ কৰাটো আমি আৰু সহ্য কৰি নাথাকোঁ।

নাট্যকাৰ : তোমাৰ দৰে আদৰ্শ নাৰীৰ প্ৰতি দহজনৰ আস্থা কমিব।

ভাস্বতী : মই আদৰ্শ নাৰী হ'ব নোখোজোঁ।

হিমাংশু : ভাস্বতীৰ দৰে যিসকল তেওঁলোকে শক্তি পাব অন্তৰৰ দুখৰ বোজা আঁতৰাই পেলাবলৈ ; আৰু এনে লোকৰ সংখ্যাও আমাৰ সমাজত নিচেই কম নহয়। তেওঁলোকে ভাস্বতীক পথ প্ৰদৰ্শক বুলি পূজা কৰিব।

নাট্যকাৰ : সংসাৰৰ পঙ্কিলতাই তোমালোকৰ প্ৰেমক মলিয়ন কৰি পেলাব।

হিমাংশু : কল্যাণী গৃহিণী ৰূপে ভাস্বতী সেই পঙ্কিলতাতকৈ থাকিব বহুত উৰ্ধ্বত। মাতৃত্বৰ গৌৰৱে তেওঁক তুলিব গৰীয়ান কৰি।

নাট্যকাৰ : কিন্তু সেই পথ ভোগৰ পথ, কামনাৰ পথ, প্ৰবৃত্তিৰ পথ। সেই পথেদি আগবাঢ়ি গৈ তোমালোকৰ প্ৰেমে মুক্তিৰ সোৱাদ নাপায়। মোহ বন্ধনৰ মাজত তাৰ অস্তিত্ব হেৰাই যাব।

ভাস্বতী : আমাৰ প্ৰেম আপুনি স্বীকাৰ কৰি লৈছে, কিন্তু অনুমোদন কৰা নাই আমাৰ বিবাহৰ সিদ্ধান্ত। তাৰ মানে, আপোনাৰ অন্তৰো সংস্কাৰ বিমুক্ত নহয়। আমাৰ শিৰত হাত থৈ আমাৰ যাত্ৰা জয়যুক্ত হওক বুলি আশীৰ্বাদ কৰিবলৈ লেখক, নাট্যকাৰ, সাহিত্যিক, আপুনিও সঙ্কোচ বোধ কৰে!

নাট্যকাৰ : তুমি ভুল বুজিছা। কোনো সঙ্কোচ মোৰ নাই। মই মাথোন কল্পনা কৰিছোঁ তোমালোকৰ বাবে মহত্বৰ জীৱন!

হিমাংশু : আপোনাৰ কল্পনাই বাস্তৱক আওকাণ কৰিছে।

নাট্যকাৰ : মোৰ কল্পনাই কিন্তু বাস্তৱৰপৰাই আহৰণ কৰিছে তাৰ গতি-প্ৰৱাহ, তাৰ প্ৰাণ-শক্তি।

ভাস্বতী : কাপুৰুষ আপুনি। সত্যক সুন্দৰভাৱে সাহিত্যৰ মাজেৰে সমাৰ্জত সুপ্ৰতিষ্ঠিত কৰিবলৈ সৎসাহস আপোনাৰ নাই।

নাট্যকাৰ : শুনা ভাস্বতী। দৃশ্যমান জগতখনেই কেৱল বাস্তৱ নহয়। সত্যৰ অঙ্কুৰ মাথোন তাৰ ভিতৰতে নিহিত থকা নাই। সত্য আৰু প্ৰকৃত বাস্তৱৰ পৰিসৰ দৃশ্যমান বাস্তৱ জগতৰ সীমা অতিক্ৰম কৰি মানুহৰ ভাব জগতলৈকো বিস্তাৰিত হৈছে। মই শিল্পী, মই সাহিত্যিক, মই নাট্যকাৰ; মোৰ কল্পনা মাথোন এই দৃশ্যমান বাস্তৱ জগততে আবদ্ধ নাথাকে, থাকিব নোৱাৰে। সেয়েহে মই বিচাৰোঁ তোমালোকৰ সংস্কৃতি সম্পন্ন অন্তৰে আজি বোধন কৰক সেই প্ৰেমক; যি প্ৰেমে নিৰ্বিচাৰে দেহৰ বন্ধন, স্বীকাৰ কৰে আত্মাৰ মিলন। যি প্ৰেমে শিকাব লৌকিকতাৰ ঠেক সীমা অতিক্ৰম কৰি অসীম প্ৰেমৰ মাহাত্ম্য উপলব্ধি কৰিবলৈ; শিকাব উপলব্ধি কৰিবলৈ,

ত্যাগৰ মাজেৰে, ভোগ-বাসনাৰ নিবৃত্তিৰ মাজেৰে, আত্মাৰ অন্তস্থলীত মধুৰ মিলন আনন্দ। মাথোন সেই প্ৰেমহে সত্য, সেই প্ৰেমহে অক্ষয় আৰু চিৰন্তন।

হিমাংশু : কিন্তু মাটিৰ মানুহ আমি। আপোনাৰ আদৰ্শ প্ৰেমৰ কল্পনা ধূলি-বালিৰ পৃথিবীৰ, তেজ-মঙহৰ মানুহৰ বাবে নহয়। পৃথিবীখন আঁকোৰ-গোঁজালি দি ধৰি থাকিবলৈ আমাৰ অপৰিসীম মোহ। এই মোহপাশত বান্ধ খাই থকাৰ বাহিৰে আমাৰ আন উপায় নাই।

নাট্যকাৰ : তুমি পুৰুষ হিমাংশু। তোমাৰ মনৰ গতি প্ৰবাহৰ ৰূপ তুমি যি বুলি ভাবিছা, ঠিক তেনে নহয়। মই ক'ম তুমি নিজকে চিনিব পৰা নাই। তেজ-মঙহৰ মানুহ হ'লেও তোমাৰ এখনি অন্তৰ আছে। সেই অন্তৰখনৰ আছে চিৰন্তন হেঁপাহ, কল্পনাৰ মানসী প্ৰিয়াক পৃথিবীৰ কোনোবা নাৰীৰ মাজত বিচাৰি পাবলৈ। আজি ভাস্বতীৰ মাজতে হয়তো তুমি দেখা পাইছা তোমাৰ মানস প্ৰতিমাৰ মূৰ্তিমতী ৰূপ। সেয়েহে ভাস্বতীৰ প্ৰতি গঢ়ি উঠা আকৰ্ষণৰ মোহে তোমাক অভিভূত কৰি পেলাইছে। কিন্তু যদি বিবাহৰ যোগেদি এই বন্ধন চিৰন্তন কৰিব খোজা তেন্তে তুমি হয়তো এদিনাখন হতাশ হ'ব লাগিব। তোমাৰ পৌৰুষৰ গতি-চাঞ্চল্যই তোমাক তৃপ্তিৰ সোৱাদ নিদিয়ে। নতুন কিহবাৰ সন্ধানত সি আকৌ স্থিৰতা হেৰুৱাব।

ভাস্বতী : আপুনি হিমাংশুৰ অন্তৰৰ গতি-চাঞ্চল্যৰ কথা ভাবিছে, কিন্তু ভবা নাই মোৰ মনৰ কথা। মই সমাজৰ শাশ্বত নিয়ম ভাঙি পেলাম। বিদ্ৰোহিনী অভিসাৰিকাৰ দৰে আগবাঢ়ি যাম হিমাংশুৰ মাজত নিজকে বিলাই দি জীৱনটো সাৰ্থক কৰি তুলিবলৈ। ধূপ যেনেকৈ জ্বলি জ্বলি নিঃশেষ হৈ যায়, মই নাৰী, ময়ো নিজকে শেষ কৰি দিব খোজোঁ হিমাংশুৰ প্ৰেমৰ মাজত।

নাট্যকাৰ : মইতো তোমাৰ তেনে ৰূপ কল্পনা কৰা নাছিলোঁ।

ভাস্বতী : আপুনি ভুল কৰিছিল।

নাট্যকাৰ : কিন্তু তুমি যে সাধাৰণ নোহোৱা, 'তুমি যে অনন্যা। ভাস্বতী তুমি। মই ভাবিছিলোঁ ধীমান পুৰুষৰ দৰেই গতিশীল হ'ব তোমাৰো অন্তৰ। কোনো এটা নিৰ্দিষ্ট বিন্দুত আহি সি থমকি ৰৈ নাযায়। বিভিন্ন ৰূপৰ মাজেৰে সমাজত বৈচিত্ৰ্যৰ ৰহণ সানি সানি আগবাঢ়ি যাব এক মহান আদৰ্শৰ ফালে।

ভাস্বতী : আমাক ক্ষমা কৰিব। আমি আপোনাৰ কল্পনাক ৰূপ দিব নোৱাৰিলোঁ।

নাট্যকাৰ : [ দুৰ্বলৈ চায়, যেন ভাস্বতী আৰু হিমাংশুৰ অস্তিত্বৰ কথা তেওঁ পাহৰি

গৈছে। তেওঁৰ চিন্তাধাৰাই যেন এটা নতুন পথৰ সন্ধান পাইছে— ]
মোৰ আশা, মোৰ কল্পনা—

হিমাংশু ঃ বিশ্বাস কৰক আমাৰ বাবে এই বিবাহ বন্ধন নহয়।

ভাস্বতী ঃ ই আমাৰ যুটীয়া জীৱনক দিব মুক্তিৰ সোৱাদ, আমাৰ নৱ জীৱনৰ যাত্ৰা পথত যোগাব প্ৰেৰণা। আমাক আশীৰ্বাদ কৰক।

[ ভাস্বতী আৰু হিমাংশুৱে নাট্যকাৰৰ ভৰিৰ ধূলি শিৰত লয়। নাট্যকাৰ তেতিয়াহে যেন পৰিৱেশ সচেতন হয় ]

নাট্যকাৰ ঃ সুন্দৰ হওক তোমালোকৰ নতুন জীৱন।

[ ভাস্বতী আৰু হিমাংশুক নাট্যকাৰে দুয়োখন হাতেৰে দুয়োফালে ধৰি, উভতি, পাছফালৰ আঁৰ-কাপোৰৰ ফালে আগবাঢ়ি যায়। মঞ্চ লাহে লাহে আন্ধাৰ হয়। ভাস্বতী আৰু হিমাংশু আঁতৰি যায়। নাট্যকাৰ গৈ চকীখনত বহে, হাতত কলম লৈ। আৰম্ভণিৰ দৰে সমুখত লিখি থকা নাটকখন। টেবুল লাইটটো জ্বলি উঠে। খন্তেক পাছতে তেওঁ তাৰপৰা উঠি সোঁমাজৰ মঞ্চৰ একেবাৰে সমুখভাগ পায়হি। এটা স্পট লাইটৰ পোনপটীয়া পোহৰ তেওঁৰ মুখত পৰে। টেবুল লাইটৰ পোহৰ নাইকিয়া হয়। স্পট লাইটৰ পোহৰে কেৱল তেওঁৰ কঁকালৰপৰা ওপৰ অংশক লৈ মুখত স্থিৰ হৈ থাকে। এই পোহৰ মঞ্চৰ সমুখভাগৰ অৰ্থাৎ সাধাৰণতে ফুট লাইট লগোৱা ঠাইৰ সোঁমাজৰপৰা আহি নাট্যকাৰৰ মুখত পৰে। নাট্যকাৰে নাটকৰ পাণ্ডুলিপিখন হাতত আনিছিল। এতিয়া সেইখনক বুকুত ধৰি দৰ্শকৰ ফালে স্থিৰভাৱে চাই কয়। ]

নাট্যকাৰ ঃ সংঘাত? হয়তো হয়। সংঘাতৰ মাজেৰেইতো হয় নাটকৰ সৃষ্টি, দ্বন্দ্বৰ মাজেৰেইতো হয় নতুন সত্যৰ উদ্দীপন। মই আজি উপলব্ধি কৰিছোঁ, ভাস্বতী আৰু মোৰ, নায়িকা আৰু নাট্যকাৰৰ সম্বন্ধ যেন এই সত্য উদ্দীপনে আৰু নিবিড় কৰি তুলিছে। ই যেন মোৰ চিন্তা ধাৰাত অভিনৱত্বৰ বোল সানি দিয়ে। মই তেওঁলোকক জনাইছোঁ অভিনন্দন। তেওঁলোকৰ প্ৰেম হওক অম্লান, হওক সুন্দৰ।

[ নাট্যকাৰৰ মুখত পৰা পোহৰ লাহে লাহে নাইকিয়া হৈ মঞ্চ আন্ধাৰ হয়। নামি আহে নাটকৰ অন্তিম যৱনিকা। ]

# মৃণাল মাহী

পাত্র-পাত্রী ঃ

মৃণাল, দীপক, হাজরিকা, ভবেশ

# মৃণাল মাহী

[ নাট আৰম্ভ হোৱাৰ আগতে আন্ধাৰ প্ৰেক্ষাগৃহত দৰ্শকে, এক মিনিটমান সময় গীতাৰৰ নাইবা স্বৰোদৰ আলাপ শুনে। সংগীতৰ সুৰে এটা কৰুণ পৰিৱেশ সৃষ্টি কৰে। আন্ধাৰতে আঁৰ কাপোৰ আঁতৰে। দৰ্শকৰ বাঁও ফালৰ মঞ্চৰ এটা সৰু অংশত স্পট লাইটৰ পোহৰ পৰে। পোহৰ লাহে লাহে বেছি হোৱাত দেখা যায় বাইশ বছৰীয়া ডেকা এজন থিয় হৈ আছে। স্পট লাইটৰ পোহৰ ডেকাজনৰ কঁকালৰপৰা ওপৰৰ অংশত, বিশেষকৈ মুখখনত স্পষ্টভাৱে পৰে। ডেকাজন ধুনীয়া আৰু মৰম লগা। তেওঁৰ মুখত আকৰ্ষণীয় ব্যক্তিত্বৰ ছাপ। ডেকাজনে কথা কোৱাৰ লগে লগে আবহ সংগীতৰ শব্দ কমি যায়, কিন্তু চলি থাকে কৰুণ সুৰৰ আলাপ। আবহ সংগীতে ডেকাজনৰ কথা শুনাত দৰ্শকক অসুবিধা দিব নালাগে অথচ পৰিৱেশ কৰুণ কৰি ৰখাত সহায় কৰিব। ডেকাজনৰ মুখখন স্পষ্ট হোৱাৰ লগে লগে সংলাপ আৰম্ভ হয়। ]

দীপক : মই আজি আপোনালোকক মৃণাল মাহীৰ কথা ক'ম। মৃণাল মাহীৰ কথা! যি মৃণাল মাহীয়ে আত্মহত্যা কৰা বুলি আজি কেইদিনমানৰ আগতে বাতৰি কাকতত ডাঙৰ আখৰৰ শিৰোনামাৰে বক্স কৰি প্ৰকাশ কৰা হৈছিল। আপোনালোকে নিশ্চয় জানিব খুজিছে মই কোন? মই দীপক— দীপ। এতিয়ালৈ এইখিনিকে জানি থওক। বাকীখিনি লাহে লাহে জানিব পাৰিব। বাতৰি কাকতৰ বাতৰিত মৃণাল মাহীয়ে আত্মহত্যা কৰাৰ কোনো কাৰণ দিয়া নাছিল। কাৰণটো জানিবলৈ আপোনালোকে নিশ্চয় বিচাৰে। যৌৱন বাগৰি যোৱাৰ আগতে সন্তানহীন জীৱনত, অন্তৰৰ হাবিয়াস পূৰণ হোৱাৰ বাটত হঠাৎ থমকি বৈ, মৃণাল মাহীয়ে কিয় বাৰু নিজকে এইদৰে শেষ কৰি দিলে? মই অনুভৱ কৰিছোঁ মৃণাল মাহীয়ে মোক বৰ নিঠৰুবাকৈ এৰি থৈ গ'ল। অকল মোকেই নহয়, আন এজনকো। বাৰু থাওক এতিয়া সেই কথা। মৃণাল মাহীয়ে কিয় বাৰু আত্মহত্যা কৰিলে? এৰা, কিয়? আজি মোৰ মনত পৰিছে—প্ৰায় হুবহু আগৰ কথা— যিদিনা গাঁৱৰ পঢ়াশালীৰপৰা মেট্ৰিক পাছ কৰি প্ৰথমবাৰৰ বাবে

প্ৰথমবাৰৰ বাবে ভবেশ মহাৰ ঘৰত ভৰি দিছিলোঁহি—আজি প্ৰায় ছবছৰ আগৰ কথা.........।

[ স্পট লাইটৰ পোহৰ নাইকিয়া হয়। দীপক আঁতৰি যায়। সোঁফালৰ মঞ্চৰ এটা অংশত অঞ্চল ভিত্তিক পোহৰ পৰে। পোহৰ পৰা অঞ্চলটো ভবেশ বৰুৱা আৰু মৃণালৰ ঘৰৰ এটা অংশ। এই অংশটোৰ, আগৰ ছোৱাত, পাছফালে বেছি ঠাই ৰাখি, সোঁমাজত এখন দুৱাৰৰ মাত্ৰ এটা ফ্ৰেমে দুটা কোঠাৰ ইঙ্গিত দিয়ে। ফ্ৰেমৰ আগৰ ছোৱা বাহিৰৰ বহা কোঠা। পাছৰ অংশ ভবেশ আৰু মৃণালৰ শোৱা কোঠা। আগৰ ছোৱাত ফ্ৰেমৰ এটা ফালে দুখন চকী থাকে। শোৱা কোঠাৰ পাছফালৰ বেৰত নাইবা চাইক্ৰবেমাৰ দাঁতিত শ্ৰীকৃষ্ণ বা আন দেৱতাৰ থাপনা। তাৰ অলপ আগত ভবেশ-মৃণালৰ শোৱা বিছনা। দাঁতিত এখন মেজ আৰু চকী। শোৱা কোঠাৰ দুই-এপদ বস্তুৱে ভবেশ যে যথেষ্ট চহকী মানুহ তাৰ পৰিচয় দিয়ে। প্ৰথমে পোহৰ ফ্ৰেমৰ সমুখ ভাগতে পৰে। পাছফালৰ অংশ আন্ধাৰে আৱৰি ৰাখে। পোহৰ হ'লত "মৃণাল" বুলি হাতত এখন চিঠি লৈ ভবেশ বৰুৱা সোমাই আহে। ভবেশৰ বয়স পঞ্চত্ৰিশ। চুলি অলপ পকিছে। ৰুক্ষ চেহেৰা। ]

ভবেশ : মৃণাল, হেৰা মৃণাল—

[ মৃণালে ভিতৰ ছোৱাৰ দাঁতিৰ আখল ঘৰত কাম কৰি আছিল। দৰ্শকে তেওঁক নেদেখে। নেপথ্যৰপৰাই তেওঁ মাত দিয়ে ]

মৃণাল : মই পাকঘৰত আছোঁ। কি হ'ল নো?

ভবেশ : চাওঁ শুনাহিচোন—

মৃণাল : গৈছোঁ ৰ'ব।

ভবেশ : সোনকালে আহাঁ আকৌ।

[ মৃণালে চাদৰৰ আঁচলেৰে হাত মচি নেপথ্যৰপৰা, দুৱাৰৰ ফ্ৰেমৰ মাজেৰে বাহিৰ ছোৱালৈ ওলাই আহে। মৃণাল ধুনীয়া, আটিল দেহা। বয়স পঁইত্ৰিশমান হ'ব। ]

মৃণাল : কিয় মাতিছে?

ভবেশ : কথা এটা হ'ল নহয়—

মৃণাল : কি কথানো?

ভবেশ : তুমি বা কি কোৱা—

মৃণাল : কথাটোনো কি নকয় কিয়?

ভবেশ : এইখন চিঠি, পঢ়াচোন—

[ চিঠি দিব খোজে। মৃণালে নলয় ]

মৃণাল ঃ কাৰ চিঠি?

[ ভবেশ চকীত বহে ]

ভবেশ ঃ যদুৱে লিখিছে।

মৃণাল ঃ যদু? ক'ৰ, কোন যদু?

ভবেশ ঃ তুমি চিনি পোৱাহে। আগতে যে সদায় আমাৰ ঘৰলৈ আহিছিল।

মৃণাল ঃ ক'তা মনত পৰা নাই দেখোন!

ভবেশ ঃ এহ্ তুমিও আৰু!

মৃণাল ঃ সঁচাকৈয়ে কৈছোঁ মোৰ একেবাৰে মনত পৰা নাই।

ভবেশ ঃ যোৱা কেইবছৰমানহে অহা নাই। পাহৰিলাই নে?

মৃণাল ঃ কোন যদু বাৰু?

[ ভবেশ বহাৰপৰা উঠে ]

ভবেশ ঃ পলাশবাৰীৰ যদুহে। এতিয়া তেজপুৰত আছেগৈ।

মৃণাল ঃ অ' এতিয়া মনত পৰিছে। মাষ্টৰ কাম যে কৰিছিল?

ভবেশ ঃ পলাশবাৰীৰ কামটো এৰি কেইবছৰমান তেজপুৰৰ ওচৰৰ গাঁও এখনৰ এইডেড্ স্কুলত সোমাইছে। বেচেৰাৰ ঘৈণীয়েকো আজি দুবছৰৰ আগতে ঢুকাল। পঢ়াচোন পঢ়া চিঠিখন। পঢ়ি তোমাৰ কি অভিমত কোৱা।

[ চিঠিখন দিবলৈ আগবঢ়ায়। ]

মৃণাল ঃ মোৰ এতিয়া পঢ়িবৰ সময় নাই। থোৰতে কওক কি লিখিছে। ভাতখিনি বহাইছোঁ, উতল আহিছে। নমাবগৈ লাগে। সিফালে গ্যাচ্ শেষ হ'বৰ হৈছে।

[ ভবেশ পুনৰ চকীত বহে। ]

ভবেশ ঃ যদুৱে তাৰ ল'ৰা দীপকক পঠিয়াই দিছে চিঠিখন দি। সি এইবাৰ মেট্ৰিক ভালকৈয়ে পাছ কৰিছে।

মৃণাল ঃ পিছে আমিনো কি কৰিব লাগে এতিয়া? মেট্ৰিক পাছ কৰিছে, কলেজত সোমাওঁক। তেজপুৰতো কলেজ আছে দেখোন!

ভবেশ ঃ তাত সুবিধা কৰিব নোৱাৰিহে মোৰ ওচৰলৈ পঠিয়াই দিছে। তদুপৰি তাৰ ইচ্ছা দীপকে কটনতে নামটো লগাওক। মই সহায় কৰি দিব পাৰিম বুলি আশা কৰিছে। চায়েন্স পঢ়িব খুজিছে, পাছত মেডিকেল পঢ়াৰ ইচ্ছা।

মৃণাল ঃ সেইটোনো কি ডাঙৰ কথা। প্ৰিন্সিপেলক দেখোন আপুনি চিনিয়েই পায়। ফাৰ্ষ্ট ডিভিজনত যদি পাছ কৰিছে এডমিশ্বন পোৱাতো কোনো অসুবিধা নহয়।

ভবেশ : এইখিনি কথাৰ কাৰণে তোমাৰ লগত আলোচনা কৰাৰ দৰকাৰেই নাছিল হে। মই নিজে গৈ কিবা এটা দিহা লগাই দিব পাৰিলোঁ হয়।

মৃণাল : ময়োতো তাকেই কৈছোঁ।

ভবেশ : এইডেড্ স্কুলৰ মাষ্টৰ। হোষ্টেলত ৰখাৰ খৰচ যোগায় ক'ৰপৰা? সেয়ে সি লিখিছে, মোৰ ঘৰতে তাৰ থকাৰ সুবিধা কৰি দিব লাগে।

মৃণাল : নহয় নহয়—এই জঞ্জালবোৰ চপাই নল'ব। আজি-কালিৰ ডেকা ল'ৰা, মতিগতিৰ কি ঠিক আছে? ল'ৰাটোৱে নতুন ঠাইলৈ আহি, নতুন কলেজীয়া বন্ধুবোৰৰ লগ লাগি নকৰিবলগীয়া কিবা এটা কৰক, তেতিয়া সকলো দোষ আমাৰ ওপৰতে পৰিব।

ভবেশ : কথাটো তেনেই মিছা নহয়। কিন্তু টপৰাই নহ'ব বুলিনো কওঁ কেনেকৈ ; বৰ আশাকৰি সি ল'ৰাটোক মোৰ ওচৰলৈ পঠিয়াইছে। সি মোৰ সৰুকলীয়া বন্ধু। আৰু দীপকেও কটনত পঢ়াৰ আশা লৈয়ে মোৰ ওচৰলৈ আহিছে। মই যদি ওভতাই পঠাওঁ, যদুৱেতো বেয়া পাবই, দীপকেও মনত বৰ আঘাত পাব।

মৃণাল : আমাৰ ফালৰপৰাও—মানে অসুবিধাও যথেষ্ট আছে। থাকিবই বা দিব ক'ত?

ভবেশ : মৃণাল মই এটা কথা ভাবিছোঁ।

মৃণাল : কি?

ভবেশ : সৌ দাঁতিৰ কোঠাটো খালী কৰি দিওঁ। অন্ততঃ দুদিনমান থাকক। কলেজতো এডমিশ্বন কৰাই দিওঁ, তাৰো বেহৰূপটো চাওঁ। আমাৰো ঘৰখন তেনেই উদং, মাথোন তুমি মই আৰু লগুৱাটো। দীপক থাকিলে তুমিয়েই ইটো-সিটো কৰি দিবলৈ মানুহ এটা পাবা। কিবা বেয়া দেখিলে, তাৰ থকা-মেলাৰ ব্যৱস্থা আন ঠাইত কৰিবলৈ লিখি দিম। নাইবা ময়ে আন ব্যৱস্থা এটা কৰি দিম।

মৃণাল : আপুনি যি ভাল দেখে কৰক। মইনো কি ক'ম?

ভবেশ : বাৰু বাৰু হ'ব দিয়া কিবা এটা। তুমি চাহ আৰু কিবা খোৱা বস্তু পঠিয়াই দিবাচোন দীপকৰ বাবে। আমি বাৰাণ্ডাতে বহিছোঁ। চাহ একাপ ময়ো খাম দেই।

[ ভবেশ ওলায় যায়। সেই অংশৰ পোহৰ নাইকিয়া হয়। ]

● ●

[ বাঁওফালৰ অংশত আগৰ দৰে স্পট লাইটৰ পোহৰ পৰে। দীপকক দেখা যায়। ]

দীপক : বাহিৰৰপৰা মাহী আৰু মহাৰ কথা-বতৰা মই ভালকৈয়ে শুনিছিলোঁ। স্বাভাৱিকতে মাহীৰ প্ৰতি মোৰ মনটো বিতৃষ্ণাৰে ভৰি পৰিছিল। মোৰ এনে ভাব হৈছিল, মাহী যেন এগৰাকী কঠুৱা কাঠচিতীয়া তিৰোতা মানুহ, যাৰ মনত মৰম-চেনেহ একো নাই। সি যি কি নহওক মহাৰ কাৰণেই এইখন ঘৰত মোৰ থকাৰ সুবিধা হ'ল। কলেজতো নাম লগালোঁ। সৌ দাঁতিৰ কোঠাটোত আছুতীয়াকৈ থকাৰ ব্যৱস্থা হৈ গ'ল। প্ৰথম কেইদিনমান মাহীৰ ব্যৱহাৰৰ কোনো পৰিৱৰ্তন মই লক্ষ্য কৰা নাছিলোঁ। মই পুৱা উঠি চাহ খাই পঢ়াত বহোঁ। সময়ত ভাত খাই কলেজলৈ যাওঁ, আবেলি ফুৰিবলৈ যাওঁ, গধূলি সোনকালে উভতি আহি পঢ়াত বহোঁ। তাৰ পাছত নিশা চাৰে ন-দহ মান বজাত ভাত খাই শুই থাকোঁ। মহাৰ সৈতে মোৰ বিশেষ দেখা-দেখি নহয়। মহাই পুৱা চাহ খাই কামলৈ যায়। মই কলেজত থাকোঁতেই, দুপৰীয়াৰ ভাত সাজ খাই অলপ শোৱে, তাৰ পাছত আবেলি চাহ খাই পুনৰ ওলাই যায়। নিশা কেতিয়া ঘৰলৈ ওভতে মই গমকে নাপাওঁ। মাহীদেৱে নিজৰ কৰ্তব্য কৰাদি মোৰ বাবে কৰিবলগীয়াখিনি কৰে। মোৰ সৈতে বিশেষ কথা নাপাতে, এনেকি মোকো কথা পাতিবলৈ সুবিধা নিদিয়ে। কিন্তু এদিনাখন নিশা কাৰোবাৰ উচুপাৰ শব্দই মোৰ টোপনি ভাঙি দিলে। ঘড়ীটো চালোঁ চাৰে বাৰ বাজিছে। কাণ থিয় কৰি কোনফালৰপৰা উচুপাৰ শব্দ আহিছে ঠাৱৰ কৰিবলৈ চেষ্টা কৰিলোঁ। তাৰ পাছত দুৱাৰ মেলি ওলাই আহিলোঁ। মহাদেউহঁতৰ শোৱা কোঠালিৰ সমুখৰ দুৱাৰখন মেল খাই আছিল। দেখিলোঁ মাহীদেৱে বিছনাত পৰি উচুপি আছে।

● ●

[ দীপকৰ ওপৰৰ পোহৰ নাইকিয়া হয়। মাহীদেউৰ বিছনাৰ ওপৰত পোহৰ পৰে। সেই পোহৰত দেখা যায় মাহীদেৱে বিছনাত পৰি উচুপি আছে। উচুপা শব্দ শুনা যায়। দীপকে নিজৰ ঠাইৰপৰা আগবাঢ়ি আহি মৃণালৰ কোঠাৰ সমুখৰ দুৱাৰৰ ফ্ৰেমৰ ওচৰত থিয় হয়। দৰ্শকে দীপকৰ ছাঁ মূৰ্তি দেখা পায়। দীপকে কোমলকৈ মাতে—। ]

দীপক : মাহীদেউ!

[ দীপকৰ মাত শুনি মৃণাল টপৰাই বিছনাৰপৰা উঠে। চুলি আউল-বাউল। আগবাঢ়ি আহি দুৱাৰৰ ফ্ৰেমৰ ওচৰত থিয় হয়। এটা বিশেষ পোহৰ তেওঁৰ মুখত পৰাত দৰ্শকে মৃণালৰ চকুৰ পানী দেখে। মৃণালে দুৱাৰখন জপোৱাৰ ভঙ্গী (মাইম) কৰে ; দীপকলৈ নাচাহি উভতি যায়।

সেই অংশ আন্ধাৰ হয়। বাঁওফালৰ স্পট লাইট জ্বলে, দীপক নিৰ্দিষ্ট ঠাইত থিয় হয়। ]

• •

দীপক : মোক অহা দেখি মাহীয়ে দুৱাৰখন জপাই দিলে। ময়ো শোৱা কোঠালিলৈ যাব খুজিছোঁ, এনেতে শুনিলোঁ মহাদেউৰ গাড়ীখন আহি ৰোৱাৰ শব্দ। তাৰ পাছত—

[ দীপকৰ ওপৰৰপৰা পোহৰ নাইকিয়া হয়। মটৰ গাড়ী আহি ৰোৱাৰ শব্দ। মাহীহঁতৰ শোৱা কোঠালিৰ অংশৰ আগছোৱাত পোহৰ পৰে। দুৱাৰৰ ফ্ৰেমৰ পাছ ফালখিনি সম্পূৰ্ণ আন্ধাৰ। সেই পোহৰত দেখা যায় থৰক বৰক কৰি ভবেশ বৰুৱা সোমাইছেহি। তেওঁক মদৰ নিচাই ধৰিছে। তেওঁ সোমাই দুৱাৰৰ ফ্ৰেমত টুকুৰীয়ায়। ]

• •

ভবেশ : মৃণাল দুৱাৰ খোলা। খোলা দুৱাৰ। নিশা বেছি হোৱাই নাই, শুবৰ হ'লেই নে? খোলা দুৱাৰ। মৃণাল, মৃণাল—

[ মৃণালে আহি দুৱাৰ খোলাৰ ভঙ্গী (মাইম) কৰে। দুৱাৰ খোলা বুজাবলৈ ফ্ৰেমৰ পাছফাল ডোখৰত পোহৰ পৰে। মৃণাল ওলাই আহি ভবেশক সমুখৰ চকীখনত বহুৱাই দিয়ে। ভবেশে বহোঁ নবহোঁকৈ বহে। কিন্তু টপৰাই থিয় হয়। মৃণালে তেওঁক ধৰে। ]

ভবেশ : মই ভিতৰলৈ যাম। টোপনি ধৰিছে। বিছনালৈ ব'লা—

মৃণাল : মই ভাত খোৱা কোঠাৰ মেজতে থৈছোঁ—অলপ কিবা খাওকহি।

ভবেশ : নাখাওঁ। মই শুম।

মৃণাল : ব'লকচোন ভিতৰলৈ।

[ মৃণালে ভবেশক ধৰি ভিতৰৰ মেজৰ ওচৰৰ চকীখনত বহুৱাই দিয়ে আৰু ভাত-আঞ্জা যতনাই দিয়ে। ভবেশে খাবলৈ চেষ্টা কৰে। ]

ভবেশ : মই নাখাওঁ—

মৃণাল : দহোকুৰি অলপ কিবা খাওক। শুদা পেটে থাকিলে অসুখ কৰিব।

ভবেশ : কি ৰান্ধিছা এইবোৰ ; মই নাখাওঁ।

[ থাল-বাটি আঁতৰাই দিয়ে। পানীৰ গিলাচটো বাগৰি মাটিত পৰে। শব্দ হয়। লগে লগে যন্ত্ৰ সঙ্গীতৰ ঝঙ্কাৰ ভাহি উঠে। ]

মৃণাল : বেছি হাই নকৰিব। সিটো কোঠাত দীপক শুই আছে।

ভবেশ : কোন? দীপক? অ', মই এতিয়া তালৈ ভয় কৰি মনে মনে থাকিব

লাগিব? হোঃ দীপক, দীপক, হাঃ হাঃ হাঃ—

[ বৰুৱা চকীৰপৰা উঠিব খোজোঁতেই সেই অংশ আন্ধাৰ হয়। বাঁওফালে স্পট লাইট জ্বলে। ]

• •

দীপক ঃ বুজিলোঁ মাহীদেৱে মহাদেউক বিছনালৈ নিলে। যিজন মানুহক মই ইমান শ্ৰদ্ধা কৰিছিলোঁ, যিজনৰ কাৰণে পঢ়াৰ সুবিধা পাইছিলোঁ বুলি মনটো কৃতজ্ঞতাৰে ভৰি উঠিছিল, সেইজন মানুহৰ প্ৰতি খন্তেকতে মোৰ মনটো বিষাক্ত হৈ উঠিল। দুপৰ নিশা তেওঁৰ প্ৰকৃত ৰূপটো দেখি ভীষণ বিৰক্তি বোধ কৰিলোঁ। ভাবিলোঁ ইয়াত আৰু নাথাকোঁ। আন ঠাইত সুবিধা নহ'লে, গুৱাহাটীকে এৰি গুচি যাম। কিন্তু মৃণাল মাহীৰ অৱস্থাটো কল্পনা কৰি তেওঁৰ প্ৰতি মোৰ মনটো সহানুভূতিৰে উপচি পৰিল। কিয় ক'ব নোৱাৰোঁ, সেই মুহূৰ্তৰপৰা আগতে ভাল নলগা মৃণাল মাহীয়ে মোৰ অন্তৰখন অধিকাৰ কৰি পেলালে। ময়ো শুবলৈ গ'লোঁ। মৃণাল মাহীৰ কথা ভাবি থাকোঁতেই কেতিয়া টোপনি আহিল ক'ব নোৱাৰোঁ।

• •

[ মঞ্চ আন্ধাৰ হয়। আন্ধাৰত দীপক মঞ্চৰ বাঁওফালৰ পাছৰ অংশত প্ৰতীপ ৰূপী তাৰ শোৱা কোঠালিৰ বিছনাত শোৱেহি। স্বৰোদ বা চেতাৰৰ আলাপ, নিশাৰ ৰাগৰপৰা পুৱাৰ ৰাগলৈ সলনি হয়। পাছফালৰ চাইক্লৰেমাত সেই অঞ্চলটো সামৰি পুৱাৰ সূৰুযৰ ৰেঙণি বুজোৱা পোহৰ পৰে। দীপকৰ কোঠাটোত শোৱা বিছনা, তাৰ কাষতে কিতাপ আদিৰে পঢ়া মেজ আৰু এখন চকী আছে। বেৰ আদি নাই। কোণীয়াকৈ দুৱাৰৰ ফ্ৰেম এটা আছে। পোহৰ হ'লত দেখা যায় মৃণাল মাহীয়ে ট্ৰে এখনত একাপ চাহ আৰু জলপান আনি দুৱাৰত টোকৰ মাৰে। ]

• •

মৃণাল ঃ দীপক, দীপক, উঠা বহুত পলম হ'ল। সাত বাজি গ'ল কলেজলৈ যাব লাগিব নহয়।

[ দীপকক খপ্‌জপাই বিছনাৰপৰা উঠা দৰ্শকে দেখা পায়। সি আহি দুৱাৰ খোলাৰ ভঙ্গী কৰে। মৃণাল সোমাই যায়। ]

দীপক ঃ মাহীদেউ চাহ-জলপান ইয়ালৈকে আনিলে কিয়? মই পাক ঘৰলৈ গ'লোঁহেঁতেন নহয়।

[ মৃণালে চাহ-জলপানৰ ট্ৰেখন মেজত থয়। ]

মৃণাল : সোনকালে মুখখন ধুই চাহখিনি খাই লোৱা। আজি শুকুৰবাৰ নহয় জানো? তোমাৰ ফাৰ্ষ্ট পিৰিয়ডতে ক্লাচ আছে নহয়। সোনকালে কলেজলৈ যাব নালাগিব জানো?

দীপক : অ' হয়, হয়। আপুনি যে কথাটো কেনেকৈ মনত ৰাখিছে ভাবি বৰ আচৰিত লাগিছে দেই।

মৃণাল : ইমান দিনে দেখিয়েই আছোঁ দেখোন। আচৰিত হ'বৰ কিটো আছে? চাহ খাই গাটো ধুই লোৱা। বাথৰুম খালী আছে। মই ৰন্ধাৰ যোগাৰ কৰোঁগে। মহাদেৱউৱাতো শুই উঠাই নাই। উঠে মানে তুমি কলেজ পাবাগৈ।

[ মৃণাল ওলাই যায়। মঞ্চ আন্ধাৰ হয়। বাঁওফালৰ স্পট লাইট জ্বলে। দীপক আহি নিৰ্দিষ্ট ঠাইত থিয় দিয়ে। ]

• •

দীপক : মৃণাল মাহীক দেখি সেইদিনা নিশাৰ ঘটনাটো চকুৰ আগত ভাহি উঠিছিল। কিন্তু ঘটনাটোৱে যেন মাহীদেউৰ মনত কোনো ৰেখাপাত কৰা নাছিল। মই লক্ষ্য কৰিছিলোঁ তেতিয়াৰেপৰা মোৰ প্ৰতি মাহীৰ ব্যৱহাৰৰ সলনি হৈছে। যেন আগতকৈ সহজ হৈছে। যেন তেওঁ মোৰ ওচৰ চাপিবলৈ চেষ্টা কৰিছে। মোকো এই সহজ ব্যৱহাৰে, তেওঁৰ প্ৰতি জাগা সহানুভূতিয়ে, তেওঁৰ ওচৰ চপাই নিলে। সেই নিশা ঘটাৰ দৰে আৰু কেবা নিশাও ঘটিছিল ; ই যেন এই সংসাৰৰ এটা স্বাভাৱিক কথা। এইবোৰে সেয়ে মোকো বিব্ৰত নকৰা হ'ল। এইদৰেই প্ৰথম বছৰটো পাৰ হৈ গ'ল। পূজাৰ বন্ধত দুদিনৰ কাৰণে তেজপুৰলৈ গৈ উভতি আহিছিলোঁ। কিন্তু দীঘলীয়া গৰমৰ বন্ধটো তেজপুৰতে কটাওঁ বুলি যাবলৈ ওলালোঁ। যোৱাৰ সময়ত মোৰ যি সামান্য বস্তু আছিল, মৃণাল মাহীয়ে যতনাই দিলে। বাটত খাবলৈ অলপ জলপানো কৰি দিলে। যাবৰ সময়ত মোৰ মনটো বেছ গধুৰ হৈ পৰিছিল। তেজপুৰলৈ গৈ পুৰণি বন্ধু-বান্ধৱৰ মাজত সোমাই গুৱাহাটীৰ কথা পাহৰা যেনেই হৈছিল। কলেজ খুলিবলৈ সাত দিনমান বাকী, এনেতে মোৰ নামত এখন চিঠি পালোঁ। চুটি চিঠি, লিখিছে মৃণাল মাহীয়ে—

[ সঙ্গীতৰ মৃদু ঝঙ্কাৰৰ লগে লগে স্পট লাইট নুমাই গৈ সেই ঠাইত দীপকৰ ওপৰত পোহৰৰ জাল ৰচিত হয়। দীপকে মৃণালৰ চিঠিখন পঢ়িবলৈ লয়। ছাঁ পোহৰৰ মাজত দেখা যায় মৃণাল মাহী দীপকৰ ওচৰত থিয় হৈছেহি। মৃণালৰ উপস্থিতি দীপকৰ মনৰ ভাবৰ পৰিচায়ক ; সেয়ে

তেওঁক দৰ্শকে স্পষ্টকৈ দেখা পাব নালাগিব। পৰিৱেশ সূচক মৃদু সঙ্গীতৰ ধ্বনি ভাহি আহে। দীপকে চিঠিখন প্ৰথমতে পঢ়িবলৈ লয়। তাৰ পাছত মৃণাল মাহীৰ মাত শুনা যায়। ]

● ●

দীপক : মৰমৰ দীপক—

মৃণাল : তোমালোকৰ কলেজ খুলিবলৈ বেছি দিন নাই। আশাকৰোঁ তুমি আহিবলৈ সাজু হৈছা। বন্ধত তুমি থকা কোঠাটোৰ ওচৰতে এটা বাথৰুম সজোৱা হ'ল। এইবাৰ আৰু তুমি অসুবিধা নোপোৱা। তোমাৰ গা ভালে আছে চাগে! দেউতাৰাক শ্ৰদ্ধা জনাবা। আমাৰ এক প্ৰকাৰ। কিয় ক'ব নোৱাৰোঁ এইবাৰ ঘৰখন বৰ উকঙা উকঙা লাগিছে। সেয়ে তুমি অহালৈ বাট চাই আছোঁ।

[ চিঠিৰ বাকীডোখৰ মৃণাল আৰু দীপকে একেলগে পঢ়ে। ]

মৃণাল

দীপক : মৰম ল'বা। তোমাৰ মৃণাল মাহী।

[ মৃণাল আঁতৰি যায়। দীপকে দৰ্শকলৈ পোনে পোনে চাই দোহাৰে। ]

দীপক : মৰম ল'বা। তোমাৰ মৃণাল মাহী!

[ পোহৰৰ জাল নাইকিযা হয়। সঙ্গীতৰ সুৰ বন্ধ হয়। পুনৰ বাঁওফালৰ স্পট লাইট জ্বলে। ]

দীপক : চিঠিখন পঢ়ি থাকোঁতে মৃণাল মাহীৰ চেহেৰাটো মোৰ মানস পটত ভাহি উঠিছিল। মাহীক চাবলৈ মাহীক লগ ধৰিবলৈ মনটো ব্যাকুল হৈছিল। সাত দিনৰ মূৰত সময়মতে গুৱাহাটী পালোঁহি। এইবাৰ সঁচাকৈয়ে মাহীক বহুত বেলেগ যেন লাগিল। এদিনাখন দুপৰীয়া কলেজৰপৰা সোনকালে আহি বিছনাত দীঘল দি পৰি আছিলোঁ। মহাদেউ ঘৰত নাছিল। মৃণাল মাহীয়ে কিছুমান ফটো আনি মোক দেখুৱালেহি।

[ স্পট লাইট নুমাই যায়। দীপক আহি নিজৰ কোঠালিৰ বিছনাত শোৱাৰ, আন্ধাৰ সময়খিনিনি সংগীতৰ সুৰে আগন্তুক লঘু পৰিৱেশ সৃষ্টিত সহায় কৰে। পোহৰ হ'লত দেখা যায় দীপক বিছনাত আৰু তাৰ কোঠাৰ দুৱাৰৰ ফ্ৰেমেৰে হাতত কিছুমান ফটো লৈ মৃণাল সোমাইছে। মৃণালক দেখি দীপক উঠি বিছনাখনতে বহে। মৃণালো তাৰ ওচৰতে বহেহি। কথা লঘু ৰাংঢালী ভাব ফুটি উঠে। ]

● ●

দীপক : আপুনি যে এনেকৈ হঠাতে মোৰ কোঠালৈ আহিব ভবাই নাছিলোঁ।
মৃণাল : বেয়া পাইছা নেকি? তেন্তে যাওঁ।
দীপক : কি যে আপুনি! কোনেনো যাবলৈ কৈছে? সেইবোৰ দেখোন ফটো! কাৰ ফটো?
মৃণাল : আমাৰ ক্লাবৰ সভ্যাসকলৰ ফটো, তোমাক দেখুৱাম বুলি আনিছোঁ।
দীপক : চাওঁ চাওঁ—

[ ফটোবোৰ লয় ]

বৰ ভাল হৈছে মাহীদেউ। কোনে তুলিছেনো?
মৃণাল : আমাৰ লগৰে মিচেচ্ চলিহাৰ এটা কেমেৰা আছে বুইছা? তেৱেঁই তুলিছে। এই গ্ৰুপ ফটোখন চোৱা।

[ এখন বিশেষ ফটো দেখুৱায়। ]

কোৱাচোন বাৰু কোনজনী মই?

[ দীপকে ফটোখন চায়। ]

দীপক : আপোনাকো উলিয়াব নোৱাৰিম নে? এয়া দেখোন।
মৃণাল : কেনে হৈছে চেহেৰাটো?
দীপক : সঁচাকথা ক'ম নে?
মৃণাল : সুধিছোঁ যেতিয়া নিশ্চয় ক'বা। বৰ বেয়া হৈছে নহয় নে?
দীপক : ক'ম নেকি? খং উঠে যদি?
মৃণাল : খং উঠিব কিয়?
দীপক : তেন্তে শুনক—
মৃণাল : কোৱা—
দীপক : জাকত জিলিকা হৈছে—আপুনি সঁচাকৈয়ে বৰ ধুনীয়া মাহীদেউ। গোটেইবোৰতকৈ ধুনীয়া।

[ মৃণালে হাঁহি হাঁহি দীপকৰ থুঁতৰিত ধৰি কয়। ]

মৃণাল : ধেৎ অকৰাটো ক'ৰবাৰ বুঢ়ী হ'লোঁহি, এতিয়াও ধুনীয়া হৈছেয়ে আছোঁ নে?

[ মৃণালে টপৰাই ফটোবোৰ সামৰে ]

মৃণাল : তোমাক এনেয়ে ডিচ্টাৰ্ব কৰিলোঁ। শুই থাকা, মই যাওঁ।

[ মৃণাল যায়। দীপক উঠি দুৱাৰৰ ওচৰলৈ গৈ খন্তেক থিয় হৈ মৃণাল যোৱাৰ ফালে চায়। তাৰ মনত কি ভাবে তোল-পাৰ লগাইছে বুজাবলৈ আগতে টেপ কৰি থোৱা দীপকৰ মাত লাউড-স্পীকাৰ যোগে দৰ্শকে শুনে। দীপকে কিছুপৰ চাই থাকি উভতি আহি বিছনাত বহে। গাৰুটো কোলাত লয়, তাৰ পাছত বুকত, তাৰ পাছত গাৰুটো বিছনাত থৈ, শুই,

গাৰুত মুখখন গুজি দিয়ে। সংলাপৰ লগত তাৰ আবেগ প্ৰকাশক কাৰ্যৰ সংগতি থাকিব লাগিব। টেপৰ সংলাপ— ]

দীপক ঃ মোৰ ফালে মাহীয়ে এনেকৈ চালে যে সেই দৃষ্টিত আগেয়ে নেদেখা কিবা যেন মই দেখা পালোঁ। মোৰ গোটেই গাটো খন্তেকৰ বাবে কঁপি উঠিল ; অনুভৱ কৰিলোঁ এক আচৰিত শিহৰণ। মাহীৰ বয়স হৈছে সঁচা। মোতকৈ ডাঙৰ, কিন্তু ল'ৰা-ছোৱালী নোহোৱাৰ কাৰণেই গাৰ বান্ধোন আটিল হৈ আছে। ধুনীয়া মুখখনত ফুটি উঠিছে এক কমনীয়তা, যি মোক চুম্বকৰ দৰে আকৰ্ষণ কৰিছে। মই যেন তেওঁৰ বুকত মূৰটো সুমুৱাই দিলেহে এই শিহৰণ, এই কঁপনিৰ অন্ত পৰিব।

[ দীপকৰ অন্তৰৰ আবেগ সূচক সংগীত। দীপকে গাৰুতে মুখখন গুজি দিয়াৰ লগে লগে সেই অংশ আন্ধাৰ হৈ যায়। আৰু মৃণাল-ভবেশৰ অঞ্চলটোত পোহৰ পৰে। পোহৰ নোহোৱালৈকে সঙ্গীত চলি থাকে। পোহৰ হ'লত দেখা যায় দুৱাৰৰ ফ্ৰেমৰ সমুখত থকা চকী এখনত বহি ভবেশ বৰুৱাই বাতৰি কাকত এখন পঢ়ি আছে। মৃণাল ভিতৰৰপৰা আহি ওচৰত থিয় হয়। ]

• •

মৃণাল ঃ হেৰি শুনিছেনে, এখন অসমীযা ফিল্ম হেনো আহিছে। ৰঞ্জনা বৰুৱাই কৈছে ভাল হোৱা বুলি, ব'লক চাই আহোঁগৈ।

[ বাতৰি কাতত চাই থাকিয়েই ভবেশে উত্তৰ দিয়ে। ]

ভবেশ ঃ চিনেমা চাবৰ সময় মোৰ নাই।

মৃণাল ঃ গধূলি ক্লাবৰ আড্ডালৈ যোৱাৰ সময় হ'লে ওলায়।

[ ভবেশে কাকতৰপৰা মূৰ দাঙে। ]

ভবেশ ঃ মই কি কৰোঁ কি নকৰোঁ সেইটো মোৰ কথা। দিনটোৰ হাড়ভগা খাটনিৰ পাছত মোক অলপ ৰিলেকচেশ্যন লাগে। সেয়ে ক্লাবলৈ যাওঁ।

মৃণাল ঃ ক্লাবলৈ যোৱাত মই জানো হকা-বধা কৰিছোঁ। সদায় দেখোন গৈয়ে আছে। এদিন নগ'লে পৃথিবীখন ওলট-পালট হৈ যাবনে?

ভবেশ ঃ এই চিনেমাবোৰৰ চাই মোৰ ভালেই নালাগে বুইছা। বন্ধ ঘৰটোত ইমানবোৰ মানুহৰ মাজত বহি থাকিলে উশাহ নোপোৱা হওঁ। তাতে সেই পৰ্দাৰ ছোৱালীবোৰ কিমান চাবা? খামোচ মাৰি ধৰিব পৰা হ'লেও এটা কথা আছিল। আৰু তুমি কি কৈছা? অসমীয়া চিনেমা? ৰাম ৰাম! সেইবোৰ কেনেকৈ চাবা? না আছে ষ্টৰি, না আছে নাচগান, না আছে চেক্স এপীল।

মৃণাল : আপুনি আজি-কালি মোক চিনেমালৈ নিনিয়াই হৈছে। ৰঞ্জনা, মালতীহঁতৰ লগত সুবিধা ওলালে এখন নে দুখন চাইছোঁ। ৰঞ্জনাই এইখন ফিল্ম ভাল হোৱা বুলি কোৱা কাৰণেহে চাব খুজিছোঁ। চিনেমাৰপৰা আহিও ক্লাবলৈ যোৱাৰ সময় পাব। তাৰ আড্ডা এটা-দুটালৈকে জমি থাকে দেখোন। শুনক, এইখন ফিল্ম নিশ্চয় আপোনাৰ ভাল লাগিব। অসমীয়া ফিল্ম আজি-কালি বহুত ভাল হৈছে জানে?

ভবেশ : ৰঞ্জনাৰ লগত নোযোৱা কিয়? নহ'লে মালতীৰ লগতে যোৱা। তোমাৰ সেই চলিহানী বাইদেউ দেখোন আছে!

মৃণাল : তেওঁলোক আটাইকেইজনীয়ে চালে কাৰণেহে আপোনাক কৈছোঁ।

ভবেশ : নাই নাই নহ'ব। মই নোৱাৰিম। কোনো লগ নাই যদি দীপককে লৈ যোৱা।

[ এইবুলি কৈ বাতৰি কাকতখন চকীত থৈ ভবেশ ওলাই যায়। মঞ্চ আন্ধাৰ হয়। দীপক বাঁওফালৰ অংশৰ নির্দিষ্ট ঠাইত থিয় হোৱাৰ লগে লগে স্পট লাইট জ্বলি উঠে। ]

• •

দীপক : মৃণাল মাহীয়ে দুখন টিকেটৰ পইচা মোক দিলেহি। মই টিকেট কিনি আনিলোঁ। মহাদেৱে এম্বাচেডাৰখন লৈ যোৱাৰ কাৰণে আবেলি আমি ৰিক্সতে যাবলগীয়া হ'ল। একেলগে ওচৰা-উচৰিকৈ বহি চিনেমা চালোঁ। গল্পটো বেছ দুখলগা। মাজে মাজে করুণ দৃশ্য দুই-এটাত মাহীদেউ যথেষ্ট অভিভূত হৈ পৰাটো মই আন্ধাৰতে অনুভৱ কৰিছিলোঁ। ওচৰা উচৰিকৈ বহাৰ কাৰণে মাহীদেউৰ তপত হুমনিয়াৰ উত্তাপ মই অনুভৱ কৰিছিলোঁ। ৰিক্সত একেলগে আহোঁতে আমি কথা পতা নাছিলোঁ। ঘৰলৈ আহি দেখিলোঁ মহাদেউ নাই। ভাত খাই বিছনাত পৰিলোঁহি আৰু প্ৰতিদিনৰ অভ্যাস অনুযায়ী মাহীদেৱে মহাৰ কাৰণে অপেক্ষা কৰি থাকিল। বিছনাত পৰি সেই নিশা মোৰ বহু সময়লৈকে টোপনি অহা নাছিল। মাহীদেউৰ কথাকে ভাবি আছিলোঁ। মোৰ এনেহে লাগিছিল যেন মাহীদেউ মোৰ কাষতে শুই আছে আৰু মই মাহীদেউৰ বুকত মূৰটো সুমুৱাই শান্তি বিচাৰিছোঁ। এনে ভাল লগা চিন্তাত বুৰগৈ থাকোঁতে মোৰ কেতিয়া টোপনি আহিছিল ক'বকে নোৱাৰিলোঁ। এইদৰে মাহীদেউৰ লগত মোৰ সম্বন্ধ নিবিড় হ'বলৈ ধৰে আৰু মাহীদেউৰ সান্নিধ্যত মই অনুভৱ কৰিবলৈ ধৰোঁ আগতে কেতিয়াও নোপোৱা এক আনন্দৰ সোৱাদ। এই আনন্দক যাতে মোৰ যৌৱনৰ মাদকতাই কলুষিত কৰিব নোৱাৰে তাৰ

কাৰণে মই সদায়ে যত্ন কৰিছিলোঁ। আৰু মাহীদেউৰ মাতৃসুলভ মৰমে মোক চিন্তাত অসংযমী নহ'বলৈ সহায় কৰিছিল। মাহীদেউ যেন হৈ পৰিছিল মোৰ প্ৰেৰণাৰ উৎস। এইদৰেই দিনবোৰ বাগৰি যায়, বছৰবোৰ বাগৰি যায়। মাহীদেউৰ প্ৰেৰণাতে মই পি-ইউ, প্ৰি-মেডিকেল পাছ কৰি মেডিকেল কলেজত নাম লগালোঁ। এদিন ৰাতি হঠাতে সাৰ পাই শুনিলোঁ মৃণাল মাহীৰ শোৱা কোঠাৰপৰা কেঁকনিৰ শব্দ ভাহি আহিছে। লাইট জ্বলাই দুৱাৰখন মেলি মই মোৰ কোঠাৰপৰা ওলাই আহিলোঁ। মহাদেউ তেতিয়াও উভতি অহা নাছিল। মাহীৰ কোঠাৰ দুৱাৰ খোলা। মাহীৰ কেঁকনিয়ে যেন অজানিতে মোক তেওঁৰ শোৱনি কোঠাৰ ভিতৰলৈকে টানি নিলে।

[ স্পট লাইট নুমাই যায়। মৃণালৰ বিছনাৰ ওপৰত পোহৰ পৰে। মৃণাল বিছনাত পৰি কেঁকাই আছে। দৰ্শকে কেঁকনিৰ শব্দ শুনা পায়। দীপকে ঘোষকৰ ঠাইৰপৰাই মৃণালৰ কোঠাৰ সমুখৰ দুৱাৰৰ ফ্ৰেমৰ মাজেৰে তেওঁ শুই থকা বিছনাৰ ওচৰলৈ গৈ, মৃণালৰ কাষতে বহেগৈ। ]

• •

দীপক ঃ মাহীদেউ—

মৃণাল ঃ হুঁ, কোন দীপক নেকি?

দীপক ঃ অঁ। আপোনাৰ কি হৈছে? কেঁকাইছে কিয়?

মৃণাল ঃ মূৰটো বৰকৈ বিষাইছে। ফাটি যাওঁ ফাটি যাওঁ কৰিছে।

দীপক ঃ মোৰ তাত নভেলজিন আছে। এটা খাওক, ভাল পাব।

মৃণাল ঃ খাইছোঁ। তথাপি কমা নাই।

[ দীপকে মৃণালৰ কপালত হাত দি চায় ]

দীপক ঃ বৰ গৰম দেখোন, নিশ্চয় জ্বৰ উঠিছে—

মৃণাল ঃ মূৰটো অলপ পিটিকি দিয়াচোন দীপ, কিজানি অলপ ভাল লাগিব।

[ দীপকে মূৰটো পিটিকি দিয়ে। ]

মৃণাল ঃ এতিয়াহে অকণমান ভাল লাগিছে।

[ মৃণাল দীপকৰ হাত দুখন নিজৰ মূৰৰ দুয়োফালৰ কুমত অলপ সময় হেঁচামাৰি ধৰি থাকিল। তেওঁৰ কেঁকনি নাইকিয়া হ'ল। ]

দীপক ঃ মাহীদেউ, এতিয়া শুবলৈ চেষ্টা কৰক। শুলে ভাল লাগিব।

মৃণাল ঃ তোমাক আমনিহে কৰিলোঁ চাগৈ দীপ।

দীপক ঃ কি যে কথাবোৰ কয়। বাদ দিয়ক সেইবোৰ। এতিয়া শোৱক বুলি কৈছোঁ নহয়। মূৰৰ বিষো কমিব। জ্বৰো কমিব। কাইলৈ ডাক্তৰ মাতি আনিম।

মৃণাল : মুৰৰ বিষ কমিছে হয়, পিছে ক'তনো শুব পাৰিম। তেখেত অহাই নাই নহয়। তেখেতক খুৱাই বুৱাই হে শুব পাৰিম। তেখেতে বা কি মূৰ্তি ধৰি আহে। বাৰু তুমি এতিয়া যোৱা। মোৰ কাৰণে উজাগৰে থাকিব নালাগে।

[ দীপক যাবলৈ উঠে ]

মৃণাল : লাইটটো নুমাই দিবা দেই—

দীপক : বাৰু।

[ সেই অংশৰ লাইট নুমাই যায়। দীপক ঘোষকৰ ঠাইলৈ আহে। স্পট লাইট জ্বলে। ]

• •

দীপক : মাহীদেউৰ জ্বৰ নকমিল। বৰং বাঢ়িহে গ'ল। ডাক্তৰ আহিল, চিকিৎসা হ'ল আৰু ঘৰত থকা একমাত্ৰ ডেকা ল'ৰা হিচাপে দৰবপাতি অনাৰপৰা বেমাৰী শুশ্ৰূষা কৰালৈকে সকলো কামৰ দায়িত্ব মোৰ ওপৰত পৰিল। মেডিকেলৰ ছাত্ৰ কাৰণে ডাক্তৰেও কিছুমান দায়িত্ব জাপি দিলে। পোন্ধৰ দিনমানৰ পাছত মাহীদেউৰ অসুখ ভাল হ'ল। কিন্তু এই অসুখে মোক মাহীদেউৰ আৰু ওচৰ চপাই নিলে। নানা অজুহাতত মাহীদেৱে মোৰ লগ বিচাৰিবলৈ ধৰিলে আৰু ময়ো কলেজৰ ক্লাচৰ পাছত ঘৰলৈ সোনকালে উভতি আহিবলৈ ধৰিলোঁ। যাতে মাহীদেউৰ সান্নিধ্যত পোৱা আনন্দখিনিৰপৰা বঞ্চিত নহওঁ। কোনো কোনো দিন কলেজৰ ক্লাচ নকৰাকৈয়ে ঘৰলৈ উভতি আহি ঘণ্টাৰ পাছত ঘণ্টা মাহীদেউৰ লগত নানা কথা পাতি কটাই দিব ধৰিলোঁ। মই বয়সত সৰু হ'লেও মাহীদেৱে মোক যেন সমনীয়া বুলি ভাবিব ধৰিলে আৰু বহুতো ক'ব নলগীয়া কথা, বৈবাহিক জীৱনৰ নিসঙ্গতাৰ কথা, মহাদেৱে তেওঁৰ প্ৰতি কৰা অন্যায় ব্যৱহাৰৰ কথা, সকলোবোৰ লুক-ঢাক নকৰাকৈ কৈ, মনৰ দুখ-বেজাৰবোৰ উজাৰি দিলে। এদিনাখন—

[ স্পট লাইট নমুাই যায়। সঙ্গীত সেতু। মৃণাল-ভবেশৰ অঞ্চলত পোহৰ পৰে। ভবেশ আৰু মৃণালে কথা পাতি থাকে। ]

• •

ভবেশ : মৃণাল এটা কথা—

মৃণাল : কওক—

ভবেশ : তোমাৰ বা আহৰি আছেনে নাই—

মৃণাল : মোৰ আকৌ আহৰি নাথাকিব কিয়?
ভবেশ : নহয়, মানে পাকঘৰৰ কাম—
মৃণাল : হৈছে ভালৰি বোলাব নালাগে। পাকঘৰৰ কাম শেষ হ'ল। কওক কি কথা।
ভবেশ : তুমি দেখোন বৰ সোনকালে আজৰি হ'লা হে—
মৃণাল : এতিয়াও সোনকাল হৈয়ে আছেনে? আৰু যে আহৰিৰ কথা কৈছে। মোৰ সৈতে বহি কথা এষাৰ পাতিবলৈ আহৰি আপোনাৰহে নোলায়। চাহ খাই ওলাই যায়, ভাত খাবলৈ আহিলেও সেই একে কথা, কেতিয়াবা শুব, কেতিয়াবা ওলাই যাব। আবেলিৰ চাহ কেতিয়াবা খায় কেতিয়াবা নাহেই ঘৰলৈ। ওভতে সেই দুপৰ নিশা। আজি মোৰেই ভাগ্য যে মোৰ সৈতে কথা পাতিবলৈ আহৰি পাইছে। নিশ্চয় আপোনাৰ কিবা স্বাৰ্থ আছে—
ভবেশ : তুমি আকৌ মিছাকৈয়ে এইবোৰ কথা উলিয়াইছা।
মৃণাল : বাৰু কওক কি ক'ব খুজিছে।
[ ভবেশ বহে ]
ভবেশ : এটা বাহিৰা কোম্প্যানিয়ে কেবাটাও ডাঙৰ ডাঙৰ ঘৰ সজাৰ ঠিকা পাইছে—
মৃণাল : বেলেগেহে পাইছে, আপুনিতো পোৱা নাই।
ভবেশ : মোৰ কথাকে নালাগে, কোনো অসমীয়া কন্‌ট্ৰেক্টৰেই টেণ্ডাৰ দিবলৈ সাহ নকৰিলে। আমাৰ ফাইনেঞ্চ ক'ত?
মৃণাল : তেন্তে সেইটো কথা উলিয়াইছে কিয়?
ভবেশ : মানে কোম্প্যানিৰ চীফ ইঞ্জিনীয়াৰজনক হাত কৰিব পাৰিলে চাব-কন্‌ট্ৰেক্টৰ কাম পাব পাৰোঁ। চাব-কন্‌ট্ৰেক্টতো বহুত লাভ। আমাৰে ভাগ্য যে মানুহজন অসমীয়া। এমেৰিকাৰপৰা পাছ কৰি আহিছে। নাম কেশৱ হাজৰিকা।
মৃণাল : সেইবোৰ মানুহক হাত কৰা বুধি মই দিব লাগিবনে? আপুনিয়েই দেখোন তেনেবোৰ মানুহক হাত কৰি সদায়ে কাম আদায় কৰিয়েই আছে।
ভবেশ : নহয় মানে, এওঁ অলপ বেলেগ ধৰণৰ। আনবোৰক হাত কৰাদি এওঁক হাত কৰিব নোৱাৰি। মানুহজন ভাল, ভদ্ৰলোক, অমায়িক, বৰ অনেষ্ট। সেয়ে ভাবিছোঁ ঘৰলৈ মাতি এসাজ খুৱালে চাগে—
মৃণাল : মানুহ এজনক খুউৱাতনো কি অসুবিধা আছে? খুৱাব পাৰি। খোৱাৰ লগতে আপুনি আকৌ সেইসোপা উলিয়াব নহয়। বাহিৰত, ক্লাবত, আপুনি যি কৰে কৰি থাকক, ঘৰত মই সেইবোৰ পছন্দ নকৰোঁ।

ভবেশ : সেয়া তুমি আপত্তি কৰিলাহি। মানুহ এজনক খাবলৈ মাতিলে তেওঁ ভাল পোৱা দুই-এপদ বস্তু নিদিলে জানো ভাল হ'ব! তাতে তেওঁ আকৌ এমেৰিকাৰপৰা আহিছে। পিছে কৈছোৱেই নহয়। মানুহজন বৰ ভদ্ৰলোক। তোমাৰ ভয় কৰিবৰ কোনো কাৰণ নাই। ময়ো কথা দিলোঁ "গুড বয়" হৈ থাকিম।

মৃণাল : মাতিব খুজিছে মাতক। ৰান্ধি-বাঢ়ি দিব লাগে দিম। লগুৱাটোৱে খোৱা যতনাই দিব। মোক হ'লে ওলাবলৈ নক'ব দেই। মই নোলাওঁ।

ভবেশ : বাৰু হ'ব দিয়া কিবা এটা। অহা দেওবাৰে তেওঁক মাতিম বুলি ভাবিছোঁ। লগুৱাটোৰ কাৰণে ভাল কাপোৰ এসাজ আনি দিব লাগিব। লেতেৰা কাপোৰ পিন্ধি আলহীৰ আগত ওলাব নোৱাৰে।

মৃণাল : আপুনি আনি দিলেহে পিন্ধিব পাৰিব। আনি দিব।

ভবেশ : তুমি এটা কাম কৰিবা। টকা ত্ৰিশটা দীপকক দিবা। সি তাক লগত লৈ বজাৰৰপৰা তাৰ জোখৰ পেণ্ট-চোলা কিনি আনিব। কথা ঠিক থাকিল, অহা দেওবাৰে সন্ধ্যা তেওঁক মাতিম। দহ বজাৰ ভিতৰত খোৱা ৰেডি হ'লেও হ'ব। মই এতিয়া আহোঁ।

[ মঞ্চ আন্ধাৰ হয়। সঙ্গীত সেতু সময় অতিবাহিত হোৱা বুজাবলৈ। পোহৰ পুনৰ সেই অঞ্চলত পৰে। দেখা যায় ভবেশ বৰুৱাই কেশৱ হাজৰিকাক লগত লৈ সোমাই আহিছে। ]

• •

ভবেশ : আহক আহক ছাৰ এইফালে আহক। সৰু ঘৰ আপুনি বা বহি ভাল পায় নে নাপায়।

হাজৰিকা : ঠিক আছে, ঠিক আছে। আপুনি বৰ ব্যস্ত নহ'বচোন।

ভবেশ : বহক চাৰ।

[ হাজৰিকা চকীত বহে। ]

হাজৰিকা : আপুনি থিয় হৈ থাকিল কিয়? বহক।

ভবেশ : বহিম বহিম—

[ জেপৰপৰা চিগাৰেট কেচ এটা উলিয়ায়। ]

ভবেশ : এয়া চিগাৰেট, খাওক—

হাজৰিকা : চৰি, চিগাৰেট মই নাখাওঁ—

ভবেশ : চিগাৰেট নাখায়?

হাজৰিকা : আগতে খাইছিলোঁ, এতিয়া এৰিছোঁ।

ভবেশ : মই কিন্তু চাৰ আপুনি যে মোৰ ঘৰলৈ আহিব ভাবিবই পৰা নাছিলোঁ।
[ ভবেশ বহে ]

হাজৰিকা : আপুনি মাতিছে, নাহিম কিয়?

ভবেশ : চাৰ কি ল'ব? হুইস্কি নে—

হাজৰিকা : মই সেইবোৰ একোকে নাখাওঁ।

ভবেশ : নাখায়? আচৰিত কথা! ইমান খাটনি। টনিক হিচাপে হ'লেও—তদুপৰি এমেৰিকাৰপৰা ঘূৰি আহিছে—

হাজৰিকা : এমেৰিকালৈ গ'লেই যে মদ খাব লাগিব তেনে কিবা কথা আছে নেকি?

ভবেশ : আন বহুতকে দেখিছোঁ কাৰণেহে—

হাজৰিকা : ধৰি লওক মই আনতকৈ কিছু বেলেগ। আৰু টনিক খোৱাৰ কথা কৈছে, ভাল বুঢ়া তামোলেই মোৰ টনিক আৰু কামেই মোৰ নিচা।
[ ভবেশে তামোল আনিবলৈ লগুৱাটোক মাতে। ]

ভবেশ : পোৱালি, হেৰৌ পোৱালি—
[ পোৱালিয়ে ভিতৰৰপৰা "দেউতা" বুলি মাত দিয়ে। ]

ভবেশ : তামোলৰ বটাটো আন।
[ পোৱালিয়ে নেপথ্যৰপৰা কয়, "নিচো দেউতা" আৰু লগে লগে তামোলৰ বটাটো আনি সমুখতৰ মেজখনত থয়। তাৰ পিন্ধনত নতুন হাফপেণ্ট আৰু ফুলাম হাৱাই চার্ট। তামোলৰ বটাটো থৈ সি যাব খোজোঁতেই ভবেশে কয়। ]

ভবেশ : আইদেউৰাক কবি সোনাকাল কৰিবলৈ ; বুইছ?

পোৱালি : কমগৈ দেউতা।
[ পোৱালি যাব খোজে ]

হাজৰিকা : বৰুৱা এগিলাচ পানী আনিবলৈ কওক।

ভবেশ : খাবলৈ নে?

হাজৰিকা : অঁ—

ভবেশ : পোৱালি, যা ভালকৈ আয়নাৰ গিলাচত পানী আনগৈ। গিলাচটো প্লেট এখনৰ ওপৰত আনিবি। যা।
[ পোৱালি যায় ]

ভবেশ : চাৰ তামোল খাওক। মোৰ বাৰীৰ তামোল।

হাজৰিকা : ভাত খোৱাৰ পাছত খাম।

ভবেশ : চাৰ—

হাজৰিকা : কওক—

ভবেশ : সেই বিল্ডিঙৰ চাব-কন্‌ট্ৰেক্‌টো—

[ পোৱালিয়ে সৰু ট্ৰে এখনত বৰিয়াকৈ পানী গিলাচ আনে। হাজৰিকাই গিলাচটো লৈ একেঢোকে পানীখিনি খাই পেলাই, গিলাচটো পুনৰ ট্ৰেত থয়। ট্ৰে লৈ পোৱালি যায়। ]

হাজৰিকা : কোনটো বিল্ডিং?

ভবেশ : সেই যে চাৰিমহলীয়া বিল্ডিংটো—

হাজৰিকা : বৰ ডাঙৰ কাম। ভগাই দিয়া হ'ব। আপুনিনো কিহত ইন্টাৰেষ্টেড?

ভবেশ : অন্ততঃ এটা উইঙৰ কামটো পালেও—

হাজৰিকা : আপোনাৰ হাতত চাফিচিয়েন্ট লেবাৰ আছে জানো?

ভবেশ : আছে আছে, কেলেই নাথাকিব? আৰু লাগিলে মই ইটা আৰু চিপ্‌চ্‌ও চাপ্লাই কৰিব পাৰিম।

হাজৰিকা : কি ৰেট দিয়ে তাৰ ওপৰত হে কথা। আমাৰ কম্প্যানি বৰ ষ্ট্ৰীক্‌ট্‌।

ভবেশ : মোৰ ৰেট বেছি নহয়। হ'লেও আপোনাৰ ফেভাৰ অলপ লাগিবই—

হাজৰিকা : হ'ব হ'ব বাৰু। ৰেট আনতকৈ কম হ'লে পাবই, বেছি হ'লে আনৰ লগত মিলাকৈ কমাই দিবলৈ মান্তি হ'ব লাগিব। ৰেট সম্পৰ্কে আমাৰ কম্প্যানিয়ে নিগোচিয়েট কৰিবলৈকো মোক অথৰিটি দিছে।

[ হাজৰিকাই হাত ঘড়ীটোলৈ চায় ]

ভবেশ : পলম হৈছে নেকি চাৰ?

হাজৰিকা : মানে মই অলপ সোনকালে খাওঁ। আপুনি যোগাৰ ডাঙৰকৈ কৰিছে যেন পাইছোঁ। মই হ'লে নিশা বৰ বেছি নাখাওঁ।

ভবেশ : আপুনি ভাত নাখায় বুলি গম পাইছোঁ। সেয়ে ৰুটিকে কৰিবলৈ কৈছোঁ। কিমান বেলি আছে মই খবৰ কৰি আহিছোঁ।

[ ভবেশ ভিতৰলৈ যায়। হাজৰিকাই মেজত থকা মেগাজিন এখনৰ পাত লুটি যায়। লাউড-স্পীকাৰ যোগে নেপথ্যত হোৱা ভবেশ আৰু মৃণালৰ চেপা মাতৰ কথা-বতৰা দৰ্শকে শুনে। এই আলোচনা হাজৰিকাই শুনাৰ কথা নহয়। দৰ্শকক নেপথ্যৰ আলোচনাৰ আভাস দিবলৈহে এই ব্যৱস্থা কৰা হৈছে। আলোচনাখিনি আগতে টেপ কৰি ল'লে বোধকৰোঁ ভাল হ'ব। ]

• •

ভবেশ : হ'লনেহে ৰন্ধা-বঢ়া?

মৃণাল : হৈছে দিম নে?

ভবেশ : তুমি এবাৰ নোলোৱা জানো?

মৃণাল : এহ্ নোৱাৰোঁ পাই, অচিনাকি মানুহৰ সৈতে কথা পাতিব।

ভবেশ : ঘৰৰ গৃহিণীয়ে ওলাই আহি কথা-বতৰা পতা এওঁলোকে বিচাৰে—
মৃণাল : মই টেবুলৰ খোৱাখিনি যতনাই দিম। পোৱালিয়ে চাৰ্ভ কৰিব, হ'ব আৰু—
ভবেশ : এটা কাম কৰিবা। বাহিৰলৈ ওলাব নালাগে বাৰু। খোৱা টেবুললৈ আহিলে, খোৱা তুমিয়েই চাৰ্ভ কৰিবা। পোৱালিয়ে চাৰ্ভ কৰিলে বৰ বেয়া হ'ব। তেতিয়া যি হয় দুই-এষাৰ কথা পাতিবা আৰু—
মৃণাল : হ'ব দিয়ক। বস্তুখিনি টেবুললৈ নিলে মই মাতিম।
ভবেশ : ৰেডি হ'লে ক'বা। মই হাজৰিকাৰ লগতে অলপ পৰ কথা পাতোঁগৈ।
[ নেপথ্যৰ আলোচনা বন্ধ হয়। ভবেশ ওলাই আহে। হাজৰিকাৰ ওচৰত বহে। ]
ভবেশ : খোৱা ৰেডি হৈছে চাৰ। মই টেবুললৈ আনিবলৈ কৈ আহিছোঁ।
[ সোঁ-বাঁও দুটা অঞ্চলৰ মাজত এফুটমান ওখ ভেটিৰ ওপৰত খোৱা মেজখন। সৰু চাৰিজনীয়া মেজ। ডাইনিং টেবুল নাপালে, যিকোনো মেজকে বগা কাপোৰেৰে ঢাকি দিব পাৰে। দুয়োফালে দুখনকৈ চাৰিখন চকী। মেজখন থোৱা ঠাইৰ সমুখত, ভেটিটোৰ ওপৰত দুজন মানুহ থিয় হৈ কথা পাতিবৰ কাৰণে ঠাই ৰাখিব লাগিব। মেজৰ পাছফালেও অলপ ঠাই থাকিলে ভাল। ভবেশ ওলাই অহাৰ পাছত এই মেজখনত ওপৰৰ পৰা পোহৰ পৰে। দেখা যায় মৃণাল আৰু পোৱালিয়ে থাল, গিলাচ, খোৱা বস্তুবোৰ মেজৰ ওপৰত থ'ব ধৰিছে। মৃণাল আৰু পোৱালিয়ে কাম কৰি থাকোঁতে বৰুৱা আৰু হাজৰিকাই অলপ সময় কথা পাতে। ]
হাজৰিকা : বৰুৱা ঘৰখন বৰ নিজঞ্জাল লাগিছে। ল'ৰা-ছোৱালীবোৰ শুলে নেকি?
ভবেশ : এইখন ঘৰত ল'ৰা-ছোৱালী নাই।
হাজৰিকা : মানে?
ভবেশ : সেইটোৱেই ছাৰ মোৰ আৰু ওৱাইফৰ জীৱনত ডাঙৰ দুখ থাকি গ'ল। যোৱা পোন্ধৰ বছৰে আমাৰ সংসাৰলৈ কোনো সন্তান নাহিল।
[ এনেতে মৃণাল ভবেশহঁত বহি থকা ঠাইলৈ আহি কয়। ]
মৃণাল : আহক, খোৱা দিছোঁ।
[ হাজৰিকাই কৌতূহল দৃষ্টিৰে মৃণালৰ ফালে চায়। ]
ভবেশ : এওঁ মিচেচ বৰুৱা।
[ মৃণালে নমস্কাৰ দিয়ে। হাজৰিকায়ো প্ৰতিনমস্কাৰ দি কয়— ]
হাজিৰকা : মই হাজৰিকা, কেশৱ হাজৰিকা।
মৃণাল : আহক—

[ মৃণাল আগবাঢ়ে। বৰুৱা আৰু হাজৰিকা দুয়ো পাছে পাছে গৈ খোৱা মেজ থকা ভেটিটোত উঠে। সমুখৰ ছোৱাৰ পোহৰ নাইকিয়া হয় আৰু খোৱা মেজৰ ওপৰত উজ্জ্বল পোহৰ পৰে। ]

হাজৰিকা : বহুত যোগাৰ কৰিছে, মই ইমানবোৰ খাব নোৱাৰিম।

মৃণাল : কিটোনো কৰিছোঁ। পাৰিব খাবলৈ। বহক সেইখন চকীতে। হাত ধুব নেকি?

হাজৰিকা : নালাগে, পানীৰ বোলটোতে হাত জুবুৰিয়ালেই হ'ব। পিছে মিচেচ বৰুৱা, এটা কথা হ'লে দেই, মোৰ লগত ফৰমেল নহ'ব। মই ফৰমেলিটি বৰ বেয়া পাওঁ। আৰু এটা কথা মই বৰ বেয়া পাওঁ।

মৃণাল : কি?

হাজৰিকা : এই খোৱাৰ সময়ত এইটো খাওক সেইটো খাওক, আৰু অলপ দিওঁনে ইত্যাদিবোৰ—

মৃণাল : বাৰু আপোনাক আমনি নকৰোঁ—

হাজৰিকা : আপুনি নবহে নেকি?

ভবেশ : তেওঁ চাৰ্জ কৰিব।

হাজৰিকা : লাইক এ গুড ওৱাইফ্, বেছ বেছ—

[ হাজৰিকাই হাঁহে ]

হাজৰিকা : তেন্তে খোৱা আৰম্ভ কৰা যাওক। সোনকালে মিচেচ বৰুৱাক আজৰাই দিয়াটোহে উচিত হ'ব।

[ তেওঁলোকে খোৱা আৰম্ভ কৰে। সেই অঞ্চলৰ পোহৰ কিছু কমে। দৰ্শকে অৱশ্যে দেখাকৈ তেওঁলোকে খাই থাকিব। তেওঁলোকৰ ভাব-ভঙ্গীত তেওঁলোকে যে কথা পাতিছে, দৰ্শকে নুশুনিলেও বুজিব। দীপকৰ কোঠাৰ পোহৰ লাহে লাহে উজ্জ্বল হয়। দীপকে বিছনাত পৰি থাকে। ওচৰতে ট্ৰেন্‌জিচ্‌টৰটো। এটা জনপ্ৰিয় অসমীয়া গীত বাজি আছিল। দৰ্শকে গীতটো আধাৰপৰা শুনা পাব। অৰ্থাৎ গীতটো দুই মিনিটমান চলাৰ পাছত দীপকৰ অংশ আন্ধাৰ হৈ, খোৱা মেজৰ ওপৰত পোহৰ উজ্জ্বল হয়। ইতিমধ্যে তেওঁলোকৰ খোৱা শেষ হ'ল। ভবেশ খন্তেকলৈ ভিতৰলৈ যায়। হাজৰিকাই নেপকিনত হাত মচি মচি মেজখনৰ আগৰফালে থিয় হয়। কাষৰ চকী এখনত ধৰি মৃণালো থিয় হয়হি। ]

হাজৰিকা : থেংক্‌চ্ এ লট মিচেচ্ বৰুৱা। এনে যে ভাল ৰান্ধে আপুনি কি ক'ম— এনে জুতি লগা মাংস আঞ্জা বহুত দিন খোৱা নাই!

মৃণাল : কি যে কয়। এদিন মিচেচ হাজৰিকাকো আনিব। চিনাকি হ'ম।

হাজৰিকা : সেই ৰেৱা ভাগ্য মোৰ এতিয়াও হোৱা নাই। মোৰ জীৱনত মিচেচ্

হাজৰিকাৰ এতিয়াও আবিৰ্ভাৱ হোৱা নাই। মই এতিয়াও ব্যেচেলৰ। অকলশৰীয়া জীৱন ; এনেকুৱা ঘৰুৱা পৰিৱেশত সেয়ে মোৰ বৰ ভাল লাগে। বেয়া যদি নাপায় মই মাজে মাজে আহি থাকিম দেই—

মৃণাল ঃ আহিব, কেলেই বেয়া পাম। তেখেতক ক'লে নিশ্চয় লগত হৈ আহিব।

[ ভবেশ বৰুৱাই গামোচাৰে মুখ মচি মচি সোমাই আহে। গামোচাখন চকীৰ পাছফালে থয়। ]

হাজৰিকা ঃ ব'লক বৰুৱা, আমি অলপ বাহিৰত বহোঁগৈ। এখেতক আমনি নকৰোঁ আৰু—

[ তেওঁলোক আগৰ ছোৱালৈ আহে। খোৱা অংশৰ পোহৰ কমি যায়। সেই ক্ষীণ পোহৰত দেখা যায় মৃণাল আৰু পোৱালিয়ে খোৱা বস্তুবোৰ সামৰিছে আৰু এজনৰ বাবে নতুনকৈ সজাইছে। আগছোৱাৰ সোঁফালৰ অঞ্চলটোত উজ্জ্বল পোহৰ পৰে। হাজৰিকা আৰু ভবেশ বহেহি। ]

হাজৰিকা ঃ বৰুৱা—

ভবেশ ঃ কওক চাৰ—

হাজৰিকা ঃ আপুনি ডাক্তৰক কন্চাল্ট কৰিছে নে নাই?

ভবেশ ঃ কত ডাক্তৰক দেখুৱালোঁ, দিল্লীলৈকো গ'লো—তেওঁৰ কোনো অৰ্গেনিক ডিফেক্ট্ নাই বুলি সকলো একমত। মোৰ সম্পৰ্কেহে দুই-এজনে সন্দেহ প্ৰকাশ কৰিছে। ল'ৰা-ছোৱালী নোহোৱা উকঙা ঘৰখনত থাকি ভাল নালাগে কাৰণেহে বেছি ভাগ সময় কামত আৰু ক্লাবতে কটাই দিওঁ।

হাজৰিকা ঃ কামতো কৰিবই লাগিব। কিন্তু ক্লাবত সময় নষ্ট কৰাটো আপোনাৰ পক্ষে বৰ অন্যায় হৈছে। আপোনাৰ যেনেকৈ ঘৰখন উকঙা লাগে তেখেতেও নিশ্চয় অকলশৰীয়া অনুভৱ কৰে। মোৰ মতে আপুনি তেখেতক কম্প্যানি দিয়া উচিত।

[ হাজৰিকাই তামোল বটাৰপৰা লৈ খায়। ]

ভবেশ ঃ আপুনি কৈছে যেতিয়া চেষ্টা কৰি চাম চাৰ। পিছে কামটো হ'ব নহয়?

হাজৰিকা ঃ হ'ব হ'ব। আপুনি মিছাকৈয়ে চিন্তা কৰি নাথাকিব। মাত্ৰ ৰেট ঠিকমতে দিব। মই এতিয়া উঠোঁ।

[ হাজৰিকা যাবলৈ উঠে। ]

ভবেশ ঃ ব'লক মই আপোনাক থৈ আহোঁগৈ।

[ দুয়ো ওলায় যায়। এম্বাছেডাৰ মটৰ এখন যোৱাৰ শব্দ। সেই অঞ্চল আন্ধাৰ হয়। খোৱা মেজৰ ওপৰত পোহৰ পৰে। খোৱা মেজৰ ওচৰৰ-পৰাই মৃণালে দীপকক মাতে। ]

মৃণাল : দীপক খোৱাহি আহঁা—

[ নিজৰ কোঠাৰপৰা ওলাই আহি দীপক খোৱা মেজৰ ওচৰ পায়হি। ]

দীপক : আলহী গ'ল নেকি মাহীদেউ?

মৃণাল : গ'ল। তোমাৰ আজি খোৱা পলমেই হ'ল নহয়নে?

দীপক : নাই নাই, একো পলম হোৱা নাই। মানুহজননো কোন?

মৃণাল : নতুনকৈ অহা এজন ইঞ্জিনিয়াৰ। দাইল-ভাজিতো তুমি নোখোৱাই ; আৰে মাংস ইমান কম লৈছা কিয়?

দীপক : মোৰ আজি ভোক লগা নাই দেখোন—

মৃণাল : পলম হোৱা কাৰণে খং উঠিছে চাগে—

দীপক : নাই নাই, কেলেই খং উঠিব। মহাদেউ তেওঁৰ লগতে গ'ল নহয়নে?

মৃণাল : ওঁ, হাজৰিকাক ঘৰত থৈ ক্লাবলৈ যাব চাগে।

দীপক : মহাদেৱে খালে যেতিয়া আপুনিও খাই পেলাওক।

মৃণাল : খালেও নাখালেও দুৱাৰ মেলি দিবলৈ সাৰে থাকিবই লাগিব। হাজৰিকা মানুহজনক হ'লে মোৰ বেয়া নালাগিল। বৰ ইনফৰমেল আৰু ভদ্ৰ।

[ দীপকে খোৱাত মন দিয়ে। লাহে লাহে মঞ্চ আন্ধাৰ হৈ যায়। ]

• •

## এইখিনিতে পাঁচ মিনিট বিৰতি

[ বিৰতিৰ পাছত আঁৰ কাপোৰ আঁতৰিলত নিৰ্দিষ্ট ঠাইত স্পটলাইটৰ সমুখত ঘোষক হিচাপে দীপকক দেখা যায়। দীপকৰ হাতত মৃণালৰ ডায়েৰিখন। ]

দীপক : এইখন মৃণাল মাহীৰ ডায়েৰি। ইয়াৰ এই অংশটো পঢ়ি দিছোঁ। মাহীৰ মৃত্যুৰ পাছত আচৰিতভাৱে এইখন মই পাই গ'লোঁ আৰু তেতিয়াৰেপৰা মাহীৰ স্মৃতি চিন স্বৰূপে আটোম-টোকাৰিকৈ লুকাই সামৰি থৈছোঁ। কিন্তু আপোনালোকক ক'ব খোজা কথাৰ সৈতে ইয়াৰ সম্বন্ধ, মানে এইখিনি অংশৰ সম্বন্ধ আছে কাৰণে পঢ়ি শুনাব খুজিছোঁ। ইয়াত মোৰ কথাও মাহীয়ে লিখিছে। কিন্তু সেয়া বৰ ডাঙৰ কথা নহয়। ইয়াত উজাৰি দিয়া কিছুমান কথা শুনিলে মাহীৰ অন্তৰত কিবোৰ ভাবে তোলা-পাৰ কৰিছিল তাৰ আৰু মাহীৰ অন্তৰৰ সৰলতাৰ আভাস নিশ্চয় পাব। মাহীয়ে লিখিছে—"দীপকক পাই মোৰ মনটো উদং কোঠালি এটা কিছু পৰিমাণে ভৰি গৈছিল সঁচা, কিন্তু বিয়া হোৱাৰ পাছত স্বামীৰ মৰম-চেনেহৰপৰা বঞ্চিতা হৈ যি অকলশৰীয়াভাৱে মোৰ মনটোক আগুৰি ধৰিছিল, হাজৰিকাৰ সান্নিধ্যত সেই ভাব যেন বহুতোখিনি নাইকিয়া হৈ গ'ল। এফালে দীপক, আনফালে হাজৰিকা! এই দুইজনেই যেন মোৰ অন্তৰখন

ভৰাই তুলিলে। দীপৰ সান্নিধ্যই মোৰ মাতৃ সুলভ মনটোক উতলা কৰি তুলিছিল ; কিন্তু হাজৰিকাক ওচৰত পাই মই অনুভৱ কৰিছিলোঁ এক নতুন উন্মাদনা। এই উন্মাদনাই মোৰ দেহটোৰ আকৃতিক যেন সজাগ আৰু সচেতন কৰি তুলিছিল। স্বামীৰ মৰমৰপৰা বঞ্চিত হ'লেও তেওঁৰ প্ৰতি থকা মোৰ কৰ্তব্যবোধে মোক সদায়ে সংযত হ'বলৈ আৰু মনৰ উদ্বেলিত কামনাক প্ৰশ্ৰয় নিদিবলৈ শক্তি যোগাইছিল। হাজৰিকাও আছিল সৰল স্বভাৱৰ আৰু তেওঁ দীপৰ বা স্বামীৰ অস্তিত্বক কেতিয়াও আওকাণ কৰা নাছিল। দীপ লগত থকাত মোৰ পক্ষে নিজকে সংযত কৰি ৰখাও সহজ হৈছিল।"

[ ঊৰ্ধ কমাৰ ভিতৰৰ কথাখিনি মৃণালৰ কণ্ঠত লাউড-স্পীকাৰ যোগে দৰ্শকক শুনাব। আগতে টেপ কৰি থ'ব, নহ'লে নেপথ্যত মাইক্ৰফনৰ আগতো মৃণালে পঢ়ি দিব পাৰে। এইখিনি সময় দীপকে নিশ্চল হৈ ডায়েৰিৰ পাতটো চাই থাকিব। মৃণালৰ কথাখিনি শেষ হ'লে দৰ্শকৰ ফালে চাই দীপকে ক'ব। ]

দীপক ঃ আমি তিনিওজনে কেতিয়াবা একেলগে চিনেমা চাইছিলোঁ, কেতিয়াবা হাজৰিকাৰ জীপত ফুৰিবলৈ গৈছিলোঁ। মহা, কামতে ব্যস্ত থকা মানুহ, আপত্তি কৰা নাছিল। হাজৰিকাক সন্তুষ্ট ৰখাটো তেওঁৰ উদ্দেশ্য হোৱা হেতুকে হয়তো পেটে পেটে ভালেই পাইছিল। হাজৰিকাৰ প্ৰতি মোৰো কোনো ঈৰ্ষাৰ ভাব নাছিল। গধূলি মই পঢ়ি থাকিলে মাহীদেৱে হাজৰিকাৰ সৈতে বহি কথা পাতি থাকে। বহুদিনৰ সংস্পৰ্শত এই সম্বন্ধ বেছ সহজ হৈ পৰিছিল।

[ দীপকৰ ওপৰৰপৰা পোহৰ নাইকিয়া হয়। মৃণালৰ অংশত পোহৰ পৰে। মৃণাল আৰু হাজৰিকাই অন্তৰঙ্গভাৱে কথা পাতি আছে। পোহৰ সলনি হোৱাৰ সময়ত আগন্তুক পৰিৱেশ সূচক লঘু সঙ্গীতৰ সুৰ বাজে। হাজৰিকাই মৃণালৰ হাত এখন নিজৰ হাত দুখনৰ মাজত আলফুলকৈ লৈ কয়। ]

• •

হাজৰিকা ঃ মৃণাল, বৰুৱাৰপৰা তুমি যিখিনি পাব লাগে তেওঁ সেইখিনি দিব পৰা নাই বুলি জানি তোমাৰ কাৰণে সঁচাকৈয়ে মাজে মাজে বৰ বেয়া লাগে।

মৃণাল ঃ কি কৰিবা উপায় নাই! অকল মোৰ কথা ভাবিলেনো কি হ'ব? মোৰ দৰে কত তিৰোতাৰ জীৱন এইদৰেই স্বামীৰ অনাদৰত শেষ হৈ গৈছে। কিন্তু এটা কথা ভাবি হ'লে মোৰ ঈৰ্ষা হয় জানা—

হাজৰিকা : ঈৰ্ষা? কিয়? কাৰ প্ৰতি?
মৃণাল : তুমি যাক বিয়া কৰাবা তেওঁৰ প্ৰতি।
হাজৰিকা : কিয়?
মৃণাল : সেইজনী ছোৱালী ক'ত উপজিছে নাজানো। কিন্তু তেওঁৰ যে বিবাহিতা জীৱন মোৰ দৰে নহ'ব সেই কথা মই ডাঠি ক'ব পাৰোঁ।
হাজৰিকা : তুমি কি ক'ব খুজিছা মই বুজা নাই।
মৃণাল : বুজিও নুবুজাৰ ভাও ধৰিছা কিয়?
হাজৰিকা : মই সঁচাকৈয়ে কৈছোঁ, অলপ বুজাই কোৱা না—
মৃণাল : মই ক'ব খুজিছোঁ যে তোমাৰ দৰে মৰমিয়াল স্বামী পোৱাটো যিকোনো তিৰোতাই ভাগ্য বুলি ভবা উচিত—
[ হাজৰিকাই হাঁহি দিয়ে। ]
মৃণাল : হাহিছা কেলেই?
হাজৰিকা : মোকনো মৰমিয়াল বুলি কেনেকৈ জানিলা?
মৃণাল : সকলো কথা ফঁহিয়াই বুজাই দিব নোৱাৰোঁ পাই!
হাজৰিকা : তথাপি—
মৃণাল : মোৰ মনটোৰে, মোৰ অনুভূতিৰে বুজিছোঁ।
হাজৰিকা : মই যিজনী ছোৱালীক বিয়া কৰাম তেওঁৰ যদি তোমাৰ দৰে মন, তোমাৰ দৰে অনুভূতি নাথাকে?
মৃণাল : বিয়াৰ পাছত সকলো তিৰোতাই স্বামীৰ ওপৰতে নিৰ্ভৰ কৰে, স্বামীক আপোন কৰি ল'ব বিচাৰে, নিজৰ কৰি ল'ব বিচাৰে, স্বামীয়ে নিজৰ দায়িত্ব পালন কৰিলে, অৰ্থাৎ মৰম দিব জানিলে এশজনীৰ ভিতৰত নৱৈজনীয়ে ল'ব জানিব।
হাজৰিকা : মোৰ ভাবি পত্নী যদি বাকী দহজনীৰ ভিতৰৰে এজনী হয়।
মৃণাল : তোমাৰ ক্ষেত্ৰত ঈশ্বৰে কেতিয়াও তেনে অবিচাৰ নকৰে।
হাজৰিকা : বাৰু মই যদি বিয়াকে নকৰাওঁ।
মৃণাল : বিয়া নকৰাবা কিয়? ডেকা ল'ৰা। ভাল কাম কৰিছা। তোমাৰ মা-দেউতাৰাই চাই-চিতি নিশ্চয় এজনী ভাল ছোৱালীৰ লগত তোমাৰ বিয়া কৰাই দিবই।
হাজৰিকা : মা-দেউতাই বাছি দিয়া ছোৱালী মোৰ পছন্দ নহ'বও পাৰে।
মৃণাল : পছন্দ নহ'লে নিজে বাছি ল'বা। তোমাৰ দৰে বহুত ডেকাই দেখোন লাভত পৰি বিয়া কৰায়।
হাজৰিকা : লাভত পৰিব পৰা ছোৱালীও লাগিব নহয়!
মৃণাল : কত ছোৱালী আছে—

হাজৰিকা ঃ ছোৱালী দেধাৰ আছে হয়, কিন্তু—
মৃণাল ঃ কিন্তু কি?
হাজৰিকা ঃ যিবোৰ ছোৱালী বাটে-পথে দেখোঁ, সেইবোৰৰ লগত লাভত পৰিব নোৱাৰি।
মৃণাল ঃ কিয়?
হাজৰিকা ঃ ধৰা দিবলৈ বহুতেই আছে, ওঁঠত লিপষ্টিক সানি, গালত ৰুজ সানি, নতুন ধৰণৰ অইলি মেকআপ কৰি, বেলবটম পিন্ধি, আটিলকৈ গাত লিপিত খুৱাই মেক্সি, শাড়ী, মেখেলা-চাদৰ পিন্ধি গাৰ ভাইটেল ষ্টেটিচ্‌টিক্‌চৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিব খোজা ছোৱালী বহুত পাইছোঁ, কিন্তু সেইবোৰক বিয়া কৰাব নোৱাৰি। দোকানৰ স্বো কেছত মেনিকিন কৰি সজাই হে থ'ব পাৰি।
মৃণাল ঃ হঠাতে ক'ৰবাত পাই যাবা মনে বিচৰা ছোৱালীজনী।
হাজৰিকা ঃ হয়তো পাম, হয়তো পাইছোঁই—
মৃণাল ঃ পাইছা? যদি পাইছা তেন্তে সোনকালে বিয়া কৰাই নেপেলোৱা কিয়?
হাজৰিকা ঃ প্ৰথম দৃষ্টিতে প্ৰেম, কথাষাৰ উৰাই দিব নোৱাৰি অৱশ্যে।
মৃণাল ঃ প্ৰথম দৃষ্টিত প্ৰেম বহুতৰ মতে প্ৰকৃত প্ৰেম। তেনে প্ৰেমক কেতিয়াও আওকাণ বা উপেক্ষা কৰিব নালাগে।
হাজৰিকা ঃ সেই কথা জানো কাৰণে, উপেক্ষা মই কৰা নাই। প্ৰথম দৃষ্টিতে যি প্ৰেমৰ সন্ধান মই পাইছোঁ তাক উপেক্ষা যে কৰাই নাই বৰং মোৰ জীৱনৰ পৰম সম্পদ বুলি আদৰিহে লৈছোঁ।
মৃণাল ঃ তেন্তে সেই প্ৰেমক তোমাৰ জীৱনত সাৰ্থক কৰি নোতোলা কিয়?
হাজৰিকা ঃ মানে হোমৰ জুইক সাক্ষী ৰাখি?
মৃণাল ঃ অঁ আকৌ। তেতিয়াহে দৃষ্টিৰ প্ৰেমে অন্তৰত থিত লৈ নিকপকপীয়া বন্ধনৰ মাজেৰে তোমাৰ জীৱন কৰি তুলিব সুখৰ, আনন্দৰ।
হাজৰিকা ঃ কিন্তু সকলোৰে জীৱনত প্ৰথম দৃষ্টিৰ সেই প্ৰেমে তুমি ভবাৰ দৰে সাৰ্থকতা লাভ কৰিবলৈ বাট বিচাৰি নাপাবও পাৰে।
মৃণাল ঃ কিয়?
হাজৰিকা ঃ মই যিজনক প্ৰথম দৃষ্টিতে ভাল পাই পেলাইছোঁ তেওঁক চিৰজীৱনৰ কাৰণে বুকৰ মাজলৈ টানি অনাটো সম্ভৱ নহয়।
মৃণাল ঃ যদি কিবা বাধাই দেখা দিছে, তেন্তে সেই বাধা ওফৰাই দিয়াৰ শক্তি তোমাৰ থাকিব লাগে। আৰু যদি দৰকাৰ বুলি ভাবা মই তোমাক সহায় কৰিবলৈকো সাজু আছোঁ।
হাজৰিকা ঃ সেই প্ৰতিশ্ৰুতি তুমি নিদিবা, মৃণাল।

মৃণাল ঃ তুমি ভাবিছা নেকি তোমাক মই সহায় কৰিব নোৱাৰিম বুলি?

হাজৰিকা ঃ হয়তো নোৱাৰিবা। পাৰিলেও আগবঢ়া উচিত নহ'ব।

মৃণাল ঃ তেনেকৈ কৈছা কিয়?

হাজৰিকা ঃ মোক সহায় কৰিবলৈ আগবাঢ়ি আহিছা তুমি, প্ৰথম বাধা পাবা বৰুৱাৰ-পৰা, তাৰ পাছত যিটো পৰিৱেশত, যিখন সমাজত তুমি ডাঙৰ-দীঘল হৈছা, সেইখন সমাজে তোমাক বেয়া বুলিব। আৰু হয়তো তুমি তোমাৰ সংসাৰৰ চাৰিবেৰৰ মাজৰপৰা ওলাই আহিব লাগিব। মই তোমাক তেনে এটা অৱস্থাত কেতিয়াও পেলাব নোখোজোঁ। তোমাক আনে বেয়া বুলিব, তোমাক আনে ঠাট্টা-মস্কৰা কৰিব। দহজনে হেয় প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিব সেইটো মই কেতিয়াও সহ্য কৰি থাকিব নোৱাৰিম। সেয়ে মই এটা স্থিৰ সিদ্ধান্ত লৈ পেলাইছোঁ।

মৃণাল ঃ কি সিদ্ধান্ত?

হাজৰিকা ঃ মই বিয়া নকৰাওঁ।

মৃণাল ঃ বিয়া নকৰাবা কিয়? বিয়া নকৰাই তোমাৰ জীৱনটোক এনেকৈ উৰলি যাবলৈ দিবানে?

হাজৰিকা ঃ বিয়াৰ দৈহিক সম্বন্ধৰ মাজতেহে যে মানুহৰ যৌৱনে ঠন্ ধৰি উঠে এই কথা মই বিশ্বাস নকৰোঁ।

মৃণাল ঃ তোমাৰ কথা মই বুজি পোৱা নাই।

হাজৰিকা ঃ মানুহৰ দেহ সৰ্বস্ব নহয়। দেহটোৱেই মানুহৰ আটাইতকৈ ডাঙৰ কথা নহয়। মানুহৰ মন বোলা বস্তু এটাও আছে। অকল দেহাৰ ক্ষুধা আঁতৰালেই মনটো সকলো সময়তে পৰিতৃপ্ত নহয়। অথচ মনটো যদি পৰিতৃপ্ত হয় তেতিয়া বহুত সময়ত দৈহিক ক্ষুধা অবান্তৰ যেন লাগে। মই কবি বা সাহিত্যিক হোৱা হ'লে মোৰ মুখত এইবোৰ কথা শুনি তুমি আচৰিত নহ'লহেঁতেন। হয়তো তুমি ভাবিছা মোৰ দৰে এজন ইঞ্জিনিয়াৰৰ মুখত এইবোৰ কথা শোভা নাপায়।

মৃণাল ঃ কেলেই ভাবিম বাৰু? বৰং তোমাৰ কথাবোৰে মোক যেন পথৰ সন্ধান দিছে। মনটোত হেঁচা খাই থকা কিছুমান ভাবে যেন প্ৰকাশৰ বাট বিচাৰি পাইছে। মনটো যে দেহটোতকৈ ডাঙৰ, দৈহিক সম্বন্ধত বাধা থাকিলেও মনৰ সম্বন্ধত তেনে বাধা যে নাথাকিবও পাৰে সেই কথা যেন মই কিছু পৰিমাণে উপলব্ধি কৰিব পাৰিছোঁ।

হাজৰিকা ঃ এটা কথা ক'লে তুমি জানো বিশ্বাস কৰিব পাৰিবা?

মৃণাল ঃ কোৱা, তোমাৰ কথা কিয় বিশ্বাস নকৰিম?

হাজৰিকা ঃ ঠিক সঁচা নে? বিশ্বাস কৰিবা?

মৃণাল ঃ নিশ্চয় কৰিম।

হাজৰিকা ঃ শুনি যদি খং উঠে? যদি ভাবা মই বৰ বেয়া মানুহ বুলি?

মৃণাল ঃ কি যে কোৱা। তোমাৰ কথাত খং উঠিব কিয়? মোক আৰু অত দিনে চিনি নাপালানে?

হাজৰিকা ঃ তথাপি ভয় লাগে।

মৃণাল ঃ ভয় কিহৰ?

হাজৰিকা ঃ যদি ভাবা কিছুমান ডাঙৰ ডাঙৰ কথা কৈ তোমাক ভুলাব খুজিছোঁ।

মৃণাল ঃ কথা দিছোঁ কেতিয়াও সেইদৰে নাভাবোঁ।

হাজৰিকা ঃ মৃণাল!

[ হাজৰিকাই ঘপকৰে মৃণালৰ হাত এখনত ধৰি চুমা খাই দিয়ে। লগে লগে সংগীতৰ ঝংকাৰ বাজি উঠে। নীলাভ পোহৰ কিছু কমি যায়। ]

হাজৰিকা ঃ মৃণাল, তোমাক দেখাৰ দিনৰেপৰা মই যেন তোমাকেই ভাল পাই পেলাইছোঁ। মই জানো এই ভালপোৱা আমাৰ জীৱনত কেতিয়াও সাৰ্থক হৈ নুঠে, তথাপি এই ভালপোৱাৰ কথা কেতিয়াও পাহৰিব নোৱাৰিম।

[ হাজৰিকা উঠে। মৃণালো হাজৰিকাৰ একেবাৰে ওচৰত গৈ থিয় হয়। সংগীত আৰু পোহৰে এটা মধুৰ আবেশ সৃষ্টি কৰে। ]

মৃণাল ঃ নিজৰ মনটোক হয়তো মই ধৰি ৰাখিব নোৱাৰিবও পাৰোঁ।

হাজৰিকা ঃ পাৰিবই লাগিব। আমাৰ জীৱনলৈ যে এনে এটা মধুৰ মুহূৰ্ত আহিছে তাৰ কাৰণে আমি ভগৱানৰ ওচৰত কৃতজ্ঞ হোৱা উচিত। এয়ে তোমাক শক্তি যোগাব বৰুৱাৰ প্ৰতি দায়িত্ব পালন কৰাত। ময়ো বৰুৱাৰ প্ৰতি কোনো অন্যায় কৰিব নিবিচাৰোঁ। আমি দুয়ো যদি পথ হেৰুৱাওঁ তেন্তে আমাৰ এই মৰমত চেকা পৰিব, পবিত্ৰ হৈ নাথাকে। বহুত বেলি হ'ল, মই এতিয়া যাওঁ।

মৃণাল ঃ বহাচোন বহা। অলপ পৰ বহা। তোমাক আজি ইমান সোনকালে এৰি দিবলৈ ইচ্ছা যোৱা নাই। তোমাৰ কথাবোৰৰ মাজেৰে যে মোৰ মনৰ কথাবোৰ এনেকৈ কৈ দিবা, তাক মই কেতিয়াও ভাবা নাছিলোঁ। আমি বাৰু সদায়ে এইদৰেই থাকিব পাৰিম নে?

হাজৰিকা ঃ নিশ্চয় পাৰিম, কিন্তু বহুতো ত্যাগ স্বীকাৰ কৰিবলৈ আমি সাজু থাকিব লাগিব। আমাৰ মৰমক সাংসাৰিকতাৰ উৰ্ধত নিবলৈ, চাবলিমেট কৰিবলৈ, মনটোক প্ৰস্তুত কৰিব লাগিব। অ' এটা কথা ক'বলৈ পাহৰিছিলোঁ।

মৃণাল ঃ কি?

হাজৰিকা ঃ মোৰ বদলিৰ অৰ্ডাৰ হৈছে।

মৃণাল ঃ বদলি!

[ সংগীতৰ ঝংকাৰ বাজি উঠে। ]

হাজৰিকা ঃ কোম্প্যানীৰ আন এটা প্ৰজেক্টলৈ যাব লাগিব।

মৃণাল ঃ ক'ত?

হাজৰিকা ঃ নগাঁৱত—

মৃণাল ঃ কেতিয়াকৈ যাব লাগিব?

হাজৰিকা ঃ সাতদিন মানৰ ভিতৰতে এই ঠাই এৰি যাব লাগিব। অৱশ্যে কোম্প্যানীৰ হেড অফিছ ইয়াতে যেতিয়া, আহি থাকিব পাৰিম হয়তো।

মৃণাল ঃ নাই নাই, তুমি মোক এনেকৈ এৰি থৈ যাব নোৱাৰা।

হাজৰিকা ঃ অবুজ নহ'বা মৃণাল। তোমাৰ সংস্পৰ্শলৈ আহি মোৰ মনটোৱে যি নোপোৱা বস্তুৰ সন্ধান পাইছে আৰু তুমিও হয়তো তোমাৰ উৰুঙা মনটো ভৰাই তুলিবলৈ যি পাইছা, সি হঠাতে হেৰাই যাব নোৱাৰে। আঁতৰত থাকিলেও তুমি মোৰ নিচেই ওচৰতে থাকিবা। আৰু ময়ো তোমাৰ চিন্তাত সদায়ে ধৰা দিমহি। এতিয়া আহোঁ।

মৃণাল ঃ যোৱাৰ আগতে আৰু এদিন আহিবা।

[ পোহৰ আৰু অলপ কমি যায়। কৰুণ সংগীতৰ সুৰ বাজি থাকে। অস্পষ্ট পোহৰত দেখা যায় হাজৰিকাই মৃণালক ওচৰ চপাই আনি তেওঁৰ কপালত এটা চুমা খাই বিদায় ল'লে। মৃণালে হাজৰিকা যোৱাৰ পাছত, চকীখনত বহি পৰিল আৰু চকীৰ পাছফালৰ আওজা ঠাইত মূৰটো থৈ গভীৰ বেদনাত ভাঙি পৰি উচুপিবলৈ ধৰে। আৱহ সংগীতে তেওঁৰ মনৰ বেজাৰৰ সঁহাৰি দিয়ে। সেই অস্পষ্ট পোহৰৰ ৰেঙণিত দেখা যায় দীপক নিজৰ কোঠাটোৰপৰা ওলাই আহি মৃণালৰ ওচৰত থিয় হৈছে আৰু মৃণালৰ দুখত সহানুভূতি জনাবলৈকে যেন গভীৰভাবে মাত দিয়ে। ]

দীপক ঃ মৃণাল মাহী—

[ মৃণাল দীপকৰ মাতটো শুনি হুক হুকাই কান্দি দিয়ে। ]

দীপক ঃ মাহীদেউ, এনেকৈ ভাঙি পৰিলে নচলিব। ব'লক, উঠক। হাত-মুখ ধুই পেলাওক। মনটোক শান্ত কৰক। মহাদেউ চাগৈ আহি পাবই এতিয়া।

[ মৃণাল সংযত হয়। বহাৰপৰা উঠে। মঞ্চৰ সেই অংশ আন্ধাৰ হয়। বাঁওফালে স্পট লাইট জ্বলি উঠে। ঘোষক হিচাপে নিৰ্দিষ্ট ঠাইত দীপক থিয় হয়হি। ]

* *

দীপক ঃ হাজৰিকা বদলি হোৱা ঠাইলৈ যোৱাৰ আগতে অৱশ্যে এদিন আহিছিল। মহাদেৱেই লৈ আহিছিল। কিন্তু মাহীয়ে সেইদিনা বিশেষ কথা পাতিবলৈ সুবিধা নাপালে। হাজৰিকা বদলি হোৱাত মহাদেৱে মুখেৰে দুখ প্ৰকাশ

কৰিলেও মই বুজিব পাৰিছিলোঁ যে তেওঁ পেটে পেটে ভালেই পাইছিল। কাৰণ মহাদেৱে মাহীক কোৱা মোৰ স্পষ্ট মনত আছে—

[ স্পট লাইট নুমাই যায়। মৃণালহঁতৰ অংশত পোহৰ পৰে। ভবেশ বহি থাকে। ওচৰত মৃণাল। ]

* *

ভবেশ : বুইছা মৃণাল, হাজৰিকা বদলি হৈ গ'ল ভালেই হ'ল।

মৃণাল : কিয়? আপুনি দেখোন প্ৰথমতে হাজৰিকা বুলিলে পৰি মৰিছিল—

ভবেশ : বৰ ষ্ট্ৰিকট্‌হে। এনে ষ্ট্ৰিকট্ মানুহৰ লগত কাম কৰিব নোৱাৰি। হাজৰিকা থকা হ'লে শেষত গৈ এই কামটোত লোকচানেই হ'ল হয়—অলপো ফাকি দিবৰ উপায় নাছিল। আৰু ফাকি দিব নোৱাৰিলে ঠিকাৰ লাভ হয় ক'ৰপৰা। যি ৰেটত আমি কাম ল'ব লগা হয়, সেই ৰেটত ফাকি নিদিলে কামত লাভ কৰা টান।

মৃণাল : এতিয়া নতুন ইঞ্জিনীয়াৰ আহিছে হ'বলা।

ভবেশ. : আহিছে এজন বঙালী। বৰ ভাল মানুহ।

মৃণাল : এওঁকো ঘৰলৈ মাতি ভাত খুৱাব নেকি?

ভবেশ : নাই নাই দৰকাৰ নহ'ব। এওঁ বেলেগ ধৰণৰ মানুহ। এওঁক ভাত খুৱাই হাত কৰাৰ প্ৰয়োজন নাই আৰু সম্ভৱো নহয়।

মৃণাল : কেলেই? এওঁ হাজৰিকাতকৈও ষ্ট্ৰিকট্ নেকি?

ভবেশ : নহয় নহয়। ভাত খাই সন্তুষ্ট হোৱা মানুহ এওঁ নহয়। এওঁক বেলেগ কিবাহে খুৱাব লাগিব। আৰু আমাক এনে মানুহহে লাগে। কামত ফাকি দিয়া সহজ হয়—আৰু লাভো হয় দুয়ো পক্ষৰে।

মৃণাল : তেন্তে আপোনাৰ কাৰণে ভালেই হৈছে। ক্লাবৰে মেম্বাৰ কৰি লওক। তেতিয়া আৰু বেছি ভালকৈ জমিব।

[ সেই অংশ আন্ধাৰ হয়। ঘোষকৰ অংশ পোহৰাই স্পট লাইট জ্বলে। দীপক আহি থিয় হয়। ]

* *

দীপক : মহাদেউৰ কাম-কাজ আগৰ দৰেই চলি থাকিলেও অধিক লাভৰ আশাত তেওঁৰ উদ্যম বেছি যেন হে লাগিল। অৱশ্যে আগৰ দৰেই হ'ল ঘৰৰ প্ৰতি অমনোযোগিতা, মাহীৰ প্ৰতি অনাদৰ। মোৰ প্ৰতি মাহীৰ মৰম কিন্তু আগতকৈ বাঢ়িহে গ'ল। হাজৰিকাৰ সান্নিধ্যৰ অভাৱ হয়তো মই কিছু পৰিমাণে পূৰণ কৰিব পাৰিছিলোঁ বুলিয়েই মাহীৰ মোৰ প্ৰতি ব্যৱহাৰ

আগতকৈ বেছি সহজ হৈ পৰিল। এদিনাখন আবেলি মোৰ কোঠালিত মই বহি আছোঁ—

[ স্পট লাইটৰ পোহৰ নাইকিয়া হয়। খন্তেক যন্ত্ৰ সংগীত বাজে। আন্ধাৰত ঠাই সলাই দীপক নিজৰ বিছনাৰ ওপৰত বহেহি। মৃণাল মাহীয়ে মেজৰ ওপৰত থকা মেগাজিন এখনৰ পাত লুটিয়ায়। ]

* *

দীপক : মাহীদেউ সেইখন পুৰণি মেগাজিন—

মৃণাল : তথাপি ছবিবোৰ চাই ভাল লাগে—

দীপক : মাহীদেউ আপুনি বাৰু মোক কিবা ক'ব খুজিছে নেকি?

মৃণাল : আচৰিত! কেনেকৈ জানিলা?

দীপক : আপোনাৰ ৰেহৰূপ চাইয়েই গম পাইছোঁ। মেগাজিন চোৱা আপোনাৰ উদ্দেশ্য নহয়, মোক কিবা সুধিবহে খুজিছে। কি সুধিব খুজিছে তাকো মই অলপ ধৰিব পাৰিছোঁ।

মৃণাল : তুমি বৰ দুষ্ট পায়। কোৱাচোন কি সুধিব খুজিছোঁ?

দীপক : নকওঁ। আপুনি সুধিব খোজা কথাটো সুধি পেলাওক সোনকালে—

মৃণাল : আজি কেই তাৰিখ দীপ?

দীপক : ১৮ তাৰিখ।

মৃণাল : হাজৰিকা যোৱা আজি এমাহ হ'ল নহয় নে?

দীপক : অঁ—যোৱা মাহৰ ১৮ তাৰিখে গৈছে।

মৃণাল : নতুন ঠাইখনলৈ গৈ তেওঁৰ বা কেনে লাগিছে?

দীপক : চাকৰি কৰা মানুহ। নতুন ঠাইত থকা অভ্যাস হৈ পৰিছে।

মৃণাল : নতুন ঠাইৰ কামত বৰ ব্যস্ত হৈ পৰিছে চাগৈ?

দীপক : তেওঁ এনেয়ে বহি থকা মানুহ নহয়, ইয়াতে দেখিছোঁ নহয়, কামত তিলমাত্ৰ ফাকি নিদিয়ে।

মৃণাল : খাটনিও নিশ্চয় বাঢ়িছে?

দীপক : নতুন কাম, ঘূৰা-পকা বেছি কৰিবলগীয়া হোৱাটো স্বাভাৱিক।

মৃণাল : আমালৈ চাগৈ পাহৰিলেই নহয়নে দীপ?

দীপক : কিয় পাহৰিব? অন্ততঃ আপোনাক হাজৰিকাই কেতিয়াও নাপাহৰে।

মৃণাল : পাহৰিছে নে নাই তাৰ প্ৰমাণ যোৱা এমাহে পাইছোঁৱেই নহয়! তোমালোক মতা মানুহবোৰে নানা কামৰ মাজত সোমাই আনৰ কথা ভাবিবলৈকে সময় নোপোৱা। তুমিও চাগৈ মেডিকেল পাছ কৰি চাকৰি লৈ আন ঠাইলৈ গুচি গ'লে আমাক পাহৰি যাবা, নহয় নে?

দীপক ঃ মইতো আপোনাক কেতিয়াও পাহৰিব নোৱাৰোঁৱেই, হাজৰিকায়ো আপোনাক নাপাহৰে।

মৃণাল ঃ সেয়েহে যোৱা এমাহে খবৰ এটাক্কে দিব পৰা নাই।

দীপক ঃ হাজৰিকাৰ কথাও আপুনি ভাবি নাচায় কিয়? দিওঁ বুলিয়েইনো চিঠি এখন টপৰাই কেনেকৈ দিয়ে? চাই থাওক হঠাতে মানুহটো নিজেই ওলাবহি।

মৃণাল ঃ সঁচাকৈয়ে আহিব নে বাৰু?

দীপক ঃ মই আপোনাতকৈ বয়সত সৰু হ'লেও একেবাৰে অবুজ হৈ থকা নাই নহয়। হাজৰিকাই যে আপোনাক অন্তৰৰপৰা মৰম আৰু শ্ৰদ্ধা কৰে সেই কথা কোনেও মোক পোনপটীয়াকৈ নক'লেও মই বেছ উপলব্ধি কৰিব পাৰিছোঁ। আৰু সেয়েহে ন-দি কৈছোঁ হাজৰিকাই আপোনাক কেতিয়াও পাহৰিব নোৱাৰে।

মৃণাল ঃ দীপ ভাই, তুমি যে ইমান ভাল! তুমি যে মোৰ মনৰ কথাবোৰ এনে সুন্দৰভাৱে বুজি পোৱা সেই কাৰণেই তোমাক মোৰ বৰ মৰম লাগে, বৰ আপোন যেন লাগে। কিন্তু মাজে মাজে মোৰ বৰ ভয় লাগে জানা দীপ—

দীপক ঃ ভয়?

মৃণাল ঃ এৰা, ভয়।

দীপক ঃ কিহৰ ভয়?

মৃণাল ঃ মই বাৰু কিবা বেয়া কাম কৰি পেলাইছোঁ নেকি?

দীপক ঃ বেয়া কাম মানে?

মৃণাল ঃ হাজৰিকাৰ লগত মোৰ এই সম্বন্ধটো—

দীপক ঃ মই একো বেয়া দেখা নাই। আনেও বেয়া দেখাৰ কোনো কাৰণ নাই। দুজন মতামানুহৰ মাজত যদি বন্ধুত্ব গঢ়ি উঠিব পাৰে তেন্তে আপোনালোকৰ মাজত বন্ধুত্ব গঢ়ি উঠা দোষণীয় কিয় হ'ব?

মৃণাল ঃ কিন্তু তেওঁৰ কথা ইমান ভাবি থকা---

দীপক ঃ বন্ধুৱে বন্ধুৰ কথা নাভাবিলে শত্ৰুৰ কথা ভাবি থাকিব নে?

মৃণাল ঃ নহয়, মানে মহাৰ প্ৰতি কিবা অবিচাৰ কৰা হৈছে নেকি বাৰু?

দীপক ঃ মই অবিচাৰ কৰা বুলি নাভাবোঁ। মহাৰ প্ৰতি দায়িত্ব পালনত আপুনিতো কোনো ত্ৰুটি কৰা নাই।

মৃণাল ঃ নাই কৰা অৱশ্যে। কিন্তু মহাদেউৰাই হাজৰিকাক আগৰ দৰে ভাল নোপোৱা হৈছিল।

দীপক ঃ মহাদেউ ব্যৱসায়ী মানুহ। ব্যৱসায়ৰ খাটিৰত মানুহক আপোন কৰি লয়, স্বাৰ্থত ব্যাঘাত জন্মিলে খন্তেকতে তেনে আপোন মানুহ পৰ হৈ যায়।

মৃণাল : মহাদেউৰাই মোৰ আৰু হাজৰিকাৰ সম্বন্ধটো ভাল চকুৰে নাচাবও পাৰে।

দীপক : মহাদেউৰ কথা নাজানো। কিন্তু মোৰ মনত আপোনালোকৰ এই সম্বন্ধ কেতিয়াও দোষণীয় হ'ব নোৱাৰে।

মৃণাল : বাৰু দীপ, তুমি যথেষ্ট ডাঙৰ হৈছা। কলেজত ছোৱালীৰ লগত পঢ়িছা। কোনোবা ছোৱালীৰ লগত তোমাৰ বন্ধুত্ব হৈছে নে বাৰু?

দীপক : সঁচা ক'ম নে?

মৃণাল : সঁচা ক'বা আকৌ, মিছা কিয় ক'বা?

দীপক : তেন্তে শুনক—

মৃণাল : কোৱা—

দীপক : মৃণাল মাহীৰ মৰমে মোক এনেকৈ আগুৰি ৰাখিছে যে মোৰ মনৰ কোঠালিত কোনো ছোৱালীয়েই সোমাবলৈ সুৰুঙা বিচাৰি পোৱা নাই।

মৃণাল : ধেৎ অকৰাটো ক'ৰবাৰ—

দীপক : কিন্তু সেইবুলি হাজৰিকাক হ'লে আপোনাৰ মনৰপৰা খেদাই নিদিওঁ দেই। আপোনাৰ মৰম আমি দুয়ো ভাগ কৰি ল'ম। হাজৰিকাৰ ভাগত বেছি পৰিলেও বেয়া নাপাওঁ। মহাদেউকো তেওঁৰ প্ৰাপ্যৰপৰা আমি বঞ্চিত কৰিব নোখোজোঁ। জানে মাহীদেউ, মানুহৰ অন্তৰত মৰমে যেতিয়া দেখা দিয়ে তেতিয়া সেই মৰম এজনক বিলোৱাৰ লগে লগে এনেকৈ বাঢ়ি যায় যে বহুতকে বিলাই দিলেও তাৰ কোনো হীন-দেঢ়ি নহয়। যিমানে বিলাব সিমানে বাঢ়িহে যাব।

মৃণাল : কিন্তু মহাদেউৰাই জানো ইমানবোৰ কথা বুজিবলৈ চেষ্টা কৰিব? ভয় লাগে যদি ভুল বুজি পেলায়।

দীপক : ভগৱানক প্ৰাৰ্থনা জনাম যেন কেতিয়াও ভুল নুবুজে।

মৃণাল : কিন্তু কি জানা, আমাৰ বিয়া হোৱা দিনৰেপৰা মই যিমানেই চেষ্টা কৰিছোঁ মহাদেউৰাৰ মনত সোমাবলৈ সিমানেই যেন কিহবাই বাধা দি মোক আঁতৰাই দিছে। মহাদেউৰ মনৰ দুৱাৰখন মোৰ বাবে যেন সদায়ে জাপ খাই থাকিল। মই যি বিচাৰোঁ তেওঁৰপৰা আজিলৈকে নাপালোঁ। তেওঁ মানুহেটোৱেই কিবা বেলেগ ধৰণৰ। মনটোৰ অস্তিত্ব যেন তেওঁ মানিব নোখোজে। দেহাটোৱেই তেওঁৰ ওচৰত আটাইতকৈ ডাঙৰ কথা। দেহাটোৰ মোহে, মই জানো তেওঁক নাযাবলগীয়া বহুত ঠাইলৈকে লৈ যায়। তথাপি মই ইমানদিনে নিৰৱে সহ্য কৰি আছোঁ—

[ হঠাতে ৰৈ যায় ]

মৃণাল : ইচ্ ৰাম ৰাম, মইনো তোমাৰ লগত এনেবোৰ কথা পাতিব লাগে নে? মই জানো তোমাৰ মাহীয়েৰা নহওঁ।

দীপক ঃ মাহী! নহয় নহয় আপুনি মোৰ মাৰ দৰে। নহয় নহয় আপুনি মোৰ বন্ধুৰ দৰে। সেয়ে আপুনি যেনেকৈ হাজৰিকাক ভাল পায় ময়ো ঠিক তেনেকৈয়ে ভাল পাওঁ। মহাদেউৰ স'তে সংসাৰ পাতি আপোনাৰ মনৰ কোনখিনিত দুখৰ চেকা পৰিছে তাকো মই উপলব্ধি কৰিব পাৰোঁ। মহাদেউৰ কথাবোৰ জানিও তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ ভাব যাতে নকমে তাৰ কাৰণে সদায়ে যত্ন কৰি আহিছোঁ আৰু আপোনাকো এই বিষয়ত সহায় কৰিবলৈ যত্ন কৰিম।

মৃণাল ঃ কিন্তু মই প্ৰথমতে তোমাক যি কথাটো ক'বলৈ আহিছিলোঁ—

দীপক ঃ মই পাহৰা নাই। আপুনি কি বিচাৰিছে, তাকো মই নজানেকৈ থকা নাই। সেয়েহে আপুনি নোকোৱাকৈয়ে আজি এই লেফাফাটো কিনি আনিছোঁ, হাজৰিকালৈ চিঠি লিখিম বুলি। মোৰ লিখানিখনিৰ তলতে আপুনিও এষাৰ লিখি দিব লাগিব দেই।

মৃণাল ঃ বাৰু বাৰু তুমি লিখাচোন।

[ সেই অংশ আন্ধাৰ হৈ যায়। ঘোষকৰ ঠাইত স্পট লাইট পৰে। দীপক থিয় হয়হি। ]

* *

দীপক ঃ হাজৰিকালৈ মই চিঠি লিখিছিলোঁ। মৃণাল মাহীয়েও লিখিছিল। হাজৰিকাৰ-পৰা উত্তৰো পাইছিলোঁ। নতুন কামত জইন কৰিয়েই ছুটী লোৱাত অসুবিধা কাৰণেই দুমাহমান পাছতহে আহিব পাৰিব বুলি লিখিছিল। ইতিমধ্যে মাহীদেউৰ আচৰিত ধৰণে দৈহিক পৰিবৰ্তনে দেখা দিছিল। তেওঁৰ স্বাস্থ্য আগতকৈ যথেষ্ট ভাল হৈছিল। দেহত অন্তঃসত্তা হোৱাৰ লক্ষণেও দেখা দিছিল। কিন্তু ল'ৰা-ছোৱালী নোহোৱা ঘৰখনত এই কথাটোৱে যি ধৰণৰ আনন্দৰ সৃষ্টি কৰিব লাগিছিল, পৰিৱেশটো তেনে ধৰণৰ আনন্দ মুখৰ হৈ উঠা নাছিল। ডাক্তৰ আহিছিল, পৰীক্ষা কৰি চাইছিল। সঠিক অভিমত নিদিলেও মাহীদেউক সন্তানসম্ভৱা বুলিয়েই সন্দেহ কৰিছিল। মহাদেউক কিন্তু আগতকৈ অলপ বেছি গহীন যেন লাগিছিল। বিকা এটা কথাই, কিবা এটা চিন্তাই, কিবা এটা সন্দেহে তেওঁৰ মনত যেন খেলিমেলিৰহে সৃষ্টি কৰিছিল দেখিলে মোৰ তেনেহে অনুমান হৈছিল। মাহীদেউ অৱশ্যে আগতকৈ বেছি ৰঙিয়াল হৈ পৰিছিল। ইমান দিনৰ পাছত সন্তানৰ মুখ দেখিবলৈ আশা পালি থকা মাকৰ মনটো আনন্দৰে ভৰি যোৱাটো স্বাভাৱিক কথা। মই মাজে মাজে ঠাট্টা কৰি কৈছিলোঁ, "মাহীদেউ আৰু বেছি দিন নাই, আমাক পাহৰিব নহয় নে?"

মাহীদেউৱে টপৰাই উত্তৰ দিছিল ভগবানে মুখ তুলি চালে আমি আটায়ে আগতকৈও আনন্দেৰে দিন কটাম বুইছা দীপ। ঠিক আঢ়ে মাহৰ মূৰকত হঠাৎ এদিন হাজৰিকা ওলালহি। তেতিয়া সন্ধ্যা লাগি ভাগিছে। মহাদেউ ঘৰত নাছিল। হাজৰিকা অহাৰ খবৰটো মাহীদেউক দি মই নিজৰ কোঠাত সোমালোঁগৈ। মাহীয়ে হাজৰিকাৰ লগ পাবলৈ উত্ৰাৱল হৈ ওলাই আহিছিল।

[ স্পট লাইট নুমাই যায। সঙ্গীতৰ সুৰ ভাহি আহে। মৃণালহঁতৰ অংশটোত পোহৰ পৰে মৃণাল আৰু হাজৰিকাই কথা পাতি থকা দেখা যায়। ]

* *

মৃণাল : খবৰ নিদিয়াকৈ হঠাতে ওলালহি দেখোন।

হাজৰিকা : বেয়া পাইছা নেকি অহাত?

মৃণাল : বেয়া পাম কিয়?

হাজৰিকা : যি হওক আশ্বস্ত হ'লোঁ।

মৃণাল : তুমি আহিবা বুলি বাটচাই ভাগৰি পৰিছিলোঁ জানা?

হাজৰিকা : হয় নেকি?

মৃণাল : কি যে মানুহ তুমি!

হাজৰিকা : কিয়?

মৃণাল : গ'লা যে গ'লাই কোনো খবৰ, বাতৰি নাই—

হাজৰিকা : চিঠি এখন দিছিলোঁ নহয়—

মৃণাল : দিছিলা হয়, মাত্ৰ দুটা লাইন। তাকো আমাৰ চিঠিৰ উত্তৰ হিচাপে। দুষাৰিৰ বেছি লিখিলে কলমৰ চিয়াহী বেছি খৰচ হ'ল হয় হ'বলা? এইবাৰ এটা সুলেখাৰ বটল কিনি দিম, লৈ যাবা।

হাজৰিকা : বেছ দিবা।

মৃণাল : কি আচৰিত কথা জানা? কালি নিশা তোমাক সপোনত দেখিছিলোঁ।

হাজৰিকা : সপোনত দেখা মানুহটোৱে এতিয়া দিঠকত দেখা দিলেহি। অ' মোক দেখোন বহিবলৈকে কোৱা নাই?

মৃণাল : ইচ্ তুমি যে কি—বহিবলৈ ক'ব লাগে নেকি? এই কেইদিনতে পৰ হৈ গ'লা নে যে বহিবলৈ ক'লেহে বহিবা।

হাজৰিকা : বহিছোঁ, বহিছোঁ বাৰু। পিছে বৰুৱা ঘৰত নাই নেকি?

মৃণাল : তোমাৰ বৰুৱা এইখিনি সময়ত ঘৰত থাকে নে? তেওঁ ক্লাবলৈ গৈছে। চাহ খাবা?

হাজৰিকা : নাখাওঁ, খাই আহিছোঁ।
মৃণাল : ক'ত খালা?
হাজৰিকা : আমাৰ কোম্প্যানীৰ অফিছতে—
মৃণাল : যাবা কেতিয়া?
হাজৰিকা : কাইলৈ পুৱা।
মৃণাল : ইমান সোনকালে কিয়?
হাজৰিকা : কামৰ হেঁচা বৰ বেছি। ছেগ পাই নিশাটোৰ বাবে আহিলোঁ, কেৱল তোমাক চাবলৈকে।
মৃণাল : হয় নেকি? তেন্তে ফৰমেলভাৱে অন্ততঃ ধন্যবাদ এটা তোমাৰ প্ৰাপ্য।
হাজৰিকা : সেই ধন্যবাদটো জমা থাওক।
মৃণাল : নিশাটো থাকিবা ক'ত?
হাজৰিকা : আমাৰ কোম্প্যানীৰ গেষ্ট হাউচত।
মৃণাল : থকা মেলাৰ ভাল সুবিধা আছে নে?
হাজৰিকা : আছে—সুন্দৰ সুবিধা আছে। ডানল'পিলো, এটাচ্‌ড্‌ বাথৰুম—সকলো টিপ্‌টপ্‌—
মৃণাল : টিপ্‌টপ্‌ হ'লেও নিশা কিন্তু তাত খাব নোৱৰা ; ইয়াতে খাই যাব লাগিব।
হাজৰিকা : নিশ্চয় খাম। গেষ্ট হাউচৰ ৰান্ধনিতকৈ তুমি ৰন্ধা আঞ্জা যে বেছি জুতি লগা সেই কথা মই জানো। খোৱাৰ সময়ত বৰুৱাক লগ পালেই হয়। তুমি ৰন্ধা-বঢ়া কৰা, মই অলপ ঘূৰিয়েই আহোঁ। ডেৰ ঘণ্টা মানৰ পাছত আহিম।
মৃণাল : দিনতে ৰান্ধি থৈছোঁ। এতিয়া ভাতখিনি বহাই আঞ্জা তপতাই দিলেই হ'ব। প্ৰেচাৰকুকাৰত ভাতখিনি হওঁতে দহ মিনিটো নালাগে। বহাচোন বহা, কিমান যে কথা পাতিবলৈ আছে তোমাৰ লগত।
হাজৰিকা : তোমাৰ স্বাস্থ্য আগতকৈ বহুত ভাল দেখিছোঁ। কিবা ভাল খবৰ-চবৰ দিবা নেকি?
মৃণাল : ভাল খবৰ মানে?
হাজৰিকা : মানে উৰুঙা ঘৰখনলৈ নতুন আলহী অহাৰ কিবা আগজাননী পাইছা যেন লাগিছে।
মৃণাল : কিনো কৈছা মই বুজিকে পোৱা নাই। পোনপটীয়াকৈ কোৱা।
হাজৰিকা : বুজিছা ঠিকেই। বুজিও নুবুজাৰ ভাও ধৰিলে মই কি কৰিম? মোৰ আগত লাজ কিহৰ? কোৱা কিবা হৈছে-তৈছে যদি। বৰুৱাৰ সদায়ে সেই এটা দুখ আছিলেই। এতিয়া চাগে দুখ বহুত পাতলিছে নহয় নে?
মৃণাল : পাতলিলে আৰু ইমান সময় ক্লাবত বহি থাকে নে?

হাজৰিকা ঃ ডাক্তৰক দেখুৱাইছা নে নাই?
মৃণাল ঃ আহিছে, চাইছে, একো সঠিককৈ কোৱা নাই এতিয়াও। কিবা যদি হয়, দেখিবলৈ কিন্তু ঠিক তোমাৰ দৰেই হ'ব।
হাজৰিকা ঃ কিয়?
মৃণাল ঃ তুমি যোৱাৰ পাছৰপৰা যদি তোমাৰ কথা এক মুহূৰ্তও পাহৰি থাকিব পাৰিলোঁহেঁতেন! মানুহে কোৱা শুনিছোঁ এই সময়ত যাৰ কথা বেছিকৈ ভাবে সন্তানৰ চেহেৰা হেনো তেওঁৰ দৰেই হয়।
হাজৰিকা ঃ সেয়ে এই সময়ত মোৰ কথা বেছিকৈ নাভাবি বৰুৱাৰ কথাহে ভাবা উচিত। ভাবি সন্তানৰ দেউতাক হিচাপে এইখিনি তেওঁৰ প্ৰাপ্য।
মৃণাল ঃ কেই বাজিল?
[ হাজৰিকাই ঘড়ী চায় ]
হাজৰিকা ঃ ন বাজিবৰ হৈছে।
মৃণাল ঃ বহুত পলমেই হ'ল—তোমাক আৰু দীপকক খাবলৈ দিয়েই দিওঁ।
হাজৰিকা ঃ বৰুৱালৈ অলপ ৰ'লে বেয়া নহয় চাগৈ।
মৃণাল ঃ তেখেত এতিয়া নাহে। তোমালোকে খাই লোৱা। আহি পালে খোৱাৰ পাছতো লগ পাবা, যদি অৱশ্যে তোমাৰ ভাগ্যত থাকে। মই ভাতখিনি বান্ধোঁ মানে দীপকৰ লগতে কথা পাতাগৈ।
হাজৰিকা ঃ সি ক'ত আছে?
মৃণাল ঃ তাৰ কোঠাটোতে আছে।
[ মৃণাল ভিতৰলৈ সোমাই যায়। হাজৰিকাই 'দীপক' বুলি চিঞৰি মাতে। দীপকেও তাৰ কোঠাটোৰ ফালৰপৰা "গৈছোঁ ককাইদেউ" বুলি সঁহাৰি দি ওলাই আহে। হাজৰিকাই দীপকক সাৱটি মাৰি ধৰে। এই আলিঙ্গন যেন গভীৰ মৰম আৰু সহৃদয়তাব্যঞ্জক হয়। লগে লগে মঞ্চ আন্ধাৰ হৈ যায়। আৰু সেই আন্ধাৰত দুয়ো আঁতৰি যায়। খন্তেক সময় অতিবাহিত হোৱা বুজাবলৈ যন্ত্ৰ সংগীত বাজে। পুনৰ পোহৰ হ'লত দেখা যায় খোৱা মেজ থকা ওখ ভেটিটোৰপৰা হাজৰিকা আৰু দীপক নামি আহিছে। বুজা যায় দীপক আৰু হাজৰিকাৰ খোৱা হ'ল। খোৱা মেজৰ সমুখত হাজৰিকা আৰু দীপক। দাঁতিত মৃণাল ]

* *

দীপক ঃ ককাইদেউ যাব কেতিয়া?
হাজৰিকা ঃ কাইলৈকে পুৱা যাম বুলি ভাবিছোঁ, সিফালে দেখাৰ কাম পৰি আছে!
দীপক ঃ চিঠি-পত্ৰ দিব। নহ'লে মাহীদেউৰ হ'লে বৰ খং উঠে।

মৃণাল : ক'তনো দেখিলা খং উঠাটো?

হাজৰিকা : মোৰ চিঠিলৈ বাট নাচাবা। মোৰ নানা লেঠা। তদুপৰি চিঠি দিয়াৰ অভ্যাসো নাই। দীপক ভাই তুমি তোমাৰ খবৰ-বাতাৰ দি থাকিবা। বিশেষকৈ মাহীয়েৰাৰ—

মৃণাল : অ' তেওঁৰ সময় নাই আৰু আমি চিঠি দি থাকিব লাগে।

দীপক : সেয়া দেখিছে ককাইদেউ, খং হেনো নুঠে। আপুনি কোনো চিন্তা নকৰিব। মই চিঠি দি থাকিম। আকোনালোকে কথা পাতক মই যাওঁ।

হাজৰিকা : যোৱা ভাইটি।

[ দীপক নিজৰ কোঠালৈ যায়। হাজৰিকা আৰু মৃণাল নামি আহে। খোৱা মেজ থকা অংশৰ পোহৰ নাইকিয়া হয় আৰু মৃণালহঁতৰ কোঠাৰ সমুখৰ অংশত পোহৰ পৰে। মৃণাল আৰু হাজৰিকা সেই অংশ পায়হি। ]

* *

হাজৰিকা : বৰুৱা দেখোন আহি নাপালেই। আহিলে ক'বা মোৰ কথা। কাইলৈ পুৱাই যাম যেতিয়া লগ পোৱাৰ আশাও নাই।

মৃণাল : অলপ পৰ বহি নোযোৱা কিয়? কিজানিবা আহি পায়েই।

[ হাজৰিকাই ঘড়ীটো চায় ]

হাজৰিকা : চাৰে দহটা বাজেই। যাওঁ আৰু। আকৌ আহিলে তেওঁক লগ ধৰিম।

মৃণাল : আকৌ কেতিয়াকৈ আহিবা?

হাজৰিকা : সময় উলিয়াব পাৰিলে অহা মাহতে হয়তো আহিম।

মৃণাল : অহা মাহত আহিবলৈ যেনে তেনে চেষ্টা কৰিবা দেই।

হাজৰিকা : চেষ্টা নিশ্চয় কৰিম। কিন্তু কথা দিব নোৱাৰিম। যদি অহা মাহত আহিব নোৱাৰোঁ তেন্তে একেবাৰে কংগ্ৰেচুলেশ্যন দিবলৈকে আহিম।

মৃণাল : অহা মাহতে আহিব লাগিব কিন্তু। মই হ'লে বাট চাই থাকিম।

হাজৰিকা : নিশ্চয় চেষ্টা কৰিম। এতিয়া আহোঁ দেই।

[ হাজৰিকা ওলাই যায়। লগে লগে মৃণালো ওলাই যায়। এখন জীপ গাড়ী ষ্টাৰ্ট কৰা আৰু যোৱাৰ শব্দ শুনা যায়। সেইখিনি সময়ত দীপক নিজৰ কোঠাৰপৰা ওলাই হাজৰিকা যোৱাৰ ফালে চাই পুনৰ উভতি নিজৰ কোঠাত সোমায়গৈ। দীপকৰ কোঠাটোৰ অংশ অবশ্যে আন্ধাৰ হৈয়ে থাকে। জীপ যোৱা শব্দ নাইকিয়া হ'লত আগন্তুক পৰিৱেশৰ লগত বজিতা খোৱা আৰু আগন্তুক পৰিস্থিতিৰ ইঙ্গিত দিয়া সংগীতৰ সুৰ শুনা যায়। মৃণাল সোমাই আহি নিজৰ কোঠাৰ ভিতৰলৈ যাব খোজোঁতেই

ভবেশ বৰুৱা মঞ্চত প্ৰৱেশ কৰে। তেওঁক যথেষ্ট উত্তেজিত যেন লাগে। কৰ্কশভাৱে "মৃণাল" বুলি মাতে। মৃণাল বৈ উভতি এখোজ আগবাঢ়ি আহে। ]

* *

মৃণাল : অ' আপুনি—আজি দেখোন বৰ সোনকালে আহিল?

ভবেশ : কিয় অসুবিধা হ'ল নেকি?

মৃণাল : অসুবিধা? অসুবিধা কিয় হ'ব? আচৰিত হে হৈছোঁ। আৰু অলপ আগতে অহা হ'লে হাজৰিকাক লগেই পালেহেঁতেন।

ভবেশ : অ'—সেইখন তেন্তে হাজৰিকাৰে জীপ। মোৰ ভুল হোৱা নাই।

মৃণাল : আপোনাক লগ পাবলৈ বহুত পৰ বহিল। মই ভাতকে খুৱাই পঠালোঁ।

ভবেশ : ভাত যেতিয়া খুৱালা, শোৱাৰ যোগাৰো কৰি দিব পাৰিলা হয় ইয়াতে।

মৃণাল : হাজৰিকা ইয়াত থাকিব কিয়? তেওঁলোকৰ কোম্প্যানীৰ গেষ্ট হাউচত আছে।

ভবেশ : বহুত দিনৰ মূৰকত আহিছে—

মৃণাল : আমাৰ ঘৰত থাকিবলৈনো ঠাই ক'ত?

[ ভৱেশ ইতিমধ্যে কিছু পৰিমাণে অসংযত হৈ পৰে। ]

ভবেশ : কিয় মোৰ, মানে আমাৰ বিছনাখনতে—

মৃণাল : কিনো আজে বাজে কথাবোৰ কৈছে?

ভবেশ : আজে বাজে নহয়, ঠিকেই কৈছোঁ। মোৰনো কি? মই ক্লাবতে নাইবা আন কোনোবা ঠাইত নিশাটো কটাই দিলোঁ হয়।

[ ভবেশ বৰুৱাই ইতিকিঙৰ সুৰত কথাখিনি ক'লেও তেওঁ উত্তেজিত হোৱাৰ যে কিবা এটা কাৰণ আছে তাৰ উমান দৰ্শকে পালে ভাল হয়। সেয়ে ভবেশৰ অভিনয় মদ খাই মাতাল হোৱা মানুহৰ দৰে যে নহয়। ভুল হওক শুদ্ধ হওক তেওঁৰ মনত যে অবিশ্বাসৰ ভাব এটাই থিত লৈছে, সেইটো যেন দৰ্শকে অনুভৱ কৰিব পাৰে। সেয়ে হ'লে দৃশ্যটোৰ গাম্ভীৰ্য আৰু ভয়াবহতা বজাই থাকিব। ]

মৃণাল : আজি নিচা ভালকৈয়ে ধৰিছে দেখিছোঁ। আহক হাত-মুখ ধুই ভাত খাওকহি।

ভবেশ : নিচা মোৰ ইমান সহজে নধৰে মৃণাল। মই যি কৈছোঁ ঠিকেই কৈছোঁ। তোমাৰ মনৰ কথা—

মৃণাল : আহক হৈছে আৰু ; ভাত খাওকহি।

ভবেশ : ভাত আজি নাখাওঁ—

মৃণাল : কিয়?
ভবেশ : খাই আহিছোঁ।
মৃণাল : খাই আহিছে? ক'ত খালে?
ভবেশ : ক্লাবতে খাই আহিছোঁ।
মৃণাল : তেন্তে শোৱকহি আহক।
ভবেশ : শোৱাৰ ইচ্ছাও মোৰ নাই।
মৃণাল : আকৌ ওলাই যাব নেকি?
ভবেশ : যাবও পাৰোঁ, যদি ইচ্ছা যায়—
মৃণাল : মোৰ এনে অৱস্থাত—
ভবেশ : তোমাৰ এনে অৱস্থাত? এনে অৱস্থাত—হুঃ
মৃণাল : মোৰ কথা আপুনি অলপ ভাবা উচিত।
ভবেশ : ভাবা উচিত, এৰা ভাবা উচিত হাঃ হাঃ হাঃ
মৃণাল : তেনেকৈ হাঁহিছে কিয়?
ভবেশ : এই মুহূৰ্তত মোৰ কৰ্তব্য কি তাক সোঁৱৰাই দিয়াৰ কাৰণে হাঁহি উঠিছে। কি কৈছিলা, ভাবা উচিত। এৰা, ভাবা উচিত—
মৃণাল : নিশ্চয় ভাবা উচিত—
ভবেশ : ভাবিছোঁ, আৰু ভাবিয়েই আছোঁ। তোমাৰ কাৰণেও আৰু—
মৃণাল : মোৰ কাৰণে ভাবিলে আপুনি এনে ব্যৱহাৰ নকৰিলে হয়। মোৰ কাৰণে ভাবিব নালাগে বাৰু!
ভবেশ : অ' হয়, তোমাৰ কাৰণে ভাবিবলৈ বহুত মানুহ আছে—মোৰ ভুলেই হৈছিল—
মৃণাল : আপুনি বাৰু আজি এই ধৰণে কিয় কথাবোৰ কৈছে? মই নিজৰ কথা মুঠেই ক'ব খোজা নাই। আপোনাৰ সন্তানৰ মঙ্গলৰ বাবেই আপুনি এইদৰে নক'ব।
ভবেশ : মোৰ সন্তান হাঃ হাঃ হাঃ! মোৰ সন্তানৰ মঙ্গল? সেইটো যে মোৰেই সন্তান তাৰ কি প্ৰমাণ আছে?
মৃণাল : আপুনি মোৰ স্বামী।
ভবেশ : স্বামীয়েই যদি সদায়ে সন্তানৰ বাপেক হ'লহেঁতেন—
মৃণাল : আপোনাৰ কি হৈছে? অনাহকতে কি এইবোৰ—
ভবেশ : নকলোঁ হয় যদি তোমাৰ আৰু মোৰ মাজত কুগ্ৰহৰ দৰে পাষণ্ড হাজৰিকা আহি নোলালহেঁতেন—
মৃণাল : হাজৰিকাক মই আমাৰ ঘৰলৈ মাতি অনা নাছিলোঁ। আপুনিহে আদৰ সাদৰ কৰি মাতিছিল আপোনাৰ নিজৰ স্বাৰ্থ পূৰণৰ উদ্দেশ্যে।

ভবেশ : মই মাজি আনিছিলোঁ হয়—

মৃণাল : মই দেখোন প্ৰথমতে ওলাবকে খোজা নাছিলোঁ আপুনিহে জোৰ কৰিলে।

ভবেশ : মই মাতি আনিছিলোঁ ঠিক, আৰু ময়ে যে তোমাৰ সৈতে তেওঁৰ চিনাকি কৰি দিছিলোঁ সিও ঠিক। কিন্তু লাই পালে সিয়ে কুকুৰৰ দৰে ডিঙিলৈকে জঁপিয়াব সেই কথা মই আগতে জানিম কেনেকৈ?

মৃণাল : হাজৰিকাৰ কি দোষ?

ভবেশ : নাই নাই, হাজৰিকাৰ কোনো দোষ নাই। হাজৰিকা বৰ ভাল মানুহ। ধুনীয়া ডেকা ল'ৰা। সৎ চৰিত্ৰৱান, যিকোনো ছোৱালীৰ, বিশেষকৈ তোমাৰ দৰে তিৰোতাৰ মন মুহিব পাৰা ডেকা ল'ৰা।

[ ভবেশে ঠাট্টাৰ সুৰত কয় ]

মৃণাল : আপোনাৰ মুখত এনেবোৰ কথাই শোভা নাপায়। মই ভবা নাছিলোঁ যে আপুনি—

ভবেশ : ময়ো আশা কৰা নাছিলোঁ, কল্পনা কৰা নাছিলোঁ—

মৃণাল : কি আশা কৰা নাছিল? কি কল্পনা কৰা নাছিল?

ভবেশ : আজি মই ক্লাবলৈ যোৱা নাছিলোঁ। গৈছিলোঁ ডাক্তৰৰ তালৈ।

মৃণাল : কিয?

ভবেশ : তুমি অন্তঃসত্তা হোৱা দিনৰেপৰা মোৰ মনত এটা সন্দেহ উপজিছিল।

মৃণাল : সন্দেহ?

[ সংগীতৰ মৃদু কম্পন ]

ভবেশ : এৰা সন্দেহ। আৰু সেই সন্দেহ অমূলক হয় নে নহয় তাকে পৰীক্ষা কৰিবলৈ আজি কেবাদিনো ডাক্তৰৰ তালৈ গৈ আছিলোঁ। আজি গৈছিলোঁ ৰিজাল্ট আনিবলৈ—

মৃণাল : ডাক্তৰে কি ক'লে?

ভবেশ : ডাক্তৰে ক'লে মোৰ সন্দেহ অমূলক নহয়।

মৃণাল : তাৰ মানে?

ভবেশ : মানে অতি স্পষ্ট। সন্তান জন্ম দিয়া মোৰ যি অক্ষমতা আছিল সেই অক্ষমতা এতিয়াও দূৰ হোৱা নাই।

মৃণাল : মিছা মিছা, এই কথা মই কেতিয়াও বিশ্বাস নকৰোঁ। আপুনি আন ডাক্তৰক দেখুৱাওক। মই যি সন্তানৰ মা হ'বলৈ ওলাইছোঁ সেই সন্তানৰ পিতৃ আপোনাৰ বাহিৰে আন কোনো নহয়।

ভবেশ : কিয়? মিষ্টাৰ হাজৰিকা?

[ এই কথাই মৃণালৰ মনত তীব্ৰ আঘাত কৰে। তেওঁৰ সৰ্বশৰীৰ যেন কঁপি উঠে। সংগীতৰ ঝংকাৰে তাৰে সঁহাৰি দিয়ে। ]

মৃণাল : উস্ ভগৱান! এনে কথাও আপুনি কল্পনা কৰিব পাৰিলে নে? হাজৰিকাৰ স'তে মোৰ এটা সহজ সম্বন্ধ গঢ়ি উঠিছিল বুলিয়েই—নাই নাই অসম্ভৱ। ভগৱানৰ নামত শপত খাই কৈছোঁ, আপোনাৰ ধাৰণা সম্পূৰ্ণ ভুল।

ভবেশ : মোৰ আগত ভগৱানৰ নাম উচ্চাৰণ নকৰিবা। তোমাৰ মুখত ভগৱানৰ নাম মই শুনিব নোখোজোঁ। আৰু মই যে কেতিয়াবা তোমাৰ দৰে, এজনীক বিয়া কৰাইছিলোঁ সেই কথাও পাহৰি যাব খোজোঁ।

[ ভবেশে উগ্ৰমূৰ্তি ধৰি মৃণালৰ ফালে আগবাঢ়ি যায়। মৃণালে ভয়ত পাছুৱাই যায়। পোহৰ কাষৰ অঞ্চলৰপৰা নাইকিয়া হৈ মঞ্চৰ সোঁমাজত পৰে। সেই পোহৰৰ তললৈ মৃণাল পাছুৱাই আহি বৈ যায়। আৱহত ভয় ভাব উদ্রেক কৰা সংগীত বাজি উঠে। ]

মৃণাল : আপুনি কি কৰিব খুজিছে?

ভবেশ : কি কৰিব খুজিছোঁ, মই নিজেই হয়তো নাজানো। তোমাৰ ব্যৱহাৰে মোক পশুত পৰিণত কৰিলে। এই মুহূৰ্তত মই মাথোঁ দেখা পাইছোঁ তোমাৰ কপালত সেই সেন্দুৰৰ ফোটটো—আৰু শিৰত সাপৰ দৰে সেন্দুৰৰ সেই আঁচডাল।

মৃণাল : আপুনি শান্ত হওক। মিছাকৈয়ে মোক ভুল নুবুজিব। মই কোনো পাপ কৰা নাই। আপোনাৰ প্ৰতি বিশ্বাসঘাতকতা কৰা নাই, মই পত্নীত্বৰ দায়িত্ব মুহূৰ্তৰ কাৰণেও পাহৰি যোৱা নাই। মোক বিশ্বাস কৰক।

ভবেশ : তোমাৰে মোৰে যে কেতিয়াবা বিয়া হৈছিল তাৰ প্ৰমাণ তোমাৰ কপালৰ সেই ফোটটো মই আজি মচি দিম।

[ ভবেশে মৃণালৰ দিঙিত ধৰি মূৰটো আগৱাই আনি কপালৰ সেন্দুৰ মচি দিয়ে। পোহৰ হঠাতে কমি যায়। সংগীতত তীব্ৰ ঝংকাৰ বাজি উঠে। ভবেশ যেন উদ্‌ভ্ৰান্ত হৈ পৰিছে। তেওঁৰ যেন হিতাহিত জ্ঞান লোপ পাইছে। মৃণালে তেওঁৰ কবলৰপৰা নিজকে মুক্ত কৰিবলৈ চেষ্টা কৰে। ]

মৃণাল : আপুনি মোক এৰি দিয়ক, কাবৌ কৰিছোঁ এৰি দিয়ক—

ভবেশ : এৰি দিম হাঃ হাঃ হাঃ!

মৃণাল : আপোনাৰ সন্তানৰ কথা ভাবি আপুনি স্থিৰ হওক— কাবৌ কৰিছোঁ, স্থিৰ হওক।

ভবেশ : মই স্থিৰ হ'ম! মোৰ সন্তান? মোৰ সন্তান? হাঃ হাঃ হাঃ। এয়া তোমাৰ ডিঙিৰ নেকলেচডাল আমাৰ ঘৰৰপৰা জোৰোণত দিয়া এইডাল এইডাল—

[ পোহৰ আৰু কমি যায়। ভবেশে কি কৰিছে দৰ্শকে অস্পষ্টভাৱেহে

দেখা পায়। দৰ্শকে দেখে ভবেশে মৃণালৰ ডিঙিত যেন হাত দুখনেৰে ধৰিব খুজিছে। মৃণালে ভয়তে চিঞৰ মাৰি দিয়ে। দীপকেও মহাদেউ বুলি ভীষণ জোৰে চিঞৰি সোমাই আহে। সংগীত শীৰ্ষবিন্দু পায়। সংগীতৰ শব্দ আৰু পোহৰ তৎক্ষণাৎ নাইকিয়া হৈ যায়। লাহে লাহে বাঁওফালৰ ঘোষকৰ ঠাইত স্পট জ্বলি উঠে আৰু সংগীতৰ কৰুণ সুৰ ভাহি আহে। দীপক আহি প্ৰথমৰ দৰে নিৰ্দিষ্ট ঠাইত থিয় হয়হি। ]

• •

দীপক ঃ পাছদিনা পুৱা মৃণাল মাহীৰ দেহাটোক ডিঙিত ফাঁচ লাগি বাথৰুমত ওলমি থকা পোৱা গ'ল। সকলোৱে জানিলে মৃণাল মাহীয়ে আত্মহত্যা কৰিছে। মহাদেৱে পুলিচক খবৰ দি দিলে। পুলিচ আহিছিল। শটো পোষ্ট পৰ্টেমৰ কাৰণে লৈ গৈছিল। পেটৰ সন্তানৰ সন্ধান বিচাৰি পোষ্ট মৰ্টেম কৰা ডাক্তৰে মাহীদেউৰ ইউটেৰাচত সন্তানৰ ফিটাচৰ অৱস্থিতিৰ কোনো সন্ধান নাপালে। মোৰ ছাট কৰে মনত পৰি গৈছিল মেডিকেল জাৰ্ণেল এখনত পঢ়া, মনস্তাত্বিক বেমাৰ এটাৰ কথা। বেমাৰটোৰ ডাক্তৰি নাম হ'ল "চিওডোচায়েচিচ্" (Pseudocyesis) । হাজৰিকাৰ প্ৰতি গঢ়ি উঠা অনুৰাগ আৰু সন্তানৰ কামনা দুয়ো লগ লাগি মহাদেউ সন্তান জন্ম দিয়াৰ বাবে অক্ষম হোৱা সত্বেও মাহীদেউৰ শৰীৰত অন্তঃসত্ত্বা হোৱাৰ সকলো লক্ষণে হয়তো মনস্তাত্বিক কাৰণতে দেখা দিছিল। শ্মশানত মাহীদেউৰ চিতাত দপ্দপাই জ্বলি উঠা জুইকুৰাৰ ফালে চাই চাই মোৰ মনলৈ এই ভাবটোৱেই বাৰে বাৰে আহিছিল যে মাহীদেৱে চাগৈ আত্মহত্যা কৰা নাই। ভুল বুজি আৰু ভুল সন্দেহ কৰি মহাদেৱে কিজানি মাহীদেউক হত্যা কৰিলে। সেইদিনা চিতাৰ জুইৰ উত্তাপেও মোৰ চকুৰে নিগৰি ওলোৱা চকুপানী শুকুৱাব পৰা নাছিল। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিলোঁ পৰজনমত মোৰ অতি মৰমৰ মৃণাল মাহীয়ে যেন শান্তি পায়।

[ কৰুণ সংগীত শীৰ্ষবিন্দু পায়। লগে লগে মঞ্চ আন্ধাৰ হয়। নামি আহে নাটকৰ অন্তিম যৱনিকা। ]

• •

# ধৰালৈ যিদিনা নামিব সৰগ

পাত্ৰ-পাত্ৰী ঃ

প্ৰদীপ, সুৰেশ, তপন, আঘোণা, অনিল, পৰাগ, উত্তম, শিখা, মিনা

# ধৰালৈ যিদিনা নামিব সৰগ

[ নৈৰ পাৰ। পানীৰ কুলুকুলু শব্দ। বাঁহীত এটি সুৰ ভাহি আহে। ]

শিখা : নৈৰ পাৰৰ এই শিলচটাত বহি বৰ ভাল লাগে নহয়নে?

প্ৰদীপ : হু? অঁ।

শিখা : অস্ত যোৱা সূৰুযৰ বেঙণিবোৰ সৰু সৰু ঢৌবোৰত পৰি কেনেকৈ তিৰবিৰাই উঠিছে।

প্ৰদীপ : অঁ।

শিখা : আৰে কি ভাবিছা? ইমান গহীন কিয়, কি হ'ল প্ৰদীপ?

প্ৰদীপ : সিদিনা তোমাৰ মোমাইদেউৰাৰ আগতো চুপতিখন কৰিব পোৱানে বাৰু শিখা?

শিখা : মোমাইদেৱে আমাৰ কথা জানেই।

প্ৰদীপ : দেউতাৰাৰ আগত যদি এইবোৰ কথা কৈ দিয়ে।

শিখা : কেতিয়াও নকয়।

প্ৰদীপ : ইহ্ তোমাৰ মুখলৈ চাইহে নক'ব।

শিখা : ক'লেইবা , দুদিন পাছতো ক'বই লাগিব।

প্ৰদীপ : সেইটো অৱশ্যে সঁচা। তথাপি দেখোন তোমাৰ দেউতাৰালৈ মোৰ বৰ ভয় লাগে। দেউতাৰাই জানো মত দিব?

শিখা : নিদিবই বা কেলেই? আমিতো একো অন্যায় কাম কৰিবলৈ যোৱা নাই।

প্ৰদীপ : মোৰ মনত হ'লে সদায়ে সন্দেহ জাগে। কিজানিবা দেউতাৰাই মত নিদিয়েই।

শিখা : দেউতাই মোক বৰ মৰম কৰে। আজিলৈকে কোনো কামতে মোক বাধা দিয়া নাই।

প্ৰদীপ : কিন্তু কোনো কোনো বিষয়ত দেউতাৰাই নিজৰ মত নসলাবও পাৰে। অন্ততঃ এনেবোৰ বিষয়ত।

শিখা : থোৱা ; সেইবোৰ চিন্তা কৰিবৰ সময় এতিয়াও হোৱা নাই। ছাঁটোতে বাঘটো দেখিলে জানো কিবা লাভ হ'ব।

প্রদীপ : কিয় ক'ব নোৱাৰোঁ শিখা, এনেবোৰ ভাব দেখোন মনৰপৰা মই জোৰ কৰিও আঁতৰ কৰিব নোৱাৰোঁ। বাৰু শিখা আমাৰ ইমান সুখ জানো বিধাতাৰ সহ্য হ'ব?

শিখা : বিধাতা আমাৰ প্ৰতি কেতিয়াও নিষ্ঠুৰ নহয়।

প্রদীপ : কালি ৰাতি মই এটা বেয়া সপোন দেখিছিলোঁ। সপোন ফলিয়াইনে শিখা?

শিখা : আমি কত দেখো। এটাও নফলিয়াই। কেদিনমানৰ আগতে এনে এটা মজাৰ সপোন দেখিছিলো। আধাতে সাৰ পাই গ'লোঁ।

প্রদীপ : কি সপোন নো?

শিখা : তোমাৰটো আগেয়ে কোৱা।

প্রদীপ : থাক নালাগে। বৰ বেয়া সপোন।

শিখা : বেয়া সপোনবোৰহে আকৌ বেছিকৈ ক'ব লাগে।

প্রদীপ : কিয়?

শিখা : ক'লে হেনো নফলিয়াই।

প্রদীপ : তেন্তে শুনা ; তুমি আৰু মই বহু দূৰলৈ ফুৰিবলৈ গৈছোঁ। বাটত বৰ নিৰ্জন ঠাই এডোখৰ পালোঁ। কোনো নাই। মাথোঁ মই আৰু তুমি।

শিখা : মাথোঁ তুমি আৰু মই। কেনে মজাৰ! তাৰ পিছত?

প্রদীপ : হঠাৎ যেন কিবা হ'ল। ওচৰত চাওঁ তুমি নাই। তাৰ পাছত মোৰ টোপনি ভাগি গ'ল।

শিখা : এই অমঙ্গলীয়া কথাবোৰ মনলৈ নানিবা দেও।

প্রদীপ : শিখা, কেতিয়াবা যদি মোৰপৰা তুমি আঁতৰি যাব লগা হয়?

শিখা : কিবোৰ কথা যে কোৱা—

প্রদীপ : আজিকেদিন মানৰপৰা কিয় ক'ব নোৱাৰোঁ এই ভাবটো বৰ মনলৈ আহিছে।

শিখা : বাৰু প্ৰদীপ মোৰ মৰমত তোমাৰ ইমান খিনিও বিশ্বাস নাইনে?

প্রদীপ : তেনে কথা কিয় কৈছা শিখা? তোমাৰ চেনেহতনো মই কেতিয়া বিশ্বাস হেৰুৱাইছোঁ।

শিখা : তেন্তে এনেবোৰ ভাব তোমাৰ মনলৈ আহিছে কেলেই?

প্রদীপ : মই তোমাৰ আপোনতকৈও আপোন বুলি জানো শিখা। আৰু ইয়াকো জানো যে নিজ ইচ্ছাৰে তুমি কেতিয়াও মোৰপৰা আঁতৰি নোযোৱা। তথাপি অৱস্থাৰ চাকনৈয়াত কাৰ জীৱন কোনফালে ঢাল লয় সেই কথা কোনে ক'ব পাৰে শিখা?

শিখা : তুমি চাগৈ আমাক বৰ দুৰ্বল বুলি ভাবা নহয়নে?

প্রদীপ : মই নাভাবিলেও আনে হয়তো ভাবে।

শিখা ঃ সেই আনবোৰৰ ভিতৰত তুমিও যে এজন তাৰ যথেষ্ট পৰিচয় দিছা। তোমালোকে হয়তো ভাবা অৱস্থাৰ ওচৰত নিজৰ বিবেক, বুদ্ধি সকলোকে সমৰ্পণ কৰি সেই ঢলতে নিজক উটাই দিয়াটোৱেই আমাৰ স্বভাৱ। প্ৰতিকূল অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ আমাৰো যে শকতি থাকিব পাৰে তাক বিশ্বাস কৰিবলৈ টান পোৱা নহয়নে?

প্ৰদীপ ঃ অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ যি ফেৰা কঠোৰতাৰ আৱশ্যক তোমালোকৰ নাৰী সুলভ কোমলতাত তাৰ অভাৱ জানো হ'ব নোৱাৰে?

শিখা ঃ মই সিমানদূৰ ভাবিব নোৱাৰোঁ। কিন্তু এইখিনি ডাঠি ক'ব পাৰোঁ যে তোমালোকে যদি ভাবা মৰমটো আমাৰ অন্তৰত লুকাই থকা কোমলতাৰে এটা প্ৰতীক, অৱস্থাৰ হেঁচাত সহজতে মৰহি যাব পাৰে তেন্তে নিশ্চয়ই তোমালোকে ভুল ভাবা।

প্ৰদীপ ঃ সকলো যুগতে সকলো মানুহে সেইদৰে ভাবি অহা নাই জানো?

শিখা ঃ তেওঁলোকে ভুল ভাবিছে। কাৰণ মৰমটো তোমালোকৰ বহু প্ৰবৃত্তিৰ হয়তো এটা হ'ব পাৰে। কিন্তু আমাৰ জীৱনৰ সৈতে ইয়াৰ ছিঙিব নোৱাৰা সম্বন্ধ।

প্ৰদীপ ঃ বাৰু এইবোৰ কথা এতিয়া থক। ব'লা ঘৰলৈকে যাওঁ। সন্ধ্যা লগাৰ বহু বেলি হ'ল।

শিখা ঃ ব'লা।

(আলিবাটৰ পৰিৱেশ। এখন মটৰ হৰ্ণ বজায় পাৰ হৈ যায়। প্ৰদীপ, শিখা যায়। সুৰেশহঁত কথা পাতি পাতি আহে।)

তপন ঃ সুৰেশ কিবা গম ধৰিব পাৰিলানে?

সুৰেশ ঃ কিহৰ কথা কৈছা?

তপন ঃ হেৰা, তুমি আকাশৰ পিনে চাই খোজ কাঢ়া নেকি হে?

সুৰেশ ঃ কিয়? কি জগৰটোনো লগালোঁ?

তপন ঃ বোলো দুটাকৈ জীয়া জীয়া মানুহ তোমাৰ চকুত পৰিব নাপায় নে?

সুৰেশ ঃ কাৰ কথানো কৈছা?

তপন ঃ সৌ পিনে চোৱাচোন। কিবা দেখিছানে।

সুৰেশ ঃ ক'তা? একো দেখা নাই দেখোন।

তপন ঃ তোমাৰ চকু কেইটা আৰু ! চোৱাচোন এবাৰ ভালকৈ। সৌ যে লাইট পোষ্টটোৰ ওচৰত।

সুৰেশ ঃ অ' তুমি সেই ল'ৰাহালৰ কথা কৈছা?

তপন ঃ হয় দিয়া।

সুৰেশ ঃ সেইটোনো আৰু কি এনে বিশেষ লক্ষ্য কৰিবলগীয়া কথা!

তপন : সেইহালক চিনি পালা নে নাই?
সুৰেশ : ভালকৈ চালেহে চিনি পাম। মোৰ লক্ষ্য কৰিবলৈ নহ'ল। তুমি চাইছিলা নহয়!
তপন : ল'ৰাটো আমাৰ প্ৰদীপ দুৱৰা। উজনিৰ দুৱৰা। plantersৰ ল'ৰা।
সুৰেশ : প্ৰদীপ? কোন প্ৰদীপ?
তপন : আমাৰ প্ৰদীপহে। থাৰ্ড ইয়াৰ ল ক্লাছৰ প্ৰদীপ।
সুৰেশ : ছোৱালীজনীনো কোন?
তপন : কোননো হ'ব আৰু? বুঢ়া ডাক্তৰ উত্তম চৌধুৰীৰ জীয়েক, শিখা।
সুৰেশ : তেন্তে বৰ জমাইছে নহয়নে?
তপন : সুবিধা পালে তোমাৰ দৰে হাত সাৱটি বহি-থাকিব বুলি ভাবিছিলা নেকি?
সুৰেশ : মোক ইমান অকামিলা বুলি নেভাবিবাহে।
তপন : বুজা আছে কিমান পানীৰ মাছ তুমি। সেইটো কোন আহিছে এই পিনে। ডাক্তৰৰ ঘৰৰ চাকৰটো যেন লাগিছে। ভালেই হৈছে। তাৰপৰাই কথাৰ আঁতি-গুৰি অলপ লোৱা যাওক।
সুৰেশ : থোৱা থোৱা। ডিটেক্টিভগিৰি কৰিব নেলাগে।
তপন : তুমি বৰ বেৰসিকহে।
সুৰেশ : অৰসিক বেৰসিক যিহকে নহ'লোঁ লাগে সেইবুলি চাকৰটোৰ সৈতে এইবোৰ কথা পাতি সময় নষ্ট কৰিব নোৱাৰোঁ। সিপিনে পৰীক্ষা পালেহিয়েই।
তপন : যোৱা যোৱা, পৰীক্ষাত পাছ কৰি ফলাবা।
সুৰেশ : থাকা তেন্তে তুমি।
(সুৰেশ যায়। আঘোণাৰ প্ৰৱেশ।)
তপন : এৰা ককাই শুনাচোন।
আঘোণা : কোন অ' এইটো। এনেয়ে মাছ দৰাওঁতে বজাৰত আদাবেছি গ'ল। তাতে আকৌ মাতিলে এই পাতে পিছফালৰপৰা। আজি গালি নেখালেহে ৰক্ষা।
তপন : বোলোঁ ককাই শুনিছানে নাই।
আঘোণা : এয়া দেখা নাই তোঁৰ বাপেৰ। শুনিছোঁ দেখিয়েতো আকৌ বৈছোঁ।
তপন : ককাই মোক নোচোৱাকৈয়েনো মিছাতে মোৰ ওপৰত কিয় খং কৰিছা।
আঘোণা : এ বাবু আপুনি হে। মই আকৌ ভাবিছিলোঁ আমাৰ সিপৰীয়া বুলি।
তপন : তইনো মোৰ মাতটোও চিনি নেপালিনে অ'।
আঘোণা : কিনো কয় বাবু? বজাৰত মাছ দৰাওঁতেই খঙে গৈ চুলিৰ আগ পাইছিল গৈ। পোনছাটে একো তভিবকে পৰা নাছিলোঁ ককাইদেউ। অজানিতে তেনে বাইক প্ৰয়োগ কৰাৰ বাবে ক্ষেমাহে মাগিছোঁ, এৰা। পিছে হুকুমনো কি?

তপন : চাওঁ দিয়াচলাইতো দিয়াচোন।

আঘোণা : এয়া লওক।

তপন : পিছে ককাই, চেলেউ হোপাৰ অভ্যাস জানো আছে? ধৰা এটা।

আঘোণা : এহ্ আমি বিড়ি-ধঁপাত খোৱা মানুহ। কিনো চেলেউ হুপিম? দিয়ক বাৰু দিব খুজিছে যদি। আপুনি মৰম কৰি দিব খুজিছে যেতিয়া নলৈ পাৰোঁনে? নল'লে আকৌ আপোনাক অমান্য কৰাহে হ'ব।

তপন : পিছে ককাই, এটা কথা সোধোঁ যদি বেয়া নোপোৱা।

আঘোণা : সোধক সোধক মোৰ দেউতা। আমি হ'লোঁ আপোনালোকৰ ভৰিৰ ধূলি। আপোনালোকৰ কথাতনো বেজাৰ পাব পাৰোঁনে? আৰু পালেই বা শুনিব কোনে?

তপন : তোমালোকৰ শিখা আইদেউৰাৰ লগত প্ৰদীপ বোলা ল'ৰাটোৰ বৰ ভাব, হয়নে?

আঘোণা : সেইবোৰ কথাত নো আমাৰ নিচিনা মানুহে মাত দিব পায়নে? কথাটো অৱশ্যে সকলোৱে টং কৰিছে দেই। বজাৰতো লগা-ভগা দুই-এজনে মোক কথাটো সুধিছিল। কাকনো কিমান উত্তৰ দিম !

তপন : তেওঁলোকৰ বিয়াখননো পাতি নিদিয়া কেলেই?

আঘোণা : আমিনো আৰু বিয়া পতাৰ গৰাকী নে? হালৰে এই খেচেৰ-মেচেৰখনময়ো বৰ ভাল দেখা নাই হ'লে। পিছে আপোনালোকে বা কি কয়?

তপন : বাৰু ককাই, শিখা আইদেউৰাৰ সৈতে মোক দেখা কৰাই দিব পাৰিবানে?

আঘোণা : জানো, পাৰিব লাগে।

তপন : বাৰু তেন্তে কালি পুৱা তোমাক লগ ধৰিমগৈ দেই।

আঘোণা : ভাল, পিছে আৰু এটা চেলেউ যদি দিলেহেঁতেন।

তপন : কেলেই নিদিম? নিয়া। বাৰু মই আহোঁ। তুমি নাপাহৰিবা আকৌ। (তপন যায়)

আঘোণা : (নিজে নিজে) বৰ মজাৰঁ বস্তু দিয়া এই চেলেউটো। ভগৱন্ত পুৰুষৰ অপাৰ কৰুণা। নহ'লেনো এটা নহয দুটাকে চেলেউ হুপিবলৈ পাওঁনে? উহ্ এহোপা মাৰিলেই গাটো ৰাঁইজাঁই লাগি যায় নহয়। পিছে এওঁৰ লক্ষণটো হ'লে মই বৰ ভাল দেখা নাই দেই। বাৰু, দেখা যাওক ৰূপ দুটকামান এই ছেগতে সৰকাব পাৰোঁৱেই কিজানিবা।

(অনিল আহে)

অনিল : আঘোণা তই ইয়াত কৰিছ কি?

আঘোণা : আমাৰ অনিল ককাইদেউ দেখোন।

অনিল : বোলোঁ তই কৰিছিলি কি?

আঘোণা ঃ জিৰাইছিলোঁ ককাইদেউ। যিহে গৰম। কৃষ্ণ!!
অনিল ঃ জিৰাইছিলি? এই মাত্ৰ যি ল'ৰাটো ইয়াৰপৰা গ'ল সি কি কৈছিল?
আঘোণা ঃ ক'তা? ওহোঁ। একো কোৱা নাই।
অনিল ঃ একো কোৱা নাই। মই নিজে দেখিছোঁ। কিবা কৈছিল নে নাই?
আঘোণা ঃ এহ্ দেখিছে যদি সুধিছেনো কেলেই?
অনিল ঃ কি কৈছিল?
আঘোণা ঃ শিখা আইদেউ আৰু প্ৰদীপ ককাইদেউৰ কথা।
অনিল ঃ তই কি ক'লি?
আঘোণা ঃ ক'মনো কি আৰু দেউতা। ভালকৈ ধমকি সোধাই দিলোঁ নহয়। বাপ বাপ দেখি পলাল। তাৰ এনে সাহ? মোকো সি এনেকুৱা কথাবোৰ সুধিবলৈ সাহ কৰে। পিছে এটা কথা, ককাইদেউ।
অনিল ঃ কি হ'ল আকৌ?
আঘোণা ঃ আইদেউৰ বিয়াখননো পাতি নিদিয়ে কেলেই? বিয়াখন নোহোৱাৰ বাবেহে মানুহে যিহকে পায় তাকে ক'বলৈ সুবিধা পায়।
অনিল ঃ যা যা তই বিয়া পাতিব নেলাগে। পাতোঁতাই পাতিব নহয়।
আঘোণা ঃ তেন্তে আহোঁহে ককাইদেউ।
অনিল ঃ শুন, এইবোৰ কথা বাটে-পথে পাতি থকা দেখিলে বা শুনিলে তোক সুদাই নেৰোঁ বুইছ।
আঘোণা ঃ ইস্ ৰাম ৰাম আপুনিনো মোক কি বুলি ভাবিছে? এইবিলাক কৰি ফুৰিলে আমাৰ পেট ভৰিবনে?
অনিল ঃ ওঁ, যা।
(দুয়ো যায়। খন্তেক সংগীত বিৰতি। সন্ধ্যাৰ পৰিৱেশ। ঘড়ীত সাত বজাৰ সংকেত।)
উত্তম ঃ সন্ধ্যা সাত বাজিল। এতিয়াও শিখাজনী ঘৰ সোমোৱা নাই। তাইক লৈ আৰু নোৱাৰা হৈছোঁ পৰাগ।
পৰাগ ঃ কিয়? কিনো কৰিলে তাই?
উত্তম ঃ ঘৰত যদি অলপ সময়ো থাকে।
পৰাগ ঃ তোমাৰো যে কথাবোৰ উত্তম। তাই ফুৰা-চকাও নকৰিবনে?
উত্তম ঃ ফুৰা-চকা কৰক। মই বাধা নিদিওঁ। পাৰচনেলি ছোৱালীক ঘৰৰ ভিতৰত বন্ধ কৰি ৰখাটো মই পচন্দ নকৰোঁ। পিছে এটা কথা লক্ষ্য কৰিছানে নাই?
পৰাগ ঃ কি কথানো?
উত্তম ঃ ছোৱালীবোৰে আজিকালি জীৱনটোক বেলেগ চকুৰে চোৱা হৈছে।

পৰাগ ঃ অকল ছোৱালীৰ গাতনো দোষটো দিছা কেলেই? দুনীয়াখনেই ওলট-পালট হৈ গৈছে। সিদিনা প্ৰফেচাৰ দুৱৰাৰ লেকচাৰটো শুনা নাছিলা জানো?

উত্তম ঃ I quite agree with him মানৱ সভ্যতাই যে ক্ৰমবিকাশৰ সোঁতত মোট সলাই এটা ধাপৰপৰা আনটোলৈ বাগৰি গৈছে তাক নিশ্চয়েই মানো। কিন্তু এই ক্ৰমবিকাশৰ সোঁতত নিৰ্জীৱ জড়পদাৰ্থৰ দৰে নিজকে উটাই-ভহাই দিলেটো নচলিব। We must be active এই ক্ৰমবিকাশৰ গতি নিৰ্ণয় কৰিব লাগিব আমিয়েই। আৰু এই প্ৰয়াসত কাৰ সহায় আটাইতকৈ বেছি প্ৰয়োজন জানা?

পৰাগ ঃ কাৰ?

উত্তম ঃ তিৰোতা জাতিটোৰ। তেওঁলোকৰ দায়িত্ব আটাইতকৈ বেছি। এই কাৰণেই শিখাৰ বিষয়ত মই অলপ চিন্তিত হৈ পৰিছোঁ।

পৰাগ ঃ শিখা এতিয়া সৰু হৈয়ে আছে। তাইৰ ভিতৰতনো তোমাৰ দৰে দাৰ্শনিকটোক কেনেকৈ বিচাৰি পাবা?

উত্তম ঃ আজি সৰু হৈ আছে। কালিলৈতো ডাঙৰ হ'ব। শিক্ষিতা ছোৱালী এজনীৰপৰা দেশে, দহে কি আশা কৰিব নোৱাৰে? তাই নিজৰ দায়িত্বৰ কথা জাতিৰ ওচৰত তাইৰ কৰ্তব্যৰ কথা পাহৰি বতাহৰ লগে লগে উৰি ফুৰিলে চলিব কেনেকৈ?

পৰাগ ঃ তুমিনো তাইক কি কৰিব খুজিছা বুজি পোৱা নাই। সৎপাত্ৰ পালে তাইক জানো বিয়া নিদিবা?

উত্তম ঃ তাইৰ বিয়াৰ কথা ভাবিবৰ সময় এতিযাও হোৱা নাই। তদুপৰি মোৰ নিঃসঙ্গ জীৱনৰ তায়েই একমাত্ৰ লগৰি। তাই আঁতৰি যোৱাটো মই কল্পনাও কৰিব নোৱাৰোঁ।

পৰাগ ঃ বিয়াৰ বয়স তাইৰ হৈছে। আৰু বিয়া নিদিনো কৰিবা কি? ছোৱালী যেতিয়া উলিয়াই দিবই লাগিব। এয়েতো আমাৰ সমাজৰ নিয়ম।

উত্তম ঃ সমাজৰ চিৰন্তন নিয়মটো সদায়ে জানো মানি চলিব লাগিব? আগৰ দিনতো বহুত তিৰোতাই দেখোন বিয়া নকৰোৱাকৈ আছিল। শিখাকো মই সেই আৰ্হিত গঢ়ি তুলিব খোজোঁ।

পৰাগ ঃ চোৱা ক'ৰ পানী ক'লৈ যায়। কিন্তু এটা কথা কওঁ শুনা। নিজৰ ছোৱালীক লৈ পৰা পক্ষত experiment নকৰাই ভাল। বাৰু মই এতিয়া উঠোঁহে। (পৰাগ যায়)

উত্তম ঃ আঘোণা—

আঘোণা ঃ (আঁতৰত) গৈছোঁ দেউতা—

আঘোণা : (ওচৰ চাপি আহে) কওক দেউতা—
উত্তম : দোৱাত কমলযোৰ দি যাবিচোন।
আঘোণা : দোৱাত-কমল? সেয়া টেবুলখনৰ ওপৰতে আছে দেউতা—
উত্তম : বাৰু তই যা।
(আঘোণা যায়। এনে সময়ত শিখাৰ প্ৰৱেশ। তাইৰ ভৰিত লাগি ফুলদানি এটা বাগৰি যায়। শব্দ হয়।)
উত্তম : কোন?
শিখা : (আঁতৰৰপৰা) মই দেউতা—
উত্তম : শিখা, এই ফালে আহ।
শিখা : (ওচৰলৈ আহি) দেউতা—
উত্তম : ইমান পৰ ক'ত আছিলি?
শিখা : ফুৰিবলৈ গৈছিলোঁ।
উত্তম : শিখা।
শিখা : দেউতা।
উত্তম : তোৰ ওপৰত মোৰ বৰ খং উঠিছে।
শিখা : কেলেই দেউতা?
উত্তম : চাচোন কেইটা বাজিল।
শিখা : চাৰে সাত বাজিছে।
উত্তম : মোৰ গাখীৰ খোৱা সময় পাৰ হৈ নগ'ল নে?
শিখা : অ' ৰ'বা। একমিনিট। এতিয়াই—
(বুলি বেগেৰে ওলাই যায়)
উত্তম : বেচেৰী আঁজলী ছোৱালীজনী।
(শিখা পুনৰ সোমাই আহে)
শিখা : (আঁতৰৰপৰা) দেউতা (ওপৰ চাপি) এয়া গাখীৰ খোৱা।
উত্তম : নাখাওঁ। থৈদে।
শিখা : কিয় নাখাবা দেউতা?
উত্তম : তই আজি-কালি মোৰ বৰ অবাধ্য হৈছ।
শিখা : দেউতা (কঁপা মাত)
উত্তম : ধেৎ আঁকৰীজনী। উচুপিছ কেলেই? মই ধেমালিহে কৰিছোঁ। চাওঁ দে কি আনিছ?
(গাখীৰখিনি খোৱাৰ শব্দ)
ক'চোন বাৰু ক'লৈ ফুৰিবলৈ গৈছিল?
শিখা : নৈৰ পাৰলৈ। অ' তুমি হ'বলা ইমান পৰ কিতাপ লেখি আছিলা?

উত্তম ঃ নেলেখিনো আৰু কিটো কৰিম?
শিখা ঃ এইবাৰ ধৰা পৰিলাতো?
উত্তম ঃ ৰখীয়া নেথাকিলে গৰু অবাটে যাবই—
শিখা ঃ আজিৰপৰা তোমাৰ কিতাপ লেখা বন্ধ দেউতা।
উত্তম ঃ কেলেই বা?
শিখা ঃ ব্লাড প্ৰেছাৰ পাইছেগৈ—১৮০°
উত্তম ঃ বাৰু বাৰু কান্দুৰী, মোৰ ব্লাড প্ৰেছাৰ কমাব নেলাগে। গানকে এটা গাচোন।
শিখা ঃ এতিয়া থ'ক। ৰাতি হ'ল। পাচলি কুটিবলৈ যাব লাগে নহয়।
উত্তম ঃ বাৰু বাৰু। ময়ো খবৰ কাগজখন চাওঁ।
(পিছদিনা। পুৱাৰ পৰিবেশ। উত্তম চৌধুৰীৰ ঘৰত।)
উত্তম ঃ এই পুৱাখন ক'ৰপৰা আহিলি? আহ আই মিনা।
মিনা ঃ শিখা ক'ত আছে খুৰাদেউ?
উত্তম ঃ তাইৰ কোঠাতে আছেনেকি? যাচোন।
অনিল ঃ আপোনাৰ কিতাপখন শেষ হ'বলৈ আৰু কিমান বাকী?
উত্তম ঃ প্ৰায় শেষ হৈ আহিছেই। তোমাক শেষছোৱা দেখুৱা নাই নহয়। I think this is going to be my last book জীৱনটো ডাক্তৰী কৰোঁতেই গ'ল। দেশ সেৱা, সাহিত্য সেৱা কৰিবলৈ সময় পালোঁ ক'ত?
অনিল ঃ ডাক্তৰীৰ মাজেৰে যি জনসেৱা কৰিছে সিওটো প্ৰশংসনীয়।
উত্তম ঃ কি ডাক্তৰীৰ কথা কৈছা অনিল? ভাবিলে দুখ লাগে। গাৰ নোম শিয়ঁৰি উঠে। একো একোটা epidemicত হাজাৰে হাজাৰে, লাখে লাখে মানুহ মৰে, অথচ তাৰ প্ৰতিকাৰৰ কোনো ব্যৱস্থাই কৰিব নোৱাৰি। আৰু এজন বা দুজনেইনো কি কৰিব? বিদেশী শাসনৰ হেঁচাত গোটেই জাতিটো একেবাৰে নিস্তেজ হৈ পৰিছে। গোটেই জাতিটোকে জগাই তুলিব লাগিব।
(শিখা, মিনা সোমাই আহে।)
শিখা ঃ (মাত আঁতৰৰপৰা ওচৰলৈ আহে) দেউতা, আকৌ কিতাপত ধৰিছা, বুজিছা অনিল দা, নিজে ডাক্তৰ তথাপিও যদি নিয়ম মানি চলে! আজি কেইদিনমানৰপৰা আকৌ প্ৰেছাৰটো বাঢ়িছে।
উত্তম ঃ তই দেখিছোঁ প্ৰেছাৰ প্ৰেছাৰ বুলি মোৰ অসুখটোকেই বঢ়াই দিবি। ব'লা অনিল আমি বাহিৰতে বহোঁগৈ।
(উত্তম, অনিল যায়।)
মিনা ঃ সঁচাকৈয়ে শিখা, খুৰাদেউৰ অন্তৰত কিবা এটা শক্তি আছে। তেখেতৰ

কিতাপবোৰ পঢ়িলে মই একেবাৰে আপোন পাহৰা হৈ যাওঁ।

শিখা : মই হ'লে বৰ টান পাওঁ দিয়া। গোটেইবোৰ কিতাপেই দীঘল দীঘল লেকচাৰ আৰু বুজিব নোৱাৰা তথ্যৰে ভৰা।

মিনা : তই ভুল বুজিছ শিখা। নৈত যেতিয়া বান আহে তাক ভেটা দি ৰখা টান। মানুহৰ ভিতৰটো কিবা এটা প্ৰেৰণাই ঠাই ল'লে তাৰ প্ৰকাশটোও হয় বাধাহীন।

শিখা : দেউতাই ইমান লিখা-পঢ়া কৰি থকা মই ভালেই নাপাওঁ। এইবোৰৰ কাৰণেহে মূৰৰ অসুখটো হ'বলৈ পালে।

মিনা : খুৰাদেৱে দেউতাক কি কৈছে জান?

শিখা : কি?

মিনা : তেখেতৰ হেনো একমাত্ৰ হেঁপাহ, নিজৰ আদৰ্শটো তোৰ মাজত ফুটাই তোলা।

শিখা : দেউতাই যিমানেই নকওক, অসাধাৰণ হোৱা স্পৃহা মোৰ নাই। দৰ্শনৰ ডাঙৰ ডাঙৰ তথ্য মই বুজিও নাপাওঁ, সেই আৰ্হিত নিজৰ জীৱনটো গঢ় লোৱাবও নোৱাৰোঁ।

(আঘোণাৰ প্ৰৱেশ)

আঘোণা : (আঁতৰৰপৰা) আইদেউ—

শিখা : কি হ'ল আঘোণা?

আঘোণা : আইদেউ ল'ৰা এজনে আপোনালৈ এইখন চিঠি দি পঠিযাইছে।

শিখা : চাওঁ চিঠিখন। ওঁ দেখিছোঁ ইন্টাৰেষ্টিং লেটাৰ। লেখিছে তপন হাজৰিকাই। বাৰু আঘোণা, ল'ৰাজন আছে নে গ'ল?

আঘোণা : আছে আইদেউ।

শিখা : বাৰু মতা বুলি ক'গৈ যা।

আঘোণা : ভাল আইদেউ।

মিনা : তোৰ ইন্টাৰভিউ শেষ কৰ শিখা। মই সিটো কোঠাতে বহোঁগৈ। (মিনা যায়। খন্তেক বিৰতি। তপন সোমাই আহে।)

তপন : নমস্কাৰ শিখা দেৱী।

শিখা : আপোনাৰ নামেই তপন হাজৰিকা?

তপন : হয়।

শিখা : বহক।

তপন : আপুনি থিয় হৈ থাকিলে—

শিখা : বাৰু মোৰ কাৰণে চিন্তা কৰিব নালাগে আপুনিয়েই বহকচোন—

শিখা আপোনাৰ আখৰকেইটা দেখিছোঁ বৰ ধুনীয়া।

তপন ঃ নিশ্চয়ই সিমান ধুনীয়া নহয়, যিমান ধুনীয়া আপোনাৰ চকুযোৰ—

শিখা ঃ দেখিছোঁ আপুনি কবিও—

তপন ঃ কবি হওঁনে নহওঁ ক'ব নোৱাৰোঁ। কিন্তু আপুনি যে মোৰ হৃদয় মন্দিৰৰ দেৱী সেইটো একেবাৰে ঠিক।

শিখা ঃ Quite interesting indeed. আপোনাক তেন্তে লাগে কি?

তপন ঃ একেৰি কৰুণা?

শিখা ঃ বেচ তেন্তে ; আঁঠু কাঢ়ক—

তপন ঃ কিয়?

শিখা ঃ মোৰ কৰুণা গ্ৰহণ কৰিবলৈ—

তপন ঃ আপোনাৰ কথা বুজি নাপালোঁ।

শিখা ঃ বুজি নোপোৱাৰ তো কোনো কাৰণ নাই। আপুনি মোৰ কৰুণা বিচাৰিছে। সেইবাবেই আৰ্শীবাদ হিচাপে মোৰ সোঁ ভৰিৰ বুঢ়া আঙুলিৰে আপোনাৰ কপালত আঁকি দিব খুজিছোঁ তিলক-ফোট। বন্ধুমহলত দেখুৱাই আপুনি বেচ গৰ্ববোধ কৰিব পাৰিব।

তপন ঃ আপুনি মোক অপমান কৰিছে।

শিখা ঃ কেতিয়াও নহয়। ভক্তৰ উপযুক্ত সন্মানহে দিছোঁ।

তপন ঃ মই ধেমালি কৰিবলৈ অহা নাই।

শিখা ঃ কিয়? তিৰোতাৰ প্ৰেম আপোনালোকে ধেমালিৰ বস্তু বুলি নাভাবে জানো?

তপন ঃ ভাবিব পাৰে আপোনাৰ বন্ধু প্ৰদীপ দুৱৰাই।

শিখা ঃ হৈছে হৈছে। মনে মনে থাওক। কথা আপোনাৰে মোৰে। তাৰ মাজত আকৌ প্ৰদীপক টানিছে কেলেই?

তপন ঃ আপুনি মানুহৰ মুখ বন্ধ কৰিব নোৱাৰে শিখা দেৱী। আপোনাৰ আৰু প্ৰদীপৰ বিষয়ে মানুহে বহুতো কথা জানে। আৰু এইটোও মনত ৰাখিব, মই ইচ্ছা কৰিলে আপোনাৰ জীৱন কইন কৰি দিব পাৰোঁ। যাৰ ফলত প্ৰদীপৰ সৈতে আপোনাৰ বিয়াটো নহ'বই, সমাজৰ আগতো আপুনি মুখ দেখুৱাবলৈ সাহ নকৰিব। মই এতিয়া আহিলোঁ। নমস্কাৰ। (অনিল, মিনা সোমাই আহে)

অনিল ঃ ব'ৰা। তোমাৰ যাবৰ সময় এতিয়াও হোৱা নাই। তোমাৰ মুখত বৰ ডাঙৰ ডাঙৰ কথা শুনিছিলোঁ, কাৰণ কি?

তপন ঃ মই ঠিক কথাকেই কৈছোঁ।

শিখা ঃ এইখন চিঠি চোৱা। এয়ে তেওঁৰ ঠিক কথা, অনিলদা।

অনিল ঃ (চিঠিখন পঢ়ি) ইমানদূৰ সাহ তোমাৰ। এইবোৰ কি লেখিছা চিঠিত?

তপন : মই একো অন্যায় কথা লিখা নাই।

অনিল : ন্যায়-অন্যায়ৰ কথা মই সোধা নাই। সুধিছোঁ তোমাৰ ইমান সাহ হ'ল কেনেকৈ?

তপন : শিখাদেৱীৰ দৰে তিৰোতা এগৰাকীলৈ তেনেকুৱা চিঠি লেখিবলৈ সাহৰ যে আৱশ্যক আগেয়ে ভবা নাছিলোঁ।

অনিল : Shut up you fool

তপন : শিখা দেৱীৰ..............

অনিল : তোমাৰ কোনো কথা শুনিব নোখোজোঁ clear out immediately

তপন : যাম কিন্তু মনত ৰাখিব............

অনিল : Shut up! I say get out scoundrel
(তপন ওলাই যায়)

অনিল : এইবোৰ মানুহ কেনেকৈযে ঘৰলৈ সোমায় ক'ব নোৱাৰোঁ।

শিখা : তাৰ দোষ নাই অনিলদা। ময়ে তাক ভিতৰলৈ মাতি আনিছিলোঁ।

মিনা : এতিয়া মজা পালাতো?

শিখা : বঢ়িয়া এটা অভিজ্ঞতা হ'ল। আগলৈ সাৱধান হ'ব পাৰিম!

অনিল : সঁচাকৈয়ে তুমি বৰ ডেয়াৰিং।

শিখা : সৰুৰেপৰা মোক দেউতাই ল'ৰাৰ দৰে শিক্ষা দিছিল। বোধহয় তাৰেই ফল।

মিনা : কিন্তু সাপৰ মূৰত হাত দিবলৈ যোৱাতো দুঃসাহস।

শিখা : ঢোৰা-সাপক পাৰি।

অনিল : ঢোৰা-সাপেও খুঁটিয়াবলৈ আহে।

শিখা : আজি বুজিলোঁ।

মিনা : এটা কাম কৰ।

শিখা : কি?

মিনা : বিয়াখন পাতি পেলা।

শিখা : দৰা যোগাৰ কৰি দিলে আজিয়েই পাতোঁ।

অনিল : বেছি দূৰলৈ যাব নালাগে। দৰা হাতৰ ওচৰতেই আছে।

শিখা : কোননো সেই ভাগ্যৱান?

অনিল : শ্ৰীমান প্ৰদীপ।

মিনা : একেবাৰে পাভ জোৰা।

শিখা : তোমালোক দেখিছোঁ বৰ ব্যস্ত হৈ পৰিছাঁ।

অনিল : শুভ কাম সোনকালে কৰি পেলোৱাই ভাল, নহ'লে, মানুহে নানা কথা ক'বলৈ সুবিধা পায়। হ'ল বুলিও তপনৰ দৰে মানুহবোৰৰ অত্যাচাৰ কিমান দিন সহিবা?

শিখা ঃ কিয়? তোমালোক থাকোঁতেও মই ভয় কৰিব লাগিব নেকি?

অনিল ঃ মানুহৰ মুখৰ কথা হাবিৰ জুইৰ দৰে কোনো বাধা মানিব নোখোজে।

শিখা ঃ মানুহৰ কথালৈ কাণ নিদিলেই হয়।

অনিল ঃ নিদি নোৱাৰা। তদুপৰি সমাজত থাকিলে, সমাজক মানি চলাটো বুধিয়কৰ কাম।

শিখা ঃ তেন্তে বেচ। মইতো ৰাজীয়েই। কিন্তু দেউতাৰ মত ল'ব কোনে?

অনিল ঃ সেই বিষয়ে ভাবিব নালাগে। তেখেতক বলে পাৰিব একমাত্ৰ দেউতাইহে। তাৰ ব্যৱস্থা বাৰু কৰা হ'ব।

শিখা ঃ দেখিছোঁ লাইন ক্লিয়াৰ।

(এখন train whistle বজাই পাৰ হৈ যায়)

অনিল ঃ এৰা সেই ১১ বজাৰ মেইল ট্ৰেইনখনৰ দৰেই। আমাক কোনেও বাধা দিব নোৱাৰিব (হাঁহি)।

(সংগীত সেতু)

উত্তম ঃ No no I cannot agree with you Parag তোমাৰ মত মই গ্ৰহণ কৰিব নোৱাৰোঁ। বিয়াটো মানুহৰ জীৱনৰ এটা এৰিব নোৱৰা কথা নহয়।

পৰাগ ঃ তোমাৰ কথাকে বাৰু মানি ল'লোঁ উত্তম। কোনো কোনো ক্ষেত্ৰত পুৰুষৰ বেলিকা হয়তো তোমাৰ তথ্যটো খটাব পাৰি। কিন্তু তিৰোতাৰ বেলিকা?

উত্তম ঃ সেই একেকথা।

পৰাগ ঃ তেন্তে পুৰুষ আৰু তিৰোতাৰ ভিতৰত তুমি কোনো পাৰ্থক্য কৰিব নোখোজা?

উত্তম ঃ অন্ততঃ শিক্ষিত উচ্চ আদৰ্শ থকা পুৰুষ আৰু তিৰোতাৰ ভিতৰত।

পৰাগ ঃ তিৰোতা যে নিৰ্ভৰশীলা তাকো তুমি নামানিবানে?

উত্তম ঃ নিশ্চয় নামানো। আজিৰ দিনত যেতিয়া তিৰোতাই পুৰুষৰ সৈতে সমানে সমানে খোজ পেলাইছে তেনে এটা যুগত তিৰোতাক নিৰ্ভৰশীলা বুলি কোৱা মানে অযথা অপবাদ দিয়া।

পৰাগ ঃ কিন্তু মাতৃত্বৰ অনুৰাগ?

উত্তম ঃ Traditionৰ হেঁচা দি তিৰোতাক বাঢ়িবলৈ নিদিয়া এটা ফন্দি।

পৰাগ ঃ সঁচাকৈয়ে বৰ আচৰিত তোমাৰ ধাৰণাবোৰ।

উত্তম ঃ মানুহৰ ভিতৰত লুকাই থকা বিৰাট জীৱনী শক্তিৰ কথা তুমি পাহৰি গৈছা পৰাগ। এই জীৱনী শক্তিৰ উৎকৰ্ষ সাধিবলৈ সুবিধা পায় কেইজনে?

পৰাগ ঃ সুবিধা ল'ব জানিব লাগিব।

উত্তম : হাত-ভৰি বান্ধি ৰাখিলে এটা মানুহে বাৰু চেষ্টা কৰিলেও কিবা কৰিব পাৰেনে? বুজিছা পৰাগ আমাৰ বিবাহ অনুমানটো হৈছে এটা প্ৰকাণ্ড ষড়যন্ত্ৰ। তিৰোতাক বিকশিত হ'বলৈ নিদি, তাক পঙ্গু কৰি থ'বলৈ সমাজে সৃষ্টি কৰিছে this farce of marriage.

পৰাগ : তোমাৰ যুক্তি মানি লোৱা মানে সৃষ্টিৰ মূলতে কুঠাৰাঘাত কৰা নহ'বনে?

উত্তম : তুমি ভুল কৰিছা পৰাগ। মই এইটো সৰ্বসাধাৰণৰ বাবে কৰিব কোৱা নাই। সাধাৰণৰ বাবে বিবাহৰ এটা আৱশ্যকীয়তা হয়তো আছে। কিন্তু for the cultured, for the educated ইয়াৰ কোনো প্ৰয়োজন নাই।

পৰাগ : মানুহৰ জীৱনত প্ৰেমৰ কোনো মূল্যই নাইনে?

উত্তম : নিশ্চয়ই আছে। কিন্তু বিয়া আৰু প্ৰেম একে বস্তু নহয়। বিয়া এটা সংস্কাৰ। কিন্তু প্ৰেম এটা প্ৰেৰণা। ই নিজেই নিজৰ গতি উলিয়াই লয়। ই এনে এটা শক্তি যাৰ প্ৰভাৱ মানুহে কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰে। অথচ এই প্ৰেৰণাটোৰ যে কিমানখিনি possibilities আছে সেই বিষয়ে নাভাবি তাক বিবাহৰ সংকীৰ্ণ গণ্ডীৰ ভিতৰত আৱদ্ধ ৰাখিব খোজোঁ। এই প্ৰেৰণাটোক সুপৰিচালিত কৰাটোৱেই হৈছে আজি আটাইতকৈ বেছি প্ৰয়োজন।

পৰাগ : কিন্তু এইটো কৰা জানো সম্ভৱ হ'ব?

উত্তম : কেলেই নহ'ব? মহাত্মা গান্ধীৰ হৰিজন প্ৰীতিটো আন একো নহয়, দেশৰ নিপীড়িত নিৰ্যাতিতসকলৰ প্ৰতি এই প্ৰেম প্ৰেৰণাটো direct কৰি দিয়া মাত্ৰ। বাৰু শিখাৰ কথাকে নধৰা কিয়?

পৰাগ : শিখাৰ কথাকে মই ক'বলৈ আহিছিলোঁ।

উত্তম : তুমি কি ক'বলৈ আহিছিলা মই জানো।

পৰাগ : জানিলা কেনেকৈ?

উত্তম : Well it is not difficult to anticipate শিখাৰ চৰিত্ৰৰ প্ৰধান কথাই হৈছে তাই বৰ আবেগ প্ৰৱণ। এইটো দোষো গুণো। তাইৰ এই আবেগৰ উচ্ছ্বাসটোকে ৰূপান্তৰিত কৰিব লাগিব।

পৰাগ : হেৰা, নিজৰ ছোৱালীক লৈ পৰীক্ষা নকৰিবাহে।

উত্তম : ভয় নকৰিবা পৰাগ। শিখাৰ দৰে ছোৱালী এজনীৰ মনলৈ পৰিবৰ্তন অনা একো টান কথা নহয়।

পৰাগ : পৰিবৰ্তন হয়তো হ'ব পাৰে। কিন্তু মানুহৰ জীৱনত, বিশেষকৈ তিৰোতাৰ জীৱনত কিছুমান কথা আছে, যাৰ পৰিবৰ্তন কেতিয়াও সম্ভৱ নহয়।

উত্তম : তিৰোতাক তিৰোতা হিচাপে নাচাই মানুহ হিচাপে গ্ৰহণ কৰিবলৈ চেষ্টা

কৰা, দেখিবা সকলো পৰিষ্কাৰ হৈ গৈছে। বুজিছা পৰাগ মানুহৰ মনুষ্যত্বটোৱেই আটাইতকৈ ডাঙৰ কথা।

পৰাগ : মানুহৰ ভিতৰত পৰিবৰ্তন নোহোৱা সনাতন বস্তু কিছুমান আছে তাক তুমি অস্বীকাৰ কৰানে?

উত্তম : কেতিয়াও নকৰোঁ।

পৰাগ : তেন্তে শুনা। শুনি আচৰিত হ'বা শিখাই প্ৰদীপক ভাল পায়।

উত্তম : এইটো একো অস্বাভাৱিক কথা নহয়।

পৰাগ : প্ৰেমটো যদি মানি লোৱা তেন্তে তাৰ পৰিণতিটোও মানি ল'ব লাগিব। আৰু এই প্ৰেমটোৱেই এটা সনাতন স্পৃহা।

উত্তম : প্ৰেম সনাতন নহয়। সনাতন হৈছে প্ৰেমৰ পিছ পিনে থকা প্ৰেৰণাটোহে। এই প্ৰেৰণাটো হৈছে শক্তি। প্ৰেমটো এটা অভিব্যক্তি মাথোন।

পৰাগ : এই প্ৰেৰণাটোৱে যদি শিখাৰ মাজত বিশিষ্ট ৰূপ ল'বলৈ চেষ্টা কৰে তেন্তে তাত বাধা দিবানে?

উত্তম : তুমি কি ক'ব বিচাৰিছা?

পৰাগ : শিখাই যদি প্ৰদীপক বিয়া কৰাব খোজে?

উত্তম : Well, what do you say? শিখা যদি মোৰ ছোৱালী হয় তেন্তে কেতিয়াও প্ৰদীপক বিয়া কৰাব নিবিচাৰে। মই কেতিয়াও অনুমতি নিদিওঁ। মই তাইক বিয়াৰ বেদীৰ ওপৰত তেনেকৈ আত্মহত্যা কৰিবলৈ এৰি দিব নোৱাৰোঁ। মই জীয়াই থাকোঁতে সেইটো কেতিয়াও সম্ভৱ নহ'ব।

(ঠিক সেই সময়তে শিখাই তেওঁলোকৰ বাবে ট্ৰেত চাহ আনিছিল। দেউতাকৰ শেষ কথাখিনি শুনি এটা অস্ফুট আৰ্তনাদ কৰি তাই উচপ খাই উঠিল। হাতৰ ট্ৰে পৰি গ'ল। শব্দ হ'ল।। লগে লগে সংগীতে ঝঙ্কাৰ তুলিলে। সঙ্গীত ফেড্-আউট।)

অনিল : পিছে এটা কথা খুৱাদেউ।

উত্তম : কোৱা অনিল।

অনিল : কওঁ! আপুনি যদি বেয়া নাপায়।

উত্তম : কোৱা।

অনিল : আমি বিয়াখনহে খাবলৈ বৰ হেঁপাহ কৰিছিলোঁ।

উত্তম : বিয়া? কাৰ বিয়া?

অনিল : প্ৰদীপ আৰু শিখাৰ।

উত্তম : Oh I see it has become an absession with you. বিয়া, বিয়া বুলিয়েই তোমালোক বলিয়া হ'বা।

অনিল : হ'বলগীয়া কাম জানো সোনকালে হৈ যোৱাই ভাল নহয়।

উত্তম : এইটো হ'বলগীয়া কাম নহয় অনিল। তোমাৰ দেউতাৰায়ো মোক এই কথা সুধিছিল। মইতো পৰাগক উত্তৰ দিছোঁ।

অনিল : দিছে হয়। কিন্তু আপুনি কথাটো শিখাৰ ফালৰপৰা পুনৰ ভাবি চাবনে?

উত্তম : শিখাৰ ফালৰপৰা আকৌ কিয় ভাবি চাব লাগিছে? I have made up my mind আৰু তুমি জানা এইবোৰ বিষয়ত মোৰ দুটা মত নাই।

অনিল : আপোনাৰ এই সিদ্ধান্তই শিখাৰ জীৱন ধ্বংস কৰি নিদিবনে ?

উত্তম : ধ্বংস.......হুঁ............হয়তো হ'ব। নিশ্চয়ই হ'ব কিন্তু জীৱন ধ্বংস নহয়। ধ্বংস হ'ব জীৱনৰ কঙ্কালটো। যি কঙ্কাল উপাসনা কৰি যুগে যুগে মানুহে নিজৰ অৱনতিৰ বাট সুগম কৰিছে।

অনিল : কিন্তু খুৰাদেউ—

উত্তম : একে কথাকে দোহাৰি মোক আমনি নিদিবা অনিল। Always remember, we die to live again মৃত্যু আহক ক্ষতি নাই, কিন্তু সেই মৃত্যুয়ে কৰিব নৱজীৱনৰ সূত্ৰপাত। We die to live again (বুলি আতৰি যায়। অনিলেও "খুৰাদেউ" বুলি পাছ লয়। শিখা আৰু মিনাৰ মাত শুনিবলৈ পোৱা যায়। দুয়ো আঁতৰৰপৰা ওচৰলৈ আহে)

শিখা : দেউতাৰ মতামত জানিলিয়েই নহয় মিনা। তইঁতে আকৌ মোৰ বিয়া পাতিব খুজিছিলি।

মিনা : কথাতে কয় শিখা, মানুহে পাতে ঈশ্বৰে ভাঙে। তথাপি দুখ কৰিনো কি হ'ব শিখা। কিছুদিন ধৈৰ্য ধৰি থকাই ভাল। সময়ৰ লগে লগে হয়তো খুৰাদেউৰ মতৰ সলনিও হ'ব পাৰে।

শিখা : দেউতাৰ মতৰ সলনি হোৱা অসম্ভৱ মিনা, তথাপিও ধৈৰ্য মই ধৰিব পাৰিম। বিয়াৰ কাৰণেও বলিয়া নহওঁ। মাথোঁ এটা কথা ভাবি দুখ লাগে যে জীৱনৰ পৰম আঘাতটো মই দেউতাৰপৰা পাব লগা হ'ল। দেউতাই বাৰু মোৰ অন্তৰৰ কথা নুবুজিলে কিয়?

মিনা : খুৰাদেউ আপোন চিন্তাতে বিভোল। তয়োতো তেখেতক বুজিবলৈ কোনো চেষ্টা কৰা নাই শিখা।

শিখা : তইতো জান মিনা প্ৰদীপে মোক কিমানখিনি ভাল পায়। আজি দেউতাৰ এই আঘাত মই সহ্য কৰিব পাৰিলেও প্ৰদীপেতো সহিব নোৱাৰিব। সঁচাকৈয়ে মিনা সংসাৰত হয়তো মোতকৈ দুৰ্ভগীয়া কোনো নাই। এপিনে দেউতা আনপিনে প্ৰদীপ। কোনেও মোক কম মৰম নকৰে। দুয়োজনেই বিচাৰে মোক হিয়াৰ মাজত সুমুৱাই আপোনতকৈও আপোন কৰি

থ'বলৈ। দেউতাৰপৰা এই বাধা নাহি যদি আন কাৰোবাৰপৰা আহিল হয় মিনা, তেন্তে হয়তো সেই বাধা নামানি নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলোঁ হয়। কিন্তু দেউতাৰ চেনেহে মোৰ সকলো শক্তিকে হৰি নিলে।

মিনা : মিছাতে বেজাৰ নকৰিবি শিখা। খুৰাদেউৰ চেনেহে এদিন নিশ্চয় তোক মহিয়সী কৰি তুলিব। সৌৱা প্ৰদীপ আহিছে। মই আহিলোঁ। (মিনা যায়। অলপ সময় চাচ্‌পেঞ্চ সংগীত।)

প্ৰদীপ : শিখা, তোমাৰ গা ভাল নহয় নেকি?

শিখা : কিয় ভাল নহ'ব? মোৰতো কোনো অসুখ হোৱা নাই প্ৰদীপ।

প্ৰদীপ : তেন্তে চুলি আউলী-বাউলী, মাত-কথাত এটা অস্বাভাৱিকতা আৰু মুখৰ বৰণ শেঁতা কিয়?

শিখা : মানুহক বাৰু সদায়ে একে অৱস্থাতে পাবলৈ বিচৰা কিয়?

প্ৰদীপ : তোমাৰ মুখত এনে কথা কল্পনা কৰিব নোৱাৰোঁ শিখা।

শিখা : সংসাৰত কল্পনা কৰিব নোৱৰা বহুত ঘটনাই নঘটে জানো?

প্ৰদীপ : সেইটো হয় নে নহয় ক'ব নোৱাৰোঁ। কিন্তু অস্বীকাৰ নকৰোঁ মোৰ কল্পনা যে সীমাবদ্ধ। অন্ততঃ তোমাৰ বিষয়ত।

শিখা : তোমাৰ কথা মই বুজি পোৱা নাই প্ৰদীপ।

প্ৰদীপ : এদিন কিন্তু মোৰ কথা তুমি মোতকৈ বেছি বুজিছিলা।

শিখা : কি ক'ব খুজিছা স্পষ্টকৈ কোৱা। মেৰপাক মোৰ ভাল নলগা হৈছে।

প্ৰদীপ : নলগাটো স্বাভাৱিক।

শিখা : কিয়?

প্ৰদীপ : কাৰণ তুমি আৰু আগৰ সেই শিখা নোহোৱা।

শিখা : তুমি সঁচা কথাকে কৈছা প্ৰদীপ।

প্ৰদীপ : আশাকৰোঁ নতুন আবেষ্টনীৰ মাজত তুমি সুখেৰেই থাকিব পাৰিবা।

শিখা : প্ৰদীপ তুমি আৰু ইয়ালৈ নাহিবা। মৰীচিকাৰ পিছে পিছে লৰবি লাভ নাই।

প্ৰদীপ : অৱশ্যে। যাৰ চকুৰ আগত থাকে আচল সৰোবৰ। কিন্তু আমাৰ পক্ষে মৰীচিকাই বাস্তৱ।

শিখা : প্ৰদীপ, এদিন তোমাক কৈছিলোঁ অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ শক্তি আমাৰ আছে। আমি তিৰোতা হ'লেও অবলা নহওঁ। কিন্তু আজি মৰ্মে মৰ্মে অনুভৱ কৰিছোঁ। তোমাৰ কথাই ঠিক। সঁচাকৈয়ে আমি অবলা। অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ কোনো শক্তিয়েই নাই আমাৰ।

প্ৰদীপ : ইমান বিনয় দেখুউৱাৰ জানো কিবা আৱশ্যক আছে শিখা?

শিখা : মই সঁচা কথাকে কৈছোঁ প্ৰদীপ।

প্ৰদীপ : ওহোঁ। অলপ আসোঁৱাহ ৰৈ গ'ল। অৱস্থাৰ বিৰুদ্ধে থিয় দিবলৈ তোমালোকৰ শক্তি নাথাকিব পাৰে, সেইটো হয়তো সঁচা। কিন্তু অৱস্থাৰ ৰূপ যদি সলনি হয় তেতিয়া?

শিখা : তুমি মোক ভুল নুবুজিবা প্ৰদীপ।

প্ৰদীপ : ভুল বুজিবৰতো কোনো কাৰণ হোৱা নাই।

শিখা : তুমি ধেমালি কৰিছা প্ৰদীপ।

প্ৰদীপ : নিশ্চয়ই নাই কৰা।

শিখা : তুমি জানা প্ৰদীপ, আমাৰ বিয়াত দেউতাৰ সন্মতি নাই।

প্ৰদীপ : নথকাটো একো অস্বাভাৱিক নহয়।

শিখা : তুমি অকণো বেজাৰ নোপোৱা?

প্ৰদীপ : বেজাৰ হয়তো পালোঁহেঁতেন কিন্তু যেতিয়া জানিলোঁ এই বিয়াত সন্মতি নাই শ্ৰীমতী শিখা দেৱীৰো, তেনেস্থলত বেজাৰ পালেই বা কি হ'ব?

শিখা : তুমি বলিয়াৰ দৰে এইবোৰ কি বকিছা প্ৰদীপ?

প্ৰদীপ : হা হা হা বলিয়া। হয়তো তুমি ঠিকেই কৈছা মই বলিয়া হা হা হা—

শিখা : প্ৰদীপ, প্ৰদীপ, তুমি তেনে কৰিছা কেলেই, প্ৰদীপ, প্ৰদীপ—

প্ৰদীপ : ক'ত প্ৰদীপ? প্ৰদীপ মৰিছে।

শিখা : প্ৰদীপ, দহোকুৰি কোৱা, কোৱা প্ৰদীপ তোমাৰ কি হৈছে?

প্ৰদীপ : আৰু অভিনয় ভাল নালাগে শিখা। ক'ব পাৰা শিখা, এয়ে তিৰোতাৰ আচল ৰূপ নেকি? পুৰুষক ছলনা কৰাই কি তিৰোতাৰ বৈশিষ্ট্য।

শিখা : মই কাকো কেতিয়াও ছলনা কৰা নাই।

প্ৰদীপ : কৰা নাই?

শিখা : নাই কৰা।

প্ৰদীপ : তোমাৰ মুখত এনে ডাঠ কথাই শোভা নাপায় শিখা। অনিলক তুমি শ্ৰদ্ধা কৰা, অনিলক তুমি ভালপোৱা, অনিলক তুমি বিয়া কৰাবলৈ ওলাইছা।

শিখা : (চিঞৰি উঠে) প্ৰদীপ! (সংগীতৰ ঝংকাৰ)

প্ৰদীপ : (বিদ্ৰূপৰ হাঁহি মাৰি) এইখন চোৱা। তোমালোকৰ যুগল মুৰতি। এই ফটোখনেই তাৰ প্ৰমাণ।

শিখা : মিছা মিছা প্ৰদীপ (হুক হুকাই কান্দে)

(সংগীত শীৰ্ষবিন্দু পাই নাইকিয়া হয়। পৰাগ আৰু উত্তম উত্তেজিত ভাবে সোমাই আহে।)

পৰাগ : উত্তম, তুমি এনেকৈ আঁকোৰ-গোঁজালি দি ধৰি থাকিলে কেনেকৈ চলিব?

উত্তম : মোৰ কৰ্তব্য কি বুজি পোৱা নাই পৰাগ—

পৰাগ : মই আগেৰেপৰা তোমাক কৈ আহিছোঁ সকলোৱে যি কৰে তুমিও তাকেই কৰিব লাগিব। তোমাৰ অসাধাৰণ হোৱা চখটো এৰিব লাগিব।

উত্তম : অসাধাৰণ হোৱা মোহ মোৰ নাই কিন্তু—

পৰাগ : ভাবিবৰ সময় উকলি গ'ল উত্তম। শিখাৰ অসুখ বাঢ়িহে গৈছে। কমাৰ কোনো লক্ষণ নাই। সৌ শোৱা পাটিত পৰি বেচেৰীয়া কেনেকৈ ভ্ৰম বকিছে শুনা।

শিখা : (আঁতৰত) মই কাকো ছলনা কৰা নাই। মই কাকো ছলনা কৰা নাই।

পৰাগ : নিজৰ চকুৰে যি দেখিছা নিজৰ কাণেৰে যি শুনিছা তাক অবিশ্বাস কৰিলে কেনেকৈ চলিব উত্তম। এজনী আজলী ছোৱালীৰ জীৱনক লৈ মই তোমাক এনেকৈ ল'ৰা-ধেমালি কৰিবলৈ কেতিয়াও এৰি নিদিওঁ।

শিখা : (আঁতৰত) মোক ভুল নুবুজিবা প্ৰদীপ।
প্ৰদীপ প্ৰদীপ.........
মই কানো ছলনা কৰা নাই—

পৰাগ : বেচেৰী শিখাজনীয়ে ৰবকৈ ভ্ৰম বকিব ধৰিছে। মই এবাৰ চাই আহোঁ গৈ—
(পৰাগ যায়)

উত্তম : এপিনে জীৱন, আনপিনে আদৰ্শ। এপিনে কঠোৰ বাস্তব আনপিনে কল্পনাৰ বিলাসিতা। Oh! I cannot stand it. Oh! my shattered ideal
(অনিলৰ প্ৰবেশ। আঁতৰৰপৰা মাত ওচৰ চাপে)

অনিল : খুৰাদেউ খুৰাদেউ—

উত্তম : আহ don't disturb me. মোক আমনি নকৰিবা। খন্তেক নিৰলে থাকিব দিয়া।

অনিল : খুৰাদেউ, শিখাৰ অৱস্থা অৰু বেয়া হৈছে। ভ্ৰম বকি বকি আকৌ অজ্ঞান হৈ পৰিছে।

উত্তম : আকৌ জ্ঞান হেৰুৱাইছে—তেন্তে তেন্তে, ?

অনিল : ইনজেকশ্বন এটা দিলে হয়তো.........

উত্তম : ইনজেকশ্বনে ভাল কৰিব নোৱাৰে অনিল। She has crossed that point. Medical Scienceত নথকা দৰব লাগিব। প্ৰদীপ আহিছেনে নাই?

অনিল : নাই অহা—

উত্তম : অহা নাই? আহ তোমালোকে কৰিছা কি? এতিয়াও প্ৰদীপক মাতি অনা নাই কেলেই? যোৱা, যোৱা পলম নকৰিবা। ৰ'লা কিয়? যোৱা অনিল। পলম নকৰিবা আৰু শুনা......ক'বা...........ক'বা মই অনুমতি দিছোঁ, Yes she will marry Pradip শিখাই প্ৰদীপক বিয়া কৰক.........বিয়া..........

(হঠাতে বুকুৰ ভিতৰত কিহবাই হান মাৰি ধৰা যেন অনুভৱ কৰে।) আহ্...........আহ্.............।

অনিল : আপুনি বহক, আপোনাৰ শৰীৰ ভাল নহয়।

উত্তম : আহ don't worry for me. মোৰ কাৰণে চিন্তা নকৰিবা। I am all right তুমি যোৱা। প্ৰদীপক মাতি আনাগৈ।

অনিল : আপুনি বহক। থিয় হৈ নাথাকিব।

উত্তম : অনিল মোৰ বুকুৰ ভিতৰত কি হৈছে তুমি কেনেকৈ বুজিবা? যোৱা যোৱা তুমি পলম নকৰিবা। যাক মোৰ আদৰ্শ উটি-ভাহি যাক। মোৰ জী, মোৰ জোঁৱাই বাচি থাকক, সিহঁত দীৰ্ঘায়ু হওক, দীৰ্ঘায়ু হওক। (কৈ কৈ আঁতৰি যায়। মেনেজাৰ সোমাই আহে।)

মেনেজাৰ : ক্ষমা কৰিব। বাহিৰত কাকো নেদেখি একেবাৰে ভিতৰ পালোঁহি। ডাক্তৰ উত্তম চৌধুৰীক লগ পাব পাৰোঁনে? মই Snack House ৰেষ্টুৰাঁৰ মেনেজাৰ।

অনিল : তেখেতৰ সৈতে যদি কিবা দৰকাৰী কথা আছিল তেন্তে মোকেই ক'ব পাৰে। চৌধুৰী ডাঙৰীয়াৰ গা বৰ ভাল নহয়। বিশ্ৰাম লৈছে।

মেনেজাৰ : তেন্তে বাৰু আপোনাৰ আগতে কওঁ। পিছে আপোনাৰ নামটো?

অনিল : অনিল।

মেনেজাৰ : Oh I see, আপোনাৰ নামেই তেন্তে অনিল।

অনিল : কিয় মোৰ নামটো আপোনাৰ পৰিচিত নেকি?

মেনেজাৰ : নাছিল। কিন্তু এতিয়া হৈছে। বিশেষকৈ এজনৰ মুখত বৰকৈ শুনি শুনি! আপুনি বাৰু মিঃ প্ৰদীপ দুৱৰাক চিনি পায় নে?

অনিল : কিয় নাপাম? এতিয়া তেওঁৰ তালৈকে মই যাম।

মেনেজাৰ : ডাক্তৰ চৌধুৰীৰ ছোৱালীগৰাকীৰ নাম শিখা নহয়নে?

অনিল : হয়। তেওঁৰ লগতেইতো প্ৰদীপৰ বিয়াৰ কথা ।

মেনেজাৰ : কিন্তু প্ৰদীপে কয় বিয়াৰ হেনো কোনো আশাই নাই।

অনিল : নাছিল এই মুহূৰ্তলৈকে। কিন্তু দেউতাকে মত দিয়াত সেই ভয় আঁতৰ হ'ল।

মেনেজাৰ : প্ৰদীপৰ কিন্তু ধাৰণা বেলেগ। আৰু যিমান দূৰ বুজিছোঁ তেওঁ কিবা কাৰণত ভুল বুজিছে নেকি?

অনিল : বৰ আচৰিত কথা। প্ৰদীপে ভুল বুজিবৰতো কোনো কাৰণ হোৱা নাই।

মেনেজাৰ : শিখাৰ কথাত আৰু বিশেষকৈ তপন বোলা ল'ৰা এজনে দিয়া ফটো এখন দেখি প্ৰদীপৰ বদ্ধমূল ধাৰণা হৈছে যে শিখাৰ সৈতে তেওঁৰ বিয়া আৰু কেতিয়াও সম্ভৱ নহয়।

অনিল : সেই ফটোখন কাৰ?

মেনেজাৰ : আপোনাৰ আৰু শিখা দেৱীৰ একেলগে তোলা ফটো।

অনিল : মোৰ আৰু শিখাৰ?

মেনেজাৰ : হয়। প্ৰদীপে ভাবিছে শিখাৰ বিয়া হ'ব আপোনাৰ লগতেই।

অনিল : মই আৰু শিখাতো কেতিয়াও তেনে ফটো তোলা নাই।

মেনেজাৰ : সঁচাকৈয়ে বৰ আচৰিত কথা। ই নিশ্চয়ই আপোনালোকৰ কোনো শত্ৰুৰ কাম। বোধহয় তপন বোলা ল'ৰাজনে সকলো কথা জানে।

অনিল : মোৰ বোধেৰে ই তপনৰে কাম। এদিন শিখাই তাক বৰ অপমান কৰিছিল। ময়ো বৰ সদ্ব্যৱহাৰ কৰা নাছিলোঁ। কিন্তু এই ফটোখন পালে ক'ত?

মেনেজাৰ : দুৰ্জনৰ উপায়ৰ অভাৱ নাই। দুখন বেলেগ নিগেটিভ একে কৰি প্ৰিন্ট কৰাটো একো টান কথা নহয়। বোধহয় সি কোনোবা ফটোগ্ৰাফাৰৰপৰা আপোনালোকৰ দুখন ফটোৰ নিগেটিভ বিচাৰি উলিয়াইছিল।

অনিল : এতিয়া বাৰু প্ৰদীপক সকলো কথা বুজাই ইয়ালৈ আনিব পাৰি কেনেকৈ? ইপিনে শিখাৰ গা যেনেকৈ বেয়াৰ পিনে ঢাল লৈছে, প্ৰদীপক আনিব নোৱাৰিলে যে তাইক বচোৱা যাব সেই বিষয়ে যথেষ্ট সন্দেহ আছে।

মেনেজাৰ : আপুনি একো নাভাবিব। মই সকলো ঠিক কৰি দিম। প্ৰদীপ এতিয়াও মোৰ ৰেষ্টুৰাঁত আছে। মই যাওঁ। তেওঁ কাইলৈ পুৱাই কলিকতালৈ যাব

অনিল : আপুনি যেনে তেনে প্ৰদীপক কলিকতালৈ নোযোৱাকৈ ৰাখকগৈ। এটা সামান্য কথাৰপৰা ইমানদূৰ। মই এতিয়াহে বুজিলোঁ, শিখাৰ অসুখৰ কাৰণ অকল দেউতাকেই নহয়। প্ৰদীপে ভুল বুজাৰ আঘাত বেচেৰীয়ে সহিব পৰা নাই। বাৰু ব'লক ময়ো আপোনাৰ লগতেই যাওঁ।

মেনেজাৰ : বাৰু ব'লক। দুজন হ'লে কামটো সহজ হ'ব।

(দুয়ো যায়। মাত লাহে লাহে আঁতৰি যায়। খন্তেক চাচ্‌পেন্স সংগীত। তাৰ পাছত ৰেষ্টুৰাঁৰ পৰিৱেশ।)

প্ৰদীপ : Wine, wine, wine—the only solace of my life ! এই মদিয়া টুপিয়েই মোৰ জীৱনৰ একমাত্ৰ সান্ত্বনা। কিন্তু মোৰ গিলাচত এটুপিও মদ নাই।

(মেনেজাৰ আৰু অনিল সোমাই আহে।)

মেনেজাৰ : মিঃ দুৱৰা—

প্ৰদীপ : কোন? মেনেজাৰ? For God sake have me another peg—please—

মেনেজাৰ ঃ মোক ক্ষমা কৰিব।

প্ৰদীপ ঃ মোৰ এই সময়ৰ একমাত্ৰ লগৰীয়া এই মদিৰা টুপিয়েই। তুমিতো জানা মই বৰ অকলশৰীয়া। বহল পৃথিৱীৰ বুকুত ক'তো মোৰ বাবে এই এধানিমানো আশ্ৰয় নাই। কোনেও মোক মৰম কৰি ওচৰলৈ মাতি নিনিয়ে।

অনিল ঃ তুমি এইবোৰ কি বলকিছা প্ৰদীপ?

প্ৰদীপ ঃ কোন? কোনে মাত দিলে?

অনিল ঃ মই অনিল?

প্ৰদীপ ঃ অ' অনিল। মোৰ সোণৰ সপোন ভাঙি দি ৰং চাবলৈ আহিছা?

মেনেজাৰ ঃ No No Mr Duarah সপোনপুৰীৰ ৰাজকুঁৱৰীয়ে আপোনক নিবলৈ সোণবৰণীয়া ৰথ পঠিয়াই দিছে। সেই ৰথৰ সাৰথি তেওঁ।

প্ৰদীপ ঃ মইতো তোমাৰ কোনো অন্যায় কৰা নাই মেনেজাৰ। তেন্তে আঘাতৰ ওপৰত কিয় পুনৰ এনেকে আঘাত কৰিছা।

অনিল ঃ ছিঃ ছিঃ প্ৰদীপ ; তুমি এনে অবুজ-হৈ পৰিছা কেলেই?

প্ৰদীপ ঃ কেলেই? এই প্ৰশ্নৰ উত্তৰ দিব কোনে? যাৰ বুকুৰ আগত সৰোবৰ সি কেনেকৈ বুজিব, এটুপী পানীৰ কাৰণে চট্‌ফটাই মৰাজনৰ অন্তৰত কি নিদাৰুণ যন্ত্ৰণা। তুমি যোৱা অনিল। তুমি যোৱা।

অনিল ঃ তুমি মোক ভুল বুজিছা প্ৰদীপ।

প্ৰদীপ ঃ ভুল বুজিছোঁ?

অনিল ঃ ভুল বুজিছা। অকল মোকেই নহয়। শিখাকো।

প্ৰদীপ ঃ তুমি এইবোৰ কি কৈছা অনিল?

অনিল ঃ মই ঠিকেই কৈছোঁ। তপনৰ কথাত ভোল গৈ তুমি মিছাতে শিখাজনীৰ ওপৰত এনে নিষ্ঠুৰ ব্যৱহাৰ কৰিছিলা। তোমাৰ আঘাত সহিব নোৱাৰি বেচেৰী আজি শয্যাশায়ী। আৰু পলম কৰিবৰ সময় নাই প্ৰদীপ, ব'লা সোনকালে ওলোৱা।

প্ৰদীপ ঃ ক'লৈ যাব লাগিব?

অনিল ঃ শিখাহঁতৰ ঘৰলৈ।

প্ৰদীপ ঃ মই তালৈ যাম কেনেকৈ? তাত যে মোৰ ঠাই নাই।

অনিল ঃ বলিয়ালি নকৰিবা প্ৰদীপ। আৰু এটা কথা তুমি শুনি সুখী হ'বা যে খুৰাদেৱে তোমাৰ আৰু শিখাৰ বিয়াত সম্মতি দিছে।

প্ৰদীপ ঃ সঁচাকৈয়েনে অনিল?

অনিল ঃ মই কেতিয়াও কাৰো ওচৰত মিছা কথা কোৱা নাই।

মেনেজাৰ ঃ ভায়া মই এনেয়ে কৈছিলোঁ নে সপোনপুৰীৰ ৰাজকুঁৱৰীয়ে সোণবৰণীয়া ৰথ পঠিয়াইছে আপোনাক নিবলৈ। ব'লক।
(ৰেষ্টুৰাঁৰ সংগীত ডাঙৰ হৈ নাইকিয়া হয়। শিখা আওজা চকিত বহি থাকে।

শিখা ঃ কোন?

মিনা ঃ মই মিনা।

শিখা ঃ মূৰটো পিহি দেচোন মিনা। বৰ বিষাইছে।

মিনা ঃ ভিক্স সানি দিওঁ—

শিখা ঃ দে। দেউতা ক'ত অ' মিনা?

মিনা ঃ সিটো কোঠাত।

শিখা ঃ দেউতাৰ গা কেনে? মূৰৰ অসুখটো কমিছেনে?

মিনা ঃ খুৰাদেউৰ বিষয়ে অকণো চিন্তা নকৰিবি। তেখেত ভালেই আছে।

শিখা ঃ মিছাকৈয়ে ফাকি দিছ মিনা। তহঁতে মোৰ আগত লুকুৱালেও মই দেউতাৰ অসুখ হোৱা বুলি জানো।

মিনা ঃ মূৰৰ অসুখটো অলপ বাঢ়িছিল হয়। কিন্তু এতিয়া একেবাৰে ভাল হৈছে।

শিখা ঃ অনিলদা ক'ত?

মিনা ঃ প্ৰদীপৰ তালৈ গৈছে।

শিখা ঃ কিয়?

মিনা ঃ প্ৰদীপক আনিবলৈ।

শিখা ঃ হঠাতেনো প্ৰদীপক আনিব লগা হ'ল কেলেই?

মিনা ঃ প্ৰদীপ ওচৰত থাকিলে তই ভাল নাপাবি জানো?

শিখা ঃ বেয়া পাম বুলিতো কোৱা নাই।

মিনা ঃ তেন্তে কিয় তেনেকৈ সুধিছ?

শিখা ঃ এনেয়ে।

মিনা ঃ শিখা, এটা বৰ ভাল খবৰ আছে নহয়।

শিখা ঃ কিনো?

মিনা ঃ এতিয়া নকওঁ।

শিখা ঃ নক'ব নাই।

মিনা ঃ খং কৰিলি নেকি?

শিখা ঃ নাই কৰা।

মিনা ঃ বাৰু শুন, খুৰাদেৱে তহঁতৰ বিয়াত সন্মতি দিছে।

শিখা ঃ অ'...........।

মিনা ঃ কি হ'ল? তই দেখোন অলপো উৎসাহ দেখুউৱা নাই?

শিখা ঃ দেউতাই বাৰু নিজ ইচ্ছাৰে সন্মতি দিছে নে জেঠাদেৱে বলেৰে সন্মতি লৈছে?

ঃ বলেৰে আকৌ সন্মতি ল'বলৈ যাব কেলেই?

ঃ আমাৰ বিয়াত সন্মতি দিওঁতে দেউতাই কিমানখিনি ত্যাগ স্বীকাৰ কৰিবলগীয়া হৈছে জান মিনা?

ঃ জানো শিখা। খুৰাদেৱে, নিজৰ আদৰ্শৰ প্ৰতি থকা মোহটো বহুতোখিনি এৰিব লগীয়া হৈছে।

ঃ আৰু তাৰ বাবে কিমানখিনি আন্তৰিক দুখ সহিবলগীয়া হৈছে সেই কথা এবাৰ ভাবি চাইছনে মিনা?

ঃ দুখ আৰু ত্যাগ স্বীকাৰ কৰিবলগীয়া হ'লেও এই ত্যাগ এই দুখত আনন্দ আছে শিখা।

ঃ দেউতাৰ পিনৰপৰা অৱশ্যে আছে কিন্তু মোৰ পিনৰপৰা?

ঃ তোৰ পিনৰপৰাও থকা উচিত। দেউতাৰ এই সন্মতিৰ কাৰণেই তই মুকলি মনেৰে প্ৰদীপৰ সৈতে ঘৰ-সংসাৰ কৰিব পাৰিব।

ঃ কিন্তু মই কেনেকৈ পাহৰিম মিনা যে মোৰ কাৰণেই দেউতাই ইমান ডাঙৰ ত্যাগ স্বীকাৰ কৰিবলগীয়া হ'ল। তদুপৰি আজি মই ভালদৰে বুজি পাইছোঁ মিনা, যে দেউতাই সঁচা কথাকে কৈছিল।

ঃ তই দেখোন কৈছিলি খুৰাদেউৰ কথাবোৰ বুজিবলৈ টান পাৱ বুলি।

ঃ এদিন বুজি নাপালোঁ বুলিয়েই যে কেতিয়াও নুবুজিম তাৰ জানো কিবা অৰ্থ আছে?

ঃ তেন্তে তইনো কি কৰিব খুজিছ?

ঃ একো কৰিবলৈকে খোজা নাই। মাথোঁ ভাবিছোঁ। সঁচাকৈয়ে মিনা, দেউতাই ঠিকেই কৈছিল যে সকলো ক্ষেত্ৰতে বিবাহটোৱেই প্ৰেমৰ পৰিণতি হৈ নপৰে আৰু হোৱা উচিতো নহয়।

ঃ তই কি ক'ব খুজিছ মই বুজি পোৱা নাই।

ঃ ধৰ এজনী ছোৱালীয়ে এটা ল'ৰাক ভাল পায়। বিয়া কৰাবলৈকো ইচ্ছা কৰে—আৰু সেই ইচ্ছা কাৰ্যত পৰিণত কৰিবলৈ যি কোনো প্ৰতিকূল অৱস্থাৰে সমুখীন হ'বলৈ সাজু। এই ছোৱালীজনীয়ে যেতিয়া যি কোনো ঘটনা সূত্ৰত বুজে যে ল'ৰাটোৱে ভালপোৱাৰ সুযোগ লৈ ছোৱালীজনীৰ নাৰীত্বক অৱমাননা কৰিছে, বা ল'ৰাটোৰ বিষয়ে ছোৱালীজনীৰ যি ধাৰণা আছিল, ল'ৰাটোৰ ব্যৱহাৰে সেই ধাৰণা যদি ভুল বুলি প্ৰমাণ কৰে—তেন্তে বাৰু সেই ছোৱালীজনীৰ কৰ্তব্য কি?

(উত্তম সোমাই আহে)

ঃ আই শিখা—

ঃ দেউতা—

উত্তম : কেনে আছ আই? ভাল পাইছনে?

শিখা : মই বহুতো ভাল পাইছোঁ দেউতা। আশাকৰোঁ দুই-এদিনতে উঠি ফুৰিবও পাৰিম।

উত্তম : কিয়নো ভাল নহ'বি আই? মনটো অশান্তিত নাৰাখিবি আই।

শিখা : আপোনাৰ গা কেনে দেউতা?

উত্তম : মোৰনো ভাল-বেয়া কিটো আছে আই? তইঁতৰ ভালেই মোৰ ভাল, তইঁতৰ বেয়াই মোৰ বেয়া।
(আঁতৰত মটৰৰ হৰ্ণ।)
সৌৱা প্ৰদীপ আহিছে চাগে। ব'ল মিনা আমি সিটো কোঠালৈকে যাওঁ।

মিনা : ব'লক খুৰাদেউ।

শিখা : দেউতা।

উত্তম : কি হ'ল আই?

শিখা : আৰ্শীবাদ কৰিব দেউতা মই যেন মোৰ মনৰ শকতি কেতিয়াও নেহেৰুৱাওঁ।

উত্তম : মোৰ আৰ্শীবাদ বিচাৰিব লাগিছে নে আই? মোৰ শুভ ইচ্ছাই যে তইঁতক সকলো সময়তে আগুৰি ৰাখিছে আই।
(দুয়ো যায়। খন্তেক চাচ্‌পেঞ্চ সংগীত।)

প্ৰদীপ : শিখা, মই আহিছোঁ। তোমাৰ ওচৰত ক্ষমা বিচাৰিবলৈ আহিছোঁ শিখা। মোক ক্ষমা কৰিবানে?

শিখা : আহা প্ৰদীপ, বহা এইখিনিতে, বিছনাখনতে বহা।

প্ৰদীপ : মোক ক্ষমা কৰিবানে নকৰা নক'লা দেখোন শিখা?

শিখা : কিহৰ বাবে প্ৰদীপ? তুমিতো কোনো অপৰাধ কৰা নাই।

প্ৰদীপ : মই ভুল বুজি তোমাৰ অন্তৰত আঘাত দিছোঁ শিখা।

শিখা : তোমাৰ সেই আঘাতে মোৰ অন্তৰৰ চকু মুকলি কৰি দিলে প্ৰদীপ।

প্ৰদীপ : তোমাৰ কথা বুজি নাপালোঁ শিখা!

শিখা : মইতো সাঁথৰত কথা কোৱা নাই।

প্ৰদীপ : আমাৰ বিয়াত তোমাৰ দেউতাৰাই হেনো সন্মতি দিছে।

শিখা : সেই কথা মই জানো প্ৰদীপ।

প্ৰদীপ : ভগৱানৰ আশীৰ্বাদত তেন্তে আমাৰ বাটৰ প্ৰধান হেঙাৰেই আঁতৰিল নহয় নে শিখা?

শিখা : সেই হেঙাৰৰ বাবে সঁচাকৈয়ে আমাৰ বিয়া বন্ধ হৈ থাকিল হয়, জানো প্ৰদীপ? আৰু এই হেঙাৰ আঁতৰিল বুলিয়েই যে এতিয়াও বিয়াখন সম্ভৱ হ'ব সেই কথা জানো ডাঠি ক'ব পাৰা?

প্ৰদীপ : কিয় ক'ব নোৱাৰিম শিখা? এতিয়াতো আমাৰ বিয়াত কোনেও বাধা নিদিয়ে।

শিখা : বাহিৰা বাধাই জানো একমাত্ৰ বাধা প্ৰদীপ?

প্ৰদীপ : মোৰ অন্তৰতো এই বিষয়ে কোনো বাধা নাই। এবাৰ ভুল কৰিছিলোঁ হয়। কিন্তু মোৰ সেইটো ভুল বুলি যেতিয়া জানিব পাৰিলোঁ—

শিখা : ভুলটোক ভুল বুলি স্বীকাৰ কৰিলেই জানো ভুল কৰা বা ভুল বুজাৰ প্ৰবৃত্তিটো নাইকিয়া হৈ যাব?

প্ৰদীপ : মই সঁচাকৈয়ে তোমাৰ কোনো কথাই বুজি পোৱা নাই শিখা।

শিখা : মোৰ কথা বুজি পোৱা বা নোপোৱা এইটো তুমি জানি থোৱা আৱশ্যক যে দেউতাই সন্মতি দিলেও তোমাৰে মোৰে বিয়াটো কেতিয়াও সম্ভৱ হ'ব নোৱাৰে।

প্ৰদীপ : তুমি তেন্তে মোক ভাল নোপোৱা নেকি শিখা?

শিখা : ভাল পাওঁ। আৰু আজীৱন পাম কিন্তু ভালপোৱা আৰু বিয়া একে বস্তু নহয়। মই তোমাক ভাল পাওঁ সঁচা। আৰু তুমিও মোক ভাল পোৱা সিও সঁচা। কিন্তু তোমাৰ মনৰ যিটো গতি, অলপতে তুমি যেনেকৈ নিজৰ দুৰ্বলতা প্ৰকাশ কৰা, আনৰ কথাত ভোল গৈ মোৰ চেনেহত বিশ্বাস হেৰুউৱা তেনে অৱস্থাত আমি দুয়ো সাংসাৰিক জীৱনৰ দায়িত্ববোৰ কেতিয়াও পালন কৰিব নোৱাৰিম। সদায়ে সৰু সৰু ঘটনাই আমাৰ জীৱন বিষময় কৰি, আমাৰ দুয়োৰে ভিতৰত থকা ভালপোৱাক বিকশিত হ'বলৈ নিদিব, তাৰ অৱমাননা কৰিব।

প্ৰদীপ : তেন্তে তুমি কি কৰিব খুজিছা?

শিখা : মই দেউতাৰ আদৰ্শৰ আৰ্হিতে মোৰ জীৱন গঢ়ি তুলিম বুলি ঠিক কৰিছোঁ।

প্ৰদীপ : আজিৰপৰা মোৰো সেই পণেই হওক শিখা। তোমাৰ চেনেহে দিয়ক মোৰ অন্তৰত শকতি মই যেন কেতিয়াও নিজকে পাহৰি তোমাকো পাহৰিবলৈ চেষ্টা নকৰোঁ। মই বাট চাম শিখা—প্ৰয়োজন হ'লে আজীৱন বাট চাম—যদি এনে দিন আহে আৰু তুমি মোৰ নিষ্ঠাত প্ৰত্যয় যাব পাৰা—সেইদিনা মই মোৰ অন্তৰৰ সপোন দিঠকত পৰিণত কৰিম—সেইদিনা ধৰালৈ নামিব সৰগ।

(স্বৰোদৰ গহীন আলাপত নাটক শেষ হয়)

# অংগীকাৰ

পাত্ৰ-পাত্ৰী ঃ

স্বৰ্গদেউ চক্ৰধ্বজ সিংহ, বুঢ়াগোহাঁই, লাচিত আৰু তামুলী

# ।। উদ্বোধন গীত ।।

শতৰু ভেটিম
স্বদেশ ৰাখিম
ৰাখিম স্বৰ্গদেউৰ মান
কৰিছোঁ অংগীকাৰ।

বুকুৰ তেজেৰে
ধুই দিম আমি
অতীতৰ অপমান
আহ ওলাই আহ
কাঁড়ী হিলৈদাৰ
কৰিছোঁ অংগীকাৰ।

ওফৰাই বাধা
যাম আগবাঢ়ি
গতি দুৰ্নিবাৰ
পৰাধীন হৈ
জীয়াই নাথাকোঁ
কৰিছোঁ অংগীকাৰ।

# ।। অংগীকাৰ।।

[ স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ তামুলী চ'ৰা। তেখেতে বৰ চিন্তিতভাৱে কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ অহা-যোৱা কৰি আছে। কিবা এটা যেন বৰ গধুৰ সমস্যা চকুৰ আগত ভাহি উঠিছে। এনেকৈ অলপ সময় যোৱাৰ পিছত এখন আসনত আহি বহে আৰু লাহে লাহে আপোন মনে ক'বলৈ ধৰে। দৃষ্টি দূৰত নিবদ্ধ। ]

চক্ৰধ্বজ : আজি চাৰিদিনে মঙল চোৱা হ'ল অথচ কাৰো নাম বাছনিত নুঠিল। কাক যে প্ৰধান সেনাপতি নিযুক্ত কৰোঁ আজিলৈকে ঠিক কৰিব নোৱাৰিলোঁ। ইপিনে আকৌ মোগলৰ বিপুল সৈন্যবাহিনীয়ে অসম গ্ৰাস কৰিবলৈ বলিয়া হাতীৰ দৰে সকলো বাধা ওফৰাই আগবাঢ়ি আহিব ধৰিছে। (অলপ ৰৈ) মোৰ সোণৰ অসমক এইবাৰ আৰু ৰক্ষা কৰিব নোৱাৰিম। (কথাৰ ধৰণ সলাই) সকলো আছে। অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত মোৰ প্ৰত্যেকটো সৈন্যই মৰণ পণ কৰি সাজু হৈ আছে—শত্ৰুৰ নিষ্ঠুৰ গৰাহৰপৰা দেশক ৰক্ষা কৰিবলৈ। (এটা হুমুনিয়াহ কাঢ়ি) নাই মাথোন উপযুক্ত সেনা নায়ক!

(এনেতে হাঁহি মুখে তেখেতৰ নিজা তামুলীৰ প্ৰৱেশ)

তামুলী : স্বৰ্গদেউ! আজি এটি বৰ সুখবৰ আছে।

চক্ৰধ্বজ : সেইবাবে নিশ্চয় তুমি শলাগৰ পাত্ৰ।

তামুলী : অধমে শ্ৰীচৰণৰ ধূলিহে বিচাৰে!

চক্ৰধ্বজ : বাৰু তামুলী। আজিনো কি ন-বতৰা শুনাবলৈ মন মেলিছা?

তামুলী : স্বৰ্গদেউক শুনাবলৈকেতো অধমে ইমান খৰ-ধৰকৈ চেঁকুৰি আহিছোঁ।

চক্ৰধ্বজ : সন্তোষৰ কথা তামুলী, পলম নকৰিবা। এতিয়া ভাল মানুহৰ দৰে খৰকৈ কথাটো কৈ পেলোৱাচান।

তামুলী : অধমে আগৰপৰাই জানিছিলোঁ, স্বৰ্গদেউৰ সুশাসনত কোনো অমংগলে কেতিয়াও প্ৰজাক চুব নোৱাৰে।

চক্ৰধ্বজ : শত্ৰু যে তোমাৰ দুৱাৰমুখত সেই কথা পাহৰি গ'লা হ'বলা!

তামুলী : তেনেকুৱা হাজাৰ শত্ৰুক স্বৰ্গদেৱে ইচ্ছা কৰিলে মহ-মাখি মৰাৰ দৰে একেবাৰে মোহাৰি পেলাব পাৰে।

চক্ৰধ্বজ : দেশৰ এই দুৰৱস্থাতো সেই কথা তুমি ক'বলৈ সাহ কৰা নে?

তামুলী : কিয় নকৰিম? স্বৰ্গদেউৰ কৃপা হ'লে অধমে সেই ভাৰসা সদায়ে ৰাখোঁ।

চক্ৰধ্বজ : তোমাৰ কথা শুনিলে হাঁহি উঠে তামুলী। বাৰু তুমি কাকনো সেনাপতি পাতিব খুজিছা?

তামুলী : তাকে ক'ম বুলিয়েইতো খৰখেদাকৈ আহিছোঁ স্বৰ্গদেউ।

চক্ৰধ্বজ : অ' তুমি হ'বলা মনতেই সেই বাব কাৰবাক দি থৈছা?

তামুলী : আজিৰ বাছনিত এজনৰ নাম উঠিছে স্বৰ্গদেউ!

চক্ৰধ্বজ : (আচৰিত আৰু আনন্দত অধীৰ হৈ) বাছনিত নাম উঠিছে? তুমি সচাঁ কৈছানে তামুলী?

তামুলী : আপোনাৰ ওচৰত মিছা মতাৰ দুৰ্বুদ্ধি অধমৰ এতিয়াও হোৱা নাই।

চক্ৰধ্বজ : বাছনিত নাম উঠিছে! কাৰ? কাৰ নাম উঠিছে তামুলী?

তামুলী : স্বৰ্গদেউ! আতন বুঢ়াগোহাঁইৰ ছাঁ স্বৰূপ অতিকে প্ৰিয় লাচিতৰ।

চক্ৰধ্বজ : (আচৰিত হৈ) সেই কোমল বয়সীয়া দোলা-কাষৰীয়া বৰুৱাৰ?

তামুলী : হৈছে স্বৰ্গদেউ।

চক্ৰধ্বজ : বাৰু তামুলী তুমি ততালিকে বুঢ়াগোহাঁইক মই মাতিছোঁ বুলি কোৱাগৈ।

তামুলী : ভাল স্বৰ্গদেউ। (প্ৰস্থান)

চক্ৰধ্বজ : (মুখৰপৰা চিন্তাৰ ভাব বহুতোখিনি আঁতৰিছে, সেই ঠাইত এক শান্ত আনন্দৰ আভাস দেখা যায়।) হে প্ৰভু! তোমাৰ কৃপাত চেনেহী মাতৃ অসমক ৰক্ষা কৰিবলৈ ইমান দিনৰ মূৰত নিশ্চয় যোগ্যজনৰেই নাম বাছনিত উঠিছে। মোগলৰ আগত অসমীয়াই বীৰদৰ্পে থিয় হ'বই লাগিব। অসমীয়াই কোনো দিনে কাৰো ওচৰত নিজৰ আত্মমৰ্যাদা নেবেচে। হে প্ৰভু, আজিও যেন অসমে স্বকীয় প্ৰভুত্বৰ বিজয় নিচান আকাশে-বতাহে উৰুৱাব পাৰে।

(বুঢ়াগোহাঁইৰ প্ৰৱেশ)

বুঢ়াগোহাঁই : স্বৰ্গদেউ, সেৱা ল'ব।

চক্ৰধ্বজ : বহক বুঢ়াগোহাঁই ডাঙৰীয়া। আজিৰ বাছনিত বোলে দোলা-কাষৰীয়া বৰুৱা লাচিতৰ নাম উঠিছে?

বুঢ়াগোহাঁই : হৈছে স্বৰ্গদেউ।

চক্ৰধ্বজ : কথাটো সচাঁকৈয়ে বৰ আচৰিত বাৰু লাচিত জানো মোমাই তামুলী বৰবৰুৱাৰ সন্তান নহয়?

বুঢ়াগোহাঁই : ৰাইজে সেই বুলিয়েই জানে স্বৰ্গদেউ।

চক্ৰধ্বজ : আপুনি সেইদৰে ক'লে কেলেই? আপোনাৰ কথাৰ আঁৰত কিবা ৰহস্য লুকাই আছে যেন অনুমান হৈছে।

বুঢ়াগোঁহাই : খেনোৱে কয়, অৱশ্যে সেইবোৰ কথাত এতিয়া আৰু কাণ দিব নালাগে।

চক্ৰধ্বজ : খেনোৱে কি কয়?

বুঢ়াগোহাঁই : মোমাই তামুলী বৰবৰুৱা ডাঙৰীয়াই লাচিতক হেনো তুলিহে লৈছিল।

চক্ৰধ্বজ : এৰা সেইবোৰ কথালৈ এতিয়া কাণ দিয়া অযুগুত হ'ব। বাছনিত যেতিয়া লাচিতৰ নাম উঠিছে লাচিতক মোগলৰ বিৰুদ্ধে সেনাপতি নিযুক্তি কৰাৰ বিষয়ে ভবাটোহে সমীচীন হ'ব।

বুঢ়াগোহাঁই : স্বৰ্গদেৱে উচিত কথাকে কৈছে। মোমাই তামুলী বৰবৰুৱা বিচক্ষণ পুৰুষ আছিল বুলি স্বৰ্গদেৱে জানে। কেনেকৈ নিজৰ কৰ্ম প্ৰেৰণা, ৰাজসিংহাসনৰ প্ৰতি আনুগত্য আৰু কৰ্তব্য নিষ্ঠাৰে নিঃকিন অৱস্থাৰপৰা বৰবৰুৱা পদ পাইছিল, সেই কথাও স্বৰ্গদেউৰ অবিদিত নহয়। সেয়ে এনে এজন পিতৃৰ তলত সকলো ধৰণৰ শিক্ষা লভি লাচিতো যে তেনে গুণৰ অধিকাৰী হ'ব তাত সন্দেহ কৰিবৰ থল নাই স্বৰ্গদেউ।

চক্ৰধ্বজ : লাচিত ৰাজমন্ত্ৰী ডাঙৰীয়াৰ হাঁচতি-ধৰা তামুলী পদতো নিযুক্ত হোৱা নাছিল জানো?

বুঢ়াগোহাঁই : হয় স্বৰ্গদেউ। সেই সুবিধাতে স্বৰ্গদেউৰ বৰচ'ৰালৈ অহা-যোৱা কৰি ৰাজনীতিৰ জ্ঞানো কিছু পৰিমাণে লাভ কৰিছে। চফল ডেকা হ'লেও দেশৰ বৰ্তমান বিপৰ্যয়ৰ সম্ভেদ লাচিতে বাৰুকৈয়ে পাইছে আৰু কিদৰে দেশক উদ্ধাৰ কৰিব পাৰি সেই বিষয়েও গুণাগথা কৰিছে।

চক্ৰধ্বজ : ইতিমধ্যে লাচিত চাগে সামৰিক শিক্ষাতো পাৰ্গত হৈ উঠিছে।

বুঢ়াগোহাঁই : তাৰ প্ৰমাণ ল'লেই পতিয়ন যাব পাৰিব স্বৰ্গদেউ। ঘোঁৰা বৰুৱাৰ পদত লাচিতে সাহসৰ পৰিচয় দিছিল। কাকো মানিব নোখোজা ঘোঁৰাক লাচিতে বশ মনাব পাৰিছিল।

চক্ৰধ্বজ : দুলীয়া বৰবৰুৱা আৰু শিমলুগুৰীয়া ফুকনৰ পদতো লাচিতে পাৰদৰ্শিতা দেখুৱাইছিল।

বুঢ়াগোহাঁই : তাৰ পাছত স্বৰ্গদেৱে সন্তুষ্ট হৈ লাচিতক দোলা-কাষৰীয়া পদটো দিছিল। এই বাবটোৰ দায়িত্বত থাকোঁতেই লাচিতে মীৰজুমলাৰ অসম আক্ৰমণৰ সময়ত দিখৌমুখত বীৰত্বৰে যুঁজিছিল।

চক্ৰধ্বজ : এদিন পৰীক্ষা কৰি চাবৰ মনেৰে মই লাচিতক সুধিছিলোঁ কেনেকৈ গুৱাহাটীত থকা মোগলৰ ফৌজদাৰসকলক বিতাৰিত কৰিব পৰা যাব। উত্তৰত নিৰ্ভীকভাৱে লাচিতে কৈছিল, "মোগলো মানুহহে। তেনে মানুহ

স্বৰ্গদেউৰ ৰাজ্যতো বিচাৰিলে ওলাব। স্বৰ্গদেৱে পদধূলা দি আশীৰ্বাদ দিবলৈ মাথোন মন কৰিবহে লাগে।” তেনে উত্তৰ শুনি সেইদিনা মই বৰ সন্তুষ্ট হৈছিলোঁ। লাচিতৰ বহল পূৰ্ণচন্দ্ৰৰ দৰে মুখখনত আৰু অতিকে উজ্জ্বল চকুযোৰত দেখা পাইছিলোঁ দেশক শত্ৰুৰ গৰাহৰপৰা মুক্ত কৰাৰ দৃঢ় প্ৰতিজ্ঞা। সেয়ে আজি বাছনিতো লাচিতৰ নাম উঠা দেখি দুৰৈৰ আন্ধাৰ দিগন্তত যেন মই দেখা পাইছোঁ আশা—পোহৰৰ ৰেঙণি। বাৰু বুঢ়াগোহাঁই ডাঙৰীয়া লাচিতক এবাৰ মোৰ ওচৰলৈ পঠিয়াই দিয়কগৈচোন।

বুঢ়াগোহাঁই ঃ ভাল স্বৰ্গদেউ

(বুঢ়াগোহাঁইৰ প্ৰস্থান)

চক্ৰধ্বজ ঃ তামুলী।

তামুলী ঃ (প্ৰৱেশ কৰি) স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ তুমি এটা ডাঙৰ কাম কৰিব লাগিব তামুলী।

তামুলী ঃ স্বৰ্গদেউৰ আদেশ হ'লে নিশ্চয় কৰিব লাগিব!

চক্ৰধ্বজ ঃ লাচিত এতিয়াই মোৰ ইয়ালৈ আহিব। মোৰ আগত যেতিয়া আঁঠু ল'ব, সেই সময়তে তুমি তেওঁৰ মূৰত পিন্ধা বস্ত্ৰ ওফৰাই দিব লাগিব ; পাৰিবা?

তামুলী ঃ স্বৰ্গদেউৰ আদেশ হ'লে অধমে ইয়াতকৈও টান কাম কৰিবলৈ সাহ ৰাখে।

চক্ৰধ্বজ ঃ বাৰু ভাল কথা। বৰ সাৱধানে কিন্তু কামটো কৰিব লাগিব।

(লাচিতৰ প্ৰৱেশ)

লাচিত ঃ স্বৰ্গদেৱে আমাক সুঁৱৰিছিল।

(লাচিতে স্বৰ্গদেউক সেৱা কৰে আৰু তামুলীয়ে লাচিতৰ মূৰৰ বস্ত্ৰ ওফৰাই দিয়ে। লাচিতে খঙত একেবাৰে ৰুদ্ৰমূৰ্তি ধৰি খাপৰপৰা হেংদাং উলিয়াই তামুলীক কাটিবলৈ যায়।)

লাচিত ঃ পাপিষ্ঠ নৰাধম তোৰ ইমান সাহ, মোৰ শিৰত হাত দিয়।

চক্ৰধ্বজ ঃ (থাপমাৰি লাচিতৰ হাতত ধৰি) ডেকা, তুমি পাহৰি গৈছা, তোমাৰ স্বৰ্গদেউ তোমাৰ আগত! কোন সাহত তুমি মোৰ নিজা তামুলীক বধ কৰিবলৈ আগুৱাই যোৱা! তোমাৰ উপযুক্ত শাস্তি হ'ব।

লাচিত ঃ (শান্ত হৈ আকৌ আঁঠুকাঢ়ি হেংদাং স্বৰ্গদেউৰ চৰণ তলত থৈ) দোষ হৈছে, ক্ষমা কৰিব। যি কোনো শাস্তিকেই গ্ৰহণ কৰিবলৈ সাজু আছোঁ।

চক্ৰধ্বজ ঃ নিজকে পাহৰি যোৱাতো তোমাৰ অকণো উচিত হোৱা নাই।

লাচিত ঃ আই অসমীৰ পূজাৰ কাৰণে যি শিৰ সকৰেপৰা নিবেদন কৰিছোঁ তাক স্পৰ্শ কৰি অপবিত্ৰ কৰাটো প্ৰাণ থাকে মানে সহিব নোৱাৰিম স্বৰ্গদেউ।

চক্ৰধ্বজ : (মুখত আনন্দ, লাচিতক হাতত ধৰি তোলে) তোমাৰ কোনো দোষ হোৱা নাই লাচিত। মই মাথোঁ তোমাক পৰীক্ষা কৰিছিলোঁ। তোমাৰ দেশপ্ৰীতি আৰু নিৰ্ভীকতাই মোক সচাঁকৈয়ে সন্তুষ্ট কৰিছে। (নিজৰ বহুমূলীয়া হেংদাং লাচিতৰ হাতত দি) পুৰস্কাৰ স্বৰূপে এই বহুমূলীয়া হেংদাং তুমি গ্ৰহণ কৰা। আজিৰপৰা তুমি প্ৰধান সেনাপতি বৰফুকনৰ পদত নিযুক্ত হ'লা। তোমাৰ স্বদেশ প্ৰীতি যেন সদায় অটুট থাকে।

লাচিত : (স্বৰ্গদেউৰ আগত আঁঠু লয়)

চক্ৰধ্বজ : (টেঙালি হাতত দি) আজিৰ এই সন্ধিক্ষণত বিদেশী শত্ৰুৰ গৰাহৰপৰা দেশক ৰক্ষা কৰিবলৈ একমাত্ৰ তুমিয়েহে পাৰিবা লাচিত। তোমাৰ মুখলৈকে চাই মই বাট চাই থাকিম। মনত ৰাখিবা জয় তোমাৰ হ'বই লাগিব। মনত ৰাখিবা দেশৰ স্বাধীনতা আজি তোমাৰ হাততেই।

লাচিত : (থিয় হয়)

চক্ৰধ্বজ : আহা সেনাপতি লাচিত, তোমাৰ কপালত বিজয় তিলক পিন্ধাই দিওঁ। (কপালত নিজ হাতেৰে ফোঁট দিয়ে)

চক্ৰধ্বজ : মনত ৰাখিবা লাচিত, মনত ৰাখিবা তুমি অসমীয়া তোমাৰ দেহৰ প্ৰতি সিৰাই সিৰাই প্ৰতিশোধৰ উত্তপ্ত তেজ বব ধৰিছে। মনত ৰাখিবা তোমাৰ পবিত্ৰ শিৰত আছে ভগৱানৰ আশীৰ্বাদ। বুকুত ধ্বনিত হৈছে গোটেই জাতিৰ উদগনি, মনত ৰাখিবা তুমি মুক্তি পূজাৰ শ্ৰেষ্ঠ পূজাৰী। তোমাৰ জয় অৱশ্যম্ভাৱী।

লাচিত : আশীৰ্বাদ কৰক স্বৰ্গদেউ। যেন তৰুণ সেনাপতিৰ এই প্ৰথম প্ৰয়াসে দেশক, স্বজাতিক বিজয় গৌৰৱেৰে গৌৰৱান্বিত কৰিব পাৰে। যেন আইৰ সেৱাত, দেশৰ সেৱাত লাচিতে কেতিয়াও পৰাজয়ৰ গ্লানি সহিব নেলাগে। আশীৰ্বাদ কৰক, স্বাধীন ৰজাৰ তলত, স্বাধীন দেশত বাস কৰাৰ অংগীকাৰ যেন চিৰ অম্লান হৈ থাকে। আশীৰ্বাদ কৰক যেন নিজ প্ৰাণ তুচ্ছ কৰি স্বৰ্গদেউৰ স্পৰ্শত পবিত্ৰ এই দেহৰ শেষ ৰক্ত বিন্দু আৰু এই সংকল্পিত শিৰ যেন আই জনমভূমিৰ স্বাধীনতা যজ্ঞৰ হোমাগ্নিত আহুতি দিব পাৰোঁ। জয় আই অসম।
(হেংদাঙেৰে লাচিতৰ শিৰ স্পৰ্শ কৰি)

চক্ৰধ্বজ : শত্ৰুৰ স্পৰ্শই অপবিত্ৰ কৰিব নোৱাৰে দেশৰ কাৰণে নিবেদিত এই পবিত্ৰ শিৰ। জয় আই অসম।
(ভিতৰত বিজয় শংখ বাজি উঠে আৰু "জয় আই অসম" "জয় লাচিতৰ জয়" "জয় বৰ সেনাপতিৰ জয়" শব্দই দশোদিশ তোলপাৰ কৰি তোলে। লগে লগে পট পৰে।)

●●

# সিংহগড়

(দ্বিতীয় তাণ্ডবণ)

পাত্র-পাত্রী ঃ

শিবাজী, জিজাবাঈ, তানাজী, সূর্য, উদয়ভান, সৈন্যসকল

# ।। সিংহগড় ।।

[ প্ৰতাপগড়ত শিৱাজী আৰু মাক জিজাবাঈ ]

শিৱাজী ঃ মাতৃ, তুমি ভয় নকৰিবা, তোমাৰ সন্তানে পাহৰা নাই দেশপ্ৰেম, পাহৰা নাই মাৰাঠা শক্তিৰ অভ্যুত্থানৰ কথা। মা ভৱানীৰ আশীৰ্বাদ আৰু তোমাৰ আশীৰ্বাদৰপৰা যেতিয়ালৈকে বঞ্চিত নহওঁ তেতিয়ালৈকে তোমালোকৰ সন্তান এই শিৱাজীয়েও নাপাহৰে নিজৰ কৰ্তব্যৰ কথা।

জিজা ঃ মই জানো সেই কথা। কিন্তু আজি তিনিবছৰে হাত সাৰটি বহি থকাৰ ফলত মোগলে দাক্ষিণাত্যত শক্তি সঞ্চয় কৰিবলৈ সুবিধা পাইছে। ইংৰাজ বণিকসকলে ভাবিছে মাৰাঠা সকলো মোগলৰ প্ৰবল বিক্ৰমৰ সমুখত নিস্তেজ নিবীৰ্য্য হৈ পৰ্বত গুহাত লৈছে আশ্ৰয়।

শিৱাজী ঃ কিন্তু তুমিতো মাতৃ, তোমাৰ সন্তানক ভালদৰে চিনিপোৱা। আগ্ৰাত বন্দী কৰি থৈ সম্ৰাট ঔৰংজেৱে ভাবিছিল কৰায়ত্ত কৰিলে মাৰাঠা কেশৰীক। কিন্তু মাতৃ ভৱানীৰ আশীৰ্বাদত যিদিনা কৌশলেৰে সেই চক্ৰবেহুৰ ভিতৰৰপৰা মুকলি হৈ আহিলোঁ সেই দিনাৰেপৰা নিশ্চয় সম্ৰাটে হেৰুৱালে চকুৰ টোপনি। ইংৰাজ বণিকে আমাক দুৰ্বল বুলি ভাবিলেও চতুৰ ঔৰংজেৱে নিশ্চয় আমি হীনবল হৈ মোগলৰ বশ্যতা স্বীকাৰ কৰি লৈছোঁ বুলি ভবা নাই।

জিজা ঃ কিন্তু এনেকৈ আৰু কিমান দিন কটাবি পুত্ৰ। শুই থাকিবৰ সময় উকলি গ'ল।

শিৱাজী ঃ আমাক ভুল নবুজিবা মাতৃ। আমি শুই থকা নাই। মোগলৰ চকুত ধূলি দি আমি কৰিছোঁ শক্তি সঞ্চয়। মিতিৰালিৰ অভিনয় কৰি মাৰাঠা জাতিক কৰিছোঁ সংগঠিত। নহ'লে আগ্ৰাৰ দুৰ্গৰপৰা মুকলি হৈ অহাৰ পাছতে যদি ঔৰংজেৱে আমাৰ দেশ আক্ৰমণ কৰিবলৈ সৈন্য পঠালে হয় তেন্তে হয়তো আমাৰ অস্তিত্বকে কোনেও আজি বিচাৰি নাপালে হয়। তুমিতো জানা মাতৃ কি বিপদ-বিঘিনি মূৰ পাতি লৈও তোমাৰ সন্তান উভতি আহিছিল তোমাৰ বুকুৰ মাজলৈ।

জিজা : সেই কথা মই পাহৰা নাই শিৱা। মোৰ মাথোঁ আশংকা হয় বেছিদিন এইদৰে একো নকৰাকৈ বহি থাকিলে হয়তো মাৰাঠা জনসাধাৰণৰ অন্তৰৰপৰা বিলুপ্ত হ'ব উৎসাহ, উদ্দীপনা।

শিৱাজী : সেই ভুল মাৰাঠায় নকৰে মাতৃ। মা ভৱানীৰ আশীৰ্বাদত প্ৰত্যেকজন মাৰাঠা একো একোটি জুইৰ ফিৰিঙতি। সিহঁতৰ চেনেহৰ শিৱাজীৰ অপমানৰ পোটক তুবিলৈ প্ৰত্যেকেই দৃঢ় প্ৰতিজ্ঞ।

জিজা : বাতৰি পাইছোঁ, ঔৰংজেৱে হেনো এইবাৰ মাৰাঠাৰ বিৰুদ্ধে সৈন্য সমাৱেশ কৰিবলৈ আদেশ দিছে সেনাপতি দিলিৰখাঁ আৰু সেনাপতি দাউদখাঁক। তেওঁলোকে সম্ৰাট পুত্ৰ মুৱাজ্জমৰ সৈতে একেলগ হৈ মাৰাঠাৰ ওপৰত জাঁপিয়াই পৰিবলৈ সুবিধা বিচাৰি আছে।

শিৱাজী : সেই সুযোগ, সেই সুবিধা সিহঁতক দিয়া নহ'ব মাতৃ। আমি ইমান দিনে নিৰৱে আছিলোঁ যদিও আৰু নিৰৱে নাথাকোঁ। সংগঠিত মাৰাঠা সৈন্যই ইতিমধ্যে—পুৰন্দৰৰ সন্ধি অনুযায়ী মোগলৰ হাতত সমৰ্পণ কৰা কেবাটাও দুৰ্গ পুনৰ অধিকাৰ কৰিছে। দুৰ্গ ৰক্ষাৰ বাবে মোগল আৰু ৰাজপুতৰ মিলিত সৈন্য বাহিনীয়ে বীৰত্বৰে যুদ্ধ কৰিছে হয়, কিন্তু মাৰাঠাৰ ৰণ কৌশল আৰু দেশ প্ৰেমৰ আগত কোনো তিষ্ঠিব পৰা নাই।

জিজা : মোৰ মানত এই বীৰত্বৰ আৰু যুদ্ধজয়ৰ গৌৰৱ কৰা নিৰৰ্থক শিৱা।

শিৱাজী : কিয় মাতৃ?

জিজা : যিমান দিনলৈকে কোন্দনা দুৰ্গ মোগলৰ হাতত থাকিব, যিমান দিনবলৈ দুৰ্গাধিপতি উদয়ভান জীয়াই থাকিব সিমান দিনলৈকে দুৰ্গজয়ৰ গৌৰৱ কৰা অৰ্থহীন।

শিৱাজী : সেইবুলিয়েই যদি ভাবিছা তেন্তে অংগীকাৰ কৰিলোঁ মাতৃ, এই কোন্দনা দুৰ্গও মাৰাঠা বীৰসকলে অচিৰেই অধিকাৰ কৰিব। সৌৱা তানাজী মালশ্ৰী উপযুক্ত সময়তে আহি উপস্থিত হৈছে। তানাজী অকল মোৰ বিশ্বস্ত সেনাপতিয়েই নহয়, মোৰ বন্ধু, তোমাৰো সন্তান সদৃশ। এই কোন্দনা দুৰ্গ অধিকাৰ কৰাৰ সকলো দায়িত্ব মই তানাজীৰ ওপৰতে অৰ্পণ কৰিম। আহাঁ তানাজী আমি তোমালৈকে বাট চাই আছিলোঁ। (তানাজীৰ প্ৰৱেশ)

তানাজী : মোৰ সেৱা গ্ৰহণ কৰিব মাতৃ। কোৱা শিৱা কি কাৰণে মোৰ উপস্থিতি কামনা কৰিছিলা?

শিৱাজী : তাৰ আগতে তুমি কোৱা কি কাৰণে এই অসময়ত তুমি ইয়ালৈ আহিছা?

জিজা : কি কাৰণেই বা তোমাৰ অংগত উৎসৱৰ আভৰণ?

তানাজী ঃ মাতৃ আজি মোৰ পুত্ৰৰ বিবাহৰ দিন। তালৈকে আপোনালোকক সাদৰ নিমন্ত্ৰণ জনাবলৈকে মই আহিছোঁ।

শিৱাজী ঃ আজি ৰাতি?

তানাজী ঃ আজি ৰাতি।

জিজা ঃ কিন্তু শিৱা—

শিৱাজী ঃ সেয়েতো আজি ৰাতি!
(চিন্তিত হৈ পৰে।)

তানাজী ঃ মাৰাঠা কেশৰীক চিন্তিত দেখিছোঁ কিয়?

শিৱাজী ঃ নাই নাই, চিন্তা কিহৰ? ভাবিছিলোঁ তোমাৰ পুত্ৰৰ বিয়াত হয়তো মই উপস্থিত থাকিব নোৱাৰিম।

তানাজী ঃ কিয়?

শিৱাজী ঃ মই আজি সন্ধ্যা যুদ্ধ যাত্ৰা কৰিব লাগিব।

তানাজী ঃ যুদ্ধ যাত্ৰা?

শিৱাজী ঃ মাতৃৰ আদেশ, কোন্দনা দুৰ্গ আমি অধিকাৰ কৰিব লাগে।

জিজা ঃ কোন্দনা দুৰ্গ অধিকাৰ কৰা আমাৰ একান্ত কৰ্তব্য।

শিৱাজী ঃ মই স্থিৰ কৰিছোঁ আজি সন্ধ্যা যাত্ৰা কৰিম। কাইলৈ পুৱা মাতৃক কোন্দনা দুৰ্গ অধিকাৰ কৰাৰ বাতৰি আমি দিব লাগিব।

তানাজী ঃ মই থাকোঁতে তুমি কিয় যাবা শিৱা?

শিৱাজী ঃ মাতৃৰ আদেশ। মই যাবই লাগিব। তুমি কেনেকৈ যাবা? তোমাৰ পুত্ৰৰ বিবাহ আজি। এই দায়িত্ব দুৰ্গ জয়ৰ দায়িত্বতকৈ কোনো গুণে কম নহয়।

তানাজী ঃ মহাৰাষ্ট্ৰৰ সন্তানৰ ওচৰত নিজৰ পুত্ৰতকৈ, নিজৰ জীৱনতকৈ যে দেশ ডাঙৰ সেই কথা তোমাৰপৰাই আমি শিকিছোঁ শিৱা। মোৰ মানত দেশ আগ, মাতৃৰ আদেশ আগ, পুত্ৰৰ বিবাহ পাছ।

শিৱাজী ঃ সেইবুলি মই তোমাক আজি ৰণলৈ পঠাব নোৱাৰোঁ। দেশ তোমাৰ, দেশ মোৰো। আজি মই যাম। কাইলৈ আৱশ্যক হ'লে তুমি যাবা।

তানাজী ঃ নহয় নহয়, তোমাৰ জীৱনৰ মূল্য আমাৰ ওচৰত বহুতো বেছি। এজন মাৰাঠা জীয়াই থকালৈকে তোমাক বিপদৰ মুখলৈ আমি পঠিয়াব নোৱাৰোঁ। ময়ো তোমাৰ দৰেই মাতৃৰ সন্তান। মোক যাবলৈ অনুমতি দিয়া। মই তোমাক, মাতৃক কথা দিলোঁ—কোন্দনা দুৰ্গ অধিকাৰ কৰিম, তাৰ পাছতহে পাতিম মোৰ ল'ৰাৰ বিয়া। আশীৰ্বাদ কৰিবা মাতৃ, সন্তানৰ যাত্ৰা যেন জয়যুক্ত হয়।

জিজা ঃ মা ভৱানীয়ে আশীৰ্বাদ কৰিব তানাজী। যোৱা আগবাঢ়ি কৰ্তব্যৰ পথত মাৰাঠা বীৰ। জয়যুক্ত হওক তোমাৰ অভিযান।

(তুৰাহীৰ শব্দ। মঞ্চ আন্ধাৰ হয়। আন্ধাৰতে দৃশ্য পৰিৱৰ্তন হয়। পোহৰ হ'লত দেখা যায় কোন্দনা দুৰ্গৰ প্ৰাচীৰৰ একাংশ। সময় মাজ নিশা। জোনৰ খীণ পোহৰত দেখা যায় তানাজীক আৰু কেইজনমান মাৰাঠা সৈন্যক।)

সূৰ্য : সকলো প্ৰস্তুত তানাজী। ব'লা আমি অগ্ৰসৰ হওঁ।

তানাজী : কিল্লাদাৰ উদয়ভান বীৰ। তেওঁৰ অধীনত থকা সৈন্য-সামন্তবোৰো সুশিক্ষিত।

সূৰ্য : কিন্তু সিহঁত মোগলৰ দৰমহা খোৱা গোলাম। সিহঁতৰ অন্তৰত দেশপ্ৰেম নাই, আছে ধনৰ মোহ।

তানাজী : সেই কাৰণেই ময়ো বিশ্বাস কৰোঁ সিহঁতে আমাৰ সমুখত বেছিপৰ থিৰেৰে যুঁজিব নোৱাৰিব। তোমাৰ অধীনত থকা পাঁচশ মালৱা সৈন্য লৈ তুমি দুৰ্গৰ সমুখ দুৱাৰত অপেক্ষা কৰি থাকাগৈ। মোৰপৰা ইংগিত পালেই বানপানীৰ ঢলৰ দৰে শত্ৰুক মষিমূৰ কৰি, দুৰ্গদুৱাৰ ভাঙি আগবাঢ়িবা।

সূৰ্য : আৰু তুমি? তুমি কি কৰিবা?

তানাজী : মই মোৰ পাঁচশ মালৱা বীৰ লৈ দুৰ্গৰ পাছফালৰ গুপ্ত পথেদি প্ৰাচীৰ অতিক্ৰম কৰি শুই থকা দুৰ্গৰ ৰখীয়াবোৰক কৰিম আক্ৰমণ।

সূৰ্য : কিন্তু—

তানাজী : কিন্তু কি সূৰ্যজী?

সূৰ্য : কোন্দনা দুৰ্গৰ প্ৰাচীৰ যে দুৰ্লংঘ্য।

তানাজী : সেই দুৰ্লংঘ্য প্ৰাচীৰেই মই কৰিম অতিক্ৰম।

সূৰ্য : কিন্তু কেনেকৈ?

তানাজী : ভৱানীৰ আশীৰ্বাদত। কিয়, বিশ্বাস কৰিব পৰা নাই? দেখিছা এই জন্তুটো........

সূৰ্য : ঘোৰপেড়ে।

তানাজী : এৰা ঘোৰপেড়ে। ই বগুৱাবাই উঠি যাব দুৰ্গৰ সুউচ্চ প্ৰাচীৰৰ গাত। ইয়াৰ নেজত বন্ধা আছে এই ৰছিডাল। এই ৰছিৰে পোনতে মই বগাই উঠিম, তাৰ পাছত উঠিব এজন এজনকৈ মোৰ পাঁচশজন বীৰ যুঁজাৰু। কোনেও নাজানিব, গোপনে দুৰ্গৰ প্ৰাচীৰ অতিক্ৰম কৰি জঁপিয়াই পৰিম আমি উদয়ভানৰ সৈন্যৰ ওপৰত। আমাৰ অতৰ্কিত আক্ৰমণ ব্যৰ্থ কৰিব, এনে শক্তি মোগলৰ নাই। আৰু পলম কৰিবৰ সময় নাই। যোৱা আমাৰ তুৰাহীৰ শব্দ শুনা মাত্ৰকতে তোমাৰ সৈন্যবাহিনী লৈ তুমি আহিবা আগবাঢ়ি যোৱা। হৰ হৰ মহাদেৱ।

সূৰ্য      ঃ হৰ হৰ মহাদেৱ।
(পোহৰ নাইকিয়া হয়। খন্তেক উৎকণ্ঠাব্যঞ্জক সংগীত, তাৰ পাছত ৰণকোলাহল আৰু তুৰাহীৰ শব্দ। বহু কণ্ঠত "হৰ হৰ মাহদেৱ" ধ্বনি। আন্ধাৰৰ মাজতে দৃশ্য পৰিৱৰ্তন হয়। পোহৰ হ'লত দেকা যায় দুৰ্গৰ ওপৰলৈ মাৰাঠা সৈন্য উঠি গৈছে।)

তানাজী   ঃ দেহত শেষ শোণিত বিন্দু থাকে মানে যুঁজ কৰা মাৰাঠা বীৰসকল! দুৰ্গজয় অৱশ্যম্ভাৱী। কোন্দনা দুৰ্গ আমাৰ। বিদেশীৰ কোনো অধিকাৰ নাই। যুঁজ কৰা যুঁজি মৰা।

উদয়ভান  ঃ নিশাৰ আন্ধাৰত অতৰ্কিতে আক্ৰমণ কৰি বীৰত্বৰ বৰাই কৰিছ? প্ৰতিৰোধ কৰ এই আঘাত, তোৰ বুকুলৈ বুলি মৰা এইপাট শেল।

তানাজী   ঃ আঃ মা ভৱানী (মৃত্যু)

উদয়ভান  ঃ কেনে পালি হাঃ হাঃ হাঃ

সূৰ্য      ঃ তয়ো সাৰি নাযাৱ উদয়ভান। মৃত্যুয়েই দিয়ক তোক মুক্তিৰ সন্ধান। (তৰোৱালেৰে আঘাত কৰে)

উদয়ভান  ঃ আঃ! (মৃত্যু)

সূৰ্য      ঃ সৈন্যসকল আক্ৰমণ কৰা। আমাৰ বীৰ সেনাপতি যুঁজত পৰিল। যুঁজি যুঁজি হাঁহি মুখে বীৰ তানাজীয়ে মৃত্যু বৰণ কৰিলে। কিন্তু মৃত্যুৰ আগমুহূৰ্তত অংগীকাৰ ৰক্ষা কৰিলে তেওঁ। মা ভৱানীৰ আশীৰ্বাদত এই কোন্দনা দুৰ্গ আমি অধিকাৰ কৰিলোঁ। বজোৱা বিজয় দুন্দুভী আকাশ কঁপাই।
(পুনৰ তুৰাহীৰ শব্দ। দুৰৈৰপৰা ঘোঁৰা চেঁকুৰাই অহাৰ শব্দ)

সূৰ্য      ঃ সৌৱা শিৱাজী মহাৰাজ। অনুচৰসহ আমাৰ এই দুৰ্গলৈকে আহিছে। প্ৰস্তুত হোৱা সকলোৱে দুৰ্গজয়ৰ বাতৰি দিবলৈ।

শিৱাজী   ঃ তানাজী, তানাজী মালৱশ্ৰী অকৃত্ৰিম বন্ধু, বীৰ সেনাপতি, মাৰাঠাৰ উজ্জ্বল জ্যোতিস্ক মোৰ অভিনন্দন গ্ৰহণ কৰা—।

সূৰ্য      ঃ জয় শিৱাজী মহাৰাজৰ—

শিৱাজী   ঃ কিন্তু দুৰ্গজয়ৰ আনন্দৰ ঠাইত সকলোৰে মুখত বিষাদৰ চিন কিয় সূৰ্যজী? ক'ত সেনাপতি তানাজী?
(তানাজীৰ মৃতদেহ দেখুৱায়)

সূৰ্য      ঃ সৌৱা—

শিৱাজী   ঃ কিন্তু ধৰাৰ বুকুত কিয়? কিয় তেওঁৰ গাত শ্বেত আভৰণ। আহত নেকি তানাজী। তানাজী—

সূৰ্য      ঃ তানাজীয়ে আৰু কথা নকয়।

শিৱাজী ঃ তানাজীয়ে কথা নকয়!!

সূৰ্য ঃ দেহৰ শেষ শোণিতবিন্দু দান কৰি তানাজীয়ে ৰক্ষা কৰিলে তেওঁৰ অংগীকাৰ।

শিৱাজী ঃ মাতৃৰ আদেশ পালন কৰিবলৈ আহি মোৰ বাবে মাৰাঠা জাতিৰ বাবে, তানাজীয়ে দিলে আত্মাহুতি। তানাজীৰ এই আত্মাহুতিয়ে আমাক বিজয়ৰ গৌৰৱ দিলে সঁচা, কিন্তু মাৰাঠা বাহিনীয়ে হেৰুৱালে এজন নিৰ্ভীক যোদ্ধা আৰু মই হেৰুৱালোঁ মোৰ সোঁহাত স্বৰূপ, প্ৰাণৰো প্ৰাণ অকৃত্ৰিম বন্ধুক। আজি কোন্দনা দুৰ্গত তানাজীৰ মৃত্যু হোৱা নাই, মৃত্যু হৈছে মাৰাঠা সিংহৰ আৰু সেই কাৰণে তানাজীয়ে অধিকাৰ কৰা এই দুৰ্গৰ নাম আজিৰপৰা হ'ব সিংহগড়। এই সিংহগড়ত মই প্ৰতিষ্ঠা কৰিম তানাজীৰ মূৰ্তি। যুগযুগান্তৰৰ বাবে সিংহগড়ৰ এই "বীৰাসন" হৈ থাকিব বীৰত্বৰ উজ্জ্বল প্ৰতীক।

(সকলোৱে শিৱাজীৰ লগতে তানাজীৰ শৱদেহৰ ওপৰত ফুলৰ মালা দিয়ে। ধূপ-ধুনা জ্বলি উঠে। তানাজীৰ মুখ পুৱাৰ সূৰুযৰ ৰঙা পোহৰে জ্যোতিষ্মান কৰি তোলে। লাহে লাহে অন্তিম যৱনিকা নামি আহে।)



# ফুলকলি

## পাত্ৰ-পাত্ৰী ঃ

অৰুণ, হাবুল, বাবুল, গজেন, ৰাণা, মাষ্টৰ, পোৱালি, মাক, দেউতাক আৰু নেপথ্যৰপৰা কণ্ঠস্বৰ আদি।

# ।। ফুলকলি ।।

## প্ৰথম দৃশ্য

[ আলিবাটৰ এছোৱাত এজোপা গছ। গজেন, ৰাণা, অকণ, হাবুল মঞ্চত প্ৰৱেশ কৰে। সিহঁত ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। আটাইকেইজনে হাফপেন্ট আৰু হাফচাৰ্ট পিন্ধিছে। বাবুলৰ কাপোৰ সাজ বৰ চাফা। ]

অকণ : বাঃ আমাৰ বাবুল বাবুক চোৱা, কেনে ধুনীয়াকৈ সাজি-কাচি ফিট-ফাট হৈ আহিছে।

বাবুল : তহঁতে ইয়াত কৰিছ কি? স্কুললৈ নাযাৱ? মই ঘৰৰপৰা ওলাওঁতেই দেখোন দহটালৈ পোন্ধৰ মিনিট আছিল। পলমেই হৈছে দেখোন।

গজেন : ছাৰৰ ডাবি খাব বুলি বাবুলৰ কিমান ভয় দেখিছ?

ৰাণা : ছাৰে তাৰ কাৰণে এটা ডাঙৰ ৰসগোল্লা আনি থৈছে। সেইটো খোৱাৰ লোভতহে ইমান খৰখেদা চাগৈ—

অকণ : ধেৎ, ভাত খাই আহিছে (বাবুলৰ পেটত হাত বুলাই) চাচোন চা পেটটো ঔটোঙটোৰ দৰে ওফন্দি উঠিছে। হেৰৌ কি খালি অ' আজি? ৰৌ মাছৰ—

বাবুল : ৰৌ মাছ পাবি ক'ত? মায়ে সৰু মাছকে ভাজি দিছিল তাকে পঁইতা ভাতৰ লগত—

গজেন : (তপালি) অ' সেয়েহে—

অকণ : তাকেইটো কৈছোঁ, পঁইতা ভাত খাই আহিছে। সি আকৌ কি তোৰ ৰসগোল্লা খাব?

বাবুল : ইয়াত এনেকৈ কথাৰ মহলা মাৰি থকাতকৈ ব'ল যাওঁ।

অকণ : ক'লৈ?

বাবুল : ক'লৈ, আৰু স্কুললৈ।

ৰাণা : স্কুল আজি বন্ধ।

বাবুল : স্কুল বন্ধ? কিয়? আজিতো পৰ্ব-তৰ্ব একো নাই। বন্ধ কিয় হ'ল?

বাবুল : কিয়? হেডমাষ্টৰক শাস্তি দিবি নেকি?

গজেন : এৰা, হওঁতে ইয়াৰ পঢ়াৰ বাৰুকৈয়ে ক্ষতি হ'ল।

ৰাণা : এইবাৰ পৰীক্ষাত ফাৰ্ষ্ট হ'লেহে হোৱা।

অৰুণ : ফাৰ্ষ্ট সি হ'বই। কোনে বাধা দিব? এইবাৰ আমাৰ বাবুল ফাৰ্ষ্ট হ'বই। অৱশ্যে তলৰপৰা দেই। (সকলোৱে হাঁহে)

বাবুল : বাজে কথাবোৰ থচোন। আজি কিয় স্কুল বন্ধ অ'?

অৰুণ : কোনোবা ডাঙৰ বানুহ এজন মৰিছে হেনো।

বাবুল : স্কুল বন্ধ যদি ঘৰলৈকে যাওঁ—

বাবুল : ইচ্ বৰ ভাল ল'ৰাটো হৈ দেখুৱাব আহিছে! (সিঁয়াৰি) স্কুল বন্ধ যদি ঘৰলৈ যাওঁ—

বাবুল : নগৈ ইয়াত পেংলাইখন কৰি থাকিবিনে? মোৰ ভাই পেটটো গধুৰ গধুৰ লাগিছে। বৰ টোপনিও ধৰিছে।

ৰাণা : অ' ই এতিয়া ঘৰলৈ গৈ পেট পেলাই শুবগৈ।

গজেন : আৰু আমি তিঘিল ঘিলাই ফুৰিম?

হাবুল : শুন। ভাত খাই উঠি পেট পেলাই শোৱা বেয়া। বহ তাতে। তহঁতো বহ।

ৰাণা : কি কৰিবি?

হাবুল : দেখিবি নহয় কি কৰোঁ। বহ তাতে। তই ইয়াত বহ। মই, মই বাৰু ইয়াতে বহিম।

(হাবুল অলপ ওখত গছৰ গুৰিত বহে। আনবোৰে তাৰ চাৰিওকাষে বহে)

গজেন : বহিলোঁ বাৰু, তাৰ পাছত?

হাবুল : তাৰ পাছত?

ৰাণা : তাৰ পাছত?

হাবুল : তাৰ পাছত স্কুল।

অৰুণ : স্কুল দেখোন বন্ধ।

হাবুল : সেই স্কুল বন্ধ। এই স্কুল খোলা।

ৰাণা : ইয়াত স্কুল?

হাবুল : অঁ, ইয়াত স্কুল।

বাবুল : মুকলি আকাশৰ তলত?

হাবুল : আগৰ দিনত মুকলি আকাশৰ তলত মুনি-ঋষিসকলে স্কুল পাতিছিল। সেই বাবেই তেওঁলোক তোৰ দৰে মূৰ্খ নাছিল বুজিলি?

বাবুল ঃ বুজিছোঁ। মই বেছ ভালদৰে বুজিছোঁ। কিন্তু মাষ্টৰ ক'ত?
হাবুল ঃ মাষ্টৰ আকৌ কিয়? মই পঢ়াম।
বাবুল ঃ তই পঢ়াবি?
হাবুল ঃ অঁ, মাষ্টৰ মই। হাই নকৰিবি। মই প্ৰশ্ন সুধিম। তহঁতে উত্তৰ দিবি। বুজিছ?
সকলোৱে ঃ বুজিছোঁ ছাৰ।
হাবুল ঃ বেছ, ক'চোন—কি সুধিম—অঁ মনত পৰিছে। ক'চোন বাৰু মুখেৰে নাখাই কি কি বস্তু খাব পাৰি? ক—১, ২, ৩, ৪, ক—৪, ৩, ২, ১, ক—
(সকলোৱে সেমেনা-সেমেনি কৰে)
বাবুল ঃ মাৰ খোৱা, চৰ খোৱা—
হাবুল ঃ বাঃ বাঃ
বাবুল ঃ আৰু আছে।
হাবুল ঃ থাক হ'ব। আজি তহঁতৰ ছুটি যা।

(সকলোৱে দৌৰি যাবগৈ। বাবুলো যাব খোজে, হাবুলে মাত দিয়াত ৰৈ যায়।)

হাবুল ঃ এই বাবুল পলাইছ কেলেই? তোৰ ছুটি হোৱা নাই।
বাবুল ঃ ছুটি দে ভাই যাওঁ।
হাবুল ঃ যাবি বাৰু। শুনচোন, বিশটা পইচা আছে যদি দেনা। বৰ ভোক লাগিছে। চানাচুৰ কিনি খাওঁ।
বাবুল ঃ পইচা ক'ত পাম?
হাবুল ঃ (মুখ ভেঙুচাই) পইচা ক'ত পাম? কিয় মাৰক খুজি আনিব নোৱাৰ?
বাবুল ঃ মাক পইচা খুজিলে ডবিয়াব।
হাবুল ঃ (ভেঙুচালি কৰি) ডবিয়াব।
বাবুল ঃ নাই নাই ভাই, মাক পইচা খুজিব নোৱাৰোঁ।
হাবুল ঃ তোৰ লাজ নালাগে তেনেকৈ ক'বলৈ? তোৰ বাপেৰ দেখোন চহকী মানুহ। বাপেৰক খুজি আনিবি, মাৰে নিদিয়ে যদি।
বাবুল ঃ বাপৰে বাপ, দেউতা আৰু চাৰ।
হাবুল ঃ তেন্তে চুৰ কৰিবি।
বাবুল ঃ চুৰ কৰিম?
হাবুল ঃ ওঁ চুৰ কৰিবি।
বাবুল ঃ নাই ভয় লাগে পায়। চুৰ কৰিব নোৱাৰিম।

হাবুল : ভয়াতুৰ ক'ৰবাৰ। এইকণ সাহো নাই। এই চা এইটো—
(জেপৰপৰা এটা আধা খোৱা চিগাৰেট উলিয়ায়।)

বাবুল : তই চিগাৰেট খাৱ?

হাবুল : ওঁ খাওঁতো। সকলো ডাঙৰ মানুহেই চিগাৰেট খায়। ময়ো খাওঁ। তোকো খাবলৈ শিকাম। আঃ কি যে মজা লাগিব।

বাবুল : মই কেতিয়াও নাখাওঁ।

হাবুল : নাখালে, কি খোৱা নাই কেনেকৈ বুজিবি? ইয়াৰ আগত (চিগাৰেটৰ আগ দেখুৱাই) জুই জ্বলাই দীঘল হোপা এটা মাৰিলেই গোটেই গাটো ৰণজিৎ ৰণজিৎ লাগি যায় বুজিছ।

বাবুল : চাওঁ বাৰু দেচোন জ্বলাই।

হাবুল : লোভ লাগিলেই।

বাবুল : এহোপা মাৰি চাব খুজিছোঁ, তই সঁচা কৈছনে মিছা কৈছ।

হাবুল : এইটো ভাল চিগাৰেট নহয়। ইয়াতকৈও বহুত ভাল চিগাৰেট আছে। বাৰু ক'চোন মাৰৰ হাত-বাকচৰ চাবি ক'ত থয়?

বাবুল : ক'ত থ'ব আৰু? শুবৰ সময়ত গাৰুৰ তলত থয়।

হাবুল : তই এটা কাম কৰিবি। ৰাতিপুৱা আগতে উঠি গাৰুৰ তলৰপৰা চাবি লৈ হাত-বাকচ খুলি পইচা আনিবি। এটকা আনিবি বুজিছ। তেতিয়া খুব ভাল চিগাৰেট খাবলৈ দিম। বুজিছ। পাৰিবি?

বাবুল : ভয় লাগে। যদি মা সাৰ পাই যায়।

হাবুল : নাপায় দে সাৰ।

বাবুল : চুৰ কৰা যে পাপ।

হাবুল : পাপ যদি তেন্তে খুজিলে মাৰে পইচা নিদিয়ে কিয়?

বাবুল : নাই ভাই মই নোৱাৰিম।

হাবুল : যা যা তোৰ তেন্তে চিগাৰেট খোৱা নহ'ল। (যাব খোজে)

বাবুল : শুনচোন—

হাবুল : কি?

বাবুল : পইচা আনিলে খাবলৈ দিবি? খুব ভাল লাগে নহয় নে?

হাবুল : এহোপা মাৰিলেই আৰু সৰু ল'ৰা, সৰু ল'ৰা যেন লাগি নাথাকে।

বাবুল : কেনেকুৱা যেন লাগে?

হাবুল : লাগে যেন দেউতাৰ দৰে হৈ গৈছোঁ।

বাবুল : বাৰু মই আনিম পইচা।

হাবুল : চাব্বাচ।

# দ্বিতীয় দৃশ্য

(ঢেলপুৰা। বাবুল আৰু মাকৰ শোৱা কোঠা। মেলিথোৱা খিড়িকীৰে জোনৰ পোহৰ পৰি কোঠাটো চকা-ছন্দাকৈ পোহৰাই তুলিছে। পোহৰ পৰিছে একেলগে শুই থকা বাবুল আৰু মাকৰ মুখত। দূৰৈত কাছাৰিৰ ঘণ্টাত পাঁচ বজাৰ কোব পৰেঁ। বাবুলে চকু মেলি মূৰ দাঙি এবাৰ মাকৰ মুখলৈ চায়, এবাৰ ওচৰতে মেজ এখনৰ ওপৰত থকা হাত বাকচৰ ফালে চায়। মাকে বাগৰ সলায়। বাবুলে টোপনিৰ ভাও ধৰে। ওচৰৰ গছজোপাৰ চৰাইবোৰৰো বোধহয় টোপনি ভাগে। সিহঁতে পুৱাৰ পোহৰক আদৰণি জনায়। বাবুলে লাহেকৈ আকৌ মূৰ দাঙে বিছনাৰ পৰা উঠে। হঠাতে কাৰোবাৰ মাত তাৰ কাণত পৰে। স্বৰ নেপথ্যৰ পৰা আহে। নক'লেও হ'ব, স্বৰকেইটাই বাবুলৰ মানসিক দ্বন্দ্বৰ আভাস দিয়ে। দৰ্শকে মাথোঁ দেখা পায় বাবুলৰ মুখৰ অভিব্যক্তি আৰু ভাবভংগী)

১ম স্বৰ : ক'লৈ যাব?

(বাবুল চক খাই উঠে। আকৌ আন এটা স্বৰ শুনে)

২য় স্বৰ : বাধা নিদিবি, যাবলৈ দে।

১ম স্বৰ : চুৰ কৰিব?

২য় স্বৰ : কোনে ক'লে?

১ম স্বৰ : মই জানো।

২য় স্বৰ : মিছা কথা।

১ম স্বৰ : তেন্তে বাবুলৰ মন কিয় ইমান চঞ্চল?

২য় স্বৰ : কাৰণ তই বাধা দিছ।

১ম স্বৰ : বাধা মই দিমেই, মই বিবেক।

২য় স্বৰ : তই কেৱল বাধা দিব পাৰ আন একো কৰিব নোৱাৰ।

১ম স্বৰ : কি কৰিব লাগে?

২য় স্বৰ : বাবুলক পইচা লাগে। খুজিলে মাক-দেউতাকে কিয় ডাবি দিয়ে। তাৰ লগৰ ৰাতুল, শ্যামলে যে স্কুললৈ পইচা লৈ যাবলৈ পায়, সি কিয় নাপায়? তই বিবেকটো হৈ কিয় বাবুলৰ মাক-দেউতাকৰ মনৰ মাজত সোমাই সুবুদ্ধি যেৰা দিব নোৱাৰ? তই কেৱল বাধা দিব পাৰ আন একো কৰিব নোৱাৰ।

১ম স্বৰ : সেই বুলিয়েই বাবুলে চুৰ কৰিবনে?

২য় স্বৰ ঃ কৰিব। নহ'লে হাবুলে ভাবিব সি ভয়াতুৰ।
(বাবুলে ইতিমধ্যে মাকৰ গাৰুৰ তলৰপৰা চাবি লৈ হাত-বাকচৰ তলাত লগায়। মাকে আৰু এবাৰ বাগৰ সলায়। সি থমকি ৰয়। আঁতৰত কিহবাৰ শব্দ হয় সি চক খাই উঠে।)

১ম স্বৰ ঃ কিন্তু চুৰ কৰা পাপ।

২য় স্বৰ ঃ পাপ কৰিলে কি হয়?

১ম স্বৰ ঃ নৰকলৈ যায়।
(নৰকৰ নাম শুনি বাবুলে চক খাই উঠে। লৰালৰিকৈ চাবি তলাটোৰপৰা উলিয়াই মাকৰ গাৰুৰ তলত থ'বলৈ আহে। কিন্তু সেই শুনে মুহূৰ্ততে হাবুলৰ কণ্ঠস্বৰ)

হাবুল ঃ (স্বৰ) চা—এইটো কি? চিগাৰেট। খাবলৈ বৰ মজা। এহোপা মাৰিলে গা ৰণজিৎ ৰণজিৎ কৰে। পইচা, পইচা, এটকা—এটকাত ইয়াতকৈও বহুত ভাল চিগাৰেট পোৱা যায়। পইচা আনিব নোৱাৰিবি?
ভয়াতুৰ। ভয়াতুৰ।। ভয়াতুৰ!!!

(ভয়াতুৰ শব্দটো লাহে লাহে তীব্ৰতৰ হয়। সংগীত। বাবুল বাকচটোৰ ওচৰ পায়। বাকচটো খুলি টকা উলিয়াই জেপত ভৰাই বাহিৰলৈ ওলাই যায়। বাকচটোৰ ঢাকনিখন জপাই থৈ যায়। কিন্তু চাবি তলাটোত লাগিয়েই থাকে। লাহে লাহে খিড়িকীৰে পুৱাৰ ৰ'দৰ পোহৰ সোমাই আহে। ঘৰত কাম কৰা ল'ৰা "পোৱালি" হাতত শোটা লৈ সোমাই আহে। মাকক শুই থকা দেখি উভতি যায়। সেই মুহূৰ্ততে বাবুলৰ মাক সাৰ পাই পোৱালিক ওলাই যোৱা দেখে। বিছনাৰপৰা উঠিয়েই হাত-বাকচটোত চকু পৰে। লৰালৰিকৈ উঠি বাকচটো মেলি চায় আৰু বাবুল, বাবুল বুলি চিঞৰে। বাবুল সোমাই আহে।)

মাক ঃ তই আগতে উঠিছিলি নহয়, জাননে কোনে হাত-বাকচ মেলিছিল?

বাবুল ঃ মই সাৰ পোৱা দেখোন আধা ঘণ্টা মানেই হ'ল। বাহিৰলৈ ওলাই গৈছিলোঁ। মই উঠোঁতেতো বাকচটোত চাবি লগোৱা নাছিল। কিজানিবা পোৱালিয়েই—

মাক ঃ ঠিক, পোৱালিৰে কাণ্ড।

(বাকচটো খুলি দেখে ওপৰৰ খাপত থোৱা দুটকাৰ নোট এখন নাই)

ইয়াতে দুটকাৰ নোট এখন আছিল। সি নিলে। যাচোন যা, দেউতাৰক মাতগৈ।

বাবুল : দেউতাক মাতিম?
মাক : অঁ, যা, সোনকালে মাতি আন যা—
(বাবুল যায়)
মাক : পোৱালি, পোৱালি—
(পোৱালিয়ে হাতত শোটা লৈ সোমাই আহে। তাক দেখি বাবুলৰ মাকে অগ্নি মূৰ্তি ধৰে।)
আৰু কাম কৰি ফলাব নালাগে। বদমাচ্-(কাণমলা দি একচৰ মাৰে। পোৱালিয়ে কান্দিব ধৰে। বাবুলৰ দেউতাক সোমাই আহে।)
দেউতাক : হ'ল কি, পুৱাই পুৱাই তাক মাৰিছা কিয়?
মাক : হ'ব কি? মোৰ সৰ্বনাশ হ'ল।
দেউতাক : কোৱাচোন কি হ'ল?
মাক : গাখীৰ খুৱাই মই সাপ পুহিছোঁ। সুবিধা পাই সি ব্ৰহ্মতালুত খোঁট মাৰিলে।
দেউতাক : কোনে হে?
মাক : আমাৰ এওঁ (ওচৰলৈ গৈ পোৱালিক এক চৰ মাৰে। সি কান্দিবলৈ ধৰে।) চোৰ, দগাবাজ।
দেউতাক : কি চুৰ কৰিলে?
মাক : মই শুই থকাৰ সুবিধাতে চাওকচোন গাৰুৰ তলৰপৰা চাবি নি হাত-বাকচ খুলি দুটকাৰ নোটখন নিলে। ওঁঠ টিপিলে গাখীৰ ওলোৱা ল'ৰা। ইমান সাংঘাতিক বুলি আগতে জনা হ'লে—
দেউতাক : (ডবিওৱাৰ সুৰত) তোৰ ইমান সাহ। পুলিচৰ হাতত সোধাই দিলে বৰ মজা লাগিব নহয়? কিয় চুৰ কৰিছিলি?
পোৱালি : (কান্দি কান্দি) মই চুৰ কৰা নাই।
মাক : নাই কৰা? আন কোনোবাই আহি মোৰ হাত-বাকচ খুলিছিল? তাক কোঠাৰপৰা ওলাই যোৱা মই নিজ চকুৰে দেখিছোঁ।
দেউতাক : (পোৱালিৰ চোলাৰ জেপ পৰীক্ষা কৰে) ক'তা তাৰ দেখোন জেপত নোটখন নাই।
মাক : সি চুৰ কৰা নোটখন তাৰ জেপত লৈ ফুৰিবনে? আপোনাৰো যে কথা আৰু। সি মহা দগাবাজ ক'ৰবাত লুকাই থৈ আহিছে।
পোৱালি : (কান্দি) মই চুৰ কৰা নাই।
মাক : (কাণত ধৰি আকৌ দুচৰ মান মাৰে)
দেউতাক : ৰ'বাচোন হে, অনাহকতে প্ৰমাণ নোপোৱাকৈ তাক তেনেকৈ নামাৰিবা।
মাক : অ' এতিয়া কোৰ্ট বহুৱাই সি চুৰ হয নে নহয় প্ৰমাণ কৰিব লাগিব।

মোৰ নিজৰ চকুক মই অবিশ্বাস কৰিব নোৱাৰোঁ নহয়। নালাগে মোক প্ৰমাণ। তাক মই আজি—ব'ল, ব'ল—

(ঢকিয়াই গঁতিয়াই বাজ কৰি লৈ যায়। ভিতৰত ডাঙৰকৈ কান্দোনৰ শব্দ শুনা যায়।)

●●

# তৃতীয় দৃশ্য

(আলিবাটৰ এছোৱা, প্ৰথম দৃশ্যৰ অনুৰূপ। সময় আবেলি। মানুহ-দুনুহ নাই বুলিলেই হয়। পট উঠাত প্ৰথমতে কাকো দেখা নেযায়। অলপ পৰৰ পাছত নেপথ্যত বাবুল আৰু হাবুলৰ মাত শুনা যায়।)

বাবুল : নাই নাই ভাই মই আৰু নাখাওঁ।

(আধা খোৱা চিগাৰেটটো বাবুলে ভিতৰৰপৰা মঞ্চলৈ দলিয়াই দিয়ে।)

হাবুল : আৰে পেলালি কিয়?

(হাবুল আৰু বাবুল মঞ্চত প্ৰৱেশ কৰে। হাবুলে পৰি থকা চিগাৰেটটো তুলি লৈ চায়। চিগাৰেটটো তেতিয়াও ধোঁৱাই আছে।)

তোৰ দৰে পাগল মই দেখা নাই। ইমান দামি চিগাৰেটটো এনেকৈ পেলাব লাগে নে। চাচোন এতিয়াও নুমুৱাই নাই। মাৰ আৰু দুহোপা মান—

বাবুল : (চিগাৰেটটো বাবুলৰ হাতৰপৰা লৈ চাই আকৌ পেলাই দিয়ে।) নালাগে ভাই হৈ গৈছে। মই নাখাওঁ। মোৰ মূৰটো ঘূৰাইছে।

হাবুল : প্ৰথমে প্ৰথমে তেনেকুৱা হয়েই। তই চাগৈ ধোঁৱাখিনি গিলি পেলালি।

বাবুল : (ওকালি মাৰে) মোৰ বমি হ'ব। মূৰটো ঘূৰাইছে।

মই থিয় হৈ থাকিব নোৱাৰোঁ ভাই। ইয়াতে বহোঁ। এনেকুৱা লাগিব বুলি আগেয়ে জনা হ'লে কেতিয়াও নাখালোঁহেঁতেন।

হাবুল : অলপতে এনেকৈ কাবু হ'লে ডাঙৰ কাম কেনেকৈ কৰিবি?

বাবুল : ক্ষমা কৰিবি ভাই এনেকুৱা ডাঙৰ কাম মই নকৰোঁ। (আকৌ বঁতিয়াব খোজে।)

হাবুল : এই তই এতিয়া দেখিছোঁ এখন কাণ্ড কৰি মানুহ জমাই দিবি। চাওঁ থিয় হ'চোন। মনটো ডাঠ কৰা (বাবুলক ধৰি তুলিবলৈ চেষ্টা কৰে। বাবুলেও উঠিবলৈ চেষ্টা কৰে কিন্তু থিয় হৈ থাকিব নোৱাৰি বহি পৰে।)

বাবুল ঃ মই অলপ পৰ বহি থাকোঁ। বহি থাকিলে ভাল লাগিব। অলপ পানী দিব পাৰিবিনে ভাই।

হাবুল ঃ পানী ক'ত পাবি? এইখিনিততো পানীৰ কল নাই। আহ অলপ আগুৱাই যাওঁ।

বাবুল ঃ মই এতিয়া এখোজো যাব নোৱাৰোঁ।
(আকৌ বাঁতিয়াব খোজে)

হাবুল ঃ এতিয়া কোনোবা আহি পালে তয়ো মৰিবি ময়ো মৰিম। অ'—সৌৱা তইঁতৰ পোৱালি দেখোন—

বাবুল ঃ পোৱালি। সি আকৌ ক'ৰপৰা ওলাল।

বাবুল ঃ ক'ৰপৰা ওলাল কেনেকৈ ক'ম। মাটিৰ তলৰপৰা নিশ্চয় ওলোৱা নাই! তইঁতৰ ঘৰৰপৰাই আলিবাটেৰে খোজ কাঢ়ি আহিছে।

বাবুল ঃ মোক এনেকৈ ইয়াত বহি থকা দেখিলে সি নিশ্চয় ঘৰত লগাবগৈ। তাতে মোৰ কাৰণেই পুৱা সি মাৰ খাইছে।

হাবুল ঃ কেনেকৈ?

বাবুল ঃ বাকচৰপৰা সি দুটকাৰ নোট চুৰ কৰা বুলি মায়ে সন্দেহ কৰিছে।

হাবুল ঃ সেয়েতো কৈছোঁ। উঠ। যাওঁ ইয়াৰপৰা।

বাবুল ঃ যাবতো ময়ো খোজোঁ, কিন্তু যাম কেনেকৈ, উঠিলেই পৰি যাম। কিয় যে সেই কুলক্ষণীয়া বস্তুবোৰ খাইছিলোঁ ক'ব নোৱাৰোঁ। মৰিলেও সেইবোৰ আৰু কেতিয়াও নাখাওঁ।
(পোৱালি সোমাই আহে)

পোৱালি ঃ ককাইদেউ দেখোন, ইয়াত কি কৰিছা? সিফালে দেউতাই বিচাৰি চলাথ লগাইছে।

বাবুল ঃ তই ক'লৈ যাব?

পোৱালি ঃ দেউতাই তোমাক বিচাৰি নিবলৈ পঠাইছে। আহা ঘৰলৈ যাওঁ।

হাবুল ঃ যা যা,—তই তোৰ কাম কৰগৈ ইয়াত চৰ্দাৰি কৰি দেখুৱাব নালাগে। কটা চোৰ।

পোৱালি ঃ চোৰ চোৰ বুলি নক'বা। মই কাৰো চুৰ কৰিবলৈ যোৱা নাই।

হাবুল ঃ হৈছে হৈছে যা—

পোৱালি ঃ যামেইতো। তোমালোকৰ লগত বহি থাকিম নে?

বাবুল ঃ এই পোৱালি তই যা।

হাবুল ঃ সৰু মুখত বৰ বৰ কথা। মাৰিম নেকি এক ঘোচা—

পোৱালি ঃ মোক ঘোচা মাৰিবলৈ তুমি বা কোন?

বাবুল ঃ তই গ'লিনে পোৱালি?

পোৱালি : যাম। কিন্তু তোমাকো লৈ যাম। ইয়াত এনেকৈ বহি থাকিব নালাগে। তুমিও ব'লা।

বাবুল : মই যাম বাৰু। তই যাচোন।

পোৱালি : নহয়, তুমিও ব'লা।

হাবুল : এই আহাম্মক গাৰ্জেনগিৰি কৰিব নালাগে যা।
(পোৱালিয়ে চিগাৰেটৰ টুকুৰাটো দেখে আৰু তুলি লয়।)

পোৱালি : অ' ইয়াত বহি বহি চিগাৰেট খোৱা হৈছিল। পইচা ক'ত পালা?

হাবুল : পইচা ক'ত পালোঁ তোক কিয়? তোৰ বাপেৰৰ ধন ভাঙি আমি চিগাৰেট কিনা নাই নহয়।

পোৱালি : মই বুজিছোঁ দিয়া। মোক আৰু একো বুজাব নালাগে, কোনে কাৰ বোপাইৰ ধন ভাঙি চিগাৰেট কিনিছে মই জানো। লাভৰ মূৰত মই মাথোঁ আজি পুৱাই পুৱাই মাৰ খালোঁ।

বাবুল : পোৱালি—তই যাবিনে নাযাব?

পোৱালি : তুমি গ'লেহে যাম।

বাবুল : মই এতিয়া নাযাওঁ। তই যা।

পোৱালি : তোমাক লগত লৈ নগ'লে দেউতাই মোক আকৌ ডবিয়াব।

হাবুল : বিচাৰি নাপালি বুলি ক'বি গৈ যা।

পোৱালি : এহ্ এওঁৰ কথা মতেই হ'ব। কিয় মিছা কথা ক'ম?

হাবুল : যেন ধৰ্মৰাজ যুধিষ্ঠিৰৰ বৰপুত্ৰ।

পোৱালি : বেছ মই যাওঁ। ঘৰলৈ গৈ কিন্তু দেউতাক সকলো কথা কৈ দিমগৈ। (প্ৰস্থান)

বাবুল : হাবুল এইটো কিন্তু ভাল কথা নহ'ল।

হাবুল : কি ভাল কথা নহ'ল?

বাবুল : পোৱালিক জোকাই ভাল কাম নকৰিলি। যেনে অঁকৰা সেইটো, সি ঘৰলৈ গৈ নিশ্চয় সকলো কথা লগাই দিবগৈ।

হাবুল : যা যা সেইবুলি চাকৰ এটাক ভয় কৰি চলিম নে?

বাবুল : নহয় ভাই, মোৰ হ'লে বৰ ভয় লাগিছে। সকলো কথা গম পালে দেউতাই মোক কেতিয়াও সুদাই নেৰে। দেউতাৰ খং তই দেখা নাই।

হাবুল : সুধিলে কিবা এটা কৈ সাৰিব নোৱাৰিবিনে? তোৰ দেউতাই আৰু তোতকৈ পোৱালিক বেছি বিশ্বাস কৰিব নে?

বাঁবুল : কি ক'মনো?

হাবুল : ক'বি আৰু কিবা এটা। বাৰু বাদদে সেইবোৰ কথা। এতিয়া নিশ্চয় মূৰটো ভাল লাগিছে। ব'ল ; উঠ।

(বাবুলক হাবুলে হাতত ধৰি তোলে। বাবুলে হাবুলৰ গাত ভৰ দি থিয় হ'ব ধৰোঁতেই সিহঁতৰ ক্লাছ মাষ্টৰক সেইফালে অহা দেখে।)

হাবুল ঃ সৌৱা ছাৰ আহিছে। সোনকালে ব'ল। তোক লৈ দিগদাৰতে পৰিলোঁ দেখিছোঁ।

বাবুল ঃ ছাৰ! ক'তা?

হাবুল ঃ কণা নেকি? চাচোন সেই লাইট পোষ্টটোৰ দাঁতিত। সোনকালে খোজ কাঢ়িব নোৱাৰ নেকি অ'?

বাবুল ঃ কি সোপা খুৱালি! মোৰ মূৰ ঘূৰণি ভাল হোৱাই নাই। বেগেৰে খোজ কাঢ়িম কেনেকৈ! মই অলপ বহোঁ ভাই।

হাবুল ঃ তোৰ যি ইচ্ছা তাকেই কৰ। বহ, শোৱ যি মন যায় তাকেই কৰ। তোৰ লগতে মই মৰিব নোৱাৰোঁ। মই যাওঁ।

(এইবুলি উচাট মাৰি হাবুল গুচি যায়। বাবুল বহি পৰে। মাষ্টৰ সোমাই আহে।)

মাষ্টৰ ঃ আৰে বাবুল দেখোন। কি কৰিছ ইয়াত? তোৰ লগত আন এটা কোনোবা আছিল নহয়। মই দুৰৈৰপৰা দেখিছিলোঁ: সি ক'লৈ গ'ল?

বাবুল ঃ (কোনোমতে থিয় হৈ) হাবুল আৰু মই দুয়ো খেল চাবলৈ গৈছিলোঁ। সি ঘৰলৈ গ'ল।

মাষ্টৰ ঃ অ' হাবুলৰ লগ লাগিছ কেতিয়াৰপৰা? সি দুষ্ট ল'ৰা তাৰ লগ এৰ। আৰে তোৰ হৈছে কি!

তেনেখন কৰিছ কিয়! ভালকৈ থিয় নহৱ কিয়?

বাবুল ঃ মূৰ ঘূৰাইছিল।

মাষ্টৰ ঃ মূৰ ঘূৰাইছিল? কিয়?

বাবুল ঃ খেলা চাওঁতে মূৰত ৰ'দ পৰিছিল। সেই কাৰণেই হ'বলা—

মাষ্টৰ ঃ অকলে ঘৰলৈ যাব পাৰিবিতো?

বাবুল ঃ এতিয়া ভাল পাইছোঁ। পাৰিম!

মাষ্টৰ ঃ অঁ যা। ৰাতি হ'ল। অকলে অকলে ঘূৰি ফুৰিব নালাগে। অ' শুন অহা সপ্তাহত উৰিষ্যাৰ কোণাৰকলৈ যাম নহয় আমি আটাইবোৰ—, হেডমাষ্টৰো যাব, তইতো যাবিয়েই নহয়—

বাবুল ঃ সকলো গ'লে ময়ো নিশ্চয় যাম। পিছে আপুনি দেউতাক এবাৰ ক'ব। আপোনালোক গ'লে নিশ্চয় যাবলৈ দিব।

মাষ্টৰ ঃ ক'ম বাৰু। তাই যা। মই অলপ পাছত যাম তইঁতৰ ঘৰলৈ। যা........ তই যা।

(বাবুল এফালে আৰু মাষ্টৰ আনফালে যায়)

●●

## চতুৰ্থ দৃশ্য

(বাবুলহঁতৰ ঘৰৰ কোঠা। দ্বিতীয় দৃশ্যৰ অনুৰূপ। এফালেদি মাক আৰু আনফালেদি পোৱালি সোমাই আহে।)

মাক : বাবুলক পালিনে?

পোৱালি : পাইছিলোঁ।

মাক : নাহিল কিয় তোৰ লগত?

পোৱালি : স্কুলৰ কোনোবা বন্ধুৰ লগত সেই পাৰ্কৰ দাঁতিৰ আলিবাটত বহি আছে।

মাক : বহি আছে নে আন কিবা কৰিছে!

পোৱালি : চিগাৰেট খাইছিল।

মাক : কি ক'লি?

পোৱালি : মানে সেই ল'ৰাটোৱে—

মাক : দেউতাই মতা বুলি কৈছিলিনে নাই?

পোৱালি : কৈছিলোঁ।

মাক : কি ক'লে সি?

পোৱালি : সেই বন্ধুজনে মোক বৰ গালি-শপনি পাৰিলে।

মাক : বন্ধুৰ কথা সোধা নাই, বাবুলে কি ক'লে?

পোৱালি : ককাইদেৱে ক'লে, তই যা মই গৈছোঁ।

মাক : বাৰু তই যা (পোৱালি যায়) হে ভগৱান, শেষত ইয়াকে কৰিলা, ইমান আশা-ভাৰসা অথলে যাবনে?
মোৰ বাবুল এনেকৈয়ে বেয়া ল'ৰাৰ লগত পৰি চৰিত্ৰহীন হৈ পৰিবনে?

দেউতাক : কি হ'ল, বাবুল আহিল নে?

মাক : বাবুল আৰু ইমান সোনকালে আহিব নে?

দেউতাক : সন্ধ্যা লাগি ভাগি এতিয়া ৰাতি হ'লহি। কি কৰিছে সি বাহিৰত ঘূৰি ফুৰি।

মাক : কি কৰিব আৰু? ল'ৰা ডাঙৰ হৈছে, লগ-ভাগ বিচাৰি বাটে বাটে ঘূৰি ফুৰিছে।

দেউতাক : ক'ৰ লগ পালেগৈ?

মাক : স্কুলৰ ল'ৰাৰ লগ পাবলৈ কিনো? মই আপোনাক ইমান কওঁ আমাৰ আশা-ভাৰসাৰ থলী ল'ৰা সেই এটাটোৱেই। নিজৰ লগতে অলপ লৈ ফুৰা-চকা কৰিলে হয়। তেতিয়া হ'লে বেয়া ল'ৰাৰ লগ লাগিবলৈ নাপায়।

দেউতাক ঃ দেখিছাই দেখোন মোৰ দহটা-পাঁচটা কৰোঁতেই যায়। তাক লৈ ফুৰা-চকা কৰিবলৈ সময় কণ পাওঁ ক'ত? তদুপৰি ল'ৰাৰ ল'ৰামন। সিনো আৰু তাৰ খেলা এৰি মোৰ লগত ফুৰিবলৈ ভাল পাবনে?

মাক ঃ সি ভাল পোৱাটোলৈ কেলেই লাগিছে। সি ভাল নাপালেও তাৰ যিহত ভাল হয় তাকেহে আমি কৰা উচিত। আপুনি এনেকৈ তাৰ ফালে পিঠি দিছে কাৰণেহে সি এনেকৈ সুবিধা পাইছে। ল'ৰাৰ মন। ল'ৰামতীয়া বুলি আপুনি তাৰ সকলো কথাকে পাতলাই দিয়ে। আপুনিতো কেতিয়াও তাক শাসন নকৰে, সেয়ে সি দিনক দিনে লাই পাই গৈছে।

দেউতাক ঃ মইহে এতিয়া তাক লাই দিলোঁগৈ। কিবা এটা ক'ব খুজিলে দেখোন তুমি মুখ পাতি ধৰা।

মাক ঃ পোৱালিয়ে দেখি আহিছে পাৰ্কৰ দাঁতিত বাবুলে এটা ল'ৰাৰ লগত বহি মেলমাৰি আছে। লগৰ ল'ৰাটোৱে চিগাৰেট খাইছে, বাবুলেও নোখোৱাকৈ আছে নে?

দেউতাক ঃ কি? চিগাৰেট খাইছে' বাবুলৰো তেন্তে সেই কু-অভ্যাসটো হ'ল। মই সন্দেহ কৰিছিলোৱেই।

মাক ঃ সন্দেহ কৰিছিল কেতিয়া?

দেউতাক ঃ আজি পুৱা।

মাক ঃ আজি পুৱা?

দেউতাক ঃ বাকচৰ টকা চুৰ কৰাৰ কাৰণে যেতিয়া তুমি পোৱালিক মাৰিছিলা তেতিয়া মোৰ কিয় জানো সন্দেহ হৈছিল নোটখন পোৱালিয়ে চুৰ কৰা নাই, চুৰ কৰিছে বাবুলেহে—

মাক ঃ বাবুলে পইচা চুৰ কৰিছে?

দেউতাক ঃ অসম্ভৱ কথা একো নহয়। সেই পইচাৰে হয়তো এতিয়া চিগাৰেট কিনি খাইছে। নাই নাই কথা দেখিছোঁ লাহে লাহে বেয়াৰ ফালে ঢাল লৈছে। এতিয়াই কঠোৰ শাসনেৰে তাৰ কু-অভ্যাসবোৰ নাতৰালে পাছলৈ সি তোমাকো নমনা হ'ব, মোকো নমনা হ'ব। বাবুল, বাবুল?
(পোৱালি আহে)

পোৱালি ঃ ককাইদেউ অহা নাই।

দেউতাক ঃ অহা নাই? তেন্তে ব'ল ক'ত তাক দেখিছিলি?
(বাপেক ওলাই যাব খোজোঁতেই মাষ্টৰে বাবুলক লৈ সোমাই আহে)
আপুনি ইয়াক ক'ত পালে?

মাষ্টৰ ঃ ক'ম বাৰু বহকচোন (বাবুলক দেখুৱাই মাকক কয়) ইয়াক লৈ যাওক। মুখ-হাত ধুৱাই কিবা অলপ খাবলৈ দিয়ক। ভয়তে চাওক কেনেকৈ

কঁপিব ধৰিছে। মুখখন কেনেকৈ শেঁতা পৰি গৈছে।
(মাকে বাবুলক লৈ ভিতৰলৈ সোমাই যায়।)
চাওঁ, বহকচোন। ইমান খং খাইছে কিয়? আপোনাৰ হৈছে কি?

দেউতাক : মোৰ আৰু হ'বলৈ বাকী আছে কি? বংশৰ নাম উজ্বলাবলৈ বুলি সেই একেটি ল'ৰা সিও আজি বিপথে যাবলৈ ধৰিছে। বাকচ ভাঙি পইচা চুৰ কৰিছে, আৰু চুৰ কৰা পইচাৰে চিগাৰেট কিনি খাইছে।

মাষ্টৰ : অ' চিগাৰেট খায়েই চাগে তাৰ মূৰ ঘূৰাইছিল।

দেউতাক : মূৰ ঘূৰাইছিল?

মাষ্টৰ : এৰা অলপ আগতে মই যেতিয়া তাক বাটত লগ পাইছিলোঁ তেতিয়া সি ভালকৈ খোজ কাঢ়িব পৰা নাছিল।

দেউতাক : মই এতিয়া কি কৰিম কওক। আপুনি আহিছে ভালেই হৈছে। মাকে সদায়ে কয় মই হেনো লাই দি দি তাক এনে কৰিছোঁ। আপুনিয়েই তাক শাসন কৰক।
(ঘৰৰ চুকৰপৰা চেকনিডাল আনি মাষ্টৰৰ হাতত দিয়ে।)
লওক এইডাল চেকনি। তাক আপোনাৰ যিমান মন যায় কোবাওক। মই কোনো আপত্তি নকৰোঁ। আপুনি তাক এনে শাস্তি দিযক ভৱিষ্যতে যাতে সি কেতিয়াও এনেকাম আৰু নকৰে। বাবুল বাবুল—

মাষ্টৰ : নালাগে তাক মাৰিবলৈ। আৰু লওক আপোনাৰ চেকনিডাল, য'ত আছিল তাতেই ভালকৈ থৈ দিয়ক। দৰকাৰ নহ'ব।

দেউতাক : দৰকাৰ নহ'ব? আপুনি কৈছে কি।

মাষ্টৰ : চেকনিৰে কোবাই ল'ৰাক সৎপথলৈ অনাৰ দিন উকলিছে।
(মাষ্টৰে ফুলদানিৰপৰা ফুলৰ কলি এটা আনি হাতত লয়)
চাওক এই ফুলকলিটো হাতেৰে সহজতে মোহাৰি ছিঙি ভাঙি পেলাব পাৰি। তাত কোনো বাহাদুৰি নাই। কিন্তু ফুলৰ গুটি সিঁচি আপডাল কৰি ফুলকলিৰপৰা ধুনীয়া ফুল সৃষ্টি কৰাতহে সাৰ্থকতা আছে। বাবুলৰ কিমাননো বয়স হৈছে। ফুলকলিটিৰ দৰেই কোমল। তাক চেকনিৰে কোবাই, ঢকিয়াই, চৰিয়াই ফুলকলিটিৰ দৰে মোহাৰি পেলাব পাৰিব ; কিন্তু তাক সুধৰাব নোৱাৰিব। তাক সৎপথলৈ আনিবলৈ হ'লে মৰমৰ আপডালেৰে তাক বশ কৰিব লাগিব। মই যেতিয়া আপোনাৰ ঘৰ সোমাইছিলোঁ সি বাৰাণ্ডাৰ চুকত দুৱাৰৰ পাছফালে লুকাই আছিল। মই যেতিয়া দেখা পাই তাৰ ওচৰলৈ গ'লোঁ সি ভয়তে কঁপিবলৈ ধৰিলে। মই তাক বুজাই-বঢ়াই ভিতৰলৈ লৈ আহিলোঁ। আপোনাৰ ভয়তে হয়তো তাৰ এনেকুৱা হৈছে। বেয়া সংগত পৰি কিবা নকৰিবলগীয়া যদি সি

কৰিও থাকে তথাপি আপুনি তাৰ প্ৰতি নিৰ্দয় হোৱা উচিত নহয়। আপুনিয়েই তাৰ দেউতাক। তেখেত মাক। এই সংসাৰত আপোনালোকক যদি সি এনেভাৱে ভয় কৰিবলগীয়া হয় তেন্তে কাৰ বুকুত সি আশ্ৰয় পাব? বাবুলৰ কাৰণে আপুনি অকণো চিন্তা নকৰিব তাৰ সকলো দায়িত্ব মোৰ ওপৰত এৰি দিয়ক। মই তাক সৎপথলৈ আনিম। অ' অহা সপ্তাহত আমি কোণাৰকলৈ যাম। বাবুলক লগত লৈ যাম।

দেউতাক : বেছতো আপুনি লগত নিব, মই আকৌ আপত্তি কৰিম কিয়?

মাষ্টৰ : বৰ ভাল কথা। আপুনি এতিয়া বাবুলক পঠিয়াই দিয়ক
(দেউতাক যায়। চুচুক্-চামাককৈ বাবুল আহে।)
বাবুল! আহ আহ ভয় কৰিছ কেলেই? হাত-মুখ ধুই জলপান খালি নে?

বাবুল : খালোঁ।

মাষ্টৰ : ভয় নাই, ভয় নাই, দেউতাৰে তোক নামাৰে। অ' শুন আমাৰ লগত যাবলৈ দেউতাৰে অনুমতি দিছে। এতিয়া অলপ পঢ়া-শুনা কৰি শুই থাকিবি। বাৰু কোণাৰকলৈ যে যাবি ধম্মাৰ কথা জাননে?

বাবুল : কোন ধম্মা?

মাষ্টৰ : নাজান! ধম্মা আছিল তোৰ দৰেই বাৰ বছৰীয়া ল'ৰা। ১২০০ খনিকৰে যি কাম কৰিব পৰা নাছিল তাকেই কৰিছিল এই ধম্মাই। মাকৰপৰা সি গম পাইছিল যে কোণাৰকৰ মন্দিৰৰ চূড়াত কলচী বহুৱাব নোৱাৰি তাৰ দেউতাক আৰু ১২০০ খনিকৰ ৰজাই শাস্তি দিব বুলি ভয়ত পেপুৱা—লাগিছিল। সেই মুহূৰ্ততে ধম্মাই আহি সকলোৰে মুখত বিৰিঙালে হাঁহি। সি কলচী বহুৱালে কিন্তু দেউতাকৰ আজীৱন সাধনা ব্যৰ্থতাত পৰিণত হোৱাৰ কথা পৃথিৱীৰ মানুহে নাজানক বুলিয়েই সেই মুহূৰ্ততে মন্দিৰ চূড়াৰপৰা তললৈ সাগৰৰ বুকুলৈ দিলে মৰণ জাঁপ—

বাবুল : মৰণ জাঁপ! কিয়?

মাষ্টৰ : দেউতাকৰ সন্মান ৰক্ষা কৰিবলৈ নিজৰ জীৱন আহুতি দিলে ১২ বছৰীয়া সেই ল'ৰাকণে আৰু সেই দিনাৰেপৰা দশোদিশে বিয়পি পৰিছিল স্বাৰ্থত্যাগী পিতৃ বৎসল শিশু-শিল্পীৰ গুণৰ কাহিনী। মৰিও সি অমৰ হৈ ৰ'ল। কোণাৰকৰ চূড়াত কলচী বহিল। বাৰু আজি থাকক সেইবোৰ কথা। বাটে বাটে বহুতো সাধু কৈ যাম। আজিলৈ আহোঁ দেই।

# পঞ্চম দৃশ্য

(দৃশ্য সজ্জা আগৰ দৃশ্যৰ অনুৰূপ। কোণাৰকলৈ যোৱাৰ দিনটো আহি পালে। যোৱাৰ আগৰ নিশা বাবুল মাকৰ লগত শুই আছে। কোঠাটো আন্ধাৰ, কেৱল পোহৰ পৰি থাকে বাবুল আৰু মাকৰ মুখত জানিবা মেলি থোৱা খিড়িকীৰে জোনাক সোমাই আহিছে। আৱহ সংগীতৰ সুৰ দূৰৈৰপৰা ভাহি আহে। সংগীতৰ সুৰ লাহে লাহে ডাঙৰ হৈ বহুতো ল'ৰা-ছোৱালীৰ কোলাহলৰ সৈতে মিহলি হৈ এটা আচৰিত পৰিৱেশৰ সৃষ্টি কৰে। ল'ৰা-ছোৱালীবোৰে—"কোণাৰক কোণাৰক মন্দিৰ শিল্পী ধম্মাৰ কীৰ্তি" চিঞৰা শুনা যায়। তাৰ পাছত শুনা যায় যেন বহু দূৰৈৰপৰা সাগৰৰ ঢৌবোৰ বাগৰি বাগৰি ভীষণ শব্দ কৰি ওচৰ চাপিছে। ঢৌৰ শব্দ ওচৰ চাপিলত সংগীত শীৰ্ষবিন্দুলৈ উঠি এটা ভয়লগা পৰিবেশৰ সৃষ্টি কৰে, ল'ৰা-ছোৱালীৰ হাই-উৰুমিও বাঢ়ে। কিন্তু সেই সকলোবোৰ অতিক্ৰম কৰি শুনা যায় এটা কোমল বয়সীয়া ল'ৰাৰ কোমল অথচ স্পষ্ কণ্ঠস্বৰ। নেপথ্যৰপৰা)

স্বৰ : সাৱধান।

বাবুল : কোন তুমি সাগৰৰ বুকু ফালি ওলাই আমাক সাৱধান কৰিছা?

স্বৰ : আজি হাজাৰ বছৰ আগতে মহা সাগৰৰ বুকুত মই আশ্ৰয় লৈছিলোঁ ১২০০ শিল্পীৰ মুখত হাঁহি বিৰিঙাবলৈ।

বাবুল : অ' জানো তুমি ধম্মা—এই মন্দিৰৰ চূড়াত কলচী তুমিয়েই বহুৱাইছিলা। তোমাৰ অমৰ কীৰ্তিৰ কথা আজি হাজাৰ বছৰৰ পাছতো মানুহৰ মুখে-মুখে। তোমাৰ কথা আমি পাহৰা নাই। সেয়েতো তোমাৰ অমৰ কীৰ্তি এই মন্দিৰ চাবলৈ আহিছোঁ।

স্বৰ : মানুহে মোৰ নাম লৈছে মোৰ ওপৰত তথ্য লিখি নতুন সন্মান লভিছে, কিন্তু কোনেও বিচৰা নাই মোৰ বুকুৰ উমেৰে সাৰ্থক কৰি তোলা ১২০০ শিল্পীৰ অবৰ্ণনীয় শ্ৰমৰ ফল এই সূৰ্য মন্দিৰ পৃথিৱীৰ বুকত থিয় হৈ থাওক। দেখা নাই কেনেকৈ জহি যাব ধৰিছে পৃথিৱীৰ অপূৰ্ব ভাস্কৰ্য—

বাবুল : আনে যি কৰা নাই, কৰিব পৰা নাই আমি কৰিম। আমাৰ বুকত তোমাৰ দৰেই অদম্য আকুলতা—আমি অংগীকাৰ কৰিছোঁ—

স্বৰ : সাৱধান! সেই অংগীকাৰ অসাৰ্থক হ'ব, অপূৰ্ণ ৰ'ব তোমালোকৰ মনৰ কামনা, এপদো অগ্ৰসৰ হ'ব নোৱৰা মন্দিৰৰ ওচৰলৈ, দূৰৈৰ পৰাই

উভতি যাব লাগিব যদি থাকে তোমালোকৰ অন্তৰত তিলমাত্ৰও অপবিত্ৰতা। পবিত্ৰ যি নহয়, তাৰ অপবিত্ৰ পৰশেৰে অপৱিত্ৰ কৰিব নিদিওঁ মোৰ বুকুৰ শোণিতেৰে গঢ়া এই মন্দিৰ প্ৰাংগণ। এপদো অগ্ৰসৰ হোৱাৰ আগতে মোৰ আগত প্ৰকাশ কৰা, কোনে কি বেয়া কাম কৰিছা? প্ৰকাশ কৰা মনে মনে ৰ'লা কিয়? কোৱা কোৱা কোৱা—
(সংগীত শীৰ্ষবিন্দু পায়, বাবুলে চিঞৰি দিয়ে)

বাবুল : মা মা—

মাক : (সাৰ পায়) কি হ'ল অ' বাছা তেনেকৈ চিঞৰিছিলি কিয়?

বাবুল : মা—মই তোমাৰ বাকচৰপৰা পইচা চুৰ কৰিছিলোঁ। হাবুলৰ লগত চিগাৰেট খাইছিলোঁ। মই শপত খাইছোঁ আৰু কেতিয়াও তেনে নকৰোঁ আৰু কেতিয়াও বেয়া ল'ৰাৰ লগ নলওঁ। তোমালোকৰ মনত কেতিয়াও দুখ নিদিওঁ মা—মা— (মাকৰ বুকুত মূৰটো সুমুৱাই ফেকুৰিবলৈ ধৰে)

মাক : চাওঁ সোণটি মোৰ, শুই থাক এতিয়া। পুৱাই কোণাৰকলৈ যাব লাগিব নহয়।

বাবুল : মোক কোণাৰকলৈ যাবলৈ দিবনে?

মাক : কিয় নিদিব?

বাবুল : মই যে—

মাক : দিব দিব কেলেই নিদিব? তই শপত খাইছ নহয় আজিৰপৰা ভাল হ'বি। কেলেই নিদিব। এতিয়া শুই থাক।

বাবুল : মা—চাওঁ তোমাৰ হাতখন।
(বাবুলে মাকৰ হাতখন কপালত লগাই চকু মুদি দিয়ে। কোঠাৰ পোহৰ লাহে লাহে কমি আহি আন্ধাৰ হৈ পুনৰ পোহৰ হয়। ৰাতিপুৱাল। আন্ধাৰ হওঁতে বাবুল আৰু মাক ভিতৰলৈ যায়। পোহৰ হ'লত দেখা যায় মাষ্টৰ সোমাই আহে)

মাষ্টৰ : বাবুল, বাবুল—
(বাবুলক লৈ মাক আৰু দেউতাক সোমাই আহে)
বাঃ একেবাৰে সাজু। ব'ল তেন্তে (বাবুল আগবাঢ়ি আহে) যাত্ৰাৰ আগতে মা-দেউতাক সেৱা কৰিব লাগে নহয়।
(বাবুলে মাক-দেউতাকক সেৱা কৰে। মাকে সাৱটি চুমা খায়।)

মাষ্টৰ : এতিয়া আহোঁ তেন্তে।
(মাক-দেউতাকে দুখোজ মান আগুৱাই যায়। দেউতাকে অদৃশ্য ভগবানৰ উদ্দেশ্যে হাতযোৰ কৰি প্ৰণাম জনাই কয়)

দেউতাক ঃ হে প্ৰভু। আমাৰ জীৱনৰ বন্তিগছ, ফুলকলি সদৃশ কোমল মতিৰ এই শিশুটিক তোমাৰ আশীৰ্বাদেৰে আৱৰি ৰাখা যাতে সি বিপথে নাযায় প্ৰভু।

(মাক আৰু দেউতাকৰ ওপৰত পোহৰ কেন্দ্ৰীভূত হয়। তাৰ পাছত লাহে লাহে মঞ্চ আন্ধাৰ হয়। নামি আহে নাটকৰ অন্তিম যৱনিকা।)



# দেবাঃ নজানন্তি

পাত্র-পাত্রী ঃ

অৰূপ, অজয়, দীনেশ, ডাঃ দুবৰা, সৰকাৰ, বৰুৱা, ৰূপা, অমলা

# দেবাঃ নজানন্তি

**প্ৰথম দৃশ্য ঃ**

(অৰূপৰ কোঠা)

দৰ্শকৰ বাঁওফালৰ অংশ অৰূপৰ কোঠা। সাধাৰণভাৱে সজোৱা। সোঁফালৰ অংশটো ৰূপাইঁতৰ ড্ৰইংৰুম। এইটোও সাধাৰণভাৱে সজোৱা। পাছফালে ওখ প্লেটফৰ্মৰ ওপৰত এটা অংশ নিৰ্দিষ্ট থাকে। এই অংশটোত সোণাৰিৰ দোকান। ইয়াতো অতি কম সৰঞ্জামেৰে দোকান সজোৱা হয়।

এটা অংশ অভিনয়ৰ বাবে পোহৰ হ'লত আনকেইটা অংশ এন্ধাৰ হৈ থাকে। এন্ধাৰত আঁৰ-কাপোৰ আঁতৰি যায়। মঞ্চৰ বাঁওফালৰ অংশটো পোহৰ হ'লত দেখা যায় অৰূপে নিজৰ কোঠাত মন মাৰি বহি আছে।

অজয় ঃ (নেপথ্যত) অৰূপ ! অই অৰূপ আছনে। [অজয় ভিতৰলৈ আহি বহি থকা অৰূপক দূৰৈৰপৰাই ভালকৈ চাই লয়। লাহে লাহে সোমাই ওচৰ চাপি তলমূৰকৈ বহি থকা অৰূপৰ মুখখন দাঙি দিয়ে] তোৰ আকৌ কি হ'ল ? মন মাৰি বহি আছ দেখোন ? ব'ল ব'ল ওলাই যাওঁ।

অৰূপ ঃ মোৰ মনটো ভাল লগা নাই। তয়ে যা। [তলমূৰ কৰে]

অজয় ঃ মনযে ভাল নহয় তোৰ গোমোঠা মুখখন দেখিয়েই বুজি পাইছোঁ। (ৰৈ) কি? অফিছৰ বচে কিবা টান কথা ক'লে নেকি?

অৰূপ ঃ আৰে, বচে কিটো ক'ব? কামত গাফিলতি পালেহে।

অজয় ঃ তোৰ বচ্ বোলে বৰ ষ্ট্ৰীক্ট সেয়েহে সুধিছোঁ।

অৰূপ ঃ তেওঁ যে ষ্ট্ৰীক্ট সেইটো ঠিক। দোষ পালে জকজকাই উঠে সঁচা— কিন্তু কাম ঠিক কৰিলে বৰ ভাল পায়।

অজয় ঃ হৈছে, হৈছে, আৰু জহাব নালাগে। তোৰ কথাকে বাৰু বিশ্বাস কৰিলোঁ। অফিছত সব ঠিক-ঠাক, বচেও একো কোৱা নাই, তেন্তে আন কিবা এটা নিশ্চয় তোৰ হৈছে।

অৰূপ ঃ মানে?

অজয় ঃ অফিছত কাৰোবাৰ সৈতে কাজিয়া কৰিছ চাগৈ।

অৰূপ : কি বাজে কথাবোৰ কৈ থাক অ'। কেতিয়াবা কাৰবাৰ লগত মোক কাজিয়া কৰা দেখিছ জানো ?

অজয় : তেনেহ'লে হ'ল কি, নকৰ কিয় ? বেছ, অকণমান চিন্তা কৰিবলৈ দে (মূৰটো আঙুলিৰে দেখুৱাই) ইও কাম নকৰে নহয়। ক'ৰবাত স্ক্ৰু ঢিলা হৈছে যেন পাইছোঁ। হঁা, এটা কথা অৱশ্যে হ'ব পাৰে। নাই নহয়, সি যিহে বুদ্ধু তাৰ দ্বাৰা সেইবোৰ সম্ভৱ নহয়।

[বুদ্ধু বুলি কোৱাৰ লগে লগে অৰূপে মূৰ তুলি চায়]

অৰূপ : মোৰ বিষয়ে এনেকুৱা ধাৰণা কেতিয়াৰপৰা হ'ল অ'?

অজয় : তাৰ মানে তই বুদ্ধু নহৱ !

অৰূপ : নহওঁতো।

অজয় : তাৰ মানে তোৰ বুদ্ধি আছে?

অৰূপ : নিশ্চয় আছে।

অজয় : শুন তেনেহ'লে মই যি সুধিম তাৰ চাফ চাফ উত্তৰ দিবি, হয় বা না বুজিছ?

অৰূপ : সোধ।

[অজয়ে অৰূৰ ওচৰলৈ গৈ তাৰ থুঁতৰিটো ধৰি মুখখন দাঙি ভালকৈ চায়, অৰূপে মুখখন আনফালে ঘূৰাই দিয়ে]

অজয় : বাৰু কচোন বহলাই কি হ'ল?

[অজয়ে চকীখন টানমাৰি আনি ওভতাকৈ লৈ বহে আৰু পাছফালৰ আওজাডোখৰত নিজৰ হাত দুখনৰ ওপৰত থুঁতৰিটো থৈ অৰূপে কি কয় শুনিবলৈ ৰৈ থাকে]

অজয় : ক ক আকৌ !

অৰূপ : ক'লে কিটো হ'ব।

অজয় : কি হয়, নহয় পাছৰ কথা, আগতে ক'চোন কি হৈছে।

অৰূপ : তই যিহে আনচিমপেথেটিক, ক'লে চাগৈ হাঁহি উৰুৱাই দিবি।

অজয় : কথা দিলোঁ, হাঁহি উৰুৱাই নিদিওঁ, মই মনোযোগেৰে তোৰ কথা শুনিবলৈ ৰেডি।

অৰূপ : থাকদে নালাগে। মোৰ কথা মোৰ মনতে থাকক !

অজয় : [অৰূপৰ মনৰ অৱস্থা অনুমান কৰি] অ' বুজিছোঁ কথা বেছ গহীনেই ক-কৈ পেলা। তোৰ গোমোঠা মুখখন চাই থাকিবলৈ ভাল নালাগে। কৈ পেলা কৈ পেলা। ক'লে মনটো পাতল লাগিব।

অৰূপ : [ক'ব নুখুজি মুখখন আনফালে ঘূৰায়]

অজয় : মুখখন সিফালে ঘূৰালি দেখোন?

অৰূপ : তয়েই দেখোন ক'লি মোৰ গোমোঠা মুখখন চাবলৈ ভাল নালাগে।

অজয় : মই কলোঁ বুলিয়েই তই মুখখন ঘূৰাবি নেকি ? [অৰূপৰ থুঁতৰিত ধৰি তাৰ মুখখন নিজৰ ফালে ঘূৰায়] ক'চোন ক-খুলি ক কি হৈছে নো?

অৰূপ : একো হোৱা নাই। সাধাৰণ এটা দুৰ্ঘটনা।

অজয় : দুৰ্ঘটনা! কাৰ?

অৰূপ : অ ! নহয় মানে যোগাযোগ।

অজয় : আৰে—বেছ ইণ্টাৰেষ্টিংতো। ক—ক ক'ত কেতিয়া কাৰ লগত কেনেকৈ?

অৰূপ : মই অফিচৰপৰা আহোঁতে শিখ মন্দিৰৰ চিটিবাছ ষ্টপেজত।

অজয় : অ' অ', তাৰ পাছত ? (হাঁহে)

অৰূপ : এয়া তই হাঁহিছ।

অজয় : ক্ষমা কৰিবি আৰু নাহাঁহোঁ। ক এতিয়া !

অৰূপ : একেলগে বাছেৰে আহি আছিলোঁ। তাই—

অজয় : তাই। মানে তাই কোনোবা ছোৱালী!! তাৰ পাছত?

অৰূপ : শিখ মন্দিৰৰ ষ্টপেজত তাই নামি গ'ল।

অজয় : তাই নামি গ'ল আৰু তই গুচি আহিলি।

অৰূপ : নহয় অ'—

অজয় : তেন্তে?

অৰূপ : ময়ো নামি গ'লোঁ—

অজয় : নামি গ'লি, পিছে লগ ধৰিলি নে নাই? কথা পাতিলি নে নাই?

অৰূপ : লগ ধৰি কথা পাতোঁ বুলি ভাবিছিলোঁ কিন্তু পতা নহ'ল। বাছৰপৰা নামিয়েই কোনোবা এজন মানুহৰ সৈতে এম্বেচেডৰ এখনত উঠি গুচি গ'ল।

অজয় : (ঠাট্টাৰ সুৰত) আৰু সেই কাৰণেই মুখখন ওন্দোলাই পাচি যেন কৰি বহি আছ। গাধ, তই এটা মস্ত গৰ্দভ। তোৰ আৰু এই জনমত একো নহ'ব। (চিন্তা কৰা দেখুৱাই) তই ঘৰলৈ যোৱাই ভাল। তোৰ দ্বাৰা ইয়াত থকা নহ'ব।

অৰূপ : ধেৎ তেনেকৈ নক'বিচোন। ঘৰলৈ গৈয়েই বা কৰিম কি! তোৰ জৰিয়তে মাৰকেন্টাইল ফাৰ্মৰ সাতশ টকীয়া চাকৰিটো পাইছোঁ। মোক তেনেকৈ চাকৰিটো এৰি যাব নক'বি। এইখন চহৰ এৰি মই যাব নোৱাৰিম।

অজয় : শুন, মই তোক কামৰ যোগাৰ কৰি দিলোঁ, ভাল ল'বাৰ দৰে তই কাম কৰিব লাগে। দহ বজাত অফিছলৈ গৈ পাঁচ বজাত উভতি আহ আৰু আবেলি পাণবজাৰেদি এটা পাক মাৰি ব্ৰহ্মপুত্ৰৰ পাৰৰ মহাবীৰ পাৰ্কত অলপ সময় বহি মাহেকৰ মূৰত দৰমহা ল। বচ্ তোক কোনে

ইফালে-সিফালে চাই ফুৰিবলৈ কৈছিল ক। মই কৈছিলোঁ নেকি? নকৰ কিয় যদি মই কৈছিলোঁ ?

অৰূপ : (হুমুনিয়াহ কাঢ়ি) তইঁতে মোৰ কথা নুবুজ।

অজয় : নুবুজোঁ। মই তোৰ কথা নুবুজোঁ।

অৰূপ : নুবুজতো। বুজা হ'লে—

অজয় : লাভ নাই। বুজিও কোনো লাভ নাই। নুবুজিও লাভ নাই। তাই বা কাৰ ছোৱালী ? ক'ত বা থাকে, তাৰ নাই ঠিকনা।

অৰূপ : ক'ৰ ছোৱালী নাজানিব পাৰোঁ। কিন্তু এইটো ঠিক নিশ্চয় ভদ্ৰ ঘৰৰ ছোৱালী।

অজয় : আঃ মই ভদ্ৰ ঘৰৰ ছোৱালী নহয় বুলি কৈছোঁ নেকি ?

অৰূপ : ভদ্ৰতো ভদ্ৰই আৰু দেউতাকো খুব ধনী চাগৈ দেই, কি চাবি গহনা পিন্ধাৰ কোব। হাতত কাণত ডিঙিত সোণৰ অলংকাৰ।

অজয় : সকলো নকল। এইখন চহৰত তেনেকুৱা নকল গহনাৰ বাহাৰ বহুতেই দেখুৱায় বুজিছ। আৰে গাধ, এইটো নুবুজ কেলেই ইমান অলংকাৰ-পাতি পিন্ধা এজনী ছোৱালীয়ে তেনেকৈ চিটিবাছত উঠি নুফুৰে।

অৰূপ : পিছে অজয় এটা কথা হ'লে ঠিক।

অজয় : কি ঠিক ?

অৰূপ : যাৰ চেহেৰা ভাল তাক নকল বস্তু পিন্ধিলেও ভাল দেখি।

অজয় : এৰা ভালটো দেখিয়েই। আৰু বেছি ভাল দেখি যদি মজনুৰ চকুৰে চোৱা যায়।

অৰূপ : সঁচা ভাই। কিযে ধুনীয়া হাঁহিটো, মনটো চাগৈ তাইৰ কিমান সৰল। আৰু ........

অজয় : ক—ক। ৰ'লি কিয়। কৈ যা.....

অৰূপ : নাই থাক। নকওঁ, তোক নোকোৱাই ভাল। তই এইবোৰ কি বুজিবি (হুমুনিয়াহ)। নাই নাই মোৰ জীৱনত দেখিছোঁ আৰু সুখ নহ'ব।

অজয় : সুখ তোৰ কেতিয়াও নহ'ব। শুন, সুখেই যদি বিচাৰিছ মৰ। মৰিলে সুখ-শান্তি সকলো পাবি। মৰিব পাৰিবি জানো ?

অৰূপ : পাৰিমতো। নিশ্চয় পাৰিম। তই ভাবিছ মই মৰিব নোৱাৰিম বুলি।

অজয় : থ থ। ছোৱালী এজনীৰ সৈতে কথা পাতিবলৈ সাহস নহ'ল। আকৌ মৰিবলৈ সাহস দেখুৱায় কাউৱাৰ্ড !

অৰূপ : এৰা অ' ঠিকেই কৈছ। মই কাউৱাৰ্ড।

অজয় : কেৱল কাউৱাৰ্ডেই নহয়। তই এই চহৰখনৰ কলংক। জান তোৰ কথালৈ অফিছত ব-নু বা-বা আৰম্ভ হৈছে।

অৰূপ : অফিছৰ মানুহে আকৌ জানিলে কেনেকৈ ?

অজয় : নাজানিব কিয় ? অফিচৰ কাগজত যদি ছোৱালীৰ ছবি আঁকি থব

তেন্তে নাজানিব কিয় ? তোক দেখিছোঁ মই আৰু চাকৰিত ৰাখিব নোৱাৰিম। কাম তোৰ যাবই। শুন, এটা ভাল বুধি দিওঁ।

অৰূপ : কি?

অজয় : বিয়া কৰা।

অৰূপ : বিয়া !

অজয় : ওঁ বিয়া। বাটত দেখা ছোৱালীৰ কথা বাদ দে, মই তোক গাঁওৰপৰা চহৰলৈ আনিছোঁ, চাকৰি যোগাৰ কৰি দিছোঁ। এইবাৰ বিয়াখনৰো ব্যৱস্থা কৰি দিম। মই ছোৱালীৰ মাকৰ সৈতে কথা পাতি যি বুজিছোঁ মাকে ভাল ল'ৰা এটা পালে বিয়া দি দিব ; কিন্তু ছোৱালীৰ অভিনয় কৰাৰ ইচ্ছা। দেউতাক হেনো নাম জ্বলা অভিনেতা আছিল। আৰু শুন, কোনোবা এটা চিনেমা হলৰ মালিকে এখন ফিল্ম কৰিব। তাইক হিৰোইনৰ বাবে কনট্ৰেক্ট কৰা বুলি শুনিছোঁ। কিন্তু বিপদটো হ'ল যে তই হ'লি গাঁৱৰ বামুণৰ ল'ৰা। তাইতো বামুণৰ ছোৱালী নহয়।

অৰূপ : বামুণ নহয় যদি কি?

অজয় : সিহঁতে উপাধি দাস লেখে। মই জানি-শুনি আগবাঢ়িব খোজা নাছিলোঁ। কিন্তু বহুত দিনৰপৰা তোৰ গতিবিধি চাইহে আগবাঢ়িব খুজিছোঁ। তইতো জানই মই জাত-পাত নামানো। তোৰ দেউতা নাই। মাৰে আপত্তি কৰিলেও একমাত্ৰ ল'ৰাৰ মুখলৈ চাই হয়তো আপত্তি নকৰিব। কৰিলেও মাৰক বুজাই-বঢ়াই ল'ব পাৰিম। তিনিও গৈ একেলগে ভৰিত দীঘল দি পৰিলে আশীৰ্বাদ নকৰাকৈ নাথাকে। আৰু শুন, বিয়াত দিবলগীয়া বস্তু-বেহানিও ঘৰভৰাই দিবৰ সমৰ্থ সিহঁতৰ নাই।

অৰূপ : অ'ই বস্তুক বিয়া কৰাম নে ছোৱালীক ? মোক সেইবোৰ একো নালাগে।

অজয় : ঠিক আছে। মোক পাছত লাজত নেপেলাবি।

(অৰূপে মুখখন আয়নাত ভালকৈ চাই পাউডাৰ সানে)

ঐ হৈছে হৈছে আহ। তই এটা মস্ত বেল। তোক এনেকৈ পাউডাৰ সনা দেখিলে বিয়া কৰোৱাৰ সলনি বান্দৰ বুলি ক'ব।

অৰূপ : কিয়? (অজয়ে অৰূপৰ মুখৰ পাউদাৰবোৰ মচি দিয়ে)

অজয় : কিয়! বুৰ্বক আজি-কালি ল'ৰাই মুখত পাউডাৰ নাসানে। পাৰিলে অকণমান চেণ্ট স্প্ৰে কৰি ল। ল'ৰাৰ মেনলি চেহেৰা হ'ব লাগে, তেহে ছোৱালীয়ে ভাল পায় বুইছ। ছোৱালীৰ দৰে সাজি-কাচি যোৱাতকৈ নোযোৱাই ভাল।

অৰূপ : (যাব খুজি) ৰ'হ মুখখন মচি পেলাওঁ (আয়নাৰ ওচৰলৈ যায়) চা এইবাৰ হৈছেনে ?

অজয় : ঠিক আছে। ব'ল এতিয়া।
(দুয়ো ওলায় যায় মঞ্চ এন্ধাৰ হয়)

দ্বিতীয় দৃশ্য :

(ৰূপাহঁতৰ ঘৰ)

অজয় : খুৰীদেউ! অ' খুড়ীদেউ!

অমলা : (ভিতৰৰপৰা) গৈছোঁ ৰ'বা অজয়। বহাচোন।

অজয় : (মেগাজিনৰ পাত লুটিয়াই থাকে)

অমলা : অজয় ক'ৰপৰা আহিলা। অফিছৰপৰা নেকি ?

অজয় : অফিছৰপৰা বাহিৰে বাহিৰে বজাৰ কৰি আহিলোঁ।

অমলা : ৰ'বা তেনেহ'লে একাপ চাহৰ যোগাৰ কৰোঁ।

অজয় : নালাগে খুৰীদেউ। মই এটা বিশেষ কথাৰ কাৰণেহে আহিছোঁ।

অমলা : কোৱা কিবা জৰুৰী কথা নেকি ?

অজয় : বিশেষ একো নহয়। সেই যে আপুনি ৰূপাৰ বাবে ল'ৰা এটা চোৱাৰ কথা কৈছিল।

অমলা : অ' অ', পাইছানেকি ক'ৰবাত?

অজয় : পাইছোঁ মানে মোৰ এজন বন্ধুৰ কথা ভাবিছোঁ। মোটা-মুটি চলি থকাৰ বাবে দৰমহাও ভালেই পায় সি। মাৰকেন্‌টাইল ফাৰ্মত কাম কৰে। ভালদৰে চাকৰি কৰি থাকিলে ভৱিষ্যতে ওপৰলৈ যোৱাৰ আশাও আছে।

অমলা : ল'ৰাটোৰ ঘৰ ক'ত ?

অজয় : যোৰহাটত। বামুণৰ ল'ৰা। হ'লে কি হ'ব। সি জাতৰ বাছ-বিচাৰ নকৰে। তাৰ দেউতাক নাই। কেৱল মাক আছে। ল'ৰাটো বৰ অমায়িক।

অমলা : ৰূপা তোমাৰ ভনীৰ দৰে। ভনীয়েৰাক তুমি যাৰ হাততে গটোৱা মোৰ অকণো আপত্তি নাই। তুমি যে এইকণ নিজৰ বুলি ভাবি সহায় কৰিছা সেয়ে যথেষ্ট।

অজয় : নহয় খুৰীদেউ। এয়া মোৰ কৰ্তব্য। আপোনালোকক মই ভালদৰে জানো। মোৰ বন্ধুৰ কথা আপোনাক আৰু নকওঁ। তথাপি বিয়াখন হৈ গ'লে আপুনি বহুত সকাহ পাব।

অমলা : তুমিতো সকলো জানা অজয়। দেউতাক নোহোৱা ছোৱালী। মোৰ মূৰৰ ওপৰত এটা গুৰু দায়িত্ব দি গুচি গ'ল। যদি চলিহাই সহায় নকৰিলে হেতেন, আমাৰ এই ভেটিমাটিখিনিও গ'লহেঁতেন।

অজয় : কিন্তু খুৰীদেউ এই বিয়াত জানো চলিহাৰ মতামতৰ প্ৰয়োজন হ'ব।

অমলা : নিশ্চয় হ'ব অজয়। মই তেওঁক এবাৰ ৰূপাৰ বিয়াৰ কথা কাণ

চুৱাইছিলোঁ, তেওঁ "হ'ব বাৰু, এতিয়াও সময় আছে" বুলি ক'লে। মোৰ মনে কিন্তু নসহে অজয়।

অজয় ঃ তেনেহ'লে কথাষাৰ অলপ ভাবিবলগীয়া হ'ল খুৰীদেউ।

অমলা ঃ নহয় নহয় অজয়—মই কথা দিছোঁ তুমি সকলো ঠিক কৰা। মই চলিহাক মনাই ল'ব পাৰিম।

অজয় ঃ খুৰীদেউ বেয়া নাপাব। চলিহা আপোনালোকৰ কিবা লগাভগা নেকি?

অমলা ঃ সেইটো নহয়। তোমাক ক'লোঁয়েই নহয়। সেউতাক ঢুকুৱাৰ পিছৰেপৰা তেৱেঁই আমাৰ ঘৰখন চাইছে। ৰূপাৰ তত্বাৱধান লৈছে। শিল্পী মানুহ, ৰূপাক তেওঁ বৰ মৰম কৰে। ইমানেই আৰু—

অজয় ঃ তেনেহ'লে খুৰীদেউ মই আগবাঢ়িব পাৰোঁ।

অমলা ঃ নিশ্চয় পাৰা। মোৰ বহুত উপকাৰ হ'ব, অজয়।

অজয় ঃ এতিয়া উঠোঁ।

অমলা ঃ ইচ্ চোৱাচোন ইমান সময় বহিলা, একাপ চাহো নিদিলোঁ।

অজয় ঃ হ'ব হ'ব খুৰীদেউ। কামফেৰা সুকলমে হৈ গ'লে ভালকৈ এদিন এসাজ ভাতকে খাম (যায়। অমলাও ভিতৰলৈ যায়)

[ৰূপা বেগাবেগিকৈ বাহিৰৰপৰা সোমাই আহে। আধুনিকা গাভৰু। ভিতৰলৈ সোমাই যায়। বেগত কিবা এটা সুমুৱাহ'লৈ ভিতৰৰপৰা ওলাই আহে। হঠাতে ৰয়।]

ৰূপা ঃ মা মই ৰিহাৰ্চেললৈ যাওঁ। আহোঁতে পলম হ'লে তুমি চিন্তা নকৰিবা। চলিহা মামাই থৈ যাব।

অমলা ঃ (ভিতৰৰপৰা) ৰূপা ৰ'বিচোন। কথা এটা আছে।

ৰূপা ঃ কিনো আকৌ নতুন কথাটো ওলাল?
(ৰূপা ভিতৰলৈ যাব খোজোঁতে মাক আহে) মোৰ পলম হ'ব মা। কি কথা কোৱা।

অমলা ঃ বহচোন অকণমান। বৰ জৰুৰী কথা।

ৰূপা ঃ মই বহিব নোৱাৰোঁ মা। মোৰ পলম হৈছে। চলিহা মামাৰ পলম হ'লে বৰ খং উঠে। আকৌ মোক বিচাৰি ইয়ালৈ আহিব।

অমলা ঃ ৰূপা, তই আজি অকণমান সময় মোক কথা ক'বলৈ দেচোন। এনেকৈ আৰু কিমান তলৌ তলৌকৈ ঘুৰি ফুৰিবি। অকণমান সময় বহ। মোক কথাখিনি ক'বলৈ দে।

ৰূপা ঃ কোৱা। তোমাৰ মাজে মাজে যে কি ইমান জৰুৰী কথা ওলায়?

অমলা ঃ ৰূপা আইজনী। তোৰ দেউতাৰ সৰুতে ঢুকাইছে। দেউতাৰৰ মৰম নেপালি। তোক মই মোৰ বুকুৰ মৰমেৰে তুলি-তালি ডাঙৰ-দীঘল কৰিলোঁ।

ৰূপা : মা সেইটোনো কি নতুন কথা হ'ল? সেইবোৰটো মই জানোৱেই—

অমলা : নহয় ৰূপা। কেৱল জানিলেই নহ'ব। উপলব্ধিও কৰিব পাৰিব লাগিব। মোৰ কথা শুনিবলৈ তোৰ অকণো সময় নাথাকে। কেৱল চিনেমা-থিয়েটাৰলৈ ব্যস্ত হৈ থাক। বি, এ-টো পাছ কৰিলি, কিবা এটা কামকে যোগাৰ কৰি ল। সেইফালে মন-কাণ দিব এৰিলি।

ৰূপা : মা তোমাৰ যে মাজে মাজে কি হয় মই ক'ব নোৱাৰোঁ। তুমি কি ক'ব খুজিছা নোকোৱা কিয়?

অমলা : তেনেহ'লে শুন। মই তোৰ মা। তোক শাসন কৰাৰ অধিকাৰ মোৰ আছে।

ৰূপা : কোনেনো নাই বুলি ক'লে তোমাক!

অমলা : মই তোৰ বিয়া পাতিব খুজিছোঁ। তই আপত্তি নকৰিবি। তোক চাবলৈ মানুহ আহিব তই ঘৰতে থাকিবি।

ৰূপা : অ' তাকে ক'বলৈ ইমানবোৰ পাতনি মেলিছা। অজয়দাই তোমাৰ কাণ ঘোলা কৰি গ'ল হ'বলা ? কিন্তু মা—

অমলা : শুন ৰূপা ইয়াত কোনো কিন্তু থাকিব নোৱাৰে। মই কেৱল জানো তোৰ বিয়াখন হ'ব লাগে। কেতিয়া মৰি যাওঁ, তাৰো ঠিকনা নাই। চিন্তা-ভাৱনাত দিনক দিনে প্ৰেচাৰটো বাঢ়ি গৈ আছে।

ৰূপা : তুমি মিছাকৈয়ে এইবোৰ কথা চিন্তা কৰা মা। চলিহা মামা আছে নহয় তেওঁ সকলো চিন্তা কৰিব। তেওঁ আমাক ইমান সহায় কৰে আৰু এইখিনি নকৰিব নে ?

অমলা : চলিহাই নকৰিব বুলি কোৱা নাই। কিন্তু তেওঁৰোতো ঘৰ-সংসাৰ আছে।

ৰূপা : মই যাওঁ মা—মোৰ পলম হৈছে।

অমলা : শুন ৰূপা। তোৰ পলম হৈছে মই জানো ; তথাপি মোৰ এষাৰ কথা তই শুনি যা। তোক মই অনুৰোধ কৰিছোঁ তই যেন মোক নিৰাশ নকৰ। আৰু শুন, তই বেয়া নাপাবি চলিহাৰে সৈতে চলা-ফিৰাটো পাৰিলে অকণমান কম কৰ।

ৰূপা : মা! তুমি কি ক'ব খুজিছা ?

অমলা : মই কি ক'ব খুজিওঁ তই নিশ্চয় বুজি পাইছ।

ৰূপা : মই চলিহা মামাক কথাষাৰ ক'ম।

অমলা : চলিহাই বাধা নিদিয়ে মই ভালদৰে জানো।

ৰূপা : মই যাওঁ মা মোৰ পলম হৈছে।

অমলা : যা কেৱল মোৰ কথা কেইষাৰ মনত ৰাখিবি।

(ৰূপা যায়গৈ। অমলাই কিবা এটা চিন্তা কৰি ৰূপা যোৱালৈ চাই ৰয়)

## তৃতীয় দৃশ্য ঃ

(অৰূপৰ কোঠা। সাধাৰণভাৱে সজোৱা)

অজয় ঃ ঐ অৰূপ ... কি শুই-বহি থাক অ'। ব'ল এঠাইৰপৰা ফুৰি আহোঁগৈ।

অৰূপ ঃ ক'লৈ ?

অজয় ঃ ছোৱালী চাবলৈ।

অৰূপ ঃ ছোৱালী চাবলৈ ?

অজয় ঃ সোনকালে ওলা।

অৰূপ ঃ নহয় নহয় অজয়, তই মোক জোৰ নকৰিবি। এবাৰ তই মোৰ কথা ভাবি চাচোন।

অজয় ঃ তোৰ কোনো কথাই মই নুশুনো। কাপোৰ সাজ সলা আৰু সোনকালে ওলা। যদি নাযাৱ মই টানি লৈ যাম।

অৰূপ ঃ (চুচুক-চামাককৈ আলনাৰ ওচৰলৈ গৈ) ঘৰ বা আৰু কিমান দূৰৈত? ৰাতিখন আহি আকৌ বজাৰ সমাৰ কৰিব লাগিব। আজি নগ'লে নহয় নেকি অ' অজয়? তাতে আজি শনিবাৰ। আন এদিনাখন

অজয় ঃ অৰূপ, তই কাপোৰ সলাবি নে?
(অৰূপে আলনাৰ পাঞ্জাবিটো হাতত লৈ মুখেৰে ভোৰ ভোৰাই কিবা-কিবি কৈ থাকে। অজয়ে তাৰ অৱস্থা দেখি হাঁহে।

অৰূপ ঃ কিমান ৰাতি বা আহি পাওঁ। লঘোনে থাকিম বাপেকে।

অজয় ঃ বেছি দূৰ নহয় ব'ল। অহা-যোৱা কৰোঁতে খুব বেছি সময় লাগে যদি এঘণ্টা। ঠিক আছে ব'ল এতিয়া—

অৰূপ ঃ ৰ'চোন! তই সিহঁতৰ ঘৰতো মোক গালি পাৰিবি নেকি?

ৰজয় ঃ নাপাৰোঁ ব'ল।
(দুয়ো ওলায় যায়। মঞ্চ এন্ধাৰ)

## চতুৰ্থ দৃশ্য ঃ

(ৰূপাহঁতৰ ঘৰ)

অজয় ঃ খুৰীদেউ ! (দুৱাৰত টোকৰ মাৰে)

অৰূপ ঃ (টেবুলৰপৰা এখন মেগাজিন লৈ পাত লুটিয়াই থাকে)

অজয় ঃ খুৰীদেউ।

অৰূপ ঃ (অধৈৰ্য হৈ) কি হ'ল অ' ? কোনো ওলাই নাহে দেখোন ! ঘৰত কোনো নায়েই হ'বলা !

অজয় : আহিব, ৰচোন। খুৰীদেউ পাক ঘৰৰফালে আছে নেকি?

অৰূপ : মোৰ কিছু সন্দেহ হৈছে। ঘৰত কোনোবা থকা হ'লে নিশ্চয় আহিলহেঁতেন !

অজয় : তই বৰ সোনকালে অধৈৰ্য হৈ পৰ। ভিতৰৰ কিবা কামত ব্যস্ত হৈও থাকিব পাৰে।

অৰূপ : অজয় আমি অহা বুলি গম পাই ভিতৰলৈ সোমাই গ'ল নেকি?

অজয় : অৰূপ তই ছোৱালী চাবলৈ আহি বুৰ্বকৰ দৰে কথা নক'বিচোন। আমাক অহা দেখিলে ভিতৰলৈ সোমাই যাব কিয়?

অৰূপ : নহয় অ' তই বহুতো জান কিন্তু কিছুমান কথা একেবাৰে নাজান। শুন, ছোৱালী দিবলৈ মন নাথাকিলে এনেকুৱা কৰেই। শুনিও নুশুনা হয়, দেখিও নেদেখা হয়।

অজয় : (মুখত আঙুলি দি) চুপ্ মনে মনে থাক। কোনোবা আহিছে যেন পাইছোঁ।

[এনেতে গামোচাৰে হাত মচি মচি ৰূপাৰ বিধৱা মাক অমলাৰ প্ৰৱেশ]

অমলা : অ' তুমি আহিছা। তোমাৰ মাতটো মই ঠিক ধৰিব পৰা নাছিলোঁ। আমাৰ সেই বাথৰুমৰ টেপটোৰ থ্ৰেদ ক্ৰচ হৈছে হ'বলা। বন্ধ কৰিলেও পানী ওলায়েই থাকে। সেয়ে ঘৰত কাম কৰা ল'ৰাটোৰ সৈতে কিবা কৰিব পাৰোঁ নেকি চাইছিলোঁ। এখেতক চিনি পোৱা নাই।

অজয় : ই মোৰ মঙ্কু অৰূপ শৰ্মা। ইয়াকো তুমি বুলিয়েই ক'ব। (অৰূপে নমস্কাৰ জনায়) মৰ্কেনটাইল ফাৰ্মত চাকৰি কৰে। আপোনাক যে কৈছিলোঁ সেই কথাটো, ৰূপাৰ বাবে যে—

(অমলা আৰু অৰূপ দুয়ো ইজনে-সিজনলৈ কেৰাহীকে চায়। অমলাই যেন সাৱধান হ'ব খুজি ওৰণিখন অকণমান টানি লয়। অৰূপ অপ্ৰস্তুত হয়।)

অমলা : অ' হয় নেকি। পিছে, এনেকৈ যে হঠাৎ আহিবা, মই ভাবিবই পৰা নাছিলোঁ। অন্ততঃ আগতে খবৰটো দিব পাৰিলাহেঁতেন।

অজয় : খুৰীদেউ অহাযোৱা কৰি থকা মানুহেনো কিয় খবৰটো দিব লাগে।

অমলা : নহয় মই সেইটো ক'ব খোজা নাই।

অজয় : (অৰূপলৈ চায়) অ' বুজিছোঁ বাৰু। ইয়াক লৈ অহা বাবে? আপুনি চিন্তা নকৰিব খুৰীদেউ। ই মোৰ সৰুকালৰ বন্ধু, মোৰ দৰেই বৰ ইনফৰমেল। খুড়ীদেউ ৰূপা আছে নে নাই?

অমলা : সেই কাৰণেইতো কৈছোঁ আকৌ। তাইৰ লগৰ ছোৱালী এজনীৰ সৈতে মেটিনি শ্বো চাবলৈ গৈছে। তাইৰ ঘৰত সোমাই চাহ-পানী খাই আহিব

যেন পাইছোঁ। নহ'লে দেখোন আহি পাবই লাগিছিল। বাৰু তোমালোক অকণমান বহা দেই। মই এতিয়াই আহিম। (যায়)

অৰূপ ঃ কি হ'ল? প্ৰথম দিনাই দেখোন লঘু।

অজয় ঃ খবৰ নিদিয়াকৈ আহিলে এই সন্ধ্যা কোন ডেকা-গাভৰুক ঘৰত পাবি অ'? তাতে থিয়েটাৰ-চিনেমা কৰা ছোৱালী কিমান ধৰণৰ এংগেজমেণ্ট থাকিব পাৰে।

অৰূপ ঃ যদি সেইবোৰ তই জানই খবৰ নিদিয়াকৈ কিয় মোক লৈ আহিব লাগে?

অজয় ঃ অ' দোষটো হ'বলা মোৰ হে হ'ল। মুখ ওফন্দাই মই বহি আছিলোঁ নেকি?

অৰূপ ঃ আহ্ লাহে লাহে ক'চোন। কেনেবাকৈ শুনিলে কি বুলি ভাবিব।

অজয় ঃ কি বুলি ভাবিব বাৰু। ভাবিব বুৰ্বুক এটাই ছোৱালী চাবলৈ আহিছে, ইমানেই।

অৰূপ ঃ বাদদে সেইবোৰ কথা। মনে মনে থাক। ভাগ্যত আছে যদি আহি পাব নাই যদি নাই।

(ড্ৰইংৰুমৰ বেৰত ওলমি থকা ৰূপাৰ ফটোখন অৰূপে উঠি গৈ ভালদৰে চায়। লাহে লাহে অজয়ৰ ওচৰলৈ গৈ মেগাজিন চোৱাত ব্যস্ত থকা অজয়ৰ গাত হাত দিয়ে।)

অৰূপ ঃ ঠিকেই সেই ফটোখনেই প্ৰমাণ।

অমলা ঃ (আহে) তুমি ঠিকেই কৈছা অজয়। আজি-কালি জাতৰ কথা মানুহে নভবাই হৈছে। কিন্তু এওঁৰ দেউতা-মাৰাৰ বা কি মত?

অজয় ঃ মই আপোনাক কৈছোৱেই নহয় খুড়ীদেউ। ইয়াৰো দেউতাক নাই। মকৰ মত লোৱা দায়িত্ব মোৰ ওপৰত এৰি দিয়ক।

অমলা ঃ (হাঁহি) হ'ব হ'ব বাৰু। কিন্তু কথাটো হ'ল এই বিয়া সমন্ধে ল'ৰা-ছোৱালীয়ে খোলা-খুলিভাৱে কথা বতৰা হোৱাটো মই খুব পচন্দ কৰোঁ। কাৰণ আজিকালি আমাৰ মতামতৰ সিমান মূল্য নাই। এইবোৰ ল'ৰা-ছোৱালীৰ নিজৰ কথা।

(বাহিৰৰপৰা ৰূপাই 'মা' 'মা' বুলি চিঞৰি সোমাই আহে।)

অমলা ঃ অ' সেয়া ৰূপা আহিলেই।

(ৰূপা সোমাই আহে। ৰাংঢালী গাভৰু। অজয়ক দেখি থমকি ৰয়)

ৰূপা ঃ আৰে অজয়দা দেখোন ! ইমান দিনৰ মূৰত। কেতিয়া আহিলে অজয়দা?

অজয় ঃ এই অলপ সময় হৈছে।

ৰূপা ঃ মই মেটিনি শ্বো চাবলৈ গৈছিলোঁ। সেই যে জুথিকা মোৰ বান্ধৱী তেওঁৰ লগত।

অজয় : বাৰু বাৰু গম পাইছোঁ। এয়া কোন চিনি পাইছা নে? এওঁ মোৰ সৰু কালৰ বন্ধু অৰূপ শৰ্মা। তোমাৰ দৰে এওঁৰো এই আৰ্টকালচাৰ বোলা বস্তুটোৰ প্ৰতি ৰাপ আছে। সেয়ে ভাবিলোঁ চিনাকি কৰি দিওঁ কেতিয়াবা হয়তো মঞ্চত দেখা দেখিও হ'ব পাৰে।

ৰূপা : এখেতক মই ক'ৰবাত দেখা দেখা যেন লাগিছে (ভাবি) অ' মনত পৰিছে। ফাঁচি বজাৰৰপৰা মাৰ্কেটিং কৰি উভতিলে প্ৰায়ে শিৱমন্দৰৰ বাছ স্টপেজত দেখোঁ।

অমলা : বাৰু বাৰু তোমালোকে কথাপাতা। মই অকণমান চাহ-পানীৰ যোগাৰ কৰোঁ। (যায়)

ৰূপা : (ফুচফুচাই) ইচ্ ৰাম। জানে অজয়দা এখেত যে ইয়ালৈ আহিব মই ভাবিবই পৰা নাছিলোঁ। আৰু আপুনিও ভাল অজয়দা এখেত যে অপোনাৰ বন্ধু আগতে ক'ব পাৰিলেহেঁতেন। এখেতে কিন্তু এবাৰ আমাক এখন থিয়েটাৰত যথেষ্ট সহায় কৰিছিল।

অজয় : তাৰমানে চিনাকি আগৰপৰাই। এই ফাকিবাজ। খুব কথা নপতাৰ অভিনয় কৰিছিলি দেখোন। বুইছা ৰূপা ইযে ডুবি ডুবি পানী খাব জানে মইতো সপোনতো ভাবিব পৰা নাছিলোঁ।

ৰূপা : মোৰ বুকুখন এতিয়াও ঢপ্‌ঢপাই আছে জানে। ধৰা পৰিম বুলিয়েই ভাবিছিলোঁ।

অজয় : শুনা শুনা। তোমালোকৰ ইয়ালৈ অহাৰ আগতে, এই তোমাৰ মজনুৰ যিহে কাণ্ড। এই ক'ম নেকি?

অৰূপ : তই সকলো ঠাইতে বৰ বেছি বেছি ক'ৰ। তই মোক ইযালৈ আহিম বুলি কৈছিলি জানো?

অজয় : টপ্‌কৰে মিছা মাতিলি নহয়। তইঁতৰ যে লাইলা-মজনুৰ প্ৰেম মোক ক'লেহে বুজিম। দুয়োৰো কোনো ফালৰপৰা ইংগিত নাপাওঁ। তই মোৰ বন্ধু, ৰূপা মোৰ ভনীৰ দৰে—সেয়ে যোগসূত্ৰটো ঘটাওঁ বুলি ভাবিলোঁ।

অৰূপ : সেয়া আহিছে। মনে মনে থাক।

অজয় : মনে মনে থাকিবলৈ কিটো আছে। ৰূপা তেনেহ'লে খাটাং। মাহ-হালধিৰ যোগাৰ কৰিবলৈ খুৰীদেউক ক'ব পাৰোঁ।

[অমলাই চাহৰ ট্ৰে লৈ আহে। ৰূপাই মাকক দেখি ভিতৰলৈ খৰখেদা কৰি যাব খোজোঁতে মাকৰ গাত খুন্দা লাগে।]

অমলা : কি অ' এইজনী। এতিয়াই চাহখিনি পেলালেহেঁতেন। চাহ খোৱা। (কাপ হাতত তুলি দিয়ে)

অজয় : খুৰীদেউ। সকলো খাটাং। দেৰী কৰি কোনো লাভ নাই। শুভস্য শীঘ্ৰম্। আমাৰ ফালৰপৰা বিশেষ মানুহ-দুনুহ নামাতোঁ। বিয়া হ'ব কামাখ্যা

মন্দিৰত। চিন্তা নকৰিব। হোম-যজ্ঞৰ আটাইখিনি কাম তাতেই শেষ কৰিম। আমাৰ ফালৰ অফিছৰ দুই-এজন বন্ধু-বান্ধৱ আৰু আপোনালোকৰ ফালৰপৰা যি দুই-এগৰাকী যায় যাব।

অমলা ঃ মইনো কি ক'ম। দেউতাক নোহোৱা ছোৱালী আৰু টকা-পইচাৰ জোৰটো তুমি ভালকৈ জানা। ইমানখিনি যে তুমি কৰিবলৈ ওলাইছা, এয়া মোৰ পৰম সৌভাগ্য। তোমাৰ সৈতে মোৰ তেজৰ সম্বন্ধ নাথাকিব পাৰে অজয়, কিন্তু তুমি যিখিনি কৰিবলৈ আগবাঢ়িছা, মই জীৱনত নাপাহৰোঁ।

অজয় ঃ সেইবোৰ এৰক খুৰীদেউ। আজি আমাৰ সকলোৰে আনন্দৰ দিন। ভগৱানৰ ওচৰত ইয়াকে প্ৰাৰ্থনা কৰক যাতে শুভকামফেৰা সুকলমে আৰু সোনকালে হৈ যায়। অৰূপ, তোৰ কিবা আপত্তি আছে যদি খোলা-খুলি ক ভাই।

অৰূপ ঃ মোৰ আৰু কি আপত্তি থাকিব পাৰে? তইতো মোক ভালদৰে জান।

অজয় ঃ তেনেহ'লে খুৰীদেউ উঠোঁ। আমাৰো কাম আছে। অকণমান ৰূপাক মাতি দিয়কচোন।

অমলা ঃ ৰ'বা—(উঠি গৈ, ভিতৰলৈ চাই) ৰূপা ৰূপা—

ৰূপা ঃ (ভিতৰৰপৰা) গৈছোঁ মা—

অমলা ঃ তেনেহলে অজয় যা-যোগাৰখিনিৰ সোনকালে কিবা এটা কৰিব লাগিব। তুমি কাইলৈ বা পৰহিলৈ এপাক মাৰিবা।

অজয় ঃ খুৰীদেউ আপুনি নিচিন্ত মনে বহি থাকক। সকলোবোৰ ঠিক হৈ যাব। আমি হুলস্থূল কৰি কিবা ভুল কৰিব পাৰোঁ। আপুনি কেৱল চাই থাকিব। (ৰূপাক দেখি) ৰূপা গে'ট ৰে'ডি,) আমি আহোঁ। মই কাইলৈ ৰাতিপুৱা আকৌ এবাৰ আহিম। (অৰূপক দেখুৱাই) ইয়াক অৱশ্যে লগত নানো। (হাঁহে) আহোঁ খুৰীদেউ।

অৰূপ ঃ আহোঁ।

অমলা ঃ ভাল বাৰু বোপা।

(অৰূপ-অজয় যোৱাৰ লগে লগে মঞ্চ এন্ধাৰ হয়)

## পঞ্চম দৃশ্য ঃ

(সোণাৰি সৰকাৰৰ দোকান)

[সৰকাৰে ধুনাৰ দানি লৈ মুখেৰে মন্ত্ৰ উচ্চাৰণ কৰি চাৰিওফালে ধুনা দিয়ে। চন্দুকৰ ওচৰত ধুনা দি সেৱা কৰে। ৰঙা দীঘল বহীখন উলিয়াই তেওঁ হিচাপ কৰাত ব্যস্ত হৈ পৰে। এনেতে বৰুৱাক দোকানৰ ফালে অহা দেখি চাই ৰয়। ]

সৰকাৰ : আহক আহক বৰুৱাবাবু। বহক।

বৰুৱা : বহিম বাৰু। গহনাখিনি হ'লনে?

সৰকাৰ : (ভিতৰলৈ চাই কয়) চন্দ্ৰৰে, বৰুৱা চাহাবেৰ গয়নাৰ কাজ কতদূৰ?

চন্দ্ৰ : (নেপথ্যত) পালিচ কৰতাছি। দুই-এক দিনেৰ মধ্যেই হইয়া যাইব।

বৰুৱা : বিয়ালৈ মাত্ৰ পোন্ধৰটা দিন বাকী। এতিয়াও গহনাখিনি নহ'লে কেনেকৈ হয়? কেতিয়াকৈ দিব পাৰে মোক খাটাং কওক। বাৰে বাৰে আহি থাকিবলৈ বৰ দিগদাৰ লাগে।

সৰকাৰ : পৰহি পাবই। কোনো হেৰফেৰ নহ'ব।

বৰুৱা : তেন্তে আহোঁ। পৰহি আবেলি আহিম। কিন্তু চাব পৰহি যেন মই উভতি যাব নালাগে।

সৰকাৰ : কোনো চিন্তা নকৰিব, ছোৱালীৰ বিয়াৰ আগতে গহনা পাবই।

বৰুৱা : মনত ৰাখিব পৰহি মই আহিমেই। (বৰুৱা যায়)

সৰকাৰ : আহিব আহিব। (ভিতৰলৈ চাই) চন্দ্ৰ আৰ দেৰি কৰিস না। বৰুৱা চাহাব বড় অফিছাৰ। নাৰাজ হইলে আমগো ভীষণ ক্ষতি হইব। (দিনেশ সোমাই আহে) আৰে আহক দীনেশ বাবু। বহুত দিন এই ফালে অহা নাই দেখোন।

দীনেশ : আপোনালোকৰ লগত টকা থকা মানুহৰহে সম্বন্ধ আমাৰ লগত আপোনালোকৰ দেখা-দেখি হ'ব কেনেকৈ?

সৰকাৰ : আজি বাৰু কি মন কৰি আহিলে। (হাঁহে)

দীনেশ : আপুনি এটা ডাঙৰ উপকাৰ কৰি দিব লাগে।

সৰকাৰ : উপকাৰ মই কৰিব লাগে? মইনো কি উপকাৰ কৰিব পাৰোঁ?

দীনেশ : পাৰিব পাৰিব।

সৰকাৰ : যদি বিয়া পাতিছে গহনা বনাই দিব পাৰিম। সেইটো আমাৰ পেচাই। বিয়া কেতিয়াকৈ পাতিছে? কি কি গহনা লাগিব। লিষ্টি আনিছে নে? নে কেটলগ চাই পচন্দ কৰিব?

দীনেশ : মোৰ বিয়াপতা নাই।

সৰকাৰ : তেন্তে কাৰ?

দীনেশ : মোৰ এজন বন্ধুৰ।

সৰকাৰ : কি গহনা লাগিব?

দীনেশ : বিশেষ একো নালাগে।

সৰকাৰ : তথাপি ছোৱালীক দিবলৈতো কমেও—

দীনেশ : মোক লাগে মাত্ৰ এটা আঙঠি।

সৰকাৰ : এটা আঙঠি বচ্। এটা আঙঠিৰে বিয়াখন হৈ যাব?

দীনেশ ঃ এইখন বিয়া হৈ যাব। বিয়া কামাখ্যাত পাতিছোঁ।
সৰকাৰ ঃ অ' তাকে কওক। লাভ-তাভৰ বাপাৰ নিশ্চয়।
দীনেশ ঃ অ' তেনেকুৱাই। আঙঠিটো কিন্তু মোক কালিয়েই লাগিব। বৰ জৰুৰী। এই দুটা আঙঠি ইয়াৰে মিলাই ভালকৈ বনাই দিব।
সৰকাৰ ঃ পাথৰ দিব লাগিব নেকি?
দীনেশ ঃ লাগিব।
সৰকাৰ ঃ কি পাথৰ দিব লাগিব? পোখৰাজ?
দীনেশ ঃ নাই নাই ইমান দামি পাথৰ নালাগে।
সস্তা চাই কিবা এটা দিব। মুঠতে পাথৰ আৰু গঢ়নি লৈ যেন এশ টকাৰ ভিতৰত হয়।
সৰকাৰ ঃ ঠিক আছে। দিম বাবু—
দীনেশ ঃ সেইবুলি কামটো বেয়া যেন নহয়। আৰু শুনক ডিজাইন-চিজাইন মই একো নাজানো। আপুনি মডাৰ্ন ডিজাইন এটা কৰি দিব।
সৰকাৰ ঃ কিন্তু আঙুলিৰ জোখ?
দীনেশ ঃ জোখ অনা নহ'ল। এটা আন্দাজ কৰি বনাই দিব। ডাঙৰ-সৰু হ'লে পিছত দেখা যাব।
সৰকাৰ ঃ আচ্ছা ঠিক আছে।
দীনেশ ঃ তেনেহ'লে কাইলৈ আবেলি মই আহিম। আহিলোঁ এতিয়া।
সৰকাৰ ঃ বাৰু যাওক। আঙঠি ৰেডি পাব। (দীনেশ যায় মঞ্চ এন্ধাৰ)

## ষষ্ঠ দৃশ্য ঃ

[ৰূপাহঁতৰ ঘৰ। ৰূপা সাজি-কাচি ফুৰিবলৈ ওলাইছে এনেতে মাকে পিছ ফালৰপৰা মাত দিয়ে। ৰূপা থিতাতে ৰৈ যায়]

অমলা ঃ আইজনী! তই ক'লৈ যাব?
ৰূপা ঃ মা মই যুথিকাৰ তালৈ যাওঁ। তাৰ পিছত চলিহামামাৰ তালৈ যাম। চিনেমাৰ বিষয়ে আলেচনা আছে।
অমলা ঃ এইবোৰ লাহে লাহে কমা আইজনী। তোৰ বিয়াৰ দিন ঠিক হৈছে। এতিয়া এইবোৰত লাগি থাকিলে মানুহে বেয়া বুলিব।
ৰূপা ঃ সেইবোৰৰ বিষয়ে তুমি বেছি চিন্তা নকৰিবা মা।
অমলা ঃ নহয় আইজনী। এতিয়া সেইবোৰ তই কমাব লাগিব। কেইদিনমান পিছতেই এখন ঘৰৰপৰা ওলাই গৈ আন এখন ঘৰৰ বোৱাৰী হ'বি। কেইছোঁ মনটোক এতিয়াৰপৰাই বান্ধি চলিবলৈ শিক।
ৰূপা ঃ মা—!

অমলা : থিয়েটাৰ বা চিনেমাত অভিনয় কৰা আৰু বাস্তৱৰ সংসাৰখনত এখন ঘৰৰ এজনী মৰমীয়াল বোৱাৰী হোৱাৰ মাজত বহুত পাৰ্থক্য। ইয়াত বহুতো ত্যাগ স্বীকাৰ কৰিব লাগিব আইজনী।

ৰূপা : থিয়েটাৰ-চিনেমা কৰাৰ কাৰণে তুমি বেয়া পাইছা। তোমাক কষ্ট দিয়াৰ ইচ্ছা মোৰ নাই মা। তথাপি এই ছবিখনৰ কাম শেষ কৰিবলৈ দিয়া।

অমলা : তই নিজৰ কথা কেতিয়াবা এবাৰ ভাবি চাইছনে? তই এজনী আলসুৱা ছোৱালী। ইমান পৰিশ্ৰম তোৰ বাবে নহয়।

ৰূপা : মা—তুমিতো কোনো দিনেই এনেকৈ কোৱা নাছিলা কিন্তু—

অমলা : কোৱা নাছিলোঁ। তেক সোঁৱৰাই দিয়াও নাছিলোঁ। তই মনত কষ্ট পাৱ বুলি। তই বুকুত এটা ডাঙৰ অসুখ হৈ ঘূৰি ফুৰিছ আইজনী।

ৰূপা : মা, তুমি সেই সাধাৰণ কথাটোৰ কাৰণে ইমান চেণ্টিমেণ্টেল হৈছ কিয়?

অমলা : সাধাৰণেই হওক বা অসাধাৰণেই হওক, তই যাব নালাগে।

ৰূপা : নাযাওঁ বাৰু যুথিকাক খবৰটো দি আহোঁ। নহ'লে তাই আৰু চলিহা মামাই মোৰ বাবে বৈ থাকিব।

অমলা : তোৰ চলিহালৈ খবৰটো মই কাম কৰা ল'ৰাটোক দি পঠাম। (ভিতৰলৈ যাব খোজে)

ৰূপা : মা তোমালোকে বিয়াখন কেইদিনমান পাছত পাতিলে কি ক্ষতি হ'লহেঁতেন। মইতো অৰূপক বিয়া নকৰাওঁ বুলি কোৱা নাই। ইমান খৰখেদা নকৰিলেও হ'লহেঁতেন।

অমলা : তই কথাবোৰ বুজিবলৈ চেষ্টা নকৰ কিয়? তোৰ মনে বিচৰা চখ্‌বোৰ বিয়াৰ পাছতো কৰিব পাৰিবি। অৰূপ বাধা দিয়া ধৰণৰ ল'ৰা নহয়। কিন্তু এবাৰ যদি জীৱনৰ যোগসূত্ৰ ছিঙি যায় তাক পুনৰ আঁত উলিয়াই জোৰা দিয়া বৰ টান হৈ পৰে অ' আইজনী।

ৰূপা : তুমি বেছিকৈ ভাবিছা মা। মোক কেইদিনমান সময় দিয়া। সকলো ঠিক হৈ যাব।

অমলা : মই বিয়া পিছুৱাব নোৱাৰোঁ। যি কৰিছোঁ খাটাং। তই মোক মানুহৰ আগত লাজত নেপেলাবি।

ৰূপা : মা মই যুথিকাহঁতৰ তালৈ যাওঁ। নগ'লে সিহঁতে বৰ বেয়া পাব।

অমলা : সেয়া মোৰ কথাৰ উত্তৰ হ'ল নেকি?

ৰূপা : (হাঁহি হাঁহি মাকক সাৱটি ধৰে) মা—তুমি ইমান চিন্তা কিয় কৰিছা? তুমি মোৰ মা-দেউতা সকলো। মই যাওঁ মা সোনকালে আহিম। (ৰূপা যায়। মাকে তাইলৈ চাই ৰয়। মঞ্চ এন্ধাৰ হয়)

## সপ্তম দৃশ্য ঃ

[খন্তেক বিৰতি। সময় পাৰ হৈ যায়। বিয়াৰ ইংগিতসূচক চানাইৰ সুৰ ভাহি আহে। অৰূপৰ কোঠা। পোহৰ হ'লত দেখা গ'ল ৰূপাৰ শিৰত সেন্দুৰ। মূৰত ওৰণি। ড্ৰইংৰুম সজোৱাত ৰূপা ব্যস্ত। চোফাৰ কুচনবোৰ ই ফাল-সিফালকৈ সজাই থৈ ভিতৰলৈ যায়। খন্তেক পিছতে অজয় হাতত ছাটি লৈ প্ৰৱেশ কৰে। ছাতিটো এটা চুকত থয়। অজয়ে চাৰিওফালে ঘূৰি ঘূৰি চাই অৰূপৰ ঘৰৰ পৰিৱৰ্তন দেখি আত্ম তৃপ্তিৰে হাঁহে।]

অজয় ঃ হেৰ, তহঁত কোনোবা ঘৰত আছনে? ঐ অৰূপ ৰূপা—

অৰূপ ঃ (ভিতৰৰপৰা) গৈছোঁ।

[অজয়ে টেবুলৰপৰা মেগাজিন এখন লৈ চাই থাকে। অৰূপে সাজি-কাচি টাইৰ নটটো ঠিক কৰি কৰি ওলাই আহে। অজয়ে আনন্দতে অৰূপক সাৱটি ধৰে।]

অৰূপ ঃ আৰে অজয়। তই ইমান দিন অহা নাই কেলেই? কিবা অসুখ হৈছিল নেকি?

অজয় ঃ এতিয়া সুধিছ অসুখ হৈছে নেকি? হে'ৰ এবাৰতো অন্ততঃ খবৰ ল'ব পাৰ, মৰিলোঁনো জীয়াই আছোঁ।

অৰূপ ঃ বেয়া নাপাবি ভাই। চা—আগতে সময় নাযায় নুপুৱায়। এতিয়া দেখিছোঁ সময়ে নাটে। দিনত অফিছৰ ধান্দা। অফিছৰপৰা অহাৰ পাছত এওঁৰ সৈতে নিশা ৮/৯ বজালৈকে—

অজয় ঃ ফুৰ ফুৰ। এতিয়াই যিমান পাৰ ফুৰি ল আৰু কেইদিনমানৰ পাছত আমাৰ গতত পৰিব লাগিব বুজিছ (অৰূপলৈ ভালকৈ চাই) ৰ'চোন ৰ, তোক শ্ৰীমতীয়ে দেখিছোঁ কলপ্লিট্ চেঞ্জ কৰি দিলে। ক'ত পাইজামা-পাঞ্জাৱি আৰু ক'ত চুট-টাই। ক'ৰবালৈ যাবলৈ ওলাইছ নেকি?

অৰূপ ঃ এটা এংগেজমেণ্ট আছে।

অজয় ঃ এংগেজমেণ্ট?

অৰূপ ঃ ওঁ

অজয় ঃ কিহৰ?

অৰূপ ঃ চিনেমা চোৱাৰ।

অজয় ঃ চিনেমা চোৱাৰ? আৰে এই অভ্যাসটো আকৌ হ'ল কেতিয়াৰপৰা?

অৰূপ ঃ বিয়াৰ পাছৰপৰা। এতিয়া কোনো ভাল ছবিয়েই বাদ নপৰে।

অজয় : মিচেচৰ হুকুম হ'বলা?

অৰূপ : ঠিক ধৰিছ।

অজয় : মৰিবি মৰিবি। তই নিগমে মৰিবি। হেৰ দৰমহা পাব ৭০০ টকা।

অৰূপ : (ৰূপাই শুনিব বুলি ভিতৰলৈ চাই লাহেকৈ)
তোৰ যে কথাবোৰ! সিদিনা এটা ইনক্ৰিমেণ্ট পোৱা নাই?

অজয় : ইনক্ৰিমেণ্ট? (হাঁহে) শুন এইখন মহানগৰীত ভাৰা ঘৰত থাকি, এইটো নিয়মত সংসাৰ কেইদিন চলিব? ঠিক আছে বাৰু এই চিনেমাবোৰত তোৰ মাহে কিমান খৰচ হয়?

অৰূপ : এটা পইচাও খৰছ নহয়। কেৱল চিটিৰাছ বা ৰিক্সাৰ ভাৰা। প্ৰায়েতো গাড়ীত আহোঁ।

অজয় : মোক ফাকি দিবলৈ চেষ্টা নকৰিবি বুইছ।

অৰূপ : ফাকি নহয়। সঁচা কথা। প্ৰত্যেকখন নতুন চিনামাৰ বাবে ৰূপাৰ নামত কমপ্লিমেণ্টেৰি টিকটে আহে। ৰূপালিম চিনেমা হলৰ মালিক মিষ্টাৰ চলিহাই পঠায়। ৰূপাক তেওঁ বৰ মৰম কৰে। সেয়ে ৰূপায়ো তেওঁৰ কথা পেলাব নোৱাৰে।

অজয় : অ' তেন্তে যিমান ইচ্ছা যায় চাই ল। পাৰিলে মাজে মাজে দুই-এখন মোকো দেখুৱাবি। তোৰ শ্ৰীমতী ক'ত?

অৰূপ : আহিব এতিয়াই। (ভিতৰলৈ) হেৰা শুনিছানে কোন আহিছে চোৱাহিচোন। বহ, চাহ খাবি নেকি একাপ?

অজয় : নাই নাই নালাগে। সংসাৰ তোৰ কেনে চলিছে অ'।

অৰূপ : খুব ভাল। ৰূপাযে ইমান হিছাপী হ'ব ভাবিবই পৰা নাছিলোঁ। মোৰ দৰমহাৰ টকাকেইটাৰেই যে ইমান আটোম-টোকাৰিকৈ ঘৰখন চলাইছে কি ক'ম। সিদিনা আকৌ কি কৰিলে জান, জোৰ কৰি মোৰ নামত বেংকত এটা একাউণ্টও খুলি দিছে আৰু এই যে গহনাবোৰ পিন্ধে বুইছ মানে তই ঠিকেই কৈছিলি। সেইবোৰ নকল। নিপিন্ধিয়েই বা উপায় কি! আচল কিনিবলৈ পইচা পাবি ক'ত? পিছে এটা কথা কি জান?

অজয় : কি?

অৰূপ : এই চিনেমাবোৰ চাই চাই মোৰ আমনি লাগিছে। ৰূপাই কিন্তু একেখন চিনেমাকে কেতিয়াবা দুবাৰো চায়। এইবোৰৰ পৰা কোনো মতে ৰেহাই পালেই ৰক্ষা পৰোঁ। হ'ল বুলিনো আৰু কিমান চাবি [ৰূপা সাজি-কাচি ওলাই আহে। অজয়ক দেখি আচৰিত হয়]

ৰূপা : অ' অজয়দা! ইমান দিন অহা নাই কিয়? বিয়াৰ পাছৰপৰা আপোনাক এবাৰ নে দুবাৰ লগ পাইছোঁ। তাৰ পাছত আৰু নাই।

অজয় ঃ এই খিনি ক'ব লগাৰ খাতিৰতে ক'লা নেকি?
ৰূপা ঃ ইচ্ ৰাম! কিয় তেনেকৈ কয় অজয়দা। সোধকচোন এওঁক সদায় আপোনাৰ কথাকে হৈ থাকোঁনে নাথাকোঁ। বহক দেই এপাক চাহ খাওক।
অজয় ঃ নালাগে নালাগে।
অৰূপ ঃ হেৰ একাপ চাহ খালে একো নহয়দে—খা।
ৰূপা ঃ আমি এইমাত্র খাই উঠিছোঁ। পানী গৰমেই আছে। আৰু জানে আজি এটা নতুন বস্তু কৰিছোঁ। খাই কিন্তু ক'ব লাগিব কি? (যায়)
অৰূপ ঃ আবেলি জলপান বুলিলেই বুইছ সদায় একো একোটা নতুন বস্তু কৰে। মই আগতে এইবোৰ খায়েই পোৱা নাছিলোঁ। মই কিন্তু কেতিয়াবা ৰূপাৰ কথা ভাবি আচৰিত হৈ যাওঁ। ক'ৰপৰা কেনেকৈ যে ইমান যোগাৰ কৰে।
অজয় ঃ আৰে ভাই ভাগ্য লাগে ভাগ্য। এৰা পুৰুষস্য ভাগ্যং (চাৰিওফালে চাই) তোৰ মিচেচে দেখিছোঁ এইকেইদিনৰ ভিতৰতে ঘৰৰ ৰং সলনি কৰি দিলে।
অৰূপ ঃ মই সেইবোৰ একো নাজানো ভাই। ঘৰ সজোৱা, বজাৰ কৰা, কি খাম নি নাখাম, সেইবোৰৰ বাবে মই মূৰ গৰম কৰিব নালাগে।
অজয় ঃ ঠিকেই কৈছ। কথাতে কয় নহয় খোদানে যিচ্‌কো দেতা হ্যায় চপ্পৰ ফাৰকে দেতা হ্যায়। তোৰো সেয়ে হৈছে।
অৰূপ ঃ লাজ কিয় দিয় অজয়? গোটেইখিনি দেখোন তোৰ জহতে হ'ল। ফুটনি কৰিহে তইহে কৰিব পাৰ। (চাহৰ ট্রে লৈ ৰূপা আহে)
অজয় ঃ বাঃ ইমান সোনকালে হ'লনে?
(ট্রেখন থৈ খোৱা আগবঢ়াই দিয়ে)
ৰূপা ঃ পানী গৰমে আছিল। চাহখিনি কৰোঁতে নো কিমান সময় লাগে? এয়া খাওক। কওকচোন বাৰু কি?
অজয় ঃ ৰ'বা। মুখত নিদিয়াকৈ কওঁ কেনেকৈ? আৰু যদি ক'ব পাৰোঁ তেন্তে—
ৰূপা ঃ মই কৈছোঁ আপুনি কেতিয়াও ক'ব নোৱাৰে।
অজয় ঃ যদি ক'ব পাৰোঁ তেন্তে অহা দেওবাৰে অৰূপক চিনেমালৈ নিব নোৱাৰা।
ৰূপা ঃ মই কাৰ লগত যাম?
অজয় ঃ কোনোবা বান্ধবীৰ সৈতে যাবা। ৰাজী।
ৰূপা ঃ ঠিক আছে বাৰু। চলিহা মামাক ক'লেই গাড়ীখনেৰে থৈ যাব। খাওক এতিয়া।
অজয় ঃ (খায়) বেছ জুতি লগা হৈছে। ইমান চেঁচা কিয় বাৰু?

অৰূপ : ফ্ৰীজৰপৰা উলিয়াই দিছে।

অজয় : ফ্ৰীজ! ফ্ৰীজ ক'ত পালি?

অৰূপ : এওঁৰ চলিহা মামাই বিয়াত হেনো যাবলৈ সময় নাপালে এতিয়া ফ্ৰীজ এটাকে প্ৰেজেণ্ট দিছে।

অজয় : (গহীনাই) অ'।

ৰূপা : কওক কি?

অজয় : বৰ বঢ়িয়া টেষ্ট্ হে। কণী কণী যেনো লাগে—

ৰূপা : কণীৰ হালুৱা লগত কেডবেৰিজ আছে।

অজয় : এতিয়া তেন্তে?

(অৰূপ আৰু ৰূপাই জোৰেৰে হাঁহে। অজয়ে চাই থাকে।)

অজয় : তহঁতে হাঁহিলি যে। তাৰ মানে—

ৰূপা : তাৰ মানে। আপোনাৰ বন্ধুক আপুনি দেওবাৰে পাব। চিন্তা কৰিব নালাগে। (অজয় হাঁহে)

অৰূপ : তই হাঁহিলি কিয়?

অজয় : তোক দেওবাৰে পালোঁ। (আটায়ে হাঁহে)

তেনেহ'লে অৰূপ অহা দেওবাৰে মোৰ কাৰণে বুকড্, কিন্তু ৰূপা এনেকৈ খুৱাই পাল মাৰিলে নহ'ব।

অৰূপ : ঠিক আছে। দেওবাৰে দুপৰীয়া তোৰ ভাত খোৱাৰ নিমন্ত্ৰণ থাকিল।

ৰূপা : কেৱল দুপৰীয়াৰ ভাতেই নহয়। লগতে আবেলি চাহো—

অজয় : লগতে চিনেমাটোও হৈ যাওক।

ৰূপা : চিনেমাৰ বে'ট নাছিল। আপুনি তেওঁৰ লগহে বিচাৰিছিল। সন্ধিয়াটো দুয়োৰে যিমান ইচ্ছা যায় কথা পাতিব।

অজয় : ঠিক আছে (ঘড়ী চায়) পাঁচ বাজিল। এতিয়া বিদায় লোৱা যাওঁক। তহঁতৰো পলম হ'ব ; আহোঁ ৰূপা—

ৰূপা : দেওবাৰৰ কথা নাপাহৰিব আকৌ।

অজয় : নাপাহৰোঁ নাপাহৰোঁ। খোৱাৰ কথাও মানুহে পাহৰে নে?

অৰূপ : আমি তোলৈ বৈ থাকিম।

(অজয় যায়। অৰূপে যোৱালৈ চাই থাকে। ৰূপাই ড্ৰেখন ভিতৰলৈ নিয়ে। ডাৱৰৰ গাজনি, বতাহৰ শব্দ।)

ৰূপা : শুনাচোন।

অৰূপ : হোঁ—

ৰূপা : তোমাক মই কিবা এটা বস্তু দেখুৱাওঁ ৰ'বা।

অৰূপ : কিনো?

ৰূপা : আনিছোঁ বাৰু, ৰ'বা।

(অৰূপে কিবা এটা চিন্তা কৰি পাইচাৰি কৰি থাকে। ৰূপাই নতুন নেকলেচ এডাল পিন্ধি সোমাই আহে।) কোৱাচোন এই নেকলেচডালেৰে মোক কেনে লাগিছে? (বতাহৰ সোঁ সোঁ শব্দ, বিজুলি)

অৰূপ ঃ এইডাল আকৌ কেতিয়া আনিলা?

ৰূপা ঃ কালি। কেৱল নেকলেচেই নহয়। এযোৰ বালাও আনিছোঁ।

অৰূপ ঃ তুমি বাৰু এইবোৰ ক'ত বিচাৰি পোৱা?

ৰূপা ঃ মই আকৌ কেনেকৈ বিচাৰি পাম। চলিহা মামাই বিচাৰি উলিয়াইছে। চইছটোও তেওঁৰেই। কেনে লাগিছে বাৰু কোৱাচোন?

অৰূপ ঃ হোঁ। (গহীনাই কিবা এটা চিন্তা কৰে)

ৰূপা ঃ কি হ'ল? তোমাক গহীন যেন লাগিছে। পইচা বেছি খৰচ কৰিছোঁ বুলি ভাবিছা নেকি? দাম মাত্ৰ ১৫ টকা। পইচা যোগাৰ কেনেকৈ কৰিলোঁ জানা? খবৰৰ কাগজবোৰ বেচি যি পাইছিলোঁ তাৰে কিনিলোঁ। একেবাৰে আচল সোণৰ যেন দেখি নহয়?
(বতৰৰ গাজনি, বিজুলি ঢেৰেকনি)

অৰূপ ঃ দেখি অৱশ্যে, কিন্তু ৰূপা তোমাৰ চলিহা মামাই তোমাৰ সৈতে এইবোৰ বস্তু বিচাৰি ফুৰাটোও ভাবিলে বৰ আচৰিত যেন লাগে। মই বুজি নাপাওঁ ক'ৰপৰা তোমাৰ এই আচৰিত ধৰণৰ চখ্‌টো হ'ল। নকল বস্তুবোৰ নিপিন্ধিলেও দেখোন হয়।

ৰূপা ঃ (অভিমানৰ সুৰত) তুমি বেয়া পাইছা যদি নিপিন্ধোঁ। পেলাই দিম।

অৰূপ ঃ পেলাই দিবলৈ মই কোৱা নাই। কৈছোঁ এই নকল গহনাবোৰ নিপিন্ধিলেও তোমাক বেচ্ ধুনীয়া দেখি।

ৰূপা ঃ থিয়েটাৰ-চিনেমালৈ গ'লে অলপ নিপিন্ধিলে নচলে। মানুহে বাৰু কি বুলি ভাবিব?

অৰূপ ঃ ভাবিব মই তোমাক গহনা দিব পৰা নাই।

ৰূপা ঃ কিযে কোৱা তুমি। অ' আৰু এটা কথা তোমাক ক'বলৈ পাহৰিছিলোঁ। অহা ২১ তাৰিখে আমাৰ বিয়াৰ এবছৰ পূৰ হ'ব। সেইদিনা মই মোৰ বান্ধৱীবোৰক মাতিম। তুমিও তোমাৰ বন্ধুকেইজনক মাতিবা। সন্ধিয়া এখন চাহ মেল পাতিম বুলি ভাবিছোঁ। তুমি কেনে দেখা?

অৰূপ ঃ মোৰ আপত্তি কৰিবলৈ একো নাই।

ৰূপা ঃ (হাতঘড়ী চাই) অ' কথা পাতোঁতে পাতোঁতে পলমেই হ'ল। ব'লা যাওঁ।

অৰূপ ঃ ৰূপা! এই চিনেমাবোৰ চাই চাই তোমাৰ আমনি বা ভাগৰ নালাগেনে?

ৰূপা ঃ চাই কিমান ভাল লাগে তোমাক কি ক'ম। মোৰ দেউতা আছিল

এসময়ৰ নামজ্বলা অভিনেতা। দেউতাৰ অভিনয় সৰুতে দেখিছিলোঁ। সেয়ে মই নিজেও অভিনয় কৰি খুব ভাল পাওঁ। মায়েও মাজে মাজে দেউতাৰ কথা মোক সোঁৱৰাই দিছিল। (ঘড়ী চাই) মাত্ৰ ১৫ মিনিট আছে। ব'লানা।

(বতাহৰ শব্দ আৰু মেঘৰ গাজনি বাঢ়িবলৈ ধৰে)

অৰূপ : ৰূপা! বতৰো ভাল নহয়। অকণমান ডাৱৰীয়া হ'লেই তোমাৰ অসুখটোৰ কাৰণে মোৰ বৰ ভয় লাগে। ডাক্তৰে তোমাক বুকুত ঠাণ্ডা নলগাবলৈ বাৰে বাৰে কৈছে।

ৰূপা : তুমি সেইটোকে ভাবি নাথাকিবাচোন। মানুহক অলপ ৰিক্ৰিয়েশ্বনতো লাগে।

অৰূপ : মই আজি নাযাওঁ দিয়া। অফিছৰ অকণমান পেনডিং কাম আছে তাকে কৰোঁ।

ৰূপা : তুমি বৰ কিবা, আকৌ এটা লেঠা উলিয়ালা।

অৰূপ : প্লীজ, যুথিকাকে লৈ যোৱা না। বিয়াৰ পাছৰপৰা তাইক এদিনো লগত নিয়া নাই। তাই বেয়া পাইছে চাগৈ। আজি তাইকে নিয়াচোন।

ৰূপা : হৈছে হৈছে, আৰু যুক্তি দেখুৱাব নালাগে। বন্ধুৰ উপদেশ আজিৰেপৰা পালন নকৰিলেও হ'ব। ব'লানা—

(বতৰৰ গাজনি বাঢ়ে। ৰূপাই বাহিৰলৈ চায়)

অৰূপ : তুমি ভবাৰ দৰে ক'ব খোজা নাই। খিৰিকীৰে চোৱাচোন আকাশখন কেনেকৈ ক'লা হৈ আহিছে। চেঁচা বতাহ বলিছে। বৰষুণ হ'বই ইফালে কালি ৰাতিৰেপৰা তোমাৰ টেম্পাৰেচাৰটোও উঠিছে। ডাক্তৰে তোমাক কমপ্লিট ৰেষ্টত থাকিবলৈ কৈছে।

ৰূপা : আজিৰ শ্বো উদ্বোধন কৰিবলৈ সাংস্কৃতিক মন্ত্ৰীও আহিব আৰু বহুতো গণ্যমান্য লোককো নিমন্ত্ৰণ কৰিছে। তুমি যে কি মই ক'ব নোৱাৰোঁ, ব'লানা। (ঘড়ী চায়) সময় হ'লেই, মোৰ চলিহা মামাই সময় মতে দেখা নাপালে ঠিক নাই ঘৰলৈ গাড়ী পঠিয়াই দিব পাৰে।

অৰূপ : (অতিষ্ঠ হৈ) তোমাক হঠাতে ইমান সন্মান দেখুৱাৰ কাৰণ কি? মই বুজি নাপাওঁ কিয় প্ৰত্যেকখন শ্বোতে কমপ্লিমেন্টেৰি। দেখিছোঁ এখন শ্বোও তুমি বাদ দিব নোৱৰা হ'লা।

ৰূপা : সেইটো আকৌ নতুনকৈ ভাবিব লগা কথা হ'লনে? মই অভিনয় কৰোঁ সেয়ে মোক মৰম কৰে। জানা, সিদিনা চলিহামামাই কৈছে—

অৰূপ : কি কৈছে?

ৰূপা : তেওঁ হেনো এখন নতুন ফিল্ম কৰিবলৈ ওলাইছে। সেইখনত মই মেইন ৰোলটো কৰিব লাগিব। তুমিও অৱশ্যে তেখেতক সহায় কৰিব লাগিব

বুলি কৈছে। তোমাক যদি মোৰ কথা সোধে তুমি দিবানে নিদিয়া কোৱা না?

অৰূপ ঃ ৰূপা! তোমাকতো মই কোনো বিষয়তে বাধা দিয়া নাই।

ৰূপা ঃ তোমাৰ পেটে পেটে খং উঠিছে নহয়।

অৰূপ ঃ নাই উঠা—খং উঠিব কেলেই?

ৰূপা ঃ তেন্তে হঠাতে ইমান গহীন হৈ পৰিলা কিয়?

অৰূপ ঃ গহীন হ'লেও জগৰ লাগেনে?

ৰূপা ঃ বাৰু বাৰু গহীন হৈ থাকিব নালাগে। ফিল্মত মই বাৰু অভিনয় নকৰোঁ—কৰিমেই বা কিয়? ফিল্ম চাবলৈ ভালপাওঁ বুলিয়েই অভিনয় কৰিম নে? এইবাৰ হ'লতো?
(বাহিৰত মটৰৰ হৰ্ণ শুনা যায়। ৰূপাই বাহিৰলৈ চায়) মই তোমাক কৈছিলোঁ নহয় যোৱাত পলম হ'লে গাড়ী পঠিয়াব বুলি। গাড়ী আহিলেই, ব'লানা—

অৰূপ ঃ আহ্ মোক বিৰক্ত নকৰিবা। মোৰ কাম আছে, তুমি যোৱা। (আকৌ হৰ্ণ শুনা যায়)

ৰূপা ঃ মই যাওঁ তেন্তে। মোৰ পলম হ'লে তুমি চিন্তা নকৰিবা। মোক গাড়ীৰে থৈ যাব।
(বতৰৰ গাজনি বাঢ়ে)

অৰূপ ঃ এবাৰ ভাবি চোৱা।˙ কেনেবাকৈ ঠাণ্ডা লাগি অসুখ হ'লে, তোমাৰেই কষ্ট হ'ব।

ৰূপা ঃ একো নহয়। চিন্তা নকৰিবা। মই আহিছোঁ দুৱাৰখন জপাই থ'বা। (যায়)
(অৰূপে ৰূপা যোৱালৈ ৰ লাগি চাই ৰয়। বিজুলি বতৰৰ গাজনি বাঢ়ে। অৰূপে দুৱাৰ-খিড়িকীবোৰ বন্ধ কৰে। ভিতৰলৈ গৈ গহনাৰ বাকচটো লৈ আহে। গহনাবোৰ চাই চাই, চিন্তা কৰে।)

অৰূপ ঃ আচৰিত ধৰণৰ চখ। মই একো বুজি পোৱা নাই। কিয় পিন্ধিব লাগে এইবোৰ। (এনেতে বাহিৰৰপৰা দুৱাৰত টোকৰ মৰাৰ শব্দ হয়) কোন?

অজয় ঃ (নেপথ্যত) মই।

অৰূপ ঃ সোমাই আহ অজয়। দুৱাৰ খোলা আছে।

অজয় ঃ তইঁত চিনেমালৈ নগ'লি?

অৰূপ ঃ ৰূপা গৈছে।

অজয় ঃ মই ছাতিটো চুকতে থৈ যাবৰ সময়ত পাহিৰ গ'লোঁ। বতৰৰ অৱস্থা দেখিহে মনত পৰিল ছাতিটোৰ কথা। (ছাতি লয়) যাওঁদে। বৰষুণ বেছিকৈ হ'লে মহা বিপদত পৰিম। কি হ'ল তই দেখোন বৰ গহীন হৈ আছ। দুয়োৰে কিবা লাগিল নেকি?

অৰূপ : বহ অজয়। তোক মই কথা এটা সোধোঁ।

অজয় : কি কথা?

অৰূপ : তই বহচোন। অজয়, ৰূপাক তই মোতকৈ বেছি জান। এটা কথা কচোন এই চলিহা মামাজন কেনে মানুহ। ৰূপাৰ শৰীৰ সম্পূৰ্ণ অসুস্থ তথাপি ওলাই গ'ল। চলিহাই গাড়ী পঠিয়াইছিল।

অজয় : কেনে মানুহ মানে? তাইক মৰম কৰে।

অৰূপ : মৰমতো কেনে ধৰণৰ। ভাগিনীয়েকক কৰা মৰম নে?

অজয় : অৰূপ! তই কি ভাবিছ?

অৰূপ : অবান্তৰ একো ভবা নাই। ভিতৰত সেইটো কেবা হোজাৰ টকাৰ ফ্ৰীজ আৰু গহনাৰ বাকচত এইবোৰ চা কিমান ধৰণৰ গহনা। অজয়, মই যেন কিবা এটা সন্দেহৰ মাজত জীয়াই আছোঁ।

অজয় : ধেৎ তই মিছাকৈ এইবোৰ ভাবিছ। তাই সৰুৰে পৰা মুকলিমূৰীয়াকৈ ঘূৰি ফুৰা ছোৱালী।

অৰূপ : আজি কিছুদিনৰপৰা ৰূপাৰ কিছুমান কথাই মোক সন্দেহ কৰিবলৈ বাধ্য কৰাইছে। তোক সেইবোৰ পিছতো ক'ম। আজি তই নিজেই দেখিলি ইমান বতাহ-বৰষুণৰ মাজতো সকলোবোৰ নেওচি কেনেকৈ ওলাই গ'ল।

অজয় : তই যাবলৈ দি নিজেই ভুল কৰিছ। এদিয়া অনুতাপ কৰিলে কি হ'ব!

অৰূপ : মই যাবলৈ দিয়া নাই অজয়। মই বাৰে বাৰে যাবলৈ হাক দিছোঁ। তেওঁৰ বুকুৰ মাজত পুহি ৰখা অসুখটোৰ কথাও সোঁৱৰাই দিছিলোঁ। কিন্তু কি হ'ব। গাড়ী আহিল, হৰ্ণ বাজিল, ৰূপা ওলাই গ'ল।

অজয় : সেই চখবোৰ কমাব নোৱাৰা কথাটো কিন্তু বেয়া হৈছে। মাকে এইবোৰ কমাবলৈ কোৱা, মই কেবাদিনো শুনিছোঁ। এইবোৰ যদি কেনেবাকৈ মাকে শুনে, বৰ দুখ পাব। (ভাবি) অৰূপ, তই এটা কাম ক'ৰ।

অৰূপ : কি?

অজয় : ৰূপাৰ মাকক কেইদিনমান তোৰ ইয়াত থাকিবলৈ ক। তেওঁ আহিলে সকলো ঠিক হৈ যাব।

অৰূপ : মই এইবোৰ কথা তেখেতৰ আগত ক'ব নোৱাৰোঁ।

অজয় : ঠিক আছে বাৰু! ময়েই ক'ম। তই মন মাৰি বহি থকাৰ কোনো দৰকাৰ নাই। বৰষুণ হ'ব যাওঁ দে।

অৰূপ : যা—এওঁৰ কথা সুধিলে, গাত টেম্পাৰেচাৰ থকা বুলি ক'বি। (অজয় যায়। বতাহ-বৰষুণ হয়। মঞ্চ এন্ধাৰ।)

## অষ্টম দৃশ্য ঃ

[ অমলাহঁতৰ ঘৰ। অজয়ে বেগাবেগিকৈ সোমাই আহে। ]

অজয় ঃ মাহীদেউ! ঘৰত আছেনে?

অমলা ঃ (ভিতৰৰপৰা) গৈছোঁ ৰ'বা। অজয় নেকি?

অজয় ঃ হয় মাহীদেউ।

অমলা ঃ (ভিতৰৰপৰা) বহাচোন।

(অজয়ে টেবুলত থকা কাগজখন লাৰি থাকে। এনেতে অমলাৰ প্ৰৱেশ)

অমলা ঃ তোমাক বহুত দিন দেখাই নাই। মই আকৌ ভাবিছিলোঁ তোমাৰ অসুখ-বিসুখেই হ'ল নেকি?

অজয় ঃ মাহীদেউ কিবা এটা কামত ব্যস্ত থকাত আহিব পৰা নাছিলোঁ।

অমলা ঃ আজি তেন্তে কাম সামৰি আহিবলৈ আজৰি পাইছা চাগৈ।

অজয় ঃ আমাৰ দৰে মানুহৰ জানো সহজে লেঠা মৰে? এটা লেঠা মাৰি শেষ নৌহওঁতেই আন এটা ওলায়।

অমলা ঃ অ' কোৱাচোন কি সকাম লৈ আহিলা। চাহ খাবা নেকি?

অজয় ঃ নালাগে মাহীদেউ। মই আপোনাক এটা কথা ক'বলৈহে আহিলোঁ।

অমলা ঃ অজয়! কি হৈছেনো? অৰূপহঁতৰ কিবা অসুখ-বিসুখ—

অজয় ঃ হয় মাহীদেউ। আজি কেইদিনমানৰপৰা ৰূপাৰ গা অসুখ।

অমলা ঃ অসুখ! কি হৈছে? অৰূপেতো আহি মোক খবৰ এটা দি যাব পাৰে।

অজয় ঃ আচলতে ৰূপাৰ লগতে লাগি থকা কাৰণে সি আহিব পৰা নাই আনকি আজি দুদিনে অফিছলৈকো যোৱা নাই।

অমলা ঃ কি অসুখনো?

অজয় ঃ ঠাণ্ডা লাগি হোৱা বুলি ডাক্তৰে কৈছে। সৰ্বশৰীৰ বিষ। টেম্পাৰেচাৰ গাত প্ৰায় থাকেই বুলিব পাৰি।

অমলা ঃ এই বৰ অসাৱধান তুমিতো জানাই। নিজৰ ইচ্ছামতে ঘূৰি ফুৰে। এইবোৰৰ কাৰণে অৰূপেও বেয়া পাইছে। মই জানো—

অজয় ঃ মাহীদেউ! মোৰ বোধেৰে আপুনি গৈ তাত কেইদিনমান থকাটো ভাল হয় নেকি! আপুনি লগত থাকিলে ৰূপায়ো নিশ্চয় ভাল পাব, অৰূপেও অলপ সকাহ পাব।

অমলা ঃ ঠিকেই কৈছা। মই আবেলিকৈ যাম। তাতে কেইদিনমান থাকিম। অন্ততঃ তাইৰ অসুখ ভাল নোহোৱালৈকে।

অজয় ঃ তেনেহ'লে মাহীদেউ আহোঁ। আপুনি চাৰিমান বজাত ওলাই থাকিব। মই আপোনাক থৈ আহিমগৈ।

অমলা : হ'ব বাৰু।
(অজয় যায়। মঞ্চলৈ এন্ধাৰ নামি আহে)

**নৱম দৃশ্য ঃ**

[ অৰূপৰ কোঠা। ভিতৰৰপৰা অমলা, ডাক্তৰ দুৱৰা ওলাই আহে। ]

অমলা : কেনে দেখিলে ডাঃ দুৱৰা? তাইৰ শৰীৰ বৰ দুৰ্বল হৈছে?
ডাঃ দুৱৰা : এৰা—হাই টেম্পাৰেচাৰৰ বাবে দুৰ্বল হৈছে।
অমলা : জ্বৰ নকমিবই নেকি?
ডাঃ দুৱৰা : ইন্‌জেকশ্যন দিছোঁ। জ্বৰ কমিব কিন্তু কমিলেও খুব সাৱধানে থাকিব লাগিব।
অমলা : অলপ ঠাণ্ডা লাগোঁতেই ইমানখিনি হ'বলৈ বুলি ভাবিবই পৰা নাছিলোঁ।
ডাঃ দুৱৰা : সব ঠিক হৈ যাব ; কিন্তু বিছনাৰপৰা উঠি অলৈ তলৈ যাব নিদিব।
অমলা : প্ৰয়োজন হ'লে আপোনাক আকৌ মাতিম।
ডাঃ দুৱৰা : সেই বিষয়ে আপুনি চিন্তা নকৰিব। মোলৈ খবৰ পঠালেই মই আহিম। এতিয়া আহোঁ।
অমলা : ৰ'ব ডাক্তৰ মই অৰূপক মাতি দিছোঁ।
(অমলা যায়। অৰূপ আহে)
অৰূপ : ডাক্তৰ দুৱৰা। ৰূপা ৰেষ্টলেচ হৈ পৰিছে।
ডাঃ দুৱৰা : হোৱাটো স্বাভাৱিক মিঃ শৰ্মা। একো নহয় ঠিক হৈ যাব। মাথোঁ অলপ সাৱধানে থাকিব। গাটো খুব দুৰ্বল। উঠিবলৈ নিদিব। মই আকৌ এবাৰ খবৰ ল'ম বাৰু। এতিয়া আহোঁ।
(ডাক্তৰ যায়গৈ অৰূপে কিবা এটা চিন্তা কৰি থাকে। অজয় আহে)
অৰূপ : অ' অজয় আহিলি আহ বহ।
অজয় : অৰূপ! তই বৰ গহীন হৈ আছ। ৰূপাৰ অসুখ কেনে পাইছে।
অৰূপ : টেম্‌পাৰেচাৰটো কমা নাই।
অজয় : ডাক্তৰে কি ক'লে?
অৰূপ : খুব সাৱধানে থাকিবলৈ কৈছে। গাটো হেনো বৰ দুৰ্বল।
অজয় : সাধাৰণ এটা কথাৰ কাৰণে চাচোন অসুখ কিমান বাঢ়ি গ'ল।
অৰূপ : হাৰ্টৰ অসুখ। কথা নুশুনিলে কি কৰিবি। ইমান বতাহ-বৰষুণত চিনেমা চাই তিতি-বুৰি আহি এতিয়া গমটো পাইছে।
(এনেতে ৰূপা সোমাই আহে অমলা পিছে পিছে আহে।)
ৰূপা, তুমি বিছনাৰপৰা কিয় উঠি আহিলা? মা আপুনি—
অমলা : মই কি কম বোপা !

ৰূপা ঃ চাওঁ মোক চেয়াৰখনত বহুৱাই দিয়াচোন।

অৰূপ ঃ নহয় নহয়। তুমি ইয়াত বহিব নালাগে ভিতৰলৈ যোৱা। ডাক্তৰে তোমাক উঠি ফুৰিবলৈ হাক দিছে। এতিয়া তোমাৰ কম্‌প্লিট বেড ৰেষ্টৰ প্ৰয়োজন।

ৰূপা ঃ (কেঁকাই) ৰেষ্ট মই একেবাৰেই ল'ম।

অজয় ঃ এইবোৰ কি কৈছা ৰূপা?

অমলা ঃ ব'ল ৰূপা ভিতৰলৈ ব'ল মোৰ আইজনী।

ৰূপা ঃ মই ইয়াত অকমান সময় বহিম মা। মূৰটো বৰকৈ বিষাইছে।

অমলা ঃ সেই কাৰণেইতো কৈছোঁ অকণমান শুলে ভাল পাবি।

ৰূপা ঃ কিমাননো আৰু বিছনাখনতে পৰি থাকিম?

অৰূপ ঃ ব'লা ৰূপা। ইয়াত এনেকৈ বহি থাকিলে অসুখ বেছিহে হ'ব।

ৰূপা ঃ মোক অকণমান সময় বহিবলৈ দিয়া।

অজয় ঃ অৰূপ! ৰূপাক ভিতৰলৈ লৈ যা।

অৰূপ ঃ ৰূপা ভিতৰলৈ ব'লা। আমি আটায়ে তোমাৰ ওচৰত থাকিম।

ৰূপা ঃ (কাহে, সেহাই সেহাই) অজয়দা মই আৰু নাবাচোঁ অজযদা। তোমাৰ বন্ধুক মই বহুত কষ্ট দিলোঁ। মোক তেওঁ ক্ষমা কৰিবনে?

অজয় ঃ ভিতৰলৈ ব'লা ৰূপা। অৰূপ ৰূপাক ভিতৰলৈ লৈ ব'ল)
(ৰূপাৰ কাহ বাঢ়ে, অৰূপ আৰু অমলাই ৰূপাক ধৰে)

ৰূপা ঃ মই-মই উশাহ ল'বলৈ বৰ টান পাইছোঁ মা—
(ৰূপাক অমলা আৰু অৰূপে ভিতৰলৈ লৈ যায)

অৰূপ ঃ অজয়, তই ডাঃ দুৱৰাক খবৰ দে। মই ৰূপাৰ অৱস্থা বৰ ভাল দেখা নাই। যা। [অজয় যায়। খন্তেক পিছতে ভিতৰত অৰূপে ৰূপা, ৰূপা বুলি মাতে। অমলাই কান্দি আইজনী, আইজনী বুলি চিঞৰি দিয়ে। মঞ্চলৈ এন্ধাৰ নামি আহে ]

## দশম দৃশ্য ঃ

[আলিবাট। সময় পুৱা। অজয়ে খবৰ কাগজ পঢ়ি আহি থাকে। আন ফালৰপৰা হাতত বজাৰ কৰা বেগ এটা লৈ দীনেশ আহি থাকে। ]

দীনেশ ঃ ঐ অজয় ঃ অৰূপৰ খবৰ কিবা জাননে?

অজয় ঃ কিয়? কি হ'ল?

দীনেশ ঃ সি দেখোন অফিছলৈ যোৱা নাই। ঘৈণীয়েক ঢুকুৱা এমাহৰ ওপৰ হ'ল এনেকৈ যদি অফিছ ক্ষতি কৰে তাৰ দেখোন চাকৰিটোৱে যাব।

অজয় ঃ মই কি কৰিম ক। হেৰৌ ঘৈণীয়েকক ভাল পাইছিল বুলি ভাত-পানী খাবলৈ এৰি ঘৈনীয়েকৰ কোঠাত কান্দি থাকিব লাগেনে।

দীনেশ ঃ নহয় অ', সি বৰ আঘাত পালে বুইছ। কোনেনো ভাবিব পাৰে বিয়াৰ এবছৰ পূৰ নৌহওঁতে ঘৈণীয়েক ঢুকাব বুলি। ঘৈণীয়েকজনীয়েও বৰ আটোম-টোকাৰীকৈ ঘৰখন চলাইছিল।

অজয় ঃ এইকেইদিনৰ ভিতৰতে তাৰ ধাৰ কিমান বাঢ়িছে জান। শ্ৰাদ্ধৰ খৰচৰ সৈতে চাৰি হেজাৰ টকা। দৰমহা পায় মাত্ৰ ৭৫০ টকা।

দীনেশ ঃ ঘৈণীয়েক নথকাই চাকৰ-বাকৰেও চাগৈ লুটি-পুটি খাইছে। মুঠৰ ওপৰত কেনেবাকৈ তাক অফিছলৈ আনিব পাৰিলে দুখটো পাতলিব। অন্ততঃ চাকৰিটোও ৰ'ব। (ঘড়ী চায়) যাওঁ দে বজাৰ কৰি আকৌ অফিছলৈ যাব লাগিব।

অজয় ঃ তই যা তোৰ পলম হ'ব। মই কি কৰিব পাৰোঁ চাওঁ। (দীনেশ যায়। অজয়ে কিবা এটা চিন্তা কৰি যাব খোজোঁতে আনফালৰপৰা মলিয়ন সাজ-পাৰেৰে অৰূপ আহে।) অৰূপ, ঐ অৰূপ তই ক'লৈ যাৱ? সেই [illegible] কিহৰ টোপোলা অ' চাওঁ (টোপোলাটো খুলি দেখে ৰূপাৰ অলংকাৰবোৰ) কি কৰিবি এইবোৰ?

অৰূপ ঃ বেচিম।

অজয় ঃ বেচিবি?

অৰূপ ঃ অ।

অজয় ঃ এই নকল বস্তুবোৰ কিনিব কোনে? আৰু কোনোবাই কিনিলেও কিমান পইচা পাবি?

অৰূপ ঃ যিমানেই নাপাওঁ। তাৰে ঘৰ ভাৰাটো অন্ততঃ দিব পাৰিম। আৰু এইবোৰ ঘৰত মই ৰাখিব নোখোজোঁ। চিনেমা চোৱা, নাটক কৰা, নকল গহনা পিন্ধা এইবোৰ আছিল ৰূপাৰ দুৰ্বলতা। এই দুৰ্বলতাক প্ৰশ্ৰয় দিয়েই তেওঁক মই হেৰুৱালোঁ।

অজয় ঃ সেইবোৰ এতিয়া পাহৰি পেলা অৰূপ। যি ঘটিব লগা থাকে, তাক কোনেও খণ্ডাব নোৱাৰে। ব'লচোন বাৰু ব'ল। কি পোৱা যায় এবাৰ চেষ্টা কৰি চোৱা যাওক।

অৰূপ ঃ আচল কথা কি জান অজয়। এইবোৰ বেচিবলৈ মোৰ অকণো ইচ্ছা নাই। কিন্তু কি কৰিবি? যি দুই-এপদ আচল সোণৰ বস্তু আছিল তাকো বেচিব লগা হ'ল ৰূপাৰ দৰব-পাতি কিনোতে। মোৰনো আছিলেই বা কি?

অজয় ঃ জানো জানো সকলো জানো। মোক আৰু ক'ব নালাগে। সেয়ে সিদিনা টকা ৫০ টা দিওঁতে ল'বলৈ টান পাইছিলি।

অৰূপ : তইঁতৰপৰা টকা ল'বৰ সময় উকলি যোৱা নাই নহয়। মোৰ যি অৱস্থা হৈছে তইঁতৰ ওচৰতো সোনকালেই হাত পাতিব লাগিব।

অজয় : সেইটো বাৰু বুজিছোঁ। ব'ল (যায়)

**একাদশ দৃশ্য ঃ**

[সৰকাৰ সোণাৰিৰ দোকান। সৰকাৰ কামত ব্যস্ত। ধূপধূনা দি গদীত বহি কিবা এটা হিচাপ কৰিছে। এনেতে অজয় আৰু অৰূপৰ প্ৰৱেশ।]

সৰকাৰ : আহক আহক ডাঙৰীয়া। গহনা বনাব?

অজয় : বনাব খোজা নাই।

সৰকাৰ : নবনালে ৰেডিমেড়ো পাব, চাওক বাৰু (কেটলগ দি) কেটলগটো চাই লওক। ইয়াত বহুত মডাৰ্ণ ডিজাইন আছে।

অমল : সেইবোৰ আমাক একো নালাগে।

সৰকাৰ : তেনেহ'লে?

অজয় : এওঁৰ ওৱাইফৰ গহনা অলপ আছিল। যদি আপুনি লয়।

সৰকাৰ : অ' চাওঁ, কি ৰকম গহনা?

অজয় : এয়া চাওক (দেখুৱায়)

সৰকাৰ : অ' চাওঁ, (আচৰিত হৈ) হাৰে এয়াতো মোৰ দোকানৰ বনোৱা বস্তু। চাওঁক বাৰু। মোৰ গহনাত সদায় এচ্ লিখা থাকে। চাওক চাওকনা।

অৰূপ : ভালেই হ'ল। আপোনাৰ বস্তু আপুনিয়ে ৰাখি থওক। নকল গহনা যিহেতু কিনাৰ আধা দাম দিলেই হ'ব। দামতো আপুনি জানেই।

সৰকাৰ : নকল? আপুনি ধেমালি কৰিছে কিয়? এই চহৰত মোৰ ককা, দেউতা সকলোৱে কাম কৰি গ'ল। আমি কাকো নকল বস্তু বিক্ৰী নকৰোঁ। একেবাৰে আঁচল পাথৰৰ নেকলেচ। মই আপোনাক কোন তাৰিখে কি দামত কিনিছিল ৰচিদতো দেখুৱাওঁ। (ৰচিদ বহী উলিয়াই) চাওক, এইখন ৰচিদ চাওক, এইটো ডেলিভাৰি দিয়া ঠিকনা ; আজিৰপৰা ছয় মাহৰ আগত কিনিছে। দাম বেছি নহয়। মাত্ৰ দহ হেজাৰ টকা।

অৰূপ : চাওঁ চাওঁ! (দুয়ো ৰচিদ চাই আচৰিত হয়)

অজয় : আৰে এইটো দেখোন তোৰ ঘৰৰ ঠিকনা। দাম দহ হেজাৰ টকা।

সৰকাৰ : দাম বেছি নহয়। কিন্তু বস্তু কিমান চক্‌চকীয়া দেখিছে। আপোনালোকে মোক মিছাই ধেমালি কৰিছে। একেবাৰে আচল পাথৰৰ নেকলেচ। মই শপত খাই ক'ব পাৰোঁ আৰু যিজন মানুহে কিনিছে তেওঁতো বহুত টকাৱালা মানুহ। মই তেওঁক ফাকি দিম কেনেকৈ? মোৰ ঠিকনা লিখি দিছে, মই মাল পঠাই দিছোঁ। আৰু এতিয়া যদি আপুনি ঘূৰাই ল'ব কয়, ল'ব পাৰিম।

অজয় ঃ টকা কিমান দিব?

সৰকাৰ ঃ এইটো ব্যৱহাৰ কৰাৰ বাবে দুই হাজাৰ টকা কাটা যাব। আপুনি আঠ হাজাৰ পাব। দিম? কওঁক চেক দিমনে কেচ্?

অজয় ঃ আপোনাৰ যিটো সুবিধা হয়।

সৰকাৰ ঃ চেক্ দিওঁ, মোৰো সুবিধা হ'ব, আপোনাৰো সুবিধা হ'ব। আপোনালোক দুয়ো চহী কৰি দিয়ক মই চেক্ লিখি দিছোঁ।

সৰকাৰ ঃ কাৰ নামত চেক্ দিম?

অৰূপ ঃ মোৰ নামত দিয়ক। অৰূপ শৰ্মা।

সৰকাৰ ঃ (চেক্ দিয়ে) এযা লওক।

অৰূপ ঃ ধন্যবাদ। আহোঁ।

সৰকাৰ ঃ নমস্কাৰ। দৰ্কাৰ হ'লে আকৌ আহিব।

অৰূপ ঃ (বিষাদৰ হাঁহি)

(মঞ্চ এন্ধাৰ)

## দ্বাদশ দৃশ্য ঃ

[অৰূপৰ কোঠা পোহৰ হয়। দৃশ্য প্ৰথম দৃশ্যৰ অনুৰূপ। অৰূপে ভাবি ভাবি অস্থিৰ হৈ পৰে। সৰকাৰৰ কথা মনত পৰে। ]

সৰকাৰ ঃ (কণ্ঠস্বৰ) নকল! আপুনি ধেমালি কৰিছে কিয়? একেবাৰে আচল পাথৰৰ নেকলেচ। মই শপত খাব পাৰোঁ। যিজন মানুহে কিনি দিছে তেওঁতো টকাৱালা মানুহ, এইটো ডেলিভাৰি দিয়া ঠিকনা এইখন ৰচিদ বহী চাওক। আজিৰপৰা ছয়মাহৰ আগতে কিনিছে। দাম বেছি নহয়। মাত্ৰ দহ হাজাৰ টকা।
(অৰূপে বহাৰপৰা উঠি লাহে লাহে মঞ্চৰ সমুখলৈ আহে।)

অৰূপ ঃ দহ হাজাৰ টকা! ব্যৱহাৰ কৰাৰ কাৰণে দুহেজাৰ টকা কাটি মোক এইখন আঠ হাজাৰ টকাৰ এখন চেক্ দিছে। ৰূপা! মোৰ এই সহজ সৰল মনটোৰ মাজত তোমাৰ স্মৃতি জীয়াই ৰাখিবলৈ এইখন আঠ হাজাৰ টকাৰ চেক্। (চেক্খন টুকুৰা টুকুৰাকৈ ফালি পেলায়) ৰূপা! সঁচাকৈয়ে মই বৰ দুখীয়া নহয়? কিন্তু কিন্তু তোমাৰ কি অধিকাৰ আছিল যে তুমি মোক তোমাৰ খেলাৰ সামগ্ৰী হিচাপে ব্যৱহাৰ কৰিবা। মোৰেই ভুল হৈছিল। তোমাক মই ভাল পাইছিলোঁ, মৰম কৰিছিলোঁ, বিশ্বাস কৰিছিলোঁ। নাই নাই মোক মোক একো নালাগে।
(অজয় সোমাই আহি অৰূপলৈ চাই থাকে।) এইখন চহৰৰ মুখাধাৰী চোৰৰ মাজত মই আৰু জীয়াই থাকিব নোৱাৰিম। সিহঁতৰ মুখবোৰত,

অন্তৰবোৰত আধুনিক সভ্যতাৰ প্ৰলেপ। কিন্তু সিহঁতৰ অন্তৰবোৰৰ মাজত পুহিৰখা বস্তুপিপাসু দানৱবোৰে যেতিয়া আমাৰ অন্তৰবোৰত হাতুৰিৰে আঘাত কৰি ভাঙি চূৰমাৰ কৰি দিয়ে আমি কি কৰিব পাৰোঁ ! কেৱল নিৰবে সহ্য কৰি যোৱাৰ বাহিৰে আন উপায় নাই। কিন্তু নহয় কেতিয়াও নকৰোঁ। মোক চহৰ নালাগে, চাকৰিও নালাগে, মই আকৌ মোৰ সোণালী শইচেৰে ভৰা গাঁৱলৈ উভতি যাম—(কান্দি দিয়ে)

অজয় : অৰূপ (অৰূপে অজয়ক সাৱটি ধৰে)

অৰূপ : অজয়! মোক গাঁৱলৈ যাবলৈ দে অজয়। মই গাঁৱলৈ যাম। নহ'লে এইখন চহৰত মোৰ উশাহ বন্ধ হৈ যাব। মোক যাবলৈ দে অজয় মোক যাবলৈ দে।

(মঞ্চ এন্ধাৰ হয়। নামি আহে নাটকৰ অন্তিম যৱনিকা)



x

# আশা

পাত্র-পাত্রী ঃ

শান্তনু, মণি, দেউতা, মাক, মুন্না

# আশা

## শ্ৰব্য নাটক

[ অলপ সাল-সলনি কৰিলে মঞ্চনাটকলৈ ৰূপান্তৰ কৰিব পাৰি ]

(দেৱী মন্দিৰৰ পৰিৱেশ। শংখ ঘন্টাৰ ধ্বনি খীণ হৈ যোৱাৰ লগে লগে দূৰৈৰ-পৰা ভাহি আহে পুৰোহিতৰ মন্ত্ৰ উচ্চাৰণ। লাহে লাহে মন্ত্ৰ পাঠো খীণ হয়)

০ ০ ০

শান্তনু : মণি! এই পবিত্ৰ মন্দিৰলৈ কিমান দিন আগতে আহিছিলোঁ মনত আছেনে?

মণি : আছে শান্তনু। আমি ইয়ালৈ আঠ বছৰৰ আগতে আহিছিলোঁ।

শান্তনু : আঠ বছৰৰ আগতে আমাৰ বিয়া হৈছিল।

মণি : বিয়াৰ পাছত আমি এই মন্দিৰলৈ আহিছিলোঁ।

শান্তনু : চোৱাচোন, বিয়াৰ পাছত মানুহে হনিমুন কৰিবলৈ চিমলা, দাৰ্জিলিঙলৈ যায়। হয়তো দক্ষিণ ভাৰতৰ উটিলৈ যায় আৰু যাৰ অজস্ৰ বেংক বেলেঞ্চ আছে তেওঁলোক হয়তো যায় চুইজাৰলেণ্ড নাইবা ৱাৰ্ল্ড টুৰলৈ।

মণি : কিন্তু আমি আহিলোঁ এই মন্দিৰলৈ। ধনৰ অভাৱ তোমাৰ নাছিল শান্তনু, দেউতাৰাৰ বেংক বেলেঞ্চৰ উপৰিও তুমিওতো যোৱা কেইবছৰে ভাল ব্যৱসায় কৰি যথেষ্ট আৰ্জন কৰিছা।

শান্তনু : তথাপি আমি চিমলা বা দাৰ্জিলিঙলৈ নগ'লোঁ। তোমাৰ হয়তো যোৱাৰ প্ৰবল ইচ্ছা আছিল। কিন্তু তুমি মোক মুখ খুলি কথাষাৰ ক'ব নোৱাৰিলা।

মণি : মই তোমাৰ মনৰ কথা বুজি পাইছিলোঁ। সেয়ে আমাৰ বৈবাহিক সম্বন্ধ যাতে মংগলময় হয় আমাৰ কামনা-বাসনা যাতে পূৰ্ণ হয়, তাৰ কাৰণে, দেৱীৰ আশীৰ্বাদ ল'বলৈ আহিছিলোঁ এই মন্দিৰলৈ।

০ ০ ০

(মন্দিৰৰ পৰিৱেশ পুনৰ সৃষ্টি হয় ; শংখ, ঘন্টা, স্তোত্ৰ পাঠৰ শব্দ ডাঙৰ হৈ পুনৰ কমি যায়)

০ ০ ০

শান্তনু : এই মন্দিৰলৈ আহিছিলোঁ আঠ বছৰ আগতে।

মণি : এৰা, তাৰ পাছত প্ৰতি বছৰে এবাৰকৈ, এই বিশেষ দিনটোত আমি আহিয়ে আছোঁ।

শান্তনু : মণি, আমাৰ প্ৰাৰ্থনাত ক'ৰবাত কিবা খুঁত ৰৈ গৈছিল নেকি?

মণি : তুমি কিয় তেনেকৈ ভাবিছা বাৰু !

শান্তনু : তেনেহ'লে এই মন্দিৰৰ দেৱীয়ে আমাক আশীৰ্বাদ নকৰিলে কিয়?

মণি : (হুমুনিয়াহ) এৰা, তথাপি আমি আহিছোঁ। আকৌ আহিছোঁ। প্ৰতি বছৰে আহি থকাৰ দৰে এইবাৰো আহিছোঁ।

শান্তনু : দেৱীৰ আশীৰ্বাদ এতিয়াও কামনা কৰোঁ নহয় জানো?

মণি : নিশ্চয় কৰোঁ। দেৱীয়ে আমাৰ কামনা পূৰ্ণ কৰিবই।

শান্তনু : মণি, দেৱীক ভক্তি কৰাত যদি ক'ৰবাৰ খুঁত ৰৈ গৈছে।

মণি : ভক্তি! সীমাত আবদ্ধ মানুহ আমি। আমি মনৰ কথাবোৰ জুকিয়াই জানো ক'ব পাৰিছোঁ দেৱীক?

শান্তনু : দেৱী-দেৱীয়েই। আমি মানুহ, ক্ষুদ্ৰ মানুহ। দেৱী আমাতকৈ বহুত ডাঙৰ। দেৱী ঈশ্বৰ। ঈশ্বৰে সৃষ্টি কৰিছে মানুহ আৰু এই জগতখনক। যাৰ হাতত অফুৰন্ত অজস্ৰ সম্ভাৰ। যি কাৰো ওচৰত একো নিবিচাৰে, মাথোঁ দি যায়।

মণি : এৰা, দি যায় কেৱল ভিক্ষাৰ পাত্ৰ পূৰ্ণ কৰি! সঁচাকৈয়ে আমি বৰ দুৰ্বল। হয়তো আমাৰ একোৱেই নাই। সেয়ে আমি বিচাৰোঁ ভিক্ষা, যিজনে আমাক দিব পাৰে তেওঁৰ ওচৰত, আৰু সেই ভগৱানৰ প্ৰতীক-ৰূপী এইজনা দেৱীৰ ওচৰত।

শান্তনু : বছৰে বছৰে এই দিনটোত এই মন্দিৰলৈ আমি আহি আছোঁ।

মণি : প্ৰত্যেক বাৰেই মন্দিৰৰ দেৱীৰ ওচৰত অৰ্ঘ্য নিবেদন কৰি অন্তৰৰ আকূতিৰ কথা দেৱীক জনাই আহিছোঁ।

শান্তনু : ঠিক আজিৰ দৰেই।

মণি : শান্তনু, তোমাক এটা কথা সোধোঁ?

শান্তনু : সোধাঁ।

মণি : কোনোবাৰেই মই কিন্তু তোমাক সোধা নাই তুমি কি প্ৰাৰ্থনা কৰিলা।

শান্তনু : ময়োতো তোমাক সোধা নাই মণি।

মণি : মন্দিৰৰ ভিতৰলৈ সোমাই যোৱাৰ লগে লগে আমি যেন নিজকে পাহৰি যাওঁ। হাহাকাৰ কৰি উঠা মনটো হঠাতে শান্ত হৈ পৰে। দেৱীৰ ওচৰ পোৱাৰ পাছত আমাৰ মনে সকলো পাহৰি পেলায়।

শান্তনু : যদি কওঁ, আমাৰ আকুল আকূতি আমাৰ অন্তৰতে সঞ্চিত হৈ থাকে। দেৱীৰ ওচৰ নাপায়গৈ।

মণি : এৰা, আজি আঠ বছৰ পাছত মোৰ মনতো এই আশংকায়ে যেন

দেখা দিছে। সেয়ে হয়তো দেৱীয়ে সঁহাৰি দিয়া নাই।

শান্তনু : দেৱীৰ মূৰ্তি দেখোন শিলেৰে গঢ়া। তেওঁৰ জানো সঁচাকৈয়ে আমাৰ কথা ভাবিবলৈ এখন হিয়া আছে?

মণি : আমি দুয়ো বিশ্বাস কৰিছোঁ আছে বুলি। সেয়ে আমি আহি আছোঁ। আমাৰ দৰে হেজাৰ হেজাৰ মানুহ আহি আছে। শান্তনু, তেওঁলোকৰ অন্তৰৰ কামনা হয়তো পূৰণ হৈছে। সেয়ে তেওঁলোকে বিশ্বাস হেৰুওৱা নাই।

শান্তনু : বিশ্বাসতো আমিও হেৰুওৱা নাই।

মণি : আমি যি বুলিয়েই নেভাবোঁ শিলৰ হ'লেও দেৱীৰ অন্তৰখন কোমল। আজি আঠ বছৰে যদিও তেওঁ সঁহাৰি দিয়া নাই। এদিন সঁহাৰি তেওঁ দিবই।

শান্তনু : মণি! এইবোৰ কথা এতিয়া পাহৰি পেলোৱা। পাহাৰ বগাই বগাই চাগৈ তুমি ভাগৰি পৰিছা। আমি সেইখিনিতে সেই যে শিলচটা দেখিছা, তাতে বহি অকমান জিৰণি লওঁগৈ ব'লা।

০ ০ ০

(মন্দিৰৰ পৰিৱেশ । স্তোত্ৰ-পাঠ আদি
ডাঙৰ হৈ নাইকিয়া হয়। সংগীত-সেতু।)

০ ০ ০

শান্তনু : উঃ আচৰিত তুমি। ইমান পৰে শিলচটাত বহি দূৰলৈ ৰ' লাগি চাই আছা এটাও কথা নোকোৱাকৈ। কিনো ভাবিছা? চাওঁ, মোৰ ফালে চোৱাচোন। চাওঁ চাওঁ, তোমাৰ চকু দেখোন চলচলীয়া হৈছে। কি হ'ল তোমাৰ মাণ?

মণি : শান্তনু (উচুপে)

শান্তনু : আৰে কান্দিছা কিয়?

মণি : (ফেকুৰি ফেকুৰি) শান্তনু, দোষ হয়তো মোৰেই—

শান্তনু : দোষ?

মণি : (উচুপি) মাজে মাজে কি ভাব হয় জানা? তোমাৰ জীৱনতো ৰঙিয়াল কৰি তুলিব নোৱৰাৰ বাবে হয়তো ময়েই দায়ী।

শান্তনু : চাওঁ, চকু পানীখিনি মুচি পেলোৱা। মিছাতে ইমান চেন্টিমেন্টেল হৈ একো লাভ নাই। মই দোখোন সদায় হাঁহি-মাতিয়েই থাকোঁ। মোৰ মুখত তুমি কোনো বেজাৰৰ চিন দেখিছা জানো, কোৱা?

মণি : (সংযত হৈ) হাঁহি-মাতি থাকিলেও তোমাৰ মনৰ গোপন কোণত থুপ খাই থকা দুখ-বেজাৰৰ কথাবোৰ মই বুজি পাওঁ শান্তনু। নিশা যেতিয়া তোমাৰ বুকুত মূৰটো থৈ টোপনি যাবলৈ চেষ্টা কৰো

তেতিয়া তোমাৰ বুকুৰ ধপ্‌ধপনিয়ে, তোমাৰ মনৰ বেজাৰবোৰৰ কথা মোক কৈ যায়।

শান্তনু : কি যে কথাবোৰ ভাবি থাকা মই ক'ব নোৱাৰোঁ। মোৰ কিন্তু মনত একো বেজাৰ নাই। মণি, তোমাক পোৱাৰ পাছত মোৰ কি বেজাৰ থাকিব পাৰে কোৱা? আজি মই তোমাক এটা কথা সুধিম, তুমি কেৱল হয় নে নহয় ক'বা।

মণি : ক'ম। কি কথা সোধা?

শান্তনু : মই যদি কওঁ তোমাৰ অন্তৰখনক আজি আঠ বছৰে যি বেজাৰে খুলি খুলি খাইছে তাৰে প্ৰতিধ্বনি তুমি শুনিছা মোৰ বুকুৰ ধপ্‌ধপনিত। কোৱা মণি, সঁচানে?

মণি : শান্তনু।

শান্তনু : মই জানো, সম্পূৰ্ণ সঁচা। কিন্তু ইয়াৰ বাবেতো তুমি নিজকেই জগৰীয়া কৰিব নোৱৰা। জগৰীয়া কৰিলে ভুল কৰা হ'ব।

মণি : শান্তনু। বহুত আশা কৰি মা-দেউতাই আমাৰ বিয়াখন পাতি দিছিল।

শান্তনু : আশা?

মণি : এৰা আশা। বহুতো আশা শান্তনু।

শান্তনু : কিয় মণি। মোক তেওঁলোকে তোমাৰ উপযুক্ত স্বামী বুলি ভবা নাই নেকি?

মণি : ছিঃ ছিঃ তেনেকৈ ভবাৰ জানো কিবা যুক্তি আছে কোৱা?

শান্তনু : তেনেহ'লে তেওঁলোকৰ জোঁৱাই শান্তনু বৰুৱা দেখোন অসমৰ এজন ডেকা নামজ্বলা ব্যৱসায়ী। আমাৰ দুমহলীয়া কংক্ৰীটৰ ঘৰটোত কিহৰ অভাৱ। আমাৰ দৈনন্দিন জীৱনত, কোনটো বিচৰা বস্তু তেওঁলোকৰ ছোৱালীক মই দিব পৰা নাই? আশা! ইয়াতকৈ কি বেছি আশা কৰিছিল তেওঁলোকে?

মণি : কি আশা কৰিছিল ?

(সংগীত-সেতু। বিয়াঘৰৰ পৰিৱেশ। জোৰা নাম, ল'ৰা-ছোৱালীৰ হাঁহি। সংগীত-সেতু .........ফ্লেছ্‌-বেক আৰম্ভ)

মণি : (উচুপি থাকে)

দেউতা : আই মণি। নেকান্দিবি আই।

মণি : মা (কান্দে)।

মাক : (কান্দোনৰ সুৰ) মাজনী হৈছে হৈছে। সেৱা কৰিব নালাগে।

দেউতা : ঈশ্বৰে তোৰ মংগল কৰিব আই। শান্তনু বৰ ভাল ল'ৰা।

মাক : শান্তনুৰ মাকো বৰ মৰমিয়াল। আজিৰপৰা সেইখন ঘৰেই তোৰ নিজৰ বুলি ভাবিবি আই।

দেউতা : এৰা, তেওঁলোকৰ ছোৱালী নাই। তোকেই ছোৱালী বুলি তেওঁলোকে

গ্ৰহণ কৰিব। বোৱাৰী হ'লেও জীয়াৰীৰ দৰে সেইখন ঘৰৰ কাম-বন সামৰি তেওঁলোকৰ মনত সন্তোষ দিব পাৰিলে আমিও সন্তোষ পাম আই।

মণি : মা—দেউতা।

দেুতা : যা আই। তেওঁলোক বৈ আছে। বেজাৰ নকৰিবি আই। বহুতো আশা কৰি ভাল ঘৰ চাই তোক বিয়া দিছোঁ। তহঁতৰ সংসাৰ সুখৰ হওক তাকেই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ।

শান্তনু : দেউতা, মা, আমি আহিলোঁ।

দেউ তা : যোৱা বোপা যোৱা।

(সংগীত সেতু)

মণি : আজি মা-দেউতাৰপৰা এখন চিঠি পাইছোঁ, চোৱা।

শান্তনু : মোৰ কথা কিবা লিখিছেনে বাৰু?

মণি : লিখিছেতো আকৌ। এয়া চোৱা—দেউতাই তোমালৈ এইখন লিখিছে।

শান্তনু : চাওঁ চাওঁ।

মণি : লোৱা এইখন।

শান্তনু : বাঃ দেউতাই ইংৰাজীতে লিখিছে। হেৰা মণি, দেউতাৰ আখৰকেইটা বেছ ধুনীয়া। সঁচাকৈয়ে আগৰদিনৰ মানুহবোৰৰ হেণ্ডৰাইটিং একেবাৰে কপি বুকৰ দৰে। আমাৰ দৰে কাউৰী ঠেঙীয়া নহয়। এয়া চোৱাচোন, এইখিনিতে কি লিখিছে—আই হোপ ইউ হেভ বিল্ট আপ এ হেপী হোম।

মণি : ময়েও একে কথাকে লিখিছে চোৱা। লিখিছে তহঁতে সংসাৰখন আটোম-টোকাৰিকৈ লৈছ চাগৈ। আৰু কি লিখিছে জানা?

শান্তনু : কি?

মণি : অহা বিহুত আমাক দুয়োকে মাতিছে। আমি যামদেই।

শান্তনু : যামতো আকৌ, কেলেই নাযাম। পিছে, ঘৰৰ চিঠি পঢ়ি পঢ়ি ন কইনাৰ চকু চলচলীয়া হ'লেই দেখোন।

মণি : ক'তনো দেখিলা চলচলীয়া হোৱা?

শান্তনু : এতিয়া এটোপাল-দুটোপালকৈ চকুলো চিঠিত পৰেহে লাগে।

মণি : ধেৎ কি যে কোৱা। কিবা এটা চকুত পৰিছে। সেই কাৰণেহে—

শান্তনু : ওঁ বুজিছোঁ। চকুত কিবা এটা পৰিছে। বেছ চাওঁচোন কি পৰিছে। চাওঁ—চকুটো ডাঙৰকৈ মেলি দিয়াচোন ক'তা—একো নাই দেখোন।

মণি : ৰুমালৰ আগেৰে চকুটো খুঁচি দিব নালাগে। থাওক। নিজে নিজে ঠিক হৈ যাব।

শান্তনু : মই কিন্তু তোমাৰ চকুত একো পৰা দেখা নাইদেই।
মণি : কিবা পৰিলেও শুদা চকুৰে তুমি কেনেকৈ দেখিবা।
শান্তনু : এৰা এৰা। ইয়াৰ কাৰণে ডাক্তৰৰ স্পেচিয়েল লাইট লাগিব। মণি, এই চকুটোত কিবা এটা পৰিছে বুজিছোঁ বাৰু। সেই কাৰণে এই চকুটোৰপৰা চকুলো ওলাইছে, কিন্তু আনটো চকুততো একো পৰা নাই ; সেইটো চকু কিয় চলচলীয়া হৈছে?
মণি : মা-দেউতাৰ ঘৰখন এৰি আহিলে বেয়া নালাগেনেকি?
শান্তনু : লাগে—কেলেই নালাগিব।
মণি : তেন্তে কিয় তেনেকৈ কৈছা?
শান্তনু : মণি! মা-দেউতাৰ ঘৰৰপৰা আহি তুমিতো বিপাণ্ডত পৰা নাই। এই দুখন বলিষ্ঠ হাতেৰে, এইখন বহল বুকুত তোমাক দেখোন আঁকোৱালি লৈছোৱেই।
মণি : তোমাৰ বহল বুকুত আশ্ৰয় পোৱা নাই বুলি জানো কৈছোঁ।
শান্তনু : নাই কোৱা অৱশ্যে। তথাপি তোমাৰ এই বেজাৰ কৰি থকা মুখখন দেখিলে মোৰ অকণো ভাল নালাগে। ঘৰৰপৰা চিঠি আহিছে, পঢ়ি উত্তৰ দিয়া। বিহুত মাতিছে যাবা। বছ ইমানেই।
মণি : তোমালোকে আমাৰ মনৰ কথা বুজিবলৈ কিয় চেষ্টা নকৰা বাৰু? এখন ঘৰৰ সম্বন্ধ ছিঙি আন এখন ঘৰত থিতাপি লোৱাতো কিমান টান তোমালোকে উপলব্ধি কৰিব নোৱৰা—সেই কথা মই জানো।
শান্তনু : ওহ , নো নো নো। এইবোৰ কথা মই আৰু শুনিব নোখোজোঁ। শুনা মণি, ঘৰৰপৰা চিঠি এখন আহিলেই যদি তোমাৰ চকু চলচলীয়া হয়, তেন্তে মই কিন্তু হাজবেণ্ডশ্বিপৰপৰা আজিয়েই ৰিজাইন দিম আৰু এতিয়াই এখন টেক্সি আনি বয়-বস্তু সকলোবোৰ দি তোমাক মা-দেউতাৰাৰ ঘৰলৈ পঠিয়াই দিম।
মণি : ঐ আই, মই আকৌ মা-দেউতাৰ ঘৰলৈ উভতি যাম বুলি কৈছোঁ নেকি? কিযে পেংলাইখন কৰি থাকা মই ক'ব নোৱাৰোঁ।
শান্তনু : তেন্তে চকু পানীখিনি মচি পেলোৱা।
মণি : মচিছোঁ মচিছোঁ হৈছে নে এতিয়া?
শান্তনু : ওহোঁ—নাই হোৱা।
মণি : আৰু কি কৰিব লাগিব?
শান্তনু : হাঁহিব লাগিব।
মণি : হাঁহিছোঁ বাৰু।
শান্তনু : ওঁ—হোঁ তেনেকৈ মিচিকিয়াই হাঁহি দাঁতকেইটা দেখুৱালে নহ'ব। ডাঙৰকৈ হাঁহিব লাগিব।

মণি : মই ইমান ডাঙৰকৈ নোৱাৰোঁ পাই।
শান্তনু : নোৱাৰা।
মণি : ওঁ হয়। নোৱাৰোঁ।
শান্তনু : ঠিক।
মণি : অ'—ঠিক।
শান্তনু : বেট্।
মণি : ওঁ—বেট্।
(শান্তনুয়ে মণিক ভাকুত কুতাই দিয়ে। মণিয়ে ডাঙৰকৈ হাঁহে। সংগীত সেতু। ফ্লাছ্-ব্যাক্ শেষ।)
শান্তনু : মণি। ফুৰিবলৈ যাবানে?
মণি : আজি ক্লাবলৈ নাযাওঁ। এঘৰলৈ যাম। তুমি না কৰিব নোৱাৰা কিন্তু।
শান্তনু : ক'লৈ?
মণি : মিং সিঙৰ ঘৰলৈ।
শান্তনু : মিং সিং। কোন মিঃ সিং?
মণি : সেই যে নতুনকৈ অফিচাৰজন আহিছে। সিদিনা যে আমি ক্লাবত লগ পাইছিলোঁ, মনত পৰা নাই তোমাৰ?
শান্তনু : এৰা, লগ পাইছিলোঁ ঠিকেই কিন্তু কথা-বতৰাওতো বেছি নহ'লোঁ। হে'ৰা তাত জমিব জানো। তাতকৈ চলিহাৰ তালৈকে যাওঁ ব'লা।
মণি : চলিহাৰ তালৈ? ওহোঁ নাযাওঁ, মিছেছ চলিহা আমাৰ ইয়ালৈ নাহেই দেখোন। তাতকৈ মিছেছ সিঙৰ তালৈ যাওঁ ব'লানা। বৰ ৰাংঢালী মানুহগৰাকী। লগত যে সৰু ল'ৰাটো লৈ আহিছিল নামটো কি জানা।
শান্তনু : কিনো?
মণি : মুন্না। বৰ ধুনীয়া নামটো। মাত্র তিনি বছৰহে বয়স হৈছে। বৰ মৰম লগা হৈছে পাই। জানা মই তাক কোলাত লৈ কিমান বাৰ যে চুমা খালোঁ কি ক'ম। তাক চাবলৈ বৰ মন গৈছে। ব'লানা, প্লিজ।
শান্তনু : মুন্নাৰ দৰে তোমাৰ এটা ল'ৰা হ'লে তুমি চাগৈ মুন্নাক পাহৰিয়েই যাবা। এতিয়াহে কৈছা মুন্নাৰ কাৰণে তুমি ব্যাকুল।
মণি : তুমি বৰ দুষ্ট শান্তনু। কিয় বাৰু ভাল নালাগিব কোৱা। আমাৰ বিয়া হোৱা এবছৰ কেতিয়াবাই পাৰ হৈ গ'ল, দুবছৰ হয়হিহে লাগে। কিন্তু মুন্নাৰ দৰে, মই কাকো দেখা নাই। তুমি তাক দেখা পালে নিশ্চয় কোলাত লৈ চুমা খাবা। মই জানো।
শান্তনু : ব'লা, ব'লা বাৰু তোমাৰ মুন্নাকে চাই আহোঁ।
(সংগীত-সেতু)

মণি : হে'ৰা শুনাচোন।

শান্তনু : (দূৰৈৰপৰা) কি হ'ল?

মণি : চাওঁ, এইফালে আহাচোন।

শান্তনু : আহা। এতিয়া মোক নামাতিবাচোন। মই এই কিতাপখনৰ এটা বৰ ইন্টাৰেষ্টিং চেপ্টাৰ পঢ়ি আছোঁ। কি যে চাচপেঞ্চ, কিযে থ্ৰিল। এক্সিউজ মি। এই মুহূৰ্তত মোক অলপ পৰ ৰেহাই দিয়াচোন।

মণি : (ওচৰলৈ গৈ) কেৱল কিতাপ কিতাপ। কিতাপৰ যেনিবা পোকহে। কিনো থাকে এই কিতাপবোৰত মই বুজিকে নাপাওঁ।

শান্তনু : তুমিনো বুজিবা কেনেকৈ। তোমাক অ'তবোৰ কিতাপ আনি দিলোঁ এখনো হাতেৰে নুচুলা। পঢ়ি চালেহে গম পাবা এই ধৰণৰ নভেলত কি ৰস। তোমাৰতো কিতাপ পঢ়িবলৈ সময় নোলায়, কেৱল ৰান্ধনি-ঘৰ আৰু গোসাঁই ঘৰ। আগতে ক্লাবলৈ গৈছিলা, এতিয়া ক্লাবলৈ যোৱাটোও কমাই দিলা। এতিয়া সময় পালেই লৰ মাৰিবা মুন্নাৰ ওচৰলৈ।

মণি : কিয়নো তেনেকৈ কৈছা? আমাৰ ঘৰৰ মুন্নাৰ দৰে ল'ৰা এটা থকা হ'লে তুমিও কিতাপ পঢ়িবলৈ আজৰি নাপালাহেঁতেন। তাক কোলাত লৈহে ঘূৰি ফুৰিলাহেঁতেন।

শান্তনু : হয়নেকি। (হাঁহি) আহিব, আহিব ; ইমান অধৈৰ্য হ'ব নালাগে। আমাৰ ঘৰলৈকো মুন্নাৰ দৰে ল'ৰা এটা আহিব।

মণি : পূৰ্বজন্মত জানো কি পাপ কৰিছিলোঁ, এই জন্মত তাৰেই ফল ভোগ কৰিছোঁ !

শান্তনু : উহ বিয়া হোৱা তিনিটা বছৰহে পাৰ হৈছে, এতিয়াই পাপ-পুণ্যৰ কথা ভাবিবলগীয়া হ'লনে?

মণি : তিনিটা বছৰ কম সময়নেকি? মিছেছ ভূঞাৰ এবছৰ পূৰ নৌহওঁতেই—

শান্তনু : কোঁচত কেঁচুৱাই হাঁহিছে। তাকেইতো ক'ব খুজিছা।

মণি : মিছেছ বৰাই তিনি বছৰৰ ভিতৰতেই দ্বিতীয় সন্তানৰ মুখ দেখিব এতিয়া—

শান্তনু : মিছেছ ভূঞা আৰু মিছেছ বৰাৰ কথা খুব ক'লা কিন্তু মিছেছ লহকৰ আৰু মিছেছ কাকতিৰ কথা নোকোৱা কেলেই? তেওঁলোকৰ বিয়া কৰোৱা দেখোন চাৰি বছৰ হ'ল। তেওঁলোকে তোমাৰ দৰে মুন্না মুন্না বুলি চিঞৰি ফুৰিছেনে?

মণি : বাৰু বাদ দিয়া সেইবোৰ কথা। মই তোমাক যিটো কথা ক'বলৈ আহিছিলোঁ তাক অনুগ্ৰহকৈ শুনাচোন।

শান্তনু : তুমি কি ক'বা মই জানো মণি। তোমাৰনো মুন্নাৰ বাহিৰে কি ক'বলগীয়া আছে !

মণি : মুন্নাক লৈ তুমি এনেকুৱা ঠাট্টা-মস্কৰাখন নকৰিবা দেই।

শান্তনু : এহ আইদেউৰ চকু চলচলীয়া হ'লেই। বেচ্, কথা দিছোঁ নকৰোঁ নকৰোঁ নকৰোঁ। এয়া মোৰ থ্ৰিলাৰখন জপাই থ'লোঁ। তোমাৰ কি ক'বলগীয়া আছে কোৱা। শুনিবলৈ মই কাণ পাতি দিছোঁ।

মণি : তুমি আকৌ যিহে, ক'লে চাগে তোমাৰ খংহে উঠিব।

শান্তনু : আহ্ খং নুঠে। কি ক'বলগীয়া আছে টপৰাই কৈ পেলোৱা।

মণি : ঠিক খং নুঠেতো?

শান্তনু : নুঠে নুঠে নুঠে। হ'লতো।

মণি : মুন্নাৰ মাকে—

শান্তনু : এয়া আকৌ মুন্না—

মণি : মই মুন্নাৰ কথা ক'ব খোজা নাই। মাকৰ কথাহে ক'ব খুজিছোঁ।

শান্তনু : বাৰু বাৰু, মাকৰ কথাকে কোৱা। কৈ পেলোৱা আকৌ বৈ আছা কেলেই।

মণি : তুমি বা আকৌ, কি ভাবা?

শান্তনু : আহ্ একো নাভাবোঁ। সোনকালে কথাখিনি কৈ পেলাই মোক ৰেহাই দিয়া। তাৰ পাছত মই আকৌ কিতাপখন পঢ়িবলৈ ল'ম। কোৱা আকৌ মুন্নাৰ মাকে কি ক'লে?

মণি : মিছেছ্ হাজৰিকাৰ হেনো বহুত দিন ল'ৰা-ছোৱালী হোৱা নাছিল।

শান্তনু : তাকেতো ময়ো কৈ আছোঁ। বহুতৰে বহুত দিন ল'ৰা-ছোৱালী নোহোৱাকৈ থাকে। সেয়ে একো ভাবিবলগীয়া কথা নহয়।

মণি : সাত বছৰৰ পাছত হেনো এইগৰাকী মিছেছ হাজৰিকাৰ কোলালৈ ল'ৰা এটি আহিব।

শান্তনু : সেয়েতো মই কৈয়েই আছোঁ। তোমাৰ ভয় খাবলগীয়া কথা একো হোৱা নাই।

মণি : নহয়, সেইটো কথা নহয়। মই ক'ব খুজিছোঁ, মুন্নাৰ মাকে কৈছিল মিছেছ্ হাজৰিকাই হেনো হৰিদ্বাৰলৈ যাওঁতে তাত এজন সন্ন্যাসী লগ পাইছিল।

শান্তনু : সন্ন্যাসীক বাৰু লগ পালে, তাৰ পাছত।

মণি : সেই সন্ন্যাসীজনে হেনো মিছেছ হাজৰিকাক—

শান্তনু : মই সেইবোৰ সন্ন্যাসী-তন্ন্যাসী বিশ্বাস নকৰোঁ।

মণি : ব'লানা আমিও এবাৰ হৰিদ্বাৰলৈ যাওঁ। কিজানি সেই সন্ন্যাসীজনক লগ পাবেঁই।

শান্তনু : তোমাৰ কাৰণে যেন সেই সন্ন্যাসীজন বৈহে আছে।

মণি : ব'লানা। আৰু এবাৰ এটা চেষ্টা কৰি চাওঁ।

শান্তনু : মণি। মই যদি এটা কথা কওঁ তুমি বেয়া পাবানেকি?

মণি : কি কথা কোৱাচোন—নাপাওঁ।

শান্তনু : মণি, মই বিশ্বাস কৰোঁ একমাত্ৰ ভগৱানক আৰু ভগৱানৰ প্ৰতীকৰূপী সেই দেৱীক, যিজনাৰ ওচৰলৈ আমি প্ৰতি বছৰে গৈ আছোঁ। সেই দেৱীৰ ওপৰত আমাৰ যদি বিশ্বাস থাকে তেতিয়া তেওঁ কেতিয়াও আমাৰ অন্তৰৰ আকূতিক অগ্ৰাহ্য নকৰে। অৱশ্যে এই চাইন্‌টিফিক যুগত ডাক্তৰী-শাস্ত্ৰকো আগ্ৰাহ্য কৰিব নোৱাৰি। সেয়ে মন্দিৰলৈ প্ৰতিবছৰে যোৱাৰ দৰে এতিয়া অভিজ্ঞ ডাক্তৰৰ লগতে পৰামৰ্শ কৰিছোঁ। তুমি দেৱীৰ ওপৰত বিশ্বাস ৰাখা, ডাক্তৰৰ ওপৰতো বিশ্বাস নেহেৰুৱাবা। তোমাৰ কোলালৈ মুন্নাৰ দৰে এটি ধুনীয়া ল'ৰা আহিবই।

(সংগীত-সেতু)

মণি : ডাঃ হাজৰিকাৰ তালৈ গৈছিলানে? আজি ৰিপোৰ্টটো দিয়াৰ কথা আছিল নহয়।

শান্তনু : গৈছিলোঁ।

মণি : কি ক'লে হাজৰিকাই?

শান্তনু : সেই একেবোৰ কথা।

মণি : মানে!

শান্তনু : মানে মোৰ মণিৰ কোনো ডিফেক্ট নাই, হ'লতোঁ?

মণি : যোৱা পাঁচ বছৰে সেই একেবোৰ কথা শুনি শুনি মোক আমনি লাগি গৈছে।

শান্তনু : শুনা মণি, ডাক্তৰ হাজৰিকা এজন প্ৰখ্যাত গাইনোক'লজিষ্ট। অকল অসমতেই নহয় ভাৰতবৰ্ষতো তেওঁৰ সুনাম সুপ্ৰতিষ্ঠিত। তেওঁৰ কথা এনেকৈ উলাই কৰিব নোৱাৰা।

মণি : উলাই নকৰিলোঁহেঁতেন যদি আমাৰ ঘৰলৈ—

শান্তনু : আহিব আহিব। সময় উকলি যোৱা নাই নহয়।

মণি : মিছা কথা। মই ডাঃ হাজৰিকাৰ কথা বিশ্বাস নকৰোঁ।

শান্তনু : অ' আৰু এটা কথা শুনা মণি। ডাক্তৰ হাজৰিকাই যে তোমাকেই একজামিন কৰিছে, এনে নহয়। মোকো থ'ৰোলি একজামিন কৰিছে মোৰো হেনো কোনো ডিফেক্ট নাই ।

মণি : তেন্তে!

শান্তনু : ডাক্তৰ হাজৰিকাই মোক দঢ়াই দঢ়াই কৈছে, মানুহৰ জীৱনত পাঁচ বছৰৰ ব্যৱধানটো একোৱেই কথা নহয়। তেওঁ হেনো নিজে জানে দহ বছৰে সন্তানৰ মুখ নেদেখা মাতৃৰ কোলালৈকো সন্তান আহে। মণি, চাওঁ মোলৈ চোৱাচোন।

মণি : বাৰু শান্তনু! মই যদি মিছেছ সিঙক কওঁ আমাক মুন্নাক দি দিবলৈ, তেওঁ দিবনে?

শান্তনু : কিযে কথাবোৰ কোৱা তুমি ! তেওঁলোকৰ ল'ৰা তোমাক আকৌ দি দিব কিয়?

মণি : খুজিলে দিবও পাৰে।

শান্তনু : মণি! মুন্না যদি তোমাৰ ল'ৰা হ'লহেঁতেন তুমি আনক দি দিব পাৰিলাহেঁতেননে?

মণি : নহয়, মানে, তেওঁলোকৰ কেইবাটাও ল'ৰা-ছোৱালী আছে নহয়, সেই কাৰণে কৈছোঁ।

শান্তনু : মাজে মাজে তুমি যে কি কথাবোৰ উলিওৱা মই একেবাৰে আচৰিত হৈ যাওঁ।

মণি : নহয়, মানে মিছেছ সিঙে সিদিনা কি কৈছিল জানা?

শান্তনু : কি কৈছিল?

মণি : মুন্নাই হেনো তেওঁতকৈ মোকহে বেছি ভাল পায়। মই যেনেকৈ তাক নেদেখিলে থাকিব নোৱাৰোঁ সিও হেনো মোক নেদেখিলে থাকিব নোৱাৰে। সিও হেনো ঘৰত সদায় কৈ থাকে "মৌসীকী পাচ জাউংগা"।

শান্তনু : মণি, সেই চেন্টিমেন্টল কথাবোৰ বাদ দিয়াচোন, নিশা বহুতো হ'ল। এতিয়া শুই থাকা।

(সপোনৰ আৱেশ সৃষ্টি কৰা সংগীত-সেতু)

মণি : (চিঞৰি) মুন্না, মুন্না মুন্না। (উচুপি) মুন্না মুন্না মুন্না (উচুপে)

শান্তনু : মণি মণি মণি। কি হৈছে তোমাৰ ! টোপনিতে ইমানকৈ চিঞৰি কান্দিছা কিয়?

মণি : হো, কি হৈছে মোৰ। মুন্না, মুন্না ক'ত গ'ল? মুন্না—

শান্তনু : মণি। তুমি দেখোন মোৰ ওচৰত শুই আছা।

(বতাহ, বৰষুণৰ শব্দ হয় আৰু তাৰ পাছত, সেই শব্দ খীণ হৈ থাকে।)

মণি : হো মই মই ... ... ...

শান্তনু : অ' তুমি,—কি হৈছে তোমাৰ? চোৱাচোন তোমাৰ চকু পানীৰে গোটেই গাৰুটো তিতি গৈছে। টোপনিতে ইমানকৈ কান্দে নে? কি হৈছে তোমাৰ মণি ?

মণি : ক'বলৈ ভয় লাগিছে। মোৰ কি হ'ল শান্তনু (উচুপে) মোৰ খুব ভয় লাগিছে।

শান্তনু : ভয় ? কিহৰ ভয় ? মই দেখোন তোমাৰ ওচৰতেই আছোঁ। ৰ'বা লাইটটো জ্বলাই দিছোঁ। এয়া চোৱা, চাৰি বাজিবলৈ দহ মিনিট বাকী। বাহিৰত বৰষুণ। খিৰিকিৰে চোৱা চোৱাচোন ডাৱৰৰ গাজনিয়ে চাগৈ তোমাৰ অৱচেতন মনত খেলি-মেলি ভাবৰ সৃষ্টি কৰি কৰি দিলে। সোণজনী নাকান্দিবা। চাওঁ, ওচৰলৈ আহাঁ। তুমি কিবা সপোন দেখিছিলা চাগৈ?

(মাজে মাজে ডাৱৰৰ গাজনি ডাঙৰ হয়)।

মণি : সপোন?

শান্তনু : নিশ্চয় সপোন। কি সপোন দেখিছিলা কোৱাচোন।

মণি : তুমি সদায়ে মোৰ ওচৰত এনেকৈয়ে থাকিবানে শান্তনু?

শান্তনু : ধেৎ আঁকৰীজনী। কেলেই নাথাকিম। কি সপোন দেখিছিলা কোৱাচোন।

মণি : শান্তনু। মই হয়তো বিচৰা বস্তু পায়ো হেৰুৱাম। তেতিয়া তুমি মোক দোষ দি আঁতৰি নাযাবাদেই। তুমি যদি আঁতৰি যোৱা মই হয়তো জীয়াই নাথাকিম।

শান্তনু : কি যে চেন্টিমেন্টেলৰ দৰে কথাবোৰ কৈছা এই নিশাখন। কোৱাচোন কি সপোন দেখিছিলা।

মণি : ক'ম শান্তনু। তোমাক সকলো ক'ম। তোমাক নক'লে যে মোৰ মনটোৱে শান্তি নেপাব। তোমাক নিশ্চয় ক'ম।

শান্তনু : কোৱা তেন্তে।

মণি : বাৰু শান্তনু । মই যি দেখিলোঁ সেইটো সপোন আছিল জানো?

শান্তনু : সপোনেই তো।

মণি : পুৱতি নিশাৰ সপোন ফলিয়াই, নহয় জানো ?

শান্তনু : তুমি সপোনটো নক'লে মই কেনেকৈ ক'ম—ফলিয়াই নে নফলিয়াই। তুমি যদি ক'বলৈ ইচ্ছা নকৰা তেন্তে—

মণি : এয়া তোমাৰ খং উঠিলেই। মই তোমাক ক'ম নহয়।

শান্তনু : তুমিতো জানাই অযথা চেন্টিমেন্টেল হোৱাতো মই ভাল নাপাওঁ। মণি, মই অনুমান কৰিছোঁ তুমি নিশ্চয় এটা খুব দুখ লগা সপোন দেখিছিলা নহ'লে তুমি এনেকৈ কেতিয়াও উচুপিৰ নোৱাৰা।

(সপোনৰ সংগীত। কমি গ'লত বেল ষ্টেছনৰ পৰিৱেশ।)

মণি : শুনা। মই দেখিছিলোঁ মিছেছ্ সিওইঁত ইয়াফপৰা বদলি হৈ গ'ল।

মই মুন্নাক সদায় মোৰ চকুৰ আগত ৰাখিব বিচাৰিছিলোঁ কিন্তু তেওঁলোকে নিদিলে। মই তেওঁলোকক ৰেল ষ্টেছনত আগবঢ়াই দিবলৈ গৈছিলোঁ।

(ৰেল চলাৰ শব্দ।)

ৰেলখন চলাৰ লগে লগে তেওঁলোকে হাতেৰে মোক ৰেইভ্ কৰিছিল। আৰু মুন্নাই-মুন্নাই হাত জোকাৰি জোকাৰি মোক কৈছিল।

মুন্না : মৌসীজী টা-টা বাই-বাই।

মণি : তাৰ সেই মাতটোৱে যেন মোৰ অন্তৰখন ভাঙি চুড়মাৰ কৰি দিছিল। মই মুন্নাৰ মাত শুনাৰ পিছত থিৰেৰে থাকিব নোৱাৰিলোঁ। এনে ভাব হৈছিল মোৰ বুকুৰপৰা তাক বলেৰে যেন কোনোবাই কাঢ়ি লৈ গ'ল।

(ৰেল খৰকৈ যোৱাৰ শব্দ)

মই মুন্নাক পাবলৈ অধীৰ হৈ পৰিলোঁ। মুন্না মুন্না বুলি ৰেলখনৰ লগে লগে দৌৰি যাবলৈ ধৰিলোঁ। মই ব্যাকুল হৈ দৌৰি যাওঁতে মোৰ এনে লাগিছিল যেন মই ৰেলখনৰ চকাৰ তলত পৰি নিজকেই শেষ কৰি দিম।

(উচুপনি। ৰেল যোৱাৰ শব্দ আৰু খৰ হয়।)

ঠিক এনেতে তুমি মোক পাছ ফালৰপৰা সাৱটি ধৰিলা আৰু মই তোমাৰ বুকুত পৰি হিয়া ঢাকুৰী কান্দিবলৈ ধৰিলোঁ। মোৰ এনে লাগিছিল মোৰ বুকুৰ মাজলৈ মুন্নাৰ দৰে এটা ধুনীয়া শিশু আহিছিল আৰু তাক যে কোনোবাই মোৰ বুকুৰপৰা কাঢ়ি লৈ গ'ল।

(ৰেলৰ শব্দৰ লগত ওপৰৰ পৰিৱেশ উপযোগী আৱহ-সংগীত প্ৰয়োগ কৰিব পাৰি।)

শান্তনু : এয়া চোৱা, মই তোমাক কৈয়ে আছোঁ। এনেবোৰ কথা ভাবি থকা বাবে তুমি এনে ধৰণৰ সপোন দেখিছা। সেইবোৰ কথা ভাবি নেথাকিবাচোন।

(ৰেলৰ শব্দ নাইকিয়া হয়। কৰুণ সংগীত।)

মণি : মই ভবা নাই শান্তনু। কিন্তু কিছুমান সৰু সৰু পৰিৱেশে মোক যে ভাবিবলৈ বাধ্য কৰায় শান্তনু ; (উচুপে) তোমাৰ জীৱনত মই যেন এটা বুজিব নোৱৰা সাঁথৰ হৈ গ'লোঁ।

শান্তনু : মণি, তুমি মোক অকমান বুজিবলৈ চেষ্টা কৰাচোন। মই দেখোন কৈছোৱেই, তুমি সেইবোৰ পাহৰি গেলোৱাচোন মই ভাবোঁ আমাক দুয়োৰো দুয়োকো খুব প্ৰয়োজন। চাওঁ আৰু অকমান ওচৰলৈ আহা।

(কৰুণ সংগীত শীৰ্ষ বিন্দুলৈ উঠি নাইকিয়া হয়। মন্দিৰৰ পৰিৱেশৰ শব্দ শুনা যায়। ফ্লাছ বেক শেষ হয়)

শান্তনু : মণি!

মণি : শান্তনু!

শান্তনু : এৰা মণি, তুমি ঠিকেই কৈছা। মা-দেউতাই আমাৰপৰা বহুতো আশা কৰিছিল। আমিও আশা কৰিছিলোঁ বহুতো কিবা-কিবি, যিহক টকা-পইচাৰে কিনিব নোৱাৰি।

(শংখ-ঘন্টাৰ শব্দ লাহে লাহে প্ৰকট হয়।)

মণি : শান্তনু!

শান্তনু : শুনিছা মণি। মন্দিৰৰ ঘন্টাবোৰ আকৌ বাজি উঠিছে। বোধকৰোঁ কোনোবা যাত্ৰীয়ে ঘন্টা বজাই নতুন আশাৰে মন্দিৰলৈ সোমাই গৈছে। সেয়া চোৱাচোন লানি নিছিগাকৈ যাত্ৰীবোৰ পাহাৰৰ গাৰে কেনেকৈ বগাই উঠিছে। তুমি ঠিকেই কৈছা মণি, সকলোৱে দেৱীৰ ওচৰত অৰ্ঘ দিয়ে মনৰ কামনা পূৰণ হওক বুলি। যেনেকৈ আমি যোৱা আঠ বছৰে দি আহিছোঁ।

মণি : কিন্তু যদি আমাৰ কামনা পূৰণ নহয়।

শান্তনু : মণি! মোৰ এইখন বুকুত তোমাৰ মূৰটো থৈ তুমি জানো শান্তি নোপোৱা?

মণি : পাওঁ।

(মন্দিৰৰ শংখ-ঘন্টাৰ শব্দ খীণভাৱে চলি থাকে।)

শান্তনু : সেয়েতো মোৰ জীৱনলৈ আনিছে আশাৰ ৰেঙণি। মণি, যেতিয়ালৈ দেৱীয়ে আমাৰ আশা পূৰ্ণ নকৰে তেতিয়ালৈকে আমি দুয়ো এক চিত্তে একমনে দেৱীৰ চৰণত প্ৰাৰ্থনা জনাই যাম। আমাৰ জীৱনলৈকো দেৱীৰ আশীৰ্বাদ ৰূপে যেতিয়ালৈকে মুন্নাৰ দৰে এটি সন্তান নাহে তেতিয়ালৈকে আমি আমাৰ অন্তৰৰ আকৃতি দেৱীক জনাই যাম। আমি দেৱীৰ ওপৰত যদি আস্থা নেহেৰুৱাওঁ দেৱীৰ কঠোৰ হৃদয় এদিন গলিবই। এই আশা লৈয়েই আমি জীয়াই থাকিম।

মণি : শান্তনু!

শান্তনু : এই আশা লৈয়েই আমি জীয়াই থাকিম মণ, এই আশা লৈয়েই আমি জীয়াই থাকিম।

শান্তনু : মণি!

(শংখ-ঘন্টাৰ শব্দৰ লগে লগে পুৰোহিতৰ স্তোত্ৰ-পাঠ প্ৰকট হৈ লাহে লাহে নাইকিয়া হয়।)

—ঃ সমাপ্ত ঃ—

# ওভাৰকোট

নিকোলাই গোগোলৰ The Cloak গল্পৰ অনুসৰণত মঞ্চৰ বাবে ৰূপান্তৰ। অনাতাঁৰ যোগে বহুদিনৰ আগতে সফলতাৰে প্ৰচাৰ হোৱা নাটিকাখনৰ কিছু সাল-সলনি কৰা হৈছে। বৰ্তমান ৰূপত নাটিকাখনি দৈনিক অসমৰ পূজা সংখ্যাতো প্ৰকাশ হৈছিল।

## পাত্ৰ-পাত্ৰী ঃ

ৰমেন, অঞ্জু, টংকেশ্বৰ শইকীয়া, দৰ্জী, দুটা গুণ্ডা, চিত্ৰমাধৱ বৰুৱা, দাৰোগা, নৃত্যশিল্পী ইৰিণা দেৱী

# ওভাৰকোট

[ মঞ্চ সমুখৰ বাঁওফালে ৰমেন থিয় হয়। ৰমেনৰ মুখত স্পটলাইট পৰে। ]

ৰমেন : মোৰ নাম ৰমেন ডেকা। মই ইয়াৰে এটা অফিচত কাম কৰোঁ। আমাৰ অফিচৰ কোঠাটোত মই আৰু মোৰ সহকৰ্মী অঞ্জু বৰা আৰু টংকেশ্বৰ শইকীয়া বহোঁ। শইকীয়া বুঢ়া হৈছে। পেঞ্চন পাবলৈ বেছি দিন নাই। অদ্ভুত ধৰণৰ মানুহ এই শইকীয়াজন। বুঢ়া হ'লেও আমি তেওঁৰ লগত ধেমালি কৰোঁ আৰু তেওঁৰ খং তুলি আমি ভাল পাওঁ। আমাৰ উৎপাতত খং উঠিলেও তেওঁ আমাক মৰম কৰে কাৰণে আমাৰ দায়-দোষ নধৰে। আপোনালোকক মই আজি শইকীয়াৰ কাহিনীটোকেই ক'বলৈ ওলাইছোঁ। কাহিনীটো শুনি আপোনালোকৰ হাঁহি উঠিব পাৰে, চকুলোও ওলাব পাৰে। আনকি দুই-এজনৰ শইকীয়াৰ অৱস্থাটো দেখি সমাজখনৰ ওপৰতো খং উঠি যাব পাৰে। কিন্তু এটা কথা, এই কাহিনীৰ আঁত ধৰি আমি বিভিন্ন ঠাইলৈ যাব লাগিব। সেয়ে মই অলপ অসুবিধাত পৰিছোঁ। এইখন মঞ্চনাটক নহৈ বোলছবি হোৱা হ'লে অসুবিধা একো নাছিল। মই ভাবিছোঁ আপোনালোকক আমনি নলগোৱাকৈ কাহিনীৰ গতি অব্যাহত ৰাখিবৰ বাবে এই মঞ্চটোকে বিভিন্ন অংশত ভাগ কৰি ঘটনাবোৰ দেখুৱাব পাৰিম। কাহিনীটোৱে আমাক আমাৰ অফিচ কোঠা, দৰ্জীৰ দোকান, অঞ্জুহঁতৰ ঘৰ, আলিবাট, চিত্ৰমাধৱ বৰুৱাৰ ঘৰ আৰু টংকেশ্বৰ শইকীয়াৰ ঘৰলৈ নিব। মঞ্চটোক মই এনেধৰণে ভাগ কৰিব খুজিছোঁ ; পাচফালৰ ইমূৰৰপৰা সিমূৰলৈ সমান্তৰালভাৱে থকা ওখ অংশটো হ'ব আলিবাট। তাৰ সমুখত থকা অলপ সৰু আৰু চাপৰ প্লেটফৰ্মখন হ'ব টংকেশ্বৰ শইকীয়াৰ বিচনা আৰু দৰ্জীৰ দোকান। আপোনালোকৰ সোঁফালে যে প্লেটফৰ্ম আৰু চকী এখন আছে তাত বহিব চিত্ৰমাধৱ বৰুৱা। মঞ্চৰ সমুখৰ সোঁ-মাজত অঞ্জুহঁতৰ ঘৰ। আৰু মই য'ত থিয় হৈ আছোঁ এই অঞ্চলটোৱেই হ'ল আমাৰ অফিচ। মোক পোহৰ নিয়ন্ত্ৰকে অঞ্চল-ভিত্তিক পোহৰ পেলাই সহায় কৰিব। আৰহ

সংগীতে সহায় কৰিব পৰিৱেশ পৰিৱৰ্তনত। আপোনালোকেও সহায় কৰিব লাগিব নিজৰ কল্পনা শক্তি প্ৰয়োগ কৰি।

(ৰমেনৰ মুখত পৰা স্পটলাইটৰ পোহৰ নাইকিয়া হয়। ৰমেন আঁতৰি যায়। সেই ঠাইত অঞ্চল-ভিত্তিক পোহৰ পৰিলত দেখা যায় তিনিখন চকী আৰু এখন মেজ। মেজৰ ওপৰত এটা টাইপ কৰা মেচিন। এখন চকীত অঞ্জুৱে বহি কাম কৰি থাকে। দাঁতিৰ কোঠাৰ বেৰত থকা ঘড়ীত ঢং ঢংকে এঘাৰটা বাজে। ৰমেন সোমাই আহে। ৰমেনক দেখি অঞ্জুৱে কয়)

অঞ্জু : ডেকা, আহিল?

ৰমেন : অলপ পলম হ'ল। আমাৰ শইকীয়াক দেখা নাই দেখোন? তেওঁতো দহ বজাতে সদায় আহি পায়। কিবা বেমাৰেই হ'ল নেকি?

অঞ্জু : ইমান পলমতো কেতিয়াও নকৰে। টাইপ কৰিবলৈকো কাগজ গোট খাইছে কেবাখনো। অফিচাৰে মাতিব লাগিলে হ'ব আৰু।

(এনেতে কাহি কাহি টংকেশ্বৰ সোমায়। মানুহজন চুটি-চাপৰ। দাড়ি-চুলি পকিছে। চুৰিয়া পিন্ধিছে, গাত এটা ফটা-ছিঁটা ওভাৰকোট।)

ৰমেন : অ' আমাৰ ককা আহি পালে। আহক আহক ককা। আপোনাক স্বাগতম জনাবলৈ আমি বৈ আছোঁ।

অঞ্জু : ডেকা, আপুনি যে আৰু ! ককা আহি পাইছেহি মাথোন, লাগিল পিছত। আহক ককা বহকহি। পলম হ'ল কিয় বাৰু?

টংকেশ্বৰ : কিনো ক'বা? ঘৰলৈ এই কাগজবোৰ লৈ গৈছিলোঁ। কাম কৰি থাকোঁতেই দহ বাজি গ'ল।

ৰমেন : ককা আপোনাৰ লেণ্ডলেডী, মানে আপুনি থকা ঘৰটোৰ মালিকনী, সেই বুঢ়ীজনীৰ সৈতে কালি ৰাতি হেনো আপোনাৰ দ্বন্দ্ব লাগিছিল হয়নে ককা?

অঞ্জু : ডেকা, আপুনি নাজানে হ'বলা তাইৰ সৈতে ককাৰ বিয়া! ককা, বিয়াৰ দিন-বাৰ ঠিক হ'লনে?

ৰমেন : এ ৰাম! ককাই বাটত তাইৰ কথাকে ভাবি আহিছিলনেকি? আপুনি যে....

অঞ্জু : কিয়, কি হ'লনো?

ৰমেন : চোৰাচোন বাটৰ ক'ৰ জেং-জাবৰবোৰ ককাই গোটাই আনিছে—

অঞ্জু : এৰা হয় কি নহয়। ককা আপোনাৰ ওভাৰকোটটোৰ এইডাল দেখোন নেজ ওলাইছে—

ৰমেন : ওভাৰকোটত লাগি অহা এই জেংডাল—

অঞ্জু : বৰ আপচু লাগিছে পাই, গুচাই দিওঁ—

(অঞ্জুৱে ওভাৰকোটত লাগি অহা জেংডাল আঁতৰাই দিয়ে টংকেশ্বৰে কোনো আপত্তি নকৰে। মাথোঁ দুবাৰমান কাহি নিজৰ চকীত বহি লৰালৰিকৈ টাইপ কৰাত ব্যস্ত হৈ পৰে। অঞ্জু আৰু ৰমেনেও বহি কামত ধৰে। অলপ পৰৰ পাছতে)

ৰমেন ঃ বাৰু ককা আপুনিনো আৰু কিমান দিন টাইপকে কৰি থাকিব?

টংকেশ্বৰ ঃ মোৰ এইটো কামেই কৰি ভাল লাগে।

ৰমেন ঃ আপোনাৰ ভাল লাগিলেও আমাৰ কিন্তু চাই চাই আমনি লাগি গৈছে।

টংকেশ্বৰ ঃ তোমালোকৰ আমনি লাগিলেও মই নিৰুপায়।

ৰমেন ঃ ককা, অ' ককা—

টংকেশ্বৰ ঃ (টাইপ কৰাত ব্যস্ত) আঃ মোক কাম কৰিবলৈ দিয়াচোন।

অঞ্জু ঃ বাৰু ককা আপোনাক যে সেই ৰিপোৰ্ট লিখা কামটো কৰিবলৈ দিছিল; সেইটো দেখোন টাইপ কৰাতকৈ ভাল দৰমহাও কেইটকামান বেছি। দুদিমান সেই কামটো কৰিয়েই কিয় গুচি আহিল?

টংকেশ্বৰ ঃ সেইটো কাম কৰি ভাল নালাগিল।

ৰমেন ঃ ভাল নালাগিল নে কামটো কৰিবলৈ টান পালে। বুজিছা অঞ্জু, সেই কামটোত অলপ মগজু খটুৱাব লাগে নহয়, সেয়ে ককাই দিগ্‌দাৰ পালে চাগৈ। এৰা, এই বয়সতনো আৰু মগজু খটুৱাই কাম কৰিব পাৰিনে?

অঞ্জু ঃ (সৰুকৈ) মগজু থাকিলেহে খটুৱাব।

টংকেশ্বৰ ঃ কি কলা?

অঞ্জু ঃ নাই নাই একো কোৱা নাই। কৈছিলোঁ আপোনাৰ ওভাৰকোটটো ফাটি গোটেই ছিৰাছিৰ দিলে। এইটো পেলাবৰ হ'ল।

ৰমেন ঃ ঠিকেই কৈছা। ওভাৰকোটটোত টাপলি মাৰিবলৈকো ঠাই নাই। তেনেই উৰলি গৈছে।

টংকেশ্বৰ ঃ আজি পঁচিশ বছৰে এই ওভাৰকোটটো পিন্ধিছোঁ জানা?

ৰমেন ঃ জানো বুলিয়েইতো কৈছোঁ। এতিয়া সেইটো ইন্‌ভেলিড্ হ'ল।

টংকেশ্বৰ ঃ বৰ উম্‌হে কোটটোত।

অঞ্জু ঃ এইফালে পিঠিত যে এইটো ফুটা ওলাইছে গম পাইছে নে নাই?

ৰমেন ঃ চাওঁ ফুটাটো ডাঙৰ কৰি দিওঁ (ফালি দিয়ে)

অঞ্জু ঃ কি কৰিলে ডেকা, কোটটোৰ পিঠিখন তেনেই ফালি পেলালে।

টংকেশ্বৰ ঃ তোমালোকে বাৰু মোক এইদৰে আমনি কৰা কিয় ৰমেন? মইতো তোমালোকৰ পানী খোৱা পুখুৰীত বিহ দিয়া নাই। মোক ভাল নালাগে, মোৰ লগত কথা নাপাতিবা। তোমালোকতকৈ বয়সত ডাঙৰ বুলি সন্মান নকৰা নাই। কিন্তু—

অঞ্জু : আপুনি বৰ বেয়া দিয়ক ডেকা। খং নকৰিব ককা। কোটটো মোক দিব মই চিলাই কৰি দিম।

ৰমেন : বুঢ়া হ'ল বুলিয়ে এনেকুৰা সাত ঠাইত টাপলি মৰা ওভাৰকোট এটা পিন্ধি আহিব লাগেনে? আমাৰতো এটা মান-সম্ভ্ৰম আছে। আমাৰ লগৰে এজনক এনেকুৰা টোকোনাৰ দৰে কেতিয়াও থাকিব নিদিওঁ। ভাল কৰিছোঁ ওভাৰকোটটো ফালি। হয় তেখেতে এটা নতুন ওভাৰকোট চিলাই ল'ব, নহ'লে জাৰতে ঠেৰেঙা লাগি—

অঞ্জু : মনে মনে থাকক ডেকা। এইবোৰ কথা নুশুনিব ককা, মই আপোনাৰ কোটটো চিলাই দিম বুলি কৈছোঁ নহয়।

টংকেশ্বৰ : যোৱা যোৱা নালাগে লেন্ চেলাবলৈ। নালাগে লেৰেলা আদৰ দেখুৱাবলৈ। দৰ্জীৰে মই চিলাই লোৱাব পাৰিম। চহৰত কিবা দৰ্জীৰ আকাল লাগিছেনে। দৰ্জীৰে চিলাই ল'ম।

(খণ্ডত টংকেশ্বৰ বহাৰপৰা উঠে। লগে লগে মঞ্চ আন্ধাৰ হ'ব। খন্তেক যন্ত্ৰসংগীত। পোহৰ হ'লত দেখা যায় পূৰ্ব-নিৰ্দিষ্ট ঠাইত বহি দৰ্জীয়ে হাতেৰে কোটৰ আস্তিনৰ লাইনিং লগাই আছে। টংকেশ্বৰ সোমাই আহে।)

টংকেশ্বৰ : বোলোঁ ভাগিন, মেচিন এৰি হাতেৰে চিলাইছা দেখোন?

দৰ্জী : এৰা মামা, এই কোটটোৰ আস্তিনৰ লাইনিং লগাইছোঁ। হাতেৰে নিচিলালে নহয়। জাৰ পৰিছে নহয়। গৰম কাপোৰ চিলোৱাৰ ধুম পৰিছে। পিছে কি বুলিনো আহিলা?

টংকেশ্বৰ : এ নক'বা ভাগিন। এই ওভাৰকোটটো—

দৰ্জী : ক'ৰবাত নতুনকৈ টাপলি মাৰিব লাগে হ'বলা?

টংকেশ্বৰ : হওঁতে হয়। পিছে বুইছা ভাগিন, কোটটো মোৰ নতুনৰ দৰেই হৈ আছে। আজি পঁচিশ বছৰে পিন্ধিলোঁ যদিও, ইয়াৰ সৈতে নতুন কোট এটাই যেৰ মৰা টান। আৰু বুইছা, এনে কাপোৰ আজি-কালিনো ক'ত পাবাহে? এৰা, কোটটো ভালেই আছে। মাথোন পিঠিৰ ফালে দুই-এঠাইত অলপ এৰা—

দৰ্জী : তোমাৰ কোটটো টাপলি মাৰি মাৰি ভাগৰি পৰিছোঁ মামা। তুমি নিজেই চোৱাচোন বাৰু টাপলি মাৰিবৰ ঠাইনো আৰু ক'ত? টাপলিবোৰো, উৰলি গৈছে। চিলাই কৰিবলৈকে ঠাই নাই।

টংকেশ্বৰ : কিনো কোৱাহে ভাগিন। ভালেই আছে দেখোন কাপোৰটো।

দৰ্জী : অ' ভাল আছে। চোৱাচোন এয়া চোৱা—
(কোটটোৰ কিছু অংশ টান মাৰি ফালি দিয়ে।)

টংকেশ্বৰ : কি কৰিলা ভাগিন? তুমি দেখোন কোটটো পিন্ধিব নোৱাৰাকৈ ফালি পেলালা?

দৰ্জী : ইচ্ছা কৰি ফালিছোঁনে আৰু। চুবই নোৱাৰি। যি ফালেই হাত দিয়া সেই ফালেই ফালি যায়। মোৰ কথা শুনা মামা। এটা নতুন কোট চিলোৱা। মই কৈছোঁ মামা, এই কোটাটোৰে এইবাৰ জাৰ খেদাব নোৱাৰা। শুনা, লাগিলে ময়েই চিলাই দিম।

টংকেশ্বৰ : কওঁতে সহজেই। মইহে বুজোঁ নতুন কোট এটা লোৱা কিমান টান। তুমিতো আৰু বিনা পইচাতে মামাৰক কোটটো চিলাই নিদিয়া। তোমাক লাগিব চিকা ৰূপ। ইফালে গৰম কাপোৰৰ যিহে দাম হৈছে।

দৰ্জী : অৱশ্যে এটা ওভাৰকোট চিলোৱাৰ খৰচ আছে। অন্ততঃ পাঁচশমান টকা লাগিব।

টংকেশ্বৰ : ক'ত পামহে ইমানবোৰ টকা ভাগিন। কাবৌ কৰিছোঁ এইটোকে কিবা এটা কৰি দিয়া।

র্জী : ওহোঁ। এইটোক একো কৰিব নোৱাৰি। অসম্ভৱ। বাৰু মামা নতুন কোট এটাকে তোমাক কিছু সস্তাত কৰি দিম।

টংকেশ্বৰ : আঢ়ৈশ মানত হ'বনে?

দৰ্জী : কিযে কোৱা মামা। আঢ়ৈশত ওভাৰকোট নালাগে কোট এটাকে পোৱা টান। গৰম কাপোৰৰ যিহে দাম চৰিছে।

টংকেশ্বৰ : দহ টকা বেছিকৈ ল'বা, হয়নেকি চোৱা।

দৰ্জী : নাই নহ'ব। মই তোমাৰপৰা বজাৰৰ দাম লোৱাই নাই।

টংকেশ্বৰ : দুশ সত্তৰ।

দৰ্জী : বৰ কবাইচ দিয়া তুমি। দুশ সত্তৰ টকাত নতুন অভাৰকোট ক'ত পাবাহে?

টংকেশ্বৰ : পায়হে বজাৰত—

র্জী : তেন্তেনো মোৰ ওচৰলৈ আহিছা কেলেই? তালৈকে যোৱা—ছেকেণ্ড হেণ্ড মাৰ্কেটৰপৰা কিনি আনাগৈ এটা—সেইবোৰ বা কাৰ? কোনে পেলাই দিয়া, মৰা মানুহৰ নে জীয়া মানুহৰ কোনে ক'ব? আৰু মোৰ চিলাইৰ দৰে চিলাই ক'ত পাবাহে মামা? তোমাৰ কাপোৰ ফালি যাব, চিলাইৰ হেৰ-ফেৰ নহয়।

টংকেশ্বৰ : বাৰু ঠিক ঠিক কোৱা।

দৰ্জী : ঠিকেই কৈছোঁ। মোৰ ইয়াত বেঠিক নোপোৱা।

টংকেশ্বৰ : কাপোৰত বাৰু কিমান লাগিব?

দৰ্জী : অতি সস্তীয়া কাপোৰ ল'লেও কাপোৰতে আঢ়ৈশতকৈ বেছি পৰিব।

টংকেশ্বৰ : আৰু চিলাই?

দৰ্জী : তোমাৰপৰানো কি বেছি ল'মহে মামা—তোমাক বাৰু দুশ টকাতে দিম।

টংকেশ্বৰে : নহয় ভাগিন, অলপ কমোৱা।

দৰ্জী : এহ্ তুমি নেৰা যেতিয়া আৰু পাঁচ টকা কমালোঁ যোৱা—

টংকেশ্বৰ : ভাগিন, মই এটা কথা কওঁ—

দৰ্জী : কোৱা—

টংকেশ্বৰ : চব মিলি চাৰে তিনিশ টকা দিম। না নকৰিবা ভাগিন। মোক বৰ ভাল কাপোৰ নালাগে। লাইনিংও সস্তাৰ দিবা।

দৰ্জী : জ্বৰে এৰিলেও কঁপটিয়ে নেৰে দেও। তোমাৰ লগত নোৱাৰি। বাৰু হ'ব যোৱা।

টংকেশ্বৰ : দাম কিন্তু পাঁচটা কিস্তিতহে দেই। কাপোৰো তুমিয়েই আনিবা নিজে চাই, বাকী কৰি। জানাই নহয় ভাগিন মোৰ অৱস্থাৰ কথা—দৰমহাও পাওঁ মাথোঁ সেই কেইটকা ৰূপ। দুবেলা খাবলৈকে নাটে—

দৰ্জী : তোমাৰ কথা মই নাজানো হ'বলা? সেই কেইটকা দৰমহাৰপৰাও যে মাহে ৰাহি কৰি সাঁচি থৈছা সেই কথা নাজানো বুলি ভাবিছানেকি? আজি অত বছৰৰ সাঁচতীয়া ধনখিনিৰে তোমাৰ ওভাৰকোট এটাহে নালাগে দুটা হ'ব—মই ডাঠি ক'ব পাৰোঁ—

টংকেশ্বৰ : তুমি যে কি কোৱা ভাগিন?

দৰ্জী : বাৰু হ'ব যোৱা, নতুন ওভাৰকোট পিন্ধিবলৈ পাবা মোৰ জহতে।

টংকেশ্বৰ : মোৰ ভাগিন নে কোন?

(মঞ্চ আন্ধাৰ হয়। খন্তেক যন্ত্ৰসংগীত। মঞ্চ পোহৰ হ'লত দেখা যায় অফিচৰ কোঠা। ৰমেন আৰু অঞ্জুৱে কাম কৰি থাকে। নতুন ওভাৰকোট পিন্ধি টংকেশ্বৰ সোমাই আহে।)

ৰমেন : বাঃ ককা, নতুন ওভাৰকোটটোৱে আপোনাক বৰ শুৱাইছে।

অঞ্জু : সচাঁ পাই, তেনেই যেন ডেকাটোহে হৈ পৰিছে।

ৰমেন : চাবা আকৌ ককাৰ প্ৰেমত নপৰিবা।

অঞ্জু : যিহকে পায় তাকে ন'কব ডেকা—

ৰমেন : বাৰু ককা—

টংকেশ্বৰ : হুঁ—

ৰমেন : চেলিব্ৰেট কৰিব লাগিল নহয়।

টংকেশ্বৰ : কিহৰ কাৰণে?

ৰমেন : নতুন অভাৰকোট চিলোৱাৰ কাৰণে?

টংকেশ্বৰ : খৰচ পৰিছে কিমান জানা?
অঞ্জু : নিশ্চয় বহুত পৰিছে—
ৰমেন : কাপোৰটোও বৰ ভাল, যথেষ্ট দামী।
অঞ্জু : কিমান ল'লে ককা?
টংকেশ্বৰ : ঠাৱৰ কৰাচোন।
অঞ্জু : ছশমান পৰিছে চাগৈ।
টংকেশ্বৰ : ওহোঁ মাত্ৰ চাৰে তিনশ টকা। তাকো পাঁচ কিস্তিত দিম।
ৰমেন : তেন্তে চেলিব্ৰেছন আৰু ডাঙৰ হ'ব লাগিব। চাহ খুৱালে নহ'ব। ভাত খুৱাব লাগিব।
টংকেশ্বৰ : মই বৰলা মানুহটোৱেনো সেইবোৰ লেঠা কেনেকৈ চপাই ল'মহে?
ৰমেন : কেলেই, আপোনাৰ সেই লেণ্ডলেডীগৰাকী আছে নহয়, যাৰ লগত আপোনাৰ—
অঞ্জু : ডেকা, ককাক আপুনি জ্বলাই মাৰিব দেখিছোঁ। বাৰু ককা, কাইলৈ মোৰ জন্মদিন, মোৰ ঘৰতে ভোজ পাতোঁ—
ৰমেন : বঢ়িয়া হ'ব। একেপাত শৰতে দুটা চৰাই। তোমাৰো জন্মদিন পালন কৰা হ'ব আৰু ককাৰো ওভাৰকোট চিলোৱা চেলিব্ৰেট কৰা হ'ব।
অঞ্জু : তেন্তে কাইলৈ নিশা আঠ বজাত দেই ককা।
ৰমেন : গুড্! ভেৰি গুড্! থ্ৰী চিয়াৰ্ছ ফৰ আৱাৰ গ্ৰেট ককা।

(মঞ্চ আন্ধাৰ হয় খন্তেক যন্ত্ৰ সংগীত। অঞ্জুহঁতৰ ঘৰ। খোৱা-বোৱাৰ পাছত।)

ৰমেন : ককা খোৱা-বোৱা হ'ল আপোনাৰ ওভাৰকোটৰ যহতে। এতিয়া ঘৰা-ঘৰি যোৱাহে ভাল!
টংকেশ্বৰ : কেইটা বাজিছে অঞ্জু?
অঞ্জু : (ঘড়ী চাই) এঘাৰ বাজিল।
ৰমেন : এৰা, বৰ পলম হ'ল।
অঞ্জু : ৰিক্সা এখন মাতি দিওঁ?
টংকেশ্বৰ : নালাগে। খোজ কাঢ়িয়েই যাম। খাই উঠি খোজ কাঢ়িলে স্বাস্থ্যলৈ ভাল।
ৰমেন : পইচাকেটাও বাচে।
টংকেশ্বৰ : কি ক'লা?
ৰমেন : নাই, কৈছোঁ, ময়েই আপোনাক ঘৰত থৈ আহোঁগৈ নেকি?
অঞ্জু : যাওক না ডেকা, ককাৰ লগত।
টংকেশ্বৰ : এহ্ নালাগে। অকলেই যাব পাৰিম। মই এতিয়া আহোঁহে। বৰ ভাল খুৱালা অঞ্জু। ভগৱানে তোমাৰ কুশল কৰিব। বাৰু মই আহিলোঁ।

ৰমেন : অকলেই যাব নে?
টংকেশ্বৰ : পাৰিম দিয়া।
অঞ্জু : খোজ কাঢ়ি গ'লে ঠাণ্ডা লাগিব পাৰে।
ৰমেন : ভাল কথা কৈছা, নেদেখিছা ওভাৰকোটটো? ঠাণ্ডা সোমাব কোন ফালেদি?
টংকেশ্বৰ : এই 'কম্‌ফৰ্‌টাৰ'খনো আছে নহয়, ঠাণ্ডা নালাগে। বাৰু আহিলোঁ।

(মঞ্চ আন্ধাৰ হয়। পৰিৱেশ পৰিৱৰ্তন সূচক যন্ত্ৰসংগীত। পোহৰ হ'লত আলিবাটৰ ওপৰত টংকেশ্বৰক দেখা যায়। গভীৰ নিশাৰ ভয়লগা পৰিৱেশ। ডাৱৰৰ ফাকেদি অহা জোনৰ পোহৰে মাথোঁ আলিবাট চকাছন্দাকৈ পোহৰাই তুলিছে।)
টংকেশ্বৰ : উহ্ আলিবাটত এটা মানুহো দেখিবলৈ নাই। এতিয়ামানে চাৰে এঘাৰ বাজিছে চাগৈ। এতিয়াই নো মানুহবোৰে নিহপালী দিলেনে? সৌ আঁহত গছজোপাৰ ওচৰ পালোঁহি। তাত বোলে এটা কন্ধ থাকে। এই ঠাইখিনি বৰ জয়াল। কেনেকৈ পাৰ হওঁ? হে প্ৰভু ৰক্ষা কৰা! চকু দুটা মুদিয়েই গৈ থাকোঁ। কিবা ওলালেও ওলাওক। মই দেখা নাপালেই হ'ল। উহ্ গাটো সিৰসিৰাই গৈছে দেখোন, হে প্ৰভু ৰক্ষা কৰা! হে কৃষ্ণ প্ৰভু! (এনেতে আন্ধাৰৰ মাজৰপৰা দুটা গুণ্ডা ওলাই আহে। সিহঁতৰ ভয়লগা চেহেৰা। এটাই চিঞৰি সোধে—)
গুণ্ডা : এই কোন তই?
টংকেশ্বৰ : মই টংকেশ্বৰ, টংকেশ্বৰ শইকীয়া। সেই চাৰি আলিৰ মূৰৰ অফিচটোতে কাম কৰোঁ।
গুণ্ডা : ইমান ৰাতি ক'ৰপৰা আহিছ?
টংকেশ্বৰ : অঞ্জুহঁতৰ ঘৰৰপৰা।
গুণ্ডা : কোন অঞ্জু?
টংকেশ্বৰ : আমাৰ একে অফিচতে কাম কৰা ছোৱালী এজনী—
গুণ্ডা : ছোৱালীৰ ঘৰত ইমান ৰাতি কি কৰিছিলি?
টংকেশ্বৰ : ভাত খাবলৈ মাতিছিল দৌতা ঈশ্বৰ—
গুণ্ডা : বুঢ়া দগাবাজ। পদুলি সুঙা স্বভাৱ এতিয়াও যোৱা নাই?
টংকেশ্বৰ : নহয় দৌতা—
গুণ্ডা : চুপ্ থাক। ক'ত পালি এই ওভাৰকোটটো?
টংকেশ্বৰ : নতুনকৈ চিলাইছোঁ দৌতা—

গুণ্ডা : নতুনকৈ চিলাইছ? তোৰ ফাকতিত ভোল যাম বুলি ভাবিছ হ'বলা? খোল ওভাৰকোট।

টংকেশ্বৰ : দৌতা ঈশ্বৰ ঔ—

গুণ্ডা : খোল বুলিছোঁ, খোল—

টংকেশ্বৰ : দৌতা, বহুত ধন ভাঙি কোটটো চিলাইছোঁ। ওভাৰকোটটো নিনিব কাকুতি কৰিছোঁ। জাৰত ঠেঁটুৰা লাগি মৰিম—

গুণ্ডা : চাওঁ কেনেকৈ নোখোল। (গুণ্ডা দুটাই আক্ৰমণ কৰিবলৈ উদ্যত হয়। টংকেশ্বৰে বৰ ভয় খায়—সিহঁতে তাক প্ৰাণে মাৰিব বুলি।)

টংকেশ্বৰ : খুলিম দৌতা ঈশ্বৰহঁত এয়া—খুলিছোঁ।

গুণ্ডা : দে মোক কোটটো। (টংকেশ্বৰে কোটটো খুলি দিয়ে।) যা এতিয়া। কটা নিধক, চোৰ, দগাবাজ। লোকৰ ওভাৰকোটটো পিন্ধি ফিতাহি মাৰি ফুৰিছ।

(টংকেশ্বৰে ভয়ত পেপুৰা লাগি, জাৰত থৰ থৰকৈ কঁপিব ধৰে)

গুণ্ডা : যা, যা কি চাই আছ? যদি চিএঞৰ-বাখৰ কৰ, প্ৰাণ যাব বুইছ।

(গুণ্ডা দুটাই ওভাৰকোট লৈ গুচি যায় টংকেশ্বৰে তেনেকৈ কঁপি থাকে। মঞ্চ আন্ধাৰ হয়। পৰিৱেশ পৰিৱৰ্তন সূচক যন্ত্ৰসংগীত। পোহৰ হ'লত অফিচৰ কোঠাত ককা, অঞ্জু আৰু ৰমেনক বহি কাম কৰি থকা দেখা যায়। ককাই পুৰণা ফটা ওভাকোটটোকে পিন্ধি আহিছে। তেওঁৰ মুখৰ বৰণ শেঁতা।)

ৰমেন : ককাৰ চেহেৰাটো চোৱা অঞ্জু—

অঞ্জু : পুৰণা ফটা ওভাৰকোটটো আকৌ পিন্ধিছে কিয়? কি হৈছে আপোনাৰ?

ৰমেন : আজি দুদিন দেখোন অফিচলৈকো অহা নাই।

অঞ্জু : নতুন ওভাৰকোটটো কি হ'ল ককা?

ৰমেন : বেচি দিলে নেকি?

টংকেশ্বৰ : মোৰ নতুন ওভাৰকোটটো নতুন ওভাৰকোটটো—
(কান্দিবলৈ ধৰে)

অঞ্জু : কান্দিছে কিয়? কওকচোন ককা নতুন ওভাৰকোটটো কি হ'ল?

টংকেশ্বৰ : কি ক'ম মোৰ আই, তোমালোকৰ ঘৰৰপৰা ভাত খাই উলটি যাওঁতে বাটতে গুণ্ডাই ডকাদি নিলে আই। (কান্দে)

ৰমেন : ডকাদি নিলে? কি আচৰিত কথা। চহৰতনো এনেকুৱা গুণ্ডা, ডকাইত ওলাইছেনে?

অঞ্জু : পুলিচত গোচৰ দিছেনে নাই?

টংকেশ্বৰ : কি গোচৰ দিবা আই, কোনেও মোৰ কথা পতিয়াব নোখোজে। উহ্ ইমানবোৰ টকা তেনেই পানীত পৰিল।

ৰমেন : গোচৰ দিবলৈ গ'লে গোচৰ নুশুনিব, এইটো কেনে কথা? কিবা আইন-কানুন নোহোৱা হ'ল নে? ককা আপুনি এটা কাম কৰক।

টংকেশ্বৰ : কিনো কৰিম বোপাই 'আমাৰ দৰে নিঃকিন মানুহৰ কথা ভাবোঁতা কোনো নাই। নহ'লেনো আজি দুদিনে কতজনৰ ওচৰলৈ গ'লো কোনেও মোৰ কথা এষাৰিও মন দি শুনিব নাপায় নে? বলিয়া কুকুৰক কৰাদি সকলোৱে লেই লেই ছেই ছেই কৰেনে?

অঞ্জু : ককা, আপুনি চিত্ৰমাধৱ বৰুৱাৰ গুৰিলৈ যাওক। বৰ সৎ মানুহ বুলি শুনিছোঁ। সমাজত তেওঁৰ যথেষ্টা প্ৰতিপত্তিও আছে। তেওঁ আপোনাৰ হৈ এষাৰ কৈ দিলে চৰকাৰী বিষয়াই শুনিবই শুনিব।

ৰমেন : এৰা, তেওঁৰ ওচৰলৈকে যাওক ককা। অ' আৰু এটা কথা, অফিচলৈ অহা নাই নহয় দুদিন, ছুটীৰ কাৰণে দৰখাস্তও দি থৈ যাব।

অঞ্জু : মই এইখন লিখিয়েই থৈছোঁ। ইযাতে চহী কৰক। (টংকেশ্বৰে চহী কৰে) অ' হ'ব। যাওক এতিয়া।

ৰমেন : ৰ'ব এনেকৈ বৰুৱাৰ ওচৰলৈ নাযাব ককা। আজি ঘৰত অলপ জিৰণি লওকগৈ কাইলৈ পুৱা গা-পা ধুই চাফ-চিকুণ কাপোৰ পিন্ধি, মুৰ ভালকৈ ফণিয়াইহে যাব। তেহে আপোনাক ভিতৰলৈ সোমাব দিব।

অঞ্জু : ঘৰটো চিনি পায় নহয়? বজাৰখনৰ দাঁতিয়েদি গৈ চাৰি আলিৰ মূৰৰ ডাঙৰ ঘৰটোৱেই— বুজিছে?

ৰমেন : চিত্ৰমাধৱ বৰুৱাই নিশ্চয় অপোনাৰ কোটৰ বাবে কিবা নহয় কিবা এটা কৰিব।

টংকেশ্বৰ : যাওঁ ৰমেন। যাওঁ আই অঞ্জু। আজিৰ দিনটোৰ কথাও দৰখাস্তত লিখি দিছা নহয়?

অঞ্জু : লিখিছোঁ। আপুনি চিন্তা নকৰিব।

টংকেশ্বৰ : এৰা, মই যাওৱেঁই গাটোও ভাল লগা নাই। জ্বৰ-চৰেই উঠে নেকি?

(টংকেশ্বৰ ওলাই যায়। মঞ্চ আন্ধাৰ হয়। পৰিৱেশ পৰিৱৰ্তন সূচক সংগীত বাজে। মঞ্চ পোহৰ হ'লত দেখা যায় চিত্ৰমাধৱ বৰুৱা বহি আছে। দাঁতিত থিয় হৈ আছে টংকেশ্বৰ। চিত্ৰমাধৱ এজন গণ্যমান্য লোক)

চিত্ৰমাধৱ : কি নাম তোমাৰ?

টংকেশ্বৰ ঃ টংকেশ্বৰ শইকীয়া।

চিত্ৰ ঃ তোমাকতো আগতে ক'তো দেখা মনত নপৰে।

টংকেশ্বৰ ঃ কেনেকৈ দেখিব ছাৰ? আমি আপোনাসৱৰ সমুখলৈকে আহিবলৈ সাহ নকৰোঁ।

চিত্ৰ ঃ বাজে কথা এৰা। কোৱা টপৰাই, কি লাগে তোমাক? মোৰ আন বহুত কাম আছে।

টংকেশ্বৰ ঃ ছাৰ, মোৰ ওভাৰকোট—

চিত্ৰ ঃ ওভাৰকোট? তোমাৰ ওভাৰকোটেৰে মই কি কৰিব লাগে?

টংকেশ্বৰ ঃ নহয় ছাৰ, মোৰ ওভাৰকোটটো নিলে, সেয়ে ছাৰ আপোনাৰ ওচৰত....

চিত্ৰ ঃ কোনে নিলে?

টংকেশ্বৰ ঃ গুণ্ডাই ছাৰ—

চিত্ৰ ঃ গুণ্ডাই যদি নিছে তেন্তে পুলিচৰ ওচৰলৈ যোৱা, মোৰ ওচৰলৈ আহিছা কিয়?

টংকেশ্বৰ ঃ পুলিচৰ ওচৰলৈ গৈছিলোঁ ছাৰ , কিন্তু তেওঁলোকে—

চিত্ৰ ঃ হুঁ—

টংকেশ্বৰ ঃ মোৰ ওভাৰকোটটো একেবাৰে নতুন আছিল ছাৰ। বৰ অত্যাচাৰ কৰি সেইটো নিলে ছাৰ।

চিত্ৰ ঃ তোমাৰ ওভাৰকোটটো ইমান আপুৰুগীয়া বস্তু আছিল যদি, সাৱধানে থোৱা নাছিলা কিয়?

টংকেশ্বৰ ঃ বৰ সাৱধানে থৈছিলোঁ। চাৰ—

চিত্ৰ ঃ ক'ত থৈছিলা?

টংকেশ্বৰ ঃ মোৰ গাতে আছিল ছাৰ—

চিত্ৰ ঃ তোমাৰ গাতে আছিল মানে তুমি পিন্ধি শুইছিলা?

টংকেশ্বৰ ঃ নহয় ছাৰ। ওভাৰকোটটো পিন্ধি এজন বন্ধুৰ ঘৰলৈ নিশা খাবলৈ গৈছিলোঁ। উলটি আহোঁতে নিশা বহুত হ'ল। বাটতে গুণ্ডাই পাই সেইটো কাঢ়ি নিলে। (কান্দে)

চিত্ৰ ঃ তুমি বলিয়া হৈছা নেকি? তোমাৰ গাৰপৰা ওভাৰকোট কোনোবাই নিব পাৰেনে?

টংকেশ্বৰ ঃ মই মিছা কোৱা নাই ছাৰ। মোক বিশ্বাস কৰক ছাৰ।

চিত্ৰ ঃ কেনেকৈ নিব যদি তুমি সিহঁতক নিজে নিদিয়া?

টংকেশ্বৰ ঃ মই দিবলৈ বাধ্য হৈছিলোঁ।

চিত্ৰ ঃ তুমিয়েই দিছা আৰু নিজে দি উঠি এতিয়া গোচৰ তৰিবলৈ আহিছা? তোমাৰ সাহো দেখিছোঁ কম নহয়।

টংকেশ্বৰ : নিদি উপায় নাছিল ছাৰ—

চিত্ৰ : কিয়?

টংকেশ্বৰ : নিদিলে সিহঁতে মোক প্ৰাণে মাৰিব বুলি ভাবুকি দিছিল—

চিত্ৰ : ওভাৰকোটটোৰ কাৰণে প্ৰাণ নিদিলা কিয়?

টংকেশ্বৰ : ছাৰ—

চিত্ৰ : তুমি বলিয়া নহ'লেও যে এটা প্ৰকাণ্ড গৰ্দভ, তাত কোনো সন্দেহ নাই। নহ'লে এটা সামান্য ওভাৰকোট নিলে বুলি মোৰ ওচৰত গোচৰ দিবলৈ নাহিলা হয়।

টংকেশ্বৰ : ছাৰ আপুনি যদি পুলিচৰ বৰমূৰীয়া বিষয়াজনক অলপ কৈ দিয়ে তেন্তে তেওঁলোকে নিশ্চয়—

চিত্ৰ : কি? মই তোমাৰ ওভাৰকোটটোৰ বাবে পুলিচৰ বৰমূৰীয়া বিষয়াক ক'ব লাগে? কি বুলি ভাবিছা মোক? জহন্নামে যাওক তোমাৰ ওভাৰকোট—

টংকেশ্বৰ : ছাৰ—

চিত্ৰ : জানানে মই কোন? জানানে কাৰ আগত থিয় হৈ কথা কৈছা? ভাগ্য ভাল তোমাক যে দাৰোৱানে বাটচ'ৰাৰপৰাই গতিয়াই উলিয়াই নিদিলে। মোক তোমাৰ দৰে মূৰ্খ বুলি ভাবিছা নেকি? তোমাৰ দৰে নিধক বুলি ভাবিছা নেকি যে তোমাৰ ফাকি কথাত ভোল যাম। হুঃ ওভাৰকোট গুণ্ডাই নিলে! পিন্ধি থকা ওভাৰকোট এটা কোনোবাই নিব পাৰে? জানা এইবোৰ ফাকি কথা কোৱাৰ বাবে তোমাকহে পুলিচত দিব লাগে।

টংকেশ্বৰ : ছাৰ মোক—

চিত্ৰ : কি ছাৰ ছাৰ কৰিছা? ওলাই যোৱা, ওলাই যোৱা এই মুহূৰ্ততে ইয়াৰপৰা, নহ'লে তোমাক—এই চাপ্ৰাচী, চাপ্ৰাচী—

টংকেশ্বৰ : নালাগে ছাৰ চাপ্ৰাচী মাতিব, মই নিজেই যাম। উহ্ মোৰ মূৰটো ঘূৰাইছে, ভৰি দুখন কঁপিছে, হে প্ৰভু কি বিপদত পেলালা?

চিত্ৰ : থিয় হৈ কি ভাবিছা? ওলাই যোৱা, গেট্ আউট, গেট্ আউট্—

(মঞ্চ আন্ধাৰ হয় পৰিৱেশ পৰিৱৰ্তন সূচক সংগীত। পোহৰ হ'লত দেখা যায় টংকেশ্বৰ বিছনাত পৰি কেঁকাই আছে। ওচৰত বহি অঞ্জু আৰু ৰমেনে তালাপি কৰিছে টংকেশ্বৰে ভ্ৰম বকে।)

টংকেশ্বৰ : (ভ্ৰম বকে) কোন? কোন? সেইকেটা গুণ্ডাই মোক খেদি আহিছে— নিলে নিলে—চালপীৰাৰ তলত সোমাইছে, ধৰ ধৰ—

অঞ্জু : ডেকা, অলপ বিচি দিয়ক, গাৰ তাপ-বৰ বাঢ়িছে—

ৰমেন : (মূৰত হাত দি) জ্বৰ বাঢ়িছে—
টংকেশ্বৰ : হুঃ ডাঙৰ মানুহ বোলাইছে—ডাঙৰ মানুহ—
অঞ্জু : ফটা ওভাৰকোটটো পিন্ধি ঘূৰি ফুৰিছিল বুকুত ঠাণ্ডা লাগিছে—
ৰমেন : চিত্ৰমাধৱ বৰুৱাই বৰ ভয় খুৱালে।
অঞ্জু : বৰুৱা ভাল মানুহ বুলিয়েই ভাবিছিলোঁ—
টংকেশ্বৰ : (ভ্ৰম) মোক পুলিচত নিদিব........মোৰ ওভাৰকোটটো নিলে......... মই যাওঁ মই যাওঁ—
অঞ্জু : চাওকচোন ডেকা কাণৰ লতি কেনেকৈ পৰি গৈছে—কিবা বেয়া হ'ব যেনহে লাগিছে।
টংকেশ্বৰ : (ভ্ৰম) হাঃ হাঃ মোৰ লগত ধেমালি—মই ইয়াৰ হোৰ তুলিম, মৰি ভূত হৈ তহঁতক জাৰিম—
ৰমেন : ডাক্তৰে কেছ হোপলেছ বুলি কৈয়েই গৈছে। বুঢ়া মানুহ ৰেজিষ্টেঞ্চ্ কম, দৰবে কাম নিদিয়া হৈছে—
টংকেশ্বৰ : (ভ্ৰম) ধৰ্মৱতাৰ যি ক'ম সঁচা কম, মিছা নামাতোঁ, সিহঁতে মুখা পিন্ধা ডকাইত মোক ভয় দেখুৱাই ওভাৰকোটটো নিলে, ধৰ্মাৱতাৰ বিচাৰ কৰক, শাস্তি দিয়ক—হাঃ হাঃ হাঃ মই মৰিম—মৰিম মৰি ভূত হৈ সিহঁতক শূলত দিম, সিহঁতক শূলত দিম—গেট্ আউট্ গেট্ আউট্ (এইবুলি চিঞৰি মূৰটো দাঙিব খুজি ঢলি পৰে—অঞ্জুৱে "ককা" বুলি চিঞৰ মাৰি দিয়ে)
ৰমেন : অধৈৰ্য নহ'বা অঞ্জু—ককা ইজ ডেড্। তেওঁ শান্তি পালে।

(এইবুলি চাদৰখনেৰে মুখখন ঢাকি দিয়ে। কিছু আগৰপৰা বাজি থকা সংগীত শীৰ্ষবিন্দু পায়। মঞ্চ আন্ধাৰ হয়। পোহৰ হ'লত অফিচৰ কোঠাত ৰমেন আৰু অঞ্জুক দেখা যায়। ককা বহা চকীখন খালী হৈ আছে।)

অঞ্জু : ককাৰ মৃত্যু হোৱা আজি কেবাদিনো হ'ল যদিও, শেষ মুহূৰ্তৰ কথাবোৰ এতিয়াও মনত পৰি আছে।
ৰমেন : এৰা। বৰ ভাল মানুহ আছিল ককা।
অঞ্জু : পিছে এটা কথা শুনিছেনে নাই?
ৰমেন : কি কথা—
অঞ্জু : আলিবাটত পকীঘাটৰ ফালে হেনো নিশা ভূত ওলাইছে—
ৰমেন : কিনো কোৱাহে, এইখন চহৰত ক'ৰপৰা ভূত ওলাব?
অঞ্জু : আমাৰ অফিচৰ পিয়নটোৱে কোৱাত ময়ো প্ৰথমতে বিশ্বাস কৰা নাছিলোঁ। কিন্তু আজিৰ বাতৰি কাকতো কথাটো ওলাইছে—

ৰমেন : বাতৰি কাকতত ওলাইছে, ক'তা মোৰ চকুত পৰা নাই দেখোন?

অঞ্জু : আপোনাক দেখুৱাবলৈকে কাগজখন লৈ আনিছোঁ। (ভেনিটি বেগৰপৰা বাতৰি কাকতখন উলিয়ায়।) এয়া চাওক। এইখন আজিৰ বাতৰি কাকত—এয়া এইখিনিতে বাতৰিটো ওলাইছে। (অঞ্জুৱে হেডলাইন এটা দেখুৱায়। ৰমেনে পঢ়ে)

ভূতৰ উপদ্ৰৱ—নিশা ভূতৰ উপদ্ৰৱত আলিবাটেদি মানুহ খোজ কাঢ়িব নোৱাৰা হৈছে। প্ৰাপ্ত বাতৰি মতে আলিবাটেৰে ওভাৰকোট পিন্ধি যোৱা মানুহৰ ওপৰতহে এই ভূতটোৱে হেনো আক্ৰমণ কৰে। তাৰ চকু কেৱল ওভাৰকোটৰ ওপৰত। ডাঙৰ-সৰু, মতা-তিৰোতা বাছ-বিচাৰ নাই, ওভাৰকোট পিন্ধি যোৱা মানুহৰ কান্ধত হাত দি ওভাৰকোট টানিবলৈ ধৰে। ওভাৰকোট খুলি নিদিয়ালৈকে আক্ৰান্ত মানুহৰ ৰক্ষা নাই। কেবাজনো হেনো ঠাইতে মূৰ্ছকছ গৈ পৰি থকাও পোৱা গৈছে। তহলদাৰী পুলিচ এটাই হেনো আঁতৰৰপৰা ভূতটোক দেখিছিল। সি ওচৰত যাবলৈ সাহ নকৰিলে। সি বৰমূৰীয়া বিষয়াক ৰিপোৰ্ট দিছে—ভূতটো হেনো দেখাত সাইলাখ এই চহৰৰে অফিচ এটাত কাম কৰা কোনোবা টংকেশ্বৰ শইকীয়াৰ দৰে।

অঞ্জু : চাওকচোন কি আচৰিত কথা। ককা তেন্তে মৰি ভূত হ'ল নেকি?

ৰমেন : আচৰিত একো নহয়। ভূত হ'ব বুলি ভ্ৰম বকিছিল নহয। মৰাৰ সময়ত মানুহে যি ভাবে সেইদৰেই হেনো হয়।

অঞ্জু : জীয়াই থাকোঁতে ককালৈ কোনেও কেৰাহিকৈও নাচাইছিল। এতিয়া মৰি চহৰত তোলপাৰ লগাইছে।

ৰমেন : চিত্ৰমাধৱ বৰুৱাকো পালে সুদাই নেৰিব যেন পাইছোঁ। (মঞ্চ আন্ধাৰ হয়। পৰিৱেশ পৰিৱৰ্তন সূচক সংগীত।)

(পোহৰ হ'লত দেখা যায় চিত্ৰমাধৱ বৰুৱা বহি আছে! আৰু ওচৰত থিয় হৈ আছে চৰকাৰী সাজ পিন্ধি পুলিচৰ এজন দৰোগা।)

চিত্ৰ : এইবোৰ কি কথা শুনিছোঁ। চহৰত ভূত ওলাইছে আৰু তোমালোক পুলিচবোৰে হাত সাৱটি বহি আছা? কিয় ধৰিব পৰা নাই?

দাৰোগা : আচৰিত এই ভূতটো ছাৰ। দেখিবলৈ একেবাৰে বুঢ়া টংকেশ্বৰ শইকীয়াৰ দৰে। মানুহৰ ওভাৰকোটলৈহে তাৰ চকু। বাটেদি গৈ থকা মানুহৰ সমুখত হঠাতে দেখা দি ওভাৰকোটত হাত দিয়ে।

চিত্ৰ : এৰা মনত পৰিছে। সেই বুঢ়া টংকেশ্বৰ এদিন মোৰ ওচৰলৈ আহিছিল

তাৰ নতুন ওভাৰকোটটো কোনোবাই ডকাদি নিয়া বুলি গোচৰ দিবলৈ। মই তাক দবিয়াই বাজ কৰি দিলোঁ। মানুহটোৰ কথা পাছত ভাবি মোৰ বেয়া নলগা নহয়। তাক মই সহায় কৰিম বুলিও ভাবিছিলোঁ কিন্তু সি মৰি থাকিল।

দাৰোগা ঃ হয় ছাৰ। আপোনাৰ ঘৰৰপৰা যোৱাৰ পাছতে তাৰ অসুখ হ'ল আৰু সেই অসুখতে সি মৰিল।

চিত্ৰ ঃ কিন্তু এতিয়ানো তোমালোকে একো এটা কৰা নাই কিয়। সাধাৰণ মৰা মানুহৰ ভূতটোৰ ইমান অত্যাচাৰ কৰিবলৈ এৰি দিছা কিয়?

দাৰোগা ঃ আমি একো নকৰা নহয় ছাৰ। ভূতটোক ধৰিবলৈ যত্ন কৰিয়েই আছোঁ। সিদিনাখন এটা মানুহৰ গাৰ ওভাৰকোটত হাত দিওঁতেই তহলদাৰী চিপাহী এটাই ভূতটোক ধৰিছিলেই, কিন্তু—

চিত্ৰ ঃ কিন্তু কি?

দাৰোগা ঃ তাক ধৰি লগৰ চিপাহীটোক চিঞৰি মতাত সিও ওচৰলৈ আহিল। ওচৰলৈ অহাত তাৰ হাতত ভূতটোক গতাই দি সি নাচ-গুৰিৰ টেমাটো জেপৰপৰা উলিয়াই নাচ-গুৰি লৈছিল। ভূতবোৰে নাচ-গুৰিৰ গোন্ধ সহিব নোৱাৰে নেকি, নাচ-গুৰি গৈ ভূতটোৰ নাকত লাগিলত সি এনেকৈ হাঁচিয়ালে যে চিপাহী দুটাই থতমত খাই গ'ল আৰু সেই সুবিধাতে ভূতটো পলাল।

চিত্ৰ ঃ বাৰু যোৱা এতিয়া। এছ্-পিলৈ মই ফোন কৰিম। ভূতটোক যেনে তেনে ধৰিবই লাগিব। দৰকাৰ হ'লে মিলিটেৰীক এই কামত লগাব লাগিব। যোৱা।

(দাৰোগাই চেলাম দি ওলাই যায়। চিত্ৰমাধৱে এছ্-পিলৈ ফোন কৰে।) হেলো, কোন? এছ্-পি নেকি? এৰা মই। আপোনাকে বিচাৰিছিলোঁ। ছ-কি-ইয়েছ সেই ভূতটোৰ কথা হা-হা-হা ঠিক টংকেশ্বৰ শইকীয়াৰ ভূত—ব্যৱস্থা লৈছে বুঢ়াটোক সহায় কৰিম বুলি ভাবিছিলোঁ—কিন্তু বুঢ়া মৰি থাকিল। কি কৈছে? মই? নাই এতিয়া নাহিব, মই ওলাই যাম। টি প্লেনটাৰ চলিহাই নিমন্ত্ৰণ কৰিছে ডিনাৰলৈ, নহয় নহয়—তেওঁৰ ঘৰত নহয়—হোটেলত-হোটেল পোখৰাজত—ডাঞ্চ আছে প্ৰখ্যাত শিল্পী ইৰিণা দেৱীও আহিব। ঠিক আছে, ঠিক আছে—থেংক ইউ—থেংক ইউ।

(ফোনৰ ৰিচিভাৰ থয়। পোহৰ সলনি হয়। ৰঙীন পোহৰে আৰু আৱহ সংগীতে ডাঞ্চ হলৰ পৰিৱেশ সৃষ্টি কৰে। চিত্ৰমাধৱ বৰুৱাই অনুভৱ

কৰে তেওঁ যেন পৰীৰ ৰাজ্যতহে বিচৰণ কৰিছে। সংগীতৰ তালে তালে পৰীৰ সাজেৰে সজ্জিত হৈ ইৰিণা দেৱী সোমাই আহি এখন হাত চিত্ৰমাধৱৰ ফালে আগবঢ়াই দিয়ে। চিত্ৰমাধৱে হাতখন ধৰে। দুয়ো যেন ডাৱৰবোৰৰ মাজত ওপঙি ওপঙি নাচিব ধৰে। ছোৱালীৰ খিল্ খিল্ হাঁহি আৰু গিলাচত মদ বাকাৰ শব্দও শুনা যায়। এইদৰে অলপ পৰ যোৱাৰ পাছত হঠাৎ ঢেৰেকনিৰ শব্দ হয়। ৰঙীণ পোহৰ নাইকিয়া হৈ আন্ধাৰ হয়। ধুমুহা বতাহৰ সোঁ সোঁৱনি শুনা যায়। লগে লগে এটা অদ্ভুত ডাণ্ডৱ শব্দ হয়। চিত্ৰমাধৱ বৰুৱাই 'কোন' 'কোন' বুলি চিএঞৰি দিয়ে। বিজুলীৰ পোহৰত দেখা যায় চিত্ৰমাধৱে ওভাৰকোটটোৰ কলাৰত জোৰেৰে ধৰি ভয় বিহ্বল দৃষ্টিৰে চাৰিওফালে চাইছে। ইৰিণা দেৱী তেওঁৰ কাষত নাই। বেলেগ পোহৰ আৰু আৱহ সংগীতে এটা ভৌতিক পৰিৱেশ সৃষ্টি কৰে। মঞ্চৰ পাছফালে এটা ছায়ামূৰ্তি দেখা যায়। চিত্ৰমাধৱে দুবাৰমান ভয়তে বিহ্বল হৈ 'কোন' 'কোন' বুলি চিএঞৰে। ছায়ামূৰ্তিয়ে হাত দুখন ওপৰলৈ তুলি তেওঁৰ ফালে আগবাঢ়ি আহে। দৰ্শকে বুজি পায় ছায়ামূৰ্তিটো টংকেশ্বৰ শইকীয়াৰ ভূত। ছায়ামূৰ্তিটো চিত্ৰমাধৱৰ ওচৰ চাপি তেওঁৰ কান্ধত খামোচ মাৰি ধৰে আৰু অদ্ভুত ধৰণে ভৌতিক হাঁহি মাৰে আৰু কয়—"দে দে ওভাৰকোটটো মোক দে এই ওভাৰকোটটো মোক লাগে, তোক আজি এৰি নিদিওঁ, হা হা হা—" চিত্ৰমাধৱে ভয়তে চিএঞৰ মাৰি বহি যায়। ছায়ামূৰ্তিৰ হাঁহি, ধুমুহাৰ শব্দ আৰু আৱহ সংগীতে ভৌতিক পৰিৱেশ শীৰ্ষবিন্দুলৈ নিয়ে। লাহে লাহে পৰিৱেশ পৰিৱৰ্তন হয়। নাটকৰ আৰম্ভণিতে যিদৰে দেখা গৈছিল সেইদৰে স্পট্‌লাইটৰ পোহৰত ৰমেনক দেখা যায়—)

ৰমেন : আৰু সেই নিশাৰ পাছৰপৰা টংকেশ্বৰ শইকীয়াৰ ভূতটো নোলোৱা হ'ল। চিত্ৰমাধৱ বৰুৱাৰ ওভাৰকোটটো ভূতটোৰ গাত খাপ খাই পৰিছিল চাগে সেয়ে আন কাৰো ওভাৰকোট কাঢ়ি নিয়াৰপৰা সি বিৰত হ'ল। ভূতটো তৃপ্ত হ'ল। সেই ঘটনাটোৱে চিত্ৰমাধৱ বৰুৱাৰ মনতো গভীৰ ৰেখাপাত কৰিলে। তেওঁৰ স্বভাৱৰো পৰিৱৰ্তন ঘটিল। তেওঁ অমায়িক হৈ পৰিল। আত্মম্ভৰিতাৰ ভাব সমূলি বিসৰ্জন দিলে।

(মঞ্চ আন্ধাৰ হয়। নাটকৰ যৱনিকা নামি আহিল।)

# বনহংসী

## হেনৰিক ইবচেনৰ "দি ৱাইল্ড ডাক" নাটৰ অভিযোজনা

## পাত্ৰ-পাত্ৰী

ভীমশেখৰ বৰকাকতী, গিৰিশেখৰ—তেওঁৰ ল'ৰা, বীৰেন বৰুৱা, হেমেন বৰুৱা—বীৰেনৰ ল'ৰা গিৰিৰ বন্ধু, মিনা—হেমেনৰ পত্নী, হেমী—তেওঁলোকৰ ছোৱালী, বয়স চৈধ্য বছৰ, সীমা চলিহা, ৰমেন কটকী, মহেন্দ্ৰ দাস আৰু পিতমল, জয়মাধৱ, শইকীয়া, বৰবৰা আদি।

*"It presents a richly assorted selection of characters, an interesting plot and a*

# আগকথা

হেনৰিক ইবচেনৰ জন্ম হয় নৰৱেৰ স্কীন বোলা ঠাইত ১৮২৮ চনৰ কুৰি মাৰ্চ তাৰিখে। ব্যৱসায়ত লোকচান দি দেউতাক দেউলীয়া হোৱাৰ ফলত আঠ বছৰ বয়সৰ পৰাই ইবচেনে অভাৱ-অনাটন আৰু সামাজিক নিৰ্য্যাতনৰ সোৱাদ বাৰুকৈয়ে পাইছিল। তেওঁৰ এই কালছোৱাৰ মানসিক অৱস্থাৰ প্ৰতিফলন আমি ১৮৮৪ চনৰ ১১ নবেম্বৰ তাৰিখে প্ৰকাশ হোৱা "দি ৱাইল্ড ডাক" (ভিলদেনদেন) নাটখনিত দেখিবলৈ পাওঁ।

অভাৱৰ তাড়নাত পোন্ধৰ বছৰ বয়সতে তেওঁ পৰিয়ালৰ পৰা আঁতৰি আহি এখন দৰবৰ দোকানত কাম কৰিবলৈ লয় আৰু বাইছ বছৰ বয়সত লিখি উলিযায় তেওঁৰ প্ৰথম নাটক "কেটিলিনা" (১৮৫০)। ১৮৫১ চনত তেওঁ বাৰগেন নেশ্যনেল থিয়েটাৰত এটা বাব লয় আৰু তেতিয়াৰে পৰা প্ৰায় তেৰ বছৰ কাল নৰৱেৰ বিভিন্ন নাট্য সম্প্ৰদায়ৰ সৈতে সংশ্লিষ্ট থাকি ন ন অভিজ্ঞতা সঞ্চয় কৰিবলৈ সুবিধা পায়। বুৰঞ্জী আৰু সাধুকথাৰ পৰা সমল গোটাই এই কালছোৱাত তেওঁ "লেডী ইঙ্গাৰ অৱ ওষ্ট্ৰাট", "ৱাৰিয়ৰ্চ অৱ হেলগেলেণ্ড", "দি প্ৰিটেণ্ডাৰ্চ" আদি কেইবাখনো উল্লেখযোগ্য নাট লিখে। এই সময়তে তেওঁৰ বিকাশোন্মুখ নাট্য প্ৰতিভাই নতুন নাট্য ৰীতি উদ্ভাৱনৰ বাবে বিয়াকুল হৈ পৰে। প্ৰচলিত নাট্য ৰীতিৰ সৈতে নিজকে খাপ খুৱাব নোৱাৰি তেওঁ এখন অস্থিৰ অন্তৰেৰে নৰৱেৰ পৰা ডেনমাৰ্কৰ কোপেনহেগেন পায়হি, তাৰ পৰা যায় বাৰ্লিনলৈ, বাৰ্লিনৰ পৰা যায় ভিয়েনালৈ আৰু ভিয়েনাৰ পৰা ৰোমলৈ। এইখিনি সময়তে তেওঁ লিখে "ব্ৰেণ্ড", "পিয়াৰ জিন্ট" আৰু "এম্পেৰাৰ এ্যণ্ড গেলিলিয়েন"। মঞ্চৰ বাবে দৰচলতে নিলিখিলেও "ব্ৰেণ্ড"খনে আশাতীত মঞ্চ সাফল্য অৰ্জন কৰে আৰু তেওঁৰ মনলৈ লাহে লাহে স্থিৰতা ঘূৰি আহে। নতুন নাট্যৰীতি উদ্ভাৱন কৰিবলৈ তেওঁ যেন নতুন পোহৰৰ সন্ধান পায় আৰু এনেকৈয়ে আৰম্ভ হয় তেওঁৰ নাট্য জীৱনৰ তৃতীয় পৰ্য্যায়—তেওঁ সামাজিক নাট লিখিবলৈ লয়। এই পৰ্য্যায়ভুক্ত নাটবোৰ হ'ল—দি লীগ অৱ ইউথ, দি পিলাৰ্চ অৱ চোচাইটি, এ ডলচ্ হাউচ, গোষ্ট, এ্যন এনিমি অৱ দি পিপ্‌ল, দি ৱাইল্ড ডাক, ৰোজমাৰহোল্ম, দি লেডী ফ্ৰম দি চি, আৰু হেডা গেবলাৰ।

"দি ৱাইল্ড ডাক" ইবচেনৰ নাট্য প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শন বুলি কোনো কোনো সমালোচকে ন দি কৈছে। ৰেমণ্ড উলিয়মচৰ মতে—*"It presents a richly assorted selection of characters, an interesting plot and a high*

*high strain of emotion.The play is very skilful and shows the elaboration of Ibsen's methods at this period, at its best.... The key word used by all its critics is "charm". This useful word (it can be alternated with "delicacy" covers the two extremes of character ; the pathetic, lyrical Hedvig, a charming child, and the old caricature Ekdal, with his uniform cap and his secret drinking..... The characters laugh at each other, and we see our cue and join them. Then the laughter fades on our lips, which tremble, a cry of pathos, a glance at the attic, and we have passed to the identity of full lovable human beings, poised between laughter and tears."*

"দি ৱাইল্ড ডাক"খনতো ইবচেনে, দি পিলাৰ্চ অব চোচাইটি, এ ডলচ হাউচ, গোষ্ট আৰু এ্যন এনিমি অব দি পিপ্‌লৰ দৰে প্ৰৱঞ্চনাৰ মুখা সোলোকাই সত্যক প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছে। কিন্তু তেওঁৰ এই প্ৰচেষ্টাই আনকেইখনতকৈ "দি ৱাইল্ড ডাক"ত সৃষ্টি কৰিছে জটিলতৰ সমস্যা।

নাটখনৰ প্ৰধান বৈশিষ্ট্য হ'ল মনোবিশ্লেষণ ধৰ্মী কাহিনী বিন্যাসত প্ৰতীকৰ ব্যৱহাৰ। ইয়াৰ আগতো যে তেওঁ প্ৰতীক ব্যৱহাৰ কৰা নাছিল এনে নহয়, কিন্তু আগৰ কেইখনত কাহিনীৰ প্ৰত্যেক সংকটময় পৰিস্থিতিত আৰু চৰিত্ৰ চিত্ৰণত এইদৰে প্ৰতীকৰ ব্যৱহাৰ কৰা নাছিল। বনহাঁহজনীক কেন্দ্ৰ কৰিয়েই দৰাচলতে নাটকৰ কাহিনীয়ে গঢ় লৈছে। নাটকৰ পৰিণতিৰ সৈতেও তাইৰ নিবিড় সম্বন্ধ। তাই গ্ৰেইঘাৰ্চ (গিৰিশেখৰ), য়েলমাৰ (হেমেন) আৰু হেডভিগৰ (হেমী) অনুভূতিক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছে। হেমেনক (য়েলমাৰ) তাই সোঁৱৰাই দিয়ে ভীমশেখৰে (ৱাৰ্লে), মিনা (ঘিনা), আৰু হেমীৰ (হেডভিগ) যোগেৰে কৰা প্ৰৱঞ্চনা আৰু লাঞ্ছনাৰ কথা ; গিৰিশেখৰক (গ্ৰেইঘাৰ্চ) তাই সহায় কৰে নিজৰ আদৰ্শক মূৰ্ত্ত কৰি তোলাত, যি আদৰ্শৰ আহ্বানত তেওঁ অসত্যৰ পিতনিৰপৰা হেমেনক উদ্ধাৰ কৰিবলৈ আগবাঢ়ি আহে। আনহাতে এই বনহাঁহজনীয়েই হেমীক দিয়ে মুক্তিৰ সন্ধান। সেয়ে টেনেন্টে কৈছে—*The Wild Duck itself is the chief Protagonist of the play.*

নাটখনিৰ চৰিত্ৰবোৰ ইবচেনে অনুপম ভাৰসাম্য ৰক্ষা কৰি সহানুভূতিৰে অঙ্কন কৰিছে। কাকো বেয়া বুলি সতকাই কোৱা টান। হেমীয়েতো ওলায়েই আমাৰ অন্তৰ জয় কৰি পেলায়। হেমেনৰ স্বাৰ্থপৰতা আৰু মানসিক অস্থিৰতাই তেওঁক আমাৰ আপোন কৰি তোলে, গিৰিশেখৰৰ প্ৰতি হয় আমাৰ অনুকম্পা, মিছেচ চলিহা (মিছেচ চৰ্বি) আৰু ভীমশেখৰৰ ওপৰতো দোষাৰোপ কৰিব নোৱাৰোঁ। মিনাৰ সহনশীলতা,

আৰু ৰহস্যজনক মৌনতায়ো আমাক আকৰ্ষণ কৰে। এই সুন্দৰ, সহানুভূতিশীল চৰিত্ৰ চিত্ৰণৰ কথা উনুকিয়াই সমালোচক নিকলে গৈছে—*"In this play of infinite compassion Ibsen reaches a dramatic power beyond anything he had hitherto revealed. The characters have a peculiar depth, and the skill with which the plot is unfolded shows a command of material such as could be matched by no other contemporary author"*

ইবচেনে, সত্য উদ্‌ঘাটনৰ প্ৰচেষ্টাত এটা বৰ তাৎপৰ্য্যপূৰ্ণ কথালৈকো আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। গ্ৰেঘাৰ্চে বন্ধু য়েলমাৰক তেওঁৰ পত্নী ঘিনাৰ অতীতৰ বিষয়ে সঁচাকথাখিনি কৈ তেওঁলোকৰ সংসাৰত সত্যক প্ৰতিষ্ঠা কৰিব খুজিছিল, বুজাবুজিৰ মাজেৰে গঢ়ি তুলিব খুজিছিল প্ৰকৃত বৈবাহিক সম্বন্ধ, কিন্তু হিতে বিপৰীত হ'লগৈ। ক'বলগীয়া কথাখিনি গ্ৰেঘাৰ্চে ভালকৈ ক'ব নোৱাৰিলে আৰু যিভাবে গ্ৰহণ কৰিব লাগিছিল য়েলমাৰেও সেইভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। এই বিপৰ্য্যয়ে আমাক সোঁৱৰাই দিলে যে সত্যৰ প্ৰতিষ্ঠা কৰা তেনেই উজু কাম নহয়। আৰু এজনৰ পক্ষে তেনে কৰিবলৈ যোৱাটো নিৰৰ্থক। দুটা পক্ষৰ, অন্ততঃ দুজন মানুহৰ আৱশ্যক। এজনে ক'ব জানিব লাগিব আৰু আনজনে তাৰ প্ৰকৃত তাৎপৰ্য্য বুজিব পাৰিব লাগিব।

(এনচাইক্লপেডিয়া বৃটেনিকাৰ ইবচেন সম্বন্ধে প্ৰবন্ধটি দ্ৰষ্টব্য)

"হেডাগেবলাৰ"ৰ পাছত ইবচেনে আৰু চাৰিখন নাট লিখিছিল। এই চাৰিখন হ'ল—দি মাষ্টাৰ বিল্ডাৰ, লিট্‌ল আয়লফ, জন গ্ৰেব্ৰীয়েল বৰ্ক্‌মেন আৰু হোৱেন উই ডেড্ এৱেকেন। শেহৰ ফাললৈ তেওঁ প্ৰতীকবাদী সাঙ্কেতিক নাট ৰচনাৰ ফালে বেছিকৈ মন দিছিল আৰু কোনো কোনো সমালোচকে "হোৱেন উই ডেড্ এৱেকেন"ত স্বাভিব্যক্তিবাদৰো ইঙ্গিত পাইছে।

ইবচেনৰ আছিল এখন কবিৰ অন্তৰ। সেয়ে কাব্যিক পৰিৱেশ সৃষ্টি কৰিবলৈ তেওঁ ভাল পাইছিল, প্ৰতীকৰ প্ৰতি আছিল তেওঁৰ মোহ। সাম্প্ৰতিক কালৰ পটভূমিত লিখা তেওঁৰ বাস্তৱধৰ্মী নাটবোৰৰ কাহিনীৰ স্বাভাৱিক পৰিৱেশৰ মাজতো ঠায়ে ঠায়ে তেওঁৰ কাব্যপ্ৰতিভাই ভূমুকি মৰা দেখা পাওঁ ; আৰু প্ৰতিভাৰ পৰশতে চৰিত্ৰবোৰে পায় আচৰিত প্ৰাণশক্তি। সাধাৰণ মানুহৰ সাজপাৰত ওলাই, সাধাৰণ মানুহৰ দৰে কথা পাতিলেও, তেওঁলোকে মানৱ মনৰ চিৰন্তন দ্বন্দ্ব, সংঘাত, হাবিয়াসৰ সন্ধান দিয়াৰ লগে লগে আমাক যেন লৈ যায় এই ধূলি মলিন পৃথিৱীৰ পৰা আঁতৰাই অন্য কোনোবা এখন ৰাজ্যলৈ। কিন্তু সেইবুলি আমি কোনোপধ্যে উলাই কৰিব নোৱাৰোঁ তেওঁৰ সমাজ সচেতনতাক, বাস্তৱধৰ্মী নাট ৰচনাৰ ক্ষেত্ৰত আগবঢ়োৱা তেওঁৰ অৱিহণাক।

কোৱা বাহুল্য মাথোন যে 'বনহংসী''ত ইবচেনৰ মূল নাটৰ সকল্লোখিনি সৌন্দৰ্য্য প্ৰতিভাত হোৱা নাই। তদুপৰি এইখন হুবহু অনুবাদ নহয়—অভিযোজনাহে। অভিযোজনা কৰোঁতেও মূল নাটৰ ইংৰাজী অনুবাদৰহে সহায় লৈছিলোঁ—ইবচেনৰ ভাষা নাজানো কাৰণে। সহায় লৈছিলোঁ *Mrs F E. Archer* এ কৰা ইংৰাজী অনুবাদৰ। *Una Ellis-Fermor*এ কৰা ইংৰাজী অনুবাদ খনো চাইছিলোঁ। এওঁলোক দুজনৰ ওচৰতে এই লেখক ঋণী হৈ থাকিল।

ইবচেনৰ নাটখন আমাৰ ৰঙ্গমঞ্চৰ বাবে যুগুত কৰোঁতে বহুতো কথা বাদ দিব-লগীয়া হৈছে, দুই-এঠাইত মূল নাটকত নথকা কথাও সংযোগ কৰিবলগীয়া হৈছে বিশেষকৈ শেহৰ অঙ্কৰ শেহৰ ছোৱাত। অৱশ্যে মূল নাটৰ মূল বিষয়বস্তু অবিকৃত ৰাখিবলৈ সাধ্যানুসাৰে যত্ন কৰিছোঁ। সফল কাম হৈছোঁ নে নাই, সেই বিচাৰৰ ভাৰ সহৃদয় পাঠক, দৰ্শক আৰু সমালোচকসকলৰ ওপৰত থ'লোঁ।

পৰিচালকসকলক এষাৰি কথা এইখিনিতে কৈ থোৱা সমীচীন হ'ব। ইবচেনে এইখন নাটৰ পোহৰ নিয়ন্ত্ৰণৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। এই প্ৰসঙ্গত তেওঁ এজন সমালোচক বন্ধুলৈ লিখিছিল—*The lighting has its significance , it is different for each act and is intended to correspond to the atmosphere which gives a special character to each of the five acts*

নাটখনৰ প্ৰকাশকলৈ তেওঁ লিখিছিল—"এইখন নাটৰ চৰিত্ৰবোৰক, বহুতো দুৰ্ব্বলতা থকা সত্ত্বেও, বহুদিনীয়া সান্নিধ্যৰ কাৰণে মোৰ আপোন যেন লগা হৈছে। মই আশাকৰোঁ এওঁলোকে পঢ়ুৱৈ সমাজত আৰু অভিনেতা-অভিনেত্ৰীসকলৰ মাজত দৰদী বন্ধু বিচাৰি পাব। প্ৰত্যেকটো চৰিত্ৰৰ ৰূপদান কৰোঁতে সৃষ্টি হোৱা সমস্যাৱলী সমাধান কৰি অভিনেতামণ্ডলীয়ে নিশ্চয় আনন্দ পাব।" অসমৰ পঢ়ুৱৈ সমাজ, অভিনেতা, অভিনেত্ৰী আৰু মঞ্চ পৰিচালকসকলৰ মাজত আমাৰ "বনহংসীয়ে"ও সহৃদয় সুহৃদ বিচাৰি পাব বুলি আশা ৰাখিলোঁ।

বিনীত—

শ্ৰীসত্যপ্ৰসাদ বৰুৱা

# বনহংসী

## প্ৰথম অঙ্ক

[ চহকী ব্যৱসায়ী ভীমশেখৰ বৰকাকতীৰ ঘৰৰ সুৰুচিৰে সজোৱা, পটামেলা কৰা কোঠা। দাঁতিত কেইবাটাও সৰু সৰু কিতাপ থোৱা আলমাৰি—'বুককেচ'। সোঁমাজত এখন মেজ। মেজৰ ওপৰত নথিপত্ৰ, দোৱাত-কলম আদি আৰু সেউজীয়া শ্বেডেৰে এটা টেবুল লেম্প। কোঠাটোৰ দুয়োকাষে দুখন আৰু পাছফালে দুখন দুৱাৰ। কাষৰ দুখনত পৰ্দ্দা তৰি থৈছে। পাছফালৰ দুখনৰ পৰ্দ্দা কোঁচাই থৈছে। দুৱাৰ দুখনো মেল খাই আছে। এই দুখন দুৱাৰেদি ভিতৰৰ আন এটা কোঠা দেখা যায়। এই কোঠাটোত উজ্জ্বল পোহৰ। ঘৰুৱা লগুৱাবোৰে খৰখেদাকৈ অহা-যোৱা কৰিছে। খেনোৰ হাতত ট্ৰে, খেনোৰ হাতত পানী নিয়া কাচৰ 'জাগ', খেনোৰ হাতত মিঠাইৰ থাল। ভিতৰৰ আন এটা অদৃশ্য কোঠাত চাহমেল বহিছে। কেইবাজনৰো হাঁহি-মস্কৰা, কথা-বতৰাৰ শব্দ ভাঁহি আহে। সেইবোৰকে শুনি সমুখৰ কোঠাটোত বন কৰি থকা লগুৱা পিতমলে জয়মাধৱক কয় ]

পিত : বোলো জয়মাধৱ শুনিছনে সেয়া হাঁহি-খিকিন্দালিৰ ৰোল। হেঃ হেঃ হেঃ চলিহানী আইদেউৰ সৈতে আমাৰ বুঢ়াই বৰ জমাইছে দেই।

জয় : (পিতমলৰ ওচৰ চাপি) মানুহে যে বি-বি বা-বা খন কৰিবলৈ লৈছে, কথাবোৰ সঁচানে পিতমল কাই?

পিত : নেদেখাজনেহে জানে।

জয় : ডেকা বয়সত হেনো আমাৰ বৰকাকতী চেহাব........

পিত : (অৰ্থপূৰ্ণ হাঁহিৰে) হেৰৌ বন কৰ, বন কৰ। এদা বেপাৰীক জেহাজৰ বাতৰি কেলেই হোঁ?

জয় : নহয় কাইটি, দহজনে কয় বুলিহে........

পিত : একাঠি চৰা আছিলেই জানিবা, আমাৰনো কি?

জয় : হয়নে, ডাঙৰ বোপা অহাৰ কাৰণেহে বোলে এই চাহমেল পাতিছে?

পিত : এৰা অ'।

জয় : পিছে ডাঙৰ বোপোনো আহিল কেতিয়া?

পিত : কালি পাইছেহি।

জয় : এইখন ঘৰতে বন কৰি তুমি চুলি পকালা। মোৰনো অহা কেইদিন হৈছে? সেই সিদিনাহে সোমালোঁ। কাম-কাজৰ আও-ভাওকে পোৱা নাই এথোন। হয় দেও, বুঢ়াৰ যে ল'ৰা এটা আছে সেইটো কথাকে নেজানিছিলোঁ নহয়।

পিত : তইনো জানিবি কেনেকৈ? ডাঙৰ বোপা ইয়ালৈ নাহেই নহয়।

জয় : থাকেনো ক'ত?

পিত : ধুবুৰীৰ ফালে কাঠৰ কাৰবাৰ আছে। এহ্ ঠাইখনৰ নামটোকে পাহৰিলোঁ বালক, অ' মনত পৰিছে—হল্টুগাঁও। ডাঙৰ বোপা তাতে থাকে। কিবা সকামত কাচিৎ আহিলেও দিনটীয়াকৈ আহে, বাহিৰে বাহিৰে গুচি যায়। আজি অতবছৰে বুজিছ, ময়ো এবাৰ নে দুবাৰহে লগ পাইছোঁ। (এনেতে বীৰেন বৰুৱা আহে। তেওঁৰ জৰাক্লিষ্ট মুখখনিত বয়সৰ আৰু বহুতো নিকাৰ ভুজাৰ স্পষ্ট চাপ। চুলিবোৰ আউল-বাউল। সাজপাৰত আৱশ্যকীয় পৰিচ্ছন্নতাৰ অভাৱ। তেওঁৰ কাষলতিৰ তলত এটা কাগজৰ টোপোলা। পিতমলে বৰুৱাক এই অসময়ত অহা দেখি বৰ আচৰিত হয় আৰু ওচৰ চাপি সোধে।)

পিত : হৰি হৰি, আপুনিনো আহিবলৈ আন সময় বিচাৰি নেপালেনে? বোলো আপোনাক এতিয়া লাগে কি, হোঁ?

বীৰেন : অফিছ কোঠাত এটা জৰুৰী কাম আছিল।

পিত : অফিছ কোঠাৰ দুৱাৰ কেতিয়াবাই জাপ খালে।

বীৰেন : গোবিন নিশ্চয় যোৱা নাই।

পিত : তেওঁ আছে হয়, কিন্তু আজি যে ঘৰত চাহমেল।

বীৰেন : (সমুখৰ কোঠাটোৰ সোঁফালৰ দুৱাৰখন দেখুৱাই) মই এইখন দুৱাৰেদি কোনেও নেদেখাকৈ সাউৎ কৰে সোমাই যাম। দহোকুৰি, হকাবধা নকৰিবা পিতমল।

পিত : যাওক তেন্তে। চাব—যেন কোনেও নেদেখে।

বীৰেন : মই যাম আৰু আহিম। (বীৰেন বৰুৱা যায়)

জয় : এওঁ চেহাৰৰ অফিছত কাম কৰে হ'বলা।

পিত : নিগাজীকৈ নকৰে। মাজে-সময়ে ইটো-সিটো কৰি দিয়েহি ঠিকা কামৰ লেখীয়া। পিছে বুঢ়াক এতিয়াহে দেখিছ এনেকুৱা, সদায়ে এনে নাছিল।

জয় : এৰা, চেহেৰা দেখিলেই বুজ পায় নহয়।
পিত : মিলিটেৰীৰ লেফ্‌টেনেন্‌ আছিল বুইছ ।
জয় : হয়নে?
পিত : কাম ইস্তফা দি কাঠৰ কাৰবাৰত ধৰিছিল। আমাৰ চেহাবক হেনো এবাৰ ছল পাই বাৰুকৈয়ে শলঠেকত পেলাইছিল।
জয় : কেনেকৈ?
পিত : লগ লাগি কাৰবাৰ কৰিছিল। হোলোংগোজ পাই চেহাবক ঠগিলে।
জয় : তাৰ পাছত?
পিত : তাৰ পাছত জেল।
জয় : জেল!
পিত : ধৰা পৰিলে শাস্তি নোপোৱাকৈ থাকিবনে? (ভিতৰলৈ চাই) হেই বনত ধৰ। আমাৰ চলিহানী আইদেউ এইফালেই আহিছে। চাহ খোৱা হ'লেই চাগে।
(পাছফালৰ কোঠাটোৰেদি দুজন আলহীৰ সৈতে কথা পাতি সীমা সমুখৰ কোঠাটোলৈ আহে। পাছে পাছে আহে ভীমশেখৰ আৰু আন কেইজনমান। শেহত আহে গিৰিশেখৰ আৰু হেমেন। পিতমল আৰু জয়মাধৱে সন্ত্ৰস্ত হৈ বনত মন দিয়ে।)
সীমা : পিতমল, আমি ড্ৰইংৰুমত বহোঁগৈ। আৰু এবাৰ কফি দিব লাগিব। কফি আৰু কাজু, তালৈকে পঠিয়াই দিবলৈ ক'বা।
পিত : ভাল আইদেউ।
(পিতমল আৰু জয়মাধৱ এই ছেগতে যায়)
শইকীয়া : মিচেচ চলিহাৰ সকলোফালে নজৰ।
বৰবৰা : পাৰ্টিখন তেৰেঁইতো ম্যানেজ কৰিছে। আপোনালোকৰ দৰে সম্ভ্ৰান্ত আলহীৰ সোধপোছৰ ভাৰ লগুৱা বেহেৰাৰ ওপৰত এৰি দিব পাৰিনে?
খাউণ্ড : বৰবৰাই কথাবোৰ বেছ জাত লগাই ক'ব পাৰে। ব'লক এতিয়া ড্ৰইংৰুমলৈকে যাওঁ।
(তিনিওৱে কথা-বতৰাত পাতল স্ফূৰ্তিৰ ভাব প্ৰকাশ পায়।)
শইকীয়া : খোৱা কিন্তু বঢ়িয়া হৈছে।
বৰবৰা : ৰাতি নাখালেও চলিব।
খাউণ্ড : মিচেচ চলিহাৰ গান এটা শুনিব পৰা হ'লে বেয়া নহ'ল হয়।
(সীমা ইতিমধ্যে ড্ৰইংৰুমলৈ গৈছিল। আলহী সকলো সেইফালে আগবাঢ়িল। সকলো যোৱাৰ পাছত ভীমশেখৰে কয়।)
ভীম : কোনেও বোধকৰোঁ লক্ষ্য কৰা নাই, নহয়নে গিৰি?

গিৰি : কি?

ভীম : চাহৰ মেজত আমি তেৰজন বহিছিলোঁ।
(হেমেনলৈ কেৰাহিকৈ চাই) সাধাৰণতে বাৰজন বহোঁ।)
(এনেতে চাহমেল বহা কোঠাৰ পৰা অহা আন কেইজনমানক দেখি)

ভীম : আহক আহক, এইফালে ব'লক।
(আলহীৰ লগত ভীমশেখৰো ড্ৰইংৰুমলৈ যায়। হেমেনে ভীমশেখৰৰ কথাৰ তাৎপৰ্য্য বেছ বুজিব পাৰিছিল।)

হেমেন : তই মোক চাহমেললৈ মাতিব নালাগিছিল গিৰি।

গিৰি : মোৰ বাবে পতা পাৰ্টিলৈ তোক নামাতিমনে?

হেমেন : মই অহাটো দেউতাৰে ভাল পোৱা নাই।

গিৰি : কিন্তু তোক লগ পোৱা যে মোৰ নিতান্ত দৰকাৰ। বেছিদিন মই নাথাকোঁ ইয়াত, সেয়ে তোক মাতি পঠিয়ালো। সঁচায়ে ভাই কিমান দিন যে তোক লগ পোৱা নাই। পোন্ধৰ-ষোল বছৰ মানেই হ'ব চাগে।

হেমেন : ধেৎ ইমান দিন হ'বনে?

গিৰি : হ'বতো। সেই তাহানি কলেজত পঢ়া দিনৰে পৰা যি এৰাএৰি হ'ল, তাৰ পাছত জানো লগ পাইছোঁ? বাৰু কচোন—কেনে চলিছে তোৰ? চেহেৰা অৱশ্যে বেয়া দেখা নাই, বেছ নোদোকাটো হৈ পৰিছ।

হেমেন : নোদোকানো কি হ'বি? অৱশ্যে নিজকে মানুহ যেন লগা হৈছে।

গিৰি : চেহেৰা-পাতি হ'লে মই সঁচাকৈয়ে বৰ ভাল দেখিছোঁ।

হেমেন : বাহিৰৰ খিনিহে দেখিছ, ভিতৰৰ মানুহটোক একা? তোৰ স'তে এৰাএৰি হোৱাৰ পাছত কি যে বিপাণ্ডত পৰিছিলোঁ! তই চাগে শুনিছই সেইবোৰ কথা।

গিৰি : তোৰ দেউতাৰ কেনে আছে?

হেমেন : নোসোধাই ভাল। আছে আৰু! মোৰ লগতে আছে। যাবনো ক'লৈ? বাৰু কচোন—তোৰ কাম-বন কেনে চলিছে?

গিৰি : ভালেই বুলিব লাগিব। নিঃসঙ্গ জীৱন। আজৰিৰ অন্ত নাই। নানা ধৰণৰ লাগায়ে বান্ধ নোহোৱা কথাবোৰ মনতে পাগুলি থাকিবলৈ পাওঁ অফুৰন্ত অৱকাশ। (গিৰিয়ে এখন আঁওজা চকীত বহে।) অলপ আৰামকৈ বহি কথাকে পতা যাওক। চাওঁ ওচৰ চাপি আহ। (ওচৰৰে চকী এখন দেখুৱাই) বহ সেইখনতে।

হেমেন : (বহেহি) মোক চাহ-মেলৈলৈ মতাৰ বাবে কিন্তু তোক ধন্যবাদ দিব লাগিব।

গিৰি : কিয়?

হেমেন : এতিয়া বুজিছোঁ মোৰ প্ৰতি তোৰ আৰু কোনো ক্ষোভ নাই।
গিৰি : আৰে তোৰ প্ৰতি মোৰ আকৌ ক্ষোভ থাকিবলৈ যাব কিয়?
হেমেন : সেই ঘটনাটোৰ পাছত তোৰ মনত মোৰ প্ৰতি বিৰূপ ভাব ওপজাটো স্বাভাৱিক। তোৰ দেউতাৰো কথমপিহে ৰক্ষা পৰিল। উহ কি আপদে যে পাইছিল সেই সময়ত।
গিৰি : তোৰো যে কথাবোৰ হেমেন! সেইটো কাৰণতে তোৰ প্ৰতি মোৰ তেনে ভাব হ'বলৈ যাব কেলেই?
হেমেন : হোৱা বুলি দেউতাৰেই কৈছিল।
গিৰি : ইমানদিনে কিয় মোলৈ চিঠিপত্ৰ দিয়া নাছিলি এতিয়াহে বুজিছোঁ। ফটোৰ কাৰবাৰ আৰম্ভ কৰা কথাটোও তই মোক জনোৱা নাই।
হেমেন : তোক খবৰখাতি একোকে নিদিবলৈ দেউতাৰে দঢ়াই দঢ়াই কৈছিল।
গিৰি : বাৰু কচোন—এতিয়া কেনে লাগিছে? সকলো ভালদৰেই চলিছে নিশ্চয়।
হেমেন : (হুমুনিয়াহ কাঢ়ি) এৰা, অন্ততঃ অনুযোগ কৰাৰ থল নাই। প্ৰথমতে আচহুৱা যেন লাগিছিল। নতুন অৱস্থাৰ সৈতে নিজকে খাপ খুৱাবলৈ টান পাইছিলোঁ। কিন্তু উপায় কি? দেউতাৰ সেই অপূৰণীয় ক্ষতি, দহৰ আগত মুখ উলিয়াব নোৱৰা অৱস্থা।
গিৰি : তোৰ অৱস্থাটো মই বেছ অনুভৱ কৰিব পাৰিছোঁ।
হেমেন : কলেজ এৰিবলগীয়া হ'ল, ফিজ দিবলৈ টকা নাই। চাৰিওফালে ধাৰ-ঋণ—বিশেষকৈ তোৰ দেউতাৰৰ ওচৰত।
গিৰি : হুম্।
হেমেন : অতীতৰ স'তে সকলো সম্বন্ধ ছিঙি, নতুনকৈ জীৱন আৰম্ভ কৰাটোকে ভাল হ'ব বুলি ভাবিলোঁ। তোৰ দেউতাৰেও যথেষ্ট উদগনি দিলে—বিশেষকৈ মোৰ কাৰবাৰত তেখেতে.........
গিৰি : দেউতাই নে?
হেমেন : ফটোগ্ৰাফী শিকিবলৈনো মই টকা পালোঁ ক'ত? ষ্টুডিঅ' সাজি কাৰবাৰটো চলাবলৈ যথেষ্ট ধন লাগে।
গিৰি : তাৰ মানে দেউতাই তোক টকা দিও সহায় কৰিছে।
হেমেন : তেখেতে দেখোন তোলৈ এই বিষয়ে লিখা বুলি কৈছিল।
গিৰি : ঘূণাক্ষৰেও মোক জনোৱা নাই। হয়তো পাহৰিলে।
হেমেন : অকল কাৰবাৰতেই যে সহায় কৰিছে এনে নহয়, তেখেতে মোৰ বিয়াখনো পাতি দিছে।

গিৰি : তোক এনেদৰে সহায় কৰি হেমেন, দেউতাই অন্ততঃ এইটো প্ৰমাণ কৰিছে যে মই তেওঁক যিমান বেয়া বুলি ভাবোঁ সিমান বেয়া তেওঁ নহয়। তেওঁ যে অনুতপ্ত সেই বিষয়েও মোৰ আৰু কোনো সন্দেহ নাই।

হেমেন : অনুতপ্ত?

গিৰি : অৱশ্যে। বাৰু কচোন—বিবাহিত জীৱন কেনে লাগিছে?

হেমেন : খু-উ-ব সুখী মই। মোৰ দৰে ঘৈণী পাবলৈ যি কোনো পুৰুষেই কামনা কৰিব। শিক্ষাও একেবাৰে নাই বুলি ক'ব নোৱাৰ। বেছ বুধিয়ক। মিনা আৰু আগৰ সেই মিনাজনী হৈ থকা নাই বুজিছ।

গিৰি : মিনা?

হেমেন : অঁ ও, তহঁতৰ তাত কে কাম কৰিছিল, সেই মিনা।

গিৰি : দেউতাৰ যে ষ্টেন'টাইপিষ্ট আছিল, মাৰ অসুখৰ সময়ত ঘৰ-গৃহস্থালিৰ কাম-বনো চাইছিল, সেই মিনা হাজৰিকা?

হেমেন : অঁ।

গিৰি : লগ পালি কেনেকৈ?

হেমেন : তোৰ মাৰ ঢুকোৱাৰ পাছত মিনাৰ ওপৰতে ঘৰখনৰ সকলোবোৰ কামৰ হেঁচা পৰে। চম্ভালিব নোৱাৰি কামটো এৰি দিবলৈ তেওঁ বাধ্য হয়।

গিৰি : তাৰ পাছত?

হেমেন : কাম এৰাৰ পাছত আছিলগৈ মাকৰ লগত। বৰ ভাল মানুহ আছিল এই মাকগৰাকী। কিন্তু অৱস্থা স্বচ্ছল নহয়, মিনাৰো কাম-বন নাই, থকা ঘৰটোৰ কোঠা এটা ভাড়া দিবলগীয়া হ'ল......

গিৰি : আৰু তয়ে সেইটোত থাকিবলৈ ল'লিগৈ?

হেমেন : অৱশ্যে দেউতাৰৰ নিৰ্দ্দেশ মতেই কোঠাটো ভাড়ালৈ লৈছিলোঁ। তাতেই মিনাৰ সৈতে চা-চিনাকি হয়।

গিৰি : বাৰু হেমেন, এটা কথা কচোন—

হেমেন : কি?

গিৰি : তই যে ফটোগ্ৰাফী শিকিবলৈ লৈছিলি, দেউতাই যে তোক সহায় কৰা বুলি কৈছিলি সেয়া বিয়া বন্দোৱস্ত হোৱাৰ আগত নে পাছত?

হেমেন : পাছত। ফটোগ্ৰাফীৰ কামত তেওঁৰো ৰাপ আছে বুলি জানিহে ময়ো কাৰবাৰটোত হাত দিবলৈ সাহ কৰিলোঁ, উৎসাহ পালোঁ। এনলাৰ্জমেন্ট, ৰিটাচ্ কৰাৰ কাম মিনাই বহুতোখিনি জানিছিল, বুজিছ?

গিৰি : সকলো ফালেদি বেছ সুবিধা হৈ পৰিছিল দেখিছোঁ।

হেমেন : এৰা ভাই।

গিৰি : দেউতাকো জানিবা পাইছিলি ভগৱানৰ আশীৰ্বাদৰূপেহে।

হেমেন ঃ (আবেগেৰে) ঠিকেই কৈছ ভাই। বিপদৰ সময়ত তেখেতে দিছিল আশ্ৰয়। অসীম তেখেতৰ উদাৰতা।

(শইকীয়া আৰু বৰবৰাৰ সৈতে ভীমশেখৰ আহে। তেওঁলোকক দেখি হেমেনে আঁতৰি গৈ মেজত থকা এলবাম এখন মেলি লয়। ভীমশেখৰে মেজৰ ওপৰত থকা লেম্পটোৰ 'শ্বেড'খন ঘূৰাই নিজৰ মুখৰ ফালে পোহৰ পেলায়। এনেসে সীমা সোমাই আহি তেওঁক তেনে কৰা দেখি কয়)

সীমা ঃ লাইটৰ ফালে তেনেকৈ চাই থাকিব নালাগে। উজ্জ্বল পোহৰ তোমাৰ চকুৰ কাৰণে বেয়া। ব'লা ভিতৰলৈ যাওঁ।

(ভীমশেখৰ আৰু সীমা যায়। বীৰেন বৰুৱা ভিতৰৰপৰা খপজপাই ওলাই আহি মানুহবোৰৰ মাজেৰেই গুচি যায়।)

শইকীয়া ঃ কোনহে এওঁ?

বৰবৰা ঃ চিনি নাপাওঁ।

শইকীয়া ঃ (গিৰিক) চিনি পোৱানে তুমি?

গিৰি ঃ দেউতাৰ অফিচতে কাম কৰা কোনোবা চাগৈ।

বৰবৰা ঃ (হেমেনক) তুমি একা?

হেমেন ঃ ময়ো নিচিনো।

শইকীয়া ঃ সঁচাকৈয়ে বৰ অদ্ভুত ধৰণৰ মানুহ দিয়া।

বৰবৰা ঃ ইয়াতনো থাকি কিটো কৰিবা, ব'লা ভিতৰলৈকে।

শইকীয়া ঃ ব'লা

(বৰবৰা আৰু শইকীয়া যায়। সীমাই হাতত এটা টোপোলা লৈ পুনৰ আহে। টোপোলাত বীৰেন বৰুৱাৰ কাৰণে কিবা আনিছিল. বৰুৱাক নেদেখি—)

সীমা ঃ গ'লগৈ হ'বলা। পিতমল!

(পিতমলে "কি কৈছে আইদেউ" বুলি সঁহাৰি দি তপৰাই কোঠাটোলৈ আহে।)

সীমা ঃ সৌ বীৰেন বৰুৱাক এইখিনি দি আহাগৈ যোৱা। ক'বা মই দিয়া বুলি।

পিতমল ঃ মই থিতাতে দি আহিমগৈ আইদেউ।

(টোপোলাটো লৈ পিতমল যায়। সীমাও ভিতৰলৈ যায়।)

গিৰি ঃ (হেমেনৰ ওচৰ চাপি) তেন্তে তেখেতেই..........

হেমেন ঃ অঁ, মোৰ দেউতা।

গিৰি ঃ অথচ তেওঁলোকে সোধোঁতে ফটকৰে কৈ দিলি নিচিনো বুলি?

হেমেন ঃ চিনো বুলিয়েই বা কওঁ কেনেকৈ?

গিৰি : আচৰিত মানুহ দে তই।

হেমেন : মোৰ অৱস্থাত পৰা হ'লে বুজিলি হয়।

(বৰবৰা, শইকীয়া পুনৰ আহে।)

বৰবৰা : বাঃ বেছ জমিছেতো তোমালোকৰ। কলেজৰ দিনবোৰৰ কথা মনত পৰিছে হ'বলা?

শইকীয়া : (চিগাৰেট কেছ আগবঢ়াই) খাবানে হেমেন?

হেমেন : নাখাওঁ, ধন্যবাদ।

শইকীয়া : (নিজৰ বাবে এডাল চিগাৰেট উলিয়াই লৈ) এটা কৱিতাকে আবৃত্তি কৰাহে হেমেন।

বৰবৰা : বেছ জুতি লগা সৰু কৱিতা।

হেমেন : একোকে মনত নাই।

শইকীয়া : তেন্তে বৰবৰা, আমাৰ ইয়াতো নহ'ল।

বৰবৰা : কিবা হ'লে তাতেই হ'ব। ব'লা, আৰু এবাৰ চেষ্টা কৰোঁ।

শইকীয়া : ব'লা।

(বৰবৰা আৰু শইকীয়া যায়।)

হেমেন : ময়ো যাওঁ গিৰি, দেউতাৰক ক'বি।

গিৰি : কলৈ যাবি, ঘৰলৈ?

হেমেন : অঁ।

গিৰি : যা, ময়ো ওলাবগৈ পাৰোঁ।

হেমেন : নাই নাই, নাযাবি ভাই। মোৰ ঘৰত ৰং-ৰহইচৰ সোৱাদ নাপাৱ। দুখীয়া মানুহৰ ঘৰ। বিশেষকৈ এই ৰাজসিক চাহমেলৰ পাছত—থাওক ভাই, নালাগে যাব।

(সীমা আহে।)

সীমা : যোৱা নেকি হেমেন?

হেমেন : এৰা।

সীমা : মিনাক ক'বা মোৰ কথা।

হেমেন : নিশ্চয় ক'ম।

সীমা : ক'বা—দুই-এদিনতে যাম তোমালোকৰ সিফালে।

হেমেন : আহোঁ এতিয়া।

সীমা : যোৱা।

(হেমেনৰ লগত গিৰি ওলাই যায়। সীমাও ভিতৰলৈ যায়। কোঠাটোত সোমায়হি ভীমশেখৰ। হেমেনক গেটলৈকে আগবঢ়াই দি, উভতি আহি

গিৰিয়ে দেউতাকক লগ পায়। ভীমশেখৰ যাব খুজিছিল, কিন্তু গিৰিয়ে মাত দিয়ে।)

গিৰি : দেউতা।

ভীম : (উভতি চাই) অ', গিৰি.........

গিৰি : কথা এটা সোধোঁ বুলি ভাবিছোঁ।

ভীম : ইমাননো খৰ-খেদা কিয়? কাইলৈকো.....

গিৰি : কাইলৈ মই নাথকিবও পাৰোঁ।

ভীম : আলহী-দুলহীবোৰ যাওক। কিবা আলোচনা কৰিব খুজিছ যদি নিৰলে বহি...........

গিৰি : তোমাক এনেকৈ অকলে কাইলৈ যে পাম আশা নকৰোঁ।

ভীম : কি ক'ব খুজিছ ?

(আঁতৰৰ পৰা সঙ্গীতৰ সুৰ ভাঁহি আহে।)

গিৰি : সেই পৰিয়ালটোৰ এনে দুৰৱস্থা হ'বলৈ পালে কেনেকৈ?

ভীম : কাৰ কথা কৈছে?

গিৰি : হেমেনহঁতৰ।

ভীম : হুম্।

গিৰি : হেমেনৰ দেউতাক বীৰেন বৰুৱা আৰু তুমি দেখোন এসময়ত নলে-লগে লগা বন্ধু আছিলা।

ভীম : আছিলো কাৰণেই আজি মোৰ মান-সম্ভ্ৰমতো চেকা পৰিছে।

গিৰি : তাৰ বাবে অকল তেৰেঁই দায়ীনে?

ভীম : তেওঁৰ বাহিৰে আনক দায়ী কৰিবৰ কোনো কাৰণ দেখা নাই।

গিৰি : সেই কাঠৰ কাৰবাৰ জানো তোমালোক দুয়ো লগ লাগি কৰা নাছিলা?

ভীম : কিন্তু বীৰেনেহে আঁকিছিল কাঠৰ "কুপ"টোৰ সেই জাল নক্সাখন। সিহে চৰকাৰী ৰিজাৰ্ভত বেআইনীভাৱে গছ কটাইছিল। তাৰ ওপৰতহে আছিল কামৰ সকলো ভাৰ। সি কি কৰিছিল-নকৰিছিল শেহতহে মই গম পাইছিলোঁ।

গিৰি : বীৰেন বৰুৱাইও জানোচা তোমাৰ দৰেই আগতে একো নাজানিছিল।

ভীম : কিন্তু আইনৰ ঘৰত বীৰেন দোষী বুলি সাব্যস্ত হ'ল। মই খালাচ পালোঁ।

গিৰি : এৰা, তোমাৰ বিৰুদ্ধে কোনো প্ৰমাণ পোৱা নগ'ল।

ভীম : আজি হঠাতে এনেকৈ পুৰণি কথাবোৰ পাগুলিয়াবলৈ ল'লি কিয় গিৰি? অকালতে চুলি পকোৱা সেই দুৰ্ঘোৰ দুশ্চিন্তাবোৰৰ পৰা মই বিচাৰিছোঁ মুক্তি আৰু তই সেইবোৰকে মোক সোঁৱৰাই দিছ।

গিৰি : কিন্তু সেই দুৰ্ভগীয়া পৰিয়ালটোৰ........

ভীম : কি কৰিব লাগে মই? জেলৰ পৰা ওলাই অহাৰ পাছৰপৰা বীৰেনৰ গাটোও হ'ল অসুখীয়া। নিজে একো এটা কৰি খাবলৈ শক্তি নোহোৱা হ'ল। বুজিছ গিৰি, ইহঁতবোৰৰ দৰে মানুহে, অলপ নিকাৰ ভুঞ্জিবলগীয়া হ'লেই একেবাৰে ভাগি পৰে। বনৰীয়া হাঁহবোৰৰ গাত গুলী লাগিলেই পানীৰ তলি পোৱাৰ দৰেই হয় ইহঁতৰ অৱস্থা। সি যি কি নহওক, সকলো কথা ভাবিয়েই, নিজৰ মান-সম্ভ্ৰম ৰক্ষা কৰি কোনেও সন্দেহ নকৰাকৈ যিখিনি কৰিব পাৰি, সিহঁতৰ কাৰণে মই কৰিছোঁ।

গিৰি : মানুহে সন্দেহ কৰিব বুলি তেন্তে ভয় কৰা?

ভীম : বীৰেনক অফিচৰ নথিপত্ৰবোৰ নকল কৰিবলৈ দিওঁ। কাম বুলিবলৈ একোৱেই নাই, তথাপি যিমানখিনি পাব লাগে তাতোকৈ বেছি টকা মই তাক সদায়ে দি আহিছোঁ।

গিৰি : বেছিকৈ দিয়া, দিবাইতো (হাঁহে)।

ভীম : হাঁহিছ কিয়? বিশ্বাস কৰিব পৰা নাই হ'বলা। সম্ভৱ হোৱা হ'লে একাউন্টৰ বহীবোৰ তোক দেখুৱালোহেঁতেন। কিন্তু এনেবোৰ খৰচ একাউন্ট বহীত লিখিব নোৱাৰি।

গিৰি : (হাঁহি) এৰা, কিছুমান খৰচৰ হিচাপ নৰখাই ভাল।

ভীম : কি ক'ব খুজিছ তই?

গিৰি : হেমেনক ফটোগ্ৰাফীৰ কাম শিকাওঁতে কিমান ধন ভাঙিলা?

ভীম : আজি হঠাতে এই প্ৰশ্ন কিয়?

গিৰি : কাৰবাৰো হেনো সি তোমাৰ টকাৰেই আৰম্ভ কৰিছে?

ভীম : তথাপি কব সিহঁতৰ কাৰণে মই একো কৰা নাই বুলি!

গিৰি : তোমাৰ বন্ধু-পুত্ৰৰ বিয়াৰ পাছৰ পৰাই তাৰ কাম-কাজৰ ওপৰত চকু দিয়াৰ দায়িত্বও বাঢ়িল নহয়নে?

ভীম : কিবোৰ কথাযে কব তই !

গিৰি : সেই সময়ত তুমি মোলৈ এখন চিঠি লিখিছিলা। চুটি চিঠি। এদাঁতিত লিখিছিলা হেমেনৰ কোনোবা মিনা হাজৰিকাৰ লগত বিয়া হোৱা বুলি। কিন্তু কিয় লিখা নাছিলা এই মিনা হাজৰিকাই আমাৰ ঘৰত থাকি তোমাৰ ষ্টেন'ৰ কাম কৰা সেই মিনা বুলি?

ভীম : তই তাইৰ কথাকে ভাবি আছ বুলি........

গিৰি : তাইৰ কথা মই ভাবি থকা নাই, ভাবি থাকে এইখন ঘৰৰ আন কোনোবাইহে।

ভীম : ঔদ্ধত্যৰো এটা সীমা আছে গিৰি। কি আচৰিত মানুহ সেই অকৃতজ্ঞ হেমেনটো! এইবোৰ কথা ভাবিবলৈ দুঃসাহস তাৰ হ'ল কেনেকৈ?

গিৰি ঃ হেমেনে মোক একোকে কোৱা নাই। এনেবোৰ কথা সি কল্পনাও কৰিব নোৱাৰে।

ভীম ঃ তেন্তে কোনে তোৰ মূৰত এইবোৰ ধাৰণা সুমুৱাই দিলে?

গিৰি ঃ মৃত্যুৰ আগতে মোৰ দুৰ্ভগীয়া মা-ই তোমাৰ আৰু মিনাৰ সকলো কথাকে মোক কৈছিল।

ভীম ঃ মাৰে কৈছিল! মাৰেতো মোৰ বিৰুদ্ধে তোক সদায়ে কথা লগাইছিল। সেয়ে তয়ো মোক ভাল পাবলৈ নিশিকিলি।

গিৰি ঃ মাৰ গোটেই জীৱনটোৱেই গ'ল কষ্টত। অৱশেষত বৰণ কৰিবলগীয়া হ'ল শোক লগা মৃত্যু।

ভীম ঃ মাৰৰ তেনে অৱস্থা হৈছিল মনৰ বেমেৰুৱা অৱস্থাৰ কাৰণেই। তেওঁক জুৰুলা কৰিছিল অহৈতুক সন্দেহ অহৈতুক দুশ্চিন্তাবোৰে। তোৰো হৈছে একে অৱস্থা। দেউতাৰক অযথা সন্দেহ কৰ, অপমানজনক কথা কৱ। শুন গিৰি, তই এতিয়া ফুকলীয়া ল'ৰাটো হৈ থকা নাই, ডাঙৰ হৈছ, বুজন হৈছ। কিমান দিন আৰু এইদৰে অবাবত জীৱন কটাবি? কিবা এটা কৰ।

গিৰি ঃ এৰা, কিবা এটা কৰিবৰ সময় হ'ল।

ভীম ঃ কোনো কাম-কাজ নাই কাৰণে মনটোক এই বাজে চিন্তাবোৰে আগুৰি ধৰিছে। মাহেকীয়া দৰমহাটো লৈ হলটুগাঁৱত পৰি থাকিবৰে বা কি দৰকাৰ? মোৰ ওপৰত নিৰ্ভৰ নকৰি স্বাধীনভাৱে যদি কিবা কৰিব খুজিছ তাকে কৰ।

গিৰি ঃ কি কৰিম কোৱা।

ভীম ঃ তোক মোৰ কাৰবাৰৰ অংশীদাৰ কৰিব খুজিছোঁ। কৰ্ম্মচাৰীৰ দৰে নাথাকি মালিকৰ দৰে কাম-কাজ চা।

গিৰি ঃ মোক অংশীদাৰ কৰিবা?

ভীম ঃ অংশীদাৰ হ'লেও তই মোৰ লগত থাকিব নালাগে। লাগিলে তয়ে ইয়াৰ কাম চাবি, মই হলটুগাঁও নাইবা আন য'লৈকে যাব লাগে যাম।

গিৰি ঃ তুমি জঙ্গললৈ গৈ কাম চাবা?

ভীম ঃ মই ক'ৰবাত কিছুদিন সোমাই থাকি জিৰণি ল'ব খুজিছোঁ। মোৰ আৰু আগৰ দৰে কাম কৰিবৰ শক্তি নাই। চকুৰেও নমনা হৈ আহিছোঁ।

গিৰি ঃ চকু দেখোন তোমাৰ আগৰে পৰা বেয়া।

ভীম ঃ আগেয়ে ইমান বেয়া নাছিল। তদুপৰি কিছুদিন ইয়াৰ পৰা আঁতৰি থকাৰো............

গিৰি : এনে কিবা এটা যে তুমি কৰিম বুলি ভাবিব পাৰা মই কল্পনাও কৰা নাছিলোঁ।

ভীম : মতৰ যিমানেই অমিল নহওক, আমাৰ পিতা-পুত্ৰৰ সম্বন্ধটোক তই অস্বীকাৰ কৰিব নোৱাৰ। আৰু সেয়ে আমি ইজনে সিজনক বুজিবলৈ যত্ন কৰা উচিত।

গিৰি : এৰা। (মাতত তাচ্ছিল্যৰ ভাব প্ৰকাশ পায়।)

ভীম : কিছুদিন তই মোৰ লগত থাক। অকলে থাকি আৰু ভাল নলগা হৈছে। অৱশ্যে মনৰ জগতত মই সদায়েই অকলশৰীয়া। তথাপি এতিয়া বয়স বাঢ়ি অহাৰ লগে লগে মোৰ কাষত কোনোবা এজন থকাটো নিতান্ত দৰকাৰ বুলি অনুভৱ কৰিছোঁ।

গিৰি : সীমা চলিহা আছে দেখোন।

ভীম : তেৱেঁইতো ক'বলৈ গ'লে মোৰ এতিয়া একমাত্ৰ লগৰীয়া। মানুহজনী বুধিয়ক, ৰঙিয়াল, খং-ৰাগ নাই, মেজাজটো ভাল। তেওঁ আহিলে যেন ঘৰখনৰ চেহেৰাই সলনি হৈ যায়।

গিৰি : তেনেহ'লে তুমি যি বিচৰা তাকেই পাইছা।

ভীম : কিন্তু সদায়ে এনেকৈ থাকিবলৈ তেওঁ ৰাজী হ'ব কিয়? তদুপৰি দহজনৰ চকুত........

গিৰি : মানুহৰ কথালৈ কেৰেপ নকৰিলেই হ'ল।

ভীম : তয়ে কচোন, এনেদৰে থাকিবলৈ দিয়াটো জানো সঙ্গত হ'ব?

গিৰি : পোনপটীয়াকৈ কোৱা তুমি কি বিচাৰা!

ভীম : যদি সীমাক বিয়া কৰাব খোজোঁ তই মত দিবিনে?

গিৰি : কিয় নিদিম? নিশ্চয় দিম।

ভীম : কিন্তু মাৰৰ স্মৃতিৰ প্ৰতি তোৰ শ্ৰদ্ধা............

গিৰি : সেইবোৰ কথা ভাবি মই মূৰ ঘোলা নকৰোঁ।

ভীম : উহ মোৰ এটা ডাঙৰ দুশ্চিন্তা আঁতৰ হ'ল।

গিৰি : এই কাৰণেইতো তুমি মোক মাতি পঠিয়াইছিলা?

ভীম : কিয় তেনেকৈ কৈছ বাৰু?

গিৰি : মোক ইয়ালৈ মতাই আনি সমাজৰ দহজনক দেখুৱাব খুজিছা যে সীমা চলিহাৰ প্ৰতি তুমি আকৃষ্ট হ'লেও তোমাৰে-মোৰে পিতা-পুত্ৰৰ সম্বন্ধত ঘূণে ধৰা নাই। বাঃ সুন্দৰ অভিনয়।

ভীম : মোক, তোৰ দেউতাৰক, এইদৰে ক'বলৈ সঙ্কোচ বোধ কৰা নাই?

গিৰি : সঙ্কোচ কিহৰ? পিতা-পুত্ৰৰ, স্বামী-স্ত্ৰীৰ মাজত যি আপোন ভাব থাকে, এইখন ঘৰৰ পৰা সেইবোৰ কেতিয়াবাই নাইকিয়া হৈছে। পৰিয়ালৰ

বান্ধোন কেতিয়াবাই সুলকি গৈছে। মই কিন্তু তোমাক তাৰিফ নকৰি নোৱাৰোঁ। মানুহে যেতিয়া শুনিব দেউতাকৰ বিয়াৰ উলহ-মাহলত যোগ দিবলৈ পুতেক লৰৰি আহিছে, তেতিয়া মাৰ প্ৰতি কৰা তোমাৰ সকলো অন্যায়-অত্যাচাৰৰ কথা সিহঁতে পাহৰি যাব। সেই অৱহেলিতা ব্যথাতুৰা মাতৃৰ একমাত্ৰ সন্তানে পিতৃভক্তিৰ চানেকিৰে এই মুহূৰ্ত্ততে সকলো সমস্যাৰ সমাধান কৰি দিলে।

ভীম ঃ এই পৃথিৱীত বোধকৰোঁ তোতকৈ মোক আন কোনেও বেছি বেয়া নাপায়।

গিৰি ঃ কাৰণ, তোমাৰ সকলো কথাকে মই জানো।

ভীম ঃ জান মানে মাৰৰ পৰা শুনিছ। কিন্তু মাৰে সকলো সময়তে মোৰ প্ৰতি সুবিচাৰ কৰা বুলি.....

গিৰি ঃ (খণ্ডত) তুমি কি ক'ব খুজিছা, মই বুজিছোঁ। কিন্তু মাৰ দুৰ্বলতাৰ কাৰণে দায়ী কোন? শেহৰ গৰাকী এই মিনা হাজৰিকাই নহয়নে—যাক কৌশলেৰে তুমি হেমেনৰ হাতত গতাই দিছা?

ভীম ঃ তোৰ মাৰেও মোক এনেকৈয়ে কথা শুনাইছিল।

গিৰি ঃ অথচ হেমেনে একোকে নাজানে। অসীম নিৰ্ভৰশীলতাৰে সি নিজকে সমৰ্পণ কৰিছে সেইজনী তিৰোতাৰ ওচৰত। বেচেৰাই গম্‌কে নাপায় কি বিৰাট ফাঁকিৰ মাজত দিনে দিনে সি নিজকে নিঃশেষ কৰি দিবলৈ ধৰিছে।

ভীম ঃ দেখিছোঁ তোৰে-মোৰে মতৰ মিল কেতিয়াও নহ'ব। আমাৰ মাজত ব্যৱধান বহুতো।

গিৰি ঃ ময়ো সেই কথা ভালদৰে বুজিছোঁ আৰু সেয়ে এক মুহূৰ্ত্তও তোমাৰ স'তে এইখন ঘৰত থাকিবৰ ইচ্ছা মোৰ নাই।

ভীম ঃ তই গুচি যাবি?

গিৰি ঃ যাম। কাৰণ, মই আজি ভালদৰে উপলব্ধি কৰিছোঁ মোৰ জীৱনৰ উদ্দেশ্য কি, ব্ৰত কি?

ভীম ঃ কি তোৰ উদ্দেশ্য, কি তোৰ ব্ৰত?

গিৰি ঃ তোমাক ক'লে হাঁহিবাহে।

(সীমাৰ গান শুনা যায়।)

ভীম ঃ অকলশৰীয়া মানুহে ইমান সহজে হাঁহিব নোৱাৰে গিৰি।

গিৰি ঃ শ্ৰীমতী সীমা চলিহাই গান গাইছে শুনা। আলহীবোৰ আনন্দত বিভোৰ। তুমিও তালৈকে যোৱা।

(এইবুলি গিৰি গুচি যায়। ভিতৰৰ পৰা, গীতৰ অন্তত দিয়া হাত তালি আৰু হাঁহিৰ শব্দ ভাঁহি আহে। গিৰি যোৱাৰ ফালে চাই ভীমশেখৰে কয়)

ভীম : সি আকৌ কয়, পুৰণি কথাবোৰ ভাবি মূৰ ঘোলা নকৰে বুলি। সি আকৌ কয়, তাৰ মনৰ অসুখ হোৱা নাই বুলি; হুঃ।

(আলহীবোৰ যাবলৈ ভিতৰৰ কোঠাৰ পৰা ওলাই আহে আৰু লগে লগে মঞ্চ আন্ধাৰ হয়)

# দ্বিতীয় অঙ্ক

[ হেমেন বৰুৱাৰ ষ্টুডিঅ'। কোঠাটো বেছ আহল-বহল। সোঁ-বাঁও দুয়োফালে দুখনকৈ চাৰিখন দুৱাৰ। বাঁওফালৰ দুৱাৰ দুখনৰ মাজৰ ঠাই ডোখৰত সৰু ওখ মেজ এখনৰ ওপৰত আছে এটা ষ্টোভ। সোঁফালৰ দুৱাৰ দুখনৰ মাজত বেৰৰ পৰা অলপ আঁতৰত ৰখা হৈছে এখন চ'ফা, কেইখনমান চকী আৰু এখন ডেৰাজ থকা ডাঙৰ মেজ। মেজৰ ওপৰত শ্বেড লগোৱা টেবুল লেম্প এটা জ্বলি আছে। পাছফালৰ বেৰখনৰ সোঁমাজতো এখন দুৱাৰ। এইখন আনকেইখনতকৈ প্ৰায় দুগুণ বহল হ'ব; আৰু বিশেষভাৱে সজোৱা। দুৱাৰৰ বহল পতা দুখন দুয়োফালে হোঁহোকাই নি দুৱাৰখন মেলিব লাগে ; আনকেইখনৰ দৰে কব্জা লগোৱা নহয়। এই বহল দুৱাৰখনৰ চৌকাঠৰ দুয়ো দাঁতিয়ে বেৰৰ চাৰি ফুট মান ঠাই, কোঠাত পোহৰ সোমাবলৈ বুলি, কাচ লগাই দিয়া হৈছে। এই কাচ লগোৱা অংশত আৰু দুৱাৰকেইখনত তৰি থৈছে ডাঠ নীলা পৰ্দ্দা। ষ্টোভটোৰ কাষত এখন পুৰণি আঁওজা চকী। পাছফালে এদাঁতিত কিছুমান কিতাপেৰে এটা আলমাৰি। আলমাৰিৰ ওপৰত সৰু সৰু বাকচ, কেমিকেলৰ বটল, যন্ত্ৰপাতি কেতবোৰ, আৰু মেজৰ ওপৰত আছে কেইখনমান ফটো, কাগজ, তুলি আদি। কোঠাটোৰ নানা ঠাইত দেখা যায়—ফটো তোলা বেলেগ বেলেগ ধৰণৰ সা-সৰঞ্জামবোৰ। এইবোৰৰ সংখ্যা তাকৰ হ'লেও আৱশ্যকীয় আটাইখিনিয়েই আছে। পট উঠাত দেখা যায়—মিনাই চকী এখনত বহি চিলাইৰ কাম কৰি আছে। হেমীয়ে চ'ফাত বহি চকুত পোহৰ নপৰাকৈ হাতেৰে চকু ঢাকি এখন কিতাপ পঢ়িছে। হেমীৰ ফালে দুবাৰমান চাই মিনাই মাত দিয়ে ]

মিনা : হেমী—(হেমীৰ পঢ়াত মন। মাকে মাতা নুশুনে। মিনাই ডাঙৰকৈ মাতে) হেমী—

হেমী : কি মা?

মিনা : পঢ়ি থাকিব নালাগে, উঠ।

হেমী : আৰু অলপ সময়, এই পাতটো শেষ কৰিয়েই উঠিম মা।

মিনা ঃ জানই দেখোন, তই এনেকৈ পঢ়ি থকাটো দেউতাৰে অকণো ভাল নাপায় বুলি।

হেমী ঃ (কিতাপখন জপাই) দেউতাইতো পঢ়াকে ভাল নাপায়। (মিনাই চিলাই কৰি থকা কাপোৰখন আঁতৰাই থৈ মেজৰ পৰা হিচাপৰ বহি আৰু পেঞ্চিলডাল লয়)

মিনা ঃ আজি পাচলি কিমানৰ কিনিছিলোঁ হেমী?

হেমী ঃ দুটকা পঁচিশ নয়া পইচাৰ—

মিনা ঃ (বহীত লিখে) পাচলিৰো যি জুই-ছাই দাম হৈছে! কণী কিনিছিলোঁ নহয়, আৰু তেল এপোৱা, এটকা দহ নয়া পইচা—

হেমী ঃ দাইল আধা সেৰ, ৩৭ নয়া পইচা।

মিনা ঃ (বহীত হিচাপবোৰ লিখি থয়) খৰচবোৰ যে কেনেকৈ বাঢ়ি গৈ আছে জানো, ইয়াতকৈ যে কমত চলাবই নোৱাৰোঁ।

হেমী ঃ দেউতাইতো ৰাতি ভাত নাখাওঁ বুলিয়েই কৈছে। পাৰ্টিত নিশ্চত পেট ভৰাই খাই আহিব। আমাৰ কাৰণে অলপ খিচিৰী আৰু আলু ভাজি কৰিলেই হ'ব দেখোন।

মিনা ঃ ওঁ ৰ, সেই মানুহজনে যে ফটোবোৰ প্ৰিন্ট কৰিবলৈ দিছিল, তাৰ বাবে পালোঁ দুটকা।

হেমী ঃ বহুত পালা দেখোন!

মিনা ঃ এৰা, মানুহজন বৰ ভাল। (মিনাই চিলাইৰ কামখিনি পুনৰ হাতত লয়। আৰু হেমীয়ে পেঞ্চিলেৰে কাগজত ছবি আঁকি মাকৰ লগত কথা পাতি থাকে)

হেমী ঃ দেউতা পাৰ্টিৰ উলহ-মালহত আছে বুলি ভাবিলেই ভাল লাগে নহয়নে মা? বৰকাকতী ককাই-চাগৈ খু-উ-ব ডাঙৰ পাৰ্টি দিছে।

মিনা ঃ তেওঁৰ ল'ৰা গিৰিশেখৰ বৰকাকতীয়েহে দেউতাৰক মাতিছে। নহ'লে বুঢ়াৰ সৈতেনো আমাৰ কি সম্বন্ধ?

হেমী ঃ দেউতাই মোলৈকো কিবা খোৱা বস্তু আনিব বুলি কৈ গৈছে। কেইটামান সন্দেশ আনিলে যে মা, বৰ মজা হ'ব। এতিয়াও খাব পাৰিম, কাইলৈ পুৱা চাহৰ লগতো খাব পাৰিম। জানা মা, খোৱা বস্তুবোৰৰ কথা ভাবি ভাবি মোৰ দেখোন ভোকেই লাগি গৈছে। (বীৰেন বৰুৱা সোমায়হি। তেওঁৰ দুহাতে দুটা টোপোলা।)

মিনা ঃ বহুত পলম হ'ল দেখোন দেউতা?

বীৰেন ঃ অফিচ বন্ধই হৈ গৈছিল। কথমপিহে পালোঁগৈ।

হেমী ঃ কিবা নতুন কাম পালা নে ককা?

বীৰেন : (কাগজৰ টোপোলা এটা দেখুৱাই) সোণটি, এয়া বহুত কাম।
হেমী : আৰু ইটো কিহৰ টোপোলা?
বীৰেন : ওঃ এইটো? নাই নাই, আন কিবা বস্তু। মিনা আইদেউ, এইখিনি কাম কৰি এতাওঁতে বেছ কিছুদিন লাগিব।
(পাছফালৰ বহল দুৱাৰখনৰ পৰ্দা অলপ আঁতৰাই চাই)
বীৰেন : বাঃ বেছ। আটাইবোৰেই টোপনিত লালকাল। তাইও নিজে নিজেই চাগে সঁজাত সোমাইছেগৈ। বঢ়িয়া।
হেমী : ককা, অ' ককা—
বীৰেন : (উভতি চাই আগবাঢ়ি আহে) কি অ' সোণটি?
হেমী : সঁজাটোত তাই অসুবিধা নাপাবনে?
বীৰেন : নাই, নাপায়। সজাটো বেছ ডাঙৰ। নৰাবোৰ দি থৈছোঁ নহয়। বৰ আৰামত শুইছে। চাওঁ দিয়াচলাইটো—
(হেমীয়ে মেজৰ পৰা দিয়াচলাইটো লৈ ককাকক দিয়ে। বীৰেনে লৈ দাঁতিৰ দুৱাৰেৰে ভিতৰলৈ সোমাই যায়।)
হেমী : ককাই ইমানবোৰ কাম পোৱাত বৰ ভাল লাগিছে, নহয়নে মা?
মিনা : ওঁ।
হেমী : বাৰু দেউতাইনো পলম কৰিছে কেলেই? খোৱা শেষ হোৱাই নাইনে?
মিনা : নাই হোৱা চাগৈ।
(কিবা এটা বস্তু বিচাৰি বীৰেন বৰুৱা কোঠাটোলৈ পুনৰ আহে)
মিনা : কি লাগে দেউতা?
বীৰেন : কিবা এটা বস্তু, নাই—ঠিক আছে, ময়ে বিচাৰি ল'ম।
(আন এখন দুৱাৰেৰে ভিতৰলৈ সোমাই যায়।)
মিনা : হেমী, দেউতাক কি লাগে বিচাৰি দেগৈ যা।
(হেমী যোৱাৰ আগতে এটা জাগত পানী লৈ বীৰেন আকৌ আহে)
বীৰেন : গৰম পানী বিচাৰিছিলোঁ, পাইছোঁ।
হেমী : গৰম পানীৰে কিনো কৰিবা ককা?
বীৰেন : কৰিম কিবা।
হেমী : কোৱাচোন।
বীৰেন : চিয়াঁহীবোৰ গোট মাৰি গৈছে নহয়, গৰম পানীৰে পাতলাই ল'ব লাগিব বুজিছ!
মিনা : এতিয়াই লিখিবলৈ বহিবনে?
বীৰেন : আৰম্ভ কৰি থওঁ।
মিনা : সন্ধ্যা লাগি ভাগিল। খাই নলয় কিয়?

বীৰেন ঃ এতিয়াই খাবলৈ মন যোৱা নাই। ভোকো নাই। কামো কৰিবলগীয়া আছে বহুত। মোৰ কোঠাটোলৈ যেন এতিয়া কোনো নাযায়।
(বীৰেন বৰুৱা যায়।)

হেমী ঃ কোঠাটোত সোমাইনো কি কৰিব মা?

বীৰেন ঃ কৰিব আৰু কিবা। তোকনো সকলো কথা কেলেই?
(এনেতে হেমেন বৰুৱা সোমায়হি।)

হেমী ঃ মা, দেউতা আহিছে।
(হেমীয়ে বহাৰ পৰা উঠি হেমেনৰ ওচৰ পায়গৈ)

হেমী ঃ কি আনিছা?

মিনা ঃ আহি পাইছেহি মাত্র, আমনি নকৰ হেমী। আপোনাৰ আৰু পলম হ'ব বুলিহে ভাবিছিলোঁ। বহুতো মানুহ মাতিছিল নেকি?

হেমেন ঃ বাৰ-চৈধ্যজন হ'ব।

হেমী ঃ দেউতা—

মিনা ঃ কোন কোননো আহিছিল?

হেমেন ঃ সেই অফিছাৰবোৰ।

মিনা ঃ সকলোৰে লগত চা-চিনাকি, কথা-বতৰা হ'ল চাগৈ।

হেমেন ঃ গিৰিৰ লগতহে বেছি সময় কটালোঁ। দেউতা আহিলনে?

হেমী ঃ ককা কেতিয়াবাই আহিল। নিজৰ কোঠালৈ গৈছে, আমাক তালৈ যাবলৈ হাক দিছে।

মিনা ঃ (হাঁহি) গৰম পানীও এজাগ নিছে।

হেমেন ঃ (মিনাৰ ইঙ্গিত বুজি পাই হাঁহে) অ' বুজিছোঁ। খাওক দিয়া। অলপ শান্তি পায় যদি পাওক। বয়স হৈছে, কিন্তু খাটনি কমা নাই।
(বীৰেন বৰুৱা আকৌ আহে। পিন্ধনত এটা পুৰণি ড্ৰেচিং গাউন। মুখত এডাল পাইপ।)

বীৰেন ঃ কেতিয়া পালিহি?

হেমেন ঃ এইমাত্র।

বীৰেন ঃ ভীমশেখৰৰ ঘৰত মোক দেখিছিলিনে?

হেমেন ঃ তুমি ওলাই আহিবৰ সময়ত মই বাহিৰৰ কোঠাটোতে আছিলোঁ। তুমি অহাৰ পাছত মোৰো আৰু থাকিবলৈ মন নগ'ল। গুচি আহিলোঁ।

হেমী ঃ এই কোটটো পিন্ধিলে তোমাক বৰ ভাল দেখি দেউতা।

হেমেন ঃ হয়নে? আঁকৰীজনী! (ডিঙি বন্ধ কোটটো খোলে)
এইটো চকীখনত থ হেমী।
(হেমীয়ে কোটটো থয়।)

হেমেন : মিনা, মহেনক কোটটো কাইলৈ পুৰাই ওভোতাই দিবা। নাপাহৰিবা আকৌ।

মিনা : দিম, নাপাহৰোঁ।

হেমেন : উহ্ এতিয়াহে অলপ ভাল লাগিছে। ডিঙি বন্ধ কোটবোৰ পিন্ধিলে চেপা মাৰি ধৰা যেন লাগে।

(চকী এখনত বহে।)

হেমী : দেউতা, দিয়া।

হেমেন : কি?

হেমী : মোলৈ আনিম বুলি যে কৈছিলা—

হেমেন : এক্কেবাৰে পাহৰিলোঁ অ'!

হেমী : ইহ্ পাহৰিলে? কোন্নাচোন ক'ত থৈছা?

হেমেন : সঁচাকৈয়ে পাহৰিলোঁ সোণ। অৱশ্যে এটা বস্তু তোৰ কাৰণে আনিছোঁ।

হেমী : মই কৈছিলোঁ নহয় মা, দেউতাই কিবা আনিবই বুলি।

(আনন্দত হাত চাপৰি মাৰে।)

মিনা : দিব নহয়, ইমাননো অস্থিৰ হৈছ কেলেই?

(চকীত বহি হেমেনে পেন্টৰ জেপৰ পৰা কাগজ এখিলা উলিয়ায়)

হেমেন : ল এইখন—

হেমী : এইখন এখিলা কাগজহে।

হেমেন : এইখনক 'মেনু' বুলি কয় বুজিছ। আমাক কি কি খাবলৈ দিছিল সকলোবোৰ ইয়াতে লিখা আছে।

হেমী : (কন্দনামুৱা হৈ) ইচ্ দেউতা যে কি—

হেমেন : সঁচাকৈয়ে কৈছোঁ সোণ। মই পাহৰিলোঁ। বাৰু আহছোঁন ইয়ালৈ। কি কি খাইছিলোঁ তোক কওঁ শুন।

(অভিমান ভৰা চলচলীয়া চকুৰে হেমীয়ে হেমেনৰ ওচৰ পায়হি। হেমেনে মৰমেৰে তাইক আঁকোৱালি বুকুৰ মাজত সুমুৱাই লয়)

হেমেন : হেমী—সোণটি মোৰ, চাচোন তোৰ দেউতাৰ ইমান বেয়া। ডাঙৰ মানুহ বোৰৰ লগত বহি পেট ভৰাই খালে আৰু তোৰ কথা এক্কেবাৰে পাহৰি গ'ল।

(হেমীয়ে ইতিমধ্যে নিজকে সংযত কৰি লয়। দেউতাকৰ মৰম-সনা ব্যৱহাৰে তাইৰ অভিমান নাইকিয়া কৰি দিয়ে)

হেমী : ইহ্ নহয়, মোৰ দেউতা খু-উ-ব ভাল।

হেমেন : ভাল যদি চকু চলচলীয়া কিয়? চাওঁ—

হেমেন : দেউতা, এওঁক চিনি পাইছানে? গিৰিশেখৰ।

বীৰেন : (গিৰিৰ মুখলৈ ভালকৈ চাই) আমাৰ বৰকাকতী চাহাবৰ ল'ৰা। কি লাগে?

হেমেন : মোক লগ পাবলৈ আহিছে।

বীৰেন : অ' তোক লগ পাবলৈ আহিছে?

হেমেন : হয় দেউতা—

বীৰেন : মই যে কিবা ভয় কৰিছোঁ এনে নহয়—

গিৰি : (বীৰেন বৰুৱাৰ ওচৰ চাপি) লেফ্‌টেনেন্ট্ বৰুৱা, মই আপোনাৰ পুৰণি চিকাৰ কৰা ঠাইৰ পৰা আহিছোঁ।

বীৰেন : চিকাৰ কৰা ঠাই?

গিৰি : হন্টুগাঁৱত আপুনি দেখোন বহুত দিন আছিল।

বীৰেন : হন্টুগাঁও? এৰা, সেইখন ঠাইৰ বাট-ঘাট সকলো খু-উ-ব ভালকৈ চিনি পাওঁ।

গিৰি : আপুনি যে নামজ্বলা চিকাৰী আছিল সেই কথা এতিয়াও তাৰ মানুহৰ মুখে মুখে।

বীৰেন : ভালুক, পহু, বাঘ, হাতী কত মাৰিলো।

গিৰি : আজিকালিতো চিকাৰলৈ নাযায়েই চাগৈ।

বীৰেন : যাওঁ মাজে সময়ে। বাৰু গিৰি, হন্টুগাঁৱৰ হাবি-বনবোৰ আগৰ দৰেই আছেনে?

গিৰি : বহুতো গছ কাটিলে।

বীৰেন : কাটিলে? গছ কটাটো কিন্তু ভয়ঙ্কৰ কথা!

গিৰি : কিয়?

বীৰেন : গছবোৰেও ছেগ বুজি প্ৰতিশোধ লয়।

গিৰি : মুকলি ঠাইত থাকিবলৈ আপুনি ইমান ভাল পাইছিল—ইয়াতনো আছেহি কেনেকৈ?

বীৰেন : (হাঁহি হেমেনৰ ফালে চাই) বৰ বেয়া নহয় ইয়াত থাকিবলৈকো।

গিৰি : কিন্তু বননিৰ মৃদু বতাহ, মুকলিমূৰীয়া জীৱন, আৰু চৰাই-চৃকতিবোৰে ৰমলিয়াই থকা ঠাইত ফুৰা-চকা কৰাৰ সুবিধা নগৰত ক'ত পাব?

বীৰেন : হেমেন, গিৰিক দেখুৱামনে?

হেমেন : থাওক, এতিয়াই নালাগে।

গিৰি : কিনো?

হেমেন : বিশেষ একো নহয়। দিনে-পোহৰেও চাব পাৰিবি।

গিৰি ঃ আপুনি মোৰ লগত হল্টুগাঁৱলৈ ব'লক। তালৈ গৈ থাকিবলৈ নিশ্চয় আপোনাৰ বেচ ভাল লাগিব। ইয়াতনো থকাৰ আকৰ্ষণটো কি?

হেমেন ঃ আকৰ্ষণ?

গিৰি ঃ হেমেন-হেমীহঁত আছে অৱশ্যে। কিন্তু তথাপি আপোনৰ দৰে মুকলিমূৰীয়াকৈ থাকিবলৈ ভাল পোৱা এজনৰ পক্ষে—

বীৰেন ঃ (মেজত ভুকুৱাই) হেমেন, গিৰিক দেখুৱামেই।

হেমেন ঃ গোটেইখন দেখোন এন্ধাৰ।

বীৰেন ঃ ক'ত এন্ধাৰ? ধক্‌ধকীয়া জোনাক। গিৰিয়ে চাওক।
(বীৰেন বৰুৱাই বহাৰ পৰা উঠিব খোজে ; হেমেন আৰু গিৰিয়ে তেওঁক বাহুত ধৰি থিয় কৰাই দিয়ে।)

গিৰি ঃ কিনো দেখুৱাব?
(মিনাই বহি চিলাই কৰি আছিল, মাত দিয়ে)

মিনা ঃ একো অপুৰুগীয়া বস্তু নহয়।
(বীৰেন আৰু হেমেনে পাছফালৰ বহল দুৱাৰখনৰ পৰ্দা কোঁচাই পতা দুখন হোঁহোকাই দি দুৱাৰখন মেলি দিয়ে। গিৰিয়ে চ'ফাখনৰ ওপৰত থিয় হয়হি। বীৰেনে মুকলি দুৱাৰখনৰ কাষ চাপি যায়। মিনাই আগৰ দৰে বহি চিলাই কৰি থাকে। হেমী সোমাই আহি মিনাৰ ওচৰত থিয় হয়। মুকলি দুৱাৰখনেৰে দেখা যায়—নানা ধৰণৰ জাঁজ ভৰি থকা ঠাই এডোখৰ। অনুমান কৰিব পাৰি—ঠাই ডোখৰ পাছফালৰ বাৰাণ্ডাৰে এছোৱা। জোনৰ পোহৰ পৰাত ক'ত কি আছে বেচ ধৰিব পাৰি।)

বীৰেন ঃ গিৰি, এইখিনিলৈ আহি চোৱা।

গিৰি ঃ (ওচৰ চাপি) কিনো আছে?

বীৰেন ঃ চোৱাহিচোন বাৰু।

গিৰি ঃ হাঁহ-কুকুৰা পুহিছে নেকি আপুনি?

বীৰেন ঃ কুকুৰাবোৰ দিনতহে চাবলৈ ভাল।
(হেমীয়ে আগবাঢ়ি তেওঁলোকৰ ওচৰত থিয় হৈছিলগৈ।)

হেমী ঃ সৌটোযে সেই চুকটোত দেখিছে—

বীৰেন ঃ ওহোঁ এতিয়াই ক'ব নালাগে।

গিৰি ঃ পাৰও পুহিছে?

বীৰেন ঃ ওপৰত সিহঁতৰ বাঁহ সাজি দিছোঁ।

হেমেন ঃ বৰ ভাল জাতৰ পাৰ।

বীৰেন ঃ বেৰখনৰ দাঁতিত থকা সৌ বাকচবোৰ দেখিছানে?

গিৰি ঃ সেইযে জালেৰে বেৰ দি থৈছে—তাত কি আছে?

বীৰেন : শহাপহু।

গিৰি : আপুনিতো কম নহয়, শহাপহুও গোটাইছে।

হেমেন : পাছফালৰ বাৰীখনো দেউতাৰ এলেকা বুজিছ গিৰি। বেচ আহল-বহল ঠাই। সৰু সৰু গছ-গছনিও আছে, জোপোহাও আছে। কুকুৰা, শহাপহুবোৰ চৰি ফুৰে। মন গ'লে পিষ্টলটো লৈ দেউতাই তালৈকে—

বীৰেন : চাওঁ, এইফালে আগুৱাই আহাঁ। হেমী আঁতৰচোন। অঁ হ'ব। চাই পঠিউৱা সৌ চুকটোলৈ—বাঁহৰ সঁজা এটা দেখিছা নহয়?

গিৰি : নৰা দি থৈছেযে—

বীৰেন : নৰাবোৰৰ ওপৰত সেইটো কি শুই আছে?

গিৰি : কুকুৰা?

বীৰেন : ভালকৈ চোৱাচোন।

গিৰি : হাঁহ?

বীৰেন : ওঁ, হাঁহ।

হেমেন : কি হাঁহ কচোন?

গিৰি : ৰাজহাঁহ নিশ্চয় নহয়।

বীৰেন : বনৰীয়া পাতিহাঁহ।

হেমী : হাঁহটো মোৰ।

গিৰি : সঁজাটোৰ ভিতৰত তেনেকৈ থ'লে—

বীৰেন : বাৰীত এটা নিচেই সৰুকৈ পুখুৰী খন্দাইছোঁ। পানী পালে তাইক কোনে পায়!

মিনা : দেউতা, ঠাণ্ডা লাগিব আপোনাৰ।

হেমেন : চেঁচা সেমেকা বতাহবোৰ সোমাইছে।

বীৰেন : এৰা, সিহঁতবোৰো শোৱক।
(হেমেন আৰু হেমীয়ে পাছফালৰ দুৱাৰখন জপাই দিয়ে।)
দিনে-পোহৰে ভালকৈ চাবাহি গিৰি।
(বীৰেনহঁত আহি বহে। হেমীও মিনাৰ ওচৰতে বহেহি।)

গিৰি : কেনেকৈ ধৰিলে হাঁহজনীক?

বীৰেন : মই ধৰা নাই। এই নগৰৰ আন এজনেহে সেইফেৰা অনুগ্ৰহ কৰিলে।

গিৰি : সেইজন চাগৈ মোৰ দেউতা।

বীৰেন : ঠিক ধৰিছা।

হেমেন : কেনেকৈ জানিলি?

গিৰি : অনুমানতে ক'লোঁ। দেউতাৰ পৰা বহুতো বস্তু পোৱা বুলি তয়েই কৈছিলি দেখোন।

বীৰেন : ভীমেশেখৰে নাৱেৰে চিকাৰ কৰিবলৈ গৈ হাঁহজনীক দেখা পাই গুলীয়াইছিল। কিন্তু কি হ'ব—তেওঁৰ দৃষ্টি দুৰ্ব্বল। গুলী গৈ ঠিক ঠাইত নালাগিল। হাঁহজনী নমৰি ঘূণীয়া হৈ ৰ'ল।

হেমী : ডেউকাত গুলী লাগিছিল। সেয়ে বেচেৰী উৰিব নোৱাৰা হৈছে।

গিৰি : গুলী খাই তাই পানীৰ তললৈ ডুব দিছিল চাগৈ।

বীৰেন : (জিভা অলপ ডোৰোল খায়) বনৰীয়া হাঁহবোৰে তেনেকৈ ডুব মাৰেই। তলিত গৈ জাবৰ-জোঁথৰ যিহকে পায় তাতে কামোৰ মাৰি ধৰি থাকে। ওপৰলৈ আৰু নুঠে।

গিৰি : কিন্তু এইজনী দেখোন ওপৰলৈ উঠি আহিল।

বীৰেন : তোমাৰ দেউতাৰাৰ সেই বুধিয়ক কুকুৰটোৰ কাম বুজিছা। হাঁহজনীৰ পাছে পাছে সিও পানীৰ তলিলৈ গৈ তাইক কামোৰ মাৰি ওপৰলৈ তুলি আনিলে।

গিৰি : তাৰ পাছত আপুনি লৈ আহিল।

হেমেন : প্ৰথমতে দেউতাৰে পুহিব বুলিয়েই লৈ গৈছিল। কিন্তু বচাব নোৱাৰিব বুলি ভাবি পিতমলে মাৰি পেলাবকে খুঁজিছিল।

বীৰেন : মই জানিব পাৰি ততাতৈয়াকৈ গৈ লৈ আহিলোঁ।

গিৰি : ইযাত বেচ ভালেৰেই আছে নহয়নে?

হেমেন : খাই-বৈ নোদোকাজনী হৈছে। আগৰ বনৰীয়া পৰিৱেশৰ কথা পাহৰিলেই চাগৈ!

গিৰি : মুকলিলৈ বেছিকৈ ওলাবলৈ নিদিবি। অ' শুনচোন, তোৰ ইয়াৰে কোঠা এটা কেৰায়ালৈ দিবি বোলে।

হেমেন : কিয়? কাৰোবাক লাগে নেকি?

গিৰি : মোকে লাগে।

হেমেন : তোক?

মিনা : আপুনি কেনেকৈ থাকিব সেই কোঠাটোত?

গিৰি : পাৰিম থাকিব। যদি দিয়, কাইলৈকে মোক লাগে।

হেমেন : তই আহিলে মই ভালেই পাওঁ।

মিনা : কিন্তু—

হেমেন : কোঠাটো বৰ সৰু হ'লেও বেয়া নহয়। অৱশ্যে এখন খাট আৰু দুখনমান কাঠৰ চকীৰ বাহিৰে আন একো ফাৰনিচাৰ নাই।

গিৰি : মোকনো তাতকৈ বেছি কেলেই লাগিছে? সেয়ে হ'ব।

মিনা : কিন্তু দাঁতিৰ কোঠাটোৰ সেই দুজন—

গিৰি : আন কোনোবা আছে নেকি?

মিনা : আছে। এজন ডাক্তৰ, ৰমেন কটকী, আনজন—

হেমেন : মহেন দাস।

গিৰি : ৰমেন কটকীক মই চিনি পাওঁ।

মিনা : তেওঁলোক জানিবা মাণিকজোৰহে। কাম-কাজ বুলিবলৈ বিশেষ একো নাই। যথেষ্ট উচ্ছৃঙ্খল। মাজে মাজে গধূলি দুয়ো বেচ গোলাপী হৈ আহে দেশী মদবোৰ খাই।

গিৰি : (মিনাক) দেখিছোঁ মোক থাকিবলৈ দিবৰ ইচ্ছা তোমাৰ নাই।

মিনা : কেলেই নহ'ব? আপুনি কোঠাটো ভাড়ালৈ ল'লে ভালহে পাম।

হেমেন : তেন্তে তই এতিয়া ইয়াত, মানে টাউনতে থাকিবি?

গিৰি : ভাবিছোঁ।

হেমেন : কৰিবি কি?

গিৰি : কি কৰিম, জনা হ'লেতো কথাই আছিল। কিবা এটাযে কৰিব লাগিব সেইটো ঠিক, নহ'লে খুৱাব কোনে? সাত শত্ৰুৰুও যেন মোৰ দৰে দুৰ্ভগীয়া নহওক! কাৰযে শাওপাত খাই ভীমশেখৰ বৰকাকতীৰ ল'ৰা হৈ উপজিছিলোঁ ক'ব নোৱাৰোঁ। নিজৰ নামটো উচ্চাৰণ কৰিবলৈকে ঘিণ লগা হৈছে। ভীমশেখৰৰ পুতেক গিৰিশেখৰ নহৈ যদি আন কিবা হ'লোঁ হয়—

হেমেন : আন কিবা মানে?

গিৰি : কুকুৰ হৈ উপজিলেও চাগে ভাল হ'ল হয়!

হেমেন : হাৰে কুকুৰ হ'বলৈ যাবি কেলেই?

গিৰি : পানী তলিলৈ গৈ জেং-জাবৰবোৰ কামোৰ মাৰি ধৰি থকা হাঁহজনীক ওপৰলৈ অনা সেই কুকুৰটোৰ দৰে বুধিয়ক হ'ব পৰা হ'লেও—

গিৰি : কিবোৰযে বলকিছ বুজি নাপাওঁ।

হেমেন : নুবুজিলেও ক্ষতি নাই। বাৰু বাদ দে সেইবোৰ কথা। মই কাইলৈ পুৱা আহিম। (মিনাক) তোমাক অকণো দিগদাৰ নিদিওঁ। (হেমেনক) আহোঁ তেন্তে। কাইলৈ দেখা হ'ব। দেউতাৰ টোপনিত লালকাল। নজগাওঁ। (হেমীক) থাকিবা দেই।

হেমী : কাইলৈ আহিব।

গিৰি : নিশ্চয় আহিম। (মিনালৈ চাই) আহোঁ।

হেমেন : ৰ, ময়ো গৈছোঁ। এতিয়াই আহিম মিনা।

(হেমেন আৰু গিৰি দুয়ো ওলাই যায়।)

মিনা : (সমুখলৈ চাই) আচৰিত যেন নালাগেনে হেমী, এই কুকুৰ হ'বলৈ বিচৰা কথাটো।

হেমী ঃ তেওঁবা আকৌ কি অৰ্থ কৰিছে।
মিনা ঃ কিনো আকৌ বেলেগ অৰ্থ এটা হ'ব?
হেমী ঃ ক'ব নোৱাৰোঁ। কিন্তু কথাবোৰ পোনপটীয়াকৈ কোৱা নাই যেন লাগিল দেখোন।
মিনা ঃ সঁচাকৈয়ে সাঁথৰ যেন লাগে মানুহজনৰ কথাবোৰ।
(হেমেন আহে)
হেমেন ঃ ব'লা, ভাত খাওঁগৈ।
মিনা ঃ ব'লক।
হেমেন ঃ গিৰি আহি থাকিবলৈ ল'লে বেচ ভালেই লাগিব। সৰুকলীয়া বন্ধু— কি কোৱা?
মিনা ঃ কিনো ক'ম?
হেমী ঃ বৰ ভাল হ'ব মা।
হেমেন ঃ তুমিও আৰু। আগতে কোঠাটো ভাড়া দিবলৈ তুমিয়েই অস্থিৰ হৈ পৰিছিলা। এতিয়া গিৰিয়ে ল'বলৈ ওলালত দিবলৈ নোখোজা হৈছা।
মিনা ঃ মই ভাবিছোঁ গিৰিৰ দেউতাকৰ কথা। তেখেতে বা ভাল পায় নে নাপায়। আন কাৰোবাক দিব পৰা হ'লেও—
হেমেন ঃ মোৰ ঘৰ মই ভাড়া দিছোঁ। তাত তেওঁ মাতিবলৈ আহিব কেলেই?
মিনা ঃ বাপেক-পুতেকৰ নিশ্চয় কিবা কাজিয়া লাগিছে।
হেমেন ঃ লাগিবও পাৰে।
মিনা ঃ এতিয়া দেউতাকে ভাবিব—আপুনিয়েই গিৰিক—
হেমেন ঃ ভাবিবলৈ দিয়া। বুঢ়াই অৱশ্যে মোৰ কাৰণে যথেষ্ট কৰিছে। মই অকৃতজ্ঞ নহওঁ। কিন্তু সেইবুলি মই তেওঁৰ কিনা গোলামো নহয়।
মিনা ঃ তেখেতে বেয়া পালে দেউতাৰহে ক্ষতি হ'ব আটাইতকৈ বেছি। এতিয়াৰ দৰে কপিৰ কামবোৰ কৰিবলৈ নিদিবও পাৰে।
হেমেন ঃ নিদিলে ভালেই হয়।
মিনা ঃ কিয়?
হেমেন ঃ দেউতাৰ বয়স হৈছে। মই থাকোঁতে তেওঁ এনেভাৱে সহায়-সাৰথিহীন মানুহৰ দৰে কাম বিচাৰি ফুৰাটো মোৰ পক্ষে অপমানজনক। বিশ্বাস কৰা মিনা, এতিয়া সময় ভাললৈ আহিছে। আৰু চিন্তাৰ কাৰণ নাই। মোৰ আদৰ্শ উপলব্ধিৰ বাটত মই এতিয়া আগুৱাই যাব পাৰিম। মই আগুৱাই যাম মিনা।
(দেউতাকৰ কথা শুনি হেমীয়ে আনন্দত চিঞৰ মাৰি দিয়ে।)
হেমী ঃ দেউতা, তোমাৰ কামবোৰ শেষ কৰি আঁতালেযে বৰ ভাল হ'ব।

মিনা : হাই নকৰিবি। দেউতাই সাৰ পাব।

হেমেন : (স্থিৰ বিশ্বাসত, কিন্তু কোমলকৈ) মই কৃতকাৰ্য্য হ'মেই। এনে এদিন আহিব যেতিয়া—আৰু সেই কাৰণেই কোঠাটো ভাড়ালৈ দি আনৰ ওপৰত নিৰ্ভৰ কৰিব নলগা হোৱাটো মোৰ বাবে ভালেই হৈছে। আদৰ্শ উপলব্ধিৰ গধুৰ দায়িত্ব থকা মানুহ স্বাৱলম্বী হোৱা বাঞ্ছনীয়। জীৱনৰ সাধনাত সফল হ'বলৈ হ'লে, আনৰ ওপৰত নিৰ্ভৰ কৰিলে নচলে। (দেউতাকৰ ওচৰলৈ আহি চকীখনত ধৰি, আবেগেৰে—)

হেমেন : দেউতা, তুমি মোৰ ওপৰত, তোমাৰ একমাত্ৰ সন্তানৰ ওপৰত নিৰ্ভৰ কৰা। মই দুৰ্ব্বল নিশকতীয়া নহয়। নিশাৰ শেহত পোহৰে আমাক আদৰি ল'ব। কোনোবাদিনা কোনো এক শুভক্ষণত সাৰ পাই দেখিবা— (মিনালৈ চাই) তুমি বিশ্বাস কৰিব পৰা নাই হ'বলা?

মিনা : নকৰিম কিয়? ময়ো বিশ্বাস কৰোঁ। কিন্তু এতিয়া দেউতাক বিচনালৈ নিবৰ দিহা কৰোঁ আহক।

হেমেন : এৰা আহাঁ, ধৰাহি—

(দুয়ো বীৰেন বৰুৱাক বহাৰ পৰা উঠাবলৈ তেওঁৰ বাহুত ধৰে।)

(মঞ্চ আন্ধাৰ হয়)

# তৃতীয় অঙ্ক

[ হেমেন বৰুৱাৰ ষ্টুডিঅ'। সময় ৰাতিপুৱা। কোঠাটোত খিৰিকীবোৰেৰে বেলিৰ উজ্জ্বল পোহৰ পৰিছে। হেমেনে এখন ফটো 'ৰিটাচ্' কৰিছে। আন কিছুমান দাঁতিতে পৰি আছে। কিছু সময়ৰ পাছত মিনা সোমাই আহে। তেওঁৰ হাতত, কাপোৰৰ মোনাটোত, বজাৰ কৰি অনা বস্তু কেতবোৰ। ]

হেমেন : বৰ সোনকালে উভতিলা দেখোন?

মিনা : লৰালৰিকৈ যি পাৰোঁ কিনি আনিছোঁ।
(মেজৰ ওপৰত মোনাটো থয়।)

হেমেন : গিৰিৰ কোঠাটোত সোমাইছিলানে?

মিনা : সোমাই চাই আহিছোঁ। পানী-চানি পেলাই একাকাৰ কৰি থৈছে। ষ্টোভটো জ্বলাইছিল হ'বলা, তেল বেছিকৈ ওলাই জুই ওফন্দি উঠিলত নুমাবলৈ বাল্টিৰ পৰা পানী ঢালিলে চাগৈ।

হেমেন : প্ৰকাণ্ড গৰ্দ্দভ এটা, সি আকৌ সকলো কাম নিজে কৰিবলৈ যায়! অ' মিনা, গিৰিয়ে দুপৰীয়াৰ সাজ আমাৰ ইয়াতে খাব। ৰমেন আৰু মহেনকো কৈছোঁ।

মিনা : সিহঁতক আকৌ কেলেই মাতিলে?

হেমেন : গিৰিক ক'বলৈ যাওঁতে দুৱাৰ মুখতে ল'গ পালো, কি কৰিবা? হৈ যাব দিয়া যি আছে তাৰে। যা-যোগাৰনো আৰু কি বিশেষ কৰিব লাগিছে? আমি যি খাওঁ তাকে খাব। অলপ সৰহীয়াকৈ ৰান্ধিলেই হ'ল।
(বীৰেনে 'হেমেন' বুলি মাতি সোমাই আহে, কিন্তু মিনাক দেখি থমকি ৰৈ যায়।)

মিনা : কিবা লাগে নেকি দেউতা?

**বীৰেন** : নাই নাই, নালাগে একো।
(বীৰেন গুচি যায়। মিনাই মেজত থোৱা মোনাটো হাতত লয়।)

মিনা : চাব, দেউতা যেন এতিয়া আৰু ক'লৈকো ওলাই নাযায়।

হেমেন ঃ চাম বাৰু। হেৰা, ৰমেন আৰু মহেনৰ কাৰণে অলপ কেচা বিলাহীৰ চাটনি কৰিবাহে। কালি ৰাতিও হেনো বাৰুকৈয়ে এপালি ধৰিছিল। বহুত বেলিকৈহে উভতিছে।

মিনা ঃ বাৰু। কিন্তু তেওঁলোক সোনকালে ওলালেহিহে লেঠা হ'ব।

হেমেন ঃ সোনকালে আহিব নালাগে দেখোন। আহিলেও আহিব। তুমি খৰধৰ কৰিব নালাগে। ৰন্ধা হ'লে খাব, নহ'লে বহি থাকিব।

মিনা ঃ মই যা-যোগাৰ কৰোঁগে। আপুনিও ফটোখনৰ কামটো শেষ কৰি পেলাওক।

হেমেন ঃ (কিঞ্চিৎ বিৰক্তিৰে) কাম নকৰাকৈ হাত সাবটি বহি আছোঁনে? কৰিয়েই আছোঁ দেখোন!

মিনা ঃ এই কামটো শেষ হ'লে তেও কিছু আহৰি পাব।
(মিনা যায়। বীৰেন বৰুৱাই পুনৰ ভুমুকিয়ায়।)

বীৰেন ঃ বৰ ব্যস্ত হেঁা?

হেমেন ঃ এই ফটোকেইখন 'ৰিটাচ' কৰিব লাগে।

বীৰেন ঃ হুঁ, বৰ ব্যস্ত তেন্তে!
(বীৰেন অদৃশ্য হয়। হেমেনে কিছু সময় কাম কৰি পাছফালৰ দুৱাৰখনৰ ওচৰলৈ গৈ ভিতৰত থকা দেউতাকক সোধে।)

হেমেন ঃ কিনো কৰিছা দেউতা?

বীৰেন ঃ (ভিতৰৰ পৰা অভিমানৰ সুৰত) মোৰনো কিবা কাম থাকিব নাপায়নে? ময়ো বৰ ব্যস্ত।

হেমেন ঃ হয় নেকি? তেন্তে আমনি নকৰোঁ।
(হেমেনে নিজৰ কামত ধৰেহি। বীৰেনে পুনৰ ভুমুকিযায়)

বীৰেন ঃ সিমান ব্যস্ত নহয় অৱশ্যে।

হেমেন ঃ তুমি কপিৰ কামবোৰ কৰিছা বুলি ভাবিছিলোঁ।

বীৰেন ঃ মই কিবা সিহঁতৰ কিনা গোলামনে, সকলো সময়তেযে সিহঁতৰ কাম-সোপাকে কৰি থাকিম?

হেমেন ঃ কেলেই গোলাম হ'বলৈ যাবা?

বীৰেন ঃ মই ইটো কামৰ কথাহে—

হেমেন ঃ বাহিৰৰ দুৱাৰখন মেলি দিমগৈনে?

বীৰেন ঃ দিলে বোধকৰোঁ একো ক্ষতি নহ'ব।

হেমেন ঃ ৰ'বা তেন্তে। (হেমেনে তপৰাই ভিতৰলৈ সোমাই যায় আৰু খন্তেক পাছতে উভতি আহে।)
দুৱাৰখন মেলি দিছোঁ যোৱা।

বীৰেন ঃ তই নাহ জানো?

হেমেন ঃ (একমুহূর্ত কিবা ভাবি) ব'লা বাৰু।
(কিন্তু মিনাক কোঠাটোল সোমাই অহা দেখি)

হেমেন ঃ মই নাযাওঁ দিয়া। এই কামবোৰ পৰি আছে। সোনকালে শেষ কৰিব লাগে।
(বীৰেন যায়।)

মিনা ঃ দেউতা বাৰীত সোমালগৈ হ'বলা?

হেমেন ঃ অসময়ত ওলাই যোৱাতকৈ সেইবোৰতে লাগি থকা ভাল।

মিনা ঃ সেইটো অৱশ্যে হয়।

হেমেন ঃ খোৱাৰ যা-যোগাৰ হৈছেগৈনে?

মিনা ঃ হ'বগৈ। পিছে এইখন মেজতে খাবলৈ দিওঁ—কি বোলে?

হেমেন ঃ কোনো গ্ৰাহক এইবেলা নাহে চাগৈ?

মিনা ঃ মিষ্টাৰ আৰু মিছেছ শৰ্ম্মা, নতুনকৈযে বিয়া কৰাইছে, তেওঁলোক অহাৰ কথা আছিল, মই আবেলি আহিবলৈ কৈছোঁ। ময়ে তুলিম তেওঁলোকৰ ফটো।

হেমেন ঃ তেন্তেতো কোনো কথাই নাই। দিয়া ইয়াতে—

মিনা ঃ এতিয়াও যথেষ্ট পলম আছে। মাংস বহোৱাই নাই। আপুনি আৰু কিছু সময় কাম কৰিব পাৰিব।

হেমেন ঃ কৰিম, কৰিম। কাম নকৰাকৈ বহি নাথাকোঁ।

মিনা ঃ এতিয়া অলপ বেছিকৈ খাটিলে ভৱিষ্যতে জিৰাবলৈ সময় পাব।
(মিনা যায়। বীৰেনে ভুমুকিয়ায়।)

বীৰেন ঃ হেমেন—

হেমেন ঃ কি হ'ল দেউতা?

বীৰেন ঃ পানীৰ টাবটো আঁতৰাব লাগিব।

হেমেন ঃ তাকেতো মই অতপৰে মেক কৈ আছিলোঁ।

বীৰেন ঃ কৈছিলি অৱশ্যে—
(বীৰেন যায়। হেমী আহে। হেমেনে কামত মন দিয়ে।)

হেমী ঃ দেউতা—

হেমেন ঃ কি লাগে?

হেমী ঃ একো নালাগে, এনেয়ে—

হেমেন ঃ হুঃ এনেয়ে! মাৰে হ'বলা মই কাম কৰিছোঁ নে নাই চাবলৈ পঠিয়াইছে।

হেমী ঃ ইহ্ নহয় আকৌ—

হেমেন ঃ মাৰে কি কৰিছে?

হেমী : মাংসৰ আঞ্জাখন ৰান্ধিছে।
(হেমেনৰ ওচৰ চাপি।)
দেউতা ময়ো কিবা কৰোঁ দিয়া—

হেমেন : ইহ্ সহায় কৰি দিবলৈ আহিছে চোৱাঁ। কিটো কৰিবি তই? থাক নালাগে। মই অকলেই কৰিব পাৰিম। শক্তিয়ে কুলায় মানে অকলেই সকলো কাম কৰিম। মোৰ কাৰণে তইঁতে ইমান ভাবিব নালাগে হেমী। মোৰ যদি গাটো ভালে থাকে—

হেমী : দেউতাইযে কিবোৰ কয়—
(হেমেনে ফটোত মন দিয়ে। হেমীয়ে ইফালে-সিফালে চাই পাছফালৰ দুৱাৰমুখত থিয় হয়গৈ।)

হেমেন : ককাৰে কি কৰিছে অ'—?

হেমী : নলা এটা খান্দিছে হ'বলা।

হেমেন : অকলে পাৰিছে জানো? ময়ে বা কৰোঁ কি? এইসোপা কাম—

হেমী : দেউতা, মোক দিয়াচোন তুলিডাল, ময়ে অলপ আঁকো।

হেমেন : যাঃ নালাগে, চকু বিষাব।

হেমী : নিবিষায়, দিয়াচোন।

হেমেন : কাম অৱশ্যে বেছি নাই।

হেমী : দিয়ানা তুলিডাল।

হেমেন : ল বাৰু। মোৰ হ'লে দোষ নাই দেই।
(হেমীক তুলিডাল দিয়ে।)

হেমী : বাৰু বাৰু, ভয় কৰিব নালাগে—
(হেমীয়ে কাম কৰা চাই হেমেনে কয়)

হেমেন : তই দেখোন বেছ শিকিছ অ'। বাৰু, এইখিনি অলপ ৰিটাচ্ কৰ। মই এতিয়াই আহিম।
(এইবুলি হেমেন দেউতাকৰ ওচৰলৈ যায়। হেমীয়ে ফটোৰ কামত মন দিয়ে। এনেতে গিৰি সোমাই আহে।)

গিৰি : হেমী—

হেমী : অ' আপুনি? মই দেউতাক কওঁগৈ আপুনি অহা বুলি।

গিৰি : হেমেনে কি কৰিছে?

হেমী : ককাৰ স'তে বাৰীত কিবা কৰিছে।

গিৰি : থাওক, মাতিব নালাগে।
(গিৰিশেখৰ বহে।)

হেমী : ইচ্ কোঠাটোযে কি হৈ আছে!
(হেমীয়ে ফটোবোৰ আঁতৰাই থ'ব খোজে।)

গিৰি ঃ সেইবোৰ আঁতৰাইছা কেলেই? কাম জানো শেষ হ'ল?

হেমী ঃ নাই হোৱা। সেয়ে দেউতাক মই অলপ সহায় কৰিছিলোঁ।

গিৰি ঃ তুমি তেন্তে কাম কৰা, মই যাওঁ।
(যাবলৈ থিয় হয়।)

হেমী ঃ বহকচোন।
(গিৰিয়ে ফটোষ্টেণ্ডৰ ওচৰ চাপি ফটোখন চায়)

গিৰি ঃ তুমিও তেন্তে কিছু কাম শিকিছা।

হেমী ঃ নাই নাই, তেনেকৈ বিশেষ একো শিকা নাই।

গিৰি ঃ হাঁহজনীয়ে কালি ৰাতি ভালকৈ টোপনি গৈছিলনে?

হেমী ঃ গৈছিল চাগে।
(গিৰিয়ে পাছফালৰ দুৱাৰখনৰ ওচৰলৈ গৈ ভিতৰলৈ চাই পঠিয়ায়)

গিৰি ঃ সৌজনী—তাতে আছে। আজি বেলিৰ পোহৰত তাইক বহুত বেলেগ যেন লাগিছে।

হেমী ঃ কিয় জানো বেলেগ বেলেগ সময়ত তাইক বেলেগ বেলেগ যেন লাগে।

গিৰি ঃ তুমিও বেচ লক্ষ্য কৰিছা দেখিছোঁ।
(হেমীয়ে হাঁহে।)

গিৰি ঃ সেই বনৰীয়া হাঁহজনীক তুমি বৰ মৰম কৰা?

হেমী ঃ ওঁ।

গিৰি ঃ তাইৰ লগত উমলি থাকিবলৈ বৰ মন যায়, হয়নে?

হেমী ঃ সুবিধা পালেই মই তাইৰ ওচৰলৈ যাওঁ।

গিৰি ঃ পিছে স্কুললৈ একা?

হেমী ঃ ওঁহো, নাযাওঁ। চকুৰ অসুখটোৰ কাৰণে দেউতাই যাবলৈ নিদিয়ে। মহেন খুৰাই মাজে মাজে আহি ঘৰতে পঢ়ায়। দেউতাই পঢ়াম বুলি কয়, কিন্তু নপঢ়ায়। আজৰিকে নাপায় দেখোন।

গিৰি ঃ তোমালোকৰ ঘৰতো দেখিছোঁ যথেষ্ট কিতাপ আছে।

হেমী ঃ থাকিলে কি হ'ব? আটাইবোৰেই ইংৰাজী কিতাপ। মই পঢ়িব পৰা এখনো নাই। পিছে ছবিবোৰ হ'লে চাওঁ দেই।

গিৰি ঃ নানা দেশৰ, নানা তৰহৰ ছবিবোৰ চাই, সেইবোৰ দেশলৈ যাবলৈ মন নাযায়নে?

হেমী ঃ মা-দেউতাক এৰি মোৰ ক'লৈকো যাবলৈ মন নাযায়। সদায়ে ঘৰতে থাকি মা-দেউতাক কামত সহায় কৰি দিবলৈহে বেছি ভাল লাগে।

গিৰি ঃ ফটোবোৰৰ কামত?

হেমী : আন কামো কৰোঁ। মই ছবিও আঁকো। ডাঙৰ হ'লে মই সেই কিতাপবোৰত থকা ছবিৰ দৰে ছবি আঁকিম।

গিৰি : দেউতাৰাই এই বিষয়ে কি কয়?

হেমী : ছবি আঁকাতকৈ বাঁহ-বেতৰ কাম কৰাটোহে দেউতাই বেছি পছন্দ কৰে। দেউতাই অৱশ্যে ঠিকেই কৈছে। সেইবোৰ কাম শিকা হ'লে হাঁহজনীৰ কাৰণে এটা ধুনীয়া সঁজা মই নিজেই সাজিব পাৰিলোহেঁতেন।

গিৰি : ওঁ পাৰিলাহেঁতেন। আৰু বোধকৰোঁ সাজিবও লাগিছিল, বিশেষকৈ—

হেমী : হাঁহজনী মোৰেই যেতিয়া—

গিৰি : এৰা, হাঁহজনী তোমাৰেই।

হেমী : কিন্তু দেউতা আৰু ককাই বিচাৰিলে মই তেওঁলোককো দিওঁ।

গিৰি : তেওঁলোকেনো হাঁহজনী লৈ কি কৰে?

হেমী : কিনো কৰিব আৰু? মোৰ দৰে নোমলে। কিন্তু তেওঁলোকেও তাইক বৰ মৰম কৰে। তাইৰ বৰ যতন লয়। খাবলৈ দিয়ে, থাকিবলৈ সুবিধা কৰি দিয়ে।

গিৰি : তোমালোকৰ আটাইবোৰ পোহনীয়া জন্তুৰ ভিতৰতে দেখিছোঁ হাঁহজনীয়েই আপুৰুগীয়া।

হেমী : বেচেৰীযে একেবাৰে অকলশৰীয়া। আনবোৰৰ দৰে তাইৰযে উমলিবলৈকে লগ নাই। চাওকচোন ক'ত আছিল, কোনখিনি পাইছেহি! ভাবিলে বেয়াই লাগে। আমি নাচালেনো তাইক কোনে চাব?

গিৰি : তাই আছিল পানীৰ অটল তলিত।

হেমী : (হাঁহি উঠিব খোজে) অটল তলি বুলি ক'লে কিয়?

গিৰি : কি ক'ব লাগিছিল তেন্তে?

হেমী : অকল তলি বুলিলেই হয় দেখোন।

গিৰি : কথা একেটাই।

হেমী : তথাপি অটল তলি বুলি ক'লে কিবা আচহুৱা যেন লাগে দেখোন। এনেকুৱাবোৰ শব্দ বুজিবলৈকো টান পাওঁ। পিছে এটা কথা—

গিৰি : কি?

হেমী : ককাৰ সেই বাৰীখনকো—মানে সেই হাঁহ, পাৰ, কুকুৰা, শহাপহু— সেইবোৰ থকা ঠাইডোখৰকো, ভাবি চালে, আপুনি কোৱা সেই পানীৰ অটল তলি যেনেই লাগে, কিন্তু তেনেবুলি ক'বলৈ গ'লে মানুহে হাঁহিবহে।

গিৰি : কিয়?

হেমী ঃ সেইডোখৰ ঠাইতো নৈ নহয়, সাগৰো নহয়। সিমান পানী নায়েই দেখোন তাত।

গিৰি ঃ (হেমীৰ ফালে স্থিৰভাৱে চাই) তোমাৰ মনত এই বিষয়ে অকণো সন্দেহ নাইনে?

হেমী ঃ (আচৰিত হৈ) আমাৰ ঘৰৰ পাছফালৰ বাৰী বুলি?

গিৰি ঃ ওঁ।

হেমী ঃ (গিৰিশেখৰৰ কথা শুনি হেমীয়ে তবধ মানে। থৰ লাগি তেওঁৰ ফালে চাই থাকে। এনেতে মেজত পৰা বগা কাপোৰ এখন লৈ মিনা সোমাই আহে।)

গিৰি ঃ মই অলপ আগতে আহিলোঁ।

মিনা ঃ আহিল ভালেই কৰিলে। বহক। ৰন্ধাও প্ৰায় শেষ গৈছে। হেমী, মেজৰ বস্তুবোৰ আঁতৰা।

(হেমীয়ে বস্তুবোৰ আঁতৰায়। মিনাই মেজত কাপোৰখন পাৰে।)

গিৰি ঃ তুমিও ফটো ৰিটাচ্ কৰিব পাৰা হেনো?

মিনা ঃ পাৰোঁ।

হেমী ঃ মাই ফটো তুলিবলৈকো জানো।

গিৰি ঃ সঁচাইনে?

মিনা ঃ নিজে নিজেই শিকিছোঁ।

গিৰি ঃ কাৰবাৰটো তেন্তে তুমিয়েই চলোৱা?

মিনা ঃ তেখেতৰ আজৰি নিচেই কম।

গিৰি ঃ বেছিভাগ সময় দেউতাকৰ লগত লাগি থাকোঁতেই যায় চাগৈ।

মিনা ঃ নহয়, মানে—ফটো তোলাটোকে তেখেতে একমাত্ৰ কাম বুলি নাভাবে।

গিৰি ঃ কিন্তু কাৰবাৰটো লৈছে যেতিয়া ফটো নুতুলি উপায় কি?

মিনা ঃ তেখেত সাধাৰণ ফটোগ্ৰাফাৰৰ দৰে নহয়।

গিৰি ঃ কেনেকুৱা হ'বলৈ যাব?

(বাৰীত গুলীউৰা শব্দ হয়।)

গিৰি ঃ কোনে গুলীয়াইছে?

মিনা ঃ তেখেতসকলে চাগৈ।

হেমী ঃ বাৰীত কিবা চিকাৰ কৰিছে হ'বলা।

(গিৰিয়ে পাছফালৰ দুৱাৰমুখৰ ওচৰলৈ গৈ ভিতৰলৈ চাই ডাঙৰকৈ সোধে)

গিৰি ঃ হেমেন, কি গুলীয়াইছ অ'?

হেমেন : (ভিতৰৰ পৰা চিএৰি) আৰে গিৰি, তাই কেতিয়া আহিলি?
(কোঠাটোলৈ সোমাই আহে।)
গিৰি অহা বুলি মোক কোৱা নাই কিয় হেমী?

গিৰি : ঘৰৰ পাছফালেনো চিকাৰ কৰিবলৈ যায়নে?

হেমেন : (পিস্তলটো দেখুৱাই) এই পিস্তলটোৰে গুলীয়াওঁ কিবাকিবি?

মিনা : পিস্তলটোৰে আপোনালোকে কিবা অঘটন নঘটাই নেৰিব দেখিছোঁ !

গিৰি : তয়ো চিকাৰ কৰ?

হেমেন : দেউতাৰ কাৰণেই যাওঁ। কুকুৰা, শহা গুলীয়াওঁ। লগত থাকিলে দেউতাই ভাল পায়।
(পিস্তলটো চেল্‌ফৰ ওপৰত থয়।)
হেমী, পিস্তলটোত গুলী খাজি থৈছোঁ, নুচুবি।

গিৰি : তহঁতৰ এটা বন্দুকো আছে নহয়?

হেমেন : কিবা এটা বেয়া হৈছে। চফা-চুফা কৰি থৈ দিছো।
(হেমীযে গিৰিৰ ওচৰলৈ আহি পাছফালৰ দুৱাৰখনেৰে ভিতৰলৈ চাই কয়।)

হেমী : হাঁহজনী চাওক। ইয়াৰ পৰা বৰ ভালকৈ দেখি।

গিৰি : এৰা, ডেউকা এখন বাৰুকৈয়ে ঘূণীয়া হৈছে। দাঙিব পৰা নাই। ভৰি এখনো চোঁচৰাই নিছে।

হেমী : ডেউকাখনত গুলী লাগিছিল। আৰু সেইখন ভৰিতে কামোৰ মাৰি ধৰিছিল কুকুৰটোৱে।

হেমেন : গুলী আৰু কুকুৰৰ কামোৰ খাইও তাই কেনেকৈ জীয়াই আছে সেই কথা ভাবিলেহে আচৰিত হওঁ।

গিৰি : (হেমীলৈ অৰ্থপূৰ্ণভাৱে চাই) আৰু পানীৰ অটল তলিত ইমান পৰ থকাৰ পাছতো—

হেমী : (হাঁহি) অঁ।

মিনা : (মেজত দুই-এপদ খোৱা বস্তু থৈ) উহ্‌ হাঁহজনীৰ কথাকে কিমান পাতি থাকে আৰু?

হেমেন : খোৱা আনিলাই?

মিনা : হেমী, আহচোন—
(হেমী আৰু মিনা যায়। গিৰিয়ে হাঁহজনীলৈ চাই থাকে।)

হেমেন : তেনেকৈ চাই থকাটো দেউতাই ভাল নাপায় অ' গিৰি।
(গিৰি আঁতৰি আহে। হেমেনে পাছফালৰ দুৱাৰৰ পৰ্দাখন ভালকৈ টানি দিয়ে।)

এই গোটেইবোৰ ময়েই সাজিছোঁ জান? এনেবোৰ কাম কৰিবলৈ মোৰ বৰ ভাল লাগে, বুজিছ গিৰি। (হাঁহি) এই হাঁহ-কুকুৰাবোৰ ষ্টুডিঅ'ত সোমোৱাটো মিনাই অকণো ভাল নাপায়।

গিৰি : (হাঁহি) দেখিছোঁ এইখন ঘৰৰ সকলো কাম ঘৈণীয়েৰৰ দিহা মতেই হয়।

হেমেন : এৰা, সৰু-সুৰা খুটিনাটি কামবোৰ তেৱেঁই চোৱা-চিতা কৰে। সেয়ে ময়ো গধুৰ কথা কেতবোৰৰ বিষয়ে ভাবিবলৈ, চিন্তা কৰিবলৈ আহৰি পাইছোঁ।

গিৰি : তোৰনো আকৌ ইমান চিন্তা কৰিবলগীয়া কি আছে অ'?

হেমেন : ফটোগ্ৰাফী সম্বন্ধীয় কিছুমান ন ন বস্তুযে মই উলিয়াবলৈ যত্ন কৰিবলৈ ধৰিছোঁ তই নাজানই চাগে!

গিৰি : ক'তা, মই দেখোন শুনাকে নাই!

হেমেন : অৱশ্যে জানিবৰ উপায়ো নাই।

গিৰি : তই নতুন কিবা উলিয়াইছ নেকি?

হেমেন : এতিয়াও কাম শেষ হোৱা নাই। হ'ব আৰু।

গিৰি : বাঃ! বঢ়িয়া কথা।

হেমেন : সাধাৰণ ফটোগ্ৰাফাৰৰ লেখীয়া, যেয়ে আহিব তাৰেই ফটোখন তুলি ৰূপ কেইটকী লোৱাতেই মোৰ সকলো অন্ত নপৰে বুলি তই নিশ্চয় বুজিব পাৰিছই।

গিৰি : তোৰ ৰেহৰূপ চাই কিছু বুজিছোঁ আৰু মিনাইও কিছু আভাস দিছিল।

হেমেন : এই শিল্প সাধনাত মোৰ সকলোখিনি শক্তি-সামৰ্থ্য নিয়োগ কৰিবলৈ মই দৃঢ়প্ৰতিজ্ঞ। বিজ্ঞান আৰু কলাৰ সমন্বয় সাধনত—

গিৰি : কিনো উলিযাইছ বাৰু? কেনে ধৰণৰ বস্তু?

হেমেন : এতিযাই খুটিনাটি সকলো কথা জানিবলৈ ইচ্ছা নকৰাই ভাল। ক'বও নোৱাৰিম। সময় লাগিব বুজিছ। বিশ্বাস কৰ গিৰি, মই নিজৰ কাৰণে ইমান খটা নাই। এক মহান আদৰ্শই মোক দিনে-নিশাই সকীয়াই আছে।

গিৰি : কি সেই আদৰ্শ?

হেমেন : দেউতাৰ কথা পাহৰিলি হ'বলা?

গিৰি : তেখেতৰ কাৰণে তইনো কি কৰিব পাৰিবি?

হেমেন : মই দেউতাৰ মৰহি যোৱা আত্মসন্মানবোধক জগাই তুলিব পাৰিম। আমাৰ বৰুৱা পৰিয়ালৰ সুনাম পুনৰ সুপ্ৰতিষ্ঠিত কৰিব পাৰিম।

গিৰি : এয়ে তেন্তে তোৰ জীৱনৰ সাধনা?

হেমেন : অঁ। নাও বুৰি মৰিব খোজা মানুহজনক মই উদ্ধাৰ কৰিম। সংসাৰৰ বা-মাৰলীত তেওঁৰ জীৱনৰ নাওখনি বুৰিল। পুলিচৰ অনুসন্ধান চলি থাকোঁতেও তেওঁ আত্মস্থ নাছিল। সেইযে পিস্তলটো দেখিছ, যিটোৰে

আমি শহাপহ গুলীয়ালোঁ, সেইটোৱেও আমাৰ পৰিয়ালৰ কৰুণ কাহিনীত অংশ গ্ৰহণ কৰিছে।

গিৰি : কেনেকৈ?

হেমেন : হাকিমে জেল দিয়া হুকুম জাৰি কৰাৰ দিনাখন সেই পিস্তলটো দেউতাৰ হাতেতে আছিল।

গিৰি : তাৰ পিছত?

হেমেন : কিন্তু দেউতাই পিস্তলটো ব্যৱহাৰ কৰিব নোৱাৰিলে। সাহে নুকুলালে। মনটো একেবাৰে ভাগি গৈছিল। সৈনিক আছিল তেওঁ। নামজ্বলা চিকাৰী আছিল তেওঁ। তেওঁৰ পূৰ্ব্বপুৰুষসকল আছিল মিলিটেৰীৰ কেপ্তেইন, কৰ্নেল। কিন্তু তথাপি তেওঁ গুলী খাজি থোৱা পিস্তলটো নিজৰ বুকুলৈ টোৱাবলৈ সাহ কৰিব নোৱাৰিলে।

গিৰি : হুম্।

হেমেন : এই পিস্তলটোৱে আকৌ এবাৰ আমাৰ পৰিয়ালৰ বুৰঞ্জীত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। দেউতা তেতিয়া জেলত। গাত কয়দীৰ পোছাক, ভৰিত লোহাৰ বেৰি। উহ্, সেইখিনি সময়ৰ কথা ভাবিলে এতিয়াও গাটো জিকাৰ খাই উঠে! দুৱাৰ-খিৰিকী জপাই ভিতৰতে বহি থাকোঁ। ক'লৈকো নাযাওঁ, কাৰো আগত নোলাওঁ। মাজে মাজে খিৰিকীৰ ফাঁকেৰে বাহিৰলৈ ভুমুকিয়াই চাওঁ। দেখোঁ বেলিয়ে আগৰ দৰেই পোহৰ দিছে, মানুহবোৰে আগৰ দৰেই হাঁহি-মাতি কথা পাতি বাটেৰে খোজ কাঢ়ি গৈছে, কিন্তু মই যেন ক'তো একোৰে অৰ্থ বিচাৰি পোৱা নাই. মোৰ বাবে সকলো এন্ধাৰ, সকলো নিৰৰ্থক!

গিৰি : মা ঢুকোৱাৰ সময়তো মোৰ মনৰ অৱস্থা এনেকুৱাই হৈছিল।

হেমেন : সেইখিনি সময়তেই ময়ো পিস্তলটো নিজৰ বুকুলৈ টোৱাইছিলোঁ।

গিৰি : তয়ো?

হেমেন : এৰা ময়ো।

গিৰি : কিন্তু—

হেমেন : মৰা নহ'ল। ক্ৰান্তিৰ মুহূৰ্তত মই নিজত্ব ঘূৰাই পালোঁ। দুৰ্ব্বল মনটোক জয় কৰিবলৈ সক্ষম হ'লোঁ। নমৰি জীয়াই থাকিলোঁ। কিন্তু তেনে অৱস্থাত জীয়াই থাকিবলৈকো সাহ লাগে গিৰি।

গিৰি : সেইটো অৱশ্যে নিৰ্ভৰ কৰে কোনে কেনেকৈ কথাবোৰ লয়, তাৰ ওপৰত।

হেমেন : এৰা। পিছে যি হ'ল ভালেই হ'ল। মই এতিয়া শান্তভাৱে কামত মন দিব পাৰিছোঁ, সোনকালেই শেষ কৰিব পাৰিম। ৰমেনে ভাবে—ময়ো

ভাবো—দেউতাই আকৌ মিলিটেৰী ইউনিফৰ্ম্ম পিন্ধিবলৈ অনুমতি পাব। মোৰ কাম শেষ হ'লে বানচ হিচাপে চৰকাৰৰ পৰা মই মাথোঁ তাকেই বিচাৰিম।

গিৰি ঃ দেউতাৰে তেন্তে তেতিয়া ইউনিফৰ্ম্মৰ বিষয়ে ইয়াকে ক'বলৈ বিচাৰিছিল?

হেমেন ঃ আমাৰ ঘৰত কিবা উৎসৱ হ'লেই দেউতাই সেই মিলিটেৰী পোছাকযোৰ পিন্ধে। কিন্তু ইফালে ভয়—কোনোবাই দেখে বুলি। বাহিৰৰ দুৱাৰ টুকুৰিউৱা শুনিলেই নিজৰ শোৱা কোঠাত সোমায়গৈ। ভাবিলেযে ইমান বেয়া লাগে, কি ক'ম গিৰি। তেনে দুখ লগা দৃশ্য চাই থকা টান, বুজিছ।

গিৰি ঃ তোৰ এই কামবোৰ শেষ হ'বলৈনো কিমান দিন লাগিব?

হেমেন ঃ কেনেকৈ কওঁ? এনে ধৰণৰ কাম কৰিবলৈ লাগে প্ৰেৰণা, লাগে ইনচ্‌পিৰেশ্যন, লাগে স্বতঃস্ফূৰ্ত জ্ঞান, লাগে ইনটুইশ্যন। কৰোঁ বুলিয়েই কৰিব নোৱাৰি।

গিৰি ঃ কিন্তু সেই হাঁহ-কুকুৰাবোৰৰ পাছত লাগি থাকোঁতেই তোৰ যথেষ্ট সময় খৰচ নহয়নে?

হেমেন ঃ হ'লেও ক্ষতি নহয়, বৰং ভালহে হয়। সকলো সময়তে একেটা কথাকে ভাবি থাকিব নোৱাৰি নহয়। মনটোক মাজে মাজে আন কথা ভাবিবলৈ সুবিধা দিব লাগে। পিছে কাম কৰিবলৈ যেতিয়া প্ৰেৰণা পাওঁ তেতিয়া আন চিন্তা মনলৈ নাহেঁ।

গিৰি ঃ দেখিছোঁ তয়ো সেই বনৰীয়া হাঁহজনীৰ দৰেই।

হেমেন ঃ মানে?

গিৰি ঃ তয়োযে হাঁহজনীৰ দৰে পানীত ডুব মাৰি তলিখনৰ জেং-জাবৰবোৰ আঁকোৰগোজালি দি ধৰি আছ।

হেমেন ঃ তই দেউতা আৰু মোৰ জীৱনৰ চৰম বিপদটোৰ কথা কৈছ নেকি?

গিৰি ঃ হাঁহজনীৰ দৰে ঘূণীয়া নহ'লেও হেমেন, তই কিন্তু বিষাক্ত পিতনিত সোমাইছ। কিবা এটা বেমাৰে যেন তোক আভুৱা ভাবি খুলি খুলি খাব লাগিছে। এন্ধাৰৰ মাজত নিশ্চিত মৰণ বৰণ কৰিবলৈ যেন তই কোনোবা অটল তলিলৈ নামি গৈছ।

হেমেন ঃ মই যাম এন্ধাৰত মৰিবলৈ? কিযে বাজে কথাবোৰ কৱ গিৰি?

গিৰি ঃ ভয় নাখাবি হেমেন। মই তোক অটল তলিৰপৰা উদ্ধাৰ কৰিম। মই তোক ওপৰলৈ তুলি আনিম। মোৰো জীৱনৰ এটা উদ্দেশ্য আছে, এটা সাধনা আছে, এটা আদৰ্শ, এটা মিশ্যন আছে। এই কথা মই কালিহে উপলব্ধি কৰিছোঁ।

হেমেন ঃ কৰিছ ভাল হৈছে। মই কিন্তু তোৰ এইবোৰত নাই। মোক সেইবোৰৰ

মাজলৈ নাটানিবি। মোৰ জীৱনটো আন দহজনৰ দৰেই সহজ-সৰল। দুখ কৰিবলৈকো বিশেষ একো নাই সেই এটা কথাৰ বাহিৰে।

গিৰি : তোৰ এই সন্তুষ্টি সম্ভৱ হৈছে পিতনিৰ বিষক্ৰিয়াৰ ফলতেই।

হেমেন : এই বিষাক্ত পিতনি আৰু বেমাৰৰ অপ্ৰিয় কথাবোৰ বাদ দেচোন অ'। ভাল নালাগে শুনি।

গিৰি : ভাল নলগাটো স্বাভাৱিক।

হেমেন : শুনি কি লাভ? আৰু তইযে কিবা পিতনিৰ ভাপৰ কথা কৈছ, সেইবোৰ মোৰ ঘৰত নাপায়। মই দুখীয়া ফটোগ্ৰাফাৰ হ'ব পাৰোঁ ; স্বীকাৰ কৰোঁ, মোৰ অৱস্থাৰ পৰিসৰ প্ৰশস্ত নহয় ; কিন্তু মই এজন আৱিষ্কাৰক। মোৰ মূৰৰ ওপৰত এটি পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব। আৰু সেয়ে মোক মোৰ চৌপাশৰ ৰিক্ততাই স্পৰ্শ কৰিব নোৱাৰে।

(মিনা আৰু হেমীক ট্ৰেত খোৱা বস্তুবোৰ অনা দেখি।)

বাঃ! তোমালোকে আনিলাই—কিন্তু ইহঁতযে—

(মিনা আৰু হেমীয়ে খোৱা বস্তুবোৰ মেজত সজাই থয়। ৰমেন আৰু মহেন সোমায়হি)

মিনা : মূৰকত আপোনালোকো আহি পালে। বহক।

ৰমেন : (হাঁহি) মাংসৰ আঞ্জাৰ গোন্ধ পাইছে যেতিয়া মহেনক আৰু ধৰি ৰাখিব পাৰিনে?

হেমেন : গিৰি, এওঁ হ'ল মহেন্দ্ৰ দাস—মই যে কৈছিলোঁ। আৰু ৰমেন কটকীকতো চিনিয়েই পাৱ।

গিৰি : এৰা, পাওঁ।

ৰমেন : আমি হল্টুগাঁৱতে এবাৰ ভেটাভেটি হৈছিলোঁ। পিছে ইয়ালৈ কেতিযা আহিল?

গিৰি : আজি পুৱা।

ৰমেন : মহেন আৰু মই সেই দাঁতিৰ কোঠাটোতে থাকোঁ। ঠিক আপুনি থকাটোৰ গাতে লগা। মহেন যীশুখৃষ্টৰ ভক্ত। পৰীক্ষা পাছ কৰা হ'লে ৰেভাৰেণ্ড হ'ল হয়। এতিয়া মাষ্টৰি কৰে। হওক তেও, ডাক্তৰ আৰু পাদ্ৰীক বিচাৰি দূৰলৈ যাব নালাগে।

গিৰি : ধন্যাবদ। কোনে জানে, হয়তো আৱশ্যক হ'বই পাৰে। বিশেষকৈ কালি পাৰ্টিত নিমন্ত্ৰিতৰ সংখ্যা তেৰজন আছিল যেতিয়া—

হেমেন : থ থ তোৰ অমঙ্গলীয়া কথাবোৰ।

ৰমেন : তুমি নাভাবিবা বৰুৱা। বিধাতাৰ চকু তোমাৰ ওপৰত নপৰে।

হেমেন : পৰিয়ালটোলৈ চাই নপৰাই ভাল। আহা, খোৱা আৰম্ভ কৰা যাওক।

গিৰি ঃ দেউতাৰ নাহিব জানো?

হেমেন ঃ দেউতা ইয়ালৈ নাহে। নিজৰ কোঠাতে খাব। আহ, বহহি।
(তেওঁলোকে খাবলৈ আৰম্ভ কৰে। হেমী আৰু মিনাই চোৱা-চিতা কৰে।)

ৰমেন ঃ শুনিছে মিছেচ বৰুৱা, মহেনে কালি ভালকৈয়ে এপালি ধৰিছিল।

মিনা ঃ সঁচায়েনে?

ৰমেন ঃ তাৰ বলকনিবোৰ শুনা নাছিল জানো?

মিনা ঃ নাই শুনা দেখোন!

ৰমেন ঃ শুনা নাপালে ভালেই হ'ল।

মিনা ঃ কি দাস, এইবোৰ কথা সঁচানে?

মহেন ঃ কালি নিশাৰ কাৰ্য্যক্ৰমৰ কথা পাহৰি যাওক। তেনেবোৰ কাৰ্য্যকলাপৰ স'তে মোৰ শ্ৰেষ্ঠতৰ সত্তাটোৰ কোনো সম্বন্ধ নাই।

ৰমেন ঃ (গিৰিক) মাজে মাজে ইযাৰ কিবা হয়। ভূতে পোৱা মানুহৰ দৰে হৈ পৰে।

গিৰি ঃ হুম।

ৰমেন ঃ ভূতে পোৱা মানুহবোৰে সংসাৰৰ পোন বাটটো বাছি নলয। মাজে মাজে সিহঁতে বলিয়ালিখন কৰি পেলায়। বাৰু, আপুনি এতিয়াও সেই সাংঘাতিক ঠাইখনতে বৰ্ত্তি আছেনে?

গিৰি ঃ এৰা, এতিয়ালৈকে তাতে আছোঁ।

ৰমেন ঃ আৰু, আপোনাৰ সেই দাবীবোৰ পূৰণ হ'লনে?

গিৰি ঃ কি দাবীৰ কথা কৈছে? অ' বুজিছোঁ।

হেমেন ঃ তয়ো কিবা দাবীৰ কথা তুলিছিলি নেকি?

গিৰি ঃ এহ্ সেইবোৰ অৰ্থহীন আৰু অনাৱশ্যক।

ৰমেন ঃ অৰ্থহীন আৰু অনাৱশ্যক অৱশ্যে হয়। কিন্তু এসময়ত ঘৰে ঘৰে তেওঁ কিবা আদৰ্শৰ কথা কৈছিলগৈ।

গিৰি ঃ তেতিয়া চেঙেলীয়া ডেকা আছিলোঁ।

ৰমেন ঃ এৰা, তেতিয়া আপোনাৰ বয়স নিচেই কম আছিল। আৰু, আপোনাৰ সেই আদৰ্শৰ কথাবোৰো কেনেও গ্ৰহণ কৰা নাছিল, অন্ততঃ মই তাত থকালৈকে—

গিৰি ঃ আপুনি অহাৰ পাছতো কোনেও গ্ৰহণ নকৰিলে।

ৰমেন ঃ তেন্তে তেনেবোৰ কথা এতিয়া অলপ কমাই ক'বলৈ শিকিছে, কি বোলে?

গিৰি ঃ মানুহৰ দৰে মানুহ পালে মই এতিয়াও সেইবোৰ কথা পাতোঁ।

ৰমেন : আপোনাৰ কথাৰ যুক্তি আছে, সন্দেহ নাই। চাওঁ, চাটনিখিনি আগবঢ়াই দিয়ক মিছেচ বৰুৱা।
(মিনাই চাটনিখিনি আগবঢ়াই দিয়ে। এনেতে পাছফালৰ দুৱাৰখনত টুকুৰিউৱাৰ শব্দ হয়।)

হেমেন : দেউতা নেকি চাচোন অ' হেমী।
(হেমীয়ে পৰ্দ্দাখন আঁতৰাই চায়। বীৰেন বৰুৱা সোমাই আহে।)

বীৰেন : বেছ বেছ, খোৱা। আজি এটা বৰ ডাঙৰ নোদোকা চাই গুলীয়াইছোঁ বুজিছা হেঃ হেঃ হেঃ। পিছে কেনে হৈছে ৰন্ধাবঢ়া হোঁ? মিনা আইদেৱে বঢ়িযা ৰান্ধে। বেছ জুতি লগাব জানে হেঃ হেঃ হেঃ। বাৰু বাৰু, তোমালোকে খোৱা। মই যাওঁ।
(বীৰেন বৰুৱা যায় আৰু লগে লগে মহেন বহাৰ পৰা উঠে।)

মহেন : মোক ক্ষমা কৰিবা—মই উঠোঁ।

মিনা : ক'লৈ যায়? খালেনো কি?

মহেন : ভাল লগা নাই।

ৰমেন : কালি যিসোপা পেটত ভৰাইছে ভোক হ'ব ক'ৰ পৰা?

মিনা : বহকচোন অলপ সময়, খাব নালাগে বাৰু।

ৰমেন : পানী খোৱা, পানী। লাগে যদি এবটল চৌদাকে আনি দিয়ক।

মহেন : নালাগে, যাওঁ।
(মহেন যায়গৈ)

মিনা : কি আচৰিত! কিয়নো হঠাতে গ'লগৈ?

ৰমেন : যাওক দিয়ক। গাটো ভাল নহয় চাগৈ।

হেমেন : এৰা, হ'বও পাৰে।

ৰমেন : তোমাক কিন্তু বেচ সুখী বুলিয়েই ক'ম বৰুৱা। তোমাৰ জীৱনৰ এটা আদৰ্শ আছে। আৰু এখেত মিছেচ বৰুৱাৰ দৰে সুযোগ্যা গৃহিণী পাইছা। ঘৰখন কেনে আটোম-টোকাৰিকৈ চলাইছে। ক'তো খুঁত ধৰিবকে নোৱাৰি।

হেমেন : (মিনাৰ ফালে চাই হাঁহি) সঁচাকৈয়ে মিনাৰ দৰে গৃহিণী—

মিনা : হৈছে হৈছে, থাওক এতিয়া। মোৰ বিষয়ে আলোচনা নকৰিলেও চলিব।

ৰমেন : আৰু এইজনী, এই হেমীজনী, এনেযে মৰম লগা হৈছে।

হেমেন : (হেমীলৈ চাই) চাওঁ সোণজনী, ওচৰলৈ আহচোন।
(হেমী হেমেনৰ ওচৰলৈ যায়। হেমেনে বাঁও হাতখনেৰে তাইক ওচৰ চপাই আনি মৰমেৰে সোধে।)

হেমেন : কাইলৈ বাৰু কি?

হেমী ঃ (মূৰ জোকাৰি) ওঁহো দেউতা, এতিয়া নক'বা।

হেমেন ঃ ইমান যে সকলৈকে পাতিব লাগিব, ভাবিলেই বেয়া লাগে।

হেমী ঃ সকলৈকে পাতিলেহে মই ভাল পাওঁ।

ৰমেন ঃ দেউতাৰাই সেই বস্তুটো উলিয়াই লওক, তাৰ পাছত চাবা হেমী। খু-উ-ব ডাঙৰকৈ পাতিব।

হেমেন ঃ ৰমেনে ঠিকেই কৈছে হেমী। তোৰ ভৱিষ্যত জীৱন সুখৰ কৰি তুলিবলৈ মই দৃঢ়প্ৰতিজ্ঞ। সেই বস্তুটো উলিউৱাৰ পুৰস্কাৰ হিচাপে মই তোৰ বাবে চৰকাৰৰ পৰা কিবা নহয় কিবা এটা বিচাৰিমেই। সেয়ে হ'ব এই দুখীয়া আবিষ্কাৰকৰ একমাত্ৰ বানচ।

হেমী ঃ (দেউতাকক সাবটি ধৰি প্ৰায় ফুচফুচাই কয়) তুমিযে ইমান ভাল দেউতা!

ৰমেন ঃ (গিৰিক) এনে এটি সুখী পৰিয়ালৰ লগত বহি ভোজ খাবলৈ ভাল নালাগেনে বাৰু?

হেমেন ঃ এৰা, এইদৰে একেলগে বহি খাবলৈ বৰ ভাল লাগে।

গিৰি ঃ মোৰ হ'লে পিতনিৰ দুৰ্গন্ধময় পৰিৱেশত উশাহ বন্ধ হ'ব খোজে।

ৰমেন ঃ পিতনিৰ দুৰ্গন্ধ?

হেমেন ঃ আঃ! সেইবোৰ কথা নুলিয়াবিচোন।

মিনা ঃ পিতনিৰ দুৰ্গন্ধনো পালে ক'ত? কোঠাটো দেখোন সদায়ে চাফ-চিকুণকৈ থওঁ। ব'দ-বতাহ সোমাবলৈ খিৰিকীবোৰো মেলি থওঁ।

গিৰি ঃ (বহাৰ পৰা উঠি) যিমান চাফ-চিকুণকৈ নাৰাখা লাগে মই কোৱা দুৰ্গন্ধ নাতৰে।

হেমেন ঃ কিনো দুৰ্গন্ধৰ কথা কৈছ অ'?

মিনা ঃ আপুনি কেতিয়াবা পাইছে জানো?

ৰমেন ঃ এইখন ঘৰত যদি ক'ৰবাৰ পিতনিৰ কিবা দুৰ্গন্ধ পাইছে, তেন্তে মই ক'ম সেই দুৰ্গন্ধ আপুনিয়েই হল্টুগাঁৱৰ দুৰ্গন্ধময় পৰিৱেশৰপৰা কঢ়িয়াই আনিছে।

গিৰি ঃ এনেভাৱে কোৱাটো আপোনাকেহে শোভা পায়।
(ৰমেনে ঘপকৰে বহাৰ পৰা উঠি গিৰিৰ ওচৰলৈ যায়।)

ৰমেন ঃ মই সন্দেহ কৰোঁ—আপুনি সেই আদৰ্শৰ দাবীবোৰ এতিয়াও আপোনাৰ কোটৰ জেপত কঢ়িয়াই লৈ ফুৰিছে।

গিৰি ঃ কোটৰ জেপত নহয়, মোৰ বুকুৰ ভিতৰতহে।

ৰমেন ঃ যিহকে নহওক, অনুগ্ৰহকৈ সেই দাবীবোৰৰ কথা ইয়াত নুলিয়াব। অন্ততঃ মই যিমানপৰ থাকোঁ—

গিৰি ঃ যদি উলিয়াওঁ?

ৰমেন : তেতিয়াহ'লে আফাল খাই উফৰি পৰিব সৌ বাহিৰৰ চোতালত, কৈ দিলোঁ কিন্তু।
(হেমেন থিয় হয় আৰু বাধা দিবৰ মনেৰে)

হেমেন : ৰমেন—

গিৰি : দিয়কেইচোন ওফৰাই, চাওঁ—
(সিহঁতৰ উগ্ৰমূৰ্ত্তি দেখি মিনা দুয়োৰে মাজত থিয় হয়হি।)

মিনা : কটকী, কিখননো কৰিব খুজিছে, যাওক বহকগৈ। বৰকাকতী, আপুনি পুৱা ষ্টোভ জ্বলাবলৈ গৈ কোঠাটোৰ যি অৱস্থা কৰিছে, তাৰ পাছত— পিতনিৰ দুৰ্গন্ধৰ কথা নোকোৱাই ভাল, বুজিছে।
(এনেতে বাহিৰৰ দুৱাৰত কোনোবাই টুকুৰিয়ায়।)

হেমী : মা, কোনোবা আহিছে।

হেমেন : দেখিছা, এজন-দুজনকৈ এতিয়া আটাইবোৰ ওলাবহি।
(মিনাই উঠি গৈ দুৱাৰখন মেলি দিয়ে। ভীমশেখৰ বৰকাকতী সোমাই আহে।)

ভীম : এহ্ তোমালোকক আমনিহে কৰিলোঁ চাগৈ।

মিনা : একো নহয, আহক।

ভীম : গিৰিৰ স'তে এষাৰ কথা—

গিৰি : কোৱা, মই ইয়াতে আছোঁ।

ভীম : তোৰ কোঠালৈ ব'ল।

গিৰি : ব'লা। (যাব খোজে)

মিনা : আপোনাৰ কোঠাটো দেখোন তেনেই লেতেৰা হৈ আছে।

হেমেন : ইয়াতে কথা পাতক। আমাৰ খোৱা হ'ল। আহাঁ কটকী, আমি সেই বাৰাণ্ডালৈকে যাওঁ।
(হেমেন, ৰমেন, মিনা আৰু হেমী ওলাই যায়।)

গিৰি : কোৱা।

ভীম : তোৰ কালিৰ কথাবোৰৰ পৰা আৰু ইয়ালৈ আহি হেমেনৰ স'তে থাকিবলৈ লোৱাৰ বাবে মই ভাবিবলৈ বাধ্য হৈছোঁ যে মোৰ প্ৰতি তোৰ মনোভাব ভাল নহয়।

গিৰি : মই হেমেনৰ চকু মুকলি কৰি দিব খুজিছোঁ। নিজৰ অৱস্থাটো সি ভাল-দৰে বুজক।

ভীম : কালিযে তই তোৰ জীৱনৰ উদ্দেশ্যৰ কথা কৈছিলি, এয়ে নেকি সেই উদ্দেশ্য?

গিৰি : অঁ। আৰু এই পথ বাছি ল'বলৈ তুমিয়েই মোক বাধ্য কৰিছা।

ভীম ঃ তোৰ মনৰ ৰুগীয়া অৱস্থাৰ কাৰণে ময়ে দায়ীনে?

গিৰি ঃ তুমিয়েই মোৰ গোটেই জীৱনটোকে ৰুগীয়া কৰি পেলাইছা। মই মাৰ কথাবোৰক মনতেঁ পাগুলি থাকিবলৈ বাধ্য হৈছোঁ। কিন্তু মোৰযে নিজকে সকলো সময়তে অপৰাধী যেন লগা হৈছে তাৰ বাবে তুমিয়েই দায়ী।

ভীম ঃ দায়ী মই নহয়, দায়ী তোৰ বিকাৰগ্ৰস্ত বিবেকহে।

গিৰি ঃ হেমেনৰ দেউতাক লেফটেনেন্ট বীৰেন বৰুৱাক যেতিয়া তুমি ফান্দত পেলাইছিলা তেতিয়াই মই বাধা দিব লাগিছিল। মই তেওঁক সাৱধান কৰি দিব লাগিছিল।

ভীম ঃ এৰা, কিবা ক'ব লগা থাকিলে তেতিয়াই ক'ব লাগিছিল।

গিৰি ঃ ক'বলৈ মোৰ সাহ নহ'ল। কাপুৰুষ মই, তোমালৈ ভয় কৰিয়েই—

ভীম ঃ এতিয়া নিশ্চয় ভয় ভাগিছে।

গিৰি ঃ ভাগিছে। ভাগিলেও বীৰেন বৰুৱাৰ প্ৰতি আনে যি অন্যায় কৰিছে তাৰ প্ৰতিকাৰ কৰাটো এতিযা আৰু সম্ভৱ নহয়। কিন্তু হেমেনক মই ধ্বংসাত্মক প্ৰৱঞ্চনাব পৰা ৰক্ষা কৰিব পাৰোঁ।

ভীম ঃ তেনে কৰিলে তাৰ উপকাৰ কৰা হ'ব বুলি ভাবনে?

গিৰি ঃ নিশ্চয ভাবোঁ।

ভীম ঃ হেমেনে তোৰ পৰামৰ্শ মুকলি অন্তৰেৰে গ্ৰহণ কৰিব বুলিও তেন্তে তই ভাব?

গিৰি ঃ অকল ভবাই নহয়, কৰিব বুলি মই বিশ্বাসো কৰোঁ।

ভীম ঃ দেখিলেহে লেখিম।

গিৰি ঃ তদুপৰি মইতো জীয়াই থাকিব লাগিব। মোৰ বেমেৰুৱা বিবেকক সুস্থ কৰি তুলিব লাগিব।

ভীম ঃ মাৰৰ পৰা পোৱা তোৰ এই মনৰ বেমাৰ কেতিয়াও ভাল নহয়। মাৰৰ পৰাতো আন একো পোৱা নাই, এই বেমাৰটোকে পালি।

গিৰি ঃ (হৈতিকিং কৰি) মাৰ পৰা কি পাইছোঁ আৰু কি পোৱা নাই তাৰ ইমান হিচাপ লৈছা কিয়? অ' মাক বিয়া কৰাই একো সম্পত্তি নোপোৱাৰ ক্ষোভ এতিয়াও মনতে পুহি ৰাখিছা হ'বলা?

ভীম ঃ অলাগতিয়াল কথাবোৰ বাদ দে। হেমেনক সঁচা কথাৰ সম্ভেদ দিবলৈকে তেন্তে তই স্থিৰ কৰিছ?

গিৰি ঃ তেনে কৰিবলৈ মই দৃঢ়প্ৰতিজ্ঞ।

ভীম ঃ তাৰ মানে তই মোৰ লগত উভতি নাযাব?

গিৰি ঃ নাযাওঁ।

ভীম ঃ ব্যৱসায়ৰ অংশীদাৰ হ'বও নোখোজ?

গিৰি ঃ নোখোজোঁ।

ভীম ঃ বেচ। কিন্তু শুন, মই আকৌ বিয়া কৰাম। আৰু সেয়ে সম্পত্তিৰ এটা অংশ তোক উইল কৰি দিব খুজিছোঁ।

গিৰি ঃ তোমাৰ সম্পত্তিৰ ভাগ মোক নালাগে।

ভীম ঃ নালাগে?

গিৰি ঃ বিবেকৰ বিৰুদ্ধে মই যাব নোৱাৰোঁ।

ভীম ঃ হল্টুগাঁৱলৈ যাবি নে নাযাৱ?

গিৰি ঃ নাযাওঁ। তোমাৰ তলত আৰু কাম নকৰোঁ।

ভীম ঃ তেন্তে কৰিবি কি?

গিৰি ঃ মাথো মোৰ জীৱনৰ উদ্দেশ্য সাধন কৰিম। তাতকৈ বেছি একো নকৰো।

ভীম ঃ কিন্তু তাৰ পাছত কি কৰিবি? ভাতমুঠিৰ দিহা হ'ব ক'ৰ পৰা?

গিৰি ঃ মোৰ হাতত কিছু টকা আছে।

ভীম ঃ তাৰে চলিব কিমান দিন?

গিৰি ঃ চলি যাব জীয়াই থকা দিনকেইটা।

ভীম ঃ তাৰ মানে?

গিৰি ঃ মই আৰু কোনো প্ৰশ্নৰ উত্তৰ নিদিওঁ।

ভীম ঃ তেন্তে মই আহোঁ।

(ভীমশেখৰ ওলাই যায়। হেমেনে ভুমুকিয়ায়)

হেমেন ঃ গ'লনে?

গিৰি ঃ ওঁ গ'ল।

(হেমেন, ৰমেন, মিনা আৰু হেমী সোমাই আহে।)

ৰমেন ঃ খোৱাটো আজি তেনেই বৰবাদ হ'ল।

গিৰি ঃ কোটটো পিন্ধ হেমেন। অলপ ওলাই যাওঁ।

হেমেন ঃ ব'ল। দেউতাৰে মোৰ বিষয়ে কিবা কৈছিল নেকি?

গিৰি ঃ ব'লচোন বাৰু। সকলো ক'ম। তই ওলা। মই কোঠাটোৰ দুৱাৰখন জপাই থৈ আহোঁ।

(গিৰি যায়)।

মিনা ঃ এই দুপৰীয়াখননো কেলেই ওলাই যাব লাগিছে?

ৰমেন ঃ এৰা, গিৰিশেখৰৰ স'তে ওলাই নোযোৱাই বোধকৰোঁ ভাল হ'ব বৰুৱা।

হেমেন ঃ কিযে কোৱা তোমালোকে। মোক কথাবোৰ কৈ গিৰিয়ে মনটো পাতলাব খুজিছে, নগ'লে ভাল হ'বনে?

ৰমেন ঃ কিন্তু তেওঁযে প্ৰকৃতিস্থ নহয়।

মিনা ঃ মাকৰো মগজুৰ দোষ আছিল।

হেমেন ঃ সেই কাৰণেইতো এজন বন্ধুৰ আন্তৰিক সহানুভূতিৰ একান্ত প্ৰয়োজন। মই আহোঁ মিনা।
(হেমেন ওলাই যায়।)

ৰমেন ঃ এই গিৰিটো—হল্টুগাঁৱৰ কোনোবা খোৰোঙত পৰি মৰা হ'লেই ভাল আছিল।

মিনা ঃ কিয় তেনেকৈ কৈছে? সঁচাকৈয়ে বাৰু তেওঁৰো মগজুৰ দোষ হৈছে নেকি?

ৰমেন ঃ মনৰ অৱস্থা সৰ্ব্বসাধাৰণতকৈ বেয়া নহ'লেও তেওঁযে কিবা এটা বেমাৰত ভুগিছে সেই বিষয়ে মোৰ কোনো সন্দেহ নাই।

মিনা ঃ কি বেমাৰনো?

ৰমেন ঃ তাৰ বিবেকটো সাংঘাতিকভাৱে ওফন্দি উঠিছে। এইটোৱেই বেমাৰ।

হেমী ঃ সেইটো আকৌ কি বেমাৰ?

ৰমেন ঃ ই এটা জাতীয় ৰোগ। কিন্তু ছেগাচোৰাকাকৈহে দেখা দিয়ে। বাৰু মিছেচ বৰুৱা, মই এতিয়া আহোঁ। খুউৱাৰ বাবে অশেষ ধন্যবাদ।
(ৰমেন ওলাই যায়।)

মিনা ঃ উস্ এই গিৰিটো! তাৰ কথা-বতৰা ৰেহ-ৰূপ সদায়ে অদ্ভুত ধৰণৰ

হেমী ঃ এৰা, কিবা আচহুৱা যেন লাগে দেখোন।

(মঞ্চ আন্ধাৰ হয়)

# চতুৰ্থ অঙ্ক

[ হেমেনৰ ষ্টুডিঅ', সা-সৰঞ্জাম আগৰ দৰেই। মিনাই খন্তেক আগতে এখন ফটো তুলিছে। ষ্টেণ্ডৰ ওপৰত ক'লা কাপোৰেৰে কেমেৰাটো ঢাকি থোৱা দেখা যায়। সন্ধ্যা লাগিবৰ হৈছে। সূৰ্য্য অস্ত গ'ল। সেয়ে কোঠাটোত পোহৰ কম। লাগে লাহে বেচ এন্ধাৰ হৈ আহিছে। বাহিৰলৈ ওলাই যোৱা দুৱাৰমুখত থিয় হৈ মিনাই কোনোবা গ্ৰাহকৰ সৈতে কথা পাতিছে। তেওঁৰ হাতত তিতি থকা ফটোৰ প্লেট। ]

মিনা : আপুনি নাভাবিবই। দিম বুলিছো যেতিয়া দিমেই। পৰহিলৈ এক ডজন কপি দিম। ভাল বাৰু। আহিব।
(মিনাই দুৱাৰখন জপাই দিয়ে। হেমী আনফালেদি ভিতৰৰ পৰা ওলাই আহে)

হেমী : তেওঁলোক গ'লনে মা?

মিনা : উহ্! ৰক্ষা তেও।

হেমী : দেউতা এতিয়ালৈকে অহা নাই কিয়?

মিনা : ৰমেন কটকীৰ কোঠাতে বহি আছে চাগৈ।

হেমী : চাই আহিছোঁ, তাত নাই।

মিনা : কেতিয়াবাই ওলাই গ'ল। চাহ-টাহ বা ক'ৰবাত খাইছে নে নাই।

হেমী : ওভতোঁতে দেখোন ইমান বেলি কেতিয়াও নকৰে।

মিনা : (বাহিৰলৈ চাই) সৌৱা চা, আহি পালেই।
(হেমেন আহি সোমায়। তেওঁৰ মনটো বেচ গধুৰ।)

হেমী : দেউতা, ইমান বেলি কৰিলা কিয়?

মিনা : দূৰলৈ গৈছিল নেকি?

হেমেন : (মিনালৈ নাচাই) হোঁ? ওঁ।

মিনা : চাহ গিৰিশেখৰৰ লগতে খালে?

হেমেন : (কোটটো খুলি থৈ) নাই খোৱা।

মিনা : তেন্তে আনো কিবা অলপ?

হেমেন ঃ থাওক, নালাগে। খাবৰ মন যোৱা নাই। ৰাতিকৈ ভাতো নাখাওঁ।
হেমী ঃ (দেউতাকৰ ওচৰলৈ গৈ) তোমাৰ গা অসুখ নেকি দেউতা?
হেমেন ঃ (অন্যমনস্কৰ দৰে) হোঁ? অঁ। বহুত খোজ কাঢ়িলোঁ, ভাগৰ লাগিছে।
মিনা ঃ ইমান দূৰলৈ যাব নালাগিছিল। আপোনাৰতো খোজ কঢ়া অভ্যাসেই নাই।
হেমেন ঃ আগতে নকৰা বহুতো কাম কৰিবলৈ এতিয়া অভ্যাস কৰিব লাগিব। কোনো আহিছিল নেকি?
মিনা ঃ মিষ্টাৰ আৰু মিছেচ শৰ্ম্মা আহিছিল।
হেমেন ঃ নতুন কিবা অৰ্ডাৰ আছে?
মিনা ঃ নাই।
হেমী ঃ কাইলৈ নিশ্চয় নতুন অৰ্ডাৰ পাবা। কোনোবা নতুন মানুহ আহিবই আহিব।
হেমেন ঃ আহিলেই ভাল হয়। কাইলৈৰ পৰা আৰু বেছি খাটিখুটি কাম কৰিব লাগিব।
হেমী ঃ ই কাইলৈৰ পৰাই কিয়? কাইলৈযে—
হেমেন ঃ অ' পাহৰিছিলোঁৱেই। পৰহিৰ পৰা তেন্তে। এতিয়াৰে পৰা সকলো কাম মই নিজেই কৰিম। কোনেও মোক সহায় কৰিব নালাগে।
মিনা ঃ মিছাকৈয়ে কামৰ হেঁচা বঢ়াই লৈ কিটোনো লাভ হ'ব? ফটোগ্ৰাফীৰ কামবোৰ মোৰ ওপৰত এৰি দি আপোনাৰ ইটো কামত বেছি মনপুতি লাগিলেহে ভাল হয় দেখোন।
হেমী ঃ সেই হাঁহজনীৰো যত্ন ল'ব লাগিব। কুকুৰা, পাৰ আৰু সেই শহাপহুবোৰো আছেই।
হেমেন ঃ সেই জাঁকবোৰৰ কথা মোক নক'বি। কাইলৈৰ পৰা সেইবোৰৰ ওচৰলৈকে নাযাওঁ।
হেমী ঃ কিন্তু কাইলৈযে—
হেমেন ঃ বাৰু বাৰু, পৰহিৰ পৰা। কিন্তু সেই হাঁহজনীক ডিঙি মুচৰি মাৰি পেলাবলৈহে মোৰ ইচ্ছা গৈছে।
হেমী ঃ (প্ৰায় চিঞৰি) কিয় দেউতা? কিয় মাৰি পেলাবা? হাঁহজনী মোৰহে।
হেমেন ঃ হাঁহজনী তোৰ বুলিয়েই মই তাইক মাৰি পেলোৱা নাই। কিন্তু মাৰি পেলোৱাহে উচিত। সেইজন মানুহৰ পৰা অনা বস্তু এটাও মোৰ ঘৰত ৰখাটো—
মিনা ঃ পিতমলৰ পৰাহে আনিছিল।
হেমেন ঃ কথা একেটাই। শুনা মিনা, কেতিয়াবা কিছুমান কৰ্ত্তব্য, কিছুমান দায়িত্ব

আহি পৰে। আদৰ্শৰ দাবীও বুলিব পাৰা। এইবোৰক আওকাণ কৰিলে নিজৰ প্ৰতি অন্যায় কৰা হয়।

হেমী : বেচেৰী হাঁহজনীয়েনো কি জগৰ লগালে?

হেমেন : হাঁহজনীক নামাৰোঁ বুলি কৈছোঁ নহয়। তোৰ কাৰণেই তাই ৰক্ষা পালে। তাইৰ কোনো অন্যায় মই নকৰোঁ, লোম এডালো নোচোওঁ। সেই হাঁহজনীতকৈ মোৰ বহুতো ডাঙৰ কথা ভাবিবলগীয়া আছে। বাৰু হেমী, তই অলপ ওলাই নাযাবনে?

হেমী : ওলাই যাবলৈ মন যোৱা নাই দেউতা।

হেমেন : নহয়, যা। মুকলিত অলপ ফুৰি আহগৈ, ভাল লাগিব। ঘৰটোতনো কিমান সোমাই থাকিবি। ভিতৰখনৰ গেলেপা বতাহবোৰে অন্যায় কৰিব।

হেমী : যাওঁ বাৰু। তুমি কিন্তু হাঁহজনীক একো নকৰিবা দেই।
(হেমীক হাতখনত ধৰি ওচৰলৈ আনি)

হেমেৰ : একো নকৰোঁ সোণ।
(হেমীক বুকুৰ মাজত সুমুৱাই আলফুললৈ মৰমেৰে)

হেমেন : বুজিছ সোণ, মাথোঁ তই আৰু মই—হোঁ? ওঁ, যা এতিয়া—
(হেমী ওলাই যায়। হেমেনে কোঠাটোত দুবাৰ মান তহল দি মিনালৈ নাচাই সোধে)

হেমেন : মিনা—

মিনা : কি?

হেমেন : কাইলৈৰ পৰা—নহয়, পৰহিৰ পৰা ঘৰুৱা খৰচৰ হিচাপ মই ৰাখিম।

মিনা : হিচাপ ৰখাটোনো কি টান কাম? ময়ে ৰাখিছো দেখোন।

হেমেন : টকাবোৰ কেনেকৈ ক'ৰ পৰা আহিছে অন্ততঃ সেইটো মই জানিব খোজোঁ। আমাৰ অলপীয়া আৰ্জ্জনেৰে ঘৰখন কেনেকৈ চলাইছা ভাবিলে আচৰিত হওঁ। (মিনালৈ চাই) ইমানবোৰ টকা পাইছা ক'ৰ পৰা? চলাইছা কেনেকৈ?

মিনা : খৰচ যি হয় আপোনাৰ আৰু দেউতাৰ কাৰণেহে। মোৰ আৰু হেমীৰ বাবে বিশেষ একো নালাগে বুলিলেই হয়। তাৰ উপৰি দেউতাইও কিছু টকা দিয়ে—

হেমেন : দেউতাই বহুত বহুত টকা পায় নেকি?

মিনা : কামৰ অনুপাতে বেছি পায় যদি নাজানো। কিন্তু পায় যথেষ্ট।

হেমেন : মাহেকত বাৰু কিমান পায়?

মিনা : তেনেকৈ হিচাপ দিব নোৱাৰিম। দেউতাৰ কাৰণে আমাৰ যি খৰচ হয় সেইখিনি দি তেখেতৰ হাতত কিছু থাকে হয়তো।

হেমেন ঃ দেউতাই যে টকা দিয়ে সেই কথা আগতে মোক কোৱা নাছিলা কিয়?

মিনা ঃ দেউতাৰ বাবে খৰচ কৰা টকাখিনি আপুনিয়েই দিছে বুলি ভাবি আপুনি ভাল পায় কাৰণে।

হেমেন ঃ এইখিনি টকা দেউতাই পায় ভীমশেখৰ বৰকাকতীৰ পৰা।

মিনা ঃ এৰা, যথেষ্ট পায়। খৰচ কৰিও ৰাহি থাকে।

হেমেন ঃ হুম। লাইটটো জ্বলাই দিয়া।

(মিনাই টেবুল লাইটটো জ্বলাই দিলত কোঠাটো পোহৰ হয়।)

মিনা ঃ বৰকাকতীয়ে নিজে নিদিবও পাৰে। মেনেজাৰ গোবিন বৰদলৈয়ে চাগৈ দিয়ে।

হেমেন ঃ মোক আৰু ফাঁকি দি লাভ কি?

মিনা ঃ কপিৰ কাম দেউতাক মইতো যোগাৰ কৰি দিয়া নাই। মিছে চলিহাইহে দিছে।

হেমেন ঃ তোমাৰ মাতটো কঁপিছে কিয়?

মিনা ঃ ত'তা?

(মিনাই টেবুল লাইটৰ শ্বেডটো আনফালে ঘূৰাই দিয়ে।)

হেমেন ঃ তোমাৰ হাতখনো দেখোন কঁপিছে?

মিনা ঃ পোনপটীয়াকৈ কওক—মোৰ বিষয়ে গিৰিশেখৰে কি কৈছে?

হেমেন ঃ ভীমশেখৰ বৰকাকতীৰ ঘৰত কাম কৰোঁতে তোমাৰে আৰু তেওঁৰে মাজত কিবা—

মিনা ঃ মিছা কথা। সেই সময়ত আমাৰ মাজত একো নাছিল। অন্ততঃ মোৰ ফালৰ পৰা একো নাছিল। গিৰিৰ মাকে অযথা সন্দেহ কৰি মিছাতে হুলস্থুলখন লগাইছিল। আৰু, সেই কাৰণেহে কামটো এৰি দিবলৈ মই বাধ্য হৈছিলোঁ।

হেমেন ঃ তাৰ পাছত?

মিনা ঃ মই ঘৰলৈ গুচি গ'লোঁ। আৰু ইতিমধ্যে গিৰিৰ মাক ঢুকাল আৰু ভীমশেখৰ বৰকাকতী মোৰ প্ৰতি আকৃষ্ট হ'ল।

হেমেন ঃ আৰু তাৰ পাছত?

মিনা ঃ তাৰ পাছত আৰু কি? নিজৰ কাৰ্য্যোদ্ধাৰ নকৰাকৈ তেওঁ নেৰিলে।

হেমেন ঃ অথচ মোক তুমি একোকে কোৱা নাই। হুঃ এওঁৰে মোৰ সন্তানৰ মাতৃ!

মিনা ঃ নজনোৱাটো মোৰ দোষ হৈছে, স্বীকাৰ কৰিছোঁ। আগতেই আপোনাক ক'ব লাগিছিল।

হেমেন ঃ কোৱা হ'লে অন্ততঃ মই জানিব পাৰিলোহেঁতেন তুমি কি ধৰণৰ তিৰোতা।

মিনা : কিন্তু জনা হ'লে মোক জানো বিয়া কৰালে হয়?

হেমেন : হয়তো নকৰালোহেঁতেন?

মিনা : সেই ভয়তে আপোনাক এই বিষয়ে একোকে নক'লোঁ। আপোনাৰ প্ৰতি মনটো ইমান আকৃষ্ট হৈছিল যে আপোনাৰ সৈতে বিয়া নোহোৱা কথাটো কল্পনা কৰিবলৈকো টান পাইছিলোঁ।

হেমেন : (অস্থিৰভাৱে তহল দি) উহ্ এইখন ঘৰ, এইবোৰ বস্তু (চকী এখন গুৰিয়াই ওফৰাই দিয়ে) এই সকলোবোৰেই মই পাইছোঁ আন এজনৰ পৰা, সেই লম্পট ভীমশেখৰৰ পৰা।

মিনা : এই পোন্ধৰটা বছৰৰ সাংসাৰিক জীৱনৰ কাৰণে আজি আপুনি অনুতাপ কৰিবনে?

হেমেন : (মিনাৰ ফালে পোনপটীয়াকৈ চাই) প্ৰতি মুহূৰ্ত্তে, প্ৰতি দিনে, প্ৰৱঞ্চনাৰ যি মকৰাজালেৰে তুমি মোক মেৰিয়াইছা তাৰ বাবে তোমাৰ নিজৰ কোনো খেদ নাইনে? নিজৰ দুষ্কৃতিৰ বাবে তুমিও নিজে অনুতপ্ত নোহোৱানে?

মিনা : ঘৰ-সংসাৰ চলোৱাতে দেখোন সদায়ে মই ব্যস্ত, সেইবোৰ কথা ভাবিবলৈ সময় কত?

হেমেন : তাৰ মানে তোমাৰ অতীত জীৱনৰ কথাবোৰৰ বিষয়ে ভাবিবলৈকো তোমাৰ অৱকাশ নাই।

মিনা : বিশ্বাস কৰক, সেইবোৰ কথা মই পাহৰিয়েই গৈছোঁ।

হেমেন : হুঃ পাহৰিয়েই গৈছা! কি আচৰিত! অনুতাপ কৰিবলগীয়া কিবা কৰিছা বুলিও চাগে কেতিয়াও ভবা নাই।

মিনা : বাৰু কওকচোন, মোৰ দৰে তিৰোতা এজনী নোপোৱা হ'লে আপোনাৰ কি দশা হ'ল হয়?

হেমেন : হুঃ তোমাৰ দৰে তিৰোতা!

মিনা : সেই বেয়া অভ্যাসবোৰৰ পৰা কোনে আপোনাক ৰক্ষা কৰিছিল বাৰু?

হেমেন : দুখ আৰু হতাশাৰ মাজত জীৱন কটাব লাগিলে কেনে লাগে তুমি কেনেকৈ বুজিবা? বিশেষকৈ অন্তৰত আদৰ্শ উপলব্ধিৰ এটা অদমনীয় আকাংক্ষা থকা, বুকুত একুৰা জুই লৈ ফুৰা মোৰ দৰে এজনৰ।

মিনা : আপোনাৰ দৰে গৰ্ব্ব কৰিবৰ মোৰ একো নাই বুলি মই জানো। আপোনাৰ স'তে নিজকে তুলনাও কৰিবলৈকো বিচৰা নাই। বিয়াৰ পাছত আপোনাৰ যথেষ্ট সলনিও হ'ল। আদৰ্শ স্বামীৰূপে ঘৰখনৰ কৰ্ত্তৃত্ব গ্ৰহণ কৰিলে। চাওকচোন আজি আমি কিমান সুখী, অভাৱ-অনাটন যদিও আগতে কিছু আছিল, লাহে লাহে সেইবোৰো নাইকিয়া হৈছে।

হেমেন ঃ নাইকিয়া হৈছে কিয়? প্ৰবঞ্চনাৰ মাজতে নিজক সঁপি দিছোঁ বুলিয়েইতোন।

মিনা ঃ উহ্ সেই কুলক্ষণীয়া গিৰিশেখৰটো! কিহেযে পাইছিল তাক আমাৰ ঘৰলৈ আহিবলৈ।।

হেমেন ঃ আমাৰ সংসাৰখন সুখৰ বুলি ময়ো ভাবিছিলোঁ। এতিয়া বুজিছোঁ-সকলো বোৰ ভুৱা। মোৰ সেই আপুৰুগীয়া আৱিষ্কাৰৰ কামটো শেষ কৰিবলৈকে মনৰ বল নোহোৱা হৈছে। হয়তো শেষ কৰিবই নোৱাৰিম। উহ্। তোমাৰ ভয়ঙ্কৰ ঘিণ লগা অতীতটোৱেই মোৰ সকলো প্ৰেৰণা নাইকিয়া কৰি দিলে।

(হেমেনৰ কথা শুনি মিনাৰ চকু চলচলীয়া হয়।)

মিনা ঃ মই আপোনাৰ অমঙ্গল চিন্তা কেতিয়াও কৰা নাই। আপোনাৰ যাতে ভাল হয় তাৰ কাৰণেই নিতৌ ভগৱানক খাটিছোঁ।

হেমেন ঃ কাম কৰি কৰি হয়তো এদিনাখন মোৰ সকলো শক্তি নিঃশেষ হৈ গ'লহেঁতেন। কিন্তু নতুন কিবা এটা উলিউৱাৰ আনন্দই মোৰ সকলো অৱসাদ দিলেহেঁতেন আঁতৰাই। মোৰ মৃত্যুৰ পাছতো এজন আবিষ্কাৰকৰ পত্নীস্বৰূপে তুমি পাবা সমাজত সন্মান, যাপন কৰিবা অভাৱহীন জীৱন, এয়ে আছিল মোৰ সপোন, মোৰ কল্পনা—

মিনা ঃ (নিজকে সংযত কৰি) নাই নাই, তেনেকৈ নক'ব, ভগৱানে নকৰক। বিধৱা হৈ যেন মই জীয়াই থাকিবলগীয়া নহয়।

হেমেন ঃ কিন্তু এতিয়া সেই সপোনৰ বিলুপ্তি ঘটিল। সকলো শেষ হ'ল।

(গিৰিশেখৰে দুৱাৰখন মেলি ভুমুকিয়ায়)

গিৰি ঃ ভিতৰলৈ আহিমনে?

হেমেন ঃ অ' গিৰি! আহ!

(গিৰি আগুৱাই আহে। মুখত এমোকোৰা হাঁহি। সি হেমেনলৈ বুলি হাতখন আগবঢ়াই দিয়ে।)

গিৰি ঃ কি হেমেন ভাই—

(কাৰো পৰা বিশেৰ্ষ সঁহাৰি নাপাই গিৰি বিমোৰত পৰে।)

তেন্তে এতিয়াও কোৱা নাই নেকি হেমেন?

হেমেন ঃ কৈছোঁ।

গিৰি ঃ বাঃ। বঢ়িয়া।

হেমেন ঃ জীৱনৰ আটাইতকৈ বেয়া সময়খিনি কোনোমতে পাৰ হ'ল।

গিৰি ঃ বেয়াও, ভালো। নিজকে মহত্তৰ জীৱনৰ বাবে সাজু কৰিবলৈ সুবিধা পালি।

হেমেন ঃ সি যি কি নহওক, বৰ্তমানলৈ, কামখিনি তেও হ'ল।

মিনা : ভগৱানে আপোনাক ক্ষমা কৰক, মিঃ বৰকাকতী।

গিৰি : (আচৰিত হৈ) তেনেকৈ কৈছা কেলেই?

হেমেন : কেলেই কৈছে বুজা নাই হ'বলা?

গিৰি : এটা সঙ্কটৰ পাছত—যি সংকট মুহূৰ্তই মুকলি কৰিছে এক নতুন জীৱনৰ নতুন যাত্ৰাপথ—প্ৰৱঞ্চনাৰ পৰা মুক্ত কৰি সত্যৰ ভেটিত প্ৰতিষ্ঠা কৰিছে এক পৱিত্ৰ সম্বন্ধ—

হেমেন : এৰা এৰা, সেইটো মই খুব ভালদৰে জানো।

গিৰি : মই আশা কৰিছিলোঁ—কোঠাটোত সোমোৱাৰ পাছতে তহঁতে পুনৰ্জন্ম লাভ কৰা স্বামী আৰু স্ত্ৰীয়ে, মোক জনাবি অভিনন্দন। কিন্তু ক'তা? ক'তা? তহঁতৰ মুখত দেখোন তাৰ কোনো চিনচাবেই নাই—আছে মাথোঁ বিষাদ, নৈৰাশ্য আৰু হতাশাৰ ছাঁ—

মিনা : অ' ৰ'ব।

(টেবুল লেম্পৰ শ্বেডখন আঁতৰাই দিয়ে।)

গিৰি : মোৰ কথাবোৰ তুমি বুজি নোপোৱা মিনা, বুজি পাবলৈ সময় লাগিব। কিন্তু তই হেমেন, তই নিশ্চয় এই সংকট মুহূৰ্তৰ পাছত অনুভৱ কৰিছ নতুন পৱিত্ৰতা।

হেমেন : অনুভৱ কৰিছো অৱশ্যে।

গিৰি : মই জানো। ভুল কৰাজনক ক্ষমা কৰি চেনেহেৰে বুকুত আঁকোৱালি লোৱাৰ সমান আনন্দ একোতে নাই।

হেমেন : কিন্তু মোৰ দৰে তিতা অভিজ্ঞতা যাৰ হৈছে তেওঁৰ পক্ষে সহজে তেনে কৰাটো সম্ভৱনে?

গিৰি : সৰ্ব্বসাধাৰণৰ পক্ষে নহ'লেও তোৰ পক্ষে সম্ভৱ হোৱা উচিত।

হেমেন : ইমান সোনকালে নহয় গিৰি। সময় লাগিব।

গিৰি : সেই বনৰীয়া হাঁহজনীৰ স্বভাৱটো বহুতোখিনি তই পাইছ হেমেন।

(ৰমেন কটকী সোমাই আহে)

ৰমেন : আকৌ সেই বনহাঁহজনীৰ কথা—হোঁ?

হেমেন : ভীমশেখৰ বৰকাকতীৰ ডেউকা ভঙা চিকাৰ।

ৰমেন : অ' তোমালোকে ভীমশেখৰৰ কথা পাতিছা?

হেমেন : তেওঁৰ আৰু আমাৰো।

ৰমেন : (দাঁত কৰচি, মাত চেপি গিৰিক কয়) জহন্নামে যাওক আপুনি—

হেমেন : কি ক'লা?

ৰমেন : (গিৰিক দেখুৱাই) এই ভণ্ড তপস্বীজন সোনকালে ইয়াৰ পৰা যোৱাহে ভাল। নহ'লে এওঁ তোমালোক দুয়োৰে ধ্বংসৰ বাটহে মুকলি কৰি দিব।

গিৰি : এওঁলোকৰ ধ্বংসৰ বাট মই মুকলি কৰিবলৈ যাম কেলেই কটকী? হেমেন মোৰ বন্ধু। তাক মই ভালদৰে জানো। তাৰ অন্তৰৰ পবিত্ৰতাৰ সন্ভেদ মই পাইছোঁ। আৰু মিনাৰো অন্তৰৰ অন্তঃস্থলিত নিশ্চয় নিহিত আছে নিষ্ঠা আৰু আনুগত্যৰ ভাব, আছে নিৰ্ভৰ কৰিব পৰা, বিশ্বাসযোগ্য—

মিনা : (চলচলীয়া চকুৰে) মোৰ ওপৰত আপোনাৰ সঁচাকৈয়ে ইমানেই যদি আস্থা আছিল, তেন্তে কিয় মোক আঁজুৰি আনিলে এই অশান্তিৰ ভিতৰলৈ—

ৰমেন : (গিৰিক) পোনপটীয়াকৈ কওঁকচোন—কি লাগে আপোনাক, এইখন ঘৰত আপুনি কি বিচাৰে?

গিৰি : মই বিচাৰোঁ বিবাহৰ বান্ধোন নিকপকপীয়া কৰিবলৈ, প্ৰকৃত বৈবাহিক সম্বন্ধৰ বুনিয়াদ গঢ়ি তুলিবলৈ—

ৰমেন : তাৰ মানে আপুনি ক'ব খোজে মিঃ বৰুৱা আৰু এখেতৰ মাজত আপুনি কোৱা সেই প্ৰকৃত বৈবাহিক সম্বন্ধ নাই?

গিৰি : সৰ্ব্বসাধাৰণ স্বামী-স্ত্ৰীৰ মাজত থকাৰ দৰে কিবা এটা সম্বন্ধ হয়তো গঢ়ি উঠিছে। কিন্তু তাক আদৰ্শ বৈবাহিক সম্বন্ধ বুলি ক'ব নোৱাৰি।

হেমেন : আদৰ্শৰ কথা তুমি বৰকৈ বুজি নোপোৱা ৰমেন।

ৰমেন : সেই অৰ্থহীন কথাবোৰ নুবুজিলেও চলিব হেমেন। বাৰু কওঁকচোন বৰকাকতী, কেইজনৰ মাজত আদৰ্শ বৈবাহিক সম্বন্ধ থকা আপুনি দেখিছে?

গিৰি : একেবাৰে নাই দেখা বুলিলেও হয়।

ৰমেন : ময়ো দেখা নাই।

গিৰি : কিন্তু আন ধৰণৰ অসাৰ্থক সম্বন্ধ বহুত দেখিছোঁ, ভালদৰে দেখিছোঁ কেনেকৈ তেনে সম্বন্ধই স্বামী-স্ত্ৰী দুয়োৰে জীৱন বিষময় কৰি তোলে।

হেমেন : অকল সিমানেই নহয়। ই মানুহক কৰে নিঃস্ব, ৰিক্ত, নৈতিক জীৱনৰ ভেটি কৰে দুৰ্ব্বল। আৰু তেনে হোৱাটো সঁচাকৈয়ে বৰ সাংঘাতিক কথা।

ৰমেন : মই এতিয়াও বিয়া কৰোৱা নাই। মোৰ অভিজ্ঞতা তোমাতকৈ নিশ্চয় কম। সেয়ে যদিও একোকে মই ক'ব নোখোজোঁ, তথাপি এটা কথা হ'লে মই উপলব্ধি কৰিছোঁ, তোমালোকৰ স্বামী-স্ত্ৰীৰ মাজত উদ্ভৱ হোৱা সমস্যাবোৰৰ স'তে তোমালোকৰ সন্তানৰ জীৱন সাঙোৰ খাই আছে। তোমালোকে যিহকে নকৰা লাগে, নিজৰ সন্তানক এই অশান্তিৰ মাজলৈ টানি অনাটো সঁচাকৈ কোনোপধ্যে উচিত নহ'ব।

হেমেন : হেমী সোণজনীৰ কথা কৈছা?

ৰমেন : এই সকলোবোৰৰ পৰা হেমীক সদায় নিলগত ৰাখিবা। তোমালোকৰ

বয়স হৈছে, বুজন হৈছোঁ। তোমালোকে নিজৰ ভিতৰত হঁাহি কাজিয়া কৰি যি ইচ্ছা তাকে কৰিব পাৰা, কিন্তু হেমীয়ে যেন ঘূণাক্ষৰেও এইবোৰ কথা জানিবলৈ নাপায়। যদি তাইক জানিবলৈ দিয়া, তেন্তে তাইৰ প্ৰতি ঘোৰ অন্যায় কৰা হ'ব, তাইৰ ডাঙৰ ক্ষতি হ'ব।

হেমেন : অন্যায়? ক্ষতি?

ৰমেন : এইবোৰৰ মাজত সোমাই পৰিলে তাই কি কৰি বহে ঠিক নাই। আনৰ কথাকে নালাগে নিজৰে হয়তো কিবা হানি-বিঘিনি বা অনিষ্ট কৰি পেলাব।

মিনা : আপুনিনো কেনেকৈ জানিলে?

হেমেন : তাইৰ চকু হঠাতে বেয়া হৈ যাব পাৰে বুলি ভাবা নেকি?

ৰমেন : মই তাইৰ চকুৰ কথা ভবা নাই। তাই এনে এটা বয়সত ভৰি দিছে যি বয়সত যি কোনো অদ্ভুত কাম কৰি পেলাবলৈ তাইৰ প্ৰবৃত্তি হ'ব পাৰে।

মিনা : আপুনি সঁচা কথাকে কৈছে। মই ইতিমধ্যে লক্ষ্যও কৰিছোঁ। আখল ঘৰত জুই লৈ তাইক উমলি থকা মই দেখিছোঁ। সুধিলে কয়—ঘৰত জুই লগোৱা খেল খেলিছে। মোৰ আশঙ্কা হয়—কোনোবাদিনা তাই সঁচাসঁচিকৈয়ে ঘৰত জুই দিব।

ৰমেন : সেয়া দেখোন নিজেই গম পাইছে।

গিৰি : কিন্তু কিয় এনে হয়?

ৰমেন : বয়সৰ লগে লগে এনে হোৱাটো স্বাভাবিক। তাইৰ মানসিক আৰু দৈহিক পৰিবৰ্তনে দেখা দিছে।

হেমেন : যিমান দিনলৈকে তাই মোৰ ওচৰত থাকিব, সিমান দিনলৈকে মই সৎ পথত থাকিম—

(এনেতে দুৱাৰত টুকুৰিউৱা শব্দ হয় ; সীমা সোমাই আহে।)

মিনা : আহক, আহক—

সীমা : কিন্তু বৰ বেয়া সময়ত আহিলোঁ চাগে—

হেমেন : নাই নাই, ঠিকেই আছে। বিশেষকৈ সেইখন ঘৰৰ পৰা আহিছে যেতিয়া—

সীমা : এওঁলোক এইসময়ত ঘৰত নাথাকিব বুলিয়েই ভাবিছিলোঁ মিনা।

মিনা : কি বুলিনো আহিলে? কিবা দৰকাৰী কাম—

সীমা : নাই, কাম-চাম একো নাই। শুনিছাই চাগে—মই ইয়াৰ পৰা যামগৈ। ভাবিলোঁ—যোৱাৰ আগতে মাতষাৰ লগাই যাওঁ।

মিনা : কেতিয়াকৈ যাব?

সীমা ঃ কাইলে, পুৱা।
মিনা ঃ যাব ক'লৈ?
সীমা ঃ হল্টুগাঁৱলৈ। মিঃ বৰকাকতী আজিয়েই গ'ল। (গিৰিলৈ চাই) তেওঁৰ হৈ মযে তোমাৰ পৰা বিদায় লৈছোঁ।
হেমেন ঃ গিৰিৰ দেউতাক তেন্তে গ'লেই। আৰু আপুনিও যাবলৈ ওলাইছে—
সীমা ঃ তোমাৰ বাৰু মত কি?
হেমেন ঃ অলপ সাৱধানে থাকিব।
গিৰি ঃ তই বোধকৰোঁ নাজান হেমেন, দেউতাই এখেতক বিয়া কৰাব।
হেমেন ঃ বিয়া কৰাব?
মিনা ঃ তেন্তে?
ৰমেন ঃ নাই নাই, অসম্ভৱ কথা—
(সীমাৰ বিয়াৰ কথাই ৰমেনক অপ্ৰতিভ কৰি তোলে)
সীমা ঃ মই মিছা কোৱা নাই ৰমেন।
ৰমেন ঃ তুমি তেন্তে আকৌ বিয়া সোমাবা?
সীমা ঃ বিধৱা বিবাহ অসঙ্গত বা বে-আইনী কথা নহয়।
গিৰি ঃ (কৃত্ৰিমতাৰে) কৰ্ত্তব্য পৰায়ণ সতীয়া সন্তান হিচাপে মই আপোনাক অভিনন্দন জনাই থওঁ।
সীমা ঃ ধন্যবাদ, আমাৰ বৈবাহিক জীৱন নিশ্চয় সুখৰ হ'ব।
ৰমেন ঃ (হাঁহিবলৈ চেষ্টা কৰি) তেনে আশা-কৰাটো অসঙ্গত নহয়। তোমাৰ আগৰ গৰাকী স্বামীৰ দৰে ভীমশেখৰে নিশ্চয় মদ নাখায় আৰু পত্নীক আৱশ্যক অনুযায়ী উত্তম-মধ্যম দিয়াৰ অভ্যাসো হয়তো তেওঁৰ নাই।
সীমা ঃ মোৰ মৃত স্বামীৰ দোষবোৰকে খুচৰি উলিয়াইছা কেলেই? সৎগুণ কেতবোৰো আছিল তেওঁৰ গাত।
ৰমেন ঃ ভীমশেখৰ বৰকাকতীৰ গুণাৱলী নিশ্চয় তাতোকৈও বেছি।
সীমা ঃ যিহকে নোকোৱা, বৰকাকতীয়ে তেওঁৰ ভাল গুণখিনি অটুট ৰাখিবলৈ যত্ন কৰিছে, নষ্ট হ'বলৈ দিয়া নাই। যিজনে দিয়ে তেওঁ ফল ভোগ কৰে।
ৰমেন ঃ হেৰা হেমেন, আজি গধূলি ওলাই যাওঁ ব'লা মহেনৰ লগত।
সীমা ঃ মোৰে শপত—সেইটোৰ লগ নল'বা ৰমেন।
ৰমেন ঃ নলৈনো আৰু কি কৰিম? ওলাবা হেমেন—
মিনা ঃ তেখেতে তেনে ধৰণে মন পাতলাবলৈ নিবিচাৰে।
হেমেন ঃ মোৰ কথা তুমি জানিবা কেনেকৈ?
ৰমেন ঃ মই তেন্তে আহোঁ। আহোঁ হেমেন। আহোঁ মিনা, আহোঁ গিৰি, আহোঁ সীমা—ক্ষমা কৰিবা, আহোঁ মিছেচ বৰকাকতী—
(নাটকীয় ভঙ্গীত ওলাই যায়)

গিৰি : (সীমালৈ চাই) ৰমেনৰ স'তে আপোনাৰ দেখিছোঁ বেচ সহৃদয়তা আছে।

সীমা : এৰা, তেওঁক বহুত দিনৰে পৰা জানো। এসময়ত সম্বন্ধ বেচ গাঢ় হৈ পৰিছিল। বহুতে ভাবিছিল—কিজানিবা—

গিৰি : কিন্তু সিমানতে শেষ হৈ ভালেই হ'ল চাগৈ।

সীমা : অৱশ্যে মই যধেমধে একোকে নকৰোঁ। তিৰোতা মানুহৰ পক্ষে আগ-পাছ নুগুণি কোনো কামকে কৰা উচিত নহয়।

গিৰি : আপোনালোকৰ এই বন্ধুত্বৰ কথা যদি দেউতাক কৈ দিওঁ।

সীমা : মই নিজেই এইবোৰ কথা দেউতাৰাক কৈছোঁ।

গিৰি : সঁচাকৈয়েনে?

সীমা : মোৰ বিষয়ে জানিবলগীয়া সকলো কথাকে দেউতাৰাই জানে।

গিৰি : একোকে লুকাবলৈ চেষ্টা কৰা নাই?

সীমা : নাই কৰা। মই সদায়ে খোলা প্ৰকৃতিৰ। আৰু, আমাৰ পক্ষে তেনে হোৱাই ভাল।

হেমেন : তোমাৰ মত কি মিনা?

মিনা : সকলোৰে স্বভাৱ একে নহয়।

সীমা : কিন্তু মিনা, খোলাখুলিকৈ সকলো কথা কৈ পেলোৱাই ভাল। বৰকাকতীয়েও মোক সকলো কথাকে কৈছে। এয়ে আমাৰ সম্বন্ধ মধুৰ আৰু গাঢ় কৰি তোলাত সহায় কৰিছে। এতিয়া মুকলি মনেৰে তেওঁ মোৰ স'তে কথা পাতিব পাৰে। আগতে কিন্তু এনে সুবিধা তেওঁ পোৱা নাছিল। তেওঁৰ স্বভাৱ-চৰিত্ৰ বাৰু এনে কি বেয়া আছিল যে গোটেই ডেকা কালটোৱেই তেওঁ নীতিবচনবোৰ শুনিবলগীয়া হৈছিল। কিছুমান কাল্পনিক দোষ বলেৰে জাপি দি এজন চহকী স্বাস্থ্যৱান ডেকাৰ সৰল মুকলিমুৰীয়া জীৱনৰ পৰিসৰ ঠেক কৰি পেলাবলৈ জানিবা সকলোৱে ষড়যন্ত্ৰহে কৰিছিল।

মিনা : আপোনাৰ কথা অৱশ্যে একেবাৰে সঁচা।

গিৰি : (অলপ অসন্তুষ্ট হৈ) তোমালোকে যদি নিজৰ ভিতৰতেই কথা পাতি থাকা তেন্তে মই যাওঁৱেই।

সীমা : তুমি আকৌ যাবা কেলেই? ময়ে গৈছোঁ। মোৰ ক'বলগীয়া আৰু একো নাই। মই মাথোঁ ইয়াকে তোমালোকক জনাব খুজিছিলোঁ যে মই একোকে লুকঢাক কৰা নাই আৰু সেয়ে মোৰ মোনো ভয়ো নাই। অৱশ্যে তোমালোকে ক'ব পাৰা মই বৰ ভাগ্যৱতী। হয়তো হয়। মই প্ৰতিবাদ নকৰোঁ। কিন্তু এটা কথা হ'লে ঠিক, মই যি পাইছোঁ মোৰ সকলোখিনি

দিহে পাইছোঁ আৰু মই যি দিছোঁ তাতকৈ এক তিলাৰ্দ্ধও বেছি পোৱা নাই। মই সদায় তেওঁৰ লগে লগে থাকিম। তেওঁৰ আলপৈচান ধৰিম। তেওঁযে অসহায়—

হেমেন : অসহায়?

সীমা : এৰা, তেওঁৰ দৃষ্টিশক্তি কমি আহিছে।

হেমেন : বৰ আচৰিত কথা! তেওঁৰো দৃষ্টিশক্তি কমি আহিছে! চকুৰে নেদেখা হৈ আহিছে!

সীমা : এজন ব্যৱসায়ীৰ পক্ষে ই বৰ মাৰাত্মক কথা। সেয়ে চেষ্টা কৰিম যিমানদূৰ পাৰোঁ তেওঁক সহায় কৰিবলৈ। বাৰু, মই আহোঁ। অ' শুনা হেমেন, তোমাক যদি কিবা টকা-পইচা লাগে গোবিন বৰদলৈক ক'বা।

গিৰি : হেমেন নিশ্চয় তেনে সহায় ল'বলৈ মান্তি নহ'ব।

সীমা : সঁচাকৈয়েনে হেমেন?

মিনা : বৰকাকতীৰ পৰা তেখেতে আৰু একো নলয়।

হেমেন : আপোনাৰ ভৱিষ্যত স্বামীক মই অভিনন্দন জনাইছোঁ। তেখেতক ক'ব— মই সোনকালেই গোবিন বৰদলৈৰ ওচৰলৈ যাম।

গিৰি : গোবিনৰ ওচৰলৈ যাবি?

হেমেন : এৰা, টকাৰ হিচাপটো আনিবলৈ যাম। মই জানিব খোজোঁ—আজিলৈকে কিমান ধাৰ কৰিলোঁ। শতকৰা পাঁচ টকা সুদত গোটেইখিনি টকাকে ফিৰাই দিম। এই ঋণ মই পৰিশোধ কৰিমেই।

মিনা : কিন্তু ইমানবোৰ টকা ক'ৰ পৰা পাব?

হেমেন : (সীমাক) আপোনাৰ ভৱিষ্যত স্বামীক কৈ দিব যে মই মোৰ আবিষ্কাৰৰ কামত মৰোঁ-জীওঁ-সোঁ-আধি কৰি লাগি গৈছোঁ। ঋণ পৰিশোধ কৰাৰ দায়িত্বই মোক প্ৰেৰণা যোগাইছে। এৰা, আজি সেয়ে মোৰ একমাত্ৰ প্ৰেৰণা!

সীমা : এইখন ঘৰত কিবা এটা হৈছে!

হেমেন : ঠিকেই কৈছে, কিবা এটা হৈছে।

সীমা : মই আহোঁ। মিনা, তোমাৰ স'তে মোৰ অলপ কথা আছিল। বাৰু থাওক, কেতিয়াবাকৈ সুবিধা হ'লে ক'ম। আহোঁ, থাকিবা তোমালোক— (সীমা যায়। মিনাইও তেওঁৰ লগতে ওলাই যাব খুজিছিল। হেমেনে মাত দিলত বৈ যায়।)

হেমেন : মিনা, দুৱাৰখন জপাই দিয়া।

(মিনাই দুৱাৰখন জপাই থৈ বহেহি।)

হেমেন : কোনে কোনো ক্ষেত্ৰত আদৰ্শৰ দাবীক অস্বীকাৰ কৰিব নোৱাৰি গিৰি।

ঘৰখনৰ একমাত্ৰ আৰ্জ্জন কৰোঁতা হিচাপে ময়ে সকলো নিকাৰ ভুগিব লাগিব। ইমান দিনীয়া এই ঋণ পৰিশোধ কৰাটো সহজ কথা নহয়। তথাপি মই ঋণ পৰিশোধ কৰিম। মোৰ ভিতৰৰ মানুহটোৱে আজি তাৰ ন্যায্য প্ৰাপ্য বিচাৰিছে।

গিৰি : (হেমেনৰ কান্ধত হাত থৈ) কচোন ভাই, মই আহি ভাল কৰিছোঁ নে নাই।

হেমেন : ভালেই কৰিছ।

গিৰি : নিজৰ অৱস্থাটোৰ কথা বুজিব পাৰি ভাল পাইছ নে নাই বাৰু?

হেমেন : পাইছোঁ। কিন্তু এটা কথাই হ'লে মোৰ মনটোক অস্থিৰ কৰি তুলিছে।

গিৰি : কিহেনো?

হেমেন : তোৰ দেউতাৰে—বাৰু থাওক—বোধহয় নোকোৱাই ভাল—

গিৰি : ক ক, মই বেয়া নাপাওঁ।

হেমেন : প্ৰকৃত বিবাহৰ বেইত দেউতাৰহে সোমাল, মই বাহিৰতে থাকিলোঁ!

গিৰি : তাৰ মানে?

হেমেন : ভীমশেখৰ বৰকাকতী আৰু সীমাৰ মাজত গঢ়ি উঠা সম্বন্ধত প্ৰৱঞ্চনা নাই। আছে বিশ্বাস, আছে নিষ্ঠা। সৰলভাৱে ইজনে আনজনক গ্ৰহণ কৰিছে। কোনো লুকঢাক নাই। কোনো পাপ নাই। সেয়ে মোৰ মনটো মাজে মাজে বিদ্ৰোহী হৈ উঠে। ভগৱানৰ ৰাজত্বত ইমান অবিচাৰ কিয়?

মিনা : আপুনি বাৰু তেনেকৈ কেলেই কৈছে?

হেমেন : তথাপি মই ভাগ্যৰ নিৰ্দ্দেশ অস্বীকাৰ কৰিব নোৱাৰোঁ। অতীতৰ অন্যায়ৰ বাবে শাস্তি তেওঁ ভোগ কৰিবই লাগিব। তেওঁৰ বিশ্বস্ত সহকৰ্ম্মী এজনৰ জীৱনৰ সকলো আশা-আকাংক্ষা অকালতে ধ্বংস কৰি দিয়াৰ বাবে প্ৰায়শ্চিত্ত তেওঁ কৰিবই লাগিব। কোনে জানে এই প্ৰায়শ্চিত্ত স্বৰূপেই হয়তো বিধাতাই বিচাৰিছে তেওঁৰ চকু দুটা!

মিনা : কি সাংঘাতিক কথাবোৰ যে কয় আপুনি!

হেমেন : মাজে মাজে জীৱনৰ এন্ধাৰ ফালটোৰ ৰহস্য উদ্‌ঘাটন কৰিলে লাভ হয়। (এনেতে হেমী সোমাই আহে। মনটো তাইৰ বেচ ফৰকাল।)

মিনা : হেমী আহিলি?

হেমী : বেছি দূৰলৈ যাবলৈকে নহ'ল। বাটতে তেখেতক লগ পালোঁ।

হেমেন : কাক? সীমা চলিহাক?

হেমী : ওঁ।

হেমেন : (কিছু কঠোৰতাৰে) ভৱিষ্যতে আৰু তেওঁৰ সৈতে কথা নাপাতিবি। (হেমী কিছু নিৰুৎসাহ হয়। আনবোৰৰ মনৰ অৱস্থা কেনে, তাৰে বুজ

ল'বলৈ সকলোৰে মুখলৈ চায়। তাৰ পাছত দেউতাকৰ ওচৰলৈ আহি আদৰুৱা মাতেৰে—)

হেমী : দেউতা—

হেমেন : কি?

হেমী : তেখেতে মোক কি দিছে চোৱা।

হেমেন : কিনো দিছে?

হেমী : কাইলৈৰ কাৰণেহে দিছে। আজি নেদেখুৱাওঁ। মাৰ হাতত থৈ দিম। কাইলৈ পুৱাই মাই মোক দিব।

হেমেন : কিনো বস্তুটো যে মোক দেখুৱাব নোৱাৰ?
(হেমেন অসন্তুষ্ট হোৱা বুলি হেমীয়ে গম পায়)

হেমী : ইহ্ কেলেই নেদেখুৱাম? চোৱা, এইখন এখন দীঘল চিঠি।
(হেমীয়ে হাতত থকা দীঘল খামটো আগবঢ়াই দিয়ে। )

হেমেন : চিঠি?

হেমী : চোৱা, খামটোৰ ওপৰত লিখা আছে (পঢ়ে)—কুমাৰী হেমী বৰুৱা। হেমী বৰুৱা কোন? (নিজকে দেখুৱাই) ম—ই।

হেমেন : চাওঁ চিঠিখন।
(হেমীৰ হাতৰ পৰা হেমেনে চিঠিখন লয়।)

হেমী : বাকী বস্তুবোৰ পাছতহে পাম বোলে।

হেমেন : (ঠিকনাটো চাই) আখৰবোৰ ভীমশেখৰ বৰকাকতীৰ। হেমী, চিঠিখন পঢ়োঁনে?

হেমী : পঢ়া।

মিনা : থাওক, কাইলৈ পুৱা খামটো খুলিব।

হেমী : পঢ়কচোন দেউতাই। নিশ্চয় কিবা ভাল কথা লিখা আছে।
(হেমেনে খামটো ফালি চিঠিখন উলিয়াই পঢ়ি চায়)

হেমেন : এইবোৰ কি লিখিছে?

হেমী : কি লিখিছে কোৱানা।

হেমেন : ৰ'বিচোন। এইখন চিঠি নহয়, দানপত্ৰহে।

হেমী : দানপত্ৰনো কি? কিনো লিখিছে?

হেমেন : নিজে পঢ়ি চা।
(হেমীক দানপত্ৰখন দিয়ে। হেমীয়ে পঢ়িবলৈ চায়।)

হেমেন : (প্ৰায় খঙতে) হু চকু। সেই চকুযুৰি আৰু এই দানপত্ৰ!!

হেমী : কিন্তু ককাকহে দিছে দেখোন।

(হেমেনে দানপত্ৰখন হেমীৰ পৰা আনি মিনাক দেখুৱায়। তেওঁৰ মাতত উত্তেজনা প্ৰকাশ পায়।)

হেমেন : এইবোৰৰ অৰ্থ কি?

মিনা : মই কেনেকৈ ক'ম?

হেমেন : ভীমশেখৰ বৰকাকতীয়ে হেমীলৈ লিখিছে—তাইৰ ককাকে আৰু কাম কৰিব নালাগে। তেওঁৰ অফিচৰ পৰা কাম নকৰাকৈয়ে মাহে এশ টকাকৈ পাই থাকিব।

গিৰি : বাঃ! বেছ কথা।

মিনা : দেউতাৰ কাৰণে ভালেই হ'ল। বুঢ়া বয়সত তেওঁ খোৱা-পিন্ধাৰ বাবে আৰু চিন্তা কৰিব নালাগে।

হেমেন : অকল সিমানেই নহয়। দেউতাৰ মৃত্যুৰ পাছত সেইখিনি টকা পাব হেমীয়ে।

হেমী : মোক দিছে?

হেমেন : তয়ো মাহে এশ টকাকৈ পাই থাকিবি ককাৰৰ মৃত্যুৰ পাছত—(মিনালৈ চাই) মন কৰিছানে?

মিনা : কৰিছোঁ। ভালকৈয়ে কৰিছোঁ।

হেমী : ইমানবোৰ টকা সঁচাকৈয়ে মই পামনে? দেউতা, তোমাৰ বাৰু ভাল লগা নাইনে?

(হেমীয়ে দেউতাকক ভালৰি বোলাবলৈ ওচৰলৈ যায়। কিন্তু দেউতাকে আঁতৰাই দিয়ে।)

হেমেন : ভাল পাম? কি সুন্দৰ ভৱিষ্যতৰ কল্পনা! হুঃ হেমী, হেমীৰ কাৰণেই তেওঁৰ ইমান চিন্তা!!

মিনা : আচৰিত হৈছে কেলেই? হেমীৰ জন্ম দিনত সদায়ে দেখোন এটা নহয় এটা বস্তু তেওঁ দিয়েই। এইবাৰো দিছে।

হেমী : টকাবোৰ পালে মইনো ৰাখিমনে? তোমালোককেই দি দিম।

হেমেন : মোক নালাগে, মাৰক দিবি।

গিৰি : হেমেন, বোধকৰোঁ ই এটা নতুন ফন্দি।

হেমেন : তয়ো সেই বুলিয়েই ভাবনে?

গিৰি : দেউতাই মোক কৈছিল—তই হেমেনক যিমান বেয়া বুলি ভাব সিমান বেয়া সি নহয়। আৰু সোনকালেই হেনো তাৰ প্ৰমাণ মই পাম।

হেমেন : কিহৰ প্ৰমাণ? মোক কেনেকৈ টকা দি তেওঁৰ গোলাম কৰি থ'ব পাৰি তাৰে প্ৰমাণ?

হেমী : মা, কিনো কৈছে দেউতাইঁতে এইবোৰ?

মিনা ঃ সোণ, যা, কাপোৰ কানিবোৰ খুলি থ'গে যা।
(কন্দনামুৱা হৈ হেমী ভিতৰলৈ সোমাই যায়।)

গিৰি ঃ এতিয়া চাম কাৰ কথা সঁচা, তেওঁৰ নে মোৰ—
(হেমেনে দানপত্ৰখন দুফালকৈ ফালি মেজত থয়।)

হেমেন ঃ এয়ে মোৰ উত্তৰ।

গিৰি ঃ মোৰ ধাৰণাই তেন্তে সঁচা হ'ল।
(হেমেনে মিনাৰ ওচৰলৈ আহি শান্তভাৱে কয়।)

হেমেন ঃ তুমি যদি মোক লগ পোৱাৰ পাছৰ পৰাই তেওঁৰ স'তে সকলো সম্বন্ধ ছিঙিছিলাই, তেন্তে তেওঁ কিয় আমাৰ বিয়াত ইমান উৎসাহ দেখুৱাইছিল?

মিনা ঃ হয়তো ভাবিছিল—তেনে কৰিলে আমাৰ ঘৰলৈ আহি থাকিব পাৰিব।

হেমেন ঃ মাত্ৰ সিমানেইনে? তেওঁৰ স'তে থকা তোমাৰ সম্বন্ধৰ সম্ভৱপৰ পৰিণতিলৈকো তেওঁৰ আশঙ্কা আছিল?

মিনা ঃ আপোনাৰ কথা মই বুজা নাই।

হেমেন ঃ মই জানিব খোজোঁ—তোমাৰ সন্তানৰ কিবা অধিকাৰ আছে নে নাই মোৰ ঘৰত থাকিবলৈ?
(হেমেনৰ প্ৰশ্নত মিনাৰ অন্তৰাত্মা কিবা বিদ্ৰোহৰ ভাবত কঁপি উঠে। নিজকে সংযত কৰিবলৈ চেষ্টা কৰিলেও তাইৰ দৃষ্টিত সেই ভাব ভালকৈয়ে প্ৰকাশ পায়। তথাপি বিদ্ৰোহৰ ভাব দমাই উপলুঙাৰ সুৰত তাই কয়।)

মিনা ঃ অ' সেই কথা সুধিছে?

হেমেন ঃ মই জানিব খোজোঁ—হেমী কাৰ সন্তান?

মিনা ঃ মই নাজানো।

হেমেন ঃ নাজানা?

মিনা ঃ জানিম কেনেকৈ? মোৰ দৰে এজনীয়ে জানিবই বা কেনেকৈ?
(হেমেন মিনাৰ ওচৰৰ পৰা আঁতৰি আহে। মাতত দৃঢ় প্ৰতিজ্ঞাৰ ভাব।)

হেমেন ঃ তেন্তে এইখন ঘৰত এক মুহূৰ্তও আৰু মই নাথাকোঁ।

গিৰি ঃ নাভাবি-নিচিন্তি কি কৰিবলৈ ওলাইছ হেমেন?

হেমেন ঃ (কোটটো পিন্ধি) দুনাই ভাবিবৰ আৱশ্যক কি?

গিৰি ঃ ত্যাগ আৰু ক্ষমাৰ মাজেৰে মহত্ত্বৰ জীৱনৰ বাবে মনটোক প্ৰস্তুত কৰিবলৈ তহঁত তিনিও একেলগে থকাটো নিতান্ত দৰকাৰ।

হেমেনে ঃ মহত্ত্বৰ জীৱনৰ কল্পনা মই নকৰোঁ। কৰিমেই বা কি লৈ? ঘৰখন ভাঙি চুৰমাৰ হৈ গ'ল। যি এজনী ছোৱালী আছিল, যাক হিয়া উবুৰিয়াই মৰম কৰিছিলোঁ, সেইজনী ছোৱালীবো পিতৃত্বৰ দাবী মই কৰিব নোৱাৰোঁ।

মোৰ একো নাই গিৰি, মোৰ কোনো নাই।
(ঠিক সেই সময়তে হেমী কোঠাটোত সোমায়। তাই দেউতাকৰ শেহৰ কথাখিনি শুনিছিল।)

হেমী : তুমি এইবোৰ কি কৈছা দেউতা?
(দেউতাকৰ ওচৰলৈ যায়।)

হেমেন : নাহিবি মোৰ ওচৰলৈ, তোৰ মুখ চোৱাও পাপ।
(হেমীয়ে কিন্তু আগবাঢ়ি গৈ দেউতাকক সাৱটি ধৰে।)

হেমী : নাযাবা দেউতা, তোমাক যাবলৈ নিদিওঁ, দে—উ—তা—

হেমেন : গুচ!
(হেমেনে হেমীক চ'ফাখনৰ ফালে ঠেলা মাৰি দি ওলাই যায়। চ'ফাখনৰ ওপৰত পৰি গৈ হেমীয়ে হুকহুকাই কান্দে)

হেমী : দেউতা গুচি গ'ল মা, আৰু নাহে, কেতিয়াও নাহে।

মিনা : নাকান্দিবি হেমী। দেউতাৰ নিশ্চয় উভতি আহিব।

গিৰি : মই যি কৰিছিলোঁ, ভাল হওক বুলিয়েই কৰিছিলোঁ।

মিনা : কিন্তু—

হেমী : (কান্দি) মই মৰিম, মই মৰিম। মইনো কি জগৰ লগালোঁ, দেউতাইযে মোক—মা, দেউতাক ওভতাই আনা মা—

মিনা : নাকান্দিবি সোণ। কৈছোঁ নহয় ওভতাই আনিম বুলি ; চাওঁ উঠ, ব'ল।
(হেমীয়ে বুজনি নামানে, কান্দিয়েই থাকে।)

মিনা : চাই আহোঁ বাৰু—তেখেত ক'লৈ গ'ল।

গিৰি : হেমেনকো অকলে কিছুপৰ থাকিবলৈ দিয়া উচিত। নিজৰ মনটোৰ লগতে যুঁজ-বাগৰখন কৰি অতালে নিশ্চয় কিছু শান্ত হ'ব।

মিনা : সেইবোৰ কৰি থাকিব পাছেপৰেও।
(মিনা ওলাই যায়। গিৰি হেমীৰ ওচৰলৈ আহি বহে।)

গিৰি : উঠা হেমী, ইমানকৈ কান্দিবলৈ নাপায় নহয়।
(হেমীয়ে চকুলো মচে। সংযত হয়।)

হেমী : দেউতাই কিয় মোক ওচৰলৈ যাবলৈ নিদিয়ে?

গিৰি : দেউতাৰাৰ খং উঠিছে চাগৈ।

হেমী : মোৰ ওপৰত কিয় খং উঠিব? মই দেখোন একোকে কৰা নাই। বৰকাকতী ককাই দিব খোজা টকাবোৰো দেখোন মই দেউতাইঁতকে দি দিম বুলিছোঁ—

গিৰি : উঠিছে আৰু কিবা কাৰণত খং।

হেমী : মই জানো—কিয় খং উঠিছে।

গিৰি : কিয় বাৰু?

হেমী : মই কিজানিবা দেউতাৰ ছোৱালী নহয়েই !

গিৰি : ইহ্ কেলেই নহ'বা?

হেমী : মায়ে কিজানিবা মোক ক'ৰবাৰ পৰা বুটলি আনিছিল। এনেবোৰ কথা সেই কিতাপবোৰত মই পাইছোঁ। কিন্তু সেইবুলিয়েই মোক মৰম নকৰিবনে? বাটৰ পৰা বুটলি অনা ছোৱালীক বেছিকৈহে মৰম কৰিব লাগে। সেই হাঁহজনী পিতমল-কায়েহে দিছিল, তথাপি দেখোন মই তাইক খু-উ-ব মৰম কৰোঁ। দেউতাই তাইকো বেয়া পোৱা হৈছে। ডিঙি মুচৰি মাৰি পেলাবকে খুজিছিল।

গিৰি : হয় নেকি?

হেমী : হাঁহজনীৰ কোনো বিপদ নহ'বৰ কাৰণেই মই সদায় ঈশ্বৰক খাটোঁ, প্ৰাৰ্থনা কৰোঁ?

গিৰি : সদায়ে প্ৰাৰ্থনা কৰা?

হেমী : ওঁ।

গিৰি : কোনে শিকালে?

হেমী : নিজে নিজেই শিকিছোঁ। এবাৰ দেউতাৰ বৰ অসুখ হৈছিল। ডাক্তৰে ভাল নহ'ব বুলিয়েই কৈছিল। মই কিন্তু সদায়ে দেউতাৰ ভাল হওক বুলি ঈশ্বৰক প্ৰাৰ্থনা জনাইছিলোঁ, দেউতাক ঈশ্বৰে ভাল কৰি দিলে। আৰু, ময়ো সদায়ে প্ৰাৰ্থনা কৰিবলৈ ল'লোঁ।

গিৰি : আৰু এতিয়া হাঁহজনীৰ কাৰণে প্ৰাৰ্থনা কৰা, নহয়নে?

হেমী : তায়োযে পোনতে ইমান বেমাৰী আছিল!

গিৰি : তুমি পুৱাও প্ৰাৰ্থনা কৰা নেকি?

হেমী : পুৱা নকৰোঁ।

গিৰি : কিয়?

হেমী : পোহৰ হ'লে দেখোন ভয় নালাগে।

গিৰি : তোমাৰ সেই হাঁহজনী দেউতাৰাই মাৰি পেলাব খুজিছিল?

হেমী : কিন্তু মোৰ কাৰণেই নামাৰিলে।

গিৰি : বাৰু, তুমি যদি নিজ ইচ্ছাৰে দেউতাৰাৰ কাৰণে হাঁহজনী মাৰি পেলোৱা, তেন্তে কেনে হয়?

হেমী : তাৰ পৰা দেউতাৰ কিবা ভাল হ'বনে?

গিৰি : হ'বও পাৰে

হেমী : (উৎসাহিত হৈ) চেষ্টা কৰি চাম বাৰু।

গিৰি : বেচ। কিন্তু মাৰাক নক'বা হ'লে দেই।

হেমী : কিয়?

গিৰি : এইবোৰ কথা তেওঁ নুবুজে নহয়।

হেমী : বাৰু, কাইলৈ পুৱা দেই—
(এনেতে মিনা আহে)
মা, পালানে দেউতাক?

মিনা : ৰমেন কটকীৰ লগত ওলাই গৈছে।

গিৰি : আজি কিন্তু নিৰলে থাকিব লাগিছিল।

মিনা : কটকীয়ে বা ক'লৈ লৈ যায়।

গিৰি : মই আহোঁ এতিয়া। কাইলৈ আৰু এটা নতুন খবৰ দিব হেমেনক। তেতিয়া চাবা—তাৰ মনৰ পৰা সকলো অশান্তি আঁতৰি যাব ; হেমী—সোণজনী, যোৱা, মুখ-হাত ধুই কিবা খোৱাগৈ। মই আহোঁ দেই।
(গিৰি যায়। হেমীয়ে আহি মাকৰ বুকুত মুখ লুকুৱায় শোকে যেন তাইক আকৌ খুন্দা মাৰি ধৰিছে।)।

হেমী : মা—মা অ'—
(তাই আকৌ হুকহুকাই কান্দি পেলায়। মিনাই তাইৰ মূৰত মৰমেৰে হাত ফুৰায়।)

(মঞ্চ আন্ধাৰ হয়)

## পঞ্চম অঙ্ক

[ হেমেনৰ ষ্টুডিঅ'। পুৱাৰ শেঁতা পোহৰ। আখল ঘৰৰ পৰা ওলাই মিনাই কোঠাটোত সোমাইছেহি। এনেতে বাহিৰৰ পৰা উত্ৰাৱল হৈ ল'ৰি সোমাই অহা হেমীৰ সৈতে ভেটাভেটি হয়। ]

হেমী : দেউতা কটকী খুৰাৰ কোঠাত আছে মা।

মিনা : কেনেকৈ জানিলি?

হেমী : কাঞ্চীজনীয়ে ক'লে কালি হেনো তাই কটকী খুৰাৰ স'তে আন দুজন মানুহকো দেখিছে—এজন মহেন খুৰা, ইজন নিশ্চয় দেউতা।

মিনা : কটকীৰ লগতে আছেগৈ বুলি ময়ো ভাবিছিলোঁ।

হেমী : কিন্তু ইয়ালৈ নাহি তাতে থাকিলেনো কিটো লাভ হ'ব?

মিনা : এবাৰ অন্ততঃ লগ ধৰি আহিবগৈ পাৰিম।

(বীৰেন বৰুৱা আহি দুৱাৰমুখত থিয় হয়। ভৰিত চটি জোতা, পিন্ধনত পুৰণি উৱলি যোৱা ড্ৰেচিং গাউন। মুখত পাইপ।)

বীৰেন : হেমেন ক'লৈ গ'ল?

মিনা : ওলাই গৈছে।

বীৰেন : ইমান পুৱাইনে?

মিনা : কিবা জৰুৰী কাম আছে হেনো।

বীৰেন : বাৰু, মই অকলেই যাব পাৰিম। পুৱা নৈৰ পাৰত অকলে ফুৰিবলৈকো বৰ বেয়া নালাগে। মই অকলেই যাম।

(বীৰেন যায়)

হেমী : (সকৰুকৈ) দেউতা ঘৰৰ পৰা ওলাই যোৱা কথা ককাই জানিলে বাৰু কি হ'ব?

মিনা : সকলো কথানো কিয় ককাৰক ক'ব লাগিছে? ভাগ্যে কালি সন্ধ্যা ঘৰত নাছিল।

হেমী : কিন্তু.......

(গিৰিশেখৰ আহে।)

গিৰি : হেমেনৰ কিবা খবৰ পাইছানে?

মিনা : ৰমেন কটকীৰ লগতে আছেগৈ বোধকৰোঁ।

গিৰি : সিহঁতৰহে লগ লাগিছেগৈনে?

মিনা : আৰুনো যাব ক'লৈ?

গিৰি : অথচ এই সময়ত, আত্মবিশ্লেষণৰ বাবে, নিৰলে থকাটো নিতান্ত দৰকাৰ।

মিনা : আপুনিহে তেনেকৈ ভাবিছে।

(ৰমেনক অহা দেখি হেমী আৰু মিনাই প্ৰায় একেলগে সোধে।)

হেমী : দেউতা আপোনাৰ তাত আছে নেকি?

মিনা : তেখেত আপোনাৰ লগত.......

ৰমেন : আছে আছে, আৰু বেছ ভালেৰেই আছে।

হেমী : আগতেনো নক'লেহি কেলেই?

ৰমেন : এৰা, ক'ব লাগিছিল। পিছে ইজনক চণ্ডালোঁতেই মোৰফালে আধ্যা পৰিছিলগৈ। তদুপৰি টোপনিয়েযে এনেকৈ হেঁচি ধৰিছিল কি ক'ম!

মিনা : তেখেতে কিবা কৈছিল নেকি?

ৰমেন : একো কোৱা নাই।

মিনা : কথাও পতা নাইনে?

ৰমেন : ওঁহো।

মিনা : কিনো কৰিছে তেন্তে?

ৰমেন : চ'ফাখনতে নাক ঘোৰঘোৰাই শুই আছে।

হেমী : শুব পাৰিছেনে?

ৰমেন : ওঁ, বেচ টোপনি গৈছে।

গিৰি : অসম্ভৱ একো নহয়। তীব্ৰ মানসিক দ্বন্দ্বৰ পাছৰ....

মিনা : এনেকৈ নিশালৈ ঘূৰি ফুৰা অভ্যাস তেখেতৰ নাছিল।

হেমী : ভালেই হৈছে মা। টোপনি গ'লে চাগৈ খংটো কমিব।

মিনা : এৰা, শোৱক, নজগাওঁ। আহ হেমী, এই ছেগতে ঘৰটোকে সৰাপোচা কৰি লওঁ।

(হেমী আৰু মিনা যায়।)

গিৰি : হেমেনৰ মনৰ এই আধ্যাত্মিক আলোড়নৰ কিবা অৰ্থ বিচাৰি পাইছেনে কটকী?

ৰমেন : বাদ দিয়কহে সেইবোৰ কথা।

গিৰি : তাৰ জীৱনৰ এই সন্ধিক্ষণত, হেমেনৰ দৰে ব্যক্তিত্বসম্পন্ন এজনৰ....

ৰমেন : (হিতিকিং কৰি) হোঃ ব্যক্তিত্বসম্পন্ন! তাৰ যদি তেনে কিবা আছিলো, সকলোতেই পুলিয়ে-পোখাই সি নিৰ্মূল হ'ল, বুজিছেনে?

গিৰি ঃ সকতে দেখোন হেমেনে বেচ ভাল আপদাল পাইছিল।
ৰমেন ঃ বোলোঁ মৃগী বেমাৰ থকা সেই আবিয়৷ মাহীয়েক দুজনীৰ পৰানে?
গিৰি ঃ মোৰ কথা বিশ্বাস নকৰিব পাৰে, কিন্তু মই জানো—তেওঁলোকে সদায়ে যত্ন কৰিছিল হেমেনক এক মহান আদৰ্শেৰে অনুপ্ৰাণিত কৰিবলৈ।
ৰমেন ঃ বিপদ হৈছে ক'ত জানে? আপোনালোক সকলোৱে ভাবে হেমেন এটা উজ্জ্বল ৰত্ন বুলি।
গিৰি ঃ আপুনি তাৰ মাজত অসাধাৰণ একো বিচাৰি পোৱা নাইনে?
ৰমেন ঃ চব মিছা কথা। একো নাই। বুঢ়া বাপেকটোৱে হয়তো ভাবে হেমেন এটা জিনিয়াচ বুলি। কিন্তু বুঢ়াৰ কথাৰ কি মূল্য আছেহে? তেওঁৰ গোটেই জীৱনটোৱেই গ'ল বহুৱালি কৰোঁতে।
গিৰি ঃ তেওঁৰ শিশুসুলভ সৰলতাখিনিক আপোনালোকে বহুৱালি বুলি ভাবে। ই আপোনালোকৰ ভুল........
ৰমেন ঃ কলেজৰ সঙ্গীবোৰে ভাবিছিল—হেমেন ভৱিষ্যতৰ উজ্জ্বল জ্যোতিস্ক। ডেকেৰীৰ মন চঞ্চল কৰা সৌন্দৰ্য্য, আৱেগপ্ৰৱণ স্বভাৱ, মৰম সনা মাত-কথা, কবিতা আবৃত্তি কৰিব পৰা ক্ষমতা, এই আটাইবোৰে......
গিৰি ঃ (অধৈৰ্য্য হৈ) হেমেনৰ বিষয়ে তেনেকৈ উপলুঙা কথা নক'ব।
ৰমেন ঃ বেয়া পায় কিয়? আপোনালোকে যিজনৰ মূৰ্ত্তি গঢ়ি পূজা কৰে, তেওঁৰে চৰিত্ৰৰ ওলোটা ফালটো মই মাথোঁ উদঙাই দিছোঁ।
গিৰি ঃ ময়ো তেনেই অন্ধলা নহয়।
ৰমেন ঃ কিন্তু আপোনাক সম্পূৰ্ণ সুস্থ বুলিও ক'ব নোৱাৰি।
গিৰি ঃ হয়নে?
ৰমেন ঃ আপোনাৰ অসুখ কেইবাটাও।
গিৰি ঃ যেনে?
ৰমেন ঃ প্ৰথমে ধৰক, আপোনাৰ এই আপদীয়া বিকাৰগ্ৰস্ত বিৱেকটো। তাতোকৈ চৰা হ'ল বীৰপূজা কৰিবলৈ সদায়ে উদ্‌গ্ৰীৱ হৈ থকা আপোনাৰ দুৰ্ব্বল মনটো। কাৰোবাক মনে মনে পূজা কৰিবলৈ নাপালে যেন ভাতসাজেই পেটলৈ নাযাব। সদায়ে আনৰ.......
গিৰি ঃ নিজৰ মাজত নোপোৱা বস্তুটো আনৰ ওচৰলৈ বিচাৰি যাবই লাগিব।
ৰমেন ঃ কিন্তু আপুনি বিচৰা বস্তু দিব পৰাজনক ক'তো পোৱা নাই, সদায়ে প্ৰতাৰিত হৈছে। এইখন ঘৰৰ কথাকে ধৰক। আপুনি আহিছে আপোনাৰ আদৰ্শ পুৰুষজনক বিচাৰি, অথচ তেনে কোনো আদৰ্শ পুৰুষৰ অস্তিত্বই নাই এইখন ঘৰত।

গিৰি : হেমেন সম্বন্ধে যদি আপোনাৰ এনে ধাৰণা, তেন্তে তাৰ স'তে একেলগে আছেহি কিয়?

ৰমেন : নাথাকি উপায় কি? মই ডাক্তৰ। আৰু ডাক্তৰ হিচাপে একেটা ঘৰৰ একেখন চালৰ তলতে থকা ৰুগীয়া মানুহবোৰক আলাই-আথানি হ'বলৈ বাৰু এৰি দিওঁ কেনেকৈ কওক?

গিৰি : হেমেনৰ তেন্তে কিবা অসুখ হোৱা বুলি আপুনি ভাবে?

ৰমেন : অকল হেমেনৰে নহয়, আনবোৰৰো।

গিৰি : কি দৰৱ বা দিছে খাবলৈ?

ৰমেন : সচৰাচৰ যি দিওঁ। মই হেমেনৰ অন্তৰত জীৱনৰ মোহ জগাই তুলিবলৈ যত্ন কৰিছোঁ।

গিৰি : কি ক'লে—জীৱনৰ মোহ?

ৰমেন : এৰা মোহ, মায়া। জীয়াই থকাৰ মোহ। এই ভ্ৰান্তিৰ মাজতে মানুহে বিচাৰি পায় জীয়াই থকাৰ প্ৰেৰণা।

গিৰি : এই ভ্ৰান্তিৰ ৰূপ বা কেনে?

ৰমেন : ক্ষমা কৰিব। মোৰ ব্যৱসায়ৰ গোপন তথ্য আপোনাৰ দৰে ফাংফুং বেজালি কৰা লোকৰ আগত ব্যক্ত কৰিব নোৱাৰোঁ। আপুনিবা কি খেলিমেলিখন লগায়গৈ কোনে জানে। পিছে মই মোৰ ঔষধৰ গুণাগুণ পৰীক্ষা কৰি চাইছোঁ। ই অব্যৰ্থ। মহেন্দ্ৰকো একেধৰণেৰেই চিকিৎসা কৰিছোঁ। তাৰ প্ৰবৃত্তি যে স্বভাৱতেই তেনে, এটা পিশাচে যে, সি নজনাকৈয়ে, তাৰ মাজত থিত লৈছে, এই ধাৰণা তাৰ মনত বদ্ধমূল কৰি দিছোঁ। এৰা, তাৰ ক্ষেত্ৰত এই ঔষধেই প্ৰয়োগ কৰিবলগীয়া হ'ল।

গিৰি : সঁচাকৈয়ে বাৰু মহেনৰ প্ৰবৃত্তি পৈশাচিকনে?

ৰমেন : এহ্ দেখদেখকৈ জীয়া মানুহ এটা পিশাচ হ'বলৈ যাব কেনেকৈহে? তাৰ জীৱনৰ বন্তিগছ নুনুমোৱাকৈ ৰাখিবৰ বাবে তাক তেনেকৈ ক'বলগীয়া হৈছে। নহ'লে আত্মশ্লাঘাত জৰ্জ্জৰিত মানুহটোৱে কেতিয়াবাই ডিঙিত চিপজৰী ল'লেহেঁতেন। সেই বুঢ়া লেফটেনেন্ট বীৰেন বৰুৱালৈকে নাচায় কিয়? তেওঁ অৱশ্যে নিজেই আৰোগ্যৰ পথ বিচাৰি উলিয়াইছ।

গিৰি : তেওঁৰনো কি হৈছে?

ৰমেন : কৰিছিল ভালুক চিকাৰ। এতিয়া চিকাৰ কৰে শহাপহু। ঘৰৰ পাছফালৰ বাৰীখনৰ জাঁজবোৰ খুচৰি ফুৰা এই বুঢ়াগৰাকীৰ দৰে সুখী চিকাৰী হয়তো গোটেই পৃথিৱীতে নোলাব। সেই জোপাহাবোৰেই জানিবা তেওঁৰ মানত হল্টুগাঁও, কচুগাঁও আৰু ভূটান পাহাৰৰ সেই অটব্য অৰণ্য। কুকুৰাৰ পোৱালিবোৰেই নানাতৰহৰ চৰাই, জঁপিয়াই ফুৰা পোহনীয়া

শহাবোৰেই জানিবা মুকলি আকাশৰ তলত গুলীয়াই বগৰোৱা সেই বাঘ, পহু, ভালুকবোৰ।

গিৰি : বেচেৰা বীৰেন বৰুৱাই ডেকা কালতে তেওঁৰ আদৰ্শ উপলব্ধিৰ কল্পনা জলাঞ্জলি দিবলগীয়া হ'ল।

ৰমেন : আদৰ্শ নুবুলি অলীক সপোন বুলি কওকচোন, বুজিবলৈ সহজ হ'ব।

গিৰি : দুয়োটাৰে মাজত জানো কিবা সম্বন্ধ আছে?

ৰমেন : আছে—জ্বৰ বিকাৰ আৰু সন্নিপাত জ্বৰৰ যি সম্বন্ধ।

গিৰি : আপোনাৰ কবলৰ পৰা হেমেনক মুক্ত নকৰালৈকে মই ক্ষান্ত নহওঁ।

ৰমেন : শুনক বৰকাকতী, সাধাৰণ মানুহৰ পৰা, জীয়াই থকাৰ মোহকণ কাঢ়ি আনিলে তেওঁক অসুখী কৰাহে হয়।

(হেমীক সোমাই অহা দেখি)

ৰমেন : (মৰমেৰে) বনহাঁহৰ মা-জনী শুনা। চ'ফাখনত শুই শুই দেউতাৰাই এতিয়াও তেওঁৰ আচৰিত আৱিষ্কাৰৰ কথাকে ভাবি আছে নে আন কিবা কৰিছে মই চাই আহোঁগৈ দেই।

(এইবুলি হেমীৰ গালত চেনেহেৰে চৰিয়াই ৰমেন ওলাই যায়। গিৰি হেমীৰ ওচৰলৈ আগবাঢ়ি আহে।)

গিৰি : কামটো চাগৈ তুমি কৰিব পৰা নাই।

হেমী : কিনো? অ' বনহাঁহজনীৰ কথা কৈছে? নাই পৰা।

গিৰি : সাহে নুকুলালে হ'বলা।

হেমী : নহয়, মানে, আজি দেখোন কথাবোৰ কিবা অদ্ভুত যেন লাগিছে।

গিৰি : অদ্ভুত?

হেমী : কালি ভাবিছিলোঁ—কামটো কৰি বৰ ভাল লাগিব বুলি। কিন্তু আজি পুৱা শুই উঠাৰ পাছত কথাবোৰ ভাবি এনেহে লাগিছে, যেন তেনে কৰাৰ পৰা একো লাভ নহ'ব।

গিৰি : দেখিছোঁ, এইখন ঘৰত এনেকৈ থাকিলে তোমাৰ কিবা নহয় কিবা ইটা বিঘিনি হ'বই।

হেমী : হ'লেও হওক, ভয় নকৰোঁ। মাথোঁ দেউতা উভতি আহিলেই হয়।

গিৰি : কিন্তু তুমি যদি বুজিলা হয় জীৱনক কিহে সাৰ্থক কৰি তোলে, যদি তুমি ৰংমনেৰে ত্যাগ কৰিব পাৰিলা হয়, তেন্তে দেউতাৰা নিশ্চয় উভতি আহিলহেঁতেন। কিন্তু যত্ন কৰিলে এতিয়াও তুমি কামটো কৰিব পাৰিবা। তোমাৰ ওপৰত মোৰ আস্থা আছে।

(পিঠিত চপৰিয়াই হেমীক উৎসাহিত কৰি, গিৰি ওলাই যায়। হেমীয়ে কিবা ভাবি আখলঘৰৰ ফালে যাব খোজোঁতেই বীৰেন বৰুৱা আহে।)

বীৰেন : অকলে ফুৰিবলৈ ওলাই যোৱা মিছা, ভাল নালাগে।
হেমী : আজি চিকাৰ নকৰানে ককা?
বীৰেন : বতৰটো বৰ ডাৱৰীয়া অ'। কুঁৱলীও বৰ ডাঠ। গোটেইখন এন্ধাৰ হৈ থকা যেন লাগে।
হেমী : শহাৰ বাহিৰে আন একোকে গুলীয়াই ভাল নোপোৱানে তুমি?
বীৰেন : কিয়? শহা চিকাৰত আমোদ নাই বুলি ভাবনে?
হেমী : বনহাঁহ চিকাৰ কৰিবলৈ কেনে লাগে বাৰু?
বীৰেন : হোঃ হোঃ হোঃ! তোৰ হাঁহজনীক কেতিয়াবা গুলীয়াম বুলি ভয় খাইছ হ'বলা?
হেমী : তুমি তাইক নুগুলীওৱা বুলি জানো। ইচ্ছা কৰিলেও চাগে তুমি তাইক গুলীয়াই মাৰিব নোৱাৰিবা।
বীৰেন : কিয়?
হেমী : বনহাঁহ গুলীয়াই মৰা হেনো বৰ টান।
বীৰেন : ইহ্ বৰ কথাটো কৈছে! বনহাঁহ গুলীয়াই মাৰিব নোৱাৰিম মই?
হেমী : বাৰু কোৱাচোন কেনেকৈ গুলীয়াবা? মোৰজনীৰ কথা কোৱা নাই হ'লে দেই। আনবোৰৰ কথাহে কৈছোঁ। উ-উ তুমি চাগে নাজানাই।
বীৰেন : ঠিক বুকৰ সোঁমাজত গুলীয়াব লাগে, বুজিছ? বুকত গুলী লাগিলে আৰু ৰক্ষা নাই। ডেউকাত গুলী লাগিলে নহ'ব কিন্তু।
হেমী : বুকত গুলী লাগিলে মৰিবই নহয়নে?
বীৰেন : ওঁ, বুকু টোৱাই সমুখৰ পৰা গুলীয়ালে মৰিবই লাগিব। বাৰু, মই যাওঁ, মুখ-হাত ধোওঁগৈ?
(বীৰেন যায়। হেমীয়ে বেঙামেলি কিতাপৰ আলমাৰিটোৰ ওপৰৰ পৰা পিষ্টলটো লৈ পৰীক্ষা কৰে। এনেতে মিনা অহাৰ গম পাই ততাতৈয়াকৈ পিষ্টলটো আকৌ আগৰ ঠাইত থৈ দিয়ে।)
মিনা : দেউতাৰৰ বস্তুবোৰ নুচুবি।
হেমী : নাই, মই ঠিকঠাককৈ থ'বহে খুজিছিলোঁ।
মিনা : হেমী, চাহৰ পানী উতলিছে নে নাই চাগে। চাহ-জলপান লৈহে মই দেউতাৰৰ ওচৰলৈ যাম।
(হেমী যায়। মিনাই বস্তুবোৰ সামৰি-সুতৰি থয়। কিছু সময়ৰ পাছত হেমেন সোমাই আহে। মুখ-হাত ধোৱা নাই। চুলিবোৰ আউল-বাউল হৈ আছে। চকুত টোপনিৰ আবেশ। দৃষ্টি নিষ্প্ৰভ।)
মিনা : আহিল তেওঁ ইমান বেলিৰ মূৰত!
হেমেন : থাকিবলৈ অহা নাই। এতিয়াই যামগৈ।

মিনা : বুজিছোঁ বাৰু। কিন্তু চেহেৰাটো এবাৰ আৰ্চিখনত চাওকচোন। কিযে অৱস্থা হৈছে!

হেমেন : হুঃ চেহেৰা!

মিনা : উ আই, এই নতুন কোটটোৰ পিঠিৰ ফালে ধূলিমাকতিবোৰ লাগিল ক'ৰ পৰা!

(হেমীয়ে মাকক কিবা ক'বলৈ সোমাই আহোঁতেই হেমেনক দেখি আনন্দতে "দেউতা" বুলি চিঞৰ মাৰি ওচৰ চাপি যায়।)

হেমী : দেউতা......

(হেমী কাষলৈ অহাটো হেমেনে সহ্য কৰিব নোৱাৰে। মুখ ঘুৰাই হাতেৰে তাইক আঁতৰি যাবলৈ নিৰ্দ্দেশ দিয়ে।)

হেমেন : গুচি যা, আঁতৰ হ। (মিনাক) তাইক যাবলৈ কোৱা।

মিনা : (সৰুকৈ) হেমী, যা সোণ।

(হেমীৰ আগ্ৰহ নিমিষতে নাইকিয়া হৈ গৈছিল। তাই বেজাৰ মনেৰে গুচি যায়। হেমেন ব্যস্ততাৰে মেজৰ দেৰাজ খোলে।)

হেমেন : মোক কিতাপবোৰ লাগে। ক'ত সেইবোৰ?

মিনা : কি কিতাপ?

হেমেন : সেইবোৰ হে, চায়েঞ্চৰ মেগেজিনবোৰ। সদায়ে যে.........

মিনা : বুজিছোঁ, ৰ'ব। (কিতাপৰ আলমাৰিৰ পৰা মেগেজিনবোৰ উলিয়াই) এইবোৰ হয়নে?

হেমেন : অঁ।

মিনা : (মেগেজিনবোৰ মেজত থৈ) হেমীক ক'মনে পাতবোৰ কাটি দিবলৈ?

হেমেন : নালাগে নালাগে, কোনেও মোৰ হৈ একো কাম কৰিব নালাগে।

(মুহূৰ্তৰ নিৰৱতাৰ পাছত)

মিনা : আপুনি তেন্তে আমাক এৰি থৈ যাবই?

হেমেন : (মেগেজিনবোৰৰ পাত লুটিয়াই) যাম যে সেইটো দেখোন দেখ্‌দেখকৈ ওলাই থকা কথা।

মিনা : তথাপি............

হেমেন : (উত্তেজিত হৈ) এই প্ৰৱঞ্চনাৰ মাজত থাকিম কেনেকৈ? থকাটো অসম্ভৱ। এনেকৈ বুকত এটা অবিশ্বাসৰ বোজা লৈ........

মিনা : মোৰ বিষয়ে কেনেকৈ যে আপোনাৰ এনে বেয়া ধাৰণা হ'ল ক'ব নোৱাৰোঁ।

হেমেন : মোৰ ধাৰণা ভুল বুলি প্ৰমাণ কৰা।

মিনা : প্ৰমাণ আপুনিহে দিব লাগে।

হেমেন : হুঃ এটা জঘন্য অতীত লৈ তুমি আকৌ প্ৰমাণ বিচাৰা? বুজিছা মিনা, মানুহে কিছুমান কথা অস্বীকাৰ কৰিব নোৱাৰে, অস্বীকাৰ কৰিব নোৱাৰে আদৰ্শৰ দাবীত।

মিনা : দেউতাৰ কি হ'ব?

হেমেন : দুৰ্ভগীয়া দেউতাকো লগত নিম। এতিয়াই থকামেলাৰ এটা বন্দবস্ত কৰি আহিমগৈ। (কওঁ-নকওঁকৈ) মোৰ টুপীটো ক'ত এৰিলোঁ?

মিনা : টুপীটোও হেৰুৱালে হ'বলা?

হেমেন : কালি ৰাতি ওভতোঁতে আছিল। আজি পুৱাহে বিচাৰি পোৱা নাই।

মিনা : সেই নিধক দুটাৰ লগতনো গৈছিল ক'লৈ?

হেমেন : এহ্ সেইবোৰ কথা সুধি নাথাকিবা হে।

মিনা : ঠাণ্ডা লাগি অসুখ যে হোৱা নাই এয়ে ৰক্ষা।

(এইবুলি মিনা আথল ঘৰলৈ যায়। হেমেনে মেজৰ দেৰাজবোৰৰ পৰা বস্তুবোৰ উলিয়াই, কিবা আমনি পোৱাৰ দৰে নিজে নিজেই ভোৰ ভোৰায়।)

হেমেন : এক নম্বৰ ডগাবাজ ৰমেনটো। নীচ, নিলাজ। তাৰ কাৰণেই.........তাক কোনোবাই খুন কৰা হ'লেও.....

(দেৰাজৰ পৰা উলিউৱা কাগজ-পত্ৰবোৰ মেজৰ ওপৰত একাষৰীয়াকৈ থওঁতে সীমাই হেমীক দিয়া সেই কাগজখিলাৰ ওপৰত হেমেনৰ চকু পৰে। সেই দানপত্ৰখন হেমেনেই দুফালকৈ ফালি পেলাইছিল। এতিয়া কিবা ভাবি মেজত পৰি থকা কাগজ দুডোখৰ হাতত লৈ চায়। কিন্তু পাছ মূহুৰ্ততে মিনা অহা গম পাই তপৰাই থৈ দিয়ে। মিনাই চাহ-জলপান অনা ট্ৰেখন মেজত থয়।)

মিনা : গৰম চাহ এপিয়লা খাওক, ভাল লাগিব। ৰুটি-মাখনো আনিছোঁ আৰু এয়া অমলেট।

হেমেন : অমলেট? নাই নাই, ইয়াত মই একো নাখাওঁ। যোৱা চব্বিছ ঘন্টাৰ ভিতৰত মুখত একো এটা দিয়া নাই সঁচা। তথাপি নাখাওঁ। নালাগে, এইবোৰ লৈ যোৱা। মিনা, মোৰ ডায়েৰিখন ক'ত? মোৰ আত্মজীৱনী লিখিবলৈ লোৱা সেই বহীখন ক'ত?

(কিতাপবোৰ খুচৰি, দেৰাজবোৰ খুলি, বস্তুবোৰৰ থান-থিত নোহোৱা কৰি, হেমেনে দাঁতিৰ দুৱাৰখন মেলি ভিতৰলৈ চাই, হঠাতে কিবা দেখি উচপ খাই পাছ হঁহকি আহে।)

হেমেন : হুঃ তাতো সেইজনী!

মিনা : তাই বেচেৰীনো যাব ক'লৈ?

হেমেন ঃ (হেমীক ডবিউৱাৰ সুৰত) ওলাই আহ।
(ভয়ে ভয়ে হেমী ওলাই আহে। হেমেনে বাট এৰি দিয়ে।)

হেমেন ঃ যিখিনি সময় এইখন ঘৰত আছোঁ, মোক যেন কোনো অবাঞ্ছিত মানুহে আমনি নকৰে।
(এইবুলি দাঁতিৰ যিটো কোঠাৰ পৰা হেমী ওলাই আহিছিল তালৈ সোমায় যায়। হেমীয়ে কঁপা মাতেৰে মাকক সোধে)

হেমী ঃ দেউতাই মোৰ কথা কৈছে নেকি মা?

মিনা ঃ তই আখলঘৰলৈকে, বাৰু নালাগে, তোৰ শোৱা কোঠালৈকে যা সোণ।
(তাৰ পাছত ভিতৰত থকা হেমেনক উদ্দেশ্য কৰি কয়)
ৰ'ব, মিছাকৈয়ে সেইবোৰ খুচৰি চলাথ নকৰিব। ক'ত কি আছে মই জানো, দিমগৈ।
(মিনা হেমেনৰ ওচৰলৈ যায়। হেমীয়ে একমুহূৰ্ত থৰ লাগি ৰয়। শোকে তাইৰ বুকত খুন্দা মাৰি ধৰে। চকুলো ওলাব খোজে। কোনোমতে ওঁঠ কামুৰি তাই নকন্দাকৈ থাকে। তাইৰ গোটেই গাটো যেন কঁপিবলৈ ধৰে। এই কঁপনিৰ কাৰণেই বোধকৰোঁ তাই হাত দুখন মুঠি মাৰি দিয়ে আৰু মাতটো চেপি সৰুকৈ কয়)

হেমী ঃ সেই বনহাঁহজনীৰ কিবা এটা দিহা লগাবই লাগিব!
(তাই এখুজি-দুখুজিকৈ আগবাঢ়ি আহি আলিমাৰিৰ ওপৰৰ পৰা পিষ্টলটো লৈ পিছফালৰ দুৱাৰখনেৰে বাৰীলৈ বুলি ওলাই যায়। খন্তেক পাছতে হাতে লিখা বহী কেইখন মান লৈ হেমেন কোঠাটোলৈ আহে। হেমেনে বহীবোৰ মেজত থয়। অলপ পাছতে মিনা আহে হাতত এটা কাপোৰ-কানি থোৱা বেগ লৈ)

হেমেন ঃ সেইটো বেগেৰে কিটো হ'ব? হেজাৰটা বস্তু মই নিব লাগিব। ভৰাম ক'ত সেইবোৰ?

মিনা ঃ সকলোবোৰনো এতিয়াই নিব লাগিছে কিয়? কামিজ, গেঞ্জী আৰু পেন্ট দুটামান নিলেই হয় দেখোন।

হেমেন ঃ ক'ৰবালৈ যাবলৈ ওলালেই এই জঞ্জালবোৰে আগুৰি ধৰে, ইটো কৰা, সিটো গোটোৱা, অমুকটো সামৰা, তমুকটো কৰা, হুঃ
(কোটটো খুলি চ'ফাখনলৈ দলিয়াই দিয়ে।)

মিনা ঃ ধীৰে-সুস্থিৰে বহি চাহটোপা খাই লওকচোন, চেঁচা হৈ যাব।

হেমেন ঃ হুম্। (চাহ পিয়লা একে শোহাই খাই পেলায়)

মিনা ঃ (চকীবোৰ চাফ কৰি কৰি) শহাপজুবোৰৰ বাবে ঠাই এডোখৰ পোৱাটোহে টান হ'ব।

হেমেন : ইহ্ সেইবোৰক লগতে কঢ়িয়াই নিবলৈ মোৰ গৰজ পৰিছে।

মিনা : সেইবোৰ নিনিলে দেউতাই সময় কটাব কি কৰি?

হেমেন : শহাবোৰতকৈ বেছি আপুৰুগীয়া আৰু মূল্যবান বস্তু মই নিজে এৰি থৈ যাবলৈ ওলোৱা নাইনে? দেউতাইও সেইবোৰ নিনিয়াকৈ সময় কটাব পাৰিব লাগিব।

মিনা : (কিতাপৰ আলামাৰিটোৰ ধূলিবোৰ গুচাই) বেগত বাঁহীটো ভৰাই দিমনে?

হেমেন : নালাগে। বাঁহীটোৰে কৰিম কি? পিষ্টলটোকে দিয়া।

মিনা : পিষ্টলটো নিব?

হেমেন : এৰা নিম। গুলী খাজি থোৱা পিষ্টলটো....

মিনা : আলমাৰিটোৰ ওপৰতে থোৱা নাছিল জানো? ক'তা, নাই দেখোন! দেউতাই নিলে হ'বলা!

হেমেন : দেউতা বাৰীলৈ গ'ল নেকি?

মিনা : গৈছে নিশ্চয়।

হেমেন : নগৈয়ে বা কৰিব কি?

(মিনাই পিয়ালাত আকৌ চাহ ইতিমধ্যে বাকি দিছিল। হেমেনে মাখন সানি থোৱা ৰুটি এডোখৰ খাই উঠি, পিয়লাৰ চাহখিনিও শেষ কৰি খায়।)

মিনা : সেই কোঠাটো গিৰিক ভাৰালৈ নিদিয়া হ'লে আপুনিয়েই থাকিবগৈ পাৰিলেহেঁতেন।

হেমেন : তাইৰ স'তে একেখন চালৰ তলতে? নাই নাই, অসম্ভৱ!

মিনা : বাহিৰৰ কোঠাটোতে অন্ততঃ দুই দিনৰ কাৰণে থাকক।

হেমেন : নাই নোৱাৰিম।

মিনা : ৰমেন মহেনৰ লগতে থাককগৈ তেন্তে।

হেমেন : সেইকেইটাৰ নাম নল'বা। সিহঁতৰ কথা ভাবিলেই মোৰ ওকালি আহিব খোজে, ভোক-পিয়াহ নাইকিয়া হয়। এইখন ঘৰত মোক থাকিবলৈ নক'বা। মই যাবই লাগিব। মই যামেই। বিপদ, বিঘিনি, প্ৰলয় ধুমুহা নেওচি দুৱাৰে দুৱাৰে আশ্ৰয় বিচাৰি ফুৰিম মোৰ বাবে আৰু দেউতাৰ বাবে।

মিনা : কিন্তু টুপীটোযে হেৰুৱালে।

হেমেন : সেই জানোৱাৰকেইটাৰ কাণ্ড। আৰু এটা কিনি ল'ম।

(আৰু এডোখৰ ৰুটিত মাখন সানি হেমেনে পুনৰ কয়)

হেমেন ঃ কিবা কৰিবই লাগিব। জীৱনটোক উৰুৱাঁলি যাবলৈ দিব নোখোজোঁ। (হেমেনে ট্ৰেখনলৈ চায়)

মিনা ঃ কি লাগে?

হেমেন ঃ মাখন।

মিনা ঃ আনোগৈ ৰ'ব। (মিনাই মাখন আনিবলৈ যায়)

হেমেন ঃ (মিনাৰ উদ্দেশ্যে চিঞৰি) থাওক নালাগে। মাখন নোহোৱাকৈয়ে খাব পাৰিম। শুকান ৰুটি এডোখৰ হ'লেই হ'ব।
(কিন্তু মিনাই এবাটি মাখন আনে।)

মিনা ঃ একেবাৰে টাট্কা মাখন।
(মিনাই পিয়লাত চাহ বাকি হেমেনক দিয়ে। হেমেনে ৰুটিত মাখন সানি খায়।)

হেমেন ঃ কোনেও আমনি নকৰাকৈ মই বাৰু সেই বাহিৰৰ কোঠাটোত দুদিনমান থাকিব পাৰিমনে?

মিনা ঃ কিয় নোৱাৰিব?

হেমেন ঃ এৰা, দেউতাৰ আটাইবোৰ বস্তু তপৰাই ইয়াৰ পৰা নিয়াটো সম্ভৱ নহ'ব।

মিনা ঃ তদুপৰি আপুনি যাবলৈ ওলাইছে বুলি দেউতাক নিশ্চয় ক'ব লাগিব।

হেমেন ঃ ওঁ, সকলো কথাকে খোলাখুলিকৈ দেউতাক ক'ব লাগিব। মোৰো কৰিব-লগীয়া বহুতো কাম আছে। উশাহ ল'বলৈকে সময় নোপোৱা হৈছোঁ। একেদিনাই সকলোবোৰ কাম কৰি আঁতাব নোৱাৰিম।

মিনা ঃ বতৰটোও বৰ বেয়া।
(হেমেনে মেজত পৰি থকা সীমাৰ সেই কাগজ দুডোখৰ ছুই চায়)

হেমেন ঃ এইখন ইয়াতে পৰি আছে দেখোন।

মিনা ঃ আছে পৰি, থাকক। মই হাতেৰে চোৱাই নাই।

হেমেন ঃ মোৰ কাৰণে অৱশ্যে এইখনৰ কোনো মূল্যই নাই।

মিনা ঃ মোৰো একো দৰকাৰত নাহে।

হেমেন ঃ কিন্তু পেলাই নিদিয়াটোৱেই বোধকৰোঁ ভাল হ'ব। অন্ততঃ মই যোৱাৰ পাছত কিবা কামত লাগিবও পাৰে।

মিনা ঃ বেছ, পেলাই নিদি বাৰু।

হেমেন ঃ আচলতে টকাখিনি পাইছে দেউতাই। লয়-নলয় দেউতাৰ কথা।

মিনা ঃ অঁ।

হেমেন ঃ এঠাৰ বটলটো ক'ত?

মিনা ঃ (বটলটো আগবঢ়াই) এয়া।

হেমেন ঃ কেচিখন?

মিনা : এইখন লওক।
(মিনাই আগবঢ়াই দিয়া কেচিখনেৰে হেমেনে এডোখৰ কাগজ কাটি, এঠাৰে দুফাল হৈ থকা দানপত্ৰখনৰ পিঠিফালে লগাই জোৰাই দিয়ে।)

হেমেন : এজন নিঠৰুৱা বুঢ়া মানুহৰ বস্তুৰে কৰিম কি? থাওক এইখন মেজৰ ওপৰতে কিছুপৰ, শুকালে সুমুৱাই থ'বা।
(গিৰি সোমাই আহি হেমেনক দেখি)

গিৰি : আৰে, তই ইয়াতে বহি আছ?

হেমেন : (বহাৰ পৰা উঠি) বৰ ভাগৰ লাগিছে অ'।

গিৰি : চাহ জলপানো খালি দেখিছোঁ।

হেমেন : এৰা, দেহাটোৰ দাবীও মাজে মাজে মানিব লগীয়া হয়।

গিৰি : কি কৰিবলৈ ঠিক কৰিলি তেন্তে?

হেমেন : মোৰ দৰে মানুহৰ বাবে এটা বাটেই মুকলি আছে। দৰকাৰী বস্তুবোৰ সামৰিবলৈ ধৰিছোঁ। পিছে অলপ সময় লাগিব।

মিনা : (অধৈৰ্য্য হৈ) আপুনি থাকিবলৈ সেই বাহিৰৰ কোঠাটো চাফচুফ কৰিম নে কাপোৰ-কানিবোৰ বেগত ভৰাম?

হেমেন : (গিৰিলৈ বিৰক্তিৰে চাই) বস্তুবোৰো ভৰোৱা, কোঠাটোও সৰাপোচা কৰা।

মিনা : বেছ, কামিজ আৰু আন বস্তুবোৰ ভৰাই দিওঁ তেন্তে।
(বেগখন লৈ মিনা গুচি যায়।)

গিৰি : এয়ে শেষ পৰিণতি হ'বগৈ বুলি মই আশা কৰা নাছিলোঁ। এই ঘৰখন এৰি থৈ যোৱাটো ইমানেই দৰকাৰী হৈ পৰিছেনে হেমেন?

হেমেন : (অস্বস্তিৰে তহল দি) মই কি কৰিব লাগে তেন্তে? অশান্তিত মই থাকিব নোৱাৰোঁ। মই বিচাৰোঁ শান্ত পৰিৱেশ, মই বিচাৰোঁ নিৰাপত্তা।

গিৰি : কিন্তু এইখন ঘৰতে সেইবোৰ পোৱা জানো সম্ভৱ নহয়? এবাৰ অন্ততঃ চেষ্টা কৰি চাচোন হেমেন। মোৰ বোধেৰে এতিয়া ন-কৈ সংসাৰ পাতি তহঁতৰ সম্বন্ধটো নিকপকপীয়া কৰিবলৈ সুচল বাঢ়িছে। তদুপৰি তোৰ আবিষ্কাৰৰ কামখিনি শেষ কৰিবলৈকে—

হেমেন : আবিষ্কাৰৰ কথা নুলিয়াবি। সেইবোৰ কাম শেষ কৰিবলৈ বহুত দিন লাগিব। আৰু কিটোনো আবিষ্কাৰ কৰিম বুলি ভাবিছ হোঁ? আন মানুহে ইতিমধ্যে কত ন ন বস্তু উলিয়ালে, মইহে আগবাঢ়িব পৰা নাই। কামবোৰো কৰিবলৈ টান লগা হৈ আহিছে।

গিৰি : মই কিন্তু ভাবিছিলোঁ তই যথেষ্ট আগবঢ়া বুলি।

হেমেন : সেই ৰমেনটোৱেহে মোৰ মূৰত এইবোৰ সুমুৱাই দিলে।

গিৰি : ৰমেন কটকীয়েনে?

হেমেন ঃ ফটোগ্ৰাফীৰ উল্লেখযোগ্য কিবা উলিয়াব পাৰিম বুলি সিহে মোক এই কামটোত লগাই দিলে।

গিৰি ঃ হুম্, তেন্তেই ৰমেনৰে কাম।

হেমেন ঃ ময়ো ৰংমনেৰে কাম কৰি গৈছিলোঁ। শিশুৰ সৰলতা আৰু আগ্ৰহেৰে হেমীয়েও বিশ্বাস কৰিছিল মই কিবা নতুন বস্তু উলিয়াব পাৰিম বুলি। আৰু এই কাৰণতেই বিশেষকৈ, কাম কৰি মোৰ ভাল লাগিছিল। (হুমুনিয়াহ কাঢ়ি) অৱশ্যে এতিয়া বুজিছোঁ কিমান ডাঙৰ মূৰ্খ মই।

গিৰি ঃ হেমীয়ে তোক ফাঁকি দিয়া বুলি সঁচাকৈয়ে ভাবিব পাৰিছনে?

হেমেন ঃ এতিয়া মই চব ভাবিব পাৰোঁ। হেমীয়েই এতিয়া মোৰ পথৰ প্ৰধান হেঙাৰ। মোৰ জীৱনৰ পৰা সুৰুযৰ পোহৰকণো নাইকিয়া কৰি পেলাব তায়েই।

গিৰি ঃ সুৰুযৰ পোহৰখিনি তাই কাঢ়ি নিব কেনেকৈ?

হেমেন ঃ (গিৰিৰ প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা নকৰি) ছোৱালীকণক কিমান হেপাহেৰেযে মৰম কৰিছিলোঁ! কামৰ পৰা উভতি আহিলে নিষ্প্ৰভ চকুযুৰি লৈ তাই যেতিয়া মোৰ বুকুৰ মাজত সোমাইছিলহি, কিমানযে তৃপ্তি অনুভৱ কৰিছিলোঁ। (হুমুনিয়াহ কাঢ়ি) এটা সপোন, এটা প্ৰৱঞ্চনাৰ মাজত নিজকে এৰি দি মূৰ্খৰ দৰে মই ভাবিছিলোঁ তায়ো মোক তেনেকৈয়ে মৰম কৰে বুলি।

গিৰি ঃ তই তাইৰ এনে ব্যৱহাৰক প্ৰৱঞ্চনা বুলি ক'বিনে?

হেমেন ঃ মই কি জানো? জানিমেই বা কেনেকৈ? মিনাই একোকে নকয়। তেওঁ সমস্যাটোৰ ইটো ফাল, আদৰ্শৰ ফালটোৰ বিষয়ে ভাবি নাচায়। সেয়ে মই মনৰ পৰা কোনোমতেই এই ভয়াবহ সন্দেহ আৰু অবিশ্বাসৰ ভাববোৰ আঁতৰাব পৰা নাই। কোনে জানে, কিজানিবা হেমীয়ে কেতিয়াও মোক সৰলভাৱে মৰম কৰিব পৰাই নাই।

গিৰি ঃ যদি তাইৰ ভালপোৱাৰ, তাইৰ মৰমৰ প্ৰমাণ তাই দিয়ে? (কিবা শব্দ শুনি) সেয়া কিহৰ শব্দ? হাঁহজনীৰ মাত নহয়নে?

হেমেন ঃ ওঁ, বনহাঁহজনীৰেই মাত। দেউতা বাৰীলৈ গৈছে।

গিৰি ঃ (আনন্দত) বাঃ গৈছে তেন্তে? বঢ়িয়া হৈছে। শুন হেমেন, তইযে হেমীক ভুল বুজিছ, তাইযে তোক সঁচাকৈয়ে মৰম কৰে, তাৰ প্ৰমাণ দিয়াৰ সময় কিন্তু এতিয়াও উকলি যোৱা নাই।

হেমেন ঃ কিটোনো প্ৰমাণ দিব? সিহঁতৰ কোনো কথাকে বিশ্বাস কৰিবলৈ মোৰ সাহ নহয়।

গিৰি ঃ হেমীয়ে ফাঁকি দিব নাজানে হেমেন, প্ৰৱঞ্চনা কি তাই বুজি নাপায়।

হেমেন : তাকেইতো মই বিশ্বাস কৰিব পৰা নাই। কোনে জানে—হয়তো এই কোঠাতে সীমা আৰু মিনাই বহি কতদিন ফুচফুচাই বিয়নী মেলবোৰ পাতিছে। হেমীয়েও হয়তো সেইবোৰ শুনিছে। দানপত্ৰখনৰ কথাও চাগে এওঁলোকে আগৰেপৰা জানিছিল।

গিৰি : তোৰনো হৈছে কি কচোন? কিয়নো এইবোৰ বলকি আছে?

হেমেন : মোৰ চকু মেল খাইছে। চাই থাক, এয়া আৰম্ভণিহে মাত্ৰ। বুজিছ গিৰি, হেমীৰ প্ৰতি সীমাৰ এক আচৰিত ধৰণৰ মোহ থকাটো মই আগৰে পৰা লক্ষ্য কৰিছিলোঁ। আৰু এতিয়া তেওঁ ছোৱালীজনীক লৈ যিহকে মন যায় তাকে কৰিবলৈ জানিবা অধিকাৰ পালে। মন গ'লে যি কোনো সময়তে তেওঁলোকে হেমীক মোৰ কাষৰ পৰা আঁতৰাইও নিব পাৰে।

গিৰি : হেমীয়ে কেতিয়াও তোক এৰি নাযায়।

হেমেন : ইমান ন-দি নক'বি। তইনো কি কৰিবি, যদি কিবা বহুমূলীয়া বস্তুৰ লোভ দেখুৱাই সিহঁতে হাত বাউল দি হেমীক মাতি লৈ যায়? কিমানযে মৰম কৰিছিলোঁ তাইক! এটি ভয়াৰ্ত্ত শিশুক ডাঙৰ এন্ধাৰ কোঠালিৰ মাজেৰে হাতত ধৰি লৈ যোৱাৰ দৰে তাইকো বাট দেখুৱাই লৈ যোৱাটোৱেই আছিল মোৰ চৰম আনন্দ। কিন্তু এতিয়া এই নিৰ্ম্মম সত্যটোকে মই উপলব্ধি কৰিছোঁ যে এইখন ঘৰৰ এই নিঃকিন ফটোগ্ৰাফাৰজন তাইৰ কোনো নহয়। তাই মাথো আভুৱা ভাৰি তাৰ লগত ইমান দিন আছিল—সময় নোহোৱালৈকে বাট চাই।

গিৰি : এইবোৰ কথা তই সঁচাকৈয়ে বিশ্বাস কৰ বুলি মই ভাবিব নোৱাৰোঁ হেমেন।

হেমেন : কি বিশ্বাস কৰিম, কি নকৰিম, তাকেইতো মই বুজিব পৰা নাই। হয়তো কেতিয়াও বুজিব নোৱাৰিম। কিন্তু মই ভবাৰ দৰে নহ'ব বুলিয়েইবা তই কব কেনেকৈ? তই মিছাকৈয়ে আদৰ্শৰ দোহাই দিয়। সেইবোৰ মূল্যহীন বাজে কথা। অথচ সেইবোৰৰ ওপৰতে তই নিৰ্ভৰ কৰ। সম্পদৰ গৰ্ব্ব দেখুৱাই যদি সিহঁতবোৰে হেমীক কয়হি, গুচি আহাঁ আমাৰ লগলৈ, আমি দিম তোমাক জীৱন-অমিয়া।

গিৰি : (তৎপৰাই) মাতিলেই জানিবা তেনেকৈ, কিটোনো হেৰফেৰ হ'ব?

হেমেন : মই যদি তেতিয়া তাইক সোধোঁ—হেমী, মোৰ কাৰণে তই সেই জীৱনৰ মোহ এৰিব পাৰিবিনে? (অৱজ্ঞা সূচক হাঁহিৰে) তাই উত্তৰ দিব—ক্ষমা কৰিবা, নোৱাৰিম।

(এনেতে বাৰীৰ ফালৰ পৰা পিষ্টলৰ গুলীৰ শব্দ ভাঁহি আহে।)

গিৰি : (আনন্দত চিঞৰ মাৰি দিয়ে) হেমেন।

হেমেন ঃ দেউতাৰ কাগুখন চা।
(মিনা সোমাই আহে)

মিনা ঃ দেউতাই দেখোন এতিয়াই গৈ বাৰীত গুলীয়াইছে?

হেমেন ঃ মই চাই আহোঁগৈ। (যাব খোজে)

গিৰি ঃ (আবেগ আৰু আগ্ৰহেৰে) ৰ'বি। সেয়া কি জাননে?

হেমেন ঃ নাজানিম কিয়?

গিৰি ঃ তই নাজান। মই জানো। সেয়ে প্ৰমাণ।

হেমেন ঃ কিহৰ প্ৰমাণ?

গিৰি ঃ শিশুৰ ত্যাগৰ। তাই দেউতাৰৰ হতুৱাই হাঁহজনী গুলীয়ালে।

হেমেন ঃ কিন্তু কিয়?

গিৰি ঃ তাইৰ আটাইতকৈ মৰমৰ বস্তুটো তাই তোৰ কাৰণে ত্যাগ কৰিলে। তাই হয়তো ভাবিছে—তেনে কৰিলে তই আকৌ তাইক আগৰ দৰে মৰম কৰিবি।
(গিৰিৰ কথা শুনি হেমেনৰ মনটো মুহূৰ্ততে কোমল হৈ যায়। হেমীৰ প্ৰতি তাৰ মনত যি বিৰূপ ভাবৰ সৃষ্টি হৈছিল সি খন্তেকতে নাইকিয়া হয়। মাতটো ভাবাবেগত কঁপি যায়)

হেমেন ঃ বেচ্‌চেৰী..........

মিনা ঃ কিমান দূৰলৈযে তাই ভাবিব পাৰে!

গিৰি ঃ তাইৰ একমাত্ৰ কাম্য হৈছে তোৰ মৰম। আন একোকে তাই নিবিচাৰে। তোৰ মৰমৰ পৰা বঞ্চিতা হ'লে তাইৰ পক্ষে জীয়াই থকাই টান।

মিনা ঃ (হেমেনক) এতিয়া দেখিলেতো......
(মিনাৰ পক্ষে নাকান্দি থকাটো অসম্ভৱ হৈ পৰে। তাই কোনোমতে নিজকে সংযত কৰি ৰাখে। তথাপি যেন চকুলোৰ বানক বেছিপৰ ভেটা দি ৰাখিব নোৱাৰিব।)

হেমেন ঃ হেমী কলৈ গ'ল?

মিনা ঃ আখলঘৰতে বহি আছে চাগৈ।
(হেমেনে লৰমাৰি আখলঘৰলৈ যায়। নেপথ্যত দুবাৰমান "হেমী" "হেমী" বুলি চিঞৰে। হেমীক নাপাই উত্ৰাৱল হৈ ষ্টুডিঅ'লৈ উভতি আহে।)

হেমেন ঃ তাত দেখোন নাই।

মিনা ঃ তেন্তে নিজৰ কোঠাতে আছে।
(হেমেনে আকৌ যায়। কিন্তু খন্তেক পাছতে উভতি আহে।)

হেমেন ঃ হেমী তাতো নাই। বাহিৰলৈ ওলাই গ'ল নেকি?

মিনা : যদি গৈছে, তেন্তে আপোনাৰ কাৰণেই গৈছে। তাই ঘৰত থকাটো আপুনি দেখোন সহিবই নোৱৰা হৈছে।

হেমেন : এতিয়া সোনকালে উভতি আহিলেই হয়। সকলো কথা বুজাই কৈ, তাইক বুকুৰ মাজলৈ টানি আনি হেপাহেৰে চুমা এটা খাবলৈ বৰ মন গৈছ অ' গিৰি। মোৰ মনৰ খুকুৰি মাৰ গ'ল। সকলো উদ্বেগ-অশান্তি আঁতৰ হ'ল। সমাধান হ'ল সকলো সমস্যাৰ। এতিয়া ইয়াত এওঁলোকৰ লগত থাকি, নতুনকৈ নতুন পৰিৱেশৰ মাজত জীৱন আৰম্ভ কৰিব পাৰিম বুলি বিশ্বাস হৈছে।

গিৰি : (শান্তভাৱে) মই জানিছিলোঁ হেমেন ; নিজৰ ক্ষতি স্বীকাৰ কৰি হ'লেও হেমীয়ে তহঁতৰ মনৰ মলিনতা আঁতৰাই উন্নততৰ জীৱনৰ সন্ধান দিব পাৰিব বুলি মই জানিছিলোঁ।

(এনেতে পাছ ফালৰ দুৱাৰমুখত ভুমুকি মাৰে বীৰেন বৰুৱাই। পিন্ধনত মিলিটেৰী সাজ। দেউতাকক দেখি হেমেন আচৰিত হয়।)

হেমেন : দেউতা, তুমি বাৰীলৈ যোৱা নাই?

মিনা : গুলীয়াইছিলনো ক'ত তেন্তে?

বীৰেন : (বিৰক্তিৰে, আগুৱাই আহি) কোনে গুলীয়াইছিল? মই? হুঃ কিযে কৱ! মই দেখোন কোঠাৰ পৰা ওলোৱাই নাই।

গিৰি : হাঁহজনী হেমীয়ে নিজেই গুলীয়াইছে হেমেন—

(মাতত উত্তেজনা প্ৰকাশ পায়)

হেমেন : কিযে হৈছে ক'ব নোৱাৰোঁ।

(হেমেনে অস্থিৰভাৱে পিছফালৰ দুৱাৰখনৰ পৰ্দা আঁতৰাই, বাৰীৰ ফালে চাই "হেমী", "হেমী" বুলি চিঞৰি মাতে। মিনাইও লৰ মাৰি দুৱাৰখনৰ ওচৰ পায়গৈ।)

মিনা : (প্ৰায় চিঞৰি) সেয়া কি?

হেমেন : (গভীৰ উত্তেজনাত) তাই দেখোন মাটিত পৰি আছে!

(উত্ৰাৱল হৈ হেমেনে পিছফালৰ দুৱাৰখনেৰে ওলাই যায়। গিৰি আৰু মিনাইও হেমেনৰ লগতে প্ৰায় একেলগেই চিঞৰি কয়।)

মিনা : হেমী মাটি পৰি আছে?

গিৰি : উস্ ভগৱান!!

(গিৰিয়ে হেমেনক অনুসৰণ কৰে। মিনাইও পিছে পিছে যায়।)

বীৰেন : হুঃ আজিকালি হেমীয়ে চিকাৰ কৰিবলৈ লৈছে!

(হেমেন, মিনা আৰু গিৰিয়ে ধৰাধৰিকৈ হেমীক দাঙি লৈ আহে। তাইৰ ওলমি থকা হাতখনেৰে পিষ্টলটো তাই তেতিয়াও খামোচ মাৰি ধৰি আছিল।)

হেমেন ঃ পিষ্টলৰ গুলী ওলাই গৈ তাইৰ গাত লাগিছে, মিনা সোনকালে ৰমেনক মাতা।
(মিনাই লৰ মাৰি গৈ বাহিৰলৈ ওলাই যোৱা দুৱাৰমুখৰ পৰা ৰমেনক চিঞৰি মাতে।)

মিনা ঃ কটকী, সোনকালে আহক।
(হেমেন আৰু গিৰিয়ে ইতিমধ্যে হেমীক চ'ফাখনত শুৱাই থয়।)

বীৰেন ঃ (শান্ত অথচ গভীৰ মাতেৰে) অৰণ্যৰ অভিশাপ।
(হেমেনে হেমীৰ কাষত আঁঠুকাঢ়ি তাইৰ মুখলৈ ক্ষন্তেকৰ লাগি চাই)

হেমেন ঃ এতিয়াই জ্ঞান ফিৰাই পাব। সেয়া পাইছেই। মোৰ সোণকণ ভাল হৈ উঠিব, নিশ্চয় ভাল হৈ উঠিব।
(মিনাও হেমীৰ কাষলৈ আহে)

মিনা ঃ ক'ত দুখ পাইছেনো?
(ৰমেন ততাতৈয়াকৈ সোমাই আহে। লগতে মহেনো আহে)

ৰমেন ঃ কাৰ কি হ'ল?

মিনা ঃ হেমীয়ে.........

ৰমেন ঃ হেমীৰ ! (হেমীৰ কাষ পায়গৈ) হেমীৰ হ'ল কি?

মিনা ঃ নিজকে নিজে গুলীয়ালে।

ৰমেন ঃ (বৰ আচৰিত হৈ) হুঃ কি? নিজক গুলীয়ালে? চাওঁ চাওঁ।
(অৱস্থাৰ গুৰুত্ব ৰমেনে বাৰুকৈয়ে বুজি পায় ; সেয়ে আন কোনো প্ৰশ্ন নকৰি তৎক্ষণাৎ হেমীৰ জখম পৰীক্ষা কৰে।)

হেমেন ঃ (উৎকণ্ঠাৰে ৰমেনলৈ চাই) আঘাত নিশ্চয় মাৰাত্মক নহয়। মনে মনে আছা কিয় ৰমেন? ভয়ৰ কাৰণ নিশ্চয় নাই, নহয়নে? তেজ দেখোন ওলোৱাই নাই।

ৰমেন ঃ কেনেকৈ হ'বলৈ পালে?

হেমেন ঃ নাজানো বিশেষ।

মিনা ঃ বনহাঁহজনী গুলীয়াবলৈ গৈছিল।

ৰমেন ঃ তাইৰ হাঁহজনী?

হেমেন ঃ কেনেবাকৈ গুলী ওলাই গ'ল চাগৈ।

ৰমেন ঃ হুম্। পিষ্টলটো বৰ জোৰেৰে খামুচি ধৰিছিল।

বীৰেন ঃ (হুমুনিয়াহ কাঢ়ি) ই বননিৰ প্ৰতিশোধ। অৰণ্যৰ অভিশাপ।
(এইবুলি পিছ ফালৰ দুৱাৰেদি বাৰীলৈ ওলাই যায়।)

হেমেন ঃ তেনেকৈ চায়েই থাকিবানে ৰমেন, কিবা এটা কৰা।

ৰমেন ঃ গুলী বুকত সোমাইছে।

হেমেন : কিন্তু তাই দেখোন......

ৰমেন : হেমী আৰু নাই!!
(মিনাই চিঞৰ মাৰি দিয়ে)

মিনা : নাই! অ' মোৰ সোনকণ অ'.......
(নিজকে সংযত কৰিব নোৱাৰি হেমীৰ মূৰত নিজৰ মূৰটো লগাই হুকহুকাই কান্দি পেলায়)

গিৰি : (ভগা মাতেৰে) সাগৰৰ অতল তলিত তাই হেৰাই গ'ল।

হেমেন : (উত্ৰাৱল হৈ ৰমেনক বাউসীত ধৰি জোকাৰি) কিবা এটা কৰা ৰমেন, তাইক জীয়াই তুলিবই লাগিব। এক মুহূৰ্তৰ কাৰণে হ'লেও তাই জী উঠক, এবাৰ মাথো কওঁ মই তাইক কিমান ভাল পাইছিলোঁ।

ৰমেন : (পোন হৈ) গুলীটো বুকত সোমাইছে। বুকৰ ভিতৰতে শিৰ ফাটি তেজ ওলাই ডোঙা বান্ধিছে। গুলীটো সোমোৱাৰ লগে লগেই তাইৰ মৃত্যু হ'ল।

হেমেন : (শোকত অভিভূত হৈ) মই তাইক কুকুৰ আঁতৰোৱাদি আঁতৰাই পঠালোঁ। ভয় খাই তাই বাৰী পালেগৈ। আৰু মোক মৰম কৰে কাৰণেই তাই মৃত্যু বৰণ কৰিলে। মোৰ এই পাপৰ প্ৰায়শ্চিত্ত নাই। মোৰ মনৰ কথা মই আৰু কেতিয়াও হেমীক ক'ব নোৱাৰিম। উহ্ ভগৱান, এয়া তুমি কি কৰিলা! মোৰ প্ৰতি কিয় এনে অবিচাৰ কৰিলা প্ৰভু!
(হেমেনে হুকহুকাই কান্দে। মিনাৰো চকুত লোতক, কিন্তু তেওঁ কিছু সংযত হ'বলৈ চেষ্টা কৰে।)

মিনা : নাই নাই, তেনেকৈ নক'ব। তাইক ধৰি ৰাখিবলৈ চাগৈ কোনো অধিকাৰেই আমাৰ নাছিল। সেয়ে ভগৱানে তাইক আমাৰ মাজৰ পৰা লৈ গ'ল।

গিৰি : হয়তো ইয়াৰ বাবে ময়েই দায়ী। হয়তো অশুভ ক্ষণতে ভৰি দিছিলোঁহি এইখন ঘৰত। তেৰজনীয়া সেই চাহমেলতে হয়তো সূচনা হৈছিল এই অমঙ্গলৰ। আৰু ময়ে আছিলোঁ অমঙ্গলীয়া শেহৰজন।

মহেন : ছোৱালীকণে দেহি শুই থকা যেনেহে লাগে।
(এইবুলি মহেন ওলাই যায়। হেমেনে থৰ লাগি হেমীৰ ফালে চাই আছিল। মহেন যোৱাৰ পাছত হেমীৰ মূৰ শিতানত থিয় হৈ হাত দুখন প্ৰাৰ্থনাৰ ভঙ্গীত লগ লগাই শান্তভাৱে কয়।)

হেমেন : কেনে নিৰৱ নিষ্পন্দ হৈ পৰি আছে।

ৰমেন : পিষ্টলৰ আগটো বুকুতে লাগি আছিল, নহ'লে চোলাটো এনেকৈ নুপুৰিলেহেঁতেন।

(ৰমেনে হেমীৰ হাতৰ মূঠিৰ পৰা পিষ্টলটো এৰুৱাবলৈ যত্ন কৰে।)

ৰমেন : বৰ টানকৈ খামুচি ধৰিছে, এৰুৱাব নোৱাৰি।

মিনা : থাওক, এৰাবাব নালাগে। বলেৰে এৰুৱালে বেচেৰীয়ে দুখ পাব। আঙুলিকেইটা ভাগিও যাব পাৰে।

হেমেন : পিষ্টলটো তাই লগতে লৈ যাওক।

(মহেনে কেইথোপামান ফুল আৰু এখন বগা কাপোৰ আনে, ৰমেনে কাপোৰখনেৰে হেমীক ঢাকি দিয়ে! মহেনে ফুলবোৰ গাৰ ওপৰত চতিয়াই এথোপা হেমীৰ মূৰত থয়)

মহেন : ভগৱানে ছোৱালীকণৰ আত্মাক শান্তি দিয়ক, ভগৱানে আশীৰ্ব্বাদ কৰক তাইক।

(মিনাই আঁঠুকাঢ়ি শেষবাৰলৈ যেন হেমীক হেপাহ পলুৱাই মৰম কৰি লয়। শোকে খুন্দামাৰি ধৰে। নিজকে সংযত কৰি ৰাখিব নোৱাৰি তেওঁ হুকহুকাই কান্দি পেলায়। মহেনে ইতিমধ্যে ধূপ-ধূনাৰ ব্যৱস্থা কৰে। কোঠাটোৰ পৰিৱেশ মন্দিৰৰ পৱিত্ৰ পৰিৱেশলৈ যেন খন্তেকতে ৰূপান্তৰিত হয়।)

হেমেন : মোৰো হিয়া ভাগি গ'ল মিনা। এইকুৰা জুই বুকত লৈ জীয়াই থাকিম কেনেকৈ? তুমি জানো পাৰিবা?

(মিনাই মূৰ দাঙি সমুখৰ ফালে চায়। দুই চকুৰেদি চকুলো নিগৰি ওলায়। কিন্তু দৃষ্টিত প্ৰকাশ পায় দৃঢ় প্ৰতিজ্ঞাৰ ভাব।

মিনা : পাৰিব লাগিব। আমি ইজনে সিজনক সহায় কৰিব লাগিব। আমাৰ ভুল ভাঙি থৈ গ'ল তাই নিজৰ জীৱন দি। মৃত্যুৰে তাইক আমাৰ দুজনৰেই আপোন কৰি থৈ গ'ল। তাইৰ স্মৃতিকণকে লৈ আমি শক্তি সঞ্চয় কৰিব লাগিব সকলো সহ্য কৰিবলৈ।

(এটা কৰুণ অথচ গম্ভীৰ আৱহ সঙ্গীতৰ সুৰ শুনা যায়।)

গিৰি : এই মৃত্যু অসাৰ্থক নহয় হেমেন। হেমীৰ এই আত্মবলিদানে আমাৰ মনৰ মলিনতা আঁতৰাই আমাক দি গ'ল মহত্তৰ জীৱনৰ সন্ধান।

(আৱহ সঙ্গীতৰ সুৰ শীৰ্ষ বিন্দু পোৱাৰ লগে লগে নামি আহে নাটকৰ অন্তিম যৱনিকা।)

———— x ————

# ৰজা ইডিপাচ

## পাত্ৰ-পাত্ৰী

ৰজা ইডিপাচ আৰু ৰাণী জোকাষ্টা, জিউচ দেৱতাৰ প্ৰধান পুৰোহিত আৰু থীব্‌চৰ শৰণাৰ্থী প্ৰজা, প্ৰধান অমাত্য ক্ৰেয়ন, অন্ধ বৃদ্ধ দৈৱজ্ঞ টাইৰেচিয়াচ, থীব্‌চৰ নাগৰিকসকল, প্ৰথম দ্বিতীয় আৰু তৃতীয় কোৰাচ, এওঁলোক থীব্‌চ-চিনেটৰ সভ্য আৰু ক'ৰিন্থৰ দূত বয়সত ইডিপাচতকৈ ডাঙৰ, বুঢ়া ভেৰাৰখীয়া ৰাজদূত. টাইৰেচিয়াচক লাখুটিত ধৰিলৈ অহা ল'ৰা এটা, ৰজা ইডিপাচৰ ছোৱালী দুজনী, এন্টিগোন, ইজ্‌মে, স্ফীংচ আদি

# প্ৰথম সংস্কৰণৰ নিবেদন

গ্ৰীক ট্ৰেজেডি ৰচনা আৰু অভিনয়ৰ ক্ষেত্ৰত যিজনে প্ৰথম উল্লেখযোগ্য অৰিহণা আগবঢ়াইছিল তেওঁৰ নাম হ'ল থেচ্‌পিচ্‌। সম্ৰাট পিচিষ্ট্ৰেটাচৰ পৃষ্ঠপোষকতাত, চিটি ডায়নিচিয়া উৎসৱত অনুষ্ঠিত ট্ৰেজেডিৰ প্ৰথম প্ৰতিযোগিতাত তেওঁ প্ৰথম পুৰস্কাৰ পাইছিল। এয়া হ'ল যীশুখৃষ্টৰ জন্মৰ ৫৩৪ বছৰ আগৰ কথা। কিন্তু গ্ৰীক ট্ৰেজেডিৰ জনক বুলি যিজনে স্বীকৃতি পাইছে তেওঁ থেচ্‌পিচ্‌ নহয়, ইচ্‌কাইলাচ্‌ হে। (খৃঃ পূঃ ৫২৫—৪৫৬) নব্বৈখন নাটক লিখিছিল আৰু ট্ৰেজেডিৰ প্ৰতিযোগিতাত পুৰস্কাৰ পাইছিল তেৰবাৰ। খৃঃ পূঃ ৪৬৮ত ইচ্‌কাইলাচক পৰাজিত কৰি যিজন নাট্যকাৰে প্ৰতিষ্ঠা লাভ কৰে তেওঁৰ নাম হ'ল চফ'ক্লিচ্‌।

খৃষ্টপূৰ্ব ৪৯৫ত এথেঞ্চৰ ওচৰৰ কোলোনাচ বোলা ঠাইত চফ'ক্লিচৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম আছিল চফিলাচ। চফ'ক্লিচে পোন্ধৰ বছৰ বয়সতে চেলামিচৰ যুদ্ধৰ বিজয় উৎসৱত কোৰাচ গায়ক দলৰ নেতা হোৱাৰ যোগ্যতা অৰ্জন কৰিছিল। সুকুমাৰ কলাৰ চৰ্চাত মনোনিৱেশ কৰিলেও তেওঁ দেশৰ ৰাজনৈতিক জীৱনৰপৰা আঁতৰি থকা নাছিল। পঁচপন্ন বছৰ বয়সত তেওঁ সম্ৰাট পেৰিক্লিচৰ অন্যতম সেনাপতি ৰূপে চেমিয়াৰ যুদ্ধত সুখ্যাতিৰে অংশ গ্ৰহণ কৰাৰ উপৰিও বিভিন্ন সময়ত বিভিন্ন ধৰণৰ ৰাষ্ট্ৰীয় দায়িত্বও বহন কৰিছিল।

চফ'ক্লিচ বৰ জনপ্ৰিয় কবি আছিল। সকলো ঠাইৰপৰা ভাল বস্তুখিনি গোটাই আনি তেওঁৰ সাহিত্যত সেইবোৰক আৰু বেছি সুন্দৰ, বেছি উজ্জ্বল আৰু মনোগ্ৰাহী কৰি তুলিছিল কাৰণে তেওঁক "এটিক বী"—এথেঞ্চৰ মৌমাখি বোলা হৈছিল। তেওঁৰ মৃত্যু হয় খৃঃ পূঃ ৪০৬ত।

চাফ'ক্লিচে ইচ্‌কাইলাচৰ নাটক ৰচনা আৰু প্ৰযোজনা ৰীতিৰ বহুতো সংস্কাৰ সাধন কৰিছিল। তেওঁ ট্ৰায়লজি—একে আখ্যানৰ আলমত তিনিখন নাট পৰিৱেশন কৰাৰ পৰিৱৰ্তে একোখন স্বয়ং সম্পূৰ্ণ নাট লিখাৰ পদ্ধতি প্ৰচলন কৰিলে। ইচ্‌কাইলাচৰ বাৰজনীয়া কোৰাচৰ সংখ্যা পোন্ধৰজন কৰিলে। ইচ্‌কাইলাচে মাত্ৰ এখন নাটত তৃতীয় অভিনেতাৰ কথা কল্পনা কৰিছিল ; চফ'ক্লিচে নাটকত তৃতীয় অভিনেতাক স্থায়ী

কৰিলে। অকল সিমানতে ক্ষান্ত নেথাকি শেহতীয়া নাটক "ইডিপাচ কলোনিয়াচ"ত হেনো চতুৰ্থ অভিনেতাৰ সংযোজনো কৰিছিল।

চফ'ক্লিচৰ আগলৈকে নাটকৰ প্ৰধান নায়কৰ ভাও লৈছিল কবি-ৰচয়িতাই নিজে। চফ'ক্লিচৰ মাতটো কোমল আৰু বিৰাট দৰ্শক মণ্ডলীৰ সমুখত অভিনয় কৰিবৰ বাবে অনুপযুক্ত আছিল কাৰণে ইচ্‌কাইলাচৰ দৰে তেওঁ অভিনয়ত অংশ গ্ৰহণ নকৰিছিল। আৰু ইয়াৰ ফলতে প্ৰাচীন গ্ৰীচত অভিনেতা সম্প্ৰদায় এটা গঢ়ি উঠাৰ সুবিধা হয়। চফ'ক্লিচে নিজৰ বাবে নহয়, আন অভিনেতাৰ কাৰণে সংলাপ ৰচনা কৰিবলগীয়া হোৱাত নাট্য ৰচনাৰ ক্ষেত্ৰত এটা নতুন দিশ মুকলি হয়। চফ'ক্লিচৰ নাটকবোৰত অভিনয় কৰি সুনাম অৰ্জা অভিনেতা কেইজনমান হ'ল—লেপোলিমাচ (Tlepolemus), ক্লেইডিমাইডিচ্ আৰু নিকষ্ট্ৰেটাচ্।

চফ'ক্লিচৰ প্ৰভাৱত কোৰাচৰ প্ৰাধান্য বহুতো কমিল আৰু তিনিজন অভিনেতাৰ যোগেদি (গ্ৰীক নাটকত মুখা ব্যৱহাৰ কৰি তিনিজনেই বহুজন হ'ব পাৰিছিল, তদুপৰি কোৰাচ গায়ক দলৰ কোনো কোনোজনে আৱশ্যক অনুযায়ী নাটকৰ কথা-সংলাপত অংশ গ্ৰহণ কৰিবও পাৰিছিল) বলিষ্ঠ চৰিত্ৰ সৃষ্টি কৰা আৰু নাটকীয় সংঘাত ৰূপায়িত কৰা সম্ভৱ হৈ পৰিছিল। তদুপৰি অধিক সংহত নাট্যবৃত্ত কল্পনাই কাহিনীক কেন্দ্ৰীয় সংকটমুখী কৰি নাটকৰ আকৰ্ষণীয় গুণ বঢ়াই দিছিল।

চাফ'ক্লিচে ইচ্‌কাইলাচৰ দৃশ্যপট আঁকা পৰিকল্পনাক কাৰ্যকৰী কৰিছিল। তেওঁ হেনো নিজেও দৃশ্যপট আঁকিছিল। আৰু অভিনেতাক অভিনয় সাৰ্থক কৰি তুলিবলৈ নিৰ্দিষ্ট পটভূমি দিছিল।

তেওঁ লিখা নাটকৰ সংখ্যা এশৰো অধিক— এশ তেইশখন হ'ব হেনো। তাৰে মাত্ৰ সাতখন পূৰ্ণাঙ্গ নাটকহে পোৱা গৈছে। এই সাতখন হ'ল এজাক্‌চ, এন্টিগোন, ইডিপাচ টাইৰেন্নাচ, ট্ৰেকিনেই, ইলেক্ট্ৰা, ফিলোকটেটিচ্ আৰু ইডিপাচ কলোনিয়াচ। এখন চেটিৰ নাটৰো ('ট্ৰেকাৰ্চ') কিছু অংশ পোৱা গৈছে। চফ'ক্লিচে ওঠৰ বাৰ প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পায়।

* * *

প্ৰায় আঢ়ৈ হেজাৰ বছৰৰ আগতে লিখা চফ'ক্লিচৰ ইডিপাচ টাইৰেন্নাচ নাটৰ অবান্তৰ কথা বৰ্জিত, অতীতদৰ্শী বিশ্লেষণ, তথ্য উপস্থাপনক নায়কৰ নাটকীয় ক্ৰিয়াত ৰূপান্তৰিত কৰি সুসংহত আৰু কেন্দ্ৰীয় সংকটমুখী নাট্যবৃত্ত ৰচনাৰ কথা ভাবিলে সঁচাকৈয়ে আচৰিত হ'ব লাগে। এই প্ৰসঙ্গত "দি লিভিং ষ্টেজ" নামৰ ইংৰাজীত লিখা নাট-মঞ্চ সম্বন্ধীয় প্ৰামাণ্য গ্ৰন্থখনিৰ ৰচয়িতা কেনেথ মেক্‌গোৱান আৰু

উইলীয়ম মেলনিট্‌জয়ে লিখিছে—চফ'ক্লিচৰ ইডিপাচ টাইৰেন্নাচৰ (ৰজা ইডিপাচ) বৃত্ত ৰচনা আৰু কাহিনী-বিন্যাস বহুযুগৰ পাছত লিখা হেনৰিক ইবচেনৰ 'ডলচ্ হাউছ' নাটখনৰ দৰেই। দুয়োখনতে সংকট মুহূর্তৰ অলপ আগৰেপৰা নাট আৰম্ভ হৈ ক্ষিপ্র গতিত কাহিনীৰ মোৰ মেল খাইছে। বিশ্লেষণ অতীতমুখী। কাহিনী বিন্যাসত অতীতৰ ঘটনাবোৰৰ স্পষ্ট ছাপ পৰিছে।

সমালোচক নিকলে কৈছে— এইখন নাটকৰ সংলাপৰ কোনো এটি শাৰীকে অনাৱশ্যক বুলি ক'ব নোৱাৰি। আমাৰ আৱেগিক উত্তেজনা সৃষ্টি কৰিব পৰা কোনো কথাকে নাট্যকাৰে বাদ দিয়া নাই। .....চৰিত্ৰ সৃষ্টিৰ ওপৰতে আটাইতকৈ বেছি গুৰুত্ব দিয়া হৈছে। প্ৰায় নিখুঁত বৃত্ত-ৰচনাৰ যোগেৰে চফ'ক্লিচে আমাৰ আগত কাহিনীৰ দুটা ৰূপ ফুটাই তুলিবলৈ যত্ন কৰিছে। ওপৰে ওপৰে চালে এইখনক ভাগ্যৰ বিড়ম্বনাজনিত ট্ৰেজেডি যেন লাগে ; শেহত দৈৱবাণী সঁচা বুলি প্ৰমাণিত হ'ল। জোকাষ্টা আৰু ইডিপাচে ভাগ্যৰ হাত সাৰিব পৰা নাই। আনহাতে আকৌ ইডিপাচৰ চৰিত্ৰটো যিদৰে বিশ্লেষণ কৰিছে তাৰপৰা অনুমান কৰিব পাৰি দৈৱবাণী সফল কৰি তোলা ঘটনাবোৰৰ বাবে তেওঁ নিজেই যেন যথেষ্ট পৰিমাণে দায়ী। এইখন নাটত দেখুৱা হৈছে কেনেকৈ নিজৰ চাৰিত্ৰিক সবলতা-দুৰ্বলতাই নায়কৰ নাটকীয় জীৱনৰ গতি নিয়ন্ত্ৰণ কৰি ভাগ্যৰ ৰূপত দেখা দিছে। (Character is being shown as destiny) দৈৱবাণীৰ ওপৰত অন্ধভাৱে নিৰ্ভৰ নকৰি, দৈৱজ্ঞৰ কথা থিতাতে মানি নলৈ ইডিপাচে অনুসন্ধিৎসা আৰু যুক্তিৰে সত্য উদ্‌ঘাটনত প্ৰবৃত্ত হৈ তাৰ ভয়াবহ পৰিণাম সাহসেৰে গ্ৰহণ কৰিছে। সঁচাৰ-কাঠী যদিও ভাগ্যদেৱীৰ হাততে আছে, নাটখন পঢ়ি গ'লে এনেহে লাগে যেন ইডিপাচৰ আত্মপ্ৰত্যয় যদি অলপ কম হ'লহেঁতেন, সকলো কথা নিজে জানিবলৈ যদি তেওঁ জেদ নকৰিলেহেঁতেন, নিজৰ খং আৰু অবৈয়াল স্বভাৱটোক যদি সংযত কৰিব পাৰিলেহেঁতেন তেন্তে তেওঁৰ পৰিণাম হয়তো ইমান ভয়ঙ্কৰ নহ'লহেঁতেন। চফ'ক্লিচৰ নাটকত আমি শেক্সপীয়েৰৰ চিন্তাধাৰাৰ উৎস বিচাৰি পাওঁ।

এৰিষ্টটলৰ মতে ৰসোত্তীৰ্ণ ট্ৰেজেডি হ'ল ভয় আৰু কৰুণা উদ্ৰেক কৰিব পৰা, জীৱনৰ গুৰুগাম্ভীৰ, স্বয়ং সম্পূৰ্ণ কাহিনীৰ অনুকৰণ ; এনে নাটকৰ উপস্থাপনা ৰীতি হ'ব লাগিব সঙ্গীত আৰু ছন্দৰ সুপ্ৰয়োগৰ যোগেৰে, নাটকীয়, ক্ৰিয়াশীল আৰু প্ৰত্যক্ষ অৰ্থাৎ দৃশ্যত্ব লক্ষণযুক্ত,—বৰ্ণনামূলক নহয়। চফ'ক্লিচৰ ইডিপাচ টাইৰেন্নাচ নাটকখন পঢ়িলে ধাৰণা হয় যেন এইখনেই এৰিষ্টটলক ট্ৰেজেডিৰ সংজ্ঞা নিৰূপণ কৰাত আটাইতকৈ বেছি সহায় কৰিছিল, আৰু প্ৰেৰণা যোগাইছিল। বহুতো সমালোচকে এইখনকে গ্ৰীক ট্ৰেজেডিৰ শ্ৰেষ্ঠ নিদৰ্শন বুলি মুক্তকণ্ঠে স্বীকাৰ কৰিছে।

* * *

চফ'ক্লিচৰ এই কালজয়ী অমৰ নাটখনৰ অভিনয়ে অসমৰ নাট্য আন্দোলনক এটা সুস্থ ৰূপ দিয়াৰ লগতে আন্দোলনক আগবঢ়াই নিয়াত নিশ্চয় যথেষ্ট অৰিহণা

যোগাব বুলি বিশ্বাস কৰিয়েই দুবছৰমানৰ আগতে এই অসমীয়া অভিযোজনাখন যুগুত কৰিছিলোঁ। আৰু সেই সময়তেই ইয়াৰ প্ৰথম অভিনয় হৈ যায়।

মহান ৰজা ইডিপাচৰ ভয়ঙ্কৰ আৰু কৰুণ পৰিণতিয়ে আমাৰ দৰ্শকক অভিভূত নকৰাকৈ নেথাকে। অভিনেতাসকলেও নাটখনৰ বিভিন্ন চৰিত্ৰৰ, বিশেষকৈ ৰজা ইডিপাচ আৰু টাইৰেচিয়াচৰ চৰিত্ৰৰ ৰূপ দিবলৈ পালে নিশ্চয় ভাল পাব। এই দুটিৰ দৰে অভিনযোপযোগী চৰিত্ৰ সতকাই পোৱা টান। আন চৰিত্ৰবোৰো দুৰ্বল নহয়। প্ৰযোজনাৰ ক্ষেত্ৰত বিশেষ অসুবিধাৰ সমুখীন হ'বলগীয়া নহয়। নাটকৰ নাৰী চৰিত্ৰ মাত্ৰ এটা। পটভূমিও একেটাই। আড়ম্বৰ নাই বুলিলেই হয়। আনকি মুকলি মঞ্চতো নাটখন সহজেই অভিনয় কৰিব পাৰি।

চফ'ক্লিচৰ দিনত কোৰাচে কিদৰে অভিনয় কৰিছিল নেজানো ; বোধকৰোঁ কথা কোৱাৰ লগতে গীত গাইছিল আৰু নাচিছিল। কিন্তু আজিৰ যুগ'ত আমাৰ মঞ্চত তেনে কৰাৰ সুবিধা নাই, দৰকাৰো নাই। সেয়েহে আমাৰ মঞ্চত অভিনয় কৰাৰ সুবিধা-অসুবিধালৈ চাই, মূল নাটৰ (অৰ্থাৎ ইংৰাজী অনুবাদৰ) কোৰাচাৰ কথাখিনি তিনিজন অভিনেতাৰ যোগেদিয়ে কোৱাইছোঁ আৰু এই তিনিজনে যাতে স্বাভাৱিকভাৱে অভিনয়ত অংশ গ্ৰহণ কৰিব পাৰে তালৈ লক্ষ্য ৰখাৰ কাৰণে মূল নাটৰ কাব্য মাধুৰী সনা বহুতো ভাল ভাল কথা বাদ দিবলগীয়া হৈছে। তদুপৰি ঠায়ে ঠায়ে সংলাপ সাৱলীল কৰিবলৈ গৈ কলমটোক যথেষ্ট স্বাধীনতা দিছোঁ ; আনকি, চফ'ক্লিচৰ গভীৰ জীৱন দৰ্শনৰপৰা ওলোৱা, নাটখনিৰ মৰ্মবাণী, কোৰাচৰ অন্তিম উক্তি—

"Make way for Oedipus, All people said,
'That is a fortunate man' ,
And now what storms are beating on his head !
Call no man fortunate that is not dead
The dead are free from pain."

(কবি ইট্‌চ্‌য়ে কৰা অনুবাদ)

"ইডিপাচক বাট এৰি দিয়া। সকলোৱে কৈছিল,
'তেওঁ হেনো বৰ ভাগ্যৱান' ;
আৰু এতিয়া, তেওঁৰ মূৰৰ ওপৰত কি ভীষণ ধুমুহা !
কাকো ভাগ্যৱান নুবুলিবা—
জীৱনত কাৰো সৌভাগ্য উদয় নহয়—
মৰণেহে মানুহৰ দুখ নাইকিয়া কৰে।"

তাকো অসমীয়া অভিযোজনাৰপৰা বাদ দিবলৈ মৰসাহ কৰিলোঁ ! এইবোৰ নজনাকৈ কৰা বুলি নকওঁ। জানি শুনিয়েই কৰিছোঁ, আমাৰ মঞ্চত নাটখন অভিনয় কৰাৰ সুবিধা-অসুবিধাৰ কথা সুঁৱৰিয়েই কৰিছোঁ। সেয়েহে বঢ়া-টুটা সকলোখিনি দোষৰ দায়িত্ব ময়েই মূৰ পাতি লৈছোঁ ; সকলো দোষৰ ভাগী ময়েই। (চফ'ক্লিচ ! মোক অভিশাপ নিদিবা। সুধী সমালোচক ! মোৰ দোষ নিজগুণে মৰিষণ কৰিবা।)

* * *

শ্ৰীঅৰুণ শৰ্মা, শ্ৰীকুলদা কুমাৰ ভট্টাচাৰ্য আৰু শ্ৰীনিত্যানন্দ বৰদলৈয়ে দিয়া পৰামৰ্শৰ কথা কৃতজ্ঞতাৰে সুঁৱৰিলোঁ। এই অভিযোজনা প্ৰস্তুত কৰোঁতে বেছিকৈ নিৰ্ভৰ কৰিছিলোঁ জে-টি-শ্বেপাৰ্ড আৰু চাৰ জৰ্জ ইয়ং কৃত ইংৰাজী ভাঙনিৰ ওপৰত। তেওঁলোককো জনালোঁ আন্তৰিক কৃতজ্ঞতা।

* * *

এইখন নাটকৰ কাহিনীৰ আঁত ধৰিবলৈ হ'লে আমাৰ পাঠক-দৰ্শকে আগৰ কথা কিছু জনাৰ দৰকাৰ।

থীব্‌চৰ ৰজা আছিল লাবদাকাচৰ পুতেক লায়ুচ। তেওঁ কৰা এটা অপৰাধৰ প্ৰতিশোধ ল'বলৈ তেওঁৰ মৃত্যুৰ পাছত থীব্‌চত দেখা দিযেহি অদ্ভুত, দৈত্যকাৰ জীৱ স্ফীংচয়ে। স্ফীংচৰ মূৰটো তিৰোতা মানুহৰ দৰে, গাটো সিংহৰ দৰে, ডেউকাও আছিল ঈগল চৰাইৰ দৰে, নেজডাল সাপৰ দৰে। এই স্ফীংচয়ে থীব্‌চৰ ৰাইজক এটা প্ৰশ্ন সুধি বিব্ৰত কৰি তুলিছিল। প্ৰশ্নটো এটা সাঁথৰৰ লেখিয়া ; সি সুৰ লগাই গাইছিল। এই সাঁথৰটো হ'ল—কোন জীৱই ৰাতিপুৱা চাৰিখন ভৰিৰে, দুপৰীয়া দুখনেৰে আৰু সন্ধ্যা তিনিখনেৰে খোজ কাঢ়ে? এই সাঁথৰটোৰ উত্তৰ দিব নোৱৰাজনেই স্ফীংচৰ হাতত প্ৰাণ দিবলগীয়া হৈছিল। স্ফীংচৰ এই অত্যাচাৰ আৰু উৎপীড়নৰপৰা কেনেকৈ ৰক্ষা পৰিব তাৰ কোনো উপায় বিচাৰি নেপাই থীব্‌চৰ ৰজাঘৰীয়া, প্ৰজাঘৰীয়া সকলোৱেই প্ৰমাদ গণিছিল। ইতিমধ্যে লায়ুচৰ বিধবা পত্নী ৰাণী জোকাষ্টা আৰু তেওঁৰ ভায়েক প্ৰধান অমাত্য ক্ৰেয়নে উদ্ধাৰৰ একো ব্যৱস্থা কৰিব নোৱাৰি ঘোষণা কৰিলে যে যিজনেই এই সাঁথৰৰ শুদ্ধ উত্তৰ দি স্ফীংচৰ অত্যাচাৰৰপৰা থীব্‌চবাসীক ৰক্ষা কৰিব পাৰিব তেওঁকেই লায়ুচৰ ঠাইত থীব্‌চৰ ৰজা পতা হ'ব আৰু জোকাষ্টাই তেওঁক স্বামী ৰূপে বৰণ কৰিব।

এই দুৰ্যোগৰ সময়তে থীব্‌চলৈ আহিছিল, ইডিপাচ। অচিনাকি নগৰ, অচিনাকি নগৰৰ অধিবাসী। ৰাইজৰ মুখত, দুৰ্গতিৰ কথা শুনি তেওঁ সাহ কৰি স্ফীংচৰ সমুখত থিয় দিলেগৈ। তেওঁ শুনিলে মৃত্যুৰ বিভীষিকা কঢ়িয়াই অনা সাঁথৰ-গীত। এক মুহূৰ্ত

চিন্তা কৰিলে। তাৰ পাছত উত্তৰ দিলে—"মানুহ"। মানুহে কেঁচুৱা অৱস্থাত দুখন ভৰি আৰু দুখন হাতৰ ওপৰত ভৰ দি বগুৱা খাই ফুৰে, ডেকা বয়সত দুখন ভৰিৰ ওপৰত, আৰু বুঢ়া কালত খোজ কাঢ়িবলগীয়া হয় লাখুটি লৈ। মানুহ—মানুহ—মানুহ—চাৰিওফালে ৰজনজনাই গ'ল। এয়ে স্ফীংচৰ সাঁথৰৰ শুদ্ধ উত্তৰ। শুদ্ধ উত্তৰ পাই স্ফীংচৰ জীয়াই থকাৰ সাৰ্থকতা নোহোৱা হ'ল, সি নিজকে ধ্বংস কৰিলে আৰু থীব্‌চবাসী দুৰ্যোগমুক্ত হ'ল। তাৰ পাছত পূৰ্বৰ ঘোষণা মতে ৰাইজে ইডিপাচক থীব্‌চৰ ৰজা পাতিলে আৰু জোকাষ্টাই তেওঁৰ স্বামী ৰূপে বৰণ কৰিলে। ইডিপাচ আৰু জোকাষ্টাই সুযশ, সম্পদ আৰু সমৃদ্ধিৰ মাজত সুখৰ নীড় ৰচনা কৰিলে। তেওঁলোকৰ জীৱন উজলাই তুলিলে দুটি ল'ৰা আৰু দুজনী ছোৱালীয়ে। বছৰৰ পাছত বছৰ বাগৰি গ'ল। আৰু তাৰ পাছত থীব্‌চত পুনৰ এক ভীষণ দুৰ্যোগে দেখা দিলে। প্ৰস্তাৱনাৰপৰাই নাটকখন আৰম্ভ হৈছে।

বিনীত—

**সত্যপ্ৰসাদ**

# প্ৰস্তাৱনা দৃশ্য

[ মঞ্চ লাহে লাহে পোহৰ হয়। আৱহ সংগীতত ভয়াৱহ সুৰ। দেখা যায় এটা পাহাৰৰ এচলিয়া অংশ। কিছুমান মানুহৰ গুণ-গুণনি। কণ্ঠস্বৰত ভয়ৰ ভাব। সন্ধ্যা নামি আহিছে। আকাশত ডাৱৰ। হঠাৎ ভীষণভাৱে মেঘৰ গাজনি আৰু বিজুলিৰ চিক্‌মিকনি। সেই পোহৰত মানুহবোৰক দেখা যায়। সকলোৰে মনত আতংক, ভয় ভাব। মানুহবোৰে একেলগে চিঞৰি উঠে। **"স্ফীংচ, স্ফীংচ, স্ফীংচ"** ]

১ কোৰাচ : স্ফীংচ অহাৰ সময়।

২ কোৰাচ : মেঘৰ অদ্ভুত গৰ্জনে ভীষণ আতংকৰ সৃষ্টি কৰিছে।

৩ কোৰাচ : কোনে জানে কাৰ ভাগ্যত আজি কি লিখা আছে !

১ কোৰাচ : সদায় একেটা প্ৰশ্ন কোন প্ৰাণীয়ে জীৱনৰ পুৱতি বেলাত খোজকাঢ়ে চাৰিখন ভৰিৰে।

২ কোৰাচ : জীৱনৰ দুপৰ বেলিকা কোনে খোজকাঢ়ে দুখন ভৰিৰে।

৩ কোৰাচ : সন্ধিয়া বেলিকা খোজকাঢ়ে তিনিখন ভৰিৰে।

১ + ২ + ৩ কোৰাচ : জীৱনৰ পুৱতি বেলিকা খোজকাঢ়ে চাৰিখন ভৰিৰে। জীৱনৰ দুপৰ বেলিকা খোজকাঢ়ে দুখন ভৰিৰে। সন্ধিয়া বেলিকা খোজকাঢ়ে তিনিখন ভৰিৰে। কোনে, কোনে, কোনে?

[ স্ফীংচৰ বিকট অট্টহাঁহি শুনা যায় ]

পুৰোহিত : আচৰিত প্ৰশ্ন। অবৈধ প্ৰশ্ন। কোনে দিব তাৰ উত্তৰ ?

১ কোৰাচ : স্ফীংচ আহিব। উত্তৰ সুধিব, উত্তৰ দিব নোৱৰাজনক হত্যা কৰি খাই থ'ব।

২ কোৰাচ : নিতৌ ঘটিছে আজিও ঘটিব।

৩ কোৰাচ : লাহে লাহে থীবচবাসী নিঃশেষ হৈ যাব। জাহ যাব স্ফীংচৰ গৰ্ভত।

১ কোৰাচ : থীবচত নাই নে এনে কোনোজন যি উত্তৰ দি ৰক্ষা কৰিব থীবচবাসীক?

২ কোৰাচ : ইমান দিনে পৰা নাই আজিও নোৱাৰে কোনেও।

পুৰোহিত ঃ নিস্ফল হ'ল আমাৰ পূজা। দেৱতাই সঁহাৰি নিদিলে।

১ + ২ + ৩ কোৰাচ ঃ পাপ আক অভিশাপ, পাপ আৰু অভিশাপ, পাপ আৰু অভিশাপ।

পুৰোহিত ঃ কাৰ পাপ, কাৰ অভিশাপ?

১ কোৰাচ ঃ নিশ্চয় ৰজা লায়ুচৰ পাপ। সেয়ে দেৱতাৰ ৰোষত পৰি প্ৰাণ হেৰুৱালে দিন দুপৰতে।

২ কোৰাচ ঃ অজান দুৰ্বৃত্তৰ হাতত প্ৰাণ দিলে থীব্‌চৰ ৰজা লায়ুচে।

৩ কোৰাচ ঃ তথাপি নিস্তাৰ নাপালে থীব্‌চবাসীয়ে। লায়ুচৰ মৃত্যুৰ পাছতে স্ফীংচৰ আবিৰ্ভাৱ আৰু ঘটিল এই অঘটন।

পুৰোহিত ঃ থীব্‌চৰ বিধৱা পত্নী জোকাষ্টা অহৰ্নিশে দিছে পূজা এপোলো দেৱতাৰ পৱিত্ৰ বেদীত।

১ কোৰাচ ঃ কৰিছে ঘোষণা যিজনে কৰিব ৰক্ষা থীব্‌চৰীসীক স্ফীংচৰ গৰাহৰপৰা তেওঁকেই স্বামীৰূপে গ্ৰহণ কৰি লায়ুচৰ শূণ্য সিংহাসন প্ৰমাদ কৰিব।

পুৰোহিত ঃ ভাগ্যহীন থীৱচবাসী নিস্ফল হ'ল ৰাণীৰ ঘোষণা। ৰাণীৰ ভ্ৰাত্ৰী ক্ৰেয়নৰ চেষ্টাও বিফলে গ'ল।

১ কোৰাচ ঃ ৰ'বা। সৌফালে চোৱা, কোনোবা এজন আহিব ধৰিছে।

২ কোৰাচ ঃ শক্তিবান যুৱক। আগন্তুক অচিনাকি আমাৰ।

৩ কোৰাচ ঃ আমাৰ দৰেই দুৰ্ভগীয়া সি। নহ'লে মৃত্যুৰ গৰাহলৈ কোনে এইদৰে আগবাঢ়ি আহে।

[হাতত লাখুটি লৈ ইডিপাচৰ প্ৰৱেশ। তেওঁক দেখি সকলোৰে একেগগে চিঞৰি উঠে]

১ + ২ + ৩ কোৰাচ ঃ কোন, কোন তুমি ? প্ৰাণৰ বাবে যদি মমতা আছে তুৰন্তে আঁতৰি যোৱা।

ইডিপাচ ঃ মই ভাগ্যৰ সন্তান। নাম মোৰ ইডিপাচ। মৃত্যুক বিচাৰি ফুৰিছোঁ।

[সকলোৱে আচৰিত হয়]

১ + ২ + ৩ কোৰাচ ঃ ইডিপাচ !

ইডিপাচ ঃ এৰা, মই ইডিপাচ। বহুদূৰ বাটকুৰি বাই আহি পালোঁ কৰিন্থৰপৰা। তোমালোকৰ মুখত দেখোঁ কিয় সন্ত্ৰাসৰ ভাব ? কিহৰ ভয়ত থীব্‌চবাসী জৰ্জৰিত হ'ল ?

১ + ২ + ৩ কোৰাচ ঃ স্ফীংচ্

ইডিপাচ ঃ স্ফীংচ্ কোন স্ফীংচ্ ?

পুৰোহিত ঃ দৈত্যৰাজ স্ফীংচ। কালৰাহু থীব্‌চবাসীসকলৰ। ক'ত থাকে একোকে নাজানো। প্ৰতিদিনে আহে আকাশৰ বুকুফালি জুই শিখাৰ দৰে। মুখখন তিৰোতাৰ, গাটো সিংহৰ, ডেউকা দুখন ঈগল চৰাইৰ

নেজডাল বিষাক্ত সাপৰ দৰে দীঘল ক'লা। অদ্ভুত, নিষ্ঠুৰ আৰু ভয়ংকৰ।

১ কোৰাচ ঃ প্ৰশ্ন কৰে উত্তৰ দিব নোৱাৰি থীব্‌চবাসীৰ একো একোজন জাহ যায় তাৰ গৰ্ভত।

ইডিপাচ ঃ প্ৰশ্ন ! কি প্ৰশ্ন?

পুৰোহিত ঃ সাঁথৰৰ মেৰপাক, সাঁথৰৰ মায়াজাল, কোনেও নাজানো আমি তাৰ উত্তৰ কি?

২ কোৰাচ ঃ উত্তৰ নাজানো আমি মৃত্যু বিভীষিকা কঢ়িয়াই অনা সেই সাঁথৰৰ। স্ফীংচ আহে আকাশৰ বুকুফালি প্ৰশ্ন কৰে থীব্‌চবাসীক।

[ এনেতে জোৰেৰে বিজুলী ঢেৰেকনি হয় ]

১ + ২ + ৩ কোৰাচ ঃ সৌৱা-সৌৱা স্ফীংচ আহিব ধৰিছে।

ইডিপাচ ঃ ভয় নকৰিবা। মই ইডিপাচ আজি মুখামুখি হ'ম স্ফীংচ দৈত্যৰ।

[ বিকট হাঁহিৰে স্ফীংচৰ আবিৰ্ভাৱ হয় ]

স্ফীংচ ঃ কোন কোন আছ। আহ আগবাঢ়ি উত্তৰ দে মোৰ সাঁথৰৰ।

ইডিপাচ ঃ সাঁথৰৰ উত্তৰ আজি তুমি পাবা, হে দৈত্যৰাজ।

স্ফীংচ ঃ কোন তই? স্পৰ্ধাই তোৰ সীমা মনা নাই।

ইডিপাচ ঃ মই ইডিপাচ। মৃত্যু বিচাৰি ফুৰিছোঁ। তথাপি ভাল পাম তোমাৰ অহংকাৰ চূৰ্ণ কৰি যদি ৰক্ষা কৰিবা পাৰোঁ থীব্‌চবাসীক।

স্ফীংচ ঃ ক' তেন্তে। কোনে জীৱনৰ পুৱতি বেলিকা চাৰিখন ভৰিৰে, দুপৰীয়া দুখনেৰে আৰু বিয়লি-বেলিকা তিনিখনেৰে খোজকাঢে। কোনে? কোনে? কোনে?

[ খন্তেক নিৰৱতা। চাচ্‌পেন্স মিউজিক। স্ফীংচৰ অট্টহাঁহি ]

স্ফীংচ ঃ নোৱাৰ, তেন্তে সাজু হ মৃত্যুৰ কাৰণে। তোৰ তেজ-মঙহৰ কোমল দেহাৰে পেটৰ পোৰণি মাৰোঁ।

ইডিপাচ ঃ ক্ষান্ত হোৱা মদমত্ত অহংকাৰী দৈত্য। ভাগ্যৰ সন্তান ইডিপাচ, নহয় সামান্য জীৱ।

স্ফীংচ ঃ কথাৰ মহলা মাৰি কৰিছ পলম কিয়? দে উত্তৰ, উত্তৰ দে।

১ + ২ + ৩ কোৰাচ ঃ ইডিপাচ।

[ স্ফীংচৰ হাঁহি। হাঁহিৰ মাজে মাজে কোৰাচবোৰে ইডিপাচ ইডিপাচ বুলি চিঞৰে। হাঁহি বাঢ়ি গৈ থাকে। সংগীত শীৰ্ষবিন্দু পায় ]

ইডিপাচ ঃ শুনা দৈত্যৰাজ স্ফীংচ। তোমাৰ সাঁথৰৰ উত্তৰ শুনা।

১ + ২ + ৩ কোৰাচ ঃ সাঁথৰৰ উত্তৰ ? কি উত্তৰ দিব ইডিপাচে ?

ইডিপাচ ঃ তোমাৰ সাঁথৰৰ উত্তৰ হ'ল। এইজন বৃদ্ধ পুৰোহিত। [ স্ফীংচেৰ হাঁহে ] এইজন থীব্‌চৰ প্ৰধান নাগৰিক। [ স্ফীংচে আকৌ হাঁহে ] আৰু এয়া মই ইডিপাচ।

স্ফীংচ : এয়াতো মোৰ খাদ্য। আজি তই, কাইলৈ পুৰোহিত, পৰহি প্ৰধান নাগৰিক। এইদৰে একো একোজনকৈ থীব্‌চবাসীয়ে মৃত্যুক আঁকোৱালি ল'ব।

পুৰোহিত : ক্ষান্ত হোৱা ইডিপাচ। তুমি আগন্তুক। থীব্‌চৰ অধিবাসী নহয়। এই অভিশাপত তুমিতো অভিশপ্ত নোহোৱা। তুমি আঁতৰি যোৱা।

ইডিপাচ : ইমান সহজে ইডিপাচ আঁতৰি নাযায়। প্ৰতিজ্ঞা কৰিছোঁ মই সাঁথৰৰ উত্তৰ ভাঙি ৰক্ষা কৰিম থীব্‌চাসীক। এয়া স্ফীংচ্ নিষ্ঠুৰ দৈত্য আৰু তোমালোক পৃথিৱীৰ সাধাৰণ জীৱ, মানুহ যাৰ নাম। তোমালোকৰ শক্তি আছে বুদ্ধি আছে। দৈত্যৰ সাঁথৰৰ উত্তৰ কিয় নোৱাৰিবা দিব? [ পুৰোহিতৰ ওচৰলৈ গৈ ] বৃদ্ধ পুৰোহিত ! তোমাৰ অতীত ৰোমন্থন কৰা [ কোৰাচৰ ওচৰলৈ গৈ ] ভাবি চোৱা কিদৰে ডাঙৰ হৈছোঁ।

স্ফীংচ : অসহ্য এই অযথা পলম। সময় উকলি যায়, উত্তৰ দে নহ'লে মৃত্যুক ধৰ আঁকোৱালি।

পুৰোহিত : ইডিপাচ পলম নকৰিবা। তুমি আঁতৰি যোৱা। আমাৰ মাজৰে এজন দৈত্যৰ গৰাহলৈ যাব আগবাঢ়ি। দৈত্যৰাজৰ খং উঠিলে আৰু ভীষণ দুৰ্যোগে দেখা দিব পাৰে।

ইডিপাচ : বৃদ্ধ, কিয় পাহৰি যোৱা কেঁচুৱা কালৰ কথা? কিয পাহৰি যোৱা জীৱনৰ মাজ মজিয়াত থিয় হৈ ফুৰিছিলা দপ্‌দপাই আৰু এতিযা চিন্তা কৰা সুদূৰ ভৱিষ্যতত কি দশা হ'ব তোমাৰ? তুমিয়েতো সাঁথৰৰ জ্বলন্ত উত্তৰ।

স্ফীংচ : সোনকালে উত্তৰ দে নহ'লে এটা এটাকৈ হত্যা কৰিম প্ৰত্যেকজনকে।

পুৰোহিত : ময়েই সাঁথৰৰ জ্বলন্ত উত্তৰ?

ইডিপাচ : তুমিয়েই সাঁথৰৰ জ্বলন্ত উত্তৰ। এওঁলোকেই সাঁথৰৰ জ্বলন্ত উত্তৰ। আমি সকলোৱে মানুহ নহয় জানো?

১ + ২ + ৩ কোৰাচ : মানুহ ! সেয়ে অতিকে দুৰ্বল।

ইডিপাচ : শুনা স্ফীংচ। মানুহ দুৰ্বল নহয়। অসীম শক্তিধৰ মানুহ প্ৰাণী। কেঁচুৱা কালত দুখন হাতেৰে আৰু দুখন ভৰিৰে বগুৱাবাই ফুৰে, যৌৱন কালত সবল ভৰি দুখনেৰে পৃথিৱীত খলক লগাই আৰু ভৰ বয়সত লাখুটিত ভৰ দি হাঁহি হাঁহি মৃত্যুৰ মুখলৈ আগবাঢ়ি যায়। শুনা তোমাৰ সাঁথৰৰ উত্তৰ, সাঁথৰৰ উত্তৰ—মানুহ। পৃথিৱীৰ শ্ৰেষ্ঠ জীৱ মানুহ। [ আকাশে বতাহে 'মানুহ' শব্দটো প্ৰতিধ্বনিত হয়। স্ফীংচে চট্‌ফটাব ধৰে। আৰু খন্তেক পিছতে তাৰ মৃত্যু হয় ]

সকলোৱে : জয় ইডিপাচৰ জয়। ইডিপাচ ত্ৰাণকৰ্তা আমাৰ। [ চৌদিশ আনন্দ

মুখৰ হৈ উঠে। স্ফীংচৰ দেহটো পাহাৰৰপৰা বাগৰি পৰি যায়। স্ফীংচে থিয় হোৱা ঠাইডোখৰত ইডিপাচ থিয় হয়। আটায়ে ইডিপাচৰ সমুখত গ্ৰীক প্ৰথা অনুযায়ী সেৱা জনায়। এনেতে জোকাষ্টা আৰু ক্ৰেয়নক দেখা যায়। ক্ৰেয়নে জোকাষ্টাক ইডিপাচৰ ওচৰলৈ লৈ আহে। জোকাষ্টাই ইডিপাচৰ শিৰত ৰাজমুকুট পিন্ধাই দিয়ে। ইডিপাচে জোকাষ্টাক আঁকোৱালি ধৰে। "জয় সম্ৰাট ইডিপাচৰ জয়।" কেইগৰাকীমান গাভৰুৱে হাতত ফুলৰ মালা গ্ৰীক প্ৰথাৰে নাচি নাচি ইডিপাচৰ ভৰিৰ ওপৰত মালাবোৰ থৈ দিয়ে।

[পোহৰ ইডিপাচ আৰু জোকাষ্টাৰ মুখত কেন্দ্ৰীভূত হৈ মঞ্চ এন্ধাৰ হয়। প্ৰস্তাৱনাৰ অন্তত আনুষংগিক সংগীতৰ সৈতে নাটকৰ উপস্থান সম্বন্ধে আৱশ্যকীয় ঘোষাণা কৰা হয়—তাৰ পাছত মূল নাটক আৰম্ভ হয়।

* * *

থীব্‌চৰ ৰাজকাৰেঙৰ এছোৱা, মুকলি বেদীৰ দৰে সমুখলৈ আহিছে। পাছ ফালৰ ডাঙৰ স্তম্ভবোৰ দেখিলে প্ৰাচীন গ্ৰীচৰ স্থাপত্যৰ পৰিচয় পোৱা যায়। বেদী সদৃশ ঠাইডোখৰৰপৰা সমুখৰ মুকলি প্ৰাঙ্গণলৈ খটখটীয়েদি নামি আহিব পাৰি। খটখটীও বেদীৰ সমানেই বহল।

বহুতো মানুহৰ কৰুণ আৰ্তনাদৰ শব্দ যেন দূৰৈৰপৰা ওচৰ চাপিছে। আৱহ সংগীতত আতংকৰ আভাস। এই মানুহবোৰ, বেদীৰ দুয়ো কাষেদি সোমাই আহে। এওঁলোকৰ নেতৃত্ব কৰিছে জিউচ দেৱতাৰ বুঢ়া পুৰোহিতজনে। দলটোত ল'ৰা, বুঢ়া, ডেকা—সকলো বয়সৰে মানুহ আছে। এওঁলোক কাৰেঙৰ ভিতৰত থকা ইডিপাচক উদ্দেশ্য কৰি, ভয় আৰু উদ্বেগত বিহ্বল হৈ, চিঞৰি চিঞৰি কৈছে, "হে মহান ৰজা! আমাক ৰক্ষা কৰা, আমাক উদ্ধাৰ কৰা।" তেওঁলোকৰ কৰুণ আৰ্তনাদ শুনি কাৰেঙৰ ভিতৰৰপৰা ৰজা ইডিপাচ ওলাই আহে। তেওঁক অহা দেখি জনতাৰ আগশাৰীৰ কেইজনে খটখটীৰ ওপৰত দীঘল দি পৰে আৰু থীব্‌চৰ অধিবাসীক বিপদৰপৰা ৰক্ষা কৰিবলৈ পুনৰ মিনতি জনায়। জনতাই পুনৰ আৰ্তনাদ কৰি উঠে— "ৰক্ষা কৰা, আমাক ৰক্ষা কৰা। দেশত দুৰ্ভিক্ষ, মাৰি-মৰক, অপায় অমঙ্গল, আমাক ৰক্ষা কৰা।" ৰজা ইডিপাচ আগবাঢ়ি আহি বেদীৰ সমুখ ভাগত থিয় হয়।]

ইডিপাচ ঃ প্ৰিয় প্ৰজাবৃন্দ, আশ্ৰিত সজ্জন, থীব্‌চ নগৰীৰ প্ৰতিষ্ঠাতা মহান কদমুচৰ বংশধৰ, তোমালোক কিয় মোৰ ওচৰলৈ আহিছা? নগৰীত

হাহাকাৰ আৰু আতুৰবিননি—থীব্‌চৰ মন্দিৰত প্ৰাৰ্থনাৰ মধুৰ সংগীত, ফ্বাচৰ পূজাৰ বেদীত ভকতিৰ ষোড়শোপচাৰ, ধূপৰ ধোঁৱাৰ সতে হিয়াৰ ব্যাকুল মিনতিয়ে দেৱতাৰ আশিস বিচাৰি আকাশ আচ্ছান্ন কৰিছে। এই মুহূৰ্তত কিয় তোমালোক এইদৰে আহিছে? দুখ আৰু বেদনাৰ কি কাহিনীয়ে তোমালোকৰ কণ্ঠৰুদ্ধ কৰিছে? কথা দিলোঁ, যদি সাধ্যৰ অতীত নহয়. প্ৰতিকাৰৰ বিধান মই নিশ্চয় কৰিম।

পুৰোহিত : দেশৰ অধিপতি, হে মহান ৰজা! আজি দুৰ্ভাগ্য আৰু দুৰ্যোগ পীড়িত থীব্‌চৰ প্ৰজা।

১ কোৰাচ : সাগৰ সংকাশ মৃত্যু বিভীষিকা।

২ কোৰাচ : তাৰ প্ৰবল ঢৌৱে যেন প্ৰত্যেকজনকে উটুৱাই লৈ যায়।

৩ কোৰাচ : স্থিতি হেৰুৱাই, সকলোৱে হেৰুৱাই জীৱনৰ আশা।

ইডিপাচ : নিৰাশ নহ'বা। ভীষণ দুৰ্যোগ যদিও নিৰাশ নহ'বা।

পুৰোহিত : ফুলবোৰৰ পাহি নৌ মেল খাওঁতেই মৰহি শুকাল। ফলবোৰ বীজতেই ধ্বংস হৈ গ'ল। থীব্‌চৰ মাটিত শস্য নোহোৱা হ'ল।

২ কোৰাচ : নাৰীৰ জীৱনলৈ বন্ধ্যাত্বৰ গ্লানি নামি আহিল।

১ কোৰাচ : পশুৰ জৰায়ু নিষ্ফল হ'ল। এই অভিশপ্ত নগৰী দেৱতাৰ ৰোষত পৰিছে।

ইডিপাচ : ময়ো জানিছোঁ ধ্ৰুপ ই দেৱতাৰ অভিশাপ।

৩ কোৰাচ : দুৰ্ভিক্ষ, মৰক আৰু যমৰ যন্ত্ৰণা—চৌদিশে কান্দোনৰ ৰোল, কদমুচৰ বংশৰ হয়তোবা আজি বিলুপ্তি সাধন হ'ব।

ইডিপাচ : মইতো দেৱতা নহওঁ, তোমালোকৰ দৰেই ময়ো মানুহ।

২ কোৰাচ : আমি জানো আপুনি দেৱতা নহয়। আমাৰ দৰেই তেজ-মঙহেৰে গঢ়া মানুহ। কিন্তু মানুহ যদিওবা, শক্তি আৰু প্ৰতিভাত আপুনি তুলনাবিহীন। দেৱতাৰ আশিস লভি শ্ৰেষ্ঠত্বৰ হ'ল অধিকাৰী। আপুনি এদিন, একমাত্ৰ নিজৰেই বুদ্ধিৰ বলত, স্ফীংচৰ সাঁথৰৰ মায়াজাল ছিঙি মৰণৰ মুখৰপৰা অভিশপ্ত থীব্‌চবাসীক ৰক্ষা কৰিছিল। সেই কাৰণেই আজিও আমি আপোনাৰ ওচৰলৈ আহিছোঁ।

পুৰোহিত : আপুনি আমাৰ ত্ৰাণকৰ্তা ; আপুনি দেশৰ ৰজা। আপুনি আমাৰ সৌভাগ্য নিয়ন্তা। প্ৰাৰ্থনা কৰিছোঁ কিবা যদি জানে, প্ৰতিকাৰ কৰি আমাক উদ্ধাৰ কৰক।

ইডিপাচ : নেভাবিবা তোমালোকৰ কাতৰ আহ্বান শুনি মই এতিয়াহে সুখনিদ্ৰাৰপৰা সাৰ পাইছোঁ। তোমালোক অহাৰ আগৰেপৰা মই তোমালোকৰ কথা ভাবিছোঁ আৰু দুশ্চিন্তাত জৰ্জৰিত হৈছোঁ, উদ্ধাৰৰ উপায় বিচাৰিছোঁ। বহুতো গুণা-গঁথা কৰি এটা মাত্ৰ পথ দেখা পাই,

সেইমতে ততালিকে ব্যৱস্থা লৈছোঁ। কি কথাৰে আৰু কি কামেৰে মই থীব্‌চক ৰক্ষা কৰিব পাৰিম, তাৰে প্ৰত্যাদেশ বিচাৰি মই মোৰ ৰাণীৰ সহোদৰ, মেনোইচিয়ুচৰ পুত্ৰ ক্ৰেয়নক ডেলফিৰ ফিবাচ দেৱতাৰ মন্দিৰলৈ পঠিয়াইছোঁ।

পুৰোহিত ঃ সাধুবচন, সময়োচিত উক্তি। এৰা, উপযুক্ত সময়, শুভক্ষণ—ক্ৰেয়ন আহিব ধৰিছে।

ইডিপাচ ঃ মই ইয়াৰেপৰা দেখিছোঁ ক্ৰেয়নৰ চকুযুৰি আনন্দত উজ্জ্বল হৈছে। ৰজাৰো ৰজা, হে এপোলো দেৱতা, ক্ৰেয়নে আমাৰ সৌভাগ্যৰ বাতৰি আৰু মুক্তিৰ উপায় যেন দিয়েহি।

পুৰোহিত ঃ ক্ৰেয়নে নিশ্চয় শুভ বাতৰিকে আনিছে, নহ'লে বিজয়ৰ প্ৰতীকমালা তেওঁ নিপিন্ধিলেহেঁতেন।

ইডিপাচ ঃ ভাবি লাভ কি? তেওঁৰ মুখৰপৰাই সকলো শুনিম। [ ডাঙৰকৈ ] ক্ৰেয়ন ! সোনকালে আহাঁ, দেৱতাৰ কি প্ৰত্যাদেশ আমাক কোৱাহি।

[ **ক্ৰেয়ন সোমাই আহে** ]

ক্ৰেযন ঃ শুভ প্ৰত্যাদেশ।

ইডিপাচ ঃ কি ক'লে দেৱতাই?

ক্ৰেয়ন ঃ ইয়াতেই, এতিয়াই এওঁলোকৰ আগতে ক'ম নে ভিতৰলৈ যাবা?

ইডিপাচ ঃ ইযাতেই কোৱা সকলোৰে শুনক। নিজৰ কথা মই ভবা নাই। এওঁলোকৰ কষ্টৰ কাৰণেহে মই চিন্তিত হৈছোঁ। ইয়াতেই কোৱা।

ক্ৰেয়ন ঃ [ ক্ৰেয়নে মালা বেদীত থয় ] তেন্তে সকলো শুনা ফিবাচৰ বাণী। ৰজাৰো ৰজা যিজন তেওঁৰ প্ৰত্যাদেশ শুনা। দেৱতাই ক'লে, থীব্‌চত হেনো এনে এজন আছে যাৰ কদৰ্য কলংকই এই নগৰীক অভিশপ্ত কৰিছে। সময় থাকোঁতে আমি তাৰ সমূলে নিৰ্মূল কৰিব লাগিব।

ইডিপাচ ঃ কিদৰে অভিশাপ লাগিল? কেনেকৈ তাৰ প্ৰতিকাৰ কৰিম?

ক্ৰেয়ন ঃ প্ৰতিকাৰ হ'ল, নিৰ্বাসন নাইবা মৃত্যুৰ বিধান। তেজৰ বিনিময়ত তেজ! নৰহত্যাই এই দুৰ্যোগ আনিছে।

ইডিপাচ ঃ তেজৰ বিনিময়ত তেজ! নৰহত্যা এই বিভীষিকাৰ কাৰণ!! কিন্তু কোন নিহত হ'ল?

ক্ৰেয়ন ঃ তোমাৰ আগতে, নৃপতি লায়ুচে এই ৰাজ্য শাসন কৰিছিল।

ইডিপাচ ঃ শুনিছোঁ, কিন্তু মই তেওঁক দেখা নাই।

ক্ৰেয়ন ঃ তেওঁকেই কোনোবাই হত্য কৰিছিল। দেৱতাই নিৰ্দেশ দিছে, সেই হত্যাৰ প্ৰতিশোধ আমি ল'ব লাগে।

ইডিপাচ ঃ কোন হত্যাকাৰী ? দূৰ অতীতৰ আজি পাত লুটিয়াই কোনে মোক সন্ধান দিবহি?

ক্ৰেয়ন : দেৱতাই ক'লে থীব্‌চতে হেনো সেই হত্যাকাৰী আছে। বিচাৰিলে ধৰিব পাৰিম।

ইডিপাচ : ৰজা লায়ুচক ক'ত হত্যা কৰিছিল? থীব্‌চতে নে থীব্‌চৰ দাঁতিকাষৰত? নাইবা কোনো দূৰ-বিদেশত?

ক্ৰেয়ন : থীব্‌চত নহয়, থীব্‌চৰ বাহিৰত। সুদূৰ দেশলৈ তেওঁ যাত্ৰা কৰিছিল। সেই যাত্ৰা অসাৰ্থক হ'ল। তেওঁ আৰু উভতি নাহিল।

ইডিপাচ : কোনো সহযাত্ৰীও নাহিল উলটি?

ক্ৰেয়ন : এজনৰ বাহিৰে সকলো নিহত হ'ল। আৰু এইজনেই মাথোঁ উলটি আহিল।

ইডিপাচ : কি ক'লেহি সেই অনুচৰে?

ক্ৰেয়ন : প্ৰাণৰ ভয়ত আতুৰ সি। কণ্ঠৰুদ্ধ তাৰ। সি মাথোঁ এটি কথা ক'লে।

ইডিপাচ : মাথোঁ এটি কথা! বেছ, কোৱা কি ক'লে সি। এই এটি কথাৰ পম খেদি হয়তো মই বহুতো কথাকে জানিব পাৰিম।

ক্ৰেয়ন : সি ক'লে, এজনে নহয়, এদল ডকাইতে হেনো ৰজা লায়ুচক হত্যা কৰিলে।

ইডিপাচ : ইয়াৰে কোনোবাই ষড়যন্ত্ৰ কৰি, ধনৰ লোভ দেখুৱাই, ডকাইতবোৰক চাগে উচটনি দিলে। নহ'লে এনে কাম কৰিবলৈ কোনে সাহ কৰে?

ক্ৰেয়ন : আমাৰো তেনে সন্দেহ হৈছিল। কিন্তু তেতিয়া আমাৰ দেশত লায়ুচৰ মৃত্যুতকৈও ডাঙৰ বিপদ। স্ফীংচৰ গীতৰ সাঁথৰে দিনে দিনে ৰহস্যৰ জাল মেলি দিছিল। চৌদিশে হাহাকাৰ ধ্বনি উঠিছিল। নজনাৰ সম্ভেদ ল'বলৈ সেয়ে কাৰো সময় নহ'ল। আমি হত্যাকাৰীক বিচাৰি উলিয়াব নোৱাৰিলোঁ।

ইডিপাচ : অতীতে আৱৰি ৰখা কলংকৰ উহ মই বিচাৰি উলিয়াম। দেৱতা ফিবাচ আৰু তোমালোকে মোক মৃত ৰজাৰ কথা সোঁৱৰাই দি ভাল কৰিলা। মোৰ কৰ্তব্যও মই স্থিৰ কৰি ল'লোঁ। হত্যাকাৰীক মই উচ্ছেদ কৰিম। ৰাজহত্যাৰ মই প্ৰতিশোধ ল'ম।

[ ৰজা কাৰেঙৰ ভিতৰলৈ যায় ]

পুৰোহিত : ৰজাই প্ৰতিশ্ৰুতি দিছে, আমাৰ দুখত সঁহাৰি দিছে আমাৰ প্ৰাৰ্থনা পূৰণ কৰিছে। যি দেৱতা ফিবাচে কৰ্তব্যৰ নিৰ্দেশ দিছে সেই দেৱতাই যেন আমাক আশীৰ্বাদ দিয়ে ; দুৰ্যোগ দূৰ কৰিবলৈ যেন আমাক শক্তি যোগায়।

[ পুৰোহিত আৰু তেওঁৰ লগৰ মানুহ যায়। তিনিজন নাগৰিক (কোৰাচ) থাকে ]

১ কোৰাচ ঃ দৈৱবাণীয়ে কি কৰ্তব্যৰ নিৰ্দেশ দিছে মই বুজিব পৰা নাই। উদ্বেগ পীড়িত অন্তৰ ভয়তে কঁপি উঠিছে। কোনে জানে কি মহৎ ত্যাগেৰে আমি অতীতৰ কি ঋণ পৰিশোধ কৰিব লাগিব।

২ কোৰাচ ঃ দেৱতাসকলে যেন আমাক ৰক্ষা কৰে। সোণালী আশাৰ প্ৰতীক জিউচ দেৱতাৰ সন্তানে যেন আমাক ৰক্ষা কৰে। আমাক যেন ৰক্ষা কৰে মৃত্যুহীন এথেনিয়ে. দেৱী আৰটেমিচে আৰু যেন ৰক্ষা কৰে ধনুৰ্ধাৰী এপোলো দেৱতাই। মহান শক্তিৰ অধিকাৰী, এই তিনিওজনে যেন আমাক মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰে।

৩ কোৰাচ ঃ আমি নিৰুপায়। মৰিবলৈ ওলোৱা মানুহৰ কষ্ট দেখিছোঁ, কৰুণ কান্দোন শুনিছোঁ, কিন্তু একো কৰিব পৰা নাই। দেশৰ মাটিৰ উৰ্বৰা শক্তি লোপ পাইছে। সন্তানসম্ভৱা নাৰীয়ে সন্তানৰ মুখ দেখি শান্তি লভিব পৰা নাই, মৰণৰ দিন গণিছে। চকুৰ আগতে আজি এখন মহানগীৰ ধ্বংস হৈ যায়।

১ কোৰাচ ঃ আলিবাটবোৰত স্তূপিকৃত মৰা-শ।

২ কোৰাচ ঃ অন্তহীন দুৰ্যোগ দুৰ্গতিয়ে, তাৰ অগ্নিজিভা মেলি আমাক গ্ৰাস কৰিবলৈ খেদি আহিছে।

৩ কোৰাচ ঃ দেৱতা জিউচৰ হে সোণবৰণীয়া কন্যা! তোমাৰ কোমল হাতৰ পৰশ বুলাই, অশান্তি পীড়িত থীব্‌চলৈ শান্তি নমাই আনা। দেৱী! তুমি কৃপা কৰা।

১ কোৰাচ ঃ যি নিষ্ঠুৰ ৰণদেৱতাই থীব্‌চৰ ঘৰে ঘৰে অশান্তিৰ জুই জ্বলাই দিছে, সেই দেৱতাক সাগৰৰ অতল তলিত পেলাই দিয়া।

২ কোৰাচ ঃ বজ্ৰপাণি জীউচ! তোমাৰ বজ্ৰৰে দুৰ্যোগ দত্যক নিধন কৰা।

৩ কোৰাচ ঃ লিচিয়ানৰ ৰজা, হে মহান এপোলো! তোমাৰ সোণালী ধনুৰ চোকা কাঁড়েৰে তাক ধ্বংস কৰি দিয়া। সোণৰ মুকুটধাৰী, বিজয়-প্ৰতীক, দীপ্তিমান দেৱতা বেক্‌কাচ। তোমাৰ দীপ্তিশিখাৰে ভস্মিভূত কৰি দিয়া স্বৰ্গচ্যুত এইজন নিষ্ঠুৰ দেৱতাক।

[ ৰজা ইডিপাচ কাৰেঙৰ ভিতৰৰপৰা ওলাই আহে ]

ইডিপাচ ঃ শুনা, সকলোৰে শুনা মোৰ ঘোষণা, তোমালোকৰ ৰজাৰ ঘোষণা— কোনোবাই যদি জানা লাবদাকাচৰ পুত্ৰ লায়ুচৰ কোন হত্যাকাৰী, তেন্তে সংকোচ নকৰি প্ৰকাশ কৰি দিয়া। দোষীয়ে যদি নিজে দোষ স্বীকাৰ কৰে, স্বীকাৰোক্তিৰ বাবে মই শাস্তিৰ বিধান নকৰোঁ। অপৰাধীক নিৰ্বিঘ্নে দেশৰপৰা ওলাই যাবলৈ অনুমতি দিম। যদি নিজে হত্যা কৰা নাই, কিন্তু জানা হত্যাকাৰী কোন, হওক নাগৰিক, হওক

বিদেশী, তাৰ নাম প্ৰকাশ কৰি দিয়া। পুৰস্কাৰ পাবা—সমূহ প্ৰজাৰ কৃতজ্ঞতা।
থীব্‌চত বিভীষিকা সৃষ্টি কৰা নৃশংস স্ফীংচৰ কথা নিশ্চয় পাহৰা নাই। সেই ভয়ংকৰ [ ভয় লগা ] জীৱ স্ফীংচ, যাৰ মূৰটো তীৰোতা মানুহৰ, গাটো সিংহৰ, ডেউকা ঈগল চৰাইৰ, নেজত সাপৰ বিহ, সেই স্ফীংচৰ দুৰ্জ্ঞেয় সাঁথৰ, কোনে পুৱা চাৰিখন ভৰিৰে, দুপৰীয়া দুখনেৰে আৰু বিয়লি তিনিখনেৰে খোজ কাঢ়ে তাৰ উত্তৰ যে মানুহ কৈ দি থীব্‌চবাসীক কেনেকৈ নিশ্চিত মৰণৰ মুখৰপৰা ৰক্ষা কৰিছিলোঁ তাক তোমালোকে পাহৰা নাই বুলি জানো। তোমালোকেই কৃতজ্ঞতাৰ চিন স্বৰূপে ৰজা লায়ুচৰ সিংহাসন মোক অৰ্পণ কৰিছিলা আৰু সম্প্ৰদান কৰিছিলা লায়ুচৰ বিধৱা পত্নী জোকাষ্টাক। তোমালোকৰ ইচ্ছাতে মই লায়ুচৰ পত্নীৰ স্বামী আৰু সেই পত্নীৰ গৰ্ভজাত চাৰিটা সন্তানৰ পিতা। মোৰ নিঃসংগ জীৱনলৈ তোমালোকেই বোৱাই আনিছিলা অমৃতৰ ধাৰা। বিদেশী যদিও মই, আজি লায়ুচৰ পৰিয়ালৰে এজন হ'লোঁ। এগেনৰ কদসুচ আৰু পলিভৰচৰ বংশজ লায়ুচ মোৰ পিতৃসদৃশ। এজন মহান ৰজাৰ বিনাশ ঘটিল। কিয় ঘটিল, কেনেকৈ ঘটিল আমি নেজানিলোঁ। অচিনাকি আততায়ীৰ হাতত তেওঁ প্ৰাণ দিলে। তোমালোকে মোক সহায় কৰা, সহায় কৰা অভিশপ্ত নগৰীৰ উদ্ধাৰ কাৰ্যত কৈ দিয়া কোন হত্যাকাৰী। কি? নিৰৱ, নিস্পন্দ!! নিদিয়া উত্তৰ!!! সত্যক গোপন কৰিবা! শুনা তেন্তে ৰজাৰ আদেশ—হত্যাকাৰী যিয়েই নহওক এই মুহূৰ্ততে মোৰ সাম্ৰাজ্যৰপৰা তেওঁক নিৰ্বাসন দিলোঁ। দিলোঁ অভিশাপ, কলংকিত কুকাৰ্যই প্ৰজাৰ জীৱন যিদৰে বিষক্ত কৰিছে সেই হত্যাকাৰীৰ জীৱনো সেইদৰে বিষময় হ'ব। আশ্ৰিত যদিহে সি মোৰ কাৰেঙতে তথাপি নেপায় নিস্তাৰ। লায়ুচৰ হত্যাকাৰীক উচ্ছেদ কৰিবলৈ মই ল'লোঁ পৱিত্ৰ সংকল্প। সাধ্যই কুলাই মানে যত্ন কৰি চাম! মই প্ৰতিশোধ ল'ম, মই ফিবাচৰ আদেশ পালন কৰিম।

১ কোৰাচ ঃ হে ৰাজন, যি দেৱতাই দিছে প্ৰত্যাদেশ, সেই এপোলোই কৈ দিয়ক হত্যাকাৰী কোন?

ইডিপাচ ঃ দেৱতাৰ মুখৰপৰা, তেওঁ যদি নিজে নকয়, বাণী কোনে কাঢ়ি আনিব পাৰে?

২ কোৰাচ ঃ সেয়ে যদি হয়, দেৱতাই নকয় যদি হত্যাকাৰী কোন, তেন্তে মাতক বৃদ্ধ টাইৰেচিয়াচক। জ্ঞানী তেওঁ, গুণী তেওঁ। তেওঁৰ ভৱিষ্যত দৃষ্টি দেৱতা সদৃশ।

ইডিপাচ : হেলা কৰা নাই। ক্ৰেয়নৰ পৰামৰ্শ মতে টাইৰেচিয়াচক মাতিবলৈ মানুহ মই পঠিয়াইছোঁ। কিন্তু নেজানো, এতিয়াও তেওঁ কিয় আহি পোৱা নাই।

৩ কোৰাচ : আৰু এটা কথা, বাৰু থাওক—

ইডিপাচ : কিনো কথা, কোৱা টপৰাই। নেথাকা নিমাতে।

৩ কোৰাচ : একো নহয়। মানুহৰ মুখে মুখে বাগৰি অহা অৰ্থহীন কথা।

ইডিপাচ : মোৰ বাবে অৰ্থহীন একোৱেই নহয়।

৩ কোৰাচ : মানুহে কয়, ৰজা লায়ুচৰ হেনো কোনোবা যাত্ৰীৰ হাতত হে মৃত্যু হৈছিল।

ইডিপাচ : ময়ো শুনিছোঁ সেই কথা। কিন্তু যিজনে সকলো দেখিছে, তেওঁক যে বিচাৰি নেপাওঁ।

১ কোৰাচ : ভীষণ শাস্তিৰ কথা শুনি ভয় খাই সি যদি ওচৰ নেচাপে, সি যদি পলাই যায়?

২ কোৰাচ : সি যে আহিবই লাগিব।

ইডিপাচ : যাৰ পক্ষে এনে নৃশংসতা সম্ভৱ হ'ল, মুখৰ কথাই তাক ভয় নুখুৱায়।

১ কোৰাচ : চাওক, সৌৱা আহিছে তেওঁ, যিজনে কৈ দিব পাৰে হত্যাকাৰী কোন।

২ কোৰাচ : ভৱিষ্যৎ দ্ৰষ্টা টাইৰেচিযাচ—যাৰ হৃদযপটত সত্য প্ৰতিভাত হয়। [ সৰু ল'ৰা এটাই অন্ধ টাইৰেচিযাক তেওঁৰ হাতৰ লাখুটিত ধাৰি বাট দেখুৱাই লৈ আহে ]

ইডিপাচ : টাইৰেচিয়াচ! স্বৰ্গ আৰু মৰ্ত্যৰ সকলো কথা তুমি জানা। সকলো গুপ্তৰহস্যৰ সম্ভেদ তুমি পোৱা। যদিও চকুৰে নেদেখা, দেশৰ দুৰ্গতিৰ কথা নিশ্চয় শুনিছা। সৰ্বদ্ৰষ্টা টাইৰেচিয়াচ, আজি তোমাৰ ওপৰতে আমি নিৰ্ভৰ কৰিছোঁ। তোমাৰ মুখলৈকে আমি চাই আছোঁ। আমাক তুমি সহায় কৰা। ফিবাচৰ প্ৰত্যাদেশৰ কথা তুমি নিশ্চয় শুনিছা। ৰজা লায়ুচৰ হত্যাকাৰীক যদি নিৰ্বাসন দিব পাৰোঁ, নাইবা তাৰ বুকুৰ ৰক্তেৰে তীব্ৰ প্ৰতিশোধ ল'ব পাৰোঁ, তেতিয়াহে এই দুৰ্যোগৰ অৱসান হ'ব। তোমাৰ সৰ্বশক্তি প্ৰয়োগ কৰি কৈ দিয়া, কোন হত্যাকাৰী। কদৰ্য্য কলংক আঁতৰাই থীবচক উদ্ধাৰ কৰোঁ, তুমি সহায় কৰা।

টাইৰেচিয়াচ : মোৰেই দুৰ্ভাগ্য! জ্ঞানী হৈ লাভ কি? জ্ঞানে মাথোঁ মেলি দিয়ে দুখৰ দুৱাৰ। সকলো কথা জানিছিলোঁ, তথাপি কিয় যে আহিলোঁ! আহি মই ভাল কৰা নাই।

ইডিপাচ : কি দুখ তোমাৰ?

টাইৰেচিয়াচ : মোক বিদায় দিয়া। মই উভতি যাওঁ। তোমাৰ হিয়াৰ বোজা পাতলক, ময়ো শান্তি পাওঁ।

ইডিপাচ : তুমি আমাৰ অনুৰোধ ৰক্ষা নকৰা ? থীব্‌চৰ প্ৰতি তোমাৰ মৰম নাই ? তোমাৰ কোনো কৰ্তব্য নাই ? মাতৃভূমি থীব্‌চৰ প্ৰতি অকৃতজ্ঞ হ'বা ?

টাইৰেচিয়াচ : তোমাৰ কথাই তোমাৰেই বিপদৰ সংকেত দিছে। সেইবাবে এই ঠাইত থাকিবলৈ মোৰ অভিলাষ নাই।

[ টাইৰেচিয়াচ যাবলৈ আগবাঢ়ে ]

ইডিপাচ : নেযাবা। থীব্‌চবাসীৰ কাতৰ মিনতি যদি কিবা জানা কৈ যোৱা।

টাইৰেচিয়াচ : তুমি যদি নেজানা একোকে, তেন্তে জানিবলৈ ইচ্ছা নকৰিবা।

ইডিপাচ : তুমি জানা, কিন্তু নোকোৱা! আমাক বঞ্চনা কৰিবা! থীব্‌চৰ ধ্বংস হৈ যাওক তাকে তুমি কামনা কৰিছা?

টাইৰেচিয়াচ : মই তোমাৰ আৰু মোৰ বিপদ মাতি আনিব নোখোজোঁ। মই কোনো প্ৰশ্নৰ উত্তৰ নিদিওঁ।

ইডিপাচ : উত্তৰ নিদিয়া ? হৃদয়হীন পাষণ্ড!

টাইৰেচিয়াচ : মোক হৃদয়হীন পাষণ্ড বুলিছা, কিন্তু তুমি নিজে কি?

টাইৰেচিয়াচ : মোৰ ধৈৰ্যচ্যুতি ঘটিবৰ নাই নে কাৰণ? থীব্‌চ আৰু থীব্‌চবাসীৰ এনে অপমান কোনে সহ্য কৰিব পাৰে?

টাইৰেচিয়াচ : মৌনতাৰে সত্যক মই আৱৰি ৰাখিলেও, এদিন সকলো কথা ওলাই পৰিব। ভৱিতব্যক কোনে খণ্ডন কৰিব পাৰে? এনে সাধ্য কাৰ?

ইডিপাচ : সেই কাৰণেই, ভৱিষ্যতে কি ঘটিব সেই বিষয়ে মোক, তোমালোকৰ ৰজাক, জনোৱা উচিত।

টাইৰেচিয়াচ : আৰু মই একোকে নকওঁ। তোমাৰ খং উঠিলেও মোৰ মুখৰপৰা আৰু এটা কথাও নোলায়।

ইডিপাচ : কিয় নোলায় মই জানো। তুমিয়েই ষড়যন্ত্ৰকাৰী। অন্ধ যদি নহ'লাহেঁতেন, তোমাকেই অভিযুক্ত কৰিলোঁহেঁতেন হত্যাকাৰী বুলি।

টাইৰেচিয়াচ : কোন? মই হত্যাকাৰী? হত্যাকাৰী মই?

ইডিপাচ : যদি নহয়, তেন্তে সত্য কিয় গোপন কৰিছা?

টাইৰেচিয়াচ : শুনা, কাণপাতি শুনা, কওঁ সত্য কথা। অপৰাধী তুমি। কলংকিত তুমি। তোমাৰেই কাৰ্যই কলংকিত কৰিছে থীব্‌চক।

ইডিপাচ : স্তব্ধ হোৱা। সাহসে তোমাৰ সীমা লঙ্ঘি যায়। কোনে তোমাক এনে অসম্ভৱ হীন বাক্য উচ্চাৰণ কৰিবলৈ উচটাই দিলে? ক'ৰপৰা পালা তুমি এনে দুঃসাহস?

টাইৰেচিয়াচ : সত্যই সাৰথী মোৰ। সত্যই সাহস।

ইডিপাচ : সত্যৰ গৌৰৱ কৰিছা? কোনে তোমাক দিলে এই সত্যৰ সন্ধান? তোমাৰ জ্যোতিষে?

টাইৰেচিয়াচ: তুমি, তুমি দিছাঁ ! মই ক'ব খোজা নাছিলোঁ, তুমিয়েই মোক উন্মত্ত কৰি তুলিলা।

ইডিপাচ : কি কৈছিলা, আকৌ এবাৰ কোৱা। স্পষ্টভাৱে মই জানিব খোজোঁ—

টাইৰেচিয়াচ: আৰু বেছি ক'বলৈ মোক উচটাই নিদিবা।

ইডিপাচ : মই শুনিব খোজোঁ, আকৌ কোৱা।

টাইৰেচিয়াচ: তুমি যাক বিচাৰি ফুৰিছা, সেইজন তুমিয়েই, আন কোনো নহয়।

ইডিপাচ : আকৌ সেই মিছা হীন অপবাদ ! ইয়াৰ বাবে তুমি অনুতাপ কৰিব লাগিব।

টাইৰেচিয়াচ: আৰু অলপ ব্যক্ত কৰি তোমাৰ ৰোষাগ্নি দুগুণে জ্বলাম ?

ইডিপাচ : ইচ্ছামতে কৈ যোৱা, মই সকলো শুনিম।

টাইৰেচিয়াচ: যিজন তোমাৰ অতিকৈ আপোন, তেওঁৰে লগত তুমি কলংকময় কদৰ্য জীৱন যাপন কৰিছা।

ইডিপাচ : কি আচৰিত। শাস্তি ভয় নাই নে তোমাৰ?

টাইৰেচিয়াচ: সত্যই শক্তি মোৰ। সত্যই কৰিছে মোক বিপদ বিহীন। মোৰ কোনো ভয় নাই।

ইডিপাচ : সত্যই শক্তি যোগায় সকলো প্ৰাণীকে, সেই কথা মানো। কিন্তু সেই শক্তি তোমাৰ নাই। অন্ধ, হৃদয়হীন তুমি। তোমাৰ কথাত এধানিমানো সত্য নাই।

টাইৰেচিয়াচ: অন্ধ বুলি মোক যদি মস্কৰা কৰিছা, ক্ষন্তেক অপেক্ষা কৰা। সময় আহিব; সকলো প্ৰজাই তোমাকো বিদ্ৰূপ কৰিব।

ইডিপাচ : অনন্ত নিশাত তুমি মুহ্যমান। পোহৰ সহায় যাৰ, তাক তুমি আঘাত কৰিবা? ইয়ে তোমাৰ ধৃষ্টতা মাথোন।

টাইৰেচিয়াচ: মই আঘাত নকৰোঁ। তোমাৰ ধৃষ্টতা মাথোন।

টাইৰেচিয়াচ: মই আঘাত নকৰোঁ। তোমাৰ পতন মোৰ দ্বাৰা নহয়। মহান এপোলোই ইয়াৰ বিধান কৰিব

ইডিপাচ : কাৰ এই ষড়যন্ত্ৰ? কোন দায়ী? তুমি নে ক্ৰেয়ন?

টাইৰেচিয়াচ: কোন ক্ৰেয়ন? কি কৰিব পাৰে ক্ৰেয়নে? কি কৰিব পাৰোঁ মই? তোমাৰ দুৰ্ভাগ্য তুমি নিজেই মাতিছা।

ইডিপাচ : কিয় এনে হয়। সম্পদ ৰাজত্ব আৰু বুদ্ধিৰ প্ৰদীপ্তি—তাৰ লগত কিয় আছে এনে ঈৰ্ষা, এনে বৈৰী ভাব? ইয়াৰ কাৰণেই থীব্‌চৰ প্ৰজাই মোক সিংহাসনত বহুৱাই, ৰজা বুলি সন্মান কৰিছে? ইয়াৰ কাৰণেই মোৰ সতীৰ্থ ক্ৰেয়নে, মোৰ পতন এইদৰে কল্পনা কৰিছে ? ভীষণ চক্ৰান্ত কৰি, ভণ্ড, লোভী, মিছলীয়া এই যাদুকৰক মোৰ ওপৰত জাপি দিছে ! শুনা টাইৰেচিয়াচ—তুমি হেনো ভৱিষ্যতৰ কথা ক'ব

পাৰা। তাৰ প্ৰমাণ মোক লাগে। কোৱা ভৱিষ্যতৰ অলেখ-লেখ ক'ত, কেনেকৈ তুমি চাই উলিয়াইছা? যখিনী স্ফীংচয়ে যেতিয়া দুৰ্যোগৰ সৃষ্টি কৰিছিল, তেতিয়া তুমি ক'ত আছিলা? সাঁথৰৰ উত্তৰ দি থীব্‌চবাসীক সেইদিনা কিয় ৰক্ষা কৰা নাছিলা? তোমাৰ যাদুকৰী বিদ্যাত কিয় সাঁথৰৰ উত্তৰ বিচাৰি নেপালা? তুমি যে একোকে নেজানা সেই কথা, সেইদিনাই প্ৰমাণিত হ'ল। কিন্তু এই মূৰ্খ ইডিপাচে আহি, সাঁথৰৰ উত্তৰ দিছিল। যখিনীৰ ভয় লগা গীত বন্ধ কৰি, থীব্‌চবাসীক ৰক্ষা কৰিছিল। ৰক্ষা কৰিছিল মন্ত্ৰৰ বলেৰে নহয়, বুদ্ধিৰ বলেৰে। আৰু আজি সেই ইডিপাচকে, তুমি ক্ৰেয়নেৰে লগ লাগি সিংহাসনচ্যুত কৰিবলৈ চক্ৰান্ত কৰিছাঁ? তুমি বৃদ্ধ, তুমি অন্ধ— ন'হলে বুজিলাহেঁতেন ৰাজৰোষ কি ভয়ংকৰ, ঔদ্ধত্যৰ পৰিণাম কি।

টাইৰেচিয়াচ : তুমি ৰজা, থীব্‌চৰ তুমি অধীশ্বৰ। তথাপি, মোৰ মত ব্যক্ত কৰিবৰ মোৰো আছে সমান অধিকাৰ। মই তোমাৰ দাস নহয়। মই ক্ৰেয়নৰো অনুচৰ নহয়। মই দেৱতা লক্সিয়াসৰ দাস। মই মাথোঁ তেওঁৰহে অনুগত। মোক তুমি অন্ধ বুলি তিৰস্কাৰ কৰিছা। মোৰ চকু নাই, মই নেদেখোঁ। কিন্তু চকু থাকিও তুমি অন্ধ। কি যে ভীষণ পংকিলতাই তোমাক আৱৰি ৰাখিছে তাক দেখা নাই। যিদিনা দেখিবা, সেইদিনা মৃত্যুৰ সংকেত আহিব। যিদিনা নিজৰ স্বৰূপ দেখা পাবা সেইদিনা অহংকাৰচূৰ্ণ হ'ব। তোমাৰ পতন আহিব।

ইডিপাচ : প্ৰলাপ শুনিবলৈ মই প্ৰস্তুত নহওঁ। এই উদ্ধতালিও মই সহ্য নকৰোঁ। এক মুহূৰ্তও ইয়াত থাকিব নেলাগে। আঁতৰ হোৱা, গুচি যোৱা মোৰ সমুখৰপৰা।

টাইৰেচিয়াচ : তুমি নমতা হ'লে মই নাহিলোঁহেঁতেন।

ইডপাচ : তুমি যে মূৰ্খৰ দৰে প্ৰলাপ বকিবা—

টাইৰেচিয়াচ : তোমাৰ পিতৃ-মাতৃয়ে কিন্তু, মোক জ্ঞানী বুলিয়েই ভাবিছিল—

ইডিপাচ : মোৰ পিতৃ-মাতৃ! যদি জানা, তেন্তে কোৱা, কোন মোৰ পিতা—

টাইৰেচিয়াচ : আজিৰ এই দিনটোৱেই তোমাৰ পিতৃ পৰিচয় দিব। তোমাৰ সৰ্বনাশ মাতি আনিব।

ইডিপাচ : আকৌ সাঁথৰ! আকৌ সেই অৰ্থহীন কথা।

টাইৰেচিয়াচ : তুমিও তেন্তে সাঁথৰ ভাঙিব নেজানা ? কথাৰ অৰ্থ বিচাৰি নোপোৱা? জ্ঞানী বুলি তুমি দেখোন গৰ্ব কৰিছিলা?

ইডিপাচ : মোৰ মহত্ত্ব তুমি উপলুঙা কৰিছা।

টাইৰেচিয়াচ : কি ক'লা? তোমাৰ মহত্ত্ব! হুঁ তোমাৰ মহত্ত্ব আৰু তোমাৰ সৌভাগ্য— সেয়ে তোমাৰ কাল হ'ব।

ইডিপাচ : এই নগৰীক মই ৰক্ষা কৰিছিলোঁ সেয়ে নিজৰ বাবে মই চিন্তা নকৰোঁ।

টাইৰেচিয়াচ: বেছ, তেন্তে মই যাওঁ।

ইডিপাচ : যোৱা যোৱা, সোনকালে যোৱা। তোমাৰ উদ্ধত উপস্থিতিয়ে আমাৰ বিঘিনি সাধিছে; তুমি গুচি গ'লে, উদ্দেশ্য সিদ্ধিৰ বাট বাধা মুক্ত হ'ব; স্বাস্তিৰ নিশ্বাস পেলাম।

[ ৰজা ইডিপাচ কাৰেঙৰ ভিতৰলৈ সোমাই যায় ]

টাইৰেচিয়াচ: মই যাম কিন্তু যোৱাৰ আগতে কৈ যাওঁ শুনা—আৰু নক'মেই বা কিয়? তোমাৰ শাস্তিক মই ভয় নকৰোঁ। মই জানো, মোৰ কোনো ক্ষতি তুমি কৰিব নোৱাৰা। সেই শক্তি তোমাৰ নাই; শুনা কাণ পাতি শুনা—যি লায়ুচৰ হত্যাকাৰীক তুমি, তোমাৰ ভয়ংকৰ ঘোষণাৰে বিচাৰি ফুৰিছা, সেই হত্যাকাৰী ইয়াতেই আছে। থীব্চৰে সন্তান সি, বিদেশী নহয় ; তাৰ প্ৰকৃত পৰিচয় সকলোৱে পাব। চকু আছিল, অন্ধ হ'ব ; দুখ, শোক নিৰানন্দত কাটিব জীৱন। সম্পদ, বিভৱ তাৰ যদিওৱা আছিল, হাতত লাখুটি লোৱা মগনীয়াৰ দৰে, খেপিয়াই খেপিয়াই বাট-কুৰি যাব। ভ্ৰাতৃ সি নিজৰে পুত্ৰৰ, পতি সি নিজৰে মাতৃৰ, সিয়েই হত্যাকাৰী! সিয়েই হত্যাকাৰী !! সিয়েই হত্যাকাৰী!!!

[ কৈ কৈ টাইৰেচিয়াচ গুচি যায়। লগে লগে কোৰাচৰ বাহিৰে আন সকলোবোৰ ওলাই যায়। টাইৰেচিয়াচ ওলাই যোৱাৰলগে লগে লগে মঞ্চ এন্ধাৰ হৈ যায়। এন্ধাৰত টাইৰেচিয়াচৰ শেহৰ কথাখিনি "ভ্ৰাতৃ সি নিজৰে .......হত্যাকাৰী"—প্ৰতিধ্বনিত হৈ ক্ষন্তেকৰ বাবে এটা ভয় লগা পৰিস্থিতিৰ সৃষ্টি কৰে। এন্ধাৰৰ মাজতে মানুহবোৰো গুচি যায় আকৌ পোহৰ হ'লত কোৰাচ তিনিজনৰ বাহিৰে আন কাকো মঞ্চত দেখা নেযায় ]

১ কোৰাচ : আচৰিত কথা! কোন হত্যাকাৰী ? কাৰ হাতত তেজৰ চেকা?

২ কোৰাচ : বায়ুবেগেৰে সি আঁতৰি যাওক। মাৰি-মৰকৰ বোজা কঢ়িয়াই, সি গুচি যাওক বহু দূৰলৈ। নহ'লে, জিউচ পুত্ৰই, অগ্নি বজ্ৰহানি তাক নিৰ্মূল কৰিব।

৩ কোৰাচ : ভৱিষ্যবক্তাৰ কথাই মোৰ মন-সাগৰত তুলিছে অলেখ ঢউ। কিদৰে নহয় বুলি কওঁ? সমৰ্থনো যে কৰিব নোৱাৰোঁ। ভাবি ভাবি ভাবনাৰ ওৰ পোৱা নাই। বুজি পোৱা নাই সত্য ক'ত, ভৱিষ্যবক্তাই দিছে কিহৰ ইংগিত।

১ কোৰাচ : ইডিপাচ মহান। কোনো অপযশ আমি শুনা নাই। ৰাজহত্যাৰ প্ৰতিশোধ মোকো লাগে। কিন্তু কোনে দিব পথৰ সন্ধান ! মানুহে ?

মানুহৰ মাজৰ কোনোবা জ্যোতিষীপ্ৰবৰে? অসম্ভৱ ; মানুহৰ অসাধ্য এই কাম। মানুহৰ ভাগ্যলিপি ৰচে দেৱতাসকলে।

২ কোৰাচ ঃ ৰজা ইডিপাচ যে থীব্‌চৰ মুক্তিদাতা কোন সতে সেই কথা পাহৰি পেলাম?

[ ৰজা কাৰেঙৰ ভিতৰলৈ যায় ]

ক্ৰেয়ন ঃ ক'ত ৰজা ইডিপাচ? কিয় তেওঁ মোক মিছাকৈয়ে জগৰীয়া কৰে? এই সংকট সময়ত মই তেওঁৰ অন্যায় কৰিম, এই কথা কেনেকৈ কল্পনা কৰিলে? বিশ্বাসঘাতকী আখ্যা! উহ্ এনে অপযশ শিৰ পাতি লৈ জীয়াই থকাৰ মোহ মোৰ নাই।

১ কোৰাচ ঃ খঙৰ কঠোৰ উক্তি। যুক্তি তাত বিচাৰি নেযাবা।

[ ইডিপাচ ভিতৰৰপৰা ওলাই আহে ]

ইডিপাচ ঃ নিলাজ ক্ৰেয়ন! তোমালোকে মোক কি বুলি ভাবা? মই মূৰ্খ নে ভয়াতুৰ? ভাবিছা নে কি তোমাৰ এই ঘৃণিত চক্ৰান্তৰ কথা মই গম নেপাম? আৰু গম পালেও ষড়যন্ত্ৰৰ জাল ছিঙি পেলাব নোৱাৰিম?

ক্ৰেয়ন ঃ মোক ক'বলৈ দিয়া। মোৰ কথা শুনা, তাৰ পাছত বিচাৰ কৰিবা।

ইডিপাচ ঃ তোমাৰ দৰে নিষ্ঠুৰ শত্ৰুৰপৰা কোনো কথাকে মই নুশুনো।

ক্ৰেয়ন ঃ মাথোঁ এটা কথা মোক ক'বলৈ দিয়া।

ইডিপাচ ঃ এটা কথাও নহয়। মোক প্ৰবঞ্চনা নাই কৰা বুলি, মই তোমাৰ নিলাজ মুখৰপৰা শুনিব নোখোজোঁ।

ক্ৰেয়ন ঃ এনে যুক্তিহীন দৃঢ়তাৰপৰা তোমাৰ কি লাভ হ'ব? কিবা লাভ হ'ব বুলি ভাবিছা, তেন্তে তুমিও ভুল কৰিছা।

ইডিপাচ ঃ মিছা কলংক ৰটাই যদি সাৰি যাবা বুলি ভাবিছা তেন্তে তুমিও ভুল কৰিছা।

ক্ৰেয়ন ঃ মোৰ কি অপৰাধ?

ইডিপাচ ঃ সেই বৃদ্ধ জ্যোতিষিক মাতিবলৈ তুমিয়েই মোক পৰামৰ্শ দিয়া নাছিলা?

ক্ৰেয়ন ঃ দিছিলোঁ আৰু এতিয়াও ভাবোঁ, মই ভুল কৰা নাই।

ইডিপাচ ঃ কিমান দিনৰ আগতে ৰজা লায়ুচ নিহত হ'ল?

ক্ৰেয়ন ঃ বহুতো দিন পাৰ হৈ গ'ল।

ইডিপাচ ঃ টাইৰেচিয়াচে তেতিয়া কৰিছিল নে ভাৱিষ্য গণনা?

ক্ৰেয়ন ঃ কৰিছিল। আৰু আজিৰ দৰেই সম্মানিত আছিল।

ইডিপাচ ঃ তেতিয়া তেওঁ মোৰ কথা কৈছিল নে?

ক্ৰেয়ন ঃ তেনে কোনো কথা, মই শুনা নাই।

ইডিপাচ : তেওঁক জানো সোধা নাছিলা লায়ুচৰ কোন হত্যাকাৰী?
ক্ৰেয়ন : সুধিছিলোঁ কিন্তু সমিধান পোৱা নাছিলোঁ।
ইডিপাচ : কিয় তেওঁ নিৰুত্তৰ আছিল?
ক্ৰেয়ন : মই নেজানো।
ইডিপাচ : কিন্তু এটা কথা তুমি জানা আৰু মোক তাৰ স্বীকাৰোক্তি লাগে।
ক্ৰেয়ন : কি কথা? জানিলে নিশ্চয় ক'ম।
ইডিপাচ : তুমি তাৰ লগ লাগিছা আৰু সেই কাৰণেই লায়ুচৰ হত্যাৰ সৈতে মোৰ নাম সাঙুৰিবলৈ সি সাহ পাইছে।
ক্ৰেয়ন : তোমাৰ যুক্তি থাওক তোমাৰ মনতে। মই কোনো প্ৰতিবাদ নকৰোঁ। কিন্তু মোৰ এটা প্ৰশ্নৰ উত্তৰ দিবা নে?
ইডিপাচ : সোধা ; কিন্তু মোক কেতিয়াও হত্যাকাৰী বুলি প্ৰমাণ কৰিব নোৱৰা।
ক্ৰেয়ন : তোমাৰ স্ত্ৰী মোৰেই ভনী—অস্বীকাৰ কৰা?
ইডিপাচ : কেলেই কৰিম? এই কথা সকলোৱে জানে। আৰু সকলোৱে ইয়াকো জানে থীব্‌চক ৰক্ষা কৰাৰ বাবেই কৃতজ্ঞ প্ৰজাৰ হে তুমিয়েই জোকাষ্টাক মোৰ হাতত সম্প্ৰদান কৰিছিলা।
ক্ৰেয়ন : তোমাৰ যশস্যা আৰু তোমাৰ সম্পদ, নাপায় নে তেওঁ সমান অংশ তাৰ?
ইডিপাচ : তেওঁৰ কোনো কামনা মই অপূৰ্ণ নেৰাখোঁ।
ক্ৰেয়ন : তৃতীয় পুৰুষ ৰূপে মোৰো জানো নাই ভাগ সেই যশস্যাত?
ইডিপাচ : সেয়েহে কৈছোঁ, আত্মীয় বন্ধু হৈও তুমি মোৰ শত্ৰু শালিছা।
ক্ৰেয়ন : অবুজন হোৱা কিয়? ভাবি চোৱা, কোনে বিচাৰে ৰজা হ'ব? কোনে বিচাৰে ৰজাৰ দুশ্চিন্তা, যদি পাৰোঁ ৰাজ্যহীন হৈও লভিম সম্মান, সম্পদ আৰু সুনিদ্ৰ ৰজনী। মোক লাগে ৰজাৰ জীৱন, ৰজাৰ সিংহাসন মোৰ নেলাগে। ৰাজমুকুট শিৰত লৈ বন্ধনত মই সোমাব নোখোজোঁ।
ইডিপাচ : হুঃ বন্ধন নেলাগে, দায়িত্ব নেলাগে, কিন্তু লাগে সম্মান সম্পদ সকলোখিনিকে।
ক্ৰেয়ন : তোমাৰ যোগেদি মই সকলো পাইছোঁ। মোৰ সকলো কামনা পূৰণ হৈছে। মই পাইছোঁ শান্তি শক্তি সতীৰ্থ সজ্জন। তাতকৈ বেছি মোক একোকে নেলাগে।
ইডিপাচ : একোকে নেলাগে যদি কিয় এই অভিসন্ধি দুৰাকাংক্ষা, সাম্ৰাজ্যলিপ্সা?
ক্ৰেয়ন : অমূলক এই সন্দেহ। মই বলিয়া হোৱা নাই যে উদ্বেগহীন সম্মানজনক জীৱনৰ পৰিৱৰ্তে আন কিবা বিচাৰিম। এতিয়া সকলোৱে মোক ভাল পায়। সাদৰেৰে আলিংগন কৰে। তোমাৰ কৃপা যিসকলে

বিচাৰে মোক তেওঁলোকে তোষামোদ কৰে, ভালৰি বোলায়। এই সম্মান, সাদৰৰ মিঠা মাত, প্ৰীতিৰ লেগ নিবিচাৰি, কি কাৰণে মই অৰ্থহীন মৰীচিকা খেদি ফুৰিম? কি যুক্তিত ৰাজ আনুগত্য মই পৰিহাৰ কৰিম! এই ভ্ৰান্ত কল্পনাক, এই ভ্ৰান্ত চিন্তাক কোনোদিনে মই প্ৰশ্ৰয় দিয়া নাই।

ইডিপাচ : মনৰ কলুষ যুক্তিৰে ঢকাৰ অদ্ভুত প্ৰচেষ্টাক প্ৰশ্ৰয় নিদিওঁ। তোমাক নকৰোঁ বিশ্বাস।

ক্ৰেয়ন : যদি বিশ্বাস নকৰা, তেন্তে সোধাগৈ পাইথো দেৱতাক যদি টাইৰেচিয়াচৰ সৈতে মোৰ ষড়যন্ত্ৰ প্ৰমাণিত হয়, যদি দেৱতায়ো একে কথাকে কয়, তেন্তে মই আপত্তি নকৰোঁ, মৃত্যুৰ তুমি বিধান কৰিবা। মাথোঁ সন্দেহৰ ওপৰতে তুমি মোক অভিযুক্ত কৰি, ন্যায়-নীতি পৰিহাৰ নকৰিবা। যিজন সৰল, তেওঁক হীন নুবুলিবা। আপোনজনক আঁতৰাই নিদিবা।

১ কোৰাচ : সজকথা কৈছে ক্ৰেয়নে। হে ৰাজন তুমি ধৈৰ্য্য ধৰা। উগ্ৰ চিন্তা আৰু খং তাৰ ফল ভয়ংকৰ হয়।

ইডিপাচ : চক্ৰান্তকাৰীয়ে যেতিয়া উগ্ৰতাৰ পৰিচয় দিছে উগ্ৰভাৱেই মই তাৰ উত্তৰ দিম। ৰ'বৰ সময় ক'ত? ধৈৰ্য্য মই ধৰোঁ কেনেকৈ। যদি মই একোকে নকৰি বহি থাকোঁ, শতৰুৱে লাই পাব। মোৰ নিষ্ক্ৰিয়তাই তাৰ শক্তি বঢ়াই তুলিব।

ক্ৰেয়ন : বেছ, কি কৰিব খুজিছা তুমি! মোক নিৰ্বাসন দিবা?

ইডিপাচ : নিৰ্বাসন নহয়। মই কৰিম মৃত্যুৰ বিধান।

ক্ৰেয়ন : এতিয়াও এনে অবিচল! মোৰ কথা তুমি বিশ্বাস কৰিব পৰা নাই?

ইডিপাচ : নাই পৰা। আৰু সেয়েহে উচ্চাকাংক্ষাৰ বিষয়ৰ ফল তুমি ভুগিব লাগিব।

ক্ৰেয়ন : কিন্তু—

ইডিপাচ : কিন্তু নাই। ই ৰজাৰ বিচাৰ।

ক্ৰেয়ন : ৰজাৰ বিচাৰত জানো ন্যায়-নীতি থাকিব নেলাগে?

ইডিপাচ : ন্যায়-নীতি? শঠতাৰ পৰিচয় দি তুমি বিচাৰিছা ন্যায়-নীতি?

ক্ৰেয়ন : হিতাহিত জ্ঞানশূন্য তুমি।

ইডিপাচ : তথাপি মই ৰজা।

ক্ৰেয়ন : কি লাভ ৰাজত্বৰ, অত্যাচাৰ যদি ৰাজধৰ্ম হয়।

ইডিপাচ : থীব্‌চ—থীব্‌চৰ কল্যাণ মাথোঁ মোৰ একমাত্ৰ ধ্যান।

ক্ৰেয়ন ঃ থীব্‌চত তোমাৰ দৰেই মোৰো অধিকাৰ আছে। ময়ো নাগৰিক এই থীব্‌চ দেশৰে।

[ ৰাণী জোকাষ্টা কাৰেঙৰ ভিতৰৰপৰা ওলাই আহে ]

২ কোৰাচ ঃ শান্ত হোৱা, শান্ত হোৱা, সৌৱা আহিছে সম্ৰাজ্ঞী জোকাষ্টা।

জোকাষ্টা ঃ থীব্‌চৰ বিপদ কালত কিয় তোমালোক অসংযমী হ'লা? অবাবতে এইদৰে নিজৰ মাজতে কিয় এইখন দন্ তৰি ল'লা? [ ৰজাক ] ভিতৰতলৈ যোৱা [ ক্ৰেয়নক ] তুমি ঘৰলৈ গুচি যোৱা। সাধাৰণ কথাত অধিক গুৰুত্ব দি তিলটোকে তাল কৰি নুতুলিবা।

ক্ৰেয়ন ঃ সাধাৰণ নহয়, জীৱন মৃত্যুৰ কথা। তোমাৰ স্বামীয়ে মোক মৃত্যুদণ্ড দিব।

ইডিপাচ ঃ বন্ধুত্ব আৰু আত্মীয়তাৰ সন্মান নেৰাখি, মোৰ ধ্বংসৰ বাট মুকলি কৰিবলৈ ক্ৰেয়ন লিপ্ত হৈছে ভীষণ চক্ৰান্তত।

ক্ৰেয়ন ঃ মিছা অভিযোগ। মই দেৱতাৰ নামত প্ৰতিজ্ঞা কৰি কৈছোঁ, মোৰ বিৰুদ্ধে এই অভিযোগ প্ৰমাণিত হ'লে, চিৰদিনৰ বাবে পৰিত্যক্ত হ'ম। মোৰ এই প্ৰতিজ্ঞাই যেন মোক পৃথিৱীৰপৰা নিশ্চিহ্ন কৰি দিয়ে।

জোকাষ্টা ঃ স্বামী—তুমি ক্ৰেয়নক বিশ্বাস কৰা। তেওঁৰ কথাত পতিয়ন যোৱা। প্ৰতিজ্ঞাৰ পৱিত্ৰতা ৰক্ষা কৰা।

১ কোৰাচ ঃ আমাৰো সেয়ে অনুৰোধ।

২ কোৰাচ ঃ মুহূৰ্তৰ আগলৈকে যিজনৰ ওপৰত তোমাৰ অবিচল আস্থা আছিল, এতিয়া পৱিত্ৰ প্ৰতিজ্ঞাৰে তেওঁ আৰু সুৰক্ষিত হ'ল। তেওঁক তুমি এইদৰে ত্যাগ নকৰিবা।

ইডিপাচ ঃ এই অনুৰোধ কৰি তোমালোকে মোৰেই পতন বিচাৰিছা, নাইবা বিচাৰিছা মই থীব্‌চৰপৰা পলাই যাব লাগে।

১, ২, ৩, কোৰাচ ঃ নাই নাই, তেনে ভাব কেতিয়াও অন্তৰত ঠাই পোৱা নাই।

জোকাষ্টা ঃ খং কৰি নাথাকিবা ইডিপাচ।

১ কোৰাচ ঃ দেৱতাৰো দেৱতা, সেই সূৰ্যৰ শপথ—তেনে কিবা ভাব যদি আমাৰ মনত আছে, তেন্তে বন্ধুহীন, আশাহীন হৈ যেন প্ৰাণপুষ্প আমাৰ মৰহি শুকায়।

জোকাষ্টা ঃ এওঁলোকক অবিশ্বাস নকৰিবা।

২ কোৰাচ ঃ আমি ভাল পাওঁ আমাৰ ৰাষ্ট্ৰক। সেয়ে দুশ্চিন্তাত কাতৰ হৈছোঁ। থীব্‌চৰ এই সংকট কালত আৰু এটি আঘাত হানি, দুখৰ উপৰি দুখ চপাই নানিবা।

জোকাষ্টা ঃ ৰজা, এওঁলোকৰ কথা শুনা। তুমি অবুজন হ'লে থীব্‌চক কোনে ৰক্ষা কৰিব।

ইডিপাচ ঃ বেছ, মুক্তি দিলোঁ ক্ৰেয়নক। কিন্তু এই প্ৰতিজ্ঞাই মোৰ মত সলনি কৰা নাই। শঠ যিজন, তাক মই অতি ঘিণ কৰোঁ। তথাপি তোমালোকৰ কথা ৰাখি মুক্তি দিলোঁ ক্ৰেয়নক। মই জানো, এই মুক্তিয়েই হয়তোবা মোৰ মৃত্যুৰ কাৰণ হ'ব, নাইবা—অপযশ লৈ থীব্‌চৰপৰা এদিন মই বিতাৰিত হ'ম।

ক্ৰেয়ন ঃ প্ৰবল ৰোষত তুমি কঠোৰ হৈছা। মুক্তি দিলা, তথাপি ঘিণ কৰা মোক। সহজ সত্য কথা কওঁ, শুনি লোৱা। তোমাৰ নিচিনা জনে এই জগতত অশেষ নিকাৰ নিতৌ ভুগিব লাগিব।

ইডিপাচ ঃ আহ্ নুশুনো উপদেশবাণী প্ৰবঞ্চকৰপৰা। গুচি যোৱা, গুচি যোৱা তুৰন্তে।

ক্ৰেয়ন ঃ মোক তুমি নিচিনিলা। নেলাগে চিনিব। মই বেজাৰ নকৰোঁ। এওঁলোকে মোক বুজি পালে, সেয়ে পতিয়ন গ'ল। বিদায় ৰাজন।

[ ক্ৰেয়ন গুচি যায় ]

১ কোৰাচ ঃ মহাৰাণী, সময় বাগৰি যায়। এই ঠাইত আৰু থাকিব নেলাগে। ৰজাক লৈ অন্তেষপুৰলৈ তুমি গুঁচি যোৱা।

জোকাষ্টা ঃ প্ৰথমতে মোক সকলো বিবৰি কোৱা। ঘটনাৰ অতিগুৰি কি?

২ কোৰাচ ঃ নজনা কথাৰে গুঠি সন্দেহৰ জাল অযথা বঢ়ালে তিক্ততা।

জোকাষ্টা ঃ তাৰ পাছত?

২ কোৰাচ ঃ থাওক, নেলাগে শুনিব। বিতণ্ডাৰ ওৰ পৰিল। সেয়েহে, পাহৰা কথা পুনৰ সুঁৱৰি, দেশৰ এই দুৰ্দিনত, অশান্তি আৰু নবঢ়াওঁ।

ইডিপাচ ঃ তোমালোকে বাধা দিলা। নহ'ল কৰ্তব্য কৰা। চাই থাকা ঘটনাৰ সোঁত কোন ফালে বয়।

১ কোৰাচ ঃ হে ৰাজন, অতীতৰ দুদিনত যেতিয়া থীব্‌চৰ প্ৰজা দুখ সাগৰত নিমজ্জিত আছিল, তুমিয়েই আনিছিলা সৌভাগ্যৰ এচাটি বতাহ। সেই কথা জানিও, তোমাৰ ওপৰত আস্থা হেৰুৱাম, ইমান জ্ঞানহীন মূৰ্খ আমি নহয়। তুমি আজিও আমাক ৰক্ষা কৰা। আকৌ এবাৰ, দুৰ্যোগ সাগৰত, পাৰ বিচাৰি নোপোৱা আমাৰ দেশৰ জাহাজখন নিৰাপদে, বন্দৰৰ ফালে তুমি লৈ ব'লা।

জোকাষ্টা ঃ স্বামী, মই মিনতি কৰিছোঁ। মোক কোৱা, তোমাৰ খঙে কিয় বাধা মনা নাই।

ইডিপাচ ঃ মোৰ খঙৰ কাৰণ হ'ল ক্ৰেয়ন। তাৰ চক্ৰান্তই মোৰ ধৈৰ্য্যৰ বান্ধ ভাঙি দিছে।

জোকাষ্টা : কিহৰ চক্ৰান্ত? কিহৰ কাৰণে এই বাদ-বিসংবাদ?

ইডিপাচ : ক্ৰেয়নে কয়. ৰজা লায়ুচৰ হেনো ময়ে হত্যাকাৰী।

জোকাষ্টা : কি প্ৰমাণ পাইছে তাৰ?

ইডিপাচ : মিছা কথা কৈ নিজৰ মুখক সি কলুষিত কৰা নাই। দগাবাজ দৈৱজ্ঞ এটাক ইয়ালৈ মাতি আনি, তাৰ মুখেৰে এই কথা প্ৰকাশ কৰিছে।

জোকাষ্টা : সেয়ে যদি হয়, চিন্তাৰ কাৰণ নেদেখোঁ। প্ৰমাণ দিব পাৰোঁ, কেনেকৈ দৈৱজ্ঞৰ কথা নিষ্ফল হৈ যায়। ৰজা লায়ুচক ফিবাচৰ পুৰোহিতবোৰে কৈছিল, তেওঁৰ হেনো নিহত হ'ব পুত্ৰৰ হাতত। সেই কাৰণেই তেওঁৰ ঔৰসত মোৰ গৰ্ভজাত সন্তানক তিনিদিন নৌ হওঁতেই, ভৰিত শলখা মাৰি, পঠিয়াই দিছিল কোনোবা প্ৰান্তত। আশা কৰিছিল, শিশুৰ মৃত্যুয়ে দৈৱবাণী খণ্ডন কৰিব।

ইডিপাচ : তাৰ পাছত?

জোকাষ্টা : তাৰ পাছত কি ঘটিল নিজেইতো শুনিছা । ৰজাৰ মৃত্যু হ'ল, পুত্ৰৰ হাতত নহয়, কোনোবা দস্যুৰ হাতত। সেযেহে কওঁ দৈৱজ্ঞৰ বাণীৰ মূল্য একো নাই।

ইডিপাচ : কিন্তু জোকাষ্টা, তোমাৰ কথাত মোৰ উদ্বেগ বাঢ়িছে। ভয় লগা সন্দেহৰ হৈছে উদ্ৰেক।

জোকাষ্টা : কিহৰ উদ্বেগ স্বামী? কিহৰ সন্দেহ?

ইডিপাচ : ক'ত, কোন ঠাইত ৰজা লায়ুচৰ মৃত্যু হৈছিল?

জোকাষ্টা : ফোচিচ্ বোলা ঠাইত। য'ত ডেলফি আৰু ডলিয়াৰ আলি দুটা লগ লাগিছেহি।

ইডিপাচ : কিমান দিন হ'ল?

জোকষ্টা : তুমি থীব্‌চৰ ৰজা হোৱাৰ ঠিক আগে আগে।

ইডিপাচ : হে বিধাতা। নেজানো মোৰ ভাগ্যলিপি তুমি কিদৰে লিখিছা।

জোকাষ্টা : কিন্তু কিয় তুমি—

ইডিপাচ : প্ৰশ্ন নকৰিবা। কৈ যোৱা ৰজা লায়ুচৰ কথা। কিমান ওখ আৰু কিমান বয়স?

জোকাষ্টা : বেছ ওখ। আধাপকা চুলি। দেখাত তোমাৰ দৰেই।

ইডিপাচ : কোনে জানে? হয়তো নজনাকৈয়ে নিজকে মই অভিশাপ দিছোঁ।

জোকাষ্টা : কি হৈছে খুলি কোৱা। তোমাৰ দৃষ্টিয়ে মোক বিহ্বল কৰিছে।

ইডিপাচ : পলে পলে বাঢ়ি যায় উদ্বেগ, অশান্তি। মন গধুৰ মোৰ। দৈৱজ্ঞ-দৃষ্টিয়ে যদি মোক নজনা কথাৰ .... বাৰু এটা প্ৰশ্নৰ উত্তৰ দিয়া।

জোকাষ্টা : ভয় লাগে, তথাপি সোধা। যদি জানো নিশ্চয় ক'ম।

ইডিপাচ ঃ লায়ুচ, ৰজাৰ দৰে গৈছিল ৰক্ষী আৰু অনুচৰ লৈ, নে গৈছিল অকলে?

জোকাষ্টা ঃ গৈছিল ৰথত উঠি। এজন ঘোষক আৰু তিনিজন অনুচৰ সতে

ইডিপাচ ঃ লাহে লাহে সকলো কথা স্পষ্ট যেন অনুমান হয়। বাৰু কোনে আনিছিল ভয়লগা হত্যাৰ সংবাদ।

জোকাষ্টা ঃ তাৰে এজন অনুচৰে। কোনো মতে প্ৰাণ লৈ সি উভতি আহিছিল।

ইডিপাচ ঃ ক'ত সি? মোৰ কাৰেঙত?

জোকাষ্টা ঃ নাই নাই, ইয়াত সি নাই। উভতি আহি, মৃত লায়ুচৰ ঠাইত তোমাক ৰজা হোৱা দেখি, মোক মিনতি জনালে, তাক পঠিয়াই দিব লাগে বহু দূৰলৈ। দাস যদিও আছিল, তাৰ মিনতি মই পূৰণ কৰিলোঁ। অনুগত ভৃত্য সি, এই মুক্তি তাৰ প্ৰাপ্য পুৰস্কাৰ।

ইডিপাচ ঃ আজি মোক লাগে তাৰেই সাক্ষাৎ। মাতি আনা এই মুহূৰ্ততে ক'ত আছে সি।

জোকাষ্টা ঃ কিয লাগে তাক?

ইডিপাচ ঃ জোকাষ্টা, হযতোবা অবাবতে বাক্য ব্যয় হ'ল। সেইবাবে তাক প্ৰয়োজন।

জোকাষ্টা ঃ এই মুৰ্হূততে তাক মতাই আনিম। কিন্তু ভাঙি-পাতি কোৱা কিহৰ চিন্তাই তোমাক এইদৰে পীড়ন কৰিছে।

ইডিপাচ ঃ মোৰ বৰ ভয় লাগিছে ৰাণী! বৰ দুৰ্ভগীয়া মই!

জোকাষ্টা ঃ ভয় কিহৰ? কোৱা, কথাবোৰ ক'লে মনৰ বোজা পাতলিব।

ইডিপাচ ঃ মোৰ দুৰ্ভাগ্যৰ কথা, তোমাক নকওঁ যদি ক'ম কাক বাৰু? শুনা ৰাণী! পিতৃ মোৰ কৰিষ্থ দেশৰ ৰজা পলিবাচ। মাতৃ ডোৰিয়ান দেশৰ, নাম মেৰোপি। ৰাজপুত্ৰ মই, সুখ আৰু সম্পদ, শান্তি আৰু আনন্দত দিনবোৰ পাৰ হৈ গৈছিল। কিন্তু আচৰিত ভাগ্যৰ লিখন। এদিন এটি ভোজ-উৎসৱত, সুৰাপান কৰি কোনোবা এজনে ক'লে, মই হেনো জাৰজ।

জোকাষ্টা ঃ কি? কি ক'লে?

ইডিপাচ ঃ মই হেনো জাৰজ।

জোকাষ্টা ঃ অসম্ভৱ! মিছা কথা।

ইডিপাচ ঃ শুনি সেই কথা, খঙে মোৰ চুলিৰ আগ পালে। কোনোমতে ধৈৰ্য ধৰি ৰ'লোঁ। পিছত সুধিলোঁ যেতিয়া পিতৃক, সুধিলোঁ যেতিয়া আহি মাতৃক মোৰ, খঙত উঠিল জ্বলি। প্ৰতিবাদ কৰিলে ভীষণ কিন্তু তথাপি অন্তৰৰ কোনোবা চুকত এটা প্ৰশ্ন থাকি গ'ল, কোন্ মই, সঁচাকৈয়ে কোন্ পিতৃ মোৰ? সেইবাবে সঠিক উত্তৰ জানিবলৈ, মই গলোঁ

পাইথো মন্দিৰলৈ। ফিবাচেও নিদিলে মোক স্পষ্ট প্ৰত্যুত্তৰ। কিন্তু এক কঠোৰ বাণী মোক কৰালে শ্ৰৱণ।

জোকাষ্টা : কি বাণী?

ইডিপাচ : ক'লে, মই হেনো মোৰ পিতৃ হত্যাকাৰী হ'ম। মাতৃৰ পবিত্ৰতা হেনো হৰণ কৰিম।

জোকাষ্টা : উহ্ কি ভয়ানক কথা!

ইডিপাচ : শুনি সেই মৰ্মাহত বাণী, খন্তেকো নৰৈ কৰিন্থৰপৰা পলাই গুচি গ'লোঁ। গুচি গ'লোঁ বহু দূৰলৈ, দেৱতাৰ নিষ্ঠুৰ বাণী নিষ্ফল হওক এই আশা কৰি। তাৰ পাছত বহুদিন নানা ঠাইত বাটকুৰি বাই, সেইডোখৰ ঠাই পালোঁগৈ, য'ত মৃত্যু হ'ল ৰজা লায়ুচৰ।

জোকাষ্টা : থাওক, থাওক আৰু নক'বা।

ইডিপাচ : অধৈৰ্য্য নহ'বা ৰাণী। শুনা সকলো কথাকে। আলিয়েদি গৈ থাকোঁতে, সেই ঠাইত, য'ত ডেলফি আৰু ডলিয়াৰ আলি দুটা লগ লাগিছেহি, সেইখিনি ঠাইত এজন ঘোষকৰ সতে মোৰ ভেটাভেটি হ'ল। দেখা পালোঁ ৰথ এখনক আৰু এজন অশ্বাৰোহীক। চোৱা, তোমাৰ কথাৰ সতে এই কাহিনী সুন্দৰ মিলি যায়। অশ্বাৰোহী আৰু তেওঁৰ লগৰ এজনে, কটু কথা কৈ মোক গতিয়াই দিছিল। ময়ো খঙৰ কোবত সিহঁতক আঘাত কৰিছিলোঁ। ৰথৰ আৰোহী বৃদ্ধই মোলৈকে চাই আছিল আৰু মোৰ ওচৰেদি ৰথখন পাৰ হৈ যাওঁতে, তেওঁৰ হাতত থকা দুমুখীয়া চোকা অংকুশেৰে মোৰ মূৰত জোৰে আঘাত কৰিছিল। সেই আঘাতত, মোৰ খঙৰ প্ৰকোপ দুগুণে চৰিল। যি পাইছিলোঁ তাতকৈ বহুতো বেছি মই ওভতাই দিলোঁ। বৃদ্ধক আঁজুৰি আনিলোঁ। এই সোঁহাত আৰু মোৰ লাখুটিৰে ভীষণভাৱে প্ৰহাৰ কৰিলোঁ। তাৰ ফলতেই প্ৰাণবায়ু তেওঁৰ উৰি গ'ল। জোকাষ্টা! সেই বৃদ্ধ যদি লায়ুচ হয়।

[ জোকাষ্টা অভিভূত হয়। যেন সপোন দেখিছে
ৰজা আহি জোকাষ্টাৰ বাহুত ধৰে ]

সেই বৃদ্ধ যদি লায়ুচ হয়।

জোকাষ্টা : [ সপোনৰপৰা সাৰ পোৱা দৰে ] হা—অ—নাই [ নিজকে সংযত কৰিবলৈ চেষ্টা কৰে ] নাই নাই। ক্ষন্তেক অপেক্ষা কৰা, আহি পাওক সেইজন।

ইডিপাচ : কোন?

জোকাষ্টা : সেই অনুচৰ যি দিবহি সঠিক বাতৰি।

ইডিপাচ : একমাত্ৰ আশা সেই অনুচৰ। যদি তোমাৰ দৰেই ৰাণী, সিও আহি কয় দস্যুৰ দলহে হত্যাকাৰী, এজন নহয়—বহুজনে মিলি ৰজা

লায়ুচক হত্যা কৰিছিল, তেন্তে মই মুক্তি পাম। কিন্তু যদি কয় হত্যাকাৰী এজনহে, কোনোবা এজন বাটৰুৱা, তেন্তে ময়ে দোষী হ'ম। সঁচা কথা ওলাই পৰিব।

জোকাষ্টা ঃ নকৰিবা অযথা চিন্তা। মই যি ক'লোঁ তাত মিছা একো নাই। অকল ময়েই নহয়, সকলো প্ৰজাই শুনিছিল। সকলো প্ৰজাৰ আগত সি যি কথা কৈছিল, তাক অস্বীকাৰ কৰিব এনে সাহ তাৰ নাই। যদিওবা কথা লুটিয়ায়, তথাপি দেৱতাৰ বাণী সফল নহয়। দেৱতাই কৈছিল, লায়ুচৰ ঔৰসত জন্ম হোৱা মোৰ সন্তানে তেওঁক হত্যা কৰিব। কিন্তু ক'ত সেই সন্তান? সিতো আৰু পিতৃক হত্যা কৰিবলৈ জীয়াই থকা নাই। তাৰ যে মৃত্যু হ'ল ল'ৰালি কালতে।

ইডিপাচ ঃ সঁচা কথা, ত্ৰুটী ক'তো নাই। কিন্তু তথাপিও মাতি আনা সেই অনুচৰক শুনি লওঁ সকলোখিনিকে।

জোকাষ্টা ঃ অনতি পলমে তাক মতাই আনিম। ব'লা ভিতৰলৈ। জানিবা ধুৰুপ তোমাৰ সুখৰ বাবেই সকলো কৰিম।

[ ইডিপাচ আৰু জোকাষ্টা ভিতৰলৈ যায় ]

১ কোৰাচ ঃ মোৰ কথাত, মোৰ কথাত, মোৰ জীৱনৰ প্ৰতিটো দিনতে, শ্ৰদ্ধা আৰু পৱিত্ৰতা যেন মূৰ্ত হৈ উঠে। মৰ্ত্যৰ বহু উৰ্ধ্বত, স্বৰ্গৰ বাণী প্ৰচাৰিত হয়। জৰামুক্ত ভগৱান থাকে মানুহৰ ভ্ৰান্তিৰ বহু আঁতৰত। সদায় সজাগ, তেওঁ সৰ্বশক্তিমান।

২ কোৰাচ ঃ ঔদ্ধত্য আৰু অহংকাৰে অত্যাচাৰীক জন্ম দিয়ে। মদমত্ত আত্মম্ভৰিতাত অন্ধ হৈ সি কাকো গণিতা নকৰে। অনাহকতে ওফন্দি উঠি, নিজৰ ধ্বংস নিজেই মাতি আনে। কিন্তু যি উচ্চাকাংক্ষা ৰাষ্ট্ৰৰ হকে উৎসৰ্গিকৃত, তাৰ যেন কেতিয়াও অৱসান নহয়!

৩ কোৰাচ ঃ এনে উচ্চাকাংক্ষাৰ জয় হওক! কিন্তু কোনোবাই যদি উদ্ধত আচৰণেৰে ন্যায়-নীতি পৰিহাৰ কৰে, দেৱতাক অপমান কৰে, অভিশপ্ত হওক সি। অধঃপতনহে তাৰ প্ৰাপ্য পুৰস্কাৰ।

১ কোৰাচ ঃ তাৰ সম্পদ যদি অন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত, বিনম্ৰ শ্ৰদ্ধা যদি সি আওকাণ কৰে, পৱিত্ৰ স্থান যদি অপৱিত্ৰ কৰে, তেন্তে কোনে তাক দেৱতাৰ ৰোষৰপৰা ৰক্ষা কৰিব পাৰিব?

২ কোৰাচ ঃ এনে পাপ আচৰণ কৰিও যদি কোনোবা দৈৱ অনুগ্ৰহৰপৰা বঞ্চিত নহয় তেন্তে ধৰ্মৰ অৰ্থ কি? প্ৰাৰ্থনাৰ সাৰ্থকতা ক'ত থাকিল?

১ কোৰাচ ঃ ৰজাৰো ৰজা হে দেৱতা জিউচ, তোমাৰ সম্মান তুমি ৰক্ষা কৰা। এই মদগৰ্বী মানুহবোৰে যেন তোমাৰ ৰাজদণ্ডৰ বিধানক অৱজ্ঞা কৰিব নোৱাৰে। এবাৰ ভাবি চোৱা—লায়ুচৰ বিষয়ে তোমাৰ প্ৰাচীন

দৈৱবাণী মানুহে কেনেকৈ নিষ্ফল কৰি দিলে। এপোলোৰ স্তৱগীতিও যেন বন্ধ হৈ গ'ল। ধৰ্মৰ মহিমা হেৰাল।

[ জোকাষ্টা কাৰেঙৰ ভিতৰৰপৰা ওলাই আহে ]

জোকাষ্টা ঃ ৰজা ইডিপাচ বৰ দুশ্চিন্তা পীড়িত। অস্থিৰ অন্তৰ তেওঁৰ। অতীত আৰু বৰ্তমানৰ যোগসূত্ৰ হেৰুৱাই ভয়ত বিহ্বল। যেয়ে যি কয় তাকে শুনি ভয়তে শিয়ৰি উঠে। কিমান বুজালোঁ, তথাপি বুজিব নোখোজে। হে এপোলো দেৱতা! তোমাক কাতৰে মাতিছোঁ, মুক্তিৰ পথ আমাক দেখুৱাই দিয়া। ভয়ত আতুৰ আমি। ৰাজ্যৰ ধৰণী ৰজা ইডিপাচে, বিপদ আশংকাত হেৰুৱাইছে হিতাহিত জ্ঞান।

[ কৰিস্থুৰ দূতৰ প্ৰৱেশ ]

দূত ঃ কৰিস্থুৰ দূত মই। কোনে ক'ব ক'ত আছে ৰজা ইডিপাচ?

৩ কোৰাচ ঃ এইটোৱেই ৰজাৰ কাৰেং। তেওঁ আছে অন্তেষপুৰত। ঘৰৰ গৃহিণী, মাতৃ, ৰাণী জোকাষ্টা ইয়াতেই আছে। সৌৱা তেওঁ।

দূত ঃ ভগৱানে তেওঁৰ মঙ্গল কৰক।

জোকাষ্টা ঃ তোমাৰো মঙ্গল মই কামনা কৰিছোঁ। কোৱা কি বতৰা আনিছা—

দূত ঃ বতৰা শুভ। কৰিস্থুৰ নাগৰিক সৱে আপোনাৰ স্বামীক সিংহাসনত বহুৱাবলৈ যুগুতি কৰিছে।

জোকাষ্টা ঃ আৰু ৰজা পলিবাচ?

দূত ঃ তেওঁ স্বৰ্গী হ'ল।

জোকাষ্টা ঃ কি ক'লা? মৃত পলিবাচ? ইডিপাচৰ পিতাৰ মৃত্যু হ'ল?

দূত ঃ হয় মহাৰাণী। ৰজা পলিবাচৰ মৃত্যু হ'ল।

জোকাষ্টা ঃ ইডিপাচৰ পিতা মৃত। তেওঁ স্বৰ্গী হ'ল। দেৱতাৰ বাণী নিষ্ফল হৈ গ'ল।

[ ইডিপাচ ভিতৰৰপৰা, ৰাণীৰ মাত শুনি ওলাই আহে ]

ইডিপাচ ঃ ৰাণী—

জোকাষ্টা ঃ শুনা স্বামী, তুমি যাক ভয় কৰিছিলা, যিজনক হত্যা কৰিব লাগিব বুলি স্বদেশ এৰি গুচি আহিছিলা, সেই পলিবাচ—

ইডিপাচ ঃ কি হ'ল পলিবাচৰ? কি হ'ল পিতাৰ?

জোকাষ্টা ঃ পলিবাচৰ, তোমাৰ পিতাৰ, মৃত্যু হ'ল।

ইডিপাচ ঃ মৃত্যু হ'ল? কোনে ক'লে?

|কাষ্টা ঃ এইজন কৰিস্থুৰ দূতে।

ইডিপাচ ঃ কৰিস্থুৰ দূতে?

দূত ঃ হয় প্ৰভু, ৰজা পলিবাচ আৰু এই জগতত নাই।

জোকাষ্টা ঃ চোৱা, কেনেকৈ দৈৱৰ বাণী নিষ্ফল হৈ গ'ল। তুমি নহয়. তোমাৰ হাতত তেওঁ নিহত হোৱা নাই।

ইডিপাচ : কেনেকৈ মৃত্যু হ'ল? ৰোগত নে কোনো চক্ৰান্তকাৰীয়ে—
দূত : মৃত্যু তেওঁৰ অতি স্বাভাৱিক। ঘটা নাই কোনো অঘটন।
ইডিপাচ : জোকাষ্টা, আৰু কোনে ডেলফিৰ দৈৱবাণীক বিশ্বাস কৰিব? পখীৰ ইংগিতবোৰ কোনে আৰু মানিবলৈ যাব। পিতাৰ মৃত্যু হ'ল আৰু পিতাৰ দেহৰ সতে দেৱতাৰ বাণী মাটিৰ তলত বিলীন হৈ গ'ল।
জোকাষ্টা : আৰু কোনো ভয় নাই। আমি মুক্ত হ'লোঁ।
ইডিপাচ : তথাপি এনে ভাব হয় ময়েই যেন এই মৃত্যুৰ পৰোক্ষ কাৰণ। মই তেওঁক মোৰ অস্ত্ৰেৰে যদিওবা আঘাত কৰা নাই, তেওঁৰ কাষৰপৰা মই আঁতৰি আহিছোঁ আৰু বৃদ্ধ বয়সত, এই শোকে কিজানিবা মৃত্যু তেওঁৰ চপাই আনিলে।
জোকাষ্টা : মিছাকৈয়ে কথাবোৰ ভাবি নেথাকিবা। যি ঘটিছে, তুমি তাক সেইদৰেই গ্ৰহণ কৰিব লাগে। পিতৃহত্যা পাপৰপৰা তুমি মুক্তি পালা, দৈৱবাণীও নিষ্ফল হ'ল—এই কথা কেনেকৈ নেমানি থাকিবা?
ইডিপাচ : কিন্তু দৈৱবাণীৰ আন অংশ এতিয়াও অপূৰণ আছে। মাতৃৰ পবিত্ৰতা—উহ্! সেই আতংক এতিয়াও আঁতৰ হোৱা নাই!
জোকাষ্টা : কিহৰ ভয়? কিহৰ আতংক? ভাগ্যইহে আমাৰ জীৱনৰ গতি নিয়ন্ত্ৰণ কৰে। কি হ'ব, আগতে জানিবৰ উপায় নাই। জীৱন সোঁতত সেয়েহে জীৱনৰ নাওখনি, যেতিয়াই যিদৰে বাই যাব লাগে, বাই যোৱা। কি হ'ম, সেই কথা ভাবি ব্যাকুল নহ'বা। তোমাৰ এই উদ্বেগক, দুঃস্বপ্ন বুলি বিসৰ্জন দিয়া।
ইডিপাচ : পিতাৰ মৃত্যু হ'ল সঁচা, কিন্তু মাতৃ মোৰ এতিয়াও জীৱিত।
দূত : আপোনাৰ পিতাৰ মৃত্যুৱে আমালৈ আনিছে আশাৰ ৰেঙনি।
ইডিপাচ : মাতৃৰ জীৱন কালত মোৰ বয়ৰ কাৰণ আঁতৰি নেযায়।
দূত : প্ৰভু, কোন নাৰীৰ বাবে আপোনাৰ এই ভয়, এই বিহ্বলতা—
ইডিপাচ : পলিবাচৰ পত্নী মেৰোপি; তেওঁ মোৰ মাতৃ—
দূত : মাতৃ কিয় হ'ল ভয়ৰ কাৰণ?
ইডিপাচ : দৈৱবাণী, ফিবাচৰ নিষ্ঠুৰ নিৰ্মম দৈৱবাণী, মাতৃ মোৰ পত্নী হ'ব—
দূত : এই কাৰণেই কৰিন্থৰপৰা আপুনি আঁতৰি আহিছে?
ইডিপাচ : আঁতৰি অহাৰ ইয়াতকৈ ভাল কাৰণ আৰু কি থাকিব পাৰে?
দূত : আপোনাৰ এই ভয়ৰ কাৰণ মই আঁতৰাম।
ইডিপাচ : যদি পাৰা, প্ৰচুৰ পুৰস্কাৰ পাবা।
দূত : আপুনি স্বদেশলৈ উভতি যোৱাটোৱেই হ'ব মোৰ পুৰস্কাৰ।

ইডিপাচ ঃ মিছা কথা। মই স্বদেশলৈ কেতিয়াও উভতি নেযাওঁ। তাত মোৰ মাতৃ আছে—

দূত ঃ কি ভয় আপোনাৰ?

ইডিপাচ ঃ নিষ্ঠুৰ সেই দৈৱবাণী যদি সত্য হৈ যায়।

দূত ঃ ভয়ৰ নেদেখোঁ কাৰণ।

ইডিপাচ ঃ পিতৃ মোৰ পলিবাচ, মাতৃ যে মেৰোপি—

দূত ঃ মিছা কথা। পলিবাচৰ সতে আপোনাৰ তেজৰ সম্বন্ধ নাই।

ইডিপাচ ঃ কিন্তু তেওঁতো কৈছিল, তেওঁ মোৰ পিতা বুলি।

দূত ঃ বহুদিন আগতে, এই দুখন হাতেৰেই তেওঁৰ কোলাত তুলি দিছিলোঁ এটি এধানিমান শিশু। সেই শিশু আন কোনো নহয়, আপুনি নিজেই। নিঃসন্তান ৰজা পলিবাচে আপোনাক নিজৰ সন্তানৰ দৰে মৰম কৰিছিল।

ইডিপাচ ঃ তুমি মোক ক'ত পাইছিলা?

দূত ঃ চিথেইৰণৰ হাবিৰ মাজত—

ইডিপাচ ঃ চিথেইৰণৰ হাবিৰ মাজত! কিয় গৈছিলা তালৈ?

দূত ঃ মই ভেৰা ৰখিছিলোঁ।

ইডিপাচ ঃ থীব্‌চৰ পৰ্বতমালাৰ, গভীৰ অৰণ্যত ভেৰা ৰখিছিলা?

দূত ঃ ভেৰাৰখীয়া হ'লেও ময়েই আপোনাৰ মুক্তি দাতা।

ইডিপাচ ঃ মোৰ মুক্তি দাতা? কেনেকৈ?

দূত ঃ তেতিয়া আপুনি এধানিমান শিশু ; ভৰিত লোহাৰ শলখা, ভুগিছিল ভীষণ যন্ত্ৰণা—

ইডিপাচ ঃ সেই চিন এতিয়াও মোৰ ভৰিত আছে।

দূত ঃ সেই কাৰণেই আপোনাৰ নাম হ'ল ইডিপাচ।

ইডিপাচ ঃ কোনে মোৰ সেই নাম দিলে?

দূত ঃ যিজনৰপৰা মই আপোনাক পাইছিলোঁ, বোধকৰোঁ তেৱেঁ দিছিল সেই নাম।

ইডিপাচ ঃ কোন সি? ক'ত থাকে? কি নাম তাৰ?

দূত ঃ একোকে মনত নপৰে। বোধকৰোঁ তেওঁ আছিল ৰজা লায়ুচৰ প্ৰজা।

ইডিপাচ ঃ লায়ুচৰ প্ৰজা? কোন লায়ুচ? থীব্‌চৰ নৃপতি লায়ুচ?

দূত ঃ থীব্‌চৰ ৰজা লায়ুচৰ তেওঁ আছিল ভেৰাৰখীয়া।

ইডিপাচ ঃ ক'ত পাম তাক? এতিয়াও বাৰু সি জীয়াই আছে নে?

দূত ঃ ইয়াৰে কোনোবাই সেই কথা জানিব পাৰে—

ইডিপাচ : কোনে তাক চিনি পায়? এই নগৰৰ কোনো পথাৰত কোনোবাই তাক কেতিয়াবা লগ পাইছিল নে?

১ কোৰাচ : আমি তাক লগ পোৱা নাই। ৰাণীয়ে তাৰ কথা হয়তোবা কিবা জানিব পাৰে—

ইডিপাচ : ৰাণী, তুমি কিবা জানা?

জোকাষ্টা : [ চক্ খোৱাৰ দৰে ] কি কথা? কাৰ কথা?

ইডিপাচ : আমি যিজনৰ বাবে অপেক্ষা কৰিছোঁ তেওঁৰ কথাকে কৈছে নে কৰিন্থুৰ এই দূতে?

জোকাষ্টা : [ পাগলীৰ দৰে হাঁহি ] নাই, নাই মিছা মিছা, অলিক অলিক—

ইডিপাচ : সঁচাকথা লুকুৱাবলৈ চেষ্টা নকৰিবা। যদি জানা সোনকালে কোৱা।

জোকাষ্টা : সকলো মিছা, একমাত্ৰ সঁচা পলিবাচ মৃত। তোমাৰ পিতা মৃত, দেৱতাৰ বাণী নিষ্ফল। [ খিলখিলাই হাঁহে ]

ইডিপাচ : জোকাষ্টা, কৰিন্থুৰ এই দূতে এই নজনা বহুতো কথা দিছেহি সম্ভেদ।

জোকাষ্টা : কি কৈছে?

ইডিপাচ : পলিবাচ মোৰ পিতা নহয়।

জোকাষ্টা : তেন্তে কোন তোমাৰ পিতা—

ইডিপাচ : সেই ভেৰাৰখীয়াই জানে কোন মোৰ পিতা!

জোকাষ্টা : মিছা, মিছা, কোনেও নাজানে? কোনেও নাজানে আৰু তুমিও জানিবলৈ চেষ্টা নকৰিবা। ঘোৰ অমংগল হ'ব।

ইডিপাচ : হওক অমংগল। অলেখ বিপদে মোক আগুৰি পেলাওক তথাপি অলপ জানিছোঁ যেতিয়া জানিব লাগিব মই সকলোখিনিকে, মোক লাগে গোপন ৰহস্যৰ সকলো সম্ভেদ।

জোকাষ্টা : এপোলোৰ শপথ, ইমানতে এৰি দিয়া এইবোৰ কথা।

ইডিপাচ : ভয় নকৰিবা ৰাণী মোৰ বিপদে তোমাক স্পৰ্শ নকৰে, তোমাৰ মৰ্যাদা অক্ষুণ্ণ থাকিব।

জোকাষ্টা : তোমাৰ মংগলহে মাথোঁ মই কামনা কৰিছোঁ।

ইডিপাচ : কিন্তু মোৰ বাবে এই মংগল কামনা বৰ আমনিদায়ক।

জোকাষ্টা : হে ৰাজন, খাটিছোঁ কাতৰে, আৰু যেন একোকে তুমি জানিব নোখোজা।

[ জোকাষ্টা ৰজাৰ ভৰিত পৰে। ৰজাই উচাৎ মাৰি গুচি আহে ]

ইডিপাচ : নাই নাই অসম্ভৱ। জানিব লাগিব মই সকলো কথাকে। মই ইডিপাচ, ভাগ্যৰ সন্তান। মোৰ কিহৰ ভয়? মই কিয় নাজানিম, কোন মই, ক'ত কেনেকৈ মোৰ হৈছে জনম। যোৱা ততালিকে ভেৰাৰখীয়াক মাতি আনাগৈ।

[ ৰজা ভিতৰলৈ সোমাই যায়। মঞ্চ এন্ধাৰ হয়। পট পৰে ]

## বি—ৰ—তি

১ কোৰাচ ঃ কাইলৈ পূর্ণিমা তিথি—হে চিথেইৰণৰ পৰ্বতমালা! কাইলৈৰ দিনটোৱে নতুন গৰিমা দানি, তোমাক স্বাগত জনাব। ৰজা ইডিপাচে তোমাৰ গৌৰৱ ঘোষণা কৰিব। পিতৃ আৰু মাতৃৰ মৰমেৰে তুমি তেওঁক আশ্রয় দিছিলা। অতিকে আপোন বুলি তোমাক, তেওঁ আদৰি ল'ব। আৰু আমি গাম তোমাৰেই বন্দনা গীতি। হে মহান এপোলো! তুমিও প্ৰসন্ন হোৱা, ৰজাক আশীৰ্বাদ দিয়া।

২ কোৰাচ ঃ হে মহান নৃপতি, অমৰ অপেস্বৰীৰ কোন গৰাকী তোমাৰ মাতৃ? তেওঁ পাহাৰে-পৰ্বতে ভ্ৰমি ফুৰা, পেন দেৱতাৰ প্ৰিয়া, নে লক্সিয়াচৰ (এপোলোৰ) শয্যা-সঙ্গিনী? কোন তোমাৰ পিতা? হাৰমিচ্ দেৱতা, নে পৰ্বত বিহাৰী দেৱতা বেককাচ—হেলচিয়নৰ সুন্দৰী জলকন্যাসকল যাৰ লীলা সঙ্গিনী ; কাৰ আশীৰ্বাদত তুমি পৃথিৱীৰ পোহৰ দেখা পালা ইডিপাচ?

[ তৃতীয় কোৰাচৰ সতে ভেৰাখখীয়াৰ প্ৰৱেশ ]

ইডিপাচ ঃ এইজনেই বোধকৰোঁ সেই ভেৰাৰখীয়া যাৰ বাবে আমি অপেক্ষা কৰিছোঁ।

১ কোৰাচ ঃ এওঁক মই চিনি পাওঁ। লায়ুচৰ প্ৰিয় সেই ভেৰাৰখীয়া, অতিকে বিশ্বাসী—

ইডিপাচ ঃ কৰিম্থুৰ দূত, তুমি এওঁক চিনি পোৱা?

দূত ঃ পাওঁ। এইজন ভেৰাৰকীয়াৰ কথাকে কৈছিলোঁ—

ইডিপাচ ঃ [ ভেৰাৰখীয়াক ] ওচৰলৈ আহা [ ভেৰাৰখীয়া আগবাঢ়ি আহে ] সঁচা কথা ক'বা। তুমি ৰজা লায়ুচৰ ভৃত্য আছিলা?

ভেৰাৰখীয়া ঃ আছিলোঁ প্ৰভু।

ইডিপাচ ঃ কি কাম কৰিছিলা?

ভেৰাৰখীয়া ঃ ভেৰা ৰখিছিলোঁ।

ইডিপাচ ঃ কোনখিনি ঠাইত?

ভেৰাৰখীয়া ঃ চিথেইৰণ আৰু তাৰ দাঁতিকাষৰত।

ইডিপাচ ঃ [ দূতক দেখুৱাই ] এওঁক তুমি চিনি পোৱা?

ভেৰাৰখীয়া ঃ কাৰ কথা কৈছে প্ৰভু?

ইডিপাচ ঃ এওঁৰ কথা, কৰিম্থুৰ এইজন দূতৰ কথা— ক'ৰবাত দেখা মনত পৰে?

ভেৰাৰখীয়া ঃ নাই নাই, এওঁক ক'তো দেখা নাই।

ইডিপাচ ঃ ভাবি চোৱা।

ভেৰাৰখীয়াঃ একো দেখোন মনত নপৰে।
দূত ঃ হয়তো পাহৰিছে। [ভেৰাৰখীয়াক] চিথেইৰণত ময়ো ভেৰা ৰখিছিলোঁ। মনত পৰে নে, আমি যে একেলগে বহি কত কথা পাতিছিলোঁ। জহকালি ভেৰা ৰখিছিলোঁ আৰু জাৰকালি, নিজৰ নিজৰ ঠাইলৈ উভতি গৈছিলোঁ।
ভেৰাৰখীয়াঃ এতিয়া ৰিণিকি ৰিণিকি মনত পৰিছে।
দূত ঃ মনত পৰে নে বাৰু তুমি যে মোক দিছিলা এটি এধানিমান শিশু—
ভেৰাৰখীয়াঃ কিয় সুধিছা এইবোৰ কথা?
দূত ঃ কাৰণ, সেইদিনাৰ সেই শিশু আজি তোমালোকৰ ৰজা।
ভেৰাৰখীয়াঃ কিবোৰ বলকিছা! মনে মনে থাকা। ৰজাৰ ঘৰত জগৰ লগালে শাস্তি ভুগিবা।
ইডিপাচ ঃ তেওঁৰ কোনো অপৰাধ হোৱা নাই। তুমিহে অপৰাধী—
ভেৰাৰখীয়াঃ মই কি জগৰ লগালোঁ প্ৰভু!
ইডিপাচ ঃ সঁচা কথা তুমি ক'ব খোজা নাই।
ভেৰাৰখীয়াঃ তেওঁ কোৱা কথাবোৰ একেবোৰ মিছা। তেওঁ একোকে নেজানে।
ইডিপাচ ঃ বেছ, তুমি কি জানা তাকেই কোৱা। নোকোৱা যদি, কঠোৰ শাস্তি পাবা।
ভেৰাৰখীয়াঃ প্ৰভু, মই বুঢ়া মানুহ—
ইডিপাচ ঃ বুঢ়া মানুহ বুলি সাৰি নোযোবা। কঠোৰ শাস্তি পাবা।
ভেৰাৰখীয়াঃ ক্ষমা কৰা প্ৰভু। কওক, কি জানিব খুজিছে।
ইডিপাচ ঃ তুমি এই দূতক, সেই শিশুটি দিছিলা নে নাই?
ভেৰাৰখীয়াঃ দিছিলোঁ ঈশ্বৰ। উহু, সেইদিনাই মই মৰি নগলোঁ কিয়?
ইডিপাচ ঃ সেইদিনা নমৰিলা, কিন্তু আজি তোমাৰ মৰণ মিলিব, সঁচা কথা নোকোৱা যদিহে—
ভেৰাৰখীয়াঃ সঁচা কথা ক'লে তাতোকৈও বেছি অমংগল হ'ব।
ইডিপাচ ঃ কি অদ্ভুত। এতিয়াও ধেমালি কৰিছা?
ভেৰাৰখীয়াঃ নাই নাই প্ৰভু, ভুল নুবুজিব। সেই সাহ মোৰ নাই।
ইডিপাচ ঃ তেন্তে নোকোৱা কিয়?
ভেৰাৰখীয়াঃ হয় দিছিলোঁ।
ইডিপাচ ঃ ক'ত পাইছিলা শিশুটিক? তোমাৰেই সন্তান সি?
ভেৰাৰখীয়াঃ নহয় প্ৰভু—
ইডিপাচ ঃ তেন্তে কাৰ?
ভেৰাৰখীয়াঃ ক্ষমা কৰা প্ৰভু, মোক আৰু প্ৰশ্ন নকৰিবা।
ভেৰাৰখীয়াঃ সেই শিশু আছিল ৰজা লায়ুচৰ ঘৰৰে।

ইডিপাচ : লায়ুচৰ ঘৰৰ? দাসৰ কিংবা ৰাজৰক্ত বৈছিল শিশুৰ সিৰাই সিৰাই?
ভেৰাৰখীয়া : হে ভগৱান! যি কথা ক'বলৈ মই ভয় কৰিছিলোঁ—
ইডিপাচ : যি কথা শুনিবলৈ ময়ো ভয় কৰিছিলোঁ, সেই কথা আজি শুনিব লাগিব। কোৱা সোনকালে—
ভেৰাৰখীয়া : ৰজা লায়ুচৰ সন্তান বুলিয়েই সেইদিনা চিনাকি দিছিল—হয়তোবা মহাৰাণীয়ে জানে সঁচা কথা।
ইডিপাচ : জোকাষ্টাই দিছিল তোমাক?
ভেৰাৰখীয়া : হয় প্ৰভু।
ইডিপাচ : কিন্তু কিয়?
ভেৰাৰখীয়া : হত্যা কৰিবলৈ।
ইডিপাচ : হত্যা কৰিবলৈ! মাতৃৰ হৃদয় ইমান নিষ্ঠুৰ! ইমান নিৰ্মম!!
ভেৰাৰখীয়া : দৈৱবাণীৰ ভয়তে প্ৰভু—
ইডিপাচ : দৈৱবাণী? কি সেই দৈৱবাণী?
ভেৰাৰখীয়া : সেই পুত্ৰ হেনো পিতৃঘাতী হ'ব।
ইডিপাচ : তাক মাৰি নেপেলালা কিয়?
ভেৰাৰখীয়া : এধানিমান শিশু, কোন সতে হত্যা কৰোঁ তাক? মৰম লাগিল প্ৰভু।
ইডিপাচ : কিন্তু তোমাৰ মৰমে দিলে মোক ঘৃণিত জীৱন। এই দুখন হাতেৰে পিতাক হত্যা কৰিলোঁ। আৰু আৰু ওহ্ এপোলোন মোৰ বিবাহ কলংকময়। মোক কিয় জীয়াই ৰাখিছিলা এপোলোন। এই ভীষণ পাপৰ প্ৰায়শ্চিত্ত কি?

[ভীষণ হতাশাত কাৰেঙৰ ভিতৰলৈ সোমাই যায়]

১ কোৰাচ : অৰ্থহীন মানৱ জীৱন!
২ কোৰাচ : কাৰ আছিল ইমান সুখ আৰু কাৰ দুখ আজি এওঁতকৈ বেছি!
৩ কোৰাচ : যি মহান কীৰ্তিশীল ইডিপাচে মৃত্যুৰ মুখৰপৰা আমাক ৰক্ষা কৰিছিল তেওঁৰ পৰিণাম কি ভয়ংকৰ!
১ কোৰাচ : মহাকালে কাকো ক্ষমা নকৰে।
২ কোৰাচ : হে মহান ৰজা! তোমাৰ মুক্তিৰ বাবে আমি যি প্ৰাৰ্থনা কৰিছোঁ, সি যেন শোক সংগীত হৈ চৌদিশে বিননিৰহে ৰোল তুলিছে!

[কাৰেঙৰ ভিতৰৰপৰা এজন ৰাজ-দূত ওলাই আহে।]

ৰাজদূত : প্ৰস্তুত হওক সকলোৱে, শুনিবলৈ ভীষণ বাতৰি। কদমুচ আৰু লাবদাকাচৰ বংশৰ প্ৰতি যদি কাৰো লেশমাত্ৰও আনুগত্য আছে, তেন্তে এই বাতৰিয়ে নিশ্চয় আপোনালোকক অভিভূত কৰি পেলাব। থীব্‌চৰ ৰাজ-কাৰেঙত আজি অতদিনে, লুকাই আছিল যি কলংক কাহিনী, তাক ইষ্টাৰ আৰু ফেচিচ্ নৈৰ প্ৰবল টৌৱেও নাইকিয়া কৰিব

নোৱাৰে। আজি তাৰ অভিশম্পাত লাগি, যি ঘটনা ঘটিল সি আৰু ভয়লগা আৰু ভয়ংকৰ!

১ কোৰাচ ঃ আৰু কি নতুন দুৰ্ঘটনাৰ বাতৰি আনিছা, সোনকালে কোৱা।

ৰাজদূত ঃ ৰাণী জোকাষ্টা—

১ কোৰাচ ঃ কি হ'ল ৰাণী জোকাষ্টাৰ?

ৰাজদূত ঃ তেওঁৰ মৃত্যু হ'ল।

১, ২, ৩ কোৰাচ ঃ [একেলগে] মৃত্যু হ'ল!

ৰাজদূত ঃ এৰা, মৃত্যু হ'ল।

১ কোৰাচ ঃ কেনেকৈ?

ৰাজদূত ঃ আত্মহত্যা কৰিলে তেওঁ।

২ কোৰাচ ঃ আত্মহত্যা কৰিলে?

ৰাজদূত ঃ ইয়াৰপৰা উত্ৰাৱল হৈ, তেওঁ লৰি সোমাই গ'ল সেইটো কোঠালৈ, যিটোত পাতিছিল বিবাহ মণ্ডপ। ভিতৰ সোমাই দুৱাৰত খিল আঁতি দিলে। বিছনাত পৰি স্বামী লায়ুচৰ কথা কৈ কৈ কান্দিব ধৰিলে। কেনেকৈ, নজনাকৈয়ে পিতৃঘাতী নিজ সন্তানৰ পত্নী হ'ল তেওঁ, কেনেকৈ জন্ম দিলে নতুন সন্তান, সেই কথা সুঁৱৰি হিয়া ঢাকুৰিয়াই কান্দিব ধৰিলে। তাৰ পিছত ব্যাকুল-বিহ্বল হৈ ৰজা ইডিপাচ সেইফালে গ'ল ৰাণীক বিচাৰি।

[ৰাজপ্ৰাসাদৰ এটা অংশত ওলমি থকা জোকাষ্টাক দেখা যায়। উত্ৰাৱল হৈ হাতত তৰোৱাল লৈ ইডিপাচে সোমাই আহে। অৰোৱালেৰে ওলমি থকা ৰছিডাল কাটি দিয়ে। জোকাষ্টাৰ দেহটো দাঙি আনি কাষৰ বেদীত শুৱাই দিয়ে।]

ইডিপাচ ঃ অনুতাপ দগ্ধা জোকাষ্টাই আত্মহত্যা কৰিলে। ইতো শাস্তি নহয় আনিলে শাস্তি আৰু মই দুৰ্ভগীয়া এতিয়াও জীয়াই আছোঁ। জোকাষ্টা মাতৃ মোৰ।

[জোকাষ্টাৰ বুকুত মূৰটো থৈ অনুতাপত বিহ্বল হয়। তাৰ পিছত মূৰৰ চোকা ব্ৰুচপিন লৈ নিজৰ চকুত খোঁচ মাৰে। সেই অংশ এন্ধাৰ হৈ যায়। পোহৰ পৰে সমুখ ভাগত কোৰাচ আৰু দূতৰ ওপৰত]

দূত ঃ ৰাণীৰ মূৰৰপৰা ৰজাই ল'লে চোকা ব্ৰুচপিন আৰু তাৰে নিজৰ চকু দুটা খোঁচ মাৰি দিলে। তেজৰ নামিল ঢল।

১ কোৰাচ ঃ সঁচাকৈয়ে ভয়ংকৰ কাহিনী। অমানৱীয় কোন শক্তিয়ে ধ্বংসাত্মক দুৰ্ভাগ্যৰ কৰিলে সূচনা?

["ক'ত ৰাণী জোকাষ্টা" বুলি কোৰাচ তিনিজনে পৰি থকা জোকাষ্টাৰ ফালে আগবাঢ়ি গৈ জোকাষ্টাক ঢাকি ধৰে। এনেতে উদ্‌ভ্ৰান্ত ইডিপাচৰ মাত শুনা যায়]

ইডিপাচ : মেলি দিয়া, মেলি দিয়া তোড়নদুৱাৰ। চাই লওক সকলোৱে পিতৃ হত্যাকাৰী কোন সেই পাপী— [ ইডিপাচ খটটিয়েদি নামি মূল মঞ্চত প্ৰৱেশ কৰে ]

১ কোৰাচ : ৰজা ইডিপাচ।

২ কোৰাচ : অন্ধ ইডিপাচ।

ইডিপাচ : দুৰ্বাৰ নিয়তিৰ, অলংঘনীয় নিষ্ঠুৰ নিৰ্দেশ—

১ কোৰাচ : ভয় লগা এনে দৃশ্য ক'তো দেখা নাই ; শোক লগা এনে কাহিনী ক'তো শুনা নাই।

ইডিপাচ : ক'লা ডাৱৰবোৰে যেন মোক আগুৰি ধৰিছে! মোক অনুসৰণ কৰিছে ভয়ংকৰ বিভীষিকাৰ ভয় লগা ছাঁবোৰে।

৩ কোৰাচ : কিয় বাৰু নিজৰ চকুৰ জ্যোতি এইদৰে নিজে কাঢ়ি নিলা?

ইডিপাচ : এপোলোৰ অভিশাপ বন্ধু। তেওঁৰেই ইচ্ছা, মই মাথোঁ মোৰ হাতেৰে পূৰণ কৰিছোঁ। কি হ'ব দৃষ্টিৰে? চৌদিশ পংকিল বীভৎস। মোৰ বাবে অৰ্থহীন প্ৰেম-প্ৰীতি, অৰ্থহীন মৰমৰ মাত। অভিশপ্ত মই। মোৰ নিশ্বাসত বিষ, মই আনিছোঁ মৃত্যু বিভীষিকা।

১ কোৰাচ : সৌৱা আহিছে ক্ৰেয়ন—তোমাৰ ঠাইতে আজি তেওঁ ৰাজ্যৰ পালক।

[ ক্ৰেয়ন আহে ]

ইডিপাচ : কি ক'ম ক্ৰেয়নক? সকলো কথা, আজি এটি এটিকৈ হ'ল প্ৰমাণিত।

ক্ৰেয়ন : মই তোমাক মস্কৰা কৰিবলৈ অহা নাই। অতীতৰ কথা সোঁৱৰাই দি, তোমাৰ দুখৰ বোজা গধুৰ কৰাৰ ইচ্ছাও মোৰ নাই।

ইডিপাচ : মহান তুমি! এই পাপীৰ এটি প্ৰাৰ্থনা ৰাখিবা নে?

ক্ৰেয়ন : কি লাগে কোৱা।

ইডিপাচ : থীব্‌চৰপৰা মোক নিৰ্বাসিত কৰা। অতি সোনকালে এনে কোনো ঠাইলৈ পঠিয়াই দিয়া, য'ত কোনেও মোক দেখা নেপায়, মোৰ সতে কথাও পাতিব নোৱাৰে।

ক্ৰেয়ন : দেৱতাৰ নিৰ্দেশ পালে মোক কৰ্তব্য মই স্থিৰ কৰি ল'ম।

ইডিপাচ : দেৱতাৰ প্ৰত্যাদেশ অতিকে স্পষ্ট। ধ্বংস মোৰ বিচাৰিছে তেওঁ।

ক্ৰেয়ন : তথাপি নতুন নিৰ্দেশৰ আছে প্ৰয়োজন।

ইডিপাচ : আৰু এটি কথা। ৰাণীৰ অন্ত্যেষ্টিৰ ব্যৱস্থা কৰিবা। তোমাৰেই ভনী তেওঁ। আৰু মোক—এই থীব্‌চ নগৰী মোৰ পৱিত্ৰ পিতৃভূমি— মোক মুহূৰ্তৰ বাবেও ইয়াত থাকিব নিদিবা। মোক চিথেইৰণৰ নিৰ্জন পৰ্বতত এৰি থৈ আহা। সেয়ে মোৰ উপযুক্ত ঠাই। তোমাৰ হাতত এৰি গ'লো সন্তানকেটিক। সিহঁতক চাবা ভালদৰে। দেখাতো নেপাওঁ আৰু এই জীৱনত। বন্ধু, কৰিবা নে দয়া? এটিবাৰ মোৰ কষালৈ

সিহঁতক আনিবা নে? মাথোঁ এটিবাৰ। বুকুৰ মাজত সুমুৱাই শিৰত বুলাম হাত, কান্দি কান্দি হিয়া পাতলাম।

[ শিশু এন্টিগোন আৰু ইজ্‌মেৰ উচুপি উচুপি প্ৰৱেশ ]

কোন? কোনে উচুপে? কাৰ কণ্ঠস্বৰ?

ক্ৰেয়ন : তোমাৰে ছোৱালী দুটি, এন্টিগোন আৰু ইজ্‌মে।

ইডিপাচ : ঈশ্বৰে তোমাৰ কল্যাণ কৰক। আহ এন্টিগনি, আহ ইজ্‌মে। চকুৰে নেদেখোঁ মই, তথাপিও কল্পনা কৰিব পাৰোঁ, তহঁতৰ সমুখৰ কঠোৰ জীৱন। মই মহাপাপী। সৰ্বগ্ৰাসী মোৰ পাপ। এই পাপে তহঁতকো চুব। তহঁতেও নেপাব নিস্তাৰ। পিতৃ অপযশে তহঁতৰো জীৱন বিষময় কৰিব।

ক্ৰেয়ন : ধৈৰ্য্য ধৰা ইডিপাচ।

ইডিপাচ : ক্ৰেয়ন! পিতৃৰ মৰম যাচি, মোৰ সন্তানক পালন কৰিবা। আহ ইজ্‌মে, আহ এন্টিগনি, বুকুৰ মাজলৈ আহ—সোণ, জীউ মোৰ—মোৰ পথ মৃত্যুৰ পথ, মই যাওঁ।

[ এবাৰ যাবলৈ আগবাঢ়ি, আকৌ উভতি আহে, ইজ্‌মে আৰু এন্টিগোনে লৰি গৈ দেউতাকৰ বুকুৰ মাজত সোমাই হুকহুকাই কান্দি পেলায় ]

ভগৱানে তহঁতৰ কুশল কৰক, মই যাওঁ—

[ ইডিপাচ যাবলৈ আগবাঢ়ে। কান্দোনৰ ৰোল উঠে। কৰুণ সংগীতৰ লগে লগে নাটকৰ যৱনিকা নামি আহে ] ।

## শ্বেক্সপীয়েৰৰ
## কালজয়ী ট্ৰেজেডি

# ওথেলোৰ

## সম্পাদনা-অভিযোজনা

## পাত্ৰ-পাত্ৰী

ওথেলো ঃ (ওথেল্ও) ঃ মৰক্কোৰ অধিবাসী মূৰ, ভেনিচত থাকিবলৈ লৈছে। সেনাপতি। সাহসী যোদ্ধা, সম্ভ্ৰান্ত, সৰল, উদাৰ। স্বাভাৱিকতে ঈৰ্ষাপৰায়ণ নহয়, কিন্তু আনৰ প্ৰৰোচনাত সহজতেই আত্মবিস্মৃত হয়। বৰণ ক'লা নহয় ; তামবৰণীয়া। 'A brown coloured Arab of royal lineage'.

ইয়াগো ঃ ওথেলোৰ পতাকাধাৰী। চতুৰ, কিন্তু বিবেকবৰ্জিত কূট স্বভাৱৰ কাৰ্যকলাপ motiveless malignityৰ পৰিচায়ক।

ডেচডিমনা ঃ ওথেলোৰ প্ৰণয়িনী, পত্নী। Chaste and heavenly true.

কেচিও ঃ সহ-সেনাপতি। ধুনীয়া, সৎ আৰু বিশ্বাসী।

ৰদাৰিগো ঃ নিৰ্বোধ ধনী যুবক। ডেচডিমনাৰ প্ৰতি থকা আসক্তিয়ে ইয়াগোৰ হাতৰ পুতলা কৰি পেলাইছে।

এমিলিয়া ঃ ইয়াগোৰ পত্নী । ডেচডিমনাৰ প্ৰতি অনুৰক্তা। নিৰ্ভয়ে সঁচা কথা কয়।

আৰু ডেচডিমনাৰ দেউতাক ব্ৰবেঞ্চিও, ব্ৰাবেঞ্চিওৰ ভায়েক গ্ৰেচিয়ানো, ব্ৰাবেঞ্চিওৰ আত্মীয় লুডোভিচো—আটাইকেইজনেই ভেনিচৰ চিনেটৰ সভ্য। ওথেলোৰ আগতে চাইপ্ৰাছৰ গভৰ্ণৰ মন্টানো, ভেনিচৰ ডিউক।

বিঃ দ্ৰঃ দ্বিতীয় দৃশ্য, ডিউকৰ মন্ত্ৰণা সভাত ব্ৰাবেঞ্চিও আৰু ওথেলোৰ লগতে ইয়াগো, ৰদাৰিগো, গ্ৰেচিয়ানো, লুডোভিচো আৰু দুজনমান আন চিনেটৰো উপস্থিত থাকে।

# ভূমিকা

প্ৰথমতেই শ্ৰদ্ধাৰে সুঁৱৰিছোঁ কবি-নাট্যকাৰ স্বৰ্গীয় শৈলধৰ ৰাজখোৱাদেৱক। তেখেতে শ্বেক্স্‌পীয়েৰৰ ওথেলো নাটৰ অসমীয়া ৰূপান্তৰ 'ৰণজিৎ' লিখিছিল ১৯১৫ চনতে। অনেক মঞ্চত অনেকবাৰ সফলতাৰে অভিনীত হোৱা এই নাটখনি চাবলৈ নাইবা পঢ়ি সোৱাদ ল'বলৈ সুযোগ, মোৰেই দুৰ্ভাগ্যবশতঃ আজিলৈকে পোৱা নাই।

'ৰণজিৎ' দুষ্প্ৰাপ্য হোৱাত, নিজা দৃষ্টিভঙ্গীৰে ওথেলো অভিযোজনা কৰোঁ বুলিয়েই খচ্‌ৰা এটা প্ৰস্তুত কৰি পেলাইছিলোঁ আজি কেইবাবছৰ আগতেই। সেয়া মই আকাশবাণীত কাম কৰি থকা কালছোৱাৰ কথা। কিন্তু সেই সময়ত বন্ধু শ্ৰীজ্যোতিষ দত্তই অনাতাঁৰ যোগে প্ৰচাৰৰ বাবে ওথেলো যুগুত কৰি দিয়াত মোৰ খচ্‌ৰাখন সামৰি থৈ আন নাট লিখাত মন দিছিলোঁ।

আজি কেইমাহমানৰ আগতে শ্ৰীশৈল বৰুৱাৰ সহযোগত শ্ৰীবিজন চৌধুৰীৰ 'ওথেলো' পৰিচালনাৰ দায়িত্ব ল'ব লগা হোৱাত, মূল নাটখনি, স্বকীয়ভাৱে অভিযোজনা-অনুবাদ কৰাৰ পুৰণি ইচ্ছাটো পুনৰ উক দি উঠে। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে শ্ৰীবিজন চৌধুৰীৰ হাতে-লিখা নাটখনি পৰিচালনাৰ সময়ত মোৰ মতে সম্পাদনা কৰি লৈছিলোঁ।

মোৰ খচ্‌ৰাখন দুই-এজন বন্ধুক দেখুওৱাত তেওঁলোকে, বিশেষকৈ খ্যাতিমান অভিনেতা নাট্যকাৰ শ্ৰীগিৰিশ চৌধুৰী আৰু উদোগী শিল্পী মঞ্চ-কলাকাৰ শ্ৰীডম্বৰু দাসে, মোৰ অভিযোজনাৰ পাৰ্থক্য আৰু বৈশিষ্ট্য লক্ষ্য কৰি, খচ্‌ৰাখনত মনোনিৱেশ কৰিবলৈ কয়। তেওঁলোকৰ উদগনিতে W J Craigৰ সংকলনত থকা ওথেলোৰপৰা প্ৰস্তুত কৰা আগৰ অভিযোজনা, এতিয়া কিছু সংশোধন কৰি, ছপাশাললৈ পঠালোঁ। কোৱা বাহুল্য, উপস্থাপনা সংহত কৰাৰ উদ্দেশ্যেই শ্বেক্স্‌পীয়েৰ-বিশেষজ্ঞসকলে হয়তো লাগতিয়াল বুলি ভবা কেতবোৰ চৰিত্ৰ আৰু দৃশ্যও বাদ দিছোঁ। আশাকৰোঁ তেখেতসকলে মোক ক্ষমা কৰিব।

নাটখনত দৃশ্যসংকেত বা অভিনয় নিৰ্দেশ দিয়া নাই। পৰিচালকৰ ওপৰত সেই দায়িত্ব ন্যস্ত কৰিলোঁ।

মই জনাত এইখনেই ওথেলোৰ প্ৰথম ছপা হৈ ওলোৱা অভিযোজনা। কিবা দোষ-ত্ৰুটি চকুত পৰিলে সহৃদয় পাঠক, দৰ্শক, সমালোচকে আঙুলিয়াই দিলে কৃতাৰ্থ মানিম।

ওথোলোৰ প্ৰতি পুনৰ আকৰ্ষিত কৰাৰ বাবে শ্ৰীবিজন চৌধুৰীক, নানা ধৰণে সহায় কৰাৰ বাবে শ্ৰীডম্বৰু দাসক আৰু ছপাৰ দায়িত্ব লোৱাৰ বাবে সমকাল প্ৰিন্টাৰ্সৰ শ্ৰীঅমূল্য বৰুৱাক আন্তৰিক ধন্যবাদ জনালোঁ।

সত্যপ্ৰসাদ বৰুৱা

# ওথেলো

## প্ৰথম দৃশ্য

[ ভেনিচৰ আলিবাট। নিশা ]

ৰদাৰিগো : আঃ বলকনি বন্ধ কৰা ইয়াগো, মই ভাল নাপাওঁ এইবোৰ কথা। মোৰ ধন মুক্তহস্তে দান কৰিছা তুমি, মোক সহায় কৰিম বুলি প্ৰতিশ্ৰুতি দি। ওথেলো-ডেচডিমনা প্ৰণয়লীলাৰ সম্ভেদ তুমি ৰাখিব লাগিছিল।

ইয়াগো : এনে হ'ব বুলি মই সপোনতো ভবা নাছিলোঁ।

ৰদাৰিগো : ওথেলোক ঘিণ কৰা বুলি তুমি মোক কোৱা নাছিলা নে?

ইয়াগো : ঘিণ তাক নকৰোঁ বুলি প্ৰমাণ পোৱা যদি পৰিহাৰ কৰিবা মোক। মই ওথেলোক ঘিণ নকৰিম? যি মদগৰ্বী ওথেলোই আওকাণ কৰি মোৰ যোগ্যতাক, ৰোডচ্ চাইপ্ৰাচ আৰু আন ৰণাঙ্গণত মোৰ বীৰত্বৰ পৰিচয় পায়ো তাক নকৰি স্বীকাৰ, হেলাৰঙে কৰি প্ৰত্যাখ্যান সুবিবেচক নাগৰিকৰ নায্য অনুমোদন, মোৰ দাবী কৰিলে অগ্ৰাহ্য আৰু যুক্তিহীনভাৱে, পোষণ নীতিৰ বশৱৰ্তী হৈ সহ-সেনাপতিৰ পদত নিযুক্ত কৰিলে, যুঁজৰ একোকে নজনা, পুথিগত বিদ্যামাত্ৰ সাৰ, পণ্ডিত মূৰ্খ, তিৰোতা-সেৱকা ফ্লোৰেঞ্চৰ নিৰ্বোধ যুৱক সেই মাইকেল কেচিওক। তাক মই ঘিণ নকৰিম? জন্মশত্ৰু সি মোৰ।

ৰদাৰিগো : মই হোৱা হ'লে তাক হত্যা কৰি ল'লোঁহেঁতেন তীব্ৰ প্ৰতিশোধ।

ইয়াগো : সেৱাৰত ভৃত্য মই, এই অভিশাপ শিৰ পাতি ল'বই লাগিব ; যোগ্যতাৰ মূল্য নাই, সম্মান নাই অভিজ্ঞ ব্যক্তিৰ, তোষামোদ আৰু পোষণ নীতিৰে জয় জয়কাৰ। এই অবিচাৰৰ নাই কোনো প্ৰতিকাৰ!

ৰদাৰিগো : দাসত্ব শৃঙ্খল ছিঙি কৰিলোঁহেঁতেন মই প্ৰত্যক্ষ বিদ্ৰোহ।

ইয়াগো : শান্ত হোৱা ৰদাৰিগো, নাভাবিবা দাসত্বৰ বোজা লৈ নিৰ্বোধৰ দৰে মই

জীয়াই থাকিম। ময়ো প্ৰতিশোধ ল'ম। ময়ো কৰিম প্ৰত্যক্ষ বিদ্ৰোহ ; ছেগ আৰু সুবিধাৰ বাবে মাথোঁ অপেক্ষা কৰিছোঁ। মোক যি দেখিছা— মই তেনে নহয়। বাহিৰত হাঁহি মুখ, প্ৰভুভক্তি সেৱাৰত দাস আচৰণ, অন্তৰত স্বাৰ্থচিন্তা, অহৰ্নিশে ধ্যান মোৰ কিদৰে ওথেলোৰ পতন আনিম।

ৰদাৰিগো ঃ কি যে ভাগ্য এই কুহ্মচ মূৰৰ!

ইয়াগো ঃ তাইৰ দেউতাকক মাতি সকলো জনাই দিয়া। উচতাই দিয়া তাইৰ আপোনজনক। ভাঙি দিয়া ওথেলোৰ সুখৰ সপোন।

ৰদাৰিগো ঃ সেয়া পালোঁহি ডেচডিমনাৰ দেউতাকৰ ঘৰ। মই মাতোঁ তেওঁক চিঞৰি চিঞৰি—

ইয়াগো ঃ জুই লাগিলে যেনেকৈ চিঞৰে ঠিক তেনেকৈ।

[ ৰদাৰিগোই চিঞৰে ]

ৰদাৰিগো ঃ চিনৰ ব্ৰাবেঞ্চিও—

ইয়াগো ঃ উঠক, উঠক চিনৰ ব্ৰাবেঞ্চিও—চোৰ, চোৰ, চোৰ। চাওক, টকাৰ মোনাবোৰ আছে নে ঠিকে ; ছোৱালীজনীও আছে নে শোৱনি কোঠাত; চোৰ, চোৰ—

[ ওপৰ মহলাৰ খিড়িকী মেল খোৱাত ব্ৰাবেঞ্চিওক দেখা যায় ]

ব্ৰাবেঞ্চিও ঃ কি হ'ল, চিঞৰিছা কিয় এনেকৈ অত্ৰাহি হৈ? কি হ'ল তোমালোকৰ?

ৰদাৰিগা ঃ চিনৰ, সুকলমে আছে নে আপোনাৰ পৰিযালবৰ্গ? আছে নে সকলো ঘৰত?

ইয়াগো ঃ দুৱাৰবোৰত সঁচাৰ-কাঠী আছে নে লগোৱা?

ব্ৰাবেঞ্চিও ঃ কিয় সুধিছা এইবোৰ কথা?

ইয়াগো ঃ আচৰিত। আপুনি একোকে নাজানে? আপোনাৰ ঘৰত ডকাইত সোমাল ; অপহৃতা আপোনাৰ হৃদয় মাণিক। শুই থকা নগৰবাসীক জগাই দিয়ক ঘণ্টাধ্বনি কৰি ; চয়তানক শাস্তি বিহক।

ব্ৰাবেঞ্চিও ঃ বলিয়াৰ দৰে এইবোৰ কি বলকিছা?

ৰদাৰিগো ঃ শ্ৰদ্ধেয় চিনৰ, মোক বাৰু চিনিব পাৰিছে নে?

ব্ৰাবেঞ্চিও ঃ নাই। কোন তুমি?

ৰদাদিৰগা ঃ মোৰ নাম ৰদাৰিগো।

ব্ৰাবেঞ্চিও ঃ অ', ৰদাৰিগো। কিয় আহিছা পুনৰ? স্পষ্টভাৱে কোৱা নাই নে মই, ডেচডিমনা তোমাৰ বাবে নহয়। এতিয়া মদৰ নিচাত মাতাল হৈ শান্তি ভঙ্গ কৰিছা মোৰ মাজনিশা আহি, কূট অভিসন্ধি লৈ ভুৱা বীৰত্বৰ কৰিছা বৰাই। তুমি তুমি.......

ৰদাৰিগো ঃ চিনৰ, চিনৰ—

ব্ৰাবেঞ্চিও : মই দিম তোমাক শাস্তি সমুচিত। অনুতাপ তুমি কৰিব লাগিব।

ৰদাৰিগো : মিছাকৈয়ে খং নকৰিব, শান্ত হওক চিনৰ।

ব্ৰাবেঞ্চিও : কি ডকাইতিৰ কথা কৈছা? পাহৰি নাযাবা এইখন ভেনিচ নগৰ, আৰু মোৰ এয়া পামঘৰ নহয়।

ৰদাৰিগো : মাননীয় চিনৰ! বিশ্বাস কৰক, আমাৰ মনত কোনো দুৰভিসন্ধি নাই।

ইয়াগো : আচৰিত কথা! দেখিছোঁ চয়তানৰ প্ৰৰোচনাত আপুনি বিশ্বাস হেৰুৱাব পাৰে ঈশ্বৰৰ প্ৰতিও। আমি আহিছোঁ আপোনাৰ সেৱাৰ কাৰণে, আৰু আপুনি আমাক গুণ্ডা আখ্যা দিছে। বিশ্বাস কৰক, এক বৰ্বৰ পশুৰ কবলত পৰি ডেচডিমনা ভ্ৰষ্টা আজি। কলঙ্কিত আপোনাৰ বংশ পৰম্পৰা।

ব্ৰাবেঞ্চিও : উঃ কি যে জঘন্য জীৱ তই।

ইয়াগো : শুনক, আপোনাৰ চেনেহী জীয়াৰী আৰু সেই কুৎচ ওথেলো, আলিঙ্গন পাশত আবদ্ধ এতিয়া......।

ব্ৰাবেঞ্চিও : দুৰ্বিনীত দুৰ্জন তই—।

ইয়াগো : আপুনিতো চিনেটৰ সম্ভ্ৰান্ত সদস্য।

ব্ৰাবেঞ্চিও : তোক মই ভালদৰে চিনি পাওঁ ৰদাৰিগো ; মনত ৰাখিবি, এই কুৎসা ৰটনাৰ বাবে জবাবদিহি কৰিব লাগিব।

ৰদাৰিগো : কথা দিলোঁ সকলো প্ৰশ্নৰে সদুত্তৰ পাব। কিন্তু আপোনাৰ জীয়াৰীয়ে যে কামুক মূৰৰ সতে কাম-কেলি কৰি আছে জানে নে নাজানে? যদি জানে, যদি সিহঁতে পাইছে সম্মতি, তেন্তে আমি অপৰাধী। কিন্তু এই অঘটন, যদিবা ঘটিছে আপুনি নজনাকৈয়ে, তেন্তে তুৰন্তে ব্যৱস্থা লওক। বিপথগামী ডেচডিমনা! সৌন্দৰ্য সৌভাগ্য তাই মূৰ্খৰ দৰে দিছে জলাঞ্জলি, ঘৃণিত মূৰৰ চৰণ তলত। নিজে গৈ চাই আহক, ডেচডিমনা আছে নে নাই শোৱনি কোঠাত। যদি আছে, যদি আমাৰ কথা মিছা বুলি প্ৰমাণিত হয়, যি কোনো শাস্তিকে আমি কৰিম গ্ৰহণ।

ব্ৰাবেঞ্চিও : কোন ক'ত আছা, উঠা। উঠা। সপোনে আগলি বতৰা দিছিল এই অঘটনৰ, এতিয়া দিঠকত পৰিণত হ'ল। শঙ্কিত মন, উদ্বেগ বাঢ়িছে। কোন ক'ত আছা উঠা, পোহৰাই দিয়া চতুৰ্দিশ।

[ ওপৰৰপৰা প্ৰস্থান ]

ইয়াগো : ৰদাৰিগো, মোৰ পক্ষে ইয়াত থকাতো আৰু উচিত নহ'ব। মই যাওঁ। এই ঘটনাই ওথেলোৰ চৰিত্ৰত চেকা পেলাব ধুৰুপ ; তথাপি তাৰ ওপৰত থকা ৰাষ্ট্ৰৰ আস্থাক দুৰ্বল কৰিব বুলি বিশ্বাস নহয়। তাৰ বীৰত্বত মুগ্ধ চিনৰসকল। কাৰ্য সিদ্ধিৰ বাবে সেয়ে আমাক সময় লাগিব। ওথেলোৰ প্ৰতি আনুগত্যৰ অভিনয়ৰ আৰু প্ৰয়োজন হ'ব। বিদায়।

[ ব্ৰাবেঞ্চিও আলিবাটলৈ ওলাই আহে ]

ব্ৰাবেঞ্চিও ঃ নিদাৰুণ সত্য কথা, প্ৰবঞ্চিত মই! দুখৰ আঘাত হানি বৃদ্ধ বয়সত পলাল ডেচডিমনা। ৰদাৰিগো, দেখিছা নে তাইক মূৰৰ লগত? বিবাহ্ পাশত সিহঁত আৱদ্ধ হ'ল নে?

ৰদাৰিগো ঃ বোধকৰোঁ হ'ল।

ব্ৰাবেঞ্চিও ঃ উহ্ ভগৱান! তাই পলাল কেনেকৈ? অতিকে' আপোন যি, তাৰ এই প্ৰতাৰণা কেনেকৈ সহ্য কৰি থাকোঁ? পিতৃসকল, তোমালোকে কন্যাক বাহিৰৰ ব্যৱহাৰত ভোল গৈ কেতিয়াও বিশ্বাস নকৰিবা। নিশ্চয় সি তাইক বিমুগ্ধ কৰিছে মন্ত্ৰৰ বলেৰে।

ৰদাৰিগো ঃ পুথি-পত্ৰত ময়ো পাইছোঁ এনেবোৰ কথা ; জঘন্য মূৰৰ পক্ষে একো অসম্ভৱ নহয়।

ব্ৰাবেঞ্চিও ঃ তোমাৰ লগতে যদি তাইক বিয়া দিলোঁহেঁতেন! ক'ত গ'লে বাৰু আমি তাইক বিচাৰি পাম?

ৰদাৰিগো ঃ বিশ্বস্ত অনুচৰসহ মোৰ লগত ব'লক। নগৰ চলাথ কৰিলে নিশ্চয় বিচাৰি পাম।

ব্ৰাবেঞ্চিও ঃ ব'লা। তুমি মোক সহায় কৰা। প্ৰচুৰ পুৰস্কাৰ দিম। মূৰৰ বিৰুদ্ধে ডিউকৰ ওচৰত আমি গোচৰ তৰিম। ব'লা—।

[ দুয়োৰে প্ৰস্থান ]

●●

## দ্বিতীয় দৃশ্য

[ ভেনিচ। ডিউকৰ মন্ত্ৰণা সভা। দুই-এজন চিনেটৰ, ডিউক, ব্ৰাবেঞ্চিও, ইয়াগো, ৰদাৰিগো আৰু ওথেলো আদি থাকে। মাজনিশা। ]

ডিউক : বীৰ ওথেলো! সঙ্কটকালীন এই জৰুৰী সভাই গুৰুত্বপূৰ্ণ সিদ্ধান্ত লৈছে। দেশৰ শত্ৰু, তুৰ্কীৰ বিৰুদ্ধে তুমি সেনাপতি নিৰ্বাচিত হ'লা। (ব্ৰাবেঞ্চিওক দেখি) স্বাগতম চিনৰ। এই সময়ত আপোনাৰ পৰামৰ্শৰো প্ৰয়োজন আছে।

ব্ৰাবেঞ্চিও : সম্মানিত ডিউক! সহায়-সহযোগ মোকো লাগে ; কিন্তু ক্ষমা কৰিব, এই মুহূৰ্তত ৰাষ্ট্ৰৰ কথা চিন্তা কৰিবলৈ মন মোৰ প্ৰস্তুত নহয়। দেশৰ সঙ্কটেও বিব্ৰত কৰা নাই মোক। ব্যক্তিগত দুখৰ বোজা সহিব নোৱাৰিহে জৰ্জৰিত মই।

ডিউক : অঘটন ঘটিল কিনো?

ব্ৰাবেঞ্চিও : মোৰ কন্যা, উহ্ মোৰ কন্যাই..........

ডিউক : মৃতা নে কি তেওঁ?

ব্ৰাবেঞ্চিও : এৰা, মোৰ বাবে! অপহৃতা তাই। ডাইনী বিদ্যাৰে মেঘাচ্ছন্ন কৰি সতীত্ব তাইৰ কৰিছে হৰণ।

ডিউক : আপোনাৰ কন্যাৰ যিজনে সাধিছে অনিষ্ট লিপ্ত হৈ এই জঘন্য কাৰ্যত, পিতা আৰু সন্তানৰ মাজত যিজনে ৰচিছে বিচ্ছেদ, ৰাষ্টৰ আইন মতে শাস্তি সি ভুগিব লাগিব। মোৰ পুত্ৰ হ'লেও নাপায় নিস্তাৰ। কওক চিনৰ, কাক আপুনি সন্দেহ কৰিছে।

ব্ৰাবেঞ্চিও : সেইজন সম্মুখত আমাৰ ; সম্মানিত সেনাপতিৰূপে যিজন হ'ল নিৰ্বাচিত।

ডিউক : আপোনাৰ অভিযোগ ওথেলোৰ বিৰুদ্ধে? ই যে আচৰিত কথা! সেনাপতি! কোৱা ততালিকে এই সম্পৰ্কে তোমাৰ বক্তব্য কি?

ওথেলো : সম্মানিত ডিউক! ৰাষ্ট্ৰৰ নায়ক ; মোৰ বিৰুদ্ধে অনা এই অভিযোগ একেবাৰে সঁচা। মিছা তাত অকণিকে নাই। হৰণ কৰিছোঁ মই বৃদ্ধৰ

কন্যাক আৰু মই তেওঁক কৰিছোঁ বিবাহ। ইমানেই মোৰ অপৰাধ। কথাত কৰ্কশ মই, সংসাৰৰ অভিজ্ঞতা নাই। ৰণক্ষেত্ৰতে কটালোঁ জীৱন। মোৰ কাৰ্যৰ সপক্ষে যুক্তিৰ অৱতাৰণা সেয়ে কৰিব নাজানো। তথাপি যদি ধৈৰ্য ধৰি শুনে, তেন্তে ক'ব পাৰোঁ মোৰ প্ৰেমৰ কাহিনী ; ক'ব পাৰোঁ কিনো সেই যাদু আৰু মোহিনী মন্ত্ৰ, যিহৰ বলত মই বৃদ্ধৰ কন্যাৰ অন্তৰ কৰিছিলোঁ জয়।

ব্ৰাবেঞ্চিও ঃ কন্যা মোৰ শান্ত-সৰল লাজতে মূছ-কঁছ যোৱা ; সাহ তাইৰ অকণিকে নাই। আপোন ইচ্ছাত সেয়ে দেখিলে ভয় লগা বিদেশী কৃষ্ণচটোক ভাল পোৱা তাইৰ পক্ষে কেতিয়াও সম্ভৱ নহয়। ই তাইৰ স্বভাৱ বিৰুদ্ধ কথা। মই পুনৰ সেয়ে ন দি কওঁ মোৰ কন্যাৰ এনে আচৰণ তাৰ আছদিৰহে বিষক্ৰিয়া ফল।

ডিউক ঃ এইদৰে কৈ একো লাভ নাই ; সম্ভৱ-অসম্ভৱৰ দোমোজাত প্ৰমাণৰ আঁত হেৰাই যায়। ওথেলো! তুমি স্পষ্টভাৱে কোৱা কুমাৰীৰ অন্তৰ কিদৰে কৰিছিলা জয়। পৰোক্ষভাৱে যাদুৰ বলেৰে, নে প্ৰেমৰ বেদীত হিয়াই হিয়াই উপচি পৰা চেনেহ বিলাই?

ওথেলো ঃ মিনতি কৰিছোঁ ডেচডিমনাক ইয়ালৈ আমন্ত্ৰণ কৰি পিতৃৰ সন্মুখত শুনক তেওঁ কি কয়। তেওঁৰ কথাত যদি মোৰ দোষ প্ৰমাণিত হয়, যদি মোৰ প্ৰতি তেওঁৰ নাই কোনো ভালপোৱা ভাব, তেন্তে পদচ্যুত কৰি মোক মৃত্যু দণ্ড দিব।

ডিউক ঃ তেন্তে সেয়ে হওক। কোনোবা এজনে গৈ ডেচডিমনাক মাতি আনক এই সভালৈ।

ওথেলো ঃ ইয়াগো তুমিয়েই যোৱা। (ইয়াগো যায়) ডেচডিমনা অহাৰ আগতে শুনক সকলোৱে স্বীকাৰোক্তি মোৰ ; প্ৰেমৰ বেদীত আমি দুয়ো কেনেকৈ সমৰ্পিলোঁ প্ৰাণ আৰু কেনেকৈ ইজনে-সিজনক ভাল পাই গ'লোঁ।

ডিউক ঃ কোৱা ওথেলো, শুনিম সকলো।

ওথেলো ঃ ডেচডিমনাৰ দেউতাকে মোক সঘনে আমন্ত্ৰণ কৰি তেওঁৰ ঘৰলৈ, শুনিছিল মোৰ জীৱন কাহিনী—কেনেকৈ কৰিছিলোঁ ৰণ, অৱৰোধ, সৌভাগ্য আহৰণ আৰু দুৰ্যোগে কেনেকৈ মোক বিব্ৰত কৰিছিল ; হিংস্ৰ নৰখাদক আৰু কবন্ধৰ স'তে কেনেকৈ ভেটা-ভেটি হৈছিল মোৰ ; কেনেকৈ কেতিয়াবা সাগৰৰ উৰ্মি বুকুত, কেতিয়াবা পৰ্বতৰ ওখ শিখৰত, কেতিয়াবা বন্দীত্বৰ গ্লানিময় শত্ৰু শিৱিৰত, কেতিয়াবা জনহীন মৰু প্ৰান্তৰত চলিছিল দুৰ্বাৰ গতিত মৰণকো তুচ্ছ কৰা মোৰ অভিযান— সেই সকলো ঘটনাকে তেওঁক বিৱৰি কৈছিলোঁ ; ডেচডিমনায়ো

দেউতাকৰ লগতে বহি শুনিছিল শিহৰণ তোলা কাহিনীবোৰ। শুনি শুনি অভিভূত হৈছিল তেওঁ। ঘৰুৱা বনৰ বাবে শুনাত ব্যাঘাত হ'লে কৈছিল পুনৰ ক'বলৈ। মোৰ দুৰ্মদ যৌৱনক ক্ষত-বিক্ষত কৰা ভয়ঙ্কৰ ঘটনাৰ বৰ্ণনা শুনি সমবেদনাত অন্তৰ তেওঁৰ উপচি পৰিছিল, দুগালেদি বৈছিল চকুলোৰ ধাৰ ; তেওঁৰ দৃষ্টিত দেখিছিলোঁ কৰুণ আকুতি, নিজকে সমৰ্পণ কৰাৰ ব্যাকুল বাসনা। মই বিহ্বল হৈ পৰিছিলোঁ। বিমুগ্ধ কৰিছিল তেওঁক মোৰ জীৱন কাহিনীয়ে। তেওঁৰ সঁহাৰিয়ে জয় কৰিছিল মোৰ কঠুৱা অন্তৰ। দুয়ো দুয়োকো ভাল পাই পেলাইছিলোঁ। সৌৱা ডেচডিমনা.....

[ ইয়াগো আৰু ডেচডিমনাৰ প্ৰৱেশ ]

ডিউক : মোৰ কন্যাও বিমুগ্ধ হ'লহেঁতেন এই কাহিনী শুনিলে। চিনৰ ব্ৰাবেঞ্চিও, কি পালে, কি হেৰুৱালে বিচাৰ নকৰি, যি ঘটিল তাকে গ্ৰহণ কৰক মুকলি মনেৰে।

ব্ৰাবেঞ্চিও : ডেচডিমনাই কি ক'ব খোজে তাকে বাৰু শুনি লওক আগতে এবাৰ ; যদি তাই নিজে ধৰা দিছে মুৰৰ হাতত, নিজ ইচ্ছাৰে ভাল পাই তাক, তেন্তে মুৰৰ বিৰুদ্ধে মোৰ ক'বলৈ একো নাথাকিব। ডেচডিমনা, ভালদৰে ভাবি-গুণি কোৱা এই মহান সভাত, কাৰ প্ৰতি আনুগত্য বেছি, কাক তুমি বেছি ভাল পোৱা?

ডেচডিমনা: পিতা! তুমি মোৰ জন্মদাতা, শিক্ষাগুৰু, তোমাৰ চেনেহে মোক জীপ দি ৰাখিলে জীয়াই ; কন্যাৰূপে যৌৱনত হ'লোঁ উপনীত। সেয়ে তোমাক শ্ৰদ্ধা কৰোঁ অন্তৰৰপৰা। কিন্তু সন্মুখত সেয়া মোৰ স্বামী, যিজনৰ ওচৰত সমৰ্পিছোঁ দেহ-মন-প্ৰাণ। মাতৃয়ে যিদৰে তেওঁৰ পিতৃতকৈ তোমাক আগ ঠাই দিছিল নাৰীত্বৰ কৰ্তব্য সুঁৱৰি, ময়ো আজি সেইদৰেই স্বামী অনুগামী..........

ব্ৰাবেঞ্চিও : ক্ষান্ত হোৱা ডেচডিমনা, আৰু একো শুনিব নোখোজোঁ। উহ্ ভগৱান! কন্যা জন্ম দিয়া কি যে মহাপাপ, তাৰে শাস্তি মই ভুগিব ধৰিছোঁ। তথাপি ক'ম, আজি মুক্ত মই, মোৰ আন কন্যা নাই বুকুত বহুৱাবলৈ এইদৰে শেল, যাৰ বাবে হয়তোবা কৰিলোঁহেঁতেন নিপীড়ন বিধান মই অত্যাচাৰীৰূপে।

ডিউক : সন্মানিত চিনৰ, যি হ'ল তাক নোহোৱা যেতিয়া কৰিব নোৱাৰে অনুতাপ কৰি লাভ নাই ; বিধিৰ নিৰ্বন্ধ বুলি ধৈৰ্য ধৰি ৰওক। অন্যায় হৈছে বুলি যদি ভাবি থাকে অশান্তিৰ মাত্ৰা বাঢ়ি যাব। অযথা দুখে মাথোঁ বঢ়াই তুলিব দুখৰেই বোজা। ক্ষতিক হাঁহি মুখে গ্ৰহণ কৰিলে ক্ষতি কৰোঁতাজনে লাজ পাই যায়।

ব্ৰাবেঞ্চিও ঃ তেন্তে চাইপ্ৰাছ তুৰ্কিসকলক এৰি দিয়ক, হাঁহি মুখে ক্ষতিক ক্ষতি বুলি স্বীকাৰ নকৰি ; এনে সান্ত্বনা সিহে সহ্য কৰিব পাৰে দুঃখ যি সহিব নালাগে। কিন্তু ধৈৰ্যৰে দুখক যি আদৰি লয় তাক সান্ত্বনাৰ স্তোকবাক্য আৰু দুখৰ বোজা উভয়েই কৰে যে পীড়ন। কথাত কথা বাঢ়ে, ব্যথাভৰা অন্তৰক প্ৰবোধ নিদিয়ে। সেয়ে এইবোৰ কথা ইয়াতেই সামৰি থৈ ৰাষ্ট্ৰৰ কাৰ্য আপুনি আৰম্ভ কৰক।

ডিউক ঃ তুৰ্কিসকলে চাইপ্ৰাছ আক্ৰমণ কৰিবলৈ কৰিছে বিৰাট প্ৰস্তুতি। ওথেলো, সেই ঠাইৰ প্ৰতিৰোধ ব্যৱস্থা সম্বন্ধে তোমাৰ একো অজ্ঞাত নাই। যদিওবা আছে আমাৰ অভিজ্ঞ পদাধিকাৰ, এই সংকট কালত প্ৰজাই তোমাকেই বিচাৰিছে তাত। সম্ভোগ বাসনা সেয়ে বিসৰ্জন দি তুমি যাব লাগে ৰণক্ষেত্ৰলৈ।

ওথেলো ঃ সম্মানিত ডিউক, চিৰ অনুগত কৰ্মচাৰী মই, ৰাষ্ট্ৰৰ নিৰ্দেশ অৱশ্যে পালিম ; ৰণক্ষেত্ৰৰ পাষাণ বুকু মোৰ বাবে চৰাইৰ পাখিৰ কোমল শয্যা। সৈনিকৰ কঠোৰ জীৱন মোৰ অতি প্ৰিয়। কথা দিলোঁ, দেশৰ শত্ৰুক মই নিপাত কৰিম। কিন্তু মোৰ আছে এটি নিবেদন, মোৰ পত্নীয়ে যেন জীৱন নিৰ্বাহৰ বাবে পায় সম্মান সম্পদ আৰু সকলো সুবিধা।

ডিউক ঃ আপত্তি নকৰা যদি তেওঁ থাকিব পাৰে পিতৃৰ লগত।

ব্ৰাবেঞ্চিও ঃ নাই নাই, মোৰ লগত থাকিব নালাগে।

ওথেলো ঃ মোৰো নাই সম্মতি তেনে ব্যৱস্থাত।

ডেচডিমনাঃ ময়ো থাকিব নিবিচাৰোঁ পিতৃৰ লগত। মোৰ উপস্থিতিয়ে তেওঁৰ অশান্তি বঢ়াব। যদি দিয়ে অনুমতি মই এটা প্ৰস্তাৱ কৰিব খোজোঁ।

ডিউক ঃ ব্যক্ত কৰা কি ইচ্ছা তোমাৰ।

ডেচডিমনাঃ পিতাৰ বিৰুদ্ধে গৈ ওথেলোৰ লগত থাকিম বুলি তেওঁক ভাল পাইছিলোঁ। তেওঁৰ অন্তৰ সৌন্দৰ্যই মোক আকৰ্ষণ কৰিলে। বিমুগ্ধ কৰিলে তেওঁৰ বীৰত্বই। উৎসৰ্গ কৰিলোঁ মই নিজৰ সত্তাক ; সঁপি দিলোঁ দেহ-মন-প্ৰাণ। তেওঁ যদি যায় ৰণলৈ আৰু মই কটাওঁ শান্তিত জীৱন, তেওঁৰ সেৱাৰপৰা বঞ্চিত যে হ'ম। বিচ্ছেদ বেদনাও হ'ব সহ্যৰ অতীত। সেয়ে অনুমতি দিয়ক ময়ো সহগামী হওঁ।

ওথেলো ঃ তেওঁৰ প্ৰাৰ্থনা পূৰণ কৰক। ঈশ্বৰৰ শপথ, বাসনাত ব্যাকুল হৈ কৰা নাই এই অনুৰোধ। যৌৱনৰ মাদকতা মোৰ মাজত নাই। মন মোৰ অতিকে সংযত, ৰাষ্ট্ৰৰ সম্মান ৰক্ষা একমাত্ৰ ধ্যান। ডেচডিমনাৰ সাহচৰ্যই কৰ্তব্য পথৰপৰা মোক টলাব নোৱাৰে।

ডিউক ঃ তেন্তে যি ভাল দেখা তাকে কৰা, নকৰোঁ আপত্তি। কিন্তু এটা মাত্ৰ কথা, বিলম্বৰ নাই অৱসৰ। আজি নিশাতেই যাত্ৰা তুমি কৰিব লাগিব।

ডেচডিমনাঃ আজি নিশাতেই?

ডিউক ঃ এৰা, আজি নিশাতেই।

ওথেলো ঃ প্ৰস্তুত মই।

ডিউক ঃ কালি পুৱা পুনৰ বহিব সভা। ওথেলো, কোনোবা বিষয়াক তুমি এৰি থৈ যোৱা। থাকিলে জৰুৰী বতৰা কিবা, নিব যেন পাৰে।

ওথেলো ঃ বিশ্বস্ত পতাকাবাহী থাকিল ইয়াগো। মোৰ পত্নীক নিয়াৰ দায়িত্বও দিলোঁ তেওঁকেই ; কিবা যদি থাকে বিশেষ নিৰ্দেশ, তেওলোকেই কঢ়িয়াই নিব।

ডিউক ঃ সেয়ে হ'ব। শুভৰাত্ৰি। আহোঁ আমি। (ব্ৰাবেঞ্চিওক) শ্ৰদ্ধেয় চিনৰ, অন্তৰ পবিত্ৰ যাৰ, মুখৰ বৰণে তাৰ সৌন্দৰ্যৰ দীপ্তি ম্লান কৰিব নোৱাৰে। ওথেলো, ডেচডিমনাৰ যত্ন ল'বা, ৰণৰ ক্ষেত্ৰত গৈ বিপাস্তত তেওঁ যেন পৰিব নালাগে। বিদায় এতিয়া।

[ প্ৰস্থান ]

ব্ৰাবেঞ্চিও ঃ ওথেলো, সাৱধান ; প্ৰেমত অন্ধ নহ'বা। যি কন্যাই পিতৃক কৰে প্ৰবঞ্চনা, স্বামীকো তাই কৰিব পাৰে তেনে প্ৰতাৰণা—

ওথেলো ঃ ডেচডিমনাৰ সততাত মোৰ জীৱনো ৰাখিব পাৰোঁ পণ। (ব্ৰাবেঞ্চিওৰ প্ৰস্থান) ইয়াগো, তোমাৰ দায়িত্বত থাকিল প্ৰিয়া ডেচডিমনা। তোমাৰ পত্নীয়েও যেন তেওঁৰ চোৱা-চিঁতা কৰে। মই যোৱাৰ পাছত তোমালোকেও অনতিপলমে যাত্ৰা কৰিবা চাইপ্ৰাছ অভিমুখে। আহা ডেচডিমনা, সময় নিচেই কম, যাত্ৰাৰ কৰোঁ আয়োজন।

[ ওথেলো আৰু ডেচডিমনাৰ প্ৰস্থান ]

ৰদাৰিগো ঃ ইয়াগো!

ইয়াগো ঃ প্ৰিয় বন্ধু, কি ক'ব খুজিছা কোৱা।

ৰদাৰিগো ঃ কি কৰোঁ এতিয়া?

ইয়াগো ঃ ঘৰলৈ গৈ শুই থাকা।

ৰদাৰিগো ঃ নহয়, মই পানীত ডুবি মৰিম।

ইয়াগো ঃ মূৰ্খৰ দৰে কি বলকিছা?

ৰদাৰিগো ঃ দুখৰ জীৱনতকৈ মৃত্যুই শ্ৰেয়।

ইয়াগো ঃ এজনী সাধাৰণ ছোৱালীৰ কাৰণে মৰিবা কিয়?

ৰদাৰিগো ঃ এই মোহ লাজ লগা দুৰ্বলতা সেই কথা জানো। কিন্তু নিজক সুধৰাবৰ শক্তি মোৰ নাই।

ইয়াগো ঃ শক্তি নিৰ্ভৰ কৰে ইচ্ছাৰ ওপৰত। মন ইচ্ছাৰ অধীন। ইচ্ছা যিদৰে কৰা কামৰ ফলো সেইদৰে পাবা। যুক্তিৰে চালিত কৰা মনৰ গতিক, লালসা সংযত হ'ব।

ৰদাৰিগো ঃ অসম্ভৱ কথা।

ইয়াগো ঃ প্ৰেম দেহৰ লালসা বিনে আন একো নহয় ; ইচ্ছাৰে তাক দমন কৰিব পাৰি। মৰাৰ কথা পাহৰি যোৱা। মানুহৰ দৰে থিয় হোৱা, মই তোমাক সহায় কৰিম। মোনাত ধন ভৰাই লোৱা আৰু চাইপ্ৰাছলৈ ব'লা। একোছা দাঢ়িও লগাই ল'বা। ডেচডিমনাৰ সোনকালেই মোহ-মুক্তি হ'ব। ওথেলোৰ আমুৱাব। মিঠা প্ৰেম তিতা হ'ব, পৰিণতি হ'ব বিষময়। মোনাত ধন ভৰাই ভৰাই লোৱা। এই বুঢ়াটোৰ লগত তাই কিমান দিন থাকিব? মোহ-মুক্তি হ'লে ধুনীয়া ডেকাক বিচাৰিব। যিমান পাৰা সিমান ধন মোনাত ভৰাই ল'বা।

ৰদাৰিগো ঃ আশা পূৰণ হ'ব নে মোৰ?

ইয়াগো ঃ নিশ্চয় হ'ব। মোৰ ওপৰত আস্থা ৰাখা আৰু ধন গোটোৱা। ওথেলোক মই ঘিণ কৰোঁ অন্তৰৰপৰা। তুমিওতো কৰা। আহঁা, প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ উদ্দেশ্যে আমি দুয়ো একেলগ হওঁ।

ৰদাৰিগো ঃ কাইলৈ ক'ত লগ পাম?

ইয়াগো ঃ মোৰ ঘৰত।

ৰদাৰিগো ঃ পুৱাই যাম।

ইয়াগো ঃ আহিবা। এতিয়া বিদায়। আৰু শুনা—

ৰদাৰিগো ঃ কোৱা।

ইয়াগো ঃ ডুবি মৰাৰ কথা মুখত নানিবা।

ৰদাৰিগো ঃ সেই চিন্তা মই ত্যাগ কৰিলোঁ। এতিয়া মোৰ আটাইখিনি মাটি বেচাৰহে বন্দোবস্ত কৰিম।

ইয়াগো ঃ যোৱা, বিদায়। যিমান পাৰা ধন গোটাবা। (ৰদাৰিগো যায়) মোৰ কবলত পৰা মূৰ্খৰপৰা এইদৰেই মই ধন চুঁচি লওঁ। ইয়াতেই আনন্দ মোৰ। নহ'লে অৰ্থহীন হয় এইদৰে সময় কটোৱা। ওথেলোক মই ঘিণ কৰোঁ। শুনিছোঁ মোৰ পত্নীকো হেনো সি ভ্ৰষ্টা কৰিছে। নাজানো সঁচা নে মিছা। তথাপি সি নাপাব নিস্তাৰ। সি মোক সৎ বুলি ভাবে। এইটোৱেই সুবিধা। বিষাক্ত কৰিম মই ওথেলোৰ মন। সিঁচিম তাত সন্দেহৰ বীজ। ক'ম, ডেচডিমনাৰ স'তে কেচিওৰ বৰ হলিগলি। কেচিও দেখাতে ধুনীয়া। মোহনীয় ৰূপ। এনে পুৰুষেই নাৰীক বিপথে নিয়ে। ওথেলো উদাৰ, সহজেই পতিয়ন যায়। তাক নাকত ধৰি চাকত ঘূৰাম। চাওঁ, কি কৰিব পাৰোঁ। কূট-কৌশলেৰে কাৰ্য সিদ্ধি কৰিব লাগিব। [ প্ৰস্থান ]

●●

## তৃতীয় দৃশ্য

[ চাইপ্ৰাছ। সাগৰৰ পাৰ। পুৱা ]

ডেচডিমনাঃ আহক কেচিও, স্বামীক স্বাগতম জনাওঁ (ইয়াগোৰ লগত ওথেলোৰ প্ৰবেশ। কেচিওই সামৰিক প্ৰথাত অভিবাদন কৰে) প্ৰিয়তম, তোমাৰ কাৰণে বাট চাই চাই ভাগৰি পৰিলোঁ। আমাৰ জাহাজ পাছত এৰিও চাইপ্ৰাছ আগতে পালেহি, তোমাৰ বাৰু পলম হ'ল কিয়?

ওথেলো ঃ ধুনীয়া যুঁজাৰু! সাগৰত উঠিছিল ভীষণ ধুমুহা, বতাহে দিছিল বাধা। তোমাক নাপাওঁহি বুলি কি যে ভয় লাগিছিল। এতিয়া দুশ্চিন্তা আঁতৰিল। তোমাক পালোঁহি যেতিয়া মৰিবলৈ আৰু ভয় নাই।

ডেচডিমনাঃ কি যে কথাবোৰ কোৱা—

ওথেলো ঃ এন্ধাৰ ভৱিষ্যৎ ; কেতিয়া কি হয় কোনে ক'ব পাৰে? কিন্তু এই পুনৰ্মিলনে মোক দিছে যি আনন্দ তাৰ তুলনা নহ'ব।

ডেচডিমনাঃ ঈশ্বৰে যেন আমাৰ প্ৰেম, আমাৰ এই আনন্দ, দিনক দিনে বঢ়াই দিয়ে।

ওথেলো ঃ ভাগ্য যেন সুপ্ৰসন্ন হয়। আমাৰ যুটীয়া প্ৰাৰ্থনা ভগৱানে যেন পূৰণ কৰে। আহাঁ, আমি দুৰ্গলৈ যাওঁ। কেচিও, তোমালোকৰ বাবে সু-খবৰ আছে। ধুমুহাত তুৰ্কি বাহিনী জাহ গ'ল সাগৰ বুকুত। জয়ী আমি। চেনেহী ডেচডিমনা, তোমাক পাই চাইপ্ৰাছবাসী অতি সুখী হ'ব। আহাঁ প্ৰিয়ে, মিলন আনন্দত উদ্‌বাউল মই। মৰম উথলি উঠি কথা ক'ব নিদিয়া হৈছে। ইয়াগো, জাহাজৰপৰা বস্তুবোৰ সামৰি আনা আৰু চালকক দুৰ্গলৈ মতা বুলি ক'বা। আহাঁ ডেচডিমনা—

[ কেচিও, ওথেলো, ডেচডিমনাৰ প্ৰস্থান ]

ইয়াগো ঃ প্ৰেম সঙ্গীতৰ মধুৰ কঁপনি মই বন্ধ কৰি দিম। (ৰদাৰিগো আহে) শুনা ৰদাৰিগো, ডেচডিমনা কেচিওৰ প্ৰেমত পৰিছে—

ৰদাৰিগো ঃ সম্ভৱ জানো এনে কথা?

ইয়াগো ঃ কেলেই নহয়? বীৰত্বৰ বৰাই কৰি সুন্দৰীক ধৰি ৰাখিব নোৱাৰি। ৰূপ লাগে ; ওথেলো কুৎসিত। ডেচডিমনা—কেচিওৰ ৰূপ আৰু কেচিওৰ

যৌৱন—তাতেই মজিছে। মই যি কৈছোঁ বিশ্বাস কৰা আৰু মোৰ মতে চলা। ভেনিচৰপৰা যি কাৰণে আহিছা তুমি, সেই কাম সিজিব লাগিব। কেচিওই তোমাক চিনি নাপায়। আজি নিশা তাৰ কাষে কাষে থাকি, সুবিধা পালেই তাৰ খং তুলি দিবা। সি যদি তোমাক আঘাত কৰে বৰ ভাল হ'ব। চাইপ্ৰাছৰ মানুহক তাৰ বিৰুদ্ধে মই দিম উচতাই।

ৰদাৰিগো : বেছ তাকেই কৰিম।

ইয়াগো : ফল তুমি হাতে হাতে পাবা। (ৰদাৰিগো যায়) ওথেলোই মোৰ পত্নীকো বিপথে নিছে ; এই সন্দেহে মোৰ প্ৰতিহিংসা তুলিছে প্ৰবল কৰি। ডেচডিমনাৰ প্ৰতি মোৰো আসক্তি নথকা নহয়। ভালপোৱাও বুলি ক'ব পাৰি। কিন্তু তাইক ভ্ৰষ্টা কৰিব পাৰিলেহে মোৰ প্ৰতিহিংসা চৰিতাৰ্থ হ'ব। ওথেলোৰ মনত ঈৰ্ষাৰ ভাব জগাই তুলিব লাগিব। মুৰৰ বিৰুদ্ধে মোৰ অস্ত্ৰ হ'ল, কেচিও—ৰদাৰিগো। কেচিও লম্পট। মোৰ পত্নীৰ প্ৰতিও তাৰ চকু আছে। ওথেলো কৃতজ্ঞ হ'ব। মোক দিব পুৰস্কাৰ। ঈৰ্ষাত অতিষ্ঠ হ'ব। বিকাৰগ্ৰস্ত মনে, তাৰ মগজুক বিকল কৰিব। জাল বেছ বহল হৈছে। কিন্তু, দুৰভিসন্ধিৰ দিশবোৰ স্পষ্ট হোৱা নাই। দেখা যাওক, ছেগ আৰু সুবিধা কিদৰে ওলায়, ঘটনাৰ সোঁত কোনফালে বয়।

[ ইয়াগোৰ প্ৰস্থান ]

●●

## চতুৰ্থ দৃশ্য

[ আলিবাট ]

ঘোষক : শুনক, শুনক চাইপ্ৰাছবাসী। সেনাপতি ওথেলোৰ আদেশ শুনক। আজি সেনাপতিৰ বিবাহ উৎসৱ। তুৰ্কী বাহিনীৰো পতন ঘটিছে। সেয়ে নগৰত আনন্দ উৎসৱ চলক অবাধ গতিৰে। নিশা এঘাৰ বজালৈকে মুকলিভাৱে নিজ ইচ্ছামতে উৎসৱত যোগ দিবলৈ সেনাপতিয়ে দিছে অনুমতি। উৎসৱ পাতক, আনন্দ কৰক।

## পঞ্চম দৃশ্য

[ দুৰ্গৰ এটা কোঠালি ]

ওথেলো : মাইকেল কেচিও, আজি বিজয় উল্লাস আৰু বিবাহৰ আনন্দ উৎসৱ ; নৃত্যগীত ভোজনৰ হ'ব পয়োভাৰ। তথাপিতো সৈনিকৰ সংযম ৰক্ষা আমি কৰিব লাগিব।

কেচিও : ইয়াগোই পাইছে নিৰ্দেশ। ময়ো চকু দিম, থাকিম সষ্টম হৈ।

ওথেলো : ইয়াগোৰ সততাত মোৰ বিশ্বাস আছে। মাইকেল, শুভৰাত্ৰি ; কাইলৈ পুৱা লগ হ'ম, কথা আছে তোমাৰ লগত। আহাঁ ডেচডিমনা প্ৰাণৰ লগৰি, মধুযামিনী আমি কৰোঁ উদ্‌যাপন।

[ ওথেলো, ডেচডিমনাৰ প্ৰস্থান। আনফালেদি ইয়াগো সোমায় ]

কেচিও : স্বাগতম ইয়াগো, স্বাগতম। ব'লা সমুদ্ৰতীৰৰ ওপৰত চোকা দৃষ্টি ৰাখোঁ।

ইযাগো : ৰ'বাচোন, এতিয়াও নিশা দহেই বজা নাই। ডেচডিমনাক সম্ভোগৰ বাবে ওথেলো গৈছে শোৱনি কোঠালৈ। ভাবিলেই কিবা লাগি যায়। দেৱতাৰো কামনা জাগিব তাইক দেখা পালে।

কেচিও : ইমান যে ধুনীয়া তেওঁ—

ইয়াগো : যৌৱন ৰাগীত মতলীয়া—

কেচিও : পৱিত্ৰতাৰ প্ৰতিমূৰ্তি, কি যে আলসুৱা—

ইয়াগো : দৃষ্টিয়ে প্ৰলুব্ধ কৰে—

কেচিও : চকুৱে কৰে আমন্ত্ৰণ, তথাপিতো কি যে বিনম্ৰ মধুৰ।

ইয়াগো : কথাত প্ৰেমৰ বাণ।

কেচিও : নাৰীত্বৰ আদৰ্শ তেওঁ—

ইয়াগো : সংগমৰ সুখতেই মচগুল সিহঁত ; বাদ দিয়া সিহঁতৰ কথা। আহাঁ আমিও ফূৰ্তি কৰোঁ অলপ সুৰাপান কৰি।

কেচিও : নালাগে সুৰা। মোৰ মূৰত ধৰে। আন কিবা এটা কৰা।

ইয়াগো : মাত্ৰ এগিলাচ। বাকীখিনি ময়ে বাৰু খাম।

কেচিও : অলপ খাইছোঁৱেই। ৰিমজিম কৰিছে গা। বেছি লোভে অন্যায় কৰিব।
ইয়াগো : আজি হ'ল উৎসৱ ৰজনী। উল্লাস আনন্দ তাকেইতো বিচাৰিছে বান্ধৱসকলে।
কেচিও : ক'ত তেওঁলোক?
ইয়াগো : সৌ তাতে আছে, মাতক আপুনি—
কেচিও : মাতিছোঁ বাৰু। কিন্তু মোৰ ইচ্ছা যোৱা নাই। [ প্ৰস্থান ]
ইয়াগো : আৰু এগিলাচ খুৱাব পাৰিলেই সি মাতাল হৈ যাব। ৰদাৰিগোও ডেচডিমনাৰ প্ৰেমত বলিয়া। চাইপ্ৰাছৰ তিনিজন যুৱককো দিছোঁ মদ, সিহঁতো মাতাল। সিহঁতৰ মাজত সুমুৱাই দিলে কেচিওই কাজিয়া কৰিব আৰু তাৰ ব্যৱহাৰত চাইপ্ৰাছবাসী উত্তেজিত হ'ব।

[ মাতাল হৈ কেচিও আৰু মন্টানোৰ প্ৰৱেশ ]

কেচিও : বৰ বেছিকৈ খুৱালে সিহঁতে—
মন্টানো : নাই নাই, আপুনি দেখোন খোৱাই নাই।
ইয়াগো : সুৰা, সুৰা আৰু সুৰা আনা। [ নাচি নাচি গায় ]
কেনাকিন ক্লিঙ্ক ক্লিঙ্ক
টুং টাং টিং
আমি সৈনিক—
জীৱন ক্ষণিক।
সুৰাপান নকৰিম কিয়?
কেচিও : সুন্দৰ গীত।
ইয়াগো : বিলাতত শিকিছিলোঁ। কি যে খায় ইংৰাজবিলাকে, যেন একোটা পিপা ; ডেন, জাৰ্মেন, হলেণ্ডবাসী কাৰো তুলনা নহয়।
কেচিও : আমি সুৰাপান কৰোঁ সেনাপতিৰ মঙ্গল কামনা কৰি।
মন্টানো : ঠিক আছে, মোৰ ভাগ ময়ো খাম।
কেচিও : এতিয়া ফূৰ্তি বন্ধ হওক। ফূৰ্তিত মচগুল হ'লে কৰ্তব্য কৰিব কোনে? ভগৱানে স্বৰ্গৰপৰা চাই আছে। কিছুমানে মুক্তি পাব, কিছুমান যাব নৰকলৈ।
ইয়াগো : অতি সঁচা কথা।
কেচিও : মই মুক্তি আশা কৰোঁ।
ইয়াগো : ময়ো।
কেচিও : কিন্তু, আগতে নহয়, কাৰণ তুমি পতাকাবাহী, মই সহ-সেনাপতি। আহাঁ এতিয়া আমি কামত ধৰোঁ, নাভাবিবা মই মাতাল হৈছোঁ। ক'ত মই মাতাল? এয়া মই আৰু এয়া মোৰ সহ-সেনাপতি। এইখন মোৰ

সোঁহাত, এইখন মোৰ বাঁওহাত। এয়া মই থিয় হৈ আছোঁ। বেছ ভালকৈ কথা কৈছোঁ।

ইয়াগো
মন্টানো } ঠিক ঠিক (হাঁহে)

কেচিও : হাঁহি বন্ধ কৰা। মই মাতাল হোৱা নাই। [ প্ৰস্থান ]

মন্টানো : সমুদ্ৰতীৰ পৰ্যবেক্ষণৰ বাবে ব'লক আমি যাওঁ।

ইয়াগো : কেচিওই কি কাণ্ড কৰে তাকে চাওক আগতে।

মন্টানো : অলপ খাইয়েই মাতাল হোৱাটো বৰ বেয়া কথা।

[ ৰদাৰিগোৰ প্ৰৱেশ ]

ইয়াগো : ৰদাৰিগো, তুৰন্তে কেচিওক অনুসৰণ কৰা।

[ ৰদাৰিগো যায় ]

মন্টানো : ওথেলোই কিয় এই দুৰ্বল মানুহজনক সহ-সেনাপতিৰ বাব দিছে বুজিব নোৱাৰোঁ ; তেওঁক এই কথা জনাব লাগিব।

ইয়াগো : কেচিও মোৰ বন্ধু, তাৰ বিৰুদ্ধে গোচৰ দিয়াটো মোৰপক্ষে সম্ভৱ নহয়। (নেপথ্যত চিঞৰ—'ৰক্ষা কৰা, 'ৰক্ষা কৰা') সেয়া কোনে চিঞৰিছে?

[ ৰদাৰিগোক খেদি কেচিওৰ প্ৰবেশ ]

কেচিও : দগাবাজ।

মন্টানো : কি হ'ল কেচিও?

কেচিও : ইয়াৰ ইমান মইমতালি! মোক মোৰ কৰ্তব্যৰ কথা কয়। চিনা নাই মই কোন। মাৰি মাৰি হাড় গুড়ি কৰি দিম।

ৰদাৰিগো : সাহে কুলাব জানো?

কেচিও : আকৌ মুখ মেলিছ, বদমাচ—(মাৰে। ডবৰা-ডবৰি লাগে ; মন্টানোই কেচিওক ধৰে)

মন্টানো : এইবোৰ নকৰিব সহ-সেনাপতি—

কেচিও : মোক এৰি দিয়া, তাৰ মূৰ ভাঙিম।

মন্টানো : কেচিও, তুমি মাতাল হৈছা।

কেচিও : কি? মই মাতাল? (মন্টানোক আঘাত কৰে। মন্টানো পৰি যায়)

ইয়াগো : ৰদাৰিগো, সোনকালে যোৱা, মানুহবোৰক বিক্ষুব্ধ কৰি তোলা। (ৰদাৰিগো যায়) উহ্ কি যে কাণ্ড এইবোৰ। [ নেপথ্যত ঘণ্টা বাজে ] কোনোবাই ঘণ্টা বজালে। নগৰবাসী সাৰ পাই উঠিব এতিয়া। (ওথেলোৰ প্ৰৱেশ) সহ-সেনাপতি বন্ধ কৰক এইবোৰ.......সমুখত সেনাপতি। পাহৰিছে কিয় দায়িত্ব নিজৰ?

ওথেলো : কি হৈছে ইয়াত, কিহৰ গণ্ডগোল? কেনেকৈ কাজিয়া লাগিল? নিজৰ মাজতে বিবাদ! তোমালোকে লাজ পোৱা উচিত। কোনোবা যদি পুনৰ খণ্ডত উন্মত্ত হয় তাক মৃত্যুদণ্ড দিম। বন্ধ কৰা ঘণ্টাধ্বনি। ইয়াগো, কোন দায়ী সোনকালে কোৱা?

ইয়াগো : অলপ আগলৈকে বন্ধুভাৱে ফূৰ্তি কৰিছিল, হঠাতে কি যে লাগিল—

ওথেলো : মাইকেল, নিজৰ দায়িত্ব আৰু নিজৰ কৰ্তব্য পাহৰি তুমি কিদৰে লিপ্ত হ'লা এই বিবাদত?

কেচিও : মোক ক্ষমা কৰক সেনাপতি। মই একোকে ক'ব নোৱাৰোঁ।

ওথেলো : মন্টানো তুমিতো সদায়ে ভদ্র, শান্ত, বিনম্র, ধীমান। সুনামত এইদৰে কলঙ্ক সানিলা কিয়?

মন্টানো : মহান ওথেলো। ভীষণ আঘাতত জৰ্জৰিত মই। মোৰ ক'বলৈ একো নাই। ইয়াগোই সকলো দেখিছে। আত্মৰক্ষা কৰা যদি দোষ তেন্তে দোষী মই।

ওথেলো : নগৰত যুদ্ধৰ সন্ত্ৰাস আৰু তোমালোকে ইয়াত এইদৰে নিজৰ মাজতে কৰিছা বিবাদ। এই উন্মত্ততা মই সহ্য নকৰোঁ। মোৰ ৰোষৰপৰা কোনো সাৰি নাযায়। ইয়াগো, বিবাদৰ কাৰণ কি সোনকালে কোৱা।

ইয়াগো : কথাপাতি আছিলোঁ মণ্টানো আৰু মই ; এনেতে অত্ৰাহি হৈ চিঞৰি চিঞৰি নগৰবাসীৰে কোনোবা এজন সোমাই আহিল। পাছে পাছে খেদি আহিল কেচিও ; মণ্টানোই কেচিওক বাধা দিলে আৰু মই লৰি পলোৱা ইজনৰ পাছে পাছে গ'লোঁ, সোনকালে কৰায়ত্ত কৰোঁ বুলি ; যাতে নগৰত হুলস্থূল কৰিব নোৱাৰে। কিন্তু তাক নাপালোঁ বিচাৰি। উভতি আহি দেখোঁ মণ্টানো আৰু কেচিওৰ লাগিছে বিবাদ। ইয়াতকৈ বেছি মই একোকে নাজানো। দোষে-গুণে মানুহ। খং উঠিলে বহুতেই হিতাহিত জ্ঞান হেৰুৱায়। হয়তোবা পলাই যোৱা মানুহজনেই কেচিওৰ ধৈৰ্যচ্যুতি ঘটাৰ কাৰণ ; সেইবাবে মণ্টানোৰ প্ৰতি তেওঁৰ এনে আচৰণ।

ওথেলো : ইয়াগো, কেচিওৰ প্ৰতি থকা মোৰ মৰমে, তেওঁৰ দোষৰ মাত্ৰা কমাব খুজিছে। কেচিও, তোমাক মই ভাল পাওঁ, তথাপি দায়িত্ব হীনতাৰ শাস্তি তুমি ভুগিব লাগিব। সেয়ে সহ-সেনাপতিৰ পদৰপৰা তোমাক দিলোঁ অব্যাহতি। [ ডেচডিমনা সোমায় ]

ডেচডিমনা: ওথেলো, কি হৈছে এইবোৰ?

ওথেলো : ডেচডিমনা! পৰিৱেশ শান্ত হ'ল। ব'লা যাওঁ শোৱনি কোঠালৈ। মণ্টানো, মই নিজে তোমাৰ শুশ্ৰূষাৰ ব্যৱস্থা কৰিম। ইয়াগো, চাৰিওফালে চোকা দৃষ্টি ৰাখিবা। নগৰত যেন হুলস্থূল বিয়পি নপৰে। আহাঁ ডেচডিমনা, এয়ে

হ'ল সৈনিক জীৱন, সুখৰ নিদ্ৰাত ঘটে হঠাতে ব্যাঘাত। [ ওথেলো, ডেচডিমনাৰ প্ৰস্থান। ইয়াগোই মণ্টানোক ভিতৰত থৈ আহি কেচিওৰ ওচৰ চাপে ]

ইয়াগো : আপুনি বেছিকৈ আঘাত পালে নে কি সহ-সেনাপতি?

কেচিও : এই আঘাতৰ কোনো প্ৰতিকাৰ নাই।

ইয়াগো : ঈশ্বৰে তেনে নকৰক।

কেচিও : মোৰ সুনাম হেৰুৱালোঁ। মোৰ মাজত স্বৰ্গীয় গুণ যিকণ আছিল সি নাইকিয়া হ'ল। অৱশিষ্ট থাকিল মাথোঁ পশুৰ জীৱন।

ইয়াগো : বাদ দিয়ক সুনামৰ কথা। সেইবোৰ থিতাতে পায় থিতাতে হেৰায়। ভাবিলেই আছে নাভাবিলেই নাই। তাতকৈ দেহত যদি আঘাত পাইছে তাৰ কথা ভাবক। খণ্ডতেহে ওথেলোই পদৰপৰা আপোনাক অব্যাহতি দিছে। তেওঁক বুজাই কওক, বন্ধুত্ব পুনৰ ঘূৰাই পাব।

কেচিও : মদ খাই হেৰুৱালোঁ হিতাহিত জ্ঞান, দায়িত্বহীন অপদাৰ্থ মই ; নিজৰ বাবে সেনাপতিক কওঁ কেনেকৈ? তাতকৈ শাস্তি ভুগি থকাই শ্ৰেয়।

ইয়াগো : আপুনিনো কাৰ পাছে পাছে খেদি আহিছিল?

কেচিও : নাজানো কোন। তাক চিনি নাপাওঁ। বহুতো কথা মনত পৰিছে কিন্তু একোই স্পষ্ট নহয়। উহ্ মদে যে মানুহক ইমান তললৈ নিয়ে আগে নুবুজিলোঁ। হাঁহি হাঁহি ৰঙিয়াল হৈ মানুহ পশুত পৰিণত হয়।

ইয়াগো : এতিয়াতো আপুনি একেবাৰে ভাল।

কোচিও : প্ৰথমতে মাতলামি, তাৰ পাছত খং, এটা পাপে আনটোলৈ আঙুলিয়াই দিয়ে আৰু নিজকে ঘিণ কৰিব শিকায়।

ইয়াগো : নৈতিকতাক ইমান মূল্য নিদিব কেচিও। অঘটন ঘটিল যেতিয়া, অনুতাপ কৰি লাভ নাই। বিহিত ব্যৱস্থা লোৱাহে বুদ্ধিমানৰ কাম।

কেচিও : সেনাপতিৰ ওচৰলৈ গ'লে মোক মাতাল বুলিব। তাকে শুনি মুখ মোৰ জাপ খাই যাব। নোৱাৰিম একোকে ক'ব। সুৰাপান কৰে যি, অভিশপ্ত সি। প্ৰতিটো গিলাচতে যেন চয়তানৰ ছবি!

ইয়াগো : সুৰাক বেয়া নুবুলিব, সুৰা উপাদেয় সীমাৰ ভিতৰত থাকিলে। মই যি ক'ম সেইমতে কৰক। আপোনাৰ ভালৰ কাৰণেই এই উপদেশ।

কেচিও : সুৰা যে বেয়া বস্তু তাক মই নিজেই কৰিছোঁ প্ৰমাণ। তথাপিতো কওক—

ইয়াগো : সেনাপতি ডেচডিমনাৰ প্ৰেমত মচগুল। পত্নীয়ে যি কয় তাকেই শুনে। ডেচডিমনাও সৰল উদাৰ, বৰ মৰমিয়াল। আপোনাৰ কাৰণে ওথেলোক ক'বলৈ ডেচডিমনাক খাটনি ধৰক। ডেচডিমনাই ক'লে, পুৰণি পদবী ঘূৰাই পাব আৰু বন্ধুত্ব যে গাঢ়তৰ হ'ব তাত সন্দেহ অকণিকে নাই।

কেচিও : বেছ। তোমাৰ কথামতেই কাইলৈ পুৱা গৈ ডেচডিমনাক খাটনি ধৰিম। পদবী ঘূৰাই নাপালে জীয়াই থকাই মোৰ বাবে মিছা। বাৰু মই এতিয়া আহোঁ।

ইয়াগো : যাওক, ময়ো সমুদ্ৰতীৰত পহৰাৰ ব্যৱস্থা কৰোঁগৈ। (কেচিওৰ প্ৰস্থান) ওথেলোৰ প্ৰীতি লাভৰ, পদবী ঘূৰাই পোৱাৰ এয়েতো উপায়। মোৰ পৰামৰ্শ সজ নহয় বুলি কোনে ক'ব পাৰে? কোনে ক'ব পাৰে মই বেয়া মানুহ বুলি? কেচিওইতো সৎ বুলি বিশ্বাস কৰিছে মোক। কিন্তু ইয়াৰ আঁৰত আছে মোৰ বেলেগ উদ্দেশ্য। কেচিওই ডেচডিমনাক খাটনি ধৰিব। ডেচডিমনায়ো সৰলভাৱে চেষ্টা কৰি চাব। দুয়ো দুয়োৰে ওচৰ চাপিব। সেই সুযোগতে মই ওথেলোক ক'ম, জৈৱ ক্ষুধা নিবৃত্তিৰ বাবে ডেচডিমনাই কেচিওক বিচাৰে। সেই বাবেই এই মিলাপ্ৰীতি, এই হলিগলি। যিমানেই তাই কেচিওৰ কথা ক'ব, সিমানেই ওথেলো তাইৰপৰা আঁতৰি যাব। তাইৰ উদাৰতাতেই মোৰ ষড়যন্ত্ৰৰ কঠীয়া সিঁচিম। মই ইয়াগো, সততাৰ মুখা পিন্ধা চতুৰ চয়তান।

[ ৰদাৰিগোৰ প্ৰৱেশ ]

ৰদাৰিগো : ইয়াগো—

ইয়াগো : অ' ৰদাৰিগো।

ৰদাৰিগো : মই ভতুৱা কুকুৰৰ দৰে অবাবতে মাথোঁ ফুৰিছোঁ ভুকি, চিকাৰৰ সন্ধান নাই। মাৰ খাইছোঁ, টকাবোৰ শেষ হ'ল ; অৱশ্যে সিকিলোঁ বহুতো কথা, অভিজ্ঞতাও হ'ল ; তাকে লৈ ভেনিচলৈ উভতি যামগৈ ; ইয়াত নাথাকোঁ আৰু।

ইয়াগো : এইবোৰ যাদুৰ খেলা নহয়। বুদ্ধিৰে কৰোঁতে কাম সময় লাগে। কেচিওই তোমাক মাৰিছে সঁচা, কিন্তু তাৰ পদবী গ'ল। যোৱা, ধৈৰ্য ধৰি বাট চোৱা আৰু কিছুকাল। (ৰদাৰিগো যায়) দুটা কাম কৰিব লাগিব। কেচিওৰ হৈ ডেচডিমনাক ক'বলৈ মোৰ পত্নী এমিলিয়া যাব। আৰু কেচিওই ডেচডিমনাক কৈ থাকোঁতেই ছল কৰি ওথেলোক তালৈ আনিম। উদ্দেশ্য সিদ্ধৰ এয়ে প্ৰকৃষ্ট উপায়। বিলম্বত বিঘিনি ঘটিব পাৰে, সোনকালে যাওঁ।

●●

## ষষ্ঠ দৃশ্য

[ চাইপ্ৰাছ দুৰ্গৰ উদ্যান। আগবেলা ]

ইয়াগো : কি বতৰা কেচিও?

কেচিও : ডেচডিমনাৰ সাক্ষাৎ লাভত এমিলিয়াই সহায় কৰিলে বৰ ভাল হয়। তেওঁৰ বাবেই অপেক্ষা কৰিছোঁ।

ইয়াগো : হয় নে কি? মই এমিলিয়াক এতিয়াই পঠাই দিম। মূৰকো আঁতৰাই নিম, যাতে ডেচডিমনাৰ লগত আপুনি নিৰিবিলি কথা হ'ব পাৰে।

কেচিও : অশেষ ধন্যবাদ। (ইয়াগোৰ প্ৰস্থান) ফ্লৰেঞ্চৰ কোনো লোকেই এইদৰে মোক সহায় কৰা নাই।

[ এমিলিয়াৰ প্ৰবেশ ]

এমিলিয়া : সুপ্ৰভাত, সহ-সেনাপতি। চিন্তা নকৰিব, সোনকালে কিবা এটা হ'ব। মই যি বুজিছোঁ, সেনাপতি আপোনাৰ ওপৰত বিতুষ্ট নহয়। ৰাষ্ট্ৰৰ নীতি অনুসৰি যি আদেশ দিছে, হয়তো সোনকালেই তাক উঠাই ল'ব।

কেচিও : ডেচডিমনাৰ লগত সাক্ষাতৰ কিবা হ'ব নে সুবিধা?

এমিলিয়া : কেলেই নহ'ব? মই তেওঁক এতিয়াই মাতি আনিম। আপুনি খন্তেক অপেক্ষা কৰক। [ প্ৰস্থান। অলপ পাছতে ডেচডিমনাৰ লগত আকৌ আহে ]

ডেচডিমনাঃ সেনাপতিয়ে আপোনাৰ কথা সকলো বিবৰি কৈছে।

কেচিও : মোৰ হৈ আপুনি যদি সেনাপতিক কয় তেওঁৰ খং কমিব পাৰে ; খন্তেকৰ উত্তেজনাত হিতাহিত জ্ঞান হেৰুৱাই মই যি কৰিলোঁ তাৰ বাবে অনুতপ্ত মই।

ডেচডিমনাঃ নিশ্চয় ক'ম।

এমিলিয়া : আপুনি ভালকৈ ক'বই লাগিব। মোৰ স্বামীয়ে বৰ বেজাৰ পাইছে।

ডেচডিমনাঃ ইয়াগো বৰ সৎ। কেচিও, আপোনাক আৰু মোৰ স্বামীক, পুনৰ বন্ধুভাৱে মই আনিম ওচৰ চপাই। দূৰ কৰি দিয়ক মনৰ সন্দেহ।

কেচিও : আপুনি মহিয়সী। মাইকেল কেচিওৰ যিহকে নহওক তেওঁ চিৰদিন কৃতজ্ঞ থাকিব।

ডেচডিমনাঃ ধন্যবাদ। আপুনি মোৰ স্বামীৰ চিৰ অনুগত। এই চিনাকি বহুদিনৰ। বিশ্বাস কৰক, ৰাষ্ট্ৰনীতিৰ কাৰণে যিমান দিন প্ৰয়োজন তাতকৈ বেছিদিন আপোনাৰপৰা তেওঁ আঁতৰি নাথাকে।

কেচিও : কিন্তু এই প্ৰয়োজন যদি বেছিদিনীয়া হয়, অতি সাধাৰণ কাৰণ, নাইবা, নতুন দুৰ্ঘটনাই, ম্যাদ যদি তাৰ বঢ়াই দিয়ে, আৰু চকুৰ আঁৰ হোৱাৰ ফলত যদি মনৰো আঁতৰ হওঁ, মোৰ ঠাইত নতুন মানুহ আহিব, সেনাপতিয়ে মোৰ ভালপোৱা আৰু মোৰ সেৱাৰ কথা পাহৰি পেলাব।

ডেচডিমনাঃ এলিমিয়াৰ সন্মুখত প্ৰতিজ্ঞা কৰিছোঁ পুনৰ পদত আপোনাক প্ৰতিষ্ঠা কৰিম। মোৰ প্ৰতিজ্ঞা অথলে নাযায়।

এমিলিয়া : সৌৱা স্বামী আৰু সেনাপতি এই ফালেই আহিছে।

কেচিও : তেন্তে মই যোৱাই উচিত।

ডেচডিমনাঃ যাব কিয়? থাকক। আপোনাৰ কাৰণে স্বামীক কি কওঁ শুনক।

কেচিও : নহয়, এতিয়া ইয়াত থকাটো মোৰ উচিত নহ'ব।

ডেচডিমনাঃ যাব খুজিছে যদি যাওক তেন্তে।

[ কেচিওই ডেচডিমনাৰ হাতত চুমা খাই গুচি যায়। আঁতৰৰপৰা ওথেলো আৰু ইয়াগোই দেখা পায় ]

ইয়াগো : কি যে অশ্লীল আচৰণ।

ওথেলো : কি কৈছা?

ইয়াগো : নাই নাই একো নহয়।

ওথেলো : সেয়া কেচিও নহয় নে? ডেচডিমনাৰ ওচৰৰপৰা এইমাত্ৰ আঁতৰি গ'ল।

ইয়াগো : কেচিও? নাই নাই হ'বই নোৱাৰে। মই ভাবিবই নোৱাৰোঁ যে আপোনাক দেখি কেচিও সেইদৰে পলাই আঁতৰি যাব।

ওথেলো : সেয়া যে কেচিও মোৰ কেনো সন্দেহ নাই।

ডেচডিমনাঃ (ওথেলোৰ ওচৰ চাপি) স্বামী, এজন মানুহ আহিছিল মোৰ ওচৰলৈ এটি অনুৰোধ লৈ। তুমি তেওঁক বেয়া পাইছা, সেয়ে দুখত ম্ৰিয়মান তেওঁ।

ওথেলো : কোন আহিছিল?

ডেচডিমনাঃ সহ-সেনাপতি কেচিও। মোৰ কথা এটা ৰাখা। কেচিওৰ আবেদন মঞ্জুৰ কৰা। অনুগত তেওঁ। নজনাকৈ কৰা ভুলৰ বাবে তেওঁক ক্ষমা কৰা। মুখ দেখিলেই গম পায় অতিকৈ সৰল তেওঁ। অন্তৰত তোমাৰ প্ৰতি বেয়া ভাব নাই। পুনৰ সহ-সেনাপতি পদত তেওঁক নিযুক্ত কৰা।

ওথেলো : কেচিও এইমাত্ৰ ইয়াৰপৰা গ'ল নে কি?

ডেচডিমনাঃ অঁ। অনুশোচনাই তেওঁৰ অন্তৰ দহিছে। দুখত জৰ্জৰিত তেওঁ। তেওঁৰ দুখে মোৰো অন্তৰ স্পৰ্শ কৰিছে। তেওঁক পুনৰ নিযুক্ত কৰা।

ওথেলো : এতিয়া নহয়, পাছত।

ডেচডিমনাঃ কিন্তু সোনকালে কৰিবাতো?

ওথেলো : তোমাৰ কথা ৰাখি, যিমান সোনকালে পাৰোঁ কৰিম।

ডেচডিমনাঃ আজি নিশা ভোজৰ সময়ত—

ওথেলো : আজি নিশা নহয়।

ডেচডিমনাঃ কাইলৈ সন্ধ্যা ভোজৰ সময়ত—

ওথেলো : কাইলৈকো নহয়। মোৰ আন কাম আছে।

ডেচডিমনাঃ কাইলৈ নিশা, নাইবা পাছদিনা পুৱা। নহ'লেবা তাৰ পাছৰ দিনাখন, কিন্তু তিনিদিনতকৈ যেন পলম নকৰা। কেচিওৰ অপৰাধ ডাঙৰ একো নহয়। যুদ্ধৰ সময় বুলিহে ; নহ'লেতো এইবোৰ অতি সাধাৰণ কথা। কোৱাচোন কেতিয়া আহিব তেওঁ মোৰ অনুৰোধ এটা ৰাখিবলৈ ইমান যে ক'ব লগা হয়! তুমি কিবা এটা ক'লে, মই হ'লে টপৰাই কৰি দিওঁ অকণো নৰৈ। মাইকেল কেচিওই তোমাৰ লগত মোৰ তালৈ কতদিন যে আহিছিল ; মই ৰোহ পাতিলে তোমাৰ হৈ মোৰ ঠেহ ভাঙিছিল ; অথচ এতিয়ানো কিয় তেওঁৰ কাৰণে ইমান ক'বলগা হ'ল?

ওথেলো : যেতিয়াই আহিব খোজে আহিব পাৰে। তুমি যিহকে বিচৰা তাকে মই দিম।

ডেচডিমনাঃ মইনো কি ডাঙৰ কামটো কৰিবলৈ ক'লোঁ? এইটোতো সাধাৰণ কথা। টপৰাই কৰি দিব পাৰি। যিদিনা মোৰ প্ৰতি থকা তোমাৰ ভালপোৱাৰ পৰীক্ষা কৰিম সেই দিনাহে চিন্তাত পৰিবা চাগৈ।

ওথেলো : তুমি যি বিচৰা তাকেই দিম। মাত্ৰ এতিয়া মোক খন্তেক নিৰলে থাকিব দিয়া।

ডেচডিমনাঃ তোমাৰ অনুৰোধ নিশ্চয় ৰাখিম। মই তেন্তে আহোঁ এতিয়া।

ওথেলো : যোৱা ডেচডিমনা। অলপ পাছতেময়ো যাম।

ডেচডিমনাঃ এমিলিয়া আহাঁ। (ওথেলোক) তুমি যি ভাল দেখা তাকেই কৰিবা। মই তোমাৰ অবাধ্য নহওঁ।

[ ডেচডিমনা আৰু এমিলিয়াৰ প্ৰস্থান ]

ওথেলো : দুষ্টজনী, আহ কি যে মৰম লগা! তাইৰ প্ৰতি থকা মোৰ এই প্ৰেম হওক চিৰ যুগমীয়া। এই প্ৰেম নাইকিয়া হ'লে গ্ৰাস কৰিবহি সমস্ত সত্তাক মোৰ ভীষণ দুৰ্যোগে।

ইয়াগো : প্ৰভু!
ওথেলো : অ' ইয়াগো।
ইয়াগো : প্ৰভু এটা কথা সোধোঁ।
ওথেলো : সোধা।
ইয়াগো : আপোনালোকৰ প্ৰেমৰ কথা মাইকেল কেচিওই বাৰু জানে নে নাজানে?
ওথেলো : প্ৰথমৰপৰা শেষলৈকে জানে। কিন্তু কিয়নো সুধিছা তুমি?
ইয়াগো : নাই নাই, এনেয়ে।
ওথেলো : এনেয়ে নহয়। কাৰণ নিশ্চয় আছে।
ইয়াগো : মই ভাবিছিলোঁ কেচিওৰ লগত ডেচডিমনাৰ চিনাকি নাছিল।
ওথেলো : কেলেই নাথাকিব? কেচিওই আমাক যোগাযোগ কৰাত সহায় কৰিছিল।
ইয়াগো : সঁচা নে?
ওথেলো : কিয়, বিশ্বাস নহয় নে কি কেচিওৰ সততাত?
ইয়াগো : হুঃ, বিশ্বাসযোগ্য হয় নে নহয়।
ওথেলো : তাকেইতো সুধিছোঁ।
ইয়াগো : কিয়নো নহ'ব, হোৱা উচিত।
ওথেলো : তুমি কি ভাবি আছা?
ইয়াগো : ভবাৰ কথা সুধিছে আপুনি?
ওথেলো : তোমাৰ কথাত, মই ভয়ঙ্কৰ কিহবাৰ পাইছোঁ ইঙ্গিত। কিবা কথা তুমি জানা অথচ গোপনে ৰাখিছা।
ইয়াগো : প্ৰভু, মই আপোনাৰ একান্ত বাধ্য সহচৰ।
ওথেলো : জানো। আৰু ইয়াকো জানো যে বিবেচনা নকৰি একোকে নোকোৱা তুমি। সেয়ে মোৰ আশঙ্কা বাঢ়িছে।
ইয়াগো : মাইকেল কেচিও যে সৎ আৰু ন্যায়পৰায়ণ তাত সন্দেহ অকণিকে নাই।
ওথেলো : মোৰো ধাৰণা সেয়ে।
ইয়াগো : মানুহৰ মনৰ ভাব আৰু বাহিৰা ব্যৱহাৰ—উচিত নহয় তাত তাৰতম্য থকা।
ওথেলো : নিশ্চয়।
ইয়াগো : সেই কাৰণেই কৈছোঁ কেচিও মানুহজন বৰ ভাল।
ওথেলো : লুকাবলৈ চেষ্টা নকৰিবা। সকলো কথা স্পষ্টভাবে কোৱা।
ইয়াগো : মোৰ ধাৰণা হয়তোবা ভুল। কোনে জানে মোৰ মনৰ অনাহক এই খলকনি কিজানিবা বেয়া চিন্তাৰহে ফল।
ওথেলো : সত্য প্ৰকাশ নকৰি বন্ধুক বিপদত পেলাব খুজিছা তুমি?
ইয়াগো : মোৰ সন্দিগ্ধ মনে বহুতো সময়ত বহুতো কথাকে উদ্ভাৱন কৰে, হয়তো বা আচলতে সেইবোৰৰ অস্তিত্বই নাই।

ওথেলো ঃ তথাপি মই জানিব খোজোঁ।

ইয়াগো ঃ প্ৰভু, সুনাম আমাৰ এনে সম্পদ যাৰ তুলনা নহয়। ধন-সোণ গ'লে ক্ষতিৰ পূৰণ হয়, কিন্তু অপূৰণ ক্ষতি হয় সুনাম হেৰালে।

ওথেলো ঃ ইয়াগো, সাঁথৰ এৰা। মনৰ কথা খুলি কোৱা।

ইয়াগো ঃ নাই নাই, মনৰ কথা মোৰ মনতে থাওক, ক'বলৈ জোৰ নকৰিব।

ওথেলো ঃ কিন্তু—

ইযাগো ঃ প্ৰভু, ঈৰ্ষাক নিদিব প্ৰশ্ৰয়। ই অন্তৰ খুলি খুলি খাব। সেই স্বামী সুখী, যি পত্নীৰ সতীত্ব হানি ভাগ্যৰ লিখন বুলি ভাবে। কিন্তু যিজনে পত্নীক সন্দেহ কৰে, অথচ অন্তৰেৰে ভাল পায় গুণে এৰিব নোৱাৰে, তেওঁৰ দুখ সহ্যৰ অতীত।

ওথেলো ঃ এনে জীৱন সঁচাকৈয়ে অসহনীয় হয়।

ইয়াগো ঃ ঈশ্বৰে পুৰুষ জাতিক ঈৰ্ষাৰূপী দৈত্যৰপৰা ৰক্ষা যেন কৰে।

ওথেলো ঃ ভাবিছা নে কি মুহূৰ্তে মুহূৰ্তে সন্দেহৰ বশৱৰ্তী হৈ ঈৰ্ষাৰ অনলত জাহ দিম নিজৰ জীৱন? ইমান মূৰ্খ মই নহওঁ। ডেচডিমানা যদি পৱিত্ৰ হয় তেন্তে হাঁহি মাৰি নাচি-বাগি ফুৰাত দোষ নেদেখোঁ। মোৰ অযোগ্যতাৰ কাৰণে তেওঁৰ চেনেহৰপৰা বঞ্চিত হ'ম, সেই ভয় মোৰ নাই। মোৰ দোষ-গুণ বিচাৰ কৰিয়েই তেওঁ মোক গ্ৰহণ কৰিছে। নাই নাই তেওঁক সন্দেহ কৰাৰ আগতে মোক প্ৰমাণ লাগিব। যদি প্ৰমাণ পাওঁ তেন্তে এটা মাত্ৰই পথ সমুখত মোৰ। ঈৰ্ষা বা প্ৰেম উভয়কে দিম জলাঞ্জলি।

ইয়াগো ঃ আপোনাৰ পত্নী আৰু কেচিওৰ ওপৰত চোকা দৃষ্টি ৰাখিব। কোনোবাই আপোনাৰ উদাৰতাৰ সুবিধা ল'ব, সেইটো মোৰ সহ্য নহয়।

ওথেলো ঃ তুমি কি ক'ব খুজিছা?

ইয়াগো ঃ ভেনিচৰ তিৰোতাবোৰ চৰিত্ৰহীনা। স্বামীক প্ৰবঞ্চনা কৰাত পাকৈত সিহঁত।

ওথেলো ঃ ডেচডিমনাও তেন্তে ।

ইয়াগো ঃ পিতৃক প্ৰবঞ্চনা কৰি তেওঁ আপোনাক বিয়া কৰাইছিল।

ওথেলো ঃ ঠিকেইতো।

ইয়াগো ঃ ফুকলীয়া ছোৱালী, অথচ কিমান টেঙৰ। আপুনি যাদু কৰিছে বুলি পিতাকক বুজিব দিছিল ; নাই নাই উত্তেজিত নহ'ব।

ওথেলো ঃ মই তোমাৰ ওচৰত ঋণী।

ইয়াগো ঃ আপুনি উত্তেজিত হৈছে।

ওথেলো ঃ নাই হোৱা।

ইয়াগো : উত্তেজিত হ'লে মোৰ প্ৰতি অন্যায় কৰা হ'ব। কেচিও মোৰ বন্ধু। কিন্তু আপুনি উত্তেজিত হৈছে।

ওথেলো : উত্তেজিত হোৱা নাই। ডেচডিমনা পৱিত্ৰ বুলি মই এতিয়াও ভাবোঁ।

ইয়াগো : আপোনাৰ এই ধাৰণা যেন চিৰকাল থাকে।

ওথেলো : দেউতাকে হয়তো ঠিকেই কৈছিল ; মোক বিয়া কৰোৱাটো তেওঁৰ স্বভাৱ বিৰুদ্ধ কথা।

ইয়াগো : এৰা, নিজৰ দেশৰ, নিজৰ জাতিৰ ধুনীয়া ডেকাক নেওচি ; এতিয়া চাগৈ ডেচডিমনাই নিজৰ ভুল বুজিব পাৰিছে।

ওথেলো : বেছ, আৰু যদি কিবা জানিব পাৰা মোক ক'বাহি। তোমাৰ পত্নী এমিলিয়াকো ৰেহ-ৰূপ চাবলৈ ক'বা। এতিয়া যোৱা, মই অলপ নিৰলে থাকিব খোজোঁ।

[ ইয়াগোৰ প্ৰস্থান ]

ওথেলো : ইয়াগোই যিখিনি ক'লে নিশ্চয় তাতকৈ বেছি কিবা জানিব পাৰিছে।

ইয়াগো : (পুনৰ আহি) প্ৰভু, অনুৰোধ কৰিছোঁ, এই বিষয়ে আৰু চিন্তা নকৰিব। সময়তৰ বোকোচাত তাক খন্তেক জিৰাব দিয়ক ; কেচিওক এতিয়াই কামত নিযুক্ত কৰিব নালাগে। চাওক কি প্ৰতিক্ৰিয়া হয়। ডেচডিমনাৰ প্ৰতিও লক্ষ্য ৰাখিলে বহুতো কথা ওলাই পৰিব। কিন্তু এতিয়াই তেওঁক দোষী বুলি নাভাবিব। মই আহিলোঁ এতিয়া। [ প্ৰস্থান ]

ওথেলো : বৰণ আৰু বাৰ্ধক্যই হয়তোবা কৰিছে মোক ডেচডিমনাৰ বিৰাগভাজন। হওক, তথাপি মই প্ৰতাৰিত। হিয়াৰ তন্ত্ৰী যদি ছিগি ভাগি যায় তথাপি তাইক মই ত্যাগ কৰিম। তাইৰ প্ৰতি এই ঘৃণাভাবে দুখৰ বোজা পাতলাব। মই শান্তি পাম। পত্নীৰ প্ৰেম অৰ্থহীন। আমি মাথোঁ আলসুৱা দেহৰ গৰাকী, মনৰ নহয়। বিবাহৰ এয়ে অভিশাপ। মানুহৰ এয়ে ভাগ্য, মৃত্যুৰ দৰে কঠিন নিৰ্মম! সৌৱা ডেচডিমনা। আহ্ কি যে সুন্দৰ, পৱিত্ৰ। তেওঁৰ মনত যদি কলুষ থাকিব পাৰে স্বৰ্গও তেন্তে প্ৰতাৰণাময়। নাই নাই, মই বিশ্বাস নকৰোঁ।

[ ডেচডিমনা আৰু এমিলিয়াৰ প্ৰবেশ ]

ডেচডিমনা: ওথেলো! ভোজনৰ আয়োজন সম্পূৰ্ণ সকলো। আমন্ত্ৰিত চাইপ্ৰাছবাসীয়ে তোমাৰ কাৰণেই অপেক্ষা কৰিছে। তুমি পলম কৰিছা কিয়?

ওথেলো : মোৰ অপৰাধ হৈছে।

ডেচডিমনা: মাতটো দুৰ্বল দেখোন। অসুখ কৰিছে নে কি?

ওথেলো : কপালৰ এইখিনিতে কিবা এটা বিষ—

ডেচডিমনাঃ সাৰে থকাৰ কাৰণেই বিষাইছে। এতিয়াই ভাল হৈ যাব। বান্ধি দিওঁ ৰুমালখনেৰে।

[ ডেচডিমনাই ৰুমালেৰে মূৰটো বান্ধিব ধৰোঁতেই ]

ওথেলো ঃ তোমাৰ ৰুমালখন বৰ সৰু। (ডেচডিমনাৰ হাতৰপৰা ৰুমালখন পৰি যায়) ব'লা যাওঁ।

ডেচডিমনাঃ তোমাৰ অসুখ দেখি মন মোৰ ভাল লগা নাই।

[ ওথেলো, ডেচডিমনাৰ প্ৰস্থান। এমিলিয়াই ৰুমাল তুলি লয় ]

এমিলিয়া ঃ কি যে ভাগ্য! ৰুমালখন অনায়াসে পালোঁ। মূৰৰপৰা পোৱা প্ৰেমৰ প্ৰথম প্ৰতীক, এইখন তাইৰ অতি হেঁপাহৰ ধন ; ক'তো কেতিয়াও এৰিকে নাযায়। এইখনকে স্বামীয়ে চুৰ কৰিব কৈছিল দঢ়াই দঢ়াই। এই নক্সাটো নকল কৰি স্বামীক দি দিম। তেৱেঁই জানে কি কৰিব ইয়াৰে। তেওঁক সন্তুষ্ট কৰাই উদ্দেশ্য মোৰ, আন একো জানিব নোখোজোঁ।

[ ইয়াগোৰ প্ৰৱেশ ]

ইয়াগো ঃ এমিলিয়া কি কৰিছা অকলে ইয়াত?

এমিলিয়া ঃ মই এটা বস্তু পাইছোঁ।

ইয়াগো ঃ বস্তু পাইছা?

এমিলিয়া ঃ ওঁ, তোমাৰ কাৰণে।

ইয়াগো ঃ মোৰ কাৰণে?

এমিলিয়া ঃ ওঁ।

ইয়াগো ঃ মূৰ্খৰ দৰে কি বলকিছা?

এমিলিয়া ঃ অ', এয়ে হ'বলা মোৰ পুৰস্কাৰ?

ইয়াগো ঃ পুৰস্কাৰ?

এমিলিয়া ঃ তুমি বিচৰা ৰুমালখনৰ বাবে মোক কি দিবা কোৱা?

ইয়াগো ঃ কি ৰুমাল?

এমিলিয়া ঃ এতিয়া সুধিছা কি ৰুমাল। কিয়? সেইখন যে ওথেলোই দিয়া চেনেহৰ চিন—তুমি যে কৈছিলা চুৰ কৰিবলৈ।

ইয়াগো ঃ চুৰ কৰিলা নে কি?

এমিলিয়া ঃ ডেচডিমনাৰ হাতৰপৰা পৰি গৈছিল, মই পাই বুটলি লৈছোঁ। এইখন চোৱা।

ইয়াগো ঃ বঢ়িয়া। দিয়া মোক।

এমিলিয়া ঃ কিনো কৰিবা এইখনেৰে?

ইয়াগো ঃ দিয়াচোন। (কাঢ়ি লয়)

এমিলিয়া ঃ তোমাৰ যদি বিশেষ কামত নালাগে, তেন্তে ওভোতাই দিয়া। বেচেৰী ডেচডিমনাই বিচাৰি হাবাথুৰি খাব।

ইয়াগো : পোৱা বুলি নক'বা। বাৰু তুমি এতিয়া যোৱাচোন। (এমিলিয়া যায়) কেচিওৰ কোঠাত এইখন এনেদৰে পেলাই থ'ম যাতে তাৰ হাতত পৰে। ওথেলোৰ মনত আৰম্ভ হোৱা বিষক্রিয়াত এই ৰুমালে যোগাব ইন্ধন। এইখনকে প্রমাণ ৰূপে ব্যৱহাৰ কৰিম। সৌৱা ওথেলো আহিছে। চিৰদিনৰ বাবে নাইকিয়া হ'ব তাৰ চকুৰ টোপনি। (ৰুমাল লুকাই থয়)

[ ওথেলোৰ প্ৰৱেশ ]

ওথেলো : উহ্ কি যে প্রবঞ্চনা!

ইয়াগো : সেনাপতি, বাদদিয়ক সেইবোৰ চিন্তা।

ওথেলো : গুচি যা সমুখৰপৰা। মোক পীড়ন কৰাৰ উদ্দেশ্যেই তই এইবোৰ কৈছ। উহ্ জনাৰ যি কষ্ট তাতকৈ প্ৰবঞ্চিত হোৱাও ভাল শতগুণে।

ইয়াগো : সেনাপতি!

ওথেলো : তাইৰ গোপন প্ৰেমৰ কথা গোপনে আছিল যেতিয়া, মই শুইছিলোঁ, খাইছিলোঁ, অশান্তি নাছিল। তাইৰ ওঁঠত কেচিওৰ চুমাৰ পৰশ অনুভৱো নাছিলোঁ কৰা। মই নজনাকৈয়ে যদি প্ৰত্যেকটো সৈন্যই তাইক উপভোগ কৰিলেহেঁতেন, তেতিয়াও ইমান কষ্ট নাপালোঁহেঁতেন এতিয়া মোৰ মনৰ শান্তি হেৰাল। এতিয়া অৰ্থহীন সজ্জিত বাহিনীৰ সেনাপতি পদ, অৰ্থহীন ৰণক্ষেত্ৰৰ উন্মত্ত উল্লাস, ৰণোন্মত্ত অশ্বৰ তীব্ৰ হ্ৰেসাধ্বনি, অৰ্থহীন ৰণতুৰ্যৰ বিজয় নিনাদ, বিজয় পতাকা, সৈন্য সমদল, মৃত্যুৰ ইংগিত দিয়া কামানৰ ভীষণ গৰ্জন সকলো নিঃশেষ হৈ গ'ল আজি ওথেলোৰ বাবে।

ইয়াগো : আপুনি ইমান বিচলিত কিয়?

ওথেলো : বিচলিত কিয়? (ইয়াগোৰ ডিঙিত ধৰে) চয়তান, তই মোক প্ৰমাণ দিব লাগিব। সন্দেহ অতীত প্ৰত্যক্ষ প্ৰমাণ—যদি নোৱাৰ তেন্তে তই মৰিব লাগিব।

ইয়াগো : হিতচিন্তাৰ এয়ে যদি প্ৰতিদান হয় তেন্তে মই নিৰুপায়, মোক বিদায় দিয়ক।

ওথেলো : ৰ'বা নাযাবা। তোমাৰ প্ৰতি হয়তোবা ন্যায় বিচাৰ কৰা নাই মই। কিন্তু কি কৰিম ইয়াগো! মই বুজিব পৰা নাই মোৰ পত্নী সঁচাকৈয়ে দুশ্চৰিত্ৰা হয় নে নহয়। অনিশ্চয়তাৰ দোমোজাত মোৰ অন্তৰ থান্‌বান্ হ'ল। সেয়ে মোক স্পষ্ট প্ৰমাণ লাগে। পবিত্ৰতাৰ প্ৰতিমূৰ্তি ডায়েনাৰ দৰে উজ্জ্বল তেওঁৰ মুখমণ্ডল ক'লা হৈ গ'ল। মই যি কোনো উপায়েৰে ডেচডিমনাক হত্যা কৰিম। কিন্তু তাৰ আগতে তেওঁ যে চৰিত্ৰহীনা সেই কথাত পতিয়ন যাবই লাগিব।

ইয়াগো : সিহঁতক হাতে হাতে ধৰা পেলোৱাটো সম্ভৱ নহয়। সিহঁত মূৰ্খ নহয়

যে তেনেকৈ ধৰা দিব। তথাপি এনে কিছুমান কথা মই ক'ব পাৰোঁ, যাৰ দ্বাৰা সিহঁতৰ অবৈধ প্ৰণয় সহজতেই প্ৰমাণিত হ'ব।

ওথেলো : তাই যে দুশ্চৰিত্ৰা তাৰ মোক নিশ্চিত প্ৰমাণ লাগিব।

ইয়াগো : অপ্ৰিয় এই কাম। তথাপিতো মাজ বাটতে বৈ যোৱা উচিত নহ'ব। কিছুদিনৰ আগতে কেচিওৰ লগত মই শুইছিলোঁ। দাঁতৰ বিষৰ কাৰণে মোৰ টোপনি অহা নাছিল। কেচিও কিন্তু শুইছিল বিভোৰ হৈ। টোপনিতে সি কৈছিল, 'প্ৰিয়ে ডেচডিমনা, সাৱধান হ'বা, আমাৰ প্ৰেমৰ কথা যেন কোনেও নাজানে' ; তাৰ পাছত হঠাতে দেখোন মোৰ হাত এখনত টান মাৰি ধৰি সি কান্দি উঠিল, 'ডেচডিমনা কি যে মৰম লগা তুমি', এইবুলি কৈ মোক ভীষণভাৱে চুমা খালে আৰু ভৰি এখন মোৰ গাৰ ওপৰত তুলি দি চুমা খাই কান্দি কান্দি ক'লে, 'সেই ভাগ্যক অভিশাপ দিছোঁ, যি ভাগ্যৰ ফলত মূৰৰ হাতত তুমি সমৰ্পিত হ'লা।'

ওথেলো : উহ্ কি ভয়ংকৰ।

ইয়াগো : এইটো এটা সাধাৰণ সপোনহে—

ওথেলো : সপোনে পূৰ্বৰ অভিজ্ঞতাৰ আভাস দিয়ে।

ইয়াগো : ঠিক, এই সপোনে আনবোৰ কথাক সমৰ্থন কৰি পতিয়ন যোৱাত সহায় কৰিব।

ওথেলো : যি কামুক দেহাই প্ৰশ্ৰয় দিছে কেচিওৰ অবৈধ প্ৰেমক, ছিঙি তাক ছিৰাছিৰ কৰি মই পোটক তুলিম।

ইয়াগো : নাই নাই, টপৰাই আপুনি একো নকৰিব। ডেচডিমনা দ্বিচাৰিণী নহ'বও পাৰে। বাৰু কওকচোন ধুনীয়া ৰুমাল এখন আপোনাৰ পত্নীৰ হাতত কেতিয়াবা দেখিছে নে?

ওথেলো : দেখিছোঁ। সেইখন তাইক দিয়া মোৰ প্ৰথম উপহাৰ।

ইয়াগো : এৰা, আপোনাৰ পত্নীৰে ৰুমাল। সেইখনেৰে আজি পুৱা কেচিওই মুখ মচা ময়ো দেখিছিলোঁ।

ওথেলো : যদি মই দিয়াখনেই হয়—

ইয়াগো : তেন্তে ইয়াকো এটা প্ৰমাণ বুলি ধৰি ল'ব পাৰে।

ওথেলো : তুমি কোৱা কথাবোৰ দেখিছোঁ সকলো সত্য। ইয়াগো, অৰ্থহীন ভালপোৱা, অৰ্থহীন মোৰ অনাবিল প্ৰেম। বতাহত সেইবোৰ দিলোঁ ছটিয়াই, নাইকিয়া হ'ল। শূন্য অন্তৰ মোৰ নিষ্ঠুৰ প্ৰতিহিংসাৰে ভৰপূৰ হওক। প্ৰেমৰ সিংহাসন অধিকাৰ কৰি লওক কঠোৰ ঘৃণাই। অন্তৰৰপৰা হওক তীব্ৰ বিহ উদ্গীৰণ।

ইয়াগো : ধৈৰ্য ধৰক প্ৰভু।

ওথেলো : কলঙ্কিত দেহাৰ তপ্ত শোণিতেহে শান্ত কৰিব মোৰ অশান্ত হৃদয়।

ইয়াগো : আপোনাৰ চিন্তাই যদি গতি সলায়?

ওথেলো : অসম্ভৱ ইয়াগো। কৃষ্ণ সাগৰৰ উত্তাল উৰ্মিমালা মাজবাটতে যেনেকৈ থমকি নৰয়, মহাসাগৰত নপৰালৈকে ভেটা দি ৰাখিব নোৱাৰি তাক, সেইদৰেই থমকি নৰয় মোৰ চিন্তা স্ৰোত প্ৰেমৰ প্ৰশান্ত পৰশত। প্ৰতিহিংসাৰ মহাসাগৰত জাহ নোযোৱালৈকে গতি তাৰ বিৰাম-বিহীন। ঈশ্বৰৰ শপত খাই কৈছোঁ ইয়াগো, এই পবিত্ৰ সংগ্ৰাম চলি থাকিব অবাৰিতভাৱে যেতিয়ালৈকে জিঘাংসা মোৰ চৰিতাৰ্থ নহয়।

ইয়াগো : স্বৰ্গৰ জ্যোতিক ধিয়াই, ময়ো ল'লোঁ পবিত্ৰ সঙ্কল্প আপোনাৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিকাৰৰ অৰ্থে নিয়োজিত কৰিম মোৰ বুদ্ধি আৰু শক্তি সামৰ্থ্যক। আদেশ যিমানেই কঠোৰ নহওক অকুণ্ঠচিত্তে তাক কৰিম পালন।

ওথেলো : তিনি দিনৰ ভিতৰত কেচিওক হত্যা কৰি ভীষণ পৰীক্ষাত তুমি উত্তীৰ্ণ হোৱা।

ইয়াগো : কেচিওৰ মৃত্যু হ'ব নিশ্চিন্ত থাকক, কিন্তু ডেচডিমনাক হত্যা নকৰিব।

ওথেলো : কামুক কুলটাজনীও ৰসাতলে যাওক। ইয়াগো, এই মুহূৰ্তৰপৰা সহ-সেনাপতি পদত তোমাক কৰিলোঁ নিযুক্ত।

ইয়াগো : মই ওথেলোৰ চিৰ অনুগত ভৃত্য।

## সপ্তম দৃশ্য

[ চাইপ্ৰাছ। দৃশ্যসজ্জা চতুৰ্থ দৃশ্যৰ দৰেই। সুবিধা হ'লে অলপ সলনি কৰিও দেখুৱাব পাৰি। সন্ধ্যা ]

ডেচডিমনা : এমিলিয়া, মোৰ ৰুমালখন বাৰু মই ক'ত হেৰুৱালোঁ?

এমিলিয়া : মই কেনেকৈ ক'ম?

ডেচডিমনা : ঈৰ্ষাযুক্ত মোৰ স্বামী, নহ'লে ভীষণ বিপদত পৰিলোঁহেঁতেন।

এমিলিয়া : চোৱা, তোমাৰ স্বামী ইয়ালৈকে আহিছে।

[ ওথেলোৰ প্ৰৱেশ ]

ডেচডিমনা : ওথেলো, কেনে আছা তুমি? (হাতখন আগবঢ়াই দিয়ে ; ওথেলোই ধৰে)

ওথেলো : কোমল, সেমেকা হাতৰ তলুৱা।

ডেচডিমনা : বয়সে শুকান কৰা নাই। ই পোৱা নাই দুখৰ সোৱাদ।

ওথেলো : তপত সেমেকা হাত আৰু কোমল বয়স—উদ্‌ভ্ৰান্ত হোৱাৰ এয়েতো সময় ; তপত কোমল হাত, সহজেই ধৰা দিব খোজে।

ডেচডিমনা : এইখন হাতেইতো মোৰ অন্তৰ, তোমাক উজাৰি দিছে।

ওথেলো : এৰা, নিজৰ যিখিনি থাকে, এই হাতে দান কৰে কাৰ্পণ্য নকৰি। আগতে হৈছিল বিবাহ বন্ধন হাতৰ যোগেৰেই, হাতৰ যোগেৰেই হৈছিল মন দিয়া নিয়া। আজি-কালি কিন্তু হাতৰহে মাথোঁ মিলন হয়, মনৰ পৰশে তাক মধুৰ নকৰে।

ডেচডিমনা : সেইবোৰ কথা বুজিকে নাপাওঁ। বাৰু শুনাচোন তুমি কৈছিলা সেই বিষয়ে কিবা কৰিছা নে নাই?

ওথেলো : কি বিষয়েনো সোণ?

ডেচডিমন : কেচিওক মই আহিবলৈ কৈছোঁ।

ওথেলো : মোৰ বৰ পানী লাগিছে, ৰুমালখন দিয়া।

ডেচডিমনা : লোৱা, এইখন।

ওথেলো : এইখন নহয়, মই দিয়াখন—

ডেচডিমনা ঃ এতিয়া লগত নাই।

ওথেলো ঃ নাই?

ডেচডিমনা ঃ ক'ৰবাত থলোঁ।

ওথেলো ঃ সেইখন ৰুমাল মিচৰৰ এক যাদুকৰে মোৰ মাক দিছিল। কৈছিল লগতে ৰাখিলে পিতাৰ স্নেহৰপৰা কেতিয়াও বঞ্চিত নহয়। মাতৃৰপৰা পাই মই তোমাক দিছিলোঁ, প্ৰেমৰ প্ৰতীক ৰূপে প্ৰথম উপহাৰ ; ৰুমালখন লগত নাৰাখি মহা ভুল কৰিছা তুমি।

ডেচডিমনা ঃ সঁচা নে এইবোৰ কথা।

ওথেলো ঃ আখৰে আখৰে সঁচা। তাৰ আঁহে আঁহে আছে মন্ত্ৰৰ প্ৰভাৱ। মন্ত্ৰপূত পলুৰ পাট সূতাৰে সেইখন গুঁঠিছিল দুশ বছৰীয়া এক ডাইনী বুঢ়ীয়ে। কৌশলেৰে সংৰক্ষিত মৃতা কুমাৰীৰ কলিজাৰ ৰসেৰে তাত ৰং বোলাইছিল ; আৰু এতিয়া সেইখনেই তুমি হেৰুৱাই পেলাইছা।

ডেচডিমনা ঃ নাই নাই হেৰোৱা নাই।

ওথেলো ঃ তেন্তে আনা চাওঁ মই।

ডেচডিমনা ঃ আনিম পাছত। মই জানো নহয়, কেচিওৰ কথাটো যাতে পাহৰি পেলাওঁ তাৰ বাবেই তোমাৰ এই চতুৰালি।

ওথেলো ঃ অমঙ্গলৰ দেখিছোঁ সূচনা, দুশ্চিন্তা বাঢ়িছে ; ৰুমালখন আনা।

ডেচডিমনা ঃ ৰ'বাচোন। কেচিওৰ দৰে ভাল মানুহ তুমি ক'তো বিচাৰি নোপোৱা।

ওথেলো ঃ আগেয়ে ৰুমালখন আনা।

ডেচডিমনা ঃ কেচিওৰ কথা আগতে নিষ্পত্তি কৰা।

ওথেলো ঃ আহ্ কেৱল কেচিও, কেচিও, কেচিও, কেচিওৰ কথা মই শুনিব নোখোজোঁ—

ডেচডিমনা ঃ ওথেলো! (ওথেলোৰ প্ৰস্থানত ডেচডিমনাও পাছে পাছে যায়)
[ আনফালৰপৰা ইয়াগো সোমায়। ইয়াগোই কেচিও আৰু বায়াঙ্কাৰ অন্তৰালৰ কথোপকথন শুনে ]
(কেচিও আৰু বায়াঙ্কাৰ নেপথ্যৰ এই সংলাপ মাইকত দিলে অসুবিধা কমিব। আগতে টেপ কৰিও ল'ব পাৰি)

কেচিও ঃ বায়াঙ্কা, কিয় এইদৰে মোৰ পাছ ল'লা তুমি?

বায়াঙ্কা ঃ তোমাৰ ৰুমাল নালাগে মোক। কোনোবা ৰক্ষিতাই দিয়া এই ৰুমালৰ ফুলবোৰ তাইৰ সন্তুষ্টিৰ কাৰণে মই নকল কৰিব লাগে? মোৰ আৰু কাম নাই? ৰুমালখন ৰক্ষিতাক ওভোতাই দিয়াগৈ। তোমাক মোৰ চিনিবলৈ আৰু বাকী নাই।

কেচিও ঃ বায়াঙ্কা, অবুজ নহ'বা।

বায়াঙ্কা : নালাগে, নুশুনা কোনো কথা।
কেচিও : উহ্ কি যে অদ্ভুত! বায়াঙ্কা, বায়াঙ্কা—
ইয়াগো : (ভিতৰলৈ চাই) চিঞৰি লাভ নাই কেচিও।
কেচিও : (সোমাই আহে, হাতত ৰুমালখন) ইয়াগো, কি যে পাগলী এই বায়াঙ্কাজনী।
ইয়াগো : তোমাৰ ওপৰত খং কৰি সঁচাকৈ বলিয়ালিকে তাই কৰিব পাৰে ; সোনকালে পাছে পাছে যোৱা।
কেচিও : তাকে কৰোঁ। নহ'লে চিঞৰি-বাখৰি তাই বিপদ মাতিব।
[ কেচিওৰ প্ৰস্থান। ওথেলোৰ প্ৰৱেশ ]
ওথেলো : ইয়াগো, কোন তাই?
ইয়াগো : বায়াঙ্কা ; কেচিওৰ প্ৰতি তাই অতিকে আসক্তা, কিন্তু কেচিওই তাইক নিবিচাৰে। বাৰু সেনাপতি, কেচিওৰ হাতত ৰুমালখন দেখিছিল নে?
ওথেলো : সেইখন মোৰ ৰুমালেই হয় নে?
ইয়াগো : সেইখন যে আপোনাৰেই সেই কথা শপত খাই ক'ব পাৰোঁ মই। আচৰিত কথা, ডেচডিমনাই তাকহে দিছিল আৰু সি দি দিলে তাৰ ৰক্ষিতাক।
ওথেলো : কঠোৰ শাস্তি দি তাক তিলতিলকৈ মাৰিব লাগিব। কিন্তু ডেচডিমনাৰ প্ৰতি কঠোৰতা শিথিল হ'ব খোজে কিয়?
ইয়াগো : নাই নাই, আপুনি কঠোৰ হ'বই লাগিব।
ওথেলো : ঠিক কৈছা। মোহত নপৰোঁ। শিলেৰে বন্ধালোঁ হিয়া। (বুকুত ভুকুৱাই) কঠুৱা, কঠিন বুকু মোৰ হাতহে বিষাই যায়। তথাপি, তথাপি ইয়াগো ইমান যে ধুনীয়া, ইমান যে মৰম লগা, সম্ৰাট সঙ্গিনীৰূপে সম্ৰাটকো শাসন তাই কৰিব পাৰে।
ইয়াগো : এইবোৰ ভাব আঁতৰাই দিয়ক।
ওথেলো : অভিশপ্ত তাই। তথাপিও ক'ব যে লাগিব হাতৰ কামত আছিল কি যে নিপুণতা, সঙ্গীতৰ সুৰ কি যে মন মুহি নিয়া, বুদ্ধি আৰু কল্পনাৰ কি যে প্ৰখৰতা!
ইয়াগো : সেইবোৰেই বিপথে যোৱাত তাইক সহায় কৰিছে।
ওথেলো : সঁচা কথা। কিন্তু কি যে বিনম্ৰ মধুৰ আছিল তাই। অথচ ভাগ্যৰ বিড়ম্বনাত আজি পাপে তাইৰ সমস্ত সত্তাকে কৰিছে বিষাক্ত। ভাবিলেও মোৰ হিয়া ভাগি যায়।
ইয়াগো : তাইৰ প্ৰতি পুতৌ ভাবত আপোনাৰ অন্তৰ যদি উপচি পৰিছে তেন্তে ময়েই বা কিয় এইবোৰ কথা লৈ অযথা সময় কটাওঁ? নিজৰ মতে

চলিবলৈ আপুনিও এৰি দিয়ক তাইক আন দহজনে যিদৰে দিয়ে।

ওথেলো : নাই নাই, ইয়াগো। প্ৰবঞ্চিত মই—

ইয়াগো : ইমান অন্যায় জানো সহ্য কৰিব পাৰি?

ওথেলো : আৰু মোৰ সহ-সেনাপতিৰ লগতে এই পাপ অভিসাৰ।

ইয়াগো : সেইটোতো আৰু বেয়া, ক্ষমাৰ অযোগ্য কথা।

ওথেলো : ইয়াগো, মোক অলপ বিহ আনি দিয়া। এতিয়াই, আজি নিশাতেই। মই তাইৰ লগত কথাকে নাপাতোঁ ; তাইৰ সৌন্দৰ্য আৰু দেহৰ লাৱণ্যই মোক দুৰ্বল কৰি দিব।

ইয়াগো : বিহ খুৱাই হত্যা নকৰিব। যিখন বিছনাত তাই কেচিওৰ স'তে কৰে পাপ আচৰণ তাতেই তাইক টেঁটু চেপি মাৰক।

ওথেলো : ঠিক কৈছা ইয়াগো, সেইদৰেই কৰিম।

ইয়াগো : কেচিওৰ বাবে আপুনি চিন্তা নকৰিব। মই নিজেই তাক শাস্তি বিহিম। (নেপথ্যত ট্ৰাম্পেট বাজে)
ভেনিচৰপৰা লুডোভিচো আহিছে ডিউকৰ বতৰা লৈ।
[ লুডোভিচোৰ ডেচডিমনাক লগত লৈ প্ৰৱেশ ]

লুডোভিচো : ডিউকৰ এই পত্ৰখন মই আনিছোঁ বহন কৰি।

ওথেলো .. : দিয়ক। (চিঠি পঢ়ে)

লুডোভিচো : (ইযাগোক) তোমালোকক লগ পাই ভাল লাগিল। কেচিও কেনে আছে?

ইয়াগো : ভালেই।

ডেচডিমনা : ওথেলো আৰু কেচিওৰ মাজত মনৰ অমিল ঘটিছে। তুমি এই ভুল বুজাবুজি আঁতৰাই বন্ধুত্ব পুনৰ ঘূৰাই আনা।

ওথেলো : (চিঠি পঢ়ি পঢ়ি খঙেৰে ডেচডিমনাক) যি কথা কোৱা, ভাবি-গুণি ক'বা।

ডেচডিমনা : ওথেলো!

ওথেলো : (চিঠি পঢ়ে) যিদৰে লিখা হৈছে, সেইদৰে কৰিবা।

লুডোভিচো : (ডেচডিমনাক) তেওঁ তোমাক একো কোৱা নাই। চিঠিখন পঢ়াতে ব্যস্ত। মনৰ অমিল বৰ বেছি নে কি?

ডেচডিমনা : কেচিওৰ লগত মোৰ সম্ভাৱ আছে। এই ভুল বুজাবুজি আঁতৰিলে সেয়ে বৰ ভাল পাম।

ওথেলো : নৰক যন্ত্ৰণা ভোগক।

ডেচডিমনা : ওথেলো!

ওথেলো : সত্য প্ৰকাশ কৰিবলৈ সাহস আছে জানো তোমাৰ?

ডেচডিমনা ঃ মই কিবা জগৰ লগালোঁ নে কি?

লুডোভিচো ঃ চিঠিখন পঢ়ি হয়তো খং উঠিছে।

ডেচডিমনা ঃ কিয়?

লুডোভিচো ঃ ভেনিচলৈ তেওঁক উভতি যাবলৈ কৈ কেচিওক তেওঁৰ ঠাইত নিযুক্ত কৰিছে।

ডেচডিমনা ঃ এই কথা শুনি মই হ'লে ভালেই পাইছোঁ।

ওথেলো ঃ সঁচায়ে নে?

ডেচডিমনা ঃ প্ৰভু!

ওথেলো ঃ মই কিন্তু ভাল পাইছোঁ বলিয়াৰ এই বলকনি শুনি।

ডেচডিমনা ঃ কিয় তেনেকৈ কৈছা ওথেলো?

ওথেলো ঃ কিয় কৈছোঁ? কিয় কৈছোঁ? নৰকৰ কীট!
(ডেচডিমনাক চৰ মাৰি দিয়ে)

ডেচডিমনা ঃ (কান্দে) মই একো অপৰাধ কৰা নাই।

লুডোভিচো ঃ মই এই ঘটনা নিজৰ চকুৰে দেখিলোঁ যদিও, ভেনিচৰ কোনেও হ'লে সঁচা বুলি বিশ্বাস নকৰিব। এইটো ওথেলো বৰ বেয়া কথা হ'ল।

ওথেলো ঃ নাৰীৰ চকুৰ লোটকে ধৰণীক সন্তান সম্ভৱা কৰা হ'লে প্ৰতি টোপালেই জন্ম দিলেহেঁতেন ঘঁৰিয়াল একোটা।

ডেচডিমনা ঃ মই থাকিলে তেওঁৰ খং উঠে। মই গুচি যাওঁ।

[ যাব খোজে ]

লুডোভিচো ঃ সেনাপতি—তেওঁক যাবলৈ নিদিব, মাতক।

ওথেলো ঃ পত্নী।

ডেচডিমনা ঃ প্ৰভু!

ওথেলো ঃ লুডোভিচো—উভতি আহিছে তেওঁ। কি লাগে কওক।

লুডোভিচো ঃ মোক কি লাগিব?

ওথেলো ঃ আপুনি বিচাৰিছিল তেওঁ উলটি আহক। তেওঁ উলটি আহিব পাৰে কিন্তু আকৌ যাব। এনেকৈ আহি আৰু গৈয়ে থাকিব। তেওঁ কান্দিবও জানে, কথাও শুনে। কান্দা ; কান্দি দেখুৱা যিমান পাৰা। ভাল লাগে মোৰ এই অভিনয় চাই। উভতি যাবলৈ মোক আদেশ দিছে। আদেশ মই পালন কৰিম, ভেনিচলৈ মই উভতি যাম। (ডেচডিমনাক) গুচি যোৱা সমুখৰপৰা। (ডেচডিমনা যায়) মোৰ ঠাইত কেচিও নিযুক্ত হ'ল। আজি নিশা ভোজ পাতিম ; আপুনিও আহিব লাগিব। চাইপ্ৰাছলৈ আপোনাক জনাওঁ স্বাগতম। এই কামুকতা পশুৰ লেখীয়া, পশুৰ লগতহে তাক ৰিজাব পাৰি। [ প্ৰস্থান ]

লুডোভিচো ঃ মই শুনিছিলোঁ ওথেলো ভদ্র, অমায়িক তেওঁৰ ব্যৱহাৰ। এয়েনে সেই ওথেলো—দুৰ্ভাগ্য আৰু দুৰ্ঘটনাই বিব্ৰত নকৰে যাক—

ইয়াগো ঃ তেওঁৰ বহুতো সলনি হ'ল।

লুডোভিচো ঃ প্ৰকৃতিস্থ নে ওথেলো?

ইয়াগো ঃ তেওঁৰ মনৰ অৱস্থা যি, ব্যৱহাৰো স্বাভাৱিক বুলিব লাগিব।

লুডোভিচো ঃ পত্নীক এইদৰে আঘাত কৰে কেনেকৈ?

ইয়াগো ঃ এনে কাম গৰিহণাযোগ্য।

লুডোভিচো ঃ চিঠিখন পঢ়ি তেও মনৰ সমতা হেৰুৱালে নে স্বভাৱ সুলভ তেওঁৰ এই ব্যৱহাৰ?

ইয়াগো ঃ মই যি দেখিছোঁ, জানিছোঁ—সেই কথা ব্যক্ত কৰা উচিত নহ'ব। চাই যাওক, নিজে দেখা পাব কেতিয়া কি কৰে তেওঁ।

লুডোভিচো ঃ তেওঁক দেখি মই হ'লে হতাশ হৈছোঁ।

[ ইয়াগো, লুডোভিচোৰ প্ৰস্থান। আনফালেদি ওথেলো আৰু এমিলিয়াৰ প্ৰৱেশ। ওথেলো আহিয়েই বহে। এমিলিয়া থিয় হৈ থাকে ]

ওথেলো ঃ সন্দেহজনক একোকে তুমি দেখা পোৱা নাই।

এমিলিয়া ঃ নাই দেখা।

ওথেলো ঃ কেচিওৰ লগত তেওঁক একেলগে থকা দেখিছা নে?

এমিলিয়া ঃ দেখিছোঁ, কিন্তু তাত কি দোষ? যি কথা পাতিছে, সকলো শুনিছোঁ মই। গোপন একোকে কৰা নাই।

ওথেলো ঃ তেওঁলোকে কথা পাতোঁতে কেতিয়াও তোমাক কিবা অজুহাতত আঁতৰাই পঠোৱা নাই নে?

এমিলিয়া ঃ কেতিয়াও নাই পঠোৱা।

ওথেলো ঃ এই কথা বিশ্বাস মই কৰোঁ কেনেকৈ?

এমিলিয়া ঃ মোৰ আত্মাক পণ ৰাখি কওঁ—অতিকে পৱিত্ৰ তেওঁ। কিবা যদি ভুল ভাব মনত সোমাইছে, ততালিকে সেই ভাব পৰিত্যাগ কৰক। ডেচডিমানৰ মনত যদি পৱিত্ৰতা নাই, তেন্তে পৃথিৱীৰ কোনো পত্নীয়েই পৱিত্ৰ নহয়। সুখৰ নহয় কাৰো বিবাহিত জীৱন।

ওথেলো ঃ ডেচডিমনাক মাতি আনাগৈ। (এমিলিয়াৰ প্ৰস্থান) এমিলিয়াই এইদৰেতো ক'বই লাগিব ; তায়েই যে সিহঁতক কৰিছে সহায়। এমিলিয়াও চতুৰ চৰিত্ৰহীনা—সেয়ে কুৎসিত কথাবোৰ গোপনে ৰাখিছে।

[ ডেচডিমনাক লৈ এমিলিয়াৰ প্ৰৱেশ ]

ডেচডিমনা ঃ স্বামী, কিয় বিচাৰিছা মোক?

ওথেলো ঃ প্ৰিয়া, এইফালে আহা।

ডেচডিমনা ঃ তুমি যিহকে বিচৰা, তাকেই কৰিম মই।

[ ওথেলোৰ ওচৰলৈ আহে ]

ওথেলো ঃ (এমিলিয়াক) এমিলিয়া, তোমাৰ যিটো কাম তাকে কৰা। প্ৰেমিক যুগলক ইয়াত এৰি থৈ দুৱাৰ জপাই দিয়া। যদি কোনোবা আহে কাহ এটা মাৰি ইঙ্গিত দিবা। যোৱা (এমিলিয়াৰ প্ৰস্থান) ডেচডিমনা, এইফালে আহাঁ। মুখ তোলা, তোমাৰ চকুদুটা চাওঁ।

ডেচডিমনা ঃ কিযে অদ্ভুত এই ব্যৱহাৰ! কৰিছোঁ মিনতি, কোৱা কি হৈছে তোমাৰ? তোমাৰ দৃষ্টিত কিয় ভয় লগা এই কঠোৰতা?

ওথেলো ঃ কিয়? তুমি বাৰু কি?

ডেচডিমনা ঃ তোমাৰ পত্নী। স্বামী যাৰ একমাত্ৰ ধ্যান।

ওথেলো ঃ শপত খোৱা। মিছাকৈ ঢাকি ৰাখিবলৈ ঈশ্বৰৰ অভিশাপ শিৰ পাতি লৈও শপত যে খাবা তাক জানো। তথাপিতো তুমি যে পৱিত্ৰ শপত খাই কোৱা।

ডেচডিমনা ঃ ঈশ্বৰে জানে, মই পৱিত্ৰ হয় নে নহয়।

ওথেলো ঃ তুমি যে প্ৰবঞ্চক ঈশ্বৰে ভালদৰে জানে।

ডেচডিমনা ঃ কাক প্ৰবঞ্চনা কৰিছোঁ স্বামী?

ওথেলো ঃ আহ্ ডেচডিমনা, আঁতৰ হোৱা সমুখৰপৰা।

[ ওথেলোই কান্দে ]

ডেচডিমনা ঃ উহ্ আজিৰ দিনটো যে কি ভয়ঙ্কৰ। ওথেলো, তুমি কান্দিছা কিয়? তুমি কন্দাৰ ময়ে নে কাৰণ? দেউতাৰ উচটনিতে ডিউকৰ এই নিৰ্দেশ বুলি যদিহে ভাবিছা, তাৰ বাবে তুমি মোক দায়ী নকৰিবা। মই যে একোকে নাজানো। দেউতাৰ স'তে মোৰ সম্পৰ্ক নাই। দেউতাৰ চেনেহৰপৰা তোমাৰ দৰেই ময়ো বঞ্চিতা।

ওথেলো ঃ ঈশ্বৰে যদি মোক পৰীক্ষাকে কৰিব খুজিছিল, অশেষ কষ্ট দি নাচালে কিয়? কিয় মোৰ ওপৰত গঞ্জনা নিদিলে জাপি? হতাশা আৰু দৰিদ্ৰতাত নিক্ষেপ নকৰিলে কিয়? কাঢ়ি নিনিলে কিয় মোৰ স্বাধীনতা? এইবোৰ অভিশাপ হাঁহিমুখে সহ্য কৰিলোঁহেঁতেন। কিন্তু যাক অন্তৰ উজাৰি মই ভাল পাইছিলোঁ, যি আছিল মোৰ জীৱনৰ উৎস, প্ৰাণৰো প্ৰাণ, তাৰপৰা মোক এইদৰে আঁতৰাই আনিলে কিয়? যি গুলপীয়া মুখ আছিল সৌন্দৰ্য্যৰ আকৰ তাক কিয় কৰি দিলে নৰকৰ দৰে ভীষণ বীভৎস। কিহৰ বাবে মই জীয়াই থাকিম? কাৰ বাবে মই জীয়াই থাকিম?

ডেচডিমনা ঃ মোৰ পৱিত্ৰতাক কিয় সন্দেহ কৰিছা?

ওথেলো ঃ হুঃ পৱিত্ৰতা! বাহিৰত মাথোঁ এই মোহনীয় ৰূপ, অন্তৰত তীব্ৰ হলাহল। মাতৃ গৰ্ভত স্থান তুমি পাব নালাগিছিল।

ডেচডিমনা ঃ মইতো একো পাপ কৰা নাই।

ওথেলো ঃ পাপ কৰা নাই? তোমাৰ পাপৰ কথা শুনি দেৱতায়ো মুখ বিকটায়, জোনৰ জ্যোতি ম্লান পৰি যায় ; বতাহেও লাজতে নিজম গুহাত মুখ লুকুৱায়।

ডেচডিমনা ঃ যুক্তিহীন এই দোষাৰোপ।

ওথেলো ঃ কুলটা নহয় তুমি?

ডেচডিমনা ঃ নহয়। খৃষ্টৰ অনুগামী মই। অপবিত্ৰ স্পৰ্শৰপৰা মুক্ত মোৰ এই দেহা স্বামীৰ সেৱাৰ বাবে। মই কুলটা নহয়।

ওথেলো ঃ নহয়?

ডেচডিমনা ঃ নহয়। আত্মাৰ মুক্তি মোৰ কাম্য।

ওথেলো ঃ ইও সম্ভৱ নে?

ডেচডিমনা ঃ এনে অসৎ চিন্তাৰ গ্ৰাসৰপৰা ঈশ্বৰে যেন আমাক ৰক্ষা কৰে।

ওথেলো ঃ মোক মাৰ্জনা কৰিবা তুমি। ভেনিচৰ অসৎ ৰমণী বুলি হয়তোবা মই তোমাক ভুল কৰিছিলোঁ। (এমিলিয়াক মাতে) এমিলিয়া, আহাঁ—তুমি যে নৰকৰ দ্বাৰ ৰক্ষিতা ; (এমিলিয়াৰ প্ৰৱেশ) আমাৰ কাম শেষ হ'ল, কষ্ট কৰি দ্বাৰ ৰক্ষা কৰাৰ কাৰণে লোৱা এই পুৰস্কাৰ। আমাৰ গোপন এই অভিসাৰ কথা গোপনে ৰাখিবা।

[ ওথেলোৰ প্ৰস্থান ]

এমিলিয়া ঃ ডেচডিমনা, সেনাপতিয়ে কিয় ক'লে এইদৰে বাৰু?

ডেচডিমনা ঃ মোৰ যে চৈতন্য বিলুপ্ত হৈছে, একোকে ধৰিব পৰা নাই।

এমিলিয়া ঃ ডেচডিমনা, কি হৈছে প্ৰভুৰ?

ডেচডিমনা ঃ কোন প্ৰভু? কাৰ কথা কৈছা?

এমিলিয়া ঃ তোমাৰ হিয়াৰ মাণিক, ওথেলোৰ কথা।

ডেচডিমনা ঃ মোৰ আজি কোনো নাই এমিলিয়া। কান্দি কান্দি হিয়া পাতলাম সেই শক্তিও নাই। শুনা, বিয়াৰ নিশাৰ দৰে আজি মোৰ শয্যা ৰচনা কৰিবা আৰু যোৱা, মাতি আনা তোমাৰ স্বামীক।

এমিলিয়া ঃ উহ্ এই পৰিবৰ্তন কল্পনা অতীত।

[ ডেচডিমনা ভাগি পৰিব খুজি নিজকে সংযত কৰি লয়। ইয়াগো আহে ]

ইয়াগো ঃ মোক মাতিছিল—

ডেচডিমনা ঃ কোমল শিশু বুলি ভাবি শিক্ষা দিবলৈকে তেওঁ মোক তিৰস্কাৰ কৰিছে কিন্তু এই ককৰ্থনা যে মোৰ সহ্যৰ অতীত।

ইয়াগো : কি হ'ল?

এমিলিয়া : অশ্লীল ইঙ্গিত দি প্ৰভুৱে তেওঁৰ প্ৰতি দোষাৰোপ কৰিছে ভীষণ।

ডেচডিমনা : ইয়াগো, মই বাৰু সঁচাকৈয়ে তেনেকুৱা নে? (কান্দে)

ইয়াগো : কি হৈছে বাৰু?

এমিলিয়া : কৈছে কুলটা বুলি। মদ খোৱা মাতালেও এনে কথা নোৱাৰে ক'ব।

ডেচডিমনা : ইয়াগো, মইতো তেনেকুৱা কেতিয়াও নহয়। (কান্দে)

এমিলিয়া : নিশ্চয় ই কাৰোবাৰ ষড়যন্ত্ৰ।

ইয়াগো : তেনে হোৱা অসম্ভৱ কথা।

ডেচডিমনা : ইয়াগো, কেনেকৈ তেওঁৰ মৰম পুনৰ পাম? কিবা এটা কৰক। যদি কেতিয়াবা মই চিন্তা বা কামেৰে তেওঁৰ প্ৰতি অনাসক্ত হৈ কাৰোবাৰ কথা মনত দিছিলোঁ ঠাই ঈশ্বৰে যেন মোক ভীষণ শাস্তি দিয়ে। ইয়াগো তেওঁৰ অনাদৰত মই মৰি যাব পাৰোঁ কিন্তু তেওঁৰ প্ৰতি থকা মোৰ প্ৰেম কেতিয়াও নাইকিয়া নহয়।

ইয়াগো : ৰাষ্ট্ৰৰ কাৰ্যত বিব্ৰত হৈ আপোনাৰ স'তে এইদৰে কাজিয়া কৰিছে। (ট্ৰাম্পেট) সৌৱা শুনক, নৈশ ভোজৰ আমন্ত্ৰণ। ভেনিচৰ অতিথিসকলে অপেক্ষা কৰিছে। সোনকালে যাওক। নাকান্দিব। এমিলিয়া, লৈ যোৱা তেওঁক।

[ এমিলিয়া আৰু ডেচডিমনাৰ প্ৰস্থান। ৰদাৰিগোৰ প্ৰৱেশ ]

ৰদাৰিগো : নিতৌ নতুন অজুহাত দেখুৱাই ডেচডিমনাক লগ পোৱাৰপৰা মোক তুমি বিৰত কৰিছা। ধন-সোণ, মণি-মুক্তা হাত ভৰাই নিছা, মোৰ হ'লে লাভ হোৱা নাই। তুমি কৈছা ডেচডিমনাৰ মন কুমলিছে, কিন্তু মই দেখা নাই তাৰ কোনো চিন।

ইয়াগো : অলপ ধৈৰ্য ধৰা।

ৰদাৰিগো : ধৈৰ্য মই ধৰিব নোৱাৰোঁ। ত্যাগ কৰিলোঁ মই ডেচডিমনাৰ আশা। তোমাৰ এই নীচ ব্যৱহাৰ মই সহ্যও নকৰোঁ।

ইয়গো : ঠিক আছে তেন্তে।

ৰদাৰিগো : ঠিক নাই। মই ডেচডিমনাক লগ ধৰি ওভোতাই আনিম মণি-মুক্তবোৰ। নিদিলে তোমাৰপৰাই আদায় কৰি ল'ম।

ইয়াগো : যুক্তি আছে তোমাৰ কথাত। এতিয়ালৈকে নাই পৰা মই একোকে কৰিব কিন্তু দেখিছোঁ তোমাৰ মনত আত্মবিশ্বাস আছে। আৰু যদি সঁচা হয় মোৰ এই ধাৰণা, তেন্তে তুমিয়েই পাৰিবা এই কাম কৰিব সমাধা ; আজি নিশা যদি পাৰা সাহস দেখুৱাব তেন্তে ধুৰুপ জানিবা,

কাইলৈ নিশা ডেচডিমনাৰ লোভনীয় দেহা তোমাৰেই হ'ব। হত্যা কৰি শাস্তি দিবা মোক ; যদি মোৰ কথা মিছা বুলি প্ৰমাণিত হয়।

ৰদাৰিগো : কি কৰিব লাগে কোৱা। তোমাৰ প্ৰস্তাৱ যদি যুক্তিহীন অসম্ভৱ নহয়, তেন্তে তুমি কোৱা দৰে কৰিবলৈ যত্ন কৰিম।

ইয়াগো : ভেনিচৰপৰা লুডোভিচোই আদেশ আনিছে, ওথেলোৰ ঠাইত কেচিও শাসনকৰ্তা হ'ব।

ৰদাৰিগো : সঁচায়ে নে? সেয়ে যদি হয়, ওথেলো আৰু ডেচডিমনাতো ভেনিচলৈ উভতি গুচি যাব।

ইয়াগো : ভেনিচলৈ নহয়, ওথেলো যাব মৌৰিটানিয়ালৈ। ডেচডিমনাও লগতে যাব, কোনো দুৰ্ঘটনা যোগে যদি যোৱাতো স্থগিত ৰাখিব নোৱাৰি। আৰু সেয়ে কেচিওক আঁতৰোৱা প্ৰয়োজন আজি, অন্য উপায় নাই।

ৰদাৰিগো : কেচিওক আঁতৰাবা কি উপায়েৰে?

ইয়াগো : মূৰৰ লাওখোলা তাৰ ওফৰাই দি। যাতে সি ওথেলোৰ ঠাইত বহিব নোৱাৰে।

ৰদাৰিগো : মোৰ দ্বাৰা সেই কাম কৰাব খুজিছা নে কি?

ইয়াগো : তোমাৰ ভালৰ কাৰণে সেই কাম তুমিয়েই কৰিব লাগিব। কেচিও আজি বায়াঙ্কাৰ ঘৰলৈ নিশাৰ আহাৰ খাবলৈ যাব। মই তাক তাতে লগ ধৰিম। মাজ নিশা সি উভতিব। সেই সময়তে কামটো কৰিব লাগিব। ময়ো থাকিম তোমাৰ লগতে। দুয়ো মিলি তাক আমি নিঃশেষ কৰিম। মোৰ ফালে কি চাই আছা? আহাঁ, মাজ নিশা হ'বলৈ বেছি সময় নাই। সোনকালে সাজু হ'ব লাগে।

ৰদাৰিগো : তাৰ আগতে, আৰু কি যুক্তি আছে তাক শুনি ল'ম।

ইয়াগো : ক'ম। শুনিলে দুগুণ উৎসাহ পাবা। আহাঁ, যাওঁ, খবৰ কৰো।

●●

# অষ্টম দৃশ্য

[ চাইপ্ৰাছ্‌ৰ নিৰ্জন আলিবাট। সময় মাজ নিশা। দূৰৈৰপৰা সাগৰৰ হো হোৱনিৰ শব্দ ভাহি আহে। নিশাৰ পৰিৱেশত তৃতীয় দৃশ্যৰ দৰেও মঞ্চসজ্জা কৰিব পাৰি ]

ইয়াগো : ইয়াতেই থিয় হোৱা এই স্তম্ভৰ আঁৰত। কেচিও আহিব এতিয়াই। খুলি লোৱা তৰোৱাল নিজৰ। ওচৰ পালেই বুকত দিবা বহুৱাই।

ৰদাৰিগো : তুমিও থাকিবা মোৰ কাষতেই, যদিহে নোৱাৰোঁ মোক সহায় কৰিবা।

ইয়াগো : থাকিম বাৰু ; ভয় নকৰিবা। সাজু হোৱা।

[ ইয়াগো যায় ]

ৰদাৰিগো : এই কাম কৰিবলৈ মোৰ ভাল লগা নাই, তথাপিও ইয়াগোৰ যুক্তিত আবদ্ধ মই ; পৃথিৱীৰপৰা এটা মানুহ নাইকিয়া হ'ব, তৰোৱালৰ খোঁচত এটা জীৱন নিপাত, তাৰ বাহিৰে ই আন একো নহয়।

[ ৰদাৰিগো আঁৰ হয়। ইয়াগো আহে ]

ইয়াগো : কেচিওক হত্যা কৰিবলৈ ৰদাৰিগোক ভালকৈয়ে উচটনি দিছোঁ ; কেচিও বা ৰদাৰিগো যিজনেই নমৰক বা ইজনে-সিজনকো যদি হত্যা কৰে লাভ হ'ব আটাইতকৈ মোৰেই বেছি। জীয়াই থাকিলে ডেচডিমনাক দিম বুলি অনা মণি-মুক্তাৰ মূল্য ৰদাৰিগোই আহি বিচাৰিব ; তেনে কথা কেতিয়াও বাঞ্ছনীয় নহয়। কেচিও যদি জীয়াই থাকে তেন্তে তাৰ বিনম্ৰ স্বভাৱে আৰু মধুৰ পৌৰুষে মোৰ কদৰ্যতাক স্পষ্ট কৰি দিব। তদুপৰি ওথেলোই তাৰ সমুখত মোৰ প্ৰকৃত স্বৰূপ প্ৰকাশো কৰিব পাৰে। সেয়ে সিও মৰিব লাগিব। বোধকৰোঁ সেয়া কেচিও আহিব ধৰিছে।

[ ইয়াগো আঁৰ হয়। কেচিও প্ৰৱেশ কৰে। ৰদাৰিগো আগুৱাই আহে ]

ৰদাৰিগো : তই যে কেচিও, ভৰিৰ খোজতে চিনিছোঁ মই। নৰকৰ কীট, মৃত্যুৰ বাবে সাজু হ—[ আঘাত কৰে ]

কেচিও ঃ মোৰ বৰ্মই মোক ৰক্ষা কৰিলে ; চাওঁ তোক কোনে ৰক্ষা কৰে?
[ ৰদাৰিগোক আঘাত কৰে ]

ৰদাৰিগো ঃ আহ, মোৰ বুকত তৰোৱাল বহুৱাই দিলে।
[ ইয়াগোই পাছফালৰপৰা আহি কেচিওক আঘাত কৰি পলাই যায় ]

কেচিও ঃ মোৰ ভৰিত কোনোবাই আঘাত কৰিছে ; কোন ক'ত আছা, সোনকালে আহাঁ ; হত্যা হত্যা—[ পৰি যায় ; ওথেলোৰ প্ৰৱেশ ]

ওথেলো ঃ কেচিওৰ কণ্ঠস্বৰ, জানিছোঁ ধুৰুপ ; ইয়াগোই প্ৰতিজ্ঞা তাৰ কৰিছে পালন।

ৰদাৰিগো ঃ উহ্ অভিশপ্ত মই—

ওথেলো ঃ উপযুক্ত শাস্তি হৈছে।

কেচিও ঃ বন্তি আনা—বন্তি আনা।

ওথেলো ঃ সেয়া কেচিওই মৰণৰ ক্ষণ গণিছে। সাহসী ইয়াগো, তুমি সৎ আৰু ন্যায়পৰায়ণ। বন্ধুৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিশোধ লৈ তুমি মোৰ কৰ্তব্য দিছা সোঁৱৰাই। প্ৰণয়িনী! মৃত্যুমুখী তোৰ প্ৰিয়মত ; তোৰো অন্তিম সমাগত আজি ; দুশ্চৰিত্ৰা নাৰী! খন্তেক অপেক্ষা কৰ। মই আহিব লাগিছোঁ। তোৰ মোহময় দৃষ্টিৰ মায়াজালৰপৰা মুক্ত হওক মোৰ অন্তৰ; লালসাৰে তোৰ কলুষিত হোৱা শয্যাক তোৰ বুকৰ ৰক্তেৰে ৰাঙলি কৰিম।

[ প্ৰস্থান ]

[ লুডোভিচো আৰু গ্ৰেচিয়ানোৰ প্ৰৱেশ ]

কেচিও ঃ কোনো নাই নে কি? হত্যা, হত্যা—

গ্ৰেচিয়ানো ঃ কিবা দুৰ্ঘটনা ঘটিছে।

কেচিও ঃ অলপ সহায়—

লুডোভিচো ঃ শুনা—সেইফালে—

ৰদাৰিগো ঃ (কেঁকাই উঠে)

লুডোভিচো ঃ এই নিশাটো যে কি ভয়ঙ্কৰ! ৰ'বা, নাযাবা। দুৰ্বৃত্তও হ'ব পাৰে। আগবাঢ়ি যোৱা উচিত নহ'ব।

ৰদাৰিগো ঃ আঃ আঃ কোনো এজন কায চাপি নাহে কিয়?
[ এটা বন্তি আৰু হাতত তৰোৱাল লৈ ইয়াগোৰ প্ৰৱেশ ]

গ্ৰেচিয়ানো ঃ কোনোবা এজন আহিছে।

ইয়াগো ঃ কোন তাত? কোনে চিঞৰিছে?

কেচিও ঃ ইয়াত, এইখিনি ঠাইত—

ইয়গো ঃ কোন—কেচিও?

কেচিও ঃ মোক ভীষণ আঘাত কৰিছে।

[ গ্ৰেচিয়ানা আৰু লুডোভিচোও আগবাঢ়ি যায় ]

ইয়াগো ঃ হত্যাকাৰী নিশ্চয় ওচৰতে আছে। (লুডোভিচো আৰু গ্ৰেচিয়ানোক দেখি) কোন আপোনালোক—অ'—চিনৰ লুডোভিচো আৰু গ্ৰেচিয়ানো।

ৰদাৰিগো ঃ মোক সহায় কৰা। আঃ মই মৰিলোঁ। এটোপা পানী। আঃ আঃ।

ইয়াগো ঃ এইটোৱেই হত্যাকাৰী। (ৰদাৰিগোক বধ কৰে)

ৰদাৰিগো ঃ ইয়াগো—তই এটা হৃদয়হীন পশু। [ মৰে ]

ইয়াগো ঃ এয়া সহ-সেনাপতি কেচিও—

কেচিও ঃ মোৰ ভৰিখন! উহ্ ভীষণ আঘাত পাইছোঁ।

ইয়াগো ঃ ৰ'ব মোৰ চোলাটোৰে বান্ধি দিওঁ। ধৰক—কেচিওক লৈ যাওঁ আমি।

[ লুডোভিচো আৰু গ্ৰেচিয়ানোই কেচিওক ধৰি লৈ যায় ]

ইয়াগো ঃ আজিৰ এই নিশাটোৱে তুলিব মোক ভাগ্যৰ উচ্চ শিখৰত নাইবা ঘোৰ ৰসাতলত কৰিব নিক্ষেপ।

## নৱম দৃশ্য

[ চাইপ্ৰাছ। শোৱনি কোঠা। ডেচডিমনা শুই আছে। বিছনাৰ কাষত এটা বন্তি জ্বলি থাকে। ওথেলো সোমায় ]

ওথেলো : তেওঁৰ ৰূপৰ মোহত মজিছে। লালসাগ্নিত জাহ দিছে নিজৰ যৌৱন ; জাহ দিছে সম্মান সম্ভ্ৰম! সেই কলঙ্ক কাহিনী হত্যাৰ কল্পনাতকৈও বেছি ভয় লগা। হে পৱিত্ৰ তাৰকামণ্ডলী! সেই কথা তোমালোকক কওঁ কেনেকৈ? প্ৰেমৰ মৰ্যাদা আৰু ন্যায়ৰ হ'কে ই যে মোৰ কৰ্তব্য মহান। তাৰ বাবেই জীৱন উৎসৰ্গ কৰিছোঁ, ছিঙি দিছোঁ মমতা বন্ধন। এই কঠোৰতাৰ এয়েতো কাৰণ।

[ ডেচডিমনাৰ ওচৰলৈ গৈ বুকত ছুৰী—ড্যাগাৰ—বুহৱাবলৈ উদ্যত হয় ]

নাই নাই, এইদৰে হত্যা মই কৰিব নোখোজোঁ ; কোমল মিহি এই দেহাটি নকৰোঁ ঘৃণীয়া, তেজৰ টোপাল এটাও ওলাব নিদিওঁ।

[ ছুৰী খাপত সুমুৱাই আঁতৰি আহে ]

তথাপি অটল মই মোৰ সংকল্পত। মৃত্যু তেওঁৰ হ'বই লাগিব ; নহ'লে মোৰ দৰে বহুতো যে প্ৰবঞ্চিত হ'ব। বন্তিটো নুমাই দিওঁ ; তাৰ পাছত নুমাই দিম তেওঁৰ জীৱন বন্তি।

[ বন্তি নুমাই দিয়ে ]

এই অগনি শিখা পুনৰ জ্বলাব পাৰিম, কিন্তু এই অনুপম মাধুৰীসনা অতুলন সৃষ্টি যদি বিনষ্ট হৈ যায়, ক'ত পাম স্বৰ্গীয় উত্তাপ জীপাল কৰিবলৈ জঠৰ দেহাক? গছৰপৰা গোলাপ ছিঙিলে লেৰেলি শুকায়, পুনৰ ৰসাল তাক কৰিব নোৱাৰি। গছতেই সুবাস তাৰ কৰিম গ্ৰহণ (ডেচডিমনাক চুমা খায়) মন-প্ৰাণ জুৰ পৰি যোৱা মধুৰ পৰশে যেন ন্যায়ৰ পথৰপৰা মোক বিচলিত কৰিব খুজিছে। তথাপি আৰু এবাৰ.... (আকৌ চুমা খায়) মৃত্যুৰ পাছতো যেন এই ভুবন ভুলোৱা ৰূপ, একেদৰে থাকে। যদিওবা কৰিম মই সঙ্কল্প সমাধা, তথাপি চিৰকাল

তোমাকেই ভাল পাই থাকিম ; তোমাৰ প্ৰতি মোৰ প্ৰেম অনন্ত অসীম। আৰু এবাৰ, এই শেষবাৰ (চুমা খায়) এই মধুৰ সৌন্দৰ্য কি যে ভয়ঙ্কৰ আৰু অন্তৰ নিগৰি ওলোৱা মোৰ এই চকুলো কি যে ভীষণ নিষ্ঠুৰ! (আঁতৰি আহে) মোৰ এই দুখ স্বৰ্গীয় সুষমা মণ্ডিত, অতিকে পৱিত্ৰ ; প্ৰেম য'ত গভীৰ আঘাত পৰে তাতেই ; টোপনি ভাগিছে।

ডেচডিমনা ঃ সেয়া কোন? ওথেলো?

ওথেলো ঃ ডেচডিমনা!

ডেচডিমনা ঃ নোশোৱা জানো? আহাঁ ওথেলো।

ওথেলো ঃ আজি নিশা প্ৰাৰ্থনা কৰিছা নে নাই?

ডেচডিমনা ঃ কৰিছোঁ।

ওথেলো ঃ ভাবি চোৱা কিবা পাপৰ কাৰণে ঈশ্বৰৰ ওচৰত ক্ষমা ভিক্ষা কৰিবলৈ এতিয়াও আছে নে কি বাকী! যদি আছে, প্ৰাৰ্থনা সোনকালে শেষ কৰা তুমি।

ডেচডিমনা ঃ তোমাৰ কথা একোকে নাই বুজা মই।

ওথেলো ঃ ঈশ্বৰৰ ওচৰত অনুশোচনা কৰাৰ আগতে তোমাক হত্যা কৰি, তোমাৰ মুক্তিৰ পথ ৰুদ্ধ মই কৰিব নোখোজোঁ।

ডেচডিমনা ঃ হত্যা! মোক হত্যা কৰাৰ কথাকে কৈছা নে?

ওথেলো ঃ কৈছোঁ।

ডেচডিমনা ঃ হে ঈশ্বৰ! মোৰ প্ৰতি সদয় হোৱা।

ওথেলো ঃ ময়ো তাকেই অন্তৰেৰে প্ৰাৰ্থনা কৰিছোঁ।

ডেচডিমনা ঃ তুমি সেইদৰে কৈছা যেতিয়া, নিশ্চয় মোক হত্যা নকৰা। (ওথেলোৰ চকুলৈ চাই) কিন্তু ভয় লগা তোমাৰ দৃষ্টিয়ে কিয় দিয়ে মৃত্যুৰ ইঙ্গিত! পাপমুক্ত মন মোৰ ; তথাপি ভয়ত বিহ্বল কিয় ক'ব পৰা নাই।

ওথেলো ঃ স্মৰণ কৰা তোমাৰ পাপৰ কথা, যদি কিবা আছে দুৰ্বলতা।

ডেচডিমনা ঃ মই তোমাক বৰ ভাল পাওঁ, সেয়ে মোৰ একমাত্ৰ পাপ, সেয়ে দুৰ্বলতা।

ওথেলো ঃ হুঃ ভালপোৱা! ভাল পোৱাৰ বাবেই তুমি মৰিব লাগিব।

ডেচডিমনা ঃ ভালপোৱাৰ বাবে হত্যা, ই যে বৰ আচৰিত কথা! ওঁঠ কামুৰিছা কিয়? ভীষণ খঙত কিয় কঁপিব ধৰিছা! জানো মই, এইবোৰ অশুভ লক্ষণ।

ওথেলো ঃ উত্তেজিত নহ'বা ইমান।

ডেচডিমনা ঃ নহওঁ বাৰু। তোমাৰ কি হৈছে খুলি কোৱাচোন।

ওথেলো ঃ মোৰ অতি হেঁপাহৰ ধুনীয়া ৰুমালখন চেনেহৰ চিন ৰূপে তোমাক দিছিলোঁ ; কিন্তু নুবুজি মোৰ মৰমৰ মোল, অবৈধ প্ৰণয়ত আপোন পাহৰি, সেইখন কেচিওক দি দিলা তুমি।

ডেচডিমনা ঃ নাই দিয়া শপত খাইছোঁ, ৰুমালখন কেচিওক কেতিয়াও দিয়া নাই মই। যদি মিছা কৈছোঁ, তেওঁক মাতি আনি সোধা তুমি।

ওথেলো ঃ সাৱধান, মৃত্যুৰ মুখত থিয় হৈ মিছাকৈয়ে শপত নাখাবা।

ডেচডিমনা ঃ মইনো মৰিম কিয় ইমান সোনকালে?

ওথেলো ঃ এতিয়াই মৰিব লাগিব। বেছি সময় নাই। মুক্ত কণ্ঠে স্বীকাৰ কৰা তোমাৰ পাপৰ কথা। মিছা বুলি শপত খালেও, মোৰ মনৰ দৃঢ়তা শিথিল নহয়, মৰিবই লাগিব তুমি।

ডেচডিমনা ঃ হে ঈশ্বৰ! খাটিছোঁ কাতৰে, দয়া কৰা মোক।

ওথেলো ঃ ঈশ্বৰ! সদয় হওক, মোৰ কামনা সেয়ে।

ডেচডিমনা ঃ ওথেলো, তুমিও মোৰ প্ৰতি কৰুণা কৰা। তোমাৰ মনত মই কেতিয়াও আঘাত দিয়া নাই, কেচিওৰ লগতো অবৈধ প্ৰেমত কেতিয়াও লিপ্ত হোৱা নাই। কোনো উপহাৰো কেতিয়াও দিয়া নাই তেওঁক।

ওথেলো ঃ দিয়া নাই? পাপীয়সী! মিছা কথা কৈ কৈ তুমি মোক উন্মত্ত কৰিছা, হৃদয় পাষাণ হ'ল ; প্ৰেমৰ হ'কে তোমাক উৎসৰ্গ কৰাৰ পবিত্ৰ কল্পনা, সাধাৰণ হত্যাৰ বাসনাত হ'ল পৰিণত। দিয়া নাই তাক? তাৰ হাতত মই দেখিছোঁ সেই ৰুমালখন।

ডেচডিমনা ঃ তেওঁ তেন্তে ক'ৰবাত পাইছে। মই দিয়া নাই। মাতি আনি সোধা ভালদৰে ; সঁচা যদি হয়—তেওঁ স্বীকাৰ কৰক।

ওথেলো ঃ সি স্বীকাৰ কৰিছে।

ডেচডিমনা ঃ কি? স্বীকাৰ কৰিছে?

ওথেলো ঃ সি তোমাৰ স'তে—তোমাৰ স'তে—

ডেচডিমনা ঃ মোৰ স'তে কি?

ওথেলো ঃ ব্যাভিচাৰ কৰিছে।

ডেচডিমনা ঃ ওথেলো!! নাই নাই, তেওঁ কেতিয়াও তেনে কথা ক'ব নোৱাৰে।

ওথেলো ঃ তাৰ মুখ বন্ধ হ'ল, কেনেকৈ ক'ব? ইয়াগোই তাক হত্যা কৰিছে।

ডেচডিমনা ঃ উহ্ ভগবান! মোৰ সন্দেহ সত্যত পৰিণত হ'ল। তাৰ হীন চক্ৰান্তত বলি হ'ল মাইকেল কেচিও। তাৰ মৃত্যুৰ লগে লগে মোৰ মুক্তিৰ পথো ৰুদ্ধ হৈ গ'ল। হে ভগৱান! মোৰ কি হ'ব উপায়? (কান্দে)

ওথেলো ঃ মোৰ সমুখত তাৰ বাবে কান্দিবলৈ লাজ লগা নাই?

ডেচডিমনা ঃ (কান্দি কান্দি) মোক নিৰ্বাসন দিয়া, হত্যা নকৰিবা।

ওথেলো ঃ মই কোনো কথা শুনিব নোখোজোঁ। প্ৰস্তুত হোৱা মৃত্যুৰ কাৰণে।

ডেচডিমনা ঃ মোক কাইলৈ হত্যা কৰিবা, আজি নিশাটো জীয়াই থাকিবলৈ দিয়া।

ওথেলো : হ'ব নোৱাৰে।

ডেচডিমনা : মাত্ৰ অলপ সময়ৰ কাৰণে—

ওথেলো : নাই নাই, ৰবৰ সময় নাই।

ডেচডিমনা : এবাৰ মাত্ৰ প্ৰাৰ্থনা—

ওথেলো : বহুত পলম হ'ল।

ডেচড়িমনা : হে ভগৱান!

[ ওথেলোই টেঁটু চেপি ধৰে ডেচডিমনাৰ। দুৱাৰত ঢকিউৱাৰ শব্দ। শব্দ চলি থাকে ]

এমিলিয়া : (বাহিৰৰপৰা) প্ৰভু, প্ৰভু দুৱাৰ খোলক।

ওথেলো : সেয়া এমিলিয়া (ডেচডিমনালৈ চাই) তাই মৃতা। হয়তো কেচিওৰ মৃত্যুৰ বাতৰিও পাম এতিয়াই। তাৰ বিকট চিএৰ শুনিছিলোঁ। (ডেচডিমানলৈ চাই) তাই পৰি আছে জঠৰ হৈ। কবৰৰ দৰেই নিৰব, নিষ্পন্দ। এমিলিয়াক সোমাবলৈ দিওঁ নে নিদিওঁ? তাই পত্নীৰ স'তে কথা পাতিবহি। পত্নী! মোৰ পত্নী!! কোন পত্নী!!! নাই নাই মোৰ কোনো পত্নী নাই। উহ্ অসহ্য এই চিন্তা! মোৰ বুকু যেন ভাগি গুড়ি হৈ গ'ল। ভীষণ দুৰ্যোগে যেন জোন, বেলিকো কৰিলে গ্ৰাস; কম্পমান ভয়াৰ্ত বিশ্ব!!

এমিলিয়া : (দুৱাৰ ঢকিয়াই) প্ৰভু—প্ৰভু দুৱাৰ খোলক।

ওথেলো : কোন? অ' এমিলিয়া। খন্তেক অপেক্ষা কৰা। (দুৱাৰ খুলি দিয়ে) আহাঁ এমিলিয়া। (এমিলিয়াই প্ৰৱেশ কৰে) কি হ'ল এমিলিয়া?

এমিলিয়া : দুৰ্গৰ দাঁতিত হত্যাকাণ্ড............

ওথেলো : হত্যা?

এমিলিয়া : হয় প্ৰভু।

ওথেলো : জোনটোৱে কক্ষ হেৰুৱাই পৃথিৱীৰ ওচৰ চাপি, মানুহক বলিয়া কৰিছে নে কি?

এমিলিয়া : প্ৰভু, কেচিওই ৰদাৰিগোক হত্যা কৰিছে।

ওথেলো : ৰদাৰিগো মৃত! কেচিওক হত্যা কৰিছে নে নাই?

এমিলিয়া : নাই, কেচিওক হত্যা কৰা নাই।

ওথেলো : তেন্তে ক'ৰবাত ভুল হৈ গ'ল। এনে হত্যাৰ বাতৰি শুনিবলৈ প্ৰস্তুত নাছিলোঁ। মোৰ প্ৰতিহিংসা পূৰণ নহ'ল।

ডেচডিমনা : (মৃত্যু শয্যাৰপৰা কেঁকাই কেঁকাই) মিছাকৈয়ে হত্যা কৰিলা.......

এমিলিয়া : কোন, কোন, কাৰ কণ্ঠস্বৰ?

ওথেলো : কণ্ঠস্বৰ! মইতো একোকে শুনা নাই।

এমিলিয়া ঃ সেয়া ডেচডিমনাৰ কণ্ঠস্বৰ। (ব্যাকুল হৈ লৰি গৈ ডেচডিমনাৰ নিচেই ওচৰ চাপি মৰমেৰে) ডেচডিমনা—কি হ'ল তোমাৰ?

ডেচডিমনা ঃ বিনা অপৰাধে মই মৰিবলগীয়া হ'ল।

এমিলিয়া ঃ কোনে তোমাক হত্যা কৰিলে?

ডেচডিমনা ঃ আন কোনেও নহয়, মই নিজে। বিদায়! স্বামীক মোৰ কথা ক'বা। বিদায় এমিলিয়া?

[ ডেচডিমনাৰ মৃত্যু হয় ]

ওথেলো ঃ মৃত্যুৰ সময়ত মিছা কথা কৈ নৰকৰ পথ তাই মুকলি কৰিলে। মই তাইক হত্যা কৰিছোঁ।

এমিলিয়া ঃ এই মিছাই তেওঁক দেৱীত্বৰ গৌৰৱহে দিছে। আপোনাৰহে প্ৰকাশ পালে জঘন্য স্বৰূপ।

ওথেলো ঃ তাই বিপথে গৈছিল, দুশ্চৰিত্ৰা তাই।

এমিলিয়া ঃ আপোনাৰ বিষাক্ত মনৰহে উদ্ভট কল্পনা।

ওথেলো ঃ তাই আছিল পানীৰ দৰে তৰল।

এমিলিয়া ঃ আপুনি জুইৰ দৰে উগ্ৰ। ডেচডিমনাৰ পতিভক্তি স্বৰ্গীয় আছিল।

ওথেলো ঃ কেচিওৰ স'তে কামকেলি কৰি, নিজৰ সতীত্ব দিছে বিসৰ্জন। নৰকত মই পচি মৰিম। যদিহে সমুচিত কাৰণত তাইক হত্যা কৰা নাই। তোমাৰ স্বামীক সুবিধা।

এমিলিয়া ঃ মোৰ স্বামীক?

ওথেলো ঃ তোমাৰ স্বামীক। তেৱেঁই মোক কৈছিল প্ৰথমে। বিবাহৰ পবিত্ৰ সম্বন্ধ অশুচি নকৰা হ'লে এইদৰে তাইক মই আহুতি নিদিলোঁহেঁতেন।

এমিলিয়া ঃ ডেচডিমনা! দুৰ্জন এটাই তোমাৰ পবিত্ৰ প্ৰেমক লৈ ধেমালি কৰিলে। মোৰ স্বামীয়ে তেনে কথা কেতিয়াও নকয়।

ওথেলো ঃ মোৰ বিশ্বস্ত বন্ধু, তোমাৰ স্বামী, সৎ ইয়াগোই কৈছে। ঘৃণনীয় এই পতিতাবৃত্তি তেওঁৰ সহ্যৰ অতীত।

এমিলিয়া ঃ মোৰ স্বামীয়ে যদি সঁচাকৈয়ে কৈছে, ডেচডিমনা দ্বিচাৰিণী বুলি, তেন্তে তেওঁৰ অসৎ আত্মাই তিলতিলকৈ নৰকৰ যন্ত্ৰণা ভুগিব। উহ্ ইয়াতকৈ অসত্য একো হ'বই নোৱাৰে। ডেচডিমনা! কিয় ইমান ভাল পাইছিলা এই মূৰ্খক তুমি?

ওথেলো ঃ ইমান স্পৰ্ধা তোমাৰ? তেন্তে—

এমিলিয়া ঃ যি ইচ্ছা তাকেই কৰিব পাৰে ; ভয় নকৰোঁ মই। ডেচডিমনাৰ লগত আপোনাৰ তুলনা নহয়। তেওঁ আছিল অপ্সৰা সদৃশ ; আপুনি বীভৎস পিশাচ।

ওথেলো : স্তব্ধ হোৱা।

এমিলিয়া : মূৰ্খ মূৰ, নিধক নিষ্ঠুৰ! তৰোৱালক মই ভয় নকৰোঁ। এই হত্যাৰ কথা সকলোকে জনাই দিম। কোন ক'ত আছা, সোনকালে আহাঁ, ওথেলোই ডেচডিমনাক হত্যা কৰিছে, হত্যা, হত্যা, হত্যা........

[ মণ্টানো, গ্ৰেচিয়ানো, ইয়াগোৰ প্ৰৱেশ ]

মণ্টানো : কি হৈছে সেনাপতি? অৰ্থ কি এইবোৰৰ?

এমিলিয়া : ইয়াগো, তুমিয়েই হেনো কাৰণ।

গ্ৰেচিয়ানো : কিহৰ কাৰণ? কি হৈছে?

এমিলিয়া : ডেচডিমনা দুশ্চৰিত্ৰা বুলি তুমিয়েই হেনো তেওঁক কৈছিলা ইয়াগো।

ইয়াগো : মই যি জানিছিলোঁ, তাকেই মাথোঁ কৈছিলোঁ তেওঁক।

এমিলিয়া : কেচিওৰ লগত?

ইয়াগো : কামুক কেচিওক অবৈধ আসৈ দি প্ৰবঞ্চনা কৰিছে স্বামীক।

এমিলিয়া : গোকাট মিছা এইবোৰ কথা।

ইয়াগো : এমিলিয়া, মনে মনে থাকা।

এমিলিয়া : নাথাকোঁ মনে মনে। মই ক'বই লাগিব। ডেচডিমনাক হত্যা কৰিছে, আৰু সৌ বিছনাখনত পৰি আছে তেওঁৰ প্ৰাণহীন দেহা।

গ্ৰেচিয়ানো }
মণ্টানো } ইও সম্ভৱ নে?

এমিলিয়া : আৰু ইয়াগো, তুমিয়েই হত্যা কৰিবলৈ দিছা উচটনি।

ওথেলো : আচৰিত নহ'বা তোমালোক, সঁচা এই কথা।

গ্ৰেচিয়ানো : সঁচা হ'লেও বিশ্বাস কৰা যে টান।

মণ্টানো : ভয়ঙ্কৰ কথা!

এমিলিয়া : এই হীন ষড়যন্ত্ৰ, আগতেই সন্দেহ কৰিছিলোঁ মই, এতিয়া সি সত্যত পৰিণত হ'ল। দুখত বুকু মোৰ ভাগি যাব খোজে।

ইয়াগো : এমিলিয়া প্ৰলাপ বকিচা কিয়? যোৱা, ঘৰলৈ যোৱা।

এমিলিয়া : মই হয়তো ঘৰলৈ কেতিয়াও উভতি নাযাম। আপোনালোকে মোক সঁচা কথা ক'বলৈ দিয়ক।

ওথেলো : ওহ্! [ বিছনাত পৰি যায় আৰু উচুপে ]

এমিলিয়া : তেনেকৈ নহয়, চিঞৰি চিঞৰি, হিয়া ধাকুৰিয়াই কান্দিব লাগিব। এনে এগৰাকী নাৰীক আজি অকাৰণতে হত্যা কৰা হ'ল, যাৰ মধুৰ স্বভাৱ আৰু পবিত্ৰতাৰ তুলনা নাছিল।

ওথেলো : (থিয় হৈ) চিনৰ গ্ৰেচিয়ানো! এই দুখন হাতেৰেই মই তাইৰ উশাহ বন্ধ কৰি দিছোঁ। মই জানো এই ঘটনা দেখিলে মানুহ ভয়তে শিয়ৰি উঠিব ; কিন্তু তথাপি.........

গ্রেচিয়ানো ঃ ডেচডিমনা। তোমাৰ পিতাৰা জীয়াই নাই ; থকা হ'লে এই হত্যাকাণ্ডই তেওঁক বলিয়া কৰিলেহেঁতেন।

ওথেলো ঃ এই কথা বৰ দুখ লগা, কিন্তু ইয়াগোই জানে, কেনেকৈ কেচিওৰ লগত অবৈধ প্ৰেমত তাই লিপ্ত হৈছিল। মই তাইক দিয়া প্ৰেমৰ প্ৰথম উপহাৰ সেই ৰুমালখন, সম্ভোগ বাসনা পূৰণ কৰাৰ কাৰণে তাই কেচিওক দিছিল। সেইখন তাৰ হাতত দেখিছিলোঁ মই ; সেই ৰুমালখন আছিল মোৰ পিতৃয়ে মাতৃক দিয়া, অতীত সোঁৱৰণিৰ পৱিত্ৰ প্ৰতীক।

এমিলিয়া ঃ উহ্ ভগৱান!

ইয়াগো ঃ মুখ বন্ধ কৰ।

এমিলিয়া ঃ নাই নাই ; প্ৰবল ধুমুহাৰ দৰে মই আজি উন্মুক্ত স্বাধীন। দেৱতা, মানুহ আৰু নাৰকী দানৱ, সকলোৱে লগ লাগি যদি কৰে প্ৰতিবাদ, দিয়েহি বাধা, তথাপি বাকৰুদ্ধ মোৰ কৰিব নোৱাৰে। মূৰ্খ মূৰ, যি ৰুমালে মতি বিভ্ৰম ঘটালে তোমাৰ, সেইখন এদিনাখন অকস্মাতে পাইছিলোঁ মই আৰু স্বামীয়ে নিছিল মোৰ হাতৰপৰাই। তেতিয়া বুজা নাছিলোঁ সেইখন চুৰ কৰিবলৈ স্বামীয়ে মোক বাৰে বাৰে কিয় যে কৈছিল।

ইয়াগো ঃ পাপীয়সী!

এমিলিয়া ঃ ডেচডিমনাই সেই ৰুমাল কেচিওক দিছিল? মিছা মিছা, মিছা কথা। তাই বেচেৰীয়ে একোকে নাজানিছিল। মইহে স্বামীক দিছিলোঁ সেই ৰুমালখন হঠাতে পাই।

ইয়াগো ঃ তই মিছা কৈছ।

এমিলিয়া ঃ শপত খাই কৈছোঁ, মই মিছা কোৱা নাই। মূৰ্খ হত্যাকাৰীয়ে কি বুজিব পৱিত্ৰ প্ৰেমৰ মহিমা!

ওথেলো ঃ আকাশৰ বজ্ৰ পৰি ইয়াগোক বিনষ্ট নকৰে কিয়? নৰকৰ কীট—
[ ওথেলোই ইয়াগোক খেদি যায়। মণ্টানোই বাধা দি ওথেলোৰ তৰোৱালখন লয়। সেই সুযোগতে ইয়াগোই এমিলিয়াৰ পিঠিত ছুৰী বহুৱাই দি পলাই যায়। এমিলিয়া পৰি যায়। গ্ৰেচিয়ানোই ধৰি ডেচডিমনাৰ বিছনাত শুৱাই দিয়ে ]

গ্ৰেচিয়ানো ঃ এমিলিয়াক আঘাত কৰি ইয়াগো পলাল।

মণ্টানো ঃ পশুতকৈও অধম সি। গ্ৰেচিয়ানো, লোৱা এইখন—(ওথেলোৰপৰা এইমাত্ৰ লোৱা তৰোৱাল দিয়ে) সাৱধানে দ্বাৰ ৰক্ষা কৰিবা। মই যাওঁ ইয়াগোক কৰায়ত্ত কৰোঁ।

[ মণ্টানোৰ প্ৰস্থান ]

ওথেলো : দুষ্কৃতিত লিপ্ত হৈ মযোতো সম্ভ্ৰম আজি হেৰুৱাই পেলাইছোঁ। বীৰত্ব গৌৰৱ হ'ল অৰ্থহীন কথা।

এমিলিয়া : (কেঁকাই কেঁকাই) তুমি মোৰ কথা শুনিছা নে বাৰু? তোমাৰ গীতটোকে গাওঁ। গীতৰ সুৰৰ মাজত নিজকে নিঃশেষ কৰি দিওঁ ; (এটা করুণ গীতৰ সুৰ ভাহি আহে) মূৰ, ডেচডিমনা পৱিত্ৰ আছিল, তেওঁ তোমাক বৰ ভাল পাইছিল। এই সঁচা কথাটো কোৱাৰ কাৰণে মোৰ আত্মা যে স্বৰ্গলৈ যায়। সঁচা কথাটো ওঁঠত লৈ মৰণক মই আঁকোৱালি লওঁ।

[ ডেচডিমনাৰ বুকুত মূৰ থৈ মৰে ]

ওথেলো : (ভিতৰলৈ গৈ এখন তৰোৱাল আনে) গ্ৰেচিয়ানো, চোৱা এইখন তৰোৱাল, অতিকে তীক্ষ্ণ, স্পেনৰপৰা অনা। ইয়াৰ দৰে আন এখন বিচাৰি নোপোৱা। এইখন তৰোৱাল আৰু এই দুই বাহুৰ সমুখত সকলো বাধা উফৰি গৈছিল। কিন্তু সেই অহঙ্কাৰ অৰ্থহীন আজি। ভাগ্যৰ নিৰ্দেশ কোনে অমান্য কৰিব পাৰে। কৃতকৰ্মৰ শাস্তি মই ভুগিব লাগিব। তোমালোকে ভয় নাখাবা। ইয়াতেই মোৰ জীৱন অভিযানৰ অন্ত পৰিল। ওথেলো আজি অতিকে দুৰ্বল, শক্তি তাৰ নিঃশেষ হৈ গ'ল। দুৰ্ভগীয়া ডেচডিমনা! প্ৰাণহীন অসাৰ দেহাটি তোমাৰ, তাত পৰি আছে। হিমশীতল এই দেহা, তোমাৰ পৱিত্ৰতাৰ দৰেই উত্তাপ-বিহীন! উহ্! মই কি যে পাপী। নৰকৰ অধীশ্বৰ! তোমাৰ দূত পঠিয়াই এই পৱিত্ৰ দৃষ্টিৰপৰা মোক আঁতৰাই নিনিয়া কিয়? নিক্ষেপ নকৰা কিয় নৰকৰ জ্বলন্ত কুণ্ডত? ডেচডিমনা—ডেচডিমনা—! মোৰ প্ৰিয়া আজি মৃতা—

[ মণ্টানো, লুডোভিচো, কেচিও আৰু বন্দী ইয়াগোৰ প্ৰৱেশ। কেচিওই এডাল পেণ্ডত ভৰ দি আহে ]

লুডোভিচো : দুৰন্ত, দুৰ্ভগীয়া ওথেলো ক'ত?

ওথেলো : এয়া মই। ওথেলোৰ ছাঁটোহে, ওথেলো নহয়।

লুডোভিচো : সৰ্প সদৃশ ইয়াগো ক'ত? সেই দুৰাত্মাক সমুখলৈ আনা।

ওথেলো : চাওঁ তাৰ ভৰি দুখন। পশুৰ ভৰিৰ দৰে হয় নে নহয়। তই যদিহে নৰকৰ চৰ, তোক বধ মই নোৱাৰোঁ কৰিব। [ ইয়াগোৰ ভৰিত আঘাত কৰে ]

লুডোভিচো : তৰোৱালখন ওথেলোৰ হাতৰপৰা নিয়া

[ মণ্টানোই তৰোৱাল নিয়ে ]

ইয়াগো : আঘাত পাইছোঁ, কিন্তু মৃত্যু মোৰ হোৱা নাই।

ওথেলো : তই নমৰি জীয়াই থাক তাকে আজি মই কামনা কৰিছোঁ। কাৰণ মৃত্যুৱে শান্তিহে আনে শাস্তিৰ পথ মুকলি নকৰে।

লুডোভিচো : হায় ওথেলো! মহৎ আছিল আপুনি। অথচ এটা জঘন্য দাসৰ প্ৰৰোচনাত এই অৱনতি হ'ল। কি আখ্যা যে দিম ক'ব পৰা নাই।

ওথেলো : যি ইচ্ছা যায় তাকে বুলিব পাৰে ; যদিওবা হত্যাকাৰী মই, এই হত্যা নাছিল হিংসা কলুষিত আৰু উদ্দেশ্যও নাছিল অসৎ মোৰ।

লুডোভিচো : এই দগাবাজে দোষ কৰিছে স্বীকাৰ। কেচিওক হত্যা কৰিবলৈ আপুনিও বাৰু দিছিল নে সম্মতি?

ওথেলো : দিছিলোঁ।

কেচিও : সেনাপতি, আপোনাক অন্তৰেৰে শ্ৰদ্ধা কৰিছিলোঁ। আপোনাৰ প্ৰতি কেতিয়াও মই কোনো অন্যায় কৰা নাই।

ওথেলো : মই তোমাক বিশ্বাস কৰিছোঁ, মোক তুমি মাৰ্জনা কৰিবা। এই নৰকৰ কীটক সোধা, কিয় সি এইদৰে মোৰ মনক বিষাক্ত কৰিছিল।

ইয়াগো : মোক একো নুসুধিব, যি জানিছে তাতকৈ বেছি মই একোকে নকওঁ।

লুডোভিচো : প্ৰাৰ্থনাও নকৰ নে তাইৰ?

গ্ৰেচিয়ানো : কঠোৰ শাস্তিৰে তোৰ মুখৰপৰা কথা উলিয়াম।

ওথেলো : সেই ব্যৱস্থাই অতিকে উত্তম।

লুডোভিচো : সেনাপতি৷ এই চক্ৰান্তৰ সকলো দিশ আপুনি জানিব লাগে। মৃত ৰদাৰিগোৰ চোলাৰ জেপৰপৰা উদ্ধাৰ কৰিছোঁ এই দুখন চিঠি। তাৰে এখনত ইয়াগোই ৰদাৰিগোক নিৰ্দেশ দিছে কেচিওক হত্যা কৰিবলৈ আৰু এয়া এইখনত ৰদাৰিগোই ইয়াগোক দোষাৰোপ কৰিছে ; কিন্তু দিয়াৰ আগতে সি তাক হত্যা কৰিলেহি।

ওথেলো : অতি নীচ নৰাধম সি। বাৰু কেচিও, মই ডেচডিমনাক দিয়া ৰুমালখন তুমি ক'ত পাইছিলা?

কেচিও : মোৰ শোৱনি কোঠাত। চক্ৰান্ত চৰিতাৰ্থ কৰাৰ উদ্দেশ্যে ইয়াগোই যে নিজে তাত পেলাই থৈছিল, সেই কথা তাৰ স্বীকাৰোক্তিত প্ৰকাশ পাইছে।

ওথেলো : কি যে মূৰ্খ মই!

কেচিও : ইয়াকো জানিছোঁ আমি, যি অপৰাধৰ বাবে আপুনি মোক পদৰপৰা অব্যাহতি দিছিল তাৰ মূলতেও আছিল ইয়াগো। সিয়েই ৰদাৰিগোক উচটাই দিছিল মোক হত্যা কৰিবলৈ।

লুডোভিচো : ওথেলো, এই কোঠাটো এৰি আপুনি যাব লাগিব আমাৰ লগত। আপোনাক পদবীৰপৰা দিলোঁ অব্যাহতি। কেচিও নিযুক্ত হ'ল আপোনাৰ

ঠাইত। ইয়াগোই মৃত্যু বৰণ কৰিব লাগিব কঠোৰ নিৰ্যাতন ভুগি। এই ঘটনাৰ বিৱৰণ ৰাষ্ট্ৰৰ গৰাকীসকলে নজনালৈকে আপুনি বন্দী হৈ থাকিব লাগিব। লৈ ব'লা তেওঁক

ওথেলো ঃ ৰ'ব! এষাৰি কথা কৈ লওঁ যোৱাৰ আগতে। ৰাষ্ট্ৰৰ কাৰণে মই যি কৰিছোঁ তাক দোহাৰিবৰ আৱশ্যক নাই। এটা মাথোঁ অনুৰোধ মোৰ, ভেনিচলৈ এই শোকাবহ ঘটনাৰ বাতৰি পঠাওঁতে মই যি হুবহু তাকেই লিখিব। মোৰ অপৰাধ হ্ৰাস কৰাৰ চেষ্টা নকৰিব, নাইবা মোৰ প্ৰতি বেয়া ভাব ৰাখি মাত্ৰা তাৰ বঢ়াইও নিদিব। ডেচডিমনাক গভীৰভাৱে ভাল পাইছিলোঁ মই। কিন্তু মোৰ অনাবিল প্ৰেম জ্ঞান-জেউতিৰে ধন্য নহ'ল। ঈৰ্ষাপৰায়ণ যদিওবা নাছিলোঁ আনৰ প্ৰৰোচনাত বিচাৰ বুদ্ধিক মই দিলোঁ জলাঞ্জলি। অমূল্য ৰত্ন হাতত পায়ো মূৰ্খৰ দৰে দিলোঁ দলিয়াই। যি ওথেলোই কান্দিব নাজানিছিল তাৰ দুচকুয়েদি আজি টোপাটোপে চকুলো সৰিছে। এইবোৰ কথা এইদৰে বৰ্ণাই যাওঁতে ইয়াকো লিখিব যে এবাৰ এলেপ্পোত অসৎ পাগুৰি পিন্ধা এজন তুৰ্কীয়ে ভেনিচৰ নাগৰিক এজনৰ দেহত আঘাত কৰি যেতিয়া ৰাষ্ট্ৰৰ নিন্দা কৰিছিল, মই সেই কুক্কুৰক ডিঙিত ধৰি সেইদিনা এইদৰেই দিছিলোঁ শাস্তি। [ নিজৰ বুকত ছুৰী বহুৱাই দিয়ে ]

লুডোভিচো
কেচিও ঃ ওথেলো!!
মণ্টানো

লুডোভিচো অন্তিম ৰচিত হ'ল তেজৰ বেদীত।

গ্ৰেচিয়ানো মুহূৰ্তৰ আগতে যি কথা কৈছিল তাৰ কোনো অৰ্থ নোহোৱা হ'ল।

ওথেলো ডেচডিমনা! হত্যা কৰাৰ আগতে তোমাক চুমা খাইছিলোঁ। পুনৰ সেই মধুৰ চুমাৰ পৰশ লভি মৃত্যুক আঁকোৱালি লওঁ, অন্য উপায় নাই। [ মৃত্যু। ইয়াগোৰ বাহিৰে আন সকলোৱে আঁঠুকাঢ়ি সম্মান জনায়। অন্তৰালৰপৰা মৃতকৰ সম্মানাৰ্থে সামৰিক নিয়মত বজোৱা বিউগলৰ ধ্বনি ভাহি আহে। সেই ধ্বনি মাৰ যোৱাৰ লগে লগে আটাইকেইজন থিয় হয়। গ্ৰেচিয়ানো ইয়াগোৰ কাষলৈ আহে। লুডোভিচো আনফালে আগবাঢ়ি আহে। কেচিওই আগবাঢ়ি আহি মাজৰপৰা তেৰেছিয়াকৈ ঘূৰি মৃতকৰ ফালে চাই থাকে। ]

কেচিও ঃ মহৎ হৃদয়ৰ গৰাকী আছিল ওথেলো!

লুডোভিচো ঃ গ্ৰেচিয়ানো! ওথেলোৰ আত্মীয় তুমি উত্তৰ পুৰুষ ; সেয়ে, তেওঁৰ সম্পদ সম্পত্তিৰ সংৰক্ষণ দায়িত্ব পৰিল তোমাৰ ওপৰত। আৰু,

জীয়াতু যাতনা কিমান কঠোৰ হ'ব নিৰূপণ কৰি, নৰকৰ কীট এই ইয়াগোৰ মৃত্যুদণ্ড, চাইপ্ৰাছৰ শাসকৰূপে আপুনিয়েই দিব লাগিব মাইকেল কেচিও। মোক বিদায় দিয়ক। মন গধূৰ মোৰ। তাপি ভেনিচ অভিমুখে অনতিপলমে যাত্ৰা মই কৰিব লাগিব।

[ লুডোভিচো ওলায় যায়। কেচিওই এখোজ সেইফালে গৈ উভতি ইয়াগোক চাই মৃতকৰ ফালে মুখ ঘূৰায়। নামি আহে নাটকৰ অন্তিম যৱনিকা ]

# এন্তিগনি

পাত্ৰ-পাত্ৰী ঃ

কোৰাছ, এন্তিগনি, নাৰ্ছ, ইজমেনি, হেইমন, ক্ৰেয়ন, জোনাচ (এজন প্ৰহৰী), ২য় প্ৰহৰী (এজন কৰ্পোৰেল), ৩য় প্ৰহৰী, লগুৱা ইত্যাদি—

# এন্তিগনি

[ সমগ্ৰ মঞ্চ জুৰি কেবাটাও খটখটিৰ খাপ। ওপৰত সোঁ আৰু বাঁওফালে ধেনুভিৰীয়া তোৰণ। একেবাৰে ওপৰৰ খাপৰ সোঁমাজত এন্তিগনি বহি আছে। সোঁ দাঁতিত থিয় হৈ আছে কোৰাছ। তলৰ খাপ এটাত নাৰ্চ বহিছে। বাঁওফালৰ তোৰণৰ সমুখত ইজমেনি থিয় হৈ আছে। দাঁতিত তেওঁৰ মুখামুখিকৈ থিয় হৈ আছে হেইমন। সমুখৰ তলৰ সমতল ভাগত চকীত ক্ৰেয়ন বহিছে। তেওঁৰ দাঁতিত থিয় হৈ আছে লগুৱা ল'ৰা এটা আৰু দূত। দাঁতিত চন্তাৰী কেইটামানে তাচ খেলিছে। পট আঁতৰে। মঞ্চ লাহে লাহে পোহৰ হয়। কোৰাছ নামি আহি সমুখত থিয় হৈ নাট আৰম্ভ কৰে। বিশেষকৈ মন কৰিবলগীয়া কথা যে ভাৱৰীয়াসকলে আধুনিক ইউৰোপীয় সাজ পিন্ধিছে যদিও মূল কাহিনী গ্ৰীক নাট্যকাৰ চফ'ক্লিচৰপৰা লোৱা হৈছে। ]

কোৰাছ ঃ এইসকলেই এন্তিগনিৰ গল্পটো অভিনয় কৰি দেখুৱাব। সমুখলৈ অৰ্থহীনভাৱে ৰ লাগি চাই থকা খীণ ছোৱালীজনীয়েই এন্তিগনি। হয়তো মোৰ কথাখিনি কোৱা শেষ হ'লেই ছোৱালীজনীয়ে মামাক ক্ৰেয়নৰ বিৰুদ্ধে অকলে থিয় দিব। মৃত্যুৰ কথাও ভাবিব পাৰে। এন্তিগনিৰ বয়স কম। তাই জীয়াই থকাহে উচিত। কিন্তু উপায় নাই। যাৰ নাম এন্তিগনি তাই এটা নিৰ্দিষ্ট ধৰণে শেষলৈকে অভিনয় কৰি যাবই লাগিব।

( কোৰাছে হেইমনক দেখুৱাই কয়। )

সেই ৰঙিয়াল ধুনীয়া ছোৱালীজনী ইজমেনি। তাইৰ লগত কথা পাতি থকা ডেকাজনৰ নাম হেইমন। তেওঁ ৰজা ক্ৰেয়নৰ ল'ৰা, তেওঁৰ লগতে এন্তিগনিৰ বিয়া হ'ব। এন্তিগনিৰ দৰে ছোৱালী এজনীক হেইমনে কিন্তু পছন্দ কৰিলে কোৱা টান। কাৰণ হেইমনে নাচিবলৈ, খেলিবলৈ আৰু প্ৰতিযোগিতাত যোগ দিবলৈ ভাল পায়। তেওঁ ছোৱালীৰ সংগ ভাল পায়। ইজমেনি নিশ্চয় এন্তিগনিতকৈ ৰাংঢালী। তাইকহে হেইমনে পছন্দ কৰিব লাগিছিল। ধুনীয়া সাজপাৰ পিন্ধা ৰচকী ইজমেনিৰ লগত হেইমনে এদিনাখন ৰংমনে নাচি আছিল, কিন্তু আচৰিত কথা, নাচ শেষ হোৱাৰ আগতে, ইজমেনিক এৰি থৈ তেওঁ

এন্তিগনিক বিচাৰি গ'ল আৰু নিৰলে বহি থকা দেখি তাইক বিয়া কৰাব বুলি কৈ পেলালে। এই প্ৰস্তাৱত এন্তিগনি অকণো আচৰিত হোৱা নাছিল। সৰল গহীন চকুযুৰিৰে তাই এবাৰ হেইমনলৈ চালে আৰু বিয়া কৰাম বুলি মান্তি হৈ গ'ল। কথা সিমানতে ওৰ পৰিল। নাচ পুনৰ আৰম্ভ হ'ল, ইজমেনিয়ে আন ডেকাবোৰৰ লগত নাচিব ধৰিলে।

[ ক্ৰেয়নলৈ মুখ ঘূৰায় ]

সেই পকা দাড়ি চুলিৰ মানুজনেই সম্ৰাট ক্ৰেয়ন। জননায়কৰ কাম কৰি তেওঁ ভাগৰি পৰিছে। ৰজা ইডিপাচ জীয়াই থাকোঁতে তেওঁৰ খুলশালী ক্ৰেয়নৰ ইমান চিন্তা নাছিল। সেই ডেকা বয়সত সংগীত আৰু পুৰণি পুথি-পাঁজিবোৰৰ মাজতে তেওঁ বুৰ গৈ আছিল। কিন্তু ইডিপাচ আৰু ইডিপাচৰ সন্তানবোৰৰ মৃত্যুৰ পাছত ক্ৰেয়নে নিজে ভাল পোৱা কামবোৰ এৰি সম্ৰাট হোৱাৰ দায়িত্ব ল'ব লগা হ'ল। ৰাজ্যশাসনৰ চিন্তাই তেওঁক জৰ্জৰিত কৰিলেও তেওঁ নিষ্ঠাৰে নিজৰ দায়িত্ব পালন কৰিবলৈ চেষ্টা কৰিছে।

তাচ খেলি থকা মানুহকেটা চণ্ডৰী। নহৰু আৰু মদ খালেও মানুহকেটা বেয়া নহয়। সিহঁতে নিজৰ নিজৰ ঘৈণীয়েকবোৰক আনৰ দৰেই ভয় কৰে। আৰু ল'ৰা-ছোৱালীবোৰে ভয় কৰে সিহঁতক। আমাক সাধাৰণতে বিপাঙত পেলোৱা দৈনন্দিন চিন্তা-ভাৱনাবোৰে সিহঁতক বিব্ৰত নকৰে। পুলিচ বিষয়া কাৰণে সিহঁতৰ কোনো কামেই দোষণীয় বুলি বিবেচিত নহয়। সিহঁতে আনৰ কথা-বতৰাত মূৰ ঘমোৱাৰ প্ৰয়োজনো বোধ নকৰে। আৱশ্যক হ'লে যাকে-তাকে গ্ৰেপ্তাৰ কৰিবলৈ সিহঁত সাজু। নতুন নেতা এগৰাকীয়ে আদেশ দিলে সিহঁতে ক্ৰেয়নকো গ্ৰেপ্তাৰ কৰিব পাৰে। এতিয়া নাটখনৰ কথা কওঁ। এন্তিগনি আৰু ইজমেনিৰ দেউতাক ইডিপাচৰ দুজন ল'ৰা আছিল, নাম ইটিওক্লিচ আৰু পলিনিচিচ্। ইডিপাচৰ মৃত্যুৰ পাছত তেওঁলোক এজনে আনজনৰ পাছত অৰ্থাৎ প্ৰতেকেই এবছৰকৈ সিংহাসনত বহাৰ চুক্তি হ'ল। কিন্তু ডাঙৰ ল'ৰা ইটিওক্লিচ এবছৰ ৰজা হোৱাৰ পাছত, সময় হ'লত ভায়েকক চুক্তিমতে সিংহাসনত বহিবলৈ নিদিয়া হ'ল। ফলত দুয়োপক্ষৰ ৰণ লাগিল। পলিনিচিচে বিদেশী ৰজাৰ সহায় লৈও পৰাজিত হ'ল। দুয়ো ভায়েকৰ তয়াময়া ৰণ লাগিল। ৰণত দুয়োৰে মৃত্যু হ'ল। তাৰ পাছত ৰাজপাটিত বহিল ক্ৰেয়ন।

[ মঞ্চ লাহে লাহে এন্ধাৰ হ'ল। কিন্তু চাইক্লৰেমাত ডাঠ নীলা পোহৰ পৰিল। আৰু এটা স্পষ্ট লাইটৰ পোহৰ পৰিল কোৰাছৰ মুখত ]

ক্ৰেয়নে কঠোৰ নিৰ্দেশ জাৰি কৰিছে যে তেওঁ সহায় কৰা ইটিওক্লিচক পূৰ্ণ সম্ভ্ৰম আৰু সমাৰোহেৰে কবৰ দিয়া হ'ব। কিন্তু পলিনিচিচৰ মৃতদেহটো শগুণ-কুকুৰে খাবলৈ পেলাই দিয়া হ'ব। কোনেও তাৰ কাৰণে শোক প্ৰকাশ কৰিব নোৱাৰিব, নোৱাৰিব তাৰ বাবে কৰিব কোনো স্মৃতি চিহ্নৰ ব্যৱস্থা। এই নিৰ্দেশ যিয়েই অমান্য কৰে তাকেই দিয়া হ'ব মৃত্যুদণ্ড।

[ কোৰাছে কথা কৈ থাকোঁতেই অভিনেতা-অভিনেত্ৰীসকল এজন এজনকৈ ওলাই গৈছিল। এতিয়া পোহৰ একেবাৰে নাইকিয়া হ'লত কোৰাছ মঞ্চৰপৰা আঁতৰি যায়।

লাহে লাহে পুৱাৰ ধুঁৱলি পোহৰ পৰে। ঘৰৰ সকলো নিঃপালি দিছে। বাহিৰৰপৰা সোঁফালেদি হাতত সাৰে ভৰিত সাৰে এন্তিগনি সোমাই আহে। তেওঁৰ হাতত চেন্দেলযোৰ। মেজখনৰ ওচৰ পোৱাৰ লগে আন ফালৰপৰা সোমাই অহা নাৰ্ছৰ সৈতে ভেটা-ভেটি হয়। ]

নাৰ্ছ : ক'লৈ গৈছিলা এই ৰাতিখন?

এন্তিগনি : ক'লৈনো যাম? বাহিৰখন যে ইমান ধুনীয়া হৈ পৰিছে। মই ওলাই গৈ দেখিলোঁ চৌদিশ ধুঁৱলি-কুঁৱলি। এতিয়া হৈ পৰিছে গোলাপী, সেউজীয়া আৰু হালধীয়া। বৰণবিহীন পৃথিৱী এখন চাব লাগিলে আৰু আগতে সাৰ পাব লাগে।

নাৰ্ছ : মই সাৰ পাওঁতে গোটেই এন্ধাৰ। নিশা গাৰপৰা কম্বলখন আঁতৰি গৈছে নেকি চাবলৈ গৈ দেখিলোঁ তুমি বিছনাত নাই।

এন্তিগনি : ফুলৰ বাগিচাখন যে এনে মনোৰম হৈ পৰিছিল!

নাৰ্ছ : কোঠাটোৰপৰা যাওঁতে পিছফালৰ দুৱাৰখন মেলি থৈ গৈছিলা?

এন্তিগনি : ঘাঁহবোৰ তিতি আছিল। গোটেই পৃথিৱীখনেই যেন কিবা ঘটিব বুলি উশাহ বন্ধ কৰি ৰৈ আছিল। অৱশ্যে কোনেও মোৰ বাবে ৰৈ থকা নাছিল। মই চেণ্ডেল খুলি শুদা ভৰিৰে তিতি থকা ঘাঁহনি দবাৰ ওপৰেদি মনে মনে খোজ কাঢ়ি গৈছিলোঁ।

নাৰ্ছ : শুবলৈ যোৱাৰ আগতে ভৰি দুখন ধুবা আইদেউ।

এন্তিগনি : মই শুবলৈ নাযাওঁ।

নাৰ্ছ : তেনেকৈ নক'বাচোন। গোটেই নিশাটো দেখোন বাহিৰে বাহিৰে ফুৰিছা। শুবলৈ যোৱাকে নাই।

এন্তিগনি : নিতৌ পুৱা বাহিৰলৈ ওলাই যোৱাটো বৰ ৰোমাঞ্চকৰ হ'ব নহয়নে বাৰু?

নাৰ্ছ : ক'তনো ৰাতি পুৱাইছে। নিশাৰ এন্ধাৰে গোটেইখন ছাটি আছে দেখোন। বাৰু আইটী কোৱাচোন ক'ত ঘুৰি ফুৰিছিলা? কাৰোবাক লগ ধৰিবলৈ গৈছিলা, কোৱা হয় নে নহয়?

এন্তিগনি : অ।

নাৰ্ছ : কোনোবা ভালপোৱা ডেকাক?

এন্তিগনি : হয় ঠিকেই ধৰিছা, মই ডেকা এজনক ভাল পাই পেলাইছোঁ।

নাৰ্ছ : মই ক'তে মৰোঁ। ছোৱালীৰ কথা শুনা। ৰজাৰ জীয়ৰীয়ে ডেকা ল'ৰাক লগ পাবলৈ এনেকৈ ঘূৰি ফুৰেনে? তোমাৰ দৰে ধুন-পেচ নমৰা সৰল ছোৱালী এজনীয়েও এনেবোৰ কাম কৰিবা বুলি কোনেনো ভাবিব পাৰে। বোলোঁ ইয়ালৈকে আলপৈচান ধৰি ৰজাৰ জীয়ৰীক ডাঙৰ-দীঘল কৰিলোনে? ৰচকী ৰাংঢালী ইজমেনিয়ে এনে কাম কৰিব বুলি ভাবিব পাৰিলেও তুমি যে কেতিয়াবা ল'ৰাৰ পাছে পাছে ঘূৰি ফুৰিবা সেইটো হ'লে মই কেতিয়াও ভবা নাছিলোঁ দেই।

এন্তিগনি : [ হাঁহি ] কি কৰিবা মোৰো তেনে দশা হ'ল।

নাৰ্ছ : চোৱাচোন ছোৱালীয়ে আকৌ হাঁহিছে। লাজো পোৱা নাই দেহি। কোনেনো ভাবিব পাৰিছিল তুমিও এইদৰে অবাটে যাবা বুলি। ভাবিছা নেকি এইবোৰ কথা মোমাইদেউৰা ক্ৰেয়নৰ কাণত নপৰিব?

এন্তিগনি : দহোকুৰি মোক অলপ নিৰলে থাকিবলৈ দিয়া।

নাৰ্ছ : নাই নাই মই তোমাক অকলে এৰি নিদিওঁ।

এন্তিগনি : তোমাৰ খং উঠিছে। আজিৰ দিনটোত মোক টান কথা নক'বাচোন।

নাৰ্ছ : টান কথা নক'ম। এইবোৰ বৰ লাজ লগা কথা পাই। হায় মোৰ ফুটা কপাল!

এন্তিগনি : বেজাৰ নকৰিবা নাৰ্ছ আইমণি। তোমাক যে মোৰ ইমান ভাল লাগে! মোৰ শোটোৰা পৰা আপেলটো অ'—শুনাচোন তুমি বেজাৰ পাবলগীয়া কোনো কামকে আজি মই কৰা নাই। মই অবাটে যোৱা নাই। শপত খাই কৈছোঁ হেইমেনৰ বাহিৰে আন কাকো মই ভাল নাপাওঁ, চকুপানীবোৰ সাঁচি থোৱাচোন। চকুলো টুকিবলৈ বেলেগ সুবিধা পাবা। তোমাৰ চকুত লোটক দেখিলে মোৰ নিজকে ছোৱালী যেন লাগি যায়। আজি নিশাটো মই সৰু ছোৱালীৰ দৰে হৈ থাকিলে নচলিব।

[ ইজমেনি খটখটিয়েদি তললৈ নামি আহে ]

ইজমেনি : ইয়াতনো কি কৰিছাহি এন্তিগনি? তোমাক বিচাৰি তোমাৰ কোঠালৈ মই গৈছিলোঁ।

নাৰ্ছ : তোমালোক দুয়োজনী বলিয়া হৈছা যেন পাইছোঁ। নহ'লে আখল ঘৰত জুই জ্বলাৰ আগতে এনেকৈ ঘটমটাই নুফুৰিলা- হেঁতেন? ৰজাৰ জীয়ৰীয়ে মুখত একো এটা নিদি এনেকৈ ঘূৰি ফুৰাটো ভাল দেখিনে

বাৰু? [ ইজমেনিক ] আৰু এইজনীলৈ চোৱা! এনেকৈ কাপোৰ-কানি নোলোৱাকৈ ঘূৰি ফুৰিলে মই ঠিক কৈছোঁ পানী লাগিব।

এন্তিগনি ঃ আমাৰ জাৰ লগাই নাই নাৰ্ছ আইমণি? গৰমহে লাগিছে। খাবলৈ অলপ কফি আনি দিয়া না।

নাৰ্ছ ঃ এৰা ঠিকেইতো। মইনো কি চাই আছোঁ? যাওঁ অলপ গৰম কফিকে আনি দিওঁ।

[ নাৰ্ছ অহাৰ বাটেৰে চিৰিয়েদি উঠি ভিতৰলৈ যায় ]

ইজমেনি ঃ তোমাৰ গা ভাল নহয় নেকি এন্তিগনি?

এন্তিগনি ঃ ভালেই আছোঁ। অলপ ভাগৰ লাগিছে মাথোঁ। বৰ সোনকালে সাৰ পাই গ'লো।

[ এন্তিগনি চকীত বহে ]

ইজমেনি ঃ মোৰো একেবাৰে টোপনি অহা নাই।

এন্তিগনি ঃ নুশুলে তোমাৰ চেহেৰা বেয়া হ'ব।

ইজমেনি ঃ মোক ঠাট্টা নকৰিবা।

এন্তিগনি ঃ নাই কৰা। তোমাক ধুনীয়াজনী হৈ থকা দেখি এনেহে লাগিছে যেন মোৰ কামবোৰ সহজ হৈ পৰিব। সৰুতে মই কেনেকুৱাজনী আছিলোঁ ভাবিলেই আচৰিত লাগে। মনত আছেনে তোমাৰ গালৈ যে বোকা দলিয়াইছিলোঁ। গছত বান্ধি যে তোমাৰ ধুনীয়া চুলিটাৰি কাটি দিছিলোঁ।

ইজমেনি ঃ এই আন কথাবোৰনো কিয় উলিয়াইছা? শুনাচোন, মই তুমি কোৱা কথাবোৰৰ বিষয়ে দকৈ ভাবি চাইছোঁ।

এন্তিগনি ঃ হয়নে?

ইজমেনি ঃ এন্তিগনি তুমি বলিয়া হৈছা।

এন্তিগনি ঃ বলিয়া?

ইজমেনি ঃ আমি তেনে কাম কেতিয়াও কৰিব নোৱাৰোঁ।

এন্তিগনি ঃ কিয়?

ইজমেনি ঃ ক্ৰেয়নে আমাক মৃত্যুদণ্ড দিব।

এন্তিগনি ঃ নিশ্চয় দিব। তেওঁৰ কাম তেওঁ কৰিব। আমাৰ কাম আমি কৰিম। তেওঁ আমাক মৃত্যুদণ্ড দিবই লাগিব আৰু আমি আমাৰ ককাইদেউক কবৰ দিবলৈ লাগিব। ইয়াৰতো হেৰফেৰ হ'ব নোৱাৰে।

ইজমেনি ঃ [ এখোজ পিছুৱাই আহে ] মই মৰিব নোখোজোঁ।

এন্তিগনি ঃ মই হ'লে মৰাটোকে বেছি ভাল বুলি ভাবোঁ।

ইজমেনি ঃ শুনা এন্তিগনি, কথাটো মই ওৰে নিশা ভাবিছোঁ। তুমি সদায়ে আগ-পাছ নভাবকৈ সাময়িক উত্তেজনা বশত কাম এটা কৰি পেলোৱা। মই হ'লে নভবা-নিচিন্তাকৈ কোনো কামকে নকৰোঁ।

এন্তিগনি : কোনো কোনো সময়ত বৰ বেছিকৈ ভবা উচিত নহয়।

ইজমেনি : মই তোমাৰ স'তে এক মত হ'ব নোৱাৰিলোঁ।
[ এন্তিগনিয়ে ইজমেনিলৈ চায় ]
কথাটো সঁচাকৈয়ে বৰ ভয় লগা। পলিনিচিচক তোমাৰ দৰে ময়ো পুতৌ কৰোঁ, কিন্তু মোমাইদেউ ক্ৰেয়নৰ মনৰ কথাও বুজি নোপোৱা নহয়।

এন্তিগনি : মই ক্ৰেয়নে কি ভাবিছে জানিব নোখোজোঁ।

ইজমেনি : ক্ৰেয়ন সম্ৰাট। তেওঁ এটা উদাহৰণ দাঙি ধৰিব লাগিব।

এন্তিগনি : মইটো সম্ৰাট নহয় মোৰ তেনে উদাহৰণ দাঙি ধৰাৰ প্ৰয়োজন নাই। মই সদায়ে উদ্ধত আৰু আঁকোৰ-গোঁজ কাৰণেই সৰুতে মোক কোঠাত সুমুৱাই দুৱাৰ-খিৰিকী জপাই থোৱা হৈছিল।

ইজমেনি : সেয়া আকৌ আৰম্ভ কৰিছা। শুনাচোন, মোক কথা হ'লে সদায়ে শুদ্ধ বুলি প্ৰমাণিত হয়।

এন্তিগনি : মই শুদ্ধ হ'ব নোখোজোঁ।

ইজামেনি : বুজিবলৈতো চেষ্টা কৰিব লাগে।

এন্তিগনি : এৰা বুজিব লাগিব। এই বুজিব লগা কথাটো সৰুৰেপৰা শুনি আহিছোঁ। মই অবুজ আছিলোঁ বুলিয়েই ৰাজপ্ৰাসাদৰ মজিয়াত চেঁচা কলা পানী পেলাইছিলোঁ। বোকাত উমলি ফ্ৰক লেতেৰা কৰিছিলোঁ। অবুজ আছিলোঁ কাৰণেই প্লেটৰপৰা খোৱা বস্তু খৰকৈ একেলগে মুখত ভৰাইছিলোঁ। জেপত থকা বস্তুবোৰ মগনিয়াক দি দিছিলোঁ। বতাহত লৰা-ঢপৰা কৰিছিলোঁ। গৰমত ঘামি থকা অৱস্থাত চেঁচা পানী খাইছিলোঁ। ইচ্ছা গ'লেই যেতিয়াই তেতিয়াই পুখুৰীত নামি সাঁতুৰিছিলোঁ। বুজাৰ কথা কৈছা, মই একোকে বুজিব নোখোজোঁ। কেতিয়াবা যদি বুঢ়ি হ'বলৈ সুযোগ পাওঁ তেতিয়া বুজিবলৈ বহুতো ছেগ পাম। কিন্তু এতিয়া নহয়।

ইজমেনি : তেওঁ আমাতকৈ বেছি শক্তিশালী। তেওঁ ৰজা। গোটেই থীবছ নগৰৰ হাজাৰ হাজাৰ মানুহ তেওঁৰ ফালে।

এন্তিগনি : [ অন্যমনস্ক হৈ থাকে। ]

ইজমেনি : তেওঁৰ মানুহবোৰে আমাক খেদি আহিব। হেজাৰ হেজাৰ হাতে আমাৰ হাতক খামুচি ধৰিব। হেজাৰ হেজাৰ মানুহৰ নিশাহ আমাৰ মুখত লাগিব। হেজাৰ চকুৱে একেলগে আমালৈ একেথৰে চাই থাকিব। সিহঁতৰ নিষ্ঠুৰ হাঁহিৰ খলখলনিত আমাৰ কাণ তাল মাৰি যাব। তেওঁলোকে আমাক চন্তৰীৰে ঘেৰাও কৰি ফাঁচিৰ চাঙলৈ টানি

লৈ যাব। আমাৰ কাতৰ কাকূতি অথলে যাব। সিহঁতে বুজিব নুখুজিব যে আমি জীয়াই থাকিব খোজোঁ। কাৰণ সিহঁত আদেশৰ দাস, শুদ্ধ-অশুদ্ধ বিচাৰ নকৰি যিহকে কৰিবলৈ কোৱা হয় তাকে কৰে। আমি কষ্ট পাম, নিকাৰ ভুগিম, অসহ্য যন্ত্ৰণাত চটফট কৰিম উহ্ নোৱাৰিম এন্টিগনি!

এন্টিগনি ঃ দেখিছোঁ কথাটো তুমি বৰ ভালকৈ চিন্তা কৰি চাইছা।

ইজমেনি ঃ মোৰ বৰ ভয় লাগে এন্টিগনি।

এন্টিগনি ঃ ভয় মোৰো নলাগা নহয়। কিন্তু তাৰ সৈতে কামটোৰ কি সম্বন্ধ?

ইজমেনি ঃ কিন্তু এন্টিগনি তুমি জীয়াই থাকিব নোখোজানে?

এন্টিগনি ঃ জীয়াই থকাৰ কথা সুধিছানে? গাৰ ছালত পুৱাৰ চেঁচা বতাহ লাগক বুলি কোনেনো আটাইতকৈ আগতে বিছনা এৰে? কোনেনো আটাইতকৈ শেষত শুবলৈ যায়? কাকনো অফুৰন্ত কামৰ বাহিৰে শেষ নোহোৱা নিশাটোৰপৰা আন একোৱেই আঁতৰাই ৰাখিব নোৱাৰে? ঘাঁহনিডৰাত বহুত ঘাঁহ, পথাৰত চিনি নোপোৱা, ছুব নোৱৰা অলেখ জীৱ-জন্তু থকা বুলি সৰুতেনো কোনে কান্দিছিল?

ইজমেনি ঃ [ মৰমেৰে এন্টিগনিৰ হাতখন খামুচি ধৰে ] মোৰ অতিকে মৰমৰ এন্টিগনি, জীউকণ মোৰ।

এন্টিগনি ঃ [ ইজমেনিক আঁতৰাই ] ঈশ্বৰৰ শপত মোক তোষামোদ নকৰিবা। আমি যেন কেঁচুৱাৰ দৰে নাকান্দোঁ। সকলো দিশ চিন্তা কৰি চাইছা বুলি তুমি কৈছা। মানুহবোৰৰ অত্যাচাৰ, মৰিবলৈ ভয়, এইবোৰে এটা নিৰ্দিষ্ট সিদ্ধান্ত লোৱাত তোমাক সহায় কৰিছে হয়নে?

ইজমেনি ঃ হয়।

এন্টিগনি ঃ এৰা কাৰণবোৰ তেনেই তুলুঙা নহয়।

ইজমেনি ঃ বুজিবলৈ যত্ন কৰাচোন। এটা আদৰ্শত বিশ্বাস কৰি সেই আদৰ্শৰ হকে মৃত্যু বৰণ কৰাটোৱে পুৰুষকহে শোভা পায়। কিন্তু তুমি পুৰুষ নহয়, ছোৱালীহে।

এন্টিগনি ঃ মই যে ছোৱালী সেইকথা নাজানোনে? ছোৱালী হৈ জন্ম লোৱাৰ কাৰণে ওৰেটো জীৱন মই নিজকে অভিশাপ দিয়া নাইনে?

ইজমেনি ঃ এন্টিগনি নিজকে সুখী কৰিবলৈ সকলো বস্তুৱেই তোমাৰ আছে। মাথোঁ গ্ৰহণ কৰিব লাগে। তোমাৰ অলপতে বিয়া হ'ব। তুমি সুন্দৰী।

এন্টিগনি ঃ মই সুন্দৰী নহয়।

ইজমেনি ঃ হয় তুমি সুন্দৰী। সৰ্বসাধাৰণ সুন্দৰী ছোৱালীৰ দৰে নহ'লেও বাটেদি গ'লেই সৰু ল'ৰাবোৰে তোমালৈ উভতি চায়। সৰু ছোৱালীবোৰে কথা পাতিবলৈ পাহৰে। নেদেখা হোৱালৈকে তোমালৈ ৰ লাগি চাই থাকে।

এন্তিগনি : [ অলপ হাঁহি ] সৰু ল'ৰা-ছোৱালী!

ইজমেনি : আৰু হেইমন?

এন্তিগনি : ৰাতি পুৱালে মই হেইমনক লগ ধৰিম। হেইমনৰ দায়িত্ব মই ল'ম। তুমিতো সদায়ে মোক বলিয়া বুলি কোৱা। ভাবা, মই যি কৰোঁ বা কৰিব বিচাৰোঁ তাৰ কোনো মূল্যই নাই। শুবলৈ যোৱা ইজমেনি। পুব আকাশত ৰাঙলী আভা দেখিছোঁ। সূৰ্য্য ওলাবৰ হৈছে। আজি মই একোকে কৰিব নোৱাৰিম। ৰণ জয় কৰি সিংহাসনত বহি থকা এজনৰ দৰে পলিনিচিচৰ শটোক চন্তৰীবোৰে সুৰক্ষা দিছে। যোৱা শোৱাগৈ, তোমাৰ বৰ ভাগৰ লাগিছে।

ইজমেনি : তুমিনো কি কৰিবা?

নাৰ্ছ : [ ভিতৰৰপৰা মাতে ] আহা মোৰ সোণটিহঁত কফি খোৱাহি আহা।

এন্তিগনি : মোৰ শুবলৈ ইচ্ছা যোৱা নাই। কথা দিলোঁ তুমি সাৰ নোপোৱালৈকে মই ঘৰৰপৰা ওলাই নাযাওঁ। নাৰ্ছ আইমণিয়ে মোক কিবা খাবলৈ দিব। তুমি যোৱা শুই থাকাগৈ।

ইজমেনি : শপত খোৱা তুমি মোক এই বিষয়ে পুনৰ আলোচনা কৰিবলৈ সুযোগ দিবা। শপত খোৱা!

এন্তিগনি : শপত খাইছোঁ মই পুনৰ কথা হ'ম। আটাইবোৰৰ লগতে কথা হ'ম। এতিয়া শুবলৈ যোৱা [ ইজমেনি ওলাই যায় ]
ৰেচেৰী ইজমেনি!

নাৰ্ছ : [সোমাই আহে ] আহাঁ মোৰ সোণটি। মই তোমাৰ কাৰণে টোষ্টত জেম লগাইছোঁ। কফিও কৰিছোঁ আহা। [ যাবলৈ ওভতে ]

এন্তিগনি : মোৰ ভোক লগা নাই যে—
[ নাৰ্ছ বৈ যায়। এন্তিগনিৰ ফালে আগবাঢ়ি আহে। মৰমেৰে সোধে। ]

নাৰ্ছ : তুমিনো কিয় মন মাৰি আছা—কি দুখতনো—

এন্তিগনি : নাই নাই দুখ-বেজাৰ একো নাই। তথাপি তুমি কিন্তু মোক সৰু কালৰ দৰেই তোমাৰ মৰমৰ উমেৰে সকলো বিপদৰপৰা মুক্ত কৰি ৰাখিব লাগিব। মৃত্যুতকৈও বেছি শক্তিধৰ হৈ মোৰ বিছনাত বহি থাকি মোক ৰক্ষা কৰিব লাগিব দেই।

নাৰ্ছ : মোৰ সোণজনী কিহেনো তোমাৰ হিয়াখন খুলি খুলি খাইছে!

এন্তিগনি : মানে যিটো কাম কৰিবলৈ ওলাইছোঁ তাৰ বাবে মই এতিয়াও সৰু হৈয়ে আছোঁ।

নাৰ্ছ : কামটোনো কি?

এন্তিগনি : নাই বিশেষ একো নহয়। নাৰ্ছ আইমণি তোমাক ওচৰত পাই মোৰ বৰ ভাল লাগিছে। ভাল লাগিছে তোমাৰ এই খহতা হাতখন ধৰিবলৈ পাই। মই জানো এই হাতখনে টপৰাই সকলো বিপদ আঁতৰাই দিব পাৰিব। আইমণি তুমি সচাঁকৈয়ে বৰ বলী।

নাৰ্ছ : মইনো তোমাৰ কাৰণে কি কৰিব লাগে।

এন্তিগনি : একো কৰিব নেলাগে। মাথোঁ তোমাৰ হাতখন মোৰ গালত এইদৰে লগাই দিয়া [ নাৰ্ছৰ হাতখন নিজৰ গালত লগাই দিয়ে ] চোৱা এতিয়া মোৰ সকলো ভয় আঁতৰিল। মই আৰু কালৈকো ভয়া নকৰোঁ।

নাৰ্ছ : সঁচায়নে?

এন্তিগনি : আইমণি, কথা দিয়া মোৰ মৰমৰ কুকুৰ পোৱালিকণক চাবা, কেতিয়াও তাক গালি নাপাৰিবা।

নাৰ্ছ : ঘৰ লেতেৰা কৰা কুকুৰবোৰক গালি পাৰা উচিত।

এন্তিগনি : তথাপি মোক কথা দিয়া—

নাৰ্ছ : গোটেইখন ঘৰ লেতেৰা কৰিলেও মনে মনে থাকিমনে?

এন্তিগনি : অঁ থাকিব লাগিব।

নাৰ্ছ : ঘৰৰ ধুনীয়া কাৰ্পেটখনত পেচাব কৰিলেও মনে মনে থাকিমনে?

এন্তিগনি : অঁ অঁ, মই কাকুতি কৰিছোঁ আইমণি।

নাৰ্ছ : মই হ'লে তোমাৰ কথাবোৰ বুজিব পৰা নাই।

এন্তিগনি : শপত খোৱা তাইৰ স'তে কথা পাতিবা।

নাৰ্ছ : কথা পাতিম ; কাৰ লগত? কুকুৰটোৰ লগত?

এন্তিগনি : মই যেনেকৈ মৰম লগাকৈ কথা পাতোঁ ঠিক, তেনেকৈ—

নাৰ্ছ : জানো পাই এইবোৰ কি কৈছা, তুমি নিজেই দেখোন আছা।

এন্তিগনি : মইযে নিজে আৰু কথা পাতিব নোৱাৰিম।

নাৰ্ছ : কিয়?

এন্তিগনি : মোক বিচাৰি নাপাই তাই যদি ওৰে দিনটো বিনাই থাকে তেন্তে আটাইতকৈ ভাল কথা হ'ব তাইক কষ্ট নোপোৱাকৈ মাৰি পেলোৱাটোৱেই।

নাৰ্ছ : এই পুৱাখন তোমাৰ যে কি হৈছে ক'ব পৰা নাই [ হেইমন সোমাই আহে নিশা ঢাপলি মেলিবা, নুশুবা, একোকে নাখাবা ] [ এন্তিগনিয়ে হেইমনক দেখা পায়। ] আৰু এতিয়া কুকুৰ পোৱালিটোক মাৰি পেলোৱাৰ কথা উলিয়াইছা—

এন্তিগনি : আইমণি, সৌৱা হেইমন আহিছে। তুমি ভিতৰলৈ যোৱা। মোক যে কথা দিছা নাপাহৰিবা দেই। [ নাৰ্ছ সোঁফালেদি যায়। এন্তিগনিয়ে হেইমনৰ হাতত ধৰি কয় ] যোৱা নিশা তোমাৰ লগত কাজিয়া কৰাৰ

বাবে ক্ষমা কৰিবা হেইমন। মোৰ দোষ হৈছে ক্ষমা কৰিবা জীউকণ।

হেইমন : তুমি কোঠাটোৰপৰা দুৱাৰ জপাই ওলাই অহাৰ আগতে, তোমাৰ কাপোৰৰ এচেঞ্চৰ গোন্ধ নাকত লাগি থাকোঁতেই তোমাক ক্ষমা কৰিছিলোঁ।

[ মিচিকিয়াই হাঁহি ]

হেইমন : এচেঞ্চ কাৰপৰা লৈছিলা?

এন্তিগনি : ইজমেনিৰপৰা—!

হেইমন : ৰুজ, পাউডাৰ আৰু সেই ধুনীয়া ফ্ৰকটো?

এন্তিগনি : সেইবোৰো ইজমেনিৰপৰা।

হেইমন : কাক সন্মান দেখুৱাবলৈ ইমান ধুনীয়া সাজোন-কাচোন?

এন্তিগনি : ৰ'বাচোন মই সকলো ক'ম। [ হেইমনক ওচৰলৈ আনি ] হেইমন, কি যে মূৰ্খ মই, সন্ধ্যাটো এনেয়ে নষ্ট কৰিলোঁ।

হেইমন : এনে সন্ধ্যা আগলৈ আৰু পাম।

এন্তিগনি : বোধকৰোঁ নাপাম।

হেইমন : আকৌ তৰ্ক? সুখৰ প্ৰেমত এনে তৰ্ক লাগিয়েই থাকে।

এন্তিগনি : সুখৰ প্ৰেম! এৰা ঠিকেই কৈছা—হেইমন শুনাচোন।

হেইমন : কোৱা।

এন্তিগনি : নাহাঁহিবা দেই—

হেইমন : নাহাঁহোঁ।

এন্তিগনি : মোক জোৰে সাবটি ধৰা। তোমাৰ শক্তি যেন মোৰ সিৰা-উপসিৰাত প্ৰৱাহিত হয়।

হেইমন : এয়া ধৰিছোঁ, মোৰ সকলো শক্তিৰে—

এন্তিগনি : ভাল লাগিছে। [ খন্তেক নীৰৱে থাকি ] হেইমন, বিয়া হোৱাৰ পাছত আমাৰ যিটো ল'ৰা হ'লহেঁতেন তাৰ কথা ক'ব খুজিছিলোঁ। মই তাক সকলো বিপদৰপৰা ৰক্ষা কৰিলোঁহেঁতেন।

হেইমন : নিশ্চয় সোণজনী।

এন্তিগনি : তুমি নাজানা, মই তাক কেনেকৈ সাবটি ধৰি বুকুত উমেৰে জীপাল কৰিলোঁ হয়, তাৰ সকলো ভয় আঁতৰি গ'ল হয়। তাৰ মাক ধুনীয়া নহয়. চুলিও সদায়ে নাচোৰে, কিন্তু তাৰ সম্পৰ্কত পৃথিৱীৰ সকলো মাকতকৈও তাই বেছি বলী হ'ল হয়। এই কথা তুমি বিশ্বাস কৰিছা নহয়নে?

হেইমন : কিয় নকৰিম?

এন্তিগনি : তোমাৰ এজনী যোগ্যা পত্নী পালা হয় বুলি কোৱা মোৰ কথাবাৰ তুমি বিশ্বাস কৰিছানে?

হেইমন : তুমিয়েই মোৰ যোগ্যা পত্নী।

এন্টিগনি : [ হেইমনৰ বুকুত মূৰটো থৈ ] হেইমন, তুমি মোক ভাল পোৱা নহয়নে? সেই নিশাও তুমি মোক ভাল পাইছিলা, হয় নে নহয় কোৱা?

হেইমন : কোন নিশা সোণ?

এন্টিগনি : সেই নিশা নাচ চলি থাকোঁতে তুমি ঠিক মোকেই বিচাৰি আহিছিলা আন কাকো নহয়। তুমি নিশ্চয় ভুল কৰা নাছিলা। বুকুত হাত দি কোৱাচোন তুমি কেতিয়াও ইজমেনিক বিয়া কৰোৱা উচিত আছিল বুলি ভবা নাই।

হেইমন : এইবোৰ কি বলকিছা ; এন্টিগনি মই সদায়েই তোমাক ভাল পাই আহিছোঁ, আন কাৰো কথা ভবা নাই। মোৰ নিজৰ মনটোক মই চিনি পাওঁ এন্টিগনি।

এন্টিগনি : এজনী ছোৱালীয়ে যেনেকৈ বিচাৰে ঠিক তেনেকৈয়ে তুমি মোক ভাল পোৱা নহয়নে? তোমাৰ কান্ধত মূৰটো থৈ বিপদমুক্ত বুলি মোৰ যি প্ৰত্যয় জন্মিছে সেয়া মিছা নহয়?

হেইমন : এন্টিগনি তুমি মোক যেনেকৈ ভাল পোৱা, ময়ো মোৰ সকলো সত্তাৰে তেনেকৈয়ে তোমাক ভাল পাওঁ। [ দুয়ো দুয়োকে চুমা খায ]

এন্টিগনি : মোৰ গাত মঙহ নাই। মই খীণ। ইজমেনি এটা পকা ফলৰ দৰে গুলপীয়া সোণালী—

হেইমন : মোৰ ফালে চোৱা এন্টিগনি—

এন্টিগনি : মোৰ অতিকৈ আপোন হেইমন নিজৰ কথা ভাবিলে মোৰ লাজ লাগে। কিন্তু আজিৰ এই বিশেষ পুৱা এটা কথা মই জানিবই লাগিব কাকুতি কৰিছোঁ সঁচা ক'বা দেই।

হেইমন : কিনো?

এন্টিগনি : মোৰ কথা যেতিয়া তুমি ভাবা, যেতিয়া ভাবা মই তোমাৰ হ'বলৈ ওলাইছোঁ তেতিয়া মই ওচৰত নাথাকিলে তোমাৰ অন্তৰখন উকঙা লাগি যায়নে? মোৰ কাৰণে, মোক নিচেই কাষতে পাবলৈ তুমি উদ্বাউল হৈ পৰানে?

হেইমন : তোমাক পাবলৈ মোৰ অনন্ত হাবিয়াস—তোমাক নাপালে মই মৰি যাম।

এন্টিগনি : ময়ো তেনেদৰেই অনুভৱ কৰোঁ। তোমাৰ পত্নী হ'বলৈ পালে মই বৰ গৰ্ব অনুভৱ কৰিম। [ নিজকে আঁতৰাই আনি, মাত সলনি কৰি ] আৰু দুটা কথা তোমাক ক'বলগীয়া আছে। সেই দুটা কথা কোৱা হ'লে কোনো প্ৰশ্ন নোসোধাকৈ তুমি ইয়াৰপৰা গুচি যাব লাগিব।

তুমি বৰ আচৰিত হ'লেও মোৰ কথা শুনি আঘাত পালেও তুমি যাব লাগিব ; শপত খোৱা যাবা?

হেইমন : মোক কি কথানো ক'ব খুজিছা?

এন্তিগনি : প্ৰথমে শপত খোৱা তুমি যাবা। শুনিছানে? দহোকুৰি শপত খোৱা। বলিয়াজনীৰ এই শেষ ইচ্ছা তুমি পূৰণ কৰিবই লাগিব।

হেইমন : এইবোৰ কথা মোৰ ভাল লগা নাই। তথাপি কৈছা যেতিয়া শপত খাইছোঁ বাৰু।

এন্তিগনি : মোৰ কথা শুনি মই কোৱাৰ দৰে কৰিবা। যোৱা নিশা তোমাৰ তালৈ যাওঁতে মই কিয় ইজমেনিৰ চোলা পিন্ধি গৈছিলোঁ, কিয় গালত তাইৰ ৰুজ সানিছিলোঁ সেই কথা অলপ আগতে তুমি মোক সুধিছিলা। মই জানো মই মূৰ্খৰ দৰে ব্যৱহাৰ কৰিছিলোঁ। আন সাধাৰণ ছোৱালীৰ দৰেই মই ভাবিছিলোঁ সেইদৰে সাজি-কাচি গ'লে তুমি মোক বেছি আপোন কৰি ল'বা, মোক বিচাৰিবা।

হেইমন : সেইটোৱে কাৰণ নে?

এন্তিগনি : মোক দেখি তুমি হাঁহিছিলা। আৰু আমি কাজিয়া কৰিছিলোঁ। মোৰ খং উঠিছিল। মই দৌৰি তোমাৰ কোঠাৰপৰা ওলাই আহিছিলোঁ। আচল কথা কওঁ শুনা—মই গৈছিলোঁ মোৰ দেহাটো তোমাক অৰ্পণ কৰিবলৈ ; বিয়াৰ আগতে পত্নীৰ দৰে নিজকে তোমাৰ ওচৰত বিলাই দিবলৈ।

হেইমন : কিবোৰ যে কৈছা মোৰ জীউকণ!

এন্তিগনি : কোনো প্ৰশ্ন নকৰিবা বুলি শপত খাইছা।

[ মুখখন ঘূৰায় ]

যোৱা নিশা মই তোমাৰ শয্যাত পত্নীৰ দৰে শুব খুজিছিলোঁ কাৰণ তোমাক সেইদৰেই গভীৰভাৱে ভাল পাওঁ। আৰু এটা কাৰণ অৱশ্যে আছে। মোক ক্ষমা কৰিবা [ আঁতৰি যায় ] মই তোমাৰ মনটোত ভীষণ আঘাত দিবলৈ ওলাইছোঁ কাৰণ—কাৰণ—মই কেতিয়াও তোমাক বিয়া কৰাব নোৱাৰিম।

[ বিমূঢ় হেইমনৰ মাতবোল হৰে। এন্তিগনিৰ ফালে এখোজ আগবাঢ়ি আহে। ]

তুমি শপত খাইছা হেইমন। তুমি এতিয়া গুচি যোৱা। অহাকালি মোৰ গোটেই কথাখিনি ভালকৈ বুজি পাবা। মোক যদি সঁচাকৈয়ে ভাল পোৱা তেন্তে এতিয়াই গুচি যাবা। [ হেইমনে এন্তিগনিৰ ফালে ক্ষন্তেক ৰ লাগি চায়। তাৰ পাছত ওলাই যায়। এন্তিগনি থৰ লাগি

কিছু সময় থিয় হৈ থাকে। তাৰ পাছত চকীখনত বহি পৰে ] হেইমন আৰু মোৰ সকলো কথাৰ ওৰ পৰিল।

[ ইজমেনি সোমাই আহে ]

ইজামেনি ঃ মই শুব পৰা নাই। মোৰ ভয় লাগিছে। মোৰ ভয় লাগিছে কাৰণ মই জানো, পোহৰ হ'লেই তুমি পলিনিচিচৰ সমাধিৰ ব্যৱস্থা কৰিবলৈ যত্ন কৰিবা। এন্তিগনি, আমি সকলোৱেই—হেইমন, নাৰ্ছ আৰু মই, তুমি সুখী হোৱাটোকে বিচাৰোঁ।

এন্তিগনি ঃ মোৰ সুখ!

ইজমেনি ঃ আমি তোমাক ভাল পাওঁ। আমি বিচাৰোঁ তুমি আমাৰ দৰেই জীয়াই থাকা।

এন্তিগনি ঃ এৰা সকলোৱেই বিচাৰে মই জীয়াই থাকিব লাগে।

ইজমেনি ঃ পলিনিচিচৰ স্বভাৱ কেনে আছিল তোমাৰ নিশ্চয় মনত আছে।

এন্তিগনি ঃ পলিনিচিচ আছিল আমাৰ ককাইদেউ।

ইজমেনি ঃ ককাইদেউ আছিল যদিও সি এতিয়া মৰিছে। সি তোমাক মুঠেই ভাল নাপাইছিল।

এন্তিগনি ঃ তথাপি, তথাপি ইজমেনি—

ইজমেনি ঃ আমাৰ ককাই দুজনৰ মাজত সিয়েই আছিল বেয়া। সি আছিল গোটেই পৰিয়ালটোৰ শত্ৰু। সি তোমাৰ কথা কেতিয়াও ভবা নাছিল। তুমি তাৰ কথা কিয় ভাবিবা?

এন্তিগনি ঃ মৃতকৰ বিষয়ে তেনেকৈ ক'ব নাপায়।

ইজমেনি ঃ তাৰ আত্মাটো যদি অনাই-বনাই ঘূৰি ফুৰে তাত আমাৰ ভাবিবলগীয়া কিটো আছে? কৰিব নোৱাৰা কাম এটা কৰিবলৈ নাযাবা। তুমি বিশ্বক অৱজ্ঞা কৰিব খোজা, কিন্তু পাহৰি নাযাবা তুমি এজনী ছোৱালীহে মাথোন! আজি নিশাটো ঘৰতে থাকিবা। কামটো কৰিবলৈ চেষ্টা নকৰিবা। এইটো ক্ৰেয়নৰ কাম। আমাৰ নহয়।

এন্তিগনি ঃ তোমাৰ পলম হৈ গ'ল ইজমেনি। তুমি আজি পুৱা যেতিয়া মোক লগ পাইছিলা তেতিয়া মই পলিনিচিচক কবৰ দি উভতিছোঁ।

[ এন্তিগনি সোমাই যায়। ইজমেনিয়েও এন্তিগনিৰ পাছে পাছে দৌৰি যায়। মঞ্চ উজ্জ্বল পোহৰৰ পৰিবৰ্তে নীলা পোহৰ পৰে। লাহে লাহে পোহৰ আকৌ উজ্জ্বল হয় সময় পাৰ হৈ যোৱাৰ সংকেত দিবলৈ। খটখটিৰ ওপৰত ক্ৰেয়ন থিয় হয়। এটা ' া তলেদি সোমাই আহিল। ক্ৰেয়নক দেখি সামৰিক নিয়মত চেলাম দিয়ে—তাৰ মুখত ভয়ৰ ভাব। ]

ক্ৰেয়ন ঃ কোন তই? শটো পহৰা দি থকা চন্তৰীৰ এজন নহয় নে?

চন্তৰী ঃ জোনাচ। দ্বিতীয় বেটেলিয়নৰ সৈনিক।

ক্ৰেয়ন : ইয়াত কি কৰিছহি?

চন্তৰী : (ভয়তে) ঘটনাটো ঘটাৰ লগে লগেই আমি ক'লোঁ আনে জনাৰ আগতে সম্ৰাটক ক'বগে লাগিব। এজন মানুহ অহাটো যুগুত হ'ব ভাবি আটায়ে মোক পঠালে। আমি তিনিওজনে শটো পহৰা দি আছিলোঁ, বাকী দুজন থাকি গ'ল, বাছনিত মোৰ নাম উঠিল সেয়েহে—

ক্ৰেয়ন : শটোৰ কি হৈছে?

চন্তৰী : সম্ৰাট, মই চাকৰি কৰা আজি সোতৰ বছৰ হ'লহি। যুঁজত দুবাৰ জখম হৈছোঁ, বঁটাও পাইছোঁ দুবাৰ। কামত কেতিয়াও গাফিলতি কৰা নাই. আনক সুধি চাব পাৰে। কিবা এটা কাম ওলালেই সকলোৰে কয়, জোনাচক দিয়া সি খৰচি মাৰি কৰিব। হুকুম পালেই আৰু কথা নাই, পালন কৰিমেই।

ক্ৰেয়ুন : বেলবেলনি বন্ধ কৰ। কিবা অঘটন ঘটিছে যদি তিনিওৰে মূৰ ভাঙিম মই।

চন্তৰী : নিশা তেতিয়া দুই বাজিছে। চৌদিশ কুঁৱলীয়ে ছাতি ধৰিছে, তথাপি আমি শটোৰ ফালে চাই আছোঁ। চকু বিষাইছে, ডিঙি টন্‌টনাইছে তথাপি চকু আনফালে ঘূৰোৱা নাই। সেইফালেই চাই আছোঁ। মিছলীয়াইহে ক'ব আমাৰ টোপনি আহিছিল বুলি। অৱশ্যে বৰ জাৰ পৰিছিল।

ক্ৰেয়ন : আহ! আকৌ—

চন্তৰী : হয় সম্ৰাট, আমি চাই আছোঁ, চাই আছোঁ শটোৰপৰা দহ বাৰ হাতমান আঁতৰত থিয় হৈ চাই আছোঁ ; (চিএৰি) তাৰ পাছত সম্ৰাট মোৰে চকুত প্ৰথমতে পৰিল আত্ৰাহি হৈ চিএৰ মাৰি দিলোঁ।

ক্ৰেয়ন : কিয়? কি হৈছিল?

চন্তৰী : সেই মৰাশটোক। কোনোবা তাঁলে আহি শটোক কবৰ দিলে সম্ৰাট, বিশেষ একো নাই, কৰিবই বা কেনেকৈ আমি তিনিও নাছোঁনে? অলপ ধূলি-মাটি লৈ কামটো কৰিলে। মাথোঁ শিয়াল-শগুণৰপৰা ৰক্ষা পৰিব সিমানেই।

[ কবৰ দিয়া বুলি শুনিয়েই ক্ৰেয়ন ওপৰৰপৰা নামি আহিছিল। এতিয়া ক্ৰেয়নৰ খঙাল ৰূপ দেখি চন্তৰীৰ চুৰ্তি হেৰোৱাৰ উপক্ৰম হ'ল। ]

ক্ৰেয়ন : [ উগ্ৰমূৰ্তি ধৰি ] মই কাকো সুদাই নেৰোঁ—তই ঠিক জাননে কুকুৰ-শিয়ালে এই কাম কৰা নাই?

চন্তৰী : আমিও প্ৰথমতে তাকে ভাবিছিলোঁ। কিন্তু মাটিৰে শটো ধৰ্মীয়

পদ্ধতিৰে ঢাকি দিছে। যি এই কাম কৰিছে সি ৰীতি-নিয়মবোৰ ভালদৰে জানে সম্রাট।

ক্রেয়ন : কাৰ এনে সাহ, কোনে এই কাম কৰিব পাৰে? কিবা চিন-চাব এৰি থৈ গৈছেনে?

চন্তৰী : নাই সম্রাট। কাৰোবাৰ খোজৰ শব্দ শুনা যেন পাইছিলোঁ অৱশ্যে, আমি তৎক্ষণাৎ বিচাৰ-খোচাৰ লগাইছিলোঁ, আমাৰ কৰপোৰেল-গৰাকীয়ে এখন সৰু কোদাল পালে। নিচেই সৰু ল'ৰা-ছোৱালীয়ে লৈ ওমলা কোদাল। সেইখনো পুৰণি, মামৰে ধৰা। দেখি ভাবিছোঁ কোনোবা ফুকলীয়া ল'ৰাৰ কাম।

ক্রেয়ন : [ নিজকে নিজে ] ফুকলীয়া ল'ৰা! [ দৃষ্টি দূৰত নিবদ্ধ ] মই বিদ্রোহ কঠোৰভাৱে দমন কৰিছোঁ। কিন্তু সাপৰ দৰে ই পুনৰ মূৰ দাঙিবলৈ প্রয়াস কৰিছে। মোৰ আদেশত পলিনিচিচৰ বন্ধুবোৰ থীবছৰপৰা বিতাৰিত হৈছে। নগৰত সোমাবপৰা নাই। জনতাৰ নেতা আৰু পূজাৰীবোৰে অশান্তি সৃষ্টি কৰিবলৈ ছেগ চাই আছে। হুঃ ফুকলীয়া ল'ৰা! মই অনুমান কৰিব পাৰিছোঁ কেনে ধৰণৰ ফুকলীয়া ল'ৰা এইটো। হাতত ওমলা কোদাল লৈ নিশাৰ এন্ধাৰত শটোৰ ওচৰ পাইছিল। দেখিছোঁ এটা নিচেই ফুকলীয়া সৰল শিশুৰ মনটোকো সিহঁতে হীন কামত লগাইছে। হুঃ এটা ফুকলীয়া ল'ৰাই বাধা দিব খোজা চন্তৰীৰ মুখলৈ ঘৃণাৰে থুৱাব, এটা ফুকলীয়া ল'ৰাক সিহঁতে এৰি দিছে মোৰ হাতৰ মুঠিত গুৰি হৈ যাবলৈ। [ চন্তৰীক ] চন্তৰীবোৰৰ মাজৰে কোনোবাই তাক সহায় কৰিছে। মিছা নামাতিবি ক কোনে এই কাম কৰিছে?

চন্তৰী : তাত আমি তিনিজনহে আছিলোঁ, তাৰে মই আহিছোঁ সম্রাটক বতৰাটো দিবলৈ।

ক্রেয়ন : বেছ, শুন তহঁতে আগৰদৰেই পহৰা দি থাকিবি। তহঁতৰ 'বদলি' আহিলে সিহঁতক বেৰেকলৈ ওভতাই পঠাবি। তহঁতে শটোৰ ওপৰৰ মাটিখিনি আঁতৰাই দিবি। অপৰাধীক তহঁতে গ্রেপ্তাৰ কৰি আনিবি। মুখেৰে এটা টু শব্দ নকৰিবি। কাকো এই কথা নকবি। তহঁতক কর্তব্যৰ গাফিলতি কৰাৰ বাবে শাস্তি দিম। কিন্তু শটোক কবৰ দিয়া কথাটো যদি থীবছৰ মানুহে জানিব পাৰে তেতিয়া তহঁতক গুলীয়াই হত্যা কৰা হ'ব।

চন্তৰী : সম্রাট, আমি কাকো কোৱা নাই। শপত খাই কৈছোঁ কাকো কোৱা নাই। মই আপোনাৰ ওচৰলৈ খবৰ আহিছোঁ, বাকী দুটা তাতে ৰ'ল, সিহঁতে যদি বদলি দিবলৈ অহা চন্তৰীকেইটাক কৈ দিয়ে মই নিৰুপায়

সম্ৰাট। মোক ৰক্ষা কৰক প্ৰভু। মোৰ ঘৰত এহাল ল'ৰা-ছোৱালী আছে সম্ৰাট। মই নাথাকিলে সিহঁতৰ বিলৈৰ অন্ত নহ'ব সম্ৰাট। মইতো আপোনাৰ সমুখত থিয় হৈয়ে আছোঁ, দেখিছেই। আন কোনোবাই যদি কৈ দিয়ে মোক দোষৰ ভাগি নকৰিব সম্ৰাট! সম্ৰাট!!

ক্ৰেয়ন ঃ তুৰন্তে ইয়াৰপৰা ওলাই যা। কথাটো ৰটনা নহ'লে তোক গুলীয়াই হত্যা কৰা নহয় যা!

[ চন্তৰীয়ে চেলাম দি খৰকৈ ওলাই যায়। ক্ৰেয়ন খটখটিৰ ওপৰলৈ উঠি যায়। পুনৰ নামি আহে— ] হুঃ ফুকলীয়া ল'ৰা। [ ক্ৰেয়ন খটখটিৰ ওপৰলৈ উঠি ভিতৰলৈ সোমাই যায়। কোৰাছ তলেদি ওলাই আহে। ]

কোৰাছ ঃ স্প্ৰিঙত পূৰা চাবি দি টনটনীয়া কৰা হ'ল। এতিয়া লাহে লাহে ঢিলা হ'ব। ট্ৰেজেডিৰ এইটোৱেই সুবিধা। সাধাৰণ সৰু ঘটনা এটাই কাহিনীৰ মোৰ ঘূৰাই দিয়ে, বাকীখিনি নিজে নিজে হৈ থাকিব। মৃত্যু, ৰাজদ্ৰোহ আৰু শোকৰ বান উঠিব ; ধুমুহা আহিব, চকুলো ওলাব, নিস্তব্ধতা বিৰাজ কৰিব। ট্ৰেজেডি নিকা, ই প্ৰশান্ত, ই বিজুতি বিহীন। মেলোড্ৰামাৰ সৈতে ইয়াৰ কোনো সম্পৰ্ক নাই। ইয়াত নাই খল প্ৰতিনায়কৰ ঠাই, ঠাই নাই নিগ্ৰহিতা কুঁৱৰীৰ। কোনো প্ৰতিশোধ পৰায়ণ ব্যক্তিৰ, হঠাৎ সত্য উদ্‌ঘাটনৰ, শেষ মুহূৰ্তত অনুশোচনাৰ। মেলোড্ৰামাত মৃত্যু সঁচাকৈয়ে ভয়াবহ কাৰণ এনে মৃত্যু অৱশ্যম্ভাৱী নহয়। ট্ৰেজেডিৰ কোনো কথাই সন্দেহৰ উদ্ৰেক নকৰে। সকলোৰে ভাগ্য পূৰ্বে নিৰ্ণীত থাকে। সেয়ে সৃষ্টি কৰে শান্ত পৰিৱেশ। চৰিত্ৰবোৰৰ মাজত যেন থাকে সহৃদয়তা। নিহতজনৰ দৰে হত্যাকাৰীৰ অন্তৰখনো যেন সৰল। আচল কথা হ'ল কোনে কিদৰে নিজৰ চৰিত্ৰ অভিনয় কৰে সেইটোহে। সকলোবোৰ যেন এটা গৰালত সোমাই পৰিছে। মুক্তিৰ আশা নাই। মেলোড্ৰামাত চৰিত্ৰবোৰে মুক্তিৰ বাবে চেষ্টা কৰে, অভিযোগ কৰে, বিদ্ৰোহ কৰে কিন্তু ট্ৰেজেডিত এইবোৰৰ ঠাই নাই। চৰিত্ৰবোৰে ভাগ্যৰ বিৰুদ্ধে বিদ্ৰোহ নকৰে, সকলো নিকাৰ নীৰৱে সহ্য কৰে। যন্ত্ৰণাত টেঁটুফালি চিঞৰিব কিন্তু অভিযোগ নকৰে। এয়ে ট্ৰেজেডিৰ মাহাত্ম্য। ইয়েই ট্ৰেজেডিক গৰিমা মণ্ডিত কৰিছে। [ আঁতৰত চন্তৰীবোৰৰ চিঞৰ-বাখৰ শুনা যায়। কোৰাছে সেইফালে চায় আৰু মাত সলাই কয়—] নাটক আকৌ আৰম্ভ হ'ল। এন্তিগনি ধৰা পৰিল। এই প্ৰথমবাৰৰ বাবে আত্মস্থ হ'বলৈ তাই সুযোগ পাইছে।

[ কোৰাছ ওলাই যায়। চন্তৰী দুটাই এন্তিগনিক বান্ধি লৈ আনে।

এন্তিগনিয়ে চন্তৰীয়ে ধৰি থকা হাতখন মোকলাবলৈ চেষ্টা কৰে। ]

১ম চন্তৰী ঃ টনা আঁজোৰাখন নকৰিবা। সম্রাট আহি পাবৰ হৈছে। তেওঁকেই সকলো কথা ক'বা। আমি মাথোঁ হুকুমবহে দাস। কাৰো কথা শুনি থাকিবৰ সময় আমাৰ নাই।

এন্তিগনি ঃ উহ্ মই দুখ পাইছোঁ। লেতেৰা হাতেৰে মোক ধৰি নাথাকিবা।

১ম চন্তৰী ঃ তেনেকৈ ভেকাহি মাৰি কথা নক'বাচোন।

এন্তিগনি ঃ মইতো পলাই নাযাওঁ। মোৰ পিতা আছিল ৰজা ইডিপাচ, মই এন্তিগনি।

১ম চন্তৰী ঃ বাঃ কথা শুনা, ৰজা ইডিপাচৰ ছোৱালী নে কোন?
[ চন্তৰী দুটাই হাঁহে ]

এন্তিগনি ঃ মোক মাৰি পেলালেও বেয়া নাপাওঁ, কিন্তু তোমালোকে মোক নুচুঁবা।

১ম চন্তৰী ঃ লেতেৰা হাত হয়নে?

২য় চন্তৰী ঃ ইমান ভয় যদি তেন্তে সেই ধূলি-মাকতিবোৰত হাত দিছিলা কেনেকৈ? নিজৰ হাত দুখনলৈ এবাৰ চোৱাচোন?
[ এন্তিগনিয়ে বান্ধি থোৱা হাত দুখনলৈ চায়। সেই অৱস্থাতো তাইৰ মুখত হাঁহি বিৰিঙে। ]

১ম চন্তৰী ঃ তোমাৰ কোদালখন চাগে হেৰুৱালা।

২য় চন্তৰী ঃ সেয়ে নখেৰে মাটি খান্দিবলগীয়া হৈছিল। ছোৱালীজনীৰ আচৰিত সাহ বোপাই!

২য় চন্তৰী ঃ কি অঘাইত ছোৱালী অ' এইজনী?

১ম চন্তৰী ঃ আমি হ'লে সম্রাটৰপৰা ভাল বঁটা পাম দেই।

২য় চন্তৰী ঃ বঁটা পালে ভোজৰ দিহা কৰিম।

১ম চন্তৰী ঃ বজাৰৰ সিফালে সেই বুঢ়ীৰ হোটেলতে ভাল হ'ব।

২য় চন্তৰী ঃ বেছ ডাঙৰকৈ পাতিম।

১ম চন্তৰী ঃ আমাৰ ঘৈণীহঁতক আনিলে কেনে হ'ব ; এইবাৰ ভালকৈ ফুৰ্তিকে কৰা যাওক।

২য় চন্তৰী ঃ সঁচাকৈয়ে বঁটা পামনে বাৰু?

১ম চন্তৰী ঃ মোৰ মনে কৈছে এইক ধৰি আমি এটা বৰ ডাঙৰ কাম কৰি পেলাইছোঁ দেই।

২য় চন্তৰী ঃ বঁটা হিচাপে প্ৰত্যেকেই যদি এমাহৰ দৰমহাৰ সমান ধন পাওঁ তেন্তে এটা ডাঙৰ হোটেলতে মদে-ভাতে খাম।

১ম চন্তৰী ঃ পাগল হৈছ নেকি। ডাঙৰ হোটেলত মদ খাওঁতেই সকলোখিনি খৰচ হ'ব, যিহে দাম

২য় চন্তৰী : এমাহৰ দৰমাহা বঁটা হিচাপে পালে চাৰিওফালে ৰৌজাল-বৌজাল হৈ পৰিব। বেটেলিয়েনৰ আন মানুহবোৰেও হেঁচা মাৰি ধৰিবহি।

২য় চন্তৰী : হয়তো! বেৰেকৰ পাছফালেই কিবা এটা যোগাৰ কৰিব পৰা যাব! তেতিয়া ঘৈণীহঁত আৰু ল'ৰা-ছোৱালীবোৰেও ভাল পাব।

এন্তিগনি : মোক অলপ বহিবলৈ দিবানে?

[ চন্তৰীয়ে এন্তিগনিক চকীখনৰ ওচৰলৈ নিয়ে। খটখটিৰ ওপৰত ক্ৰেয়নক দেখা যায়। ক্ৰেয়নক দেখি— ]

১ম চন্তৰী : "এটেনশ্বন"। [ দুয়ো সামৰিক কায়দাত চেলাম দিয়ে। ক্ৰেয়নে এন্তিগনিক দেখা পায়। ]

ক্ৰেয়ন : এন্তিগনি! [ ১ম চন্তৰীক ] **বান্ধোন খুলি দে। এইবোৰ কি কথা এন্তিগনি?**

[ ক্ৰেয়ন নামি আহে। ১ম চন্তৰীয়ে হাতৰ বান্ধোন খুলি দিয়ে। এন্তিগনিয়ে হাত মোহাৰে। ]

১ম চন্তৰী : এইবাৰ ধৰা পেলালোঁ সম্ৰাট।

ক্ৰেয়ন : শটো কোনে পহৰা দিছে?

২য় চন্তৰী : বদলি আহিছে সম্ৰাট।

ক্ৰেয়ন : কিন্তু মই কৈছিলোঁ, সিহঁত বেৰেকলৈ উভতি যাব। [ এন্তিগনি চকীত বহে। ] মই তহঁতক এই কথা কাকো নক'বলৈ কৈছিলোঁ নে নাই?

১ম চন্তৰী : কাকো একো কোৱা নাই। আপুনি হুকুম দিয়া মতেই এইক বন্দী কৰি আনিছোঁ।

ক্ৰেয়ন : নিধকবোৰ! [ এন্তিগনিক ] তোমাক ইহঁতে ক'ত পাইছিল?

২য় চন্তৰী : সম্ৰাট মৰা শটোৰ ওচৰত।

ক্ৰেয়ন : মৰাশৰ ওচৰতে কি কৰিছিলা? মোৰ আদেশৰ কথা তুমিতো জানা।

২য় চন্তৰী : তাই নখেৰে মাটি খান্দি শটো আকৌ ঢাকিবলৈ চেষ্টা কৰিছিল।

ক্ৰেয়ন : তই কি কৈছ বুজি পাইছ নে নাই?

১ম চন্তৰী : সম্ৰাট, মই ইয়াৰ পৰা গৈয়ে আপুনি কোৱা সকলোখিনি কথা মোৰ লগৰীয়াবোৰক কৈছিলোঁ। আপুনি আদেশ দিয়া মতেই শটোৰ ওপৰৰপৰা মাটিবোৰ গুচালোঁ।

ক্ৰেয়ন : [ এন্তিগনিক ] তুমিয়েই প্ৰথমবাৰো শটো ঢাকিছিলানে?

এন্তিগনি : হয় ময়েই ঢাকিছিলোঁ। আমি সৰুতে ওমলা সৰু কোদাল এখনেৰে কামটো কৰিছিলোঁ। কোদালখনত পলিনিচিচৰ নাম লিখা আছিল। সেয়ে তাতে এৰি থৈ আহিছিলোঁ। এইবাৰ গৈ কোদালখন নাপালোঁ।

ক্ৰেয়ন : তহঁত কাষৰ কোঠালিলৈ যা। তাত বৈ থাকিবি! পাছত তহঁতৰপৰা এটা ৰিপোৰ্টৰ প্ৰয়োজন হ'ব পাৰে।

১ম চন্তৰী : হাত দুখন পুনৰ বান্ধি দিম নে সম্রাট।
ক্রেয়ন : নালাগে।
[ চন্তৰীকেইজন চেলাম দি ওলাই গ'ল। ]
ক্রেয়ন : এন্তিগনি, কাৰোবাক এইটো কথাৰ বিষয়ে কৈছা নেকি?
এন্তিগনি : নাই কোৱা।
ক্রেয়ন : যাবৰ বা আহিবৰ সময়ত কাৰোবাৰ লগ পাইছিলা নেকি?
এন্তিগনি : নাই পোৱা।
ক্রেয়ন : বেছ, তেনেহ'লে, মোৰ কথা শুনা। তুমি এতিয়া পোনে পোনে নিজৰ কোঠালৈ গৈ শুই থাকিবা। কোনোবাই সুধিলে ক'বা তোমাৰ গা ভাল নহয় আৰু কালিৰেপৰা ওলোৱাই নাই। তোমাৰ নাৰ্হেও একে কথাকে ক'ব। [ চন্তৰীবোৰ যোৱাৰ ফালে চাই ] আৰু মই চন্তৰী-কেইটাক মৃত্যুদণ্ড দিম।
এন্তিগনি : মোমাইদেউ, তুমি মিছাকৈয়ে ইমান কষ্ট কৰিব খুজিছা। তুমি জনা উচিত যে আজি নিশাও মই সেই একেটা কামকে কৰিম।
ক্রেয়ন : পলিনিচিচক কিয় কবৰ দিব খুজিছিলা?
এন্তিগনি : সেয়া ককাইদেউৰ প্ৰতি মোৰ কৰ্তব্য।
ক্রেয়ন : তেনে কৰিবলৈ মই মানা কৰিছিলোঁ।
এন্তিগনি : কিন্তু তেওঁৰ কাৰণে যে মই এইফেৰা কাম কৰিবই লাগিব। যিসকলক কবৰ দিয়া নহয় তেওঁলোকৰ আত্মাই অনাই-বনাই ঘূৰি ফুৰে, শান্তি নাপায়। জীয়াই থকা কালত মোৰ ককাইদেউ ক'ৰবাৰপৰা ভাগৰে-জিগৰে ঘূৰি আহিলে মই আঁঠুকাঢ়ি জোতাৰ ফিতা খুলি দিছিলোঁ। খোৱা আনি দিছিলোঁ। এতিয়া পলিনিচচ চিকাৰৰপৰা উভতি আহিছে। মোৰ পিতা আৰু মাই মৃতকসকলৰ ঘৰত তেওঁক স্বাগতম জনাবলৈ ৰৈ আছে ; সেই ঘৰৰ দুৱাৰ মেলি দিয়া মোৰ পৱিত্ৰ কৰ্তব্য। সেই শান্তি পলিনিচিচৰ প্ৰাপ্য।
ক্রেয়ন : পলিনিচিচ অকল বিদ্ৰোহীয়েই নহয়। বিশ্বাসঘাতকো আছিল। এই কথা তুমি জানা?
এন্তিগনি : তেওঁ মোৰ ককাইদেউ আছিল।
ক্রেয়ন : তুমি মোৰ আদেশ শুনিছিলা? সেই আদেশ লিপিবদ্ধ কৰি থীবছ নগৰৰ দেৱালে দেৱালে আঁৰি দিয়া হৈছিল। তুমি সেই আদেশ পঢ়ি চাইছিলা নে নাই?
এন্তিগনি : চাইছিলোঁ।
ক্রেয়ন : ৰাজাদেশ অমান্য কৰি পলিনিচিচক কবৰ দিবলৈ চেষ্টা কৰিলে কি শাস্তি বিহা হ'ব তাকো তুমি জানিছিলা?

এন্তিগনি : হয়, মই শাস্তিৰ কথাও জানিছিলোঁ।

ক্ৰেয়ন তুমি ভাবিছিলা নেকি মদগৰ্বী ইডিপাচৰ কন্যা এই আইনৰ ওপৰত?

এন্তিগনি : নাই ভবা।

ক্ৰেয়ন : আইন যি প্ৰস্তুত কৰে তেওঁৰ পক্ষে আইন মনাটো অপৰিহাৰ্য। তুমি আইন প্ৰণয়নকাৰী ৰজাৰ জীয়ৰী এন্তিগনি। তুমি আইন মানি চলিবই লাগিব।

এন্তিগনি : মই যদি ৰান্ধনি ঘৰৰ কাঁহী-বাটি মজা চাকৰণী হ'লোঁহেঁতেন আৰু বাচন মাজি থাকোঁতেই যদি এই আদেশ মোক পঢ়ি শুনোৱা হ'লহেঁতেন মই তৎক্ষণাৎ হাত ধুই এপ্ৰন পিন্ধিয়েই পলিনিচিচক কবৰ দিবলৈ গ'লোঁহেঁতেন।

ক্ৰেয়ন : তেতিয়া হ'লেতো আদেশৰ গুৰুত্ব উপলব্ধি কৰিবই পাৰিলা হয়। শাস্তি যে মৃত্যু তাকো বুজিলা হয়। ৰান্ধনি ঘৰতে বহি ককায়েৰাৰ কাৰণে চকু পানী টুকিলা হয়। কিন্তু তুমি ৰাজপৰিয়ালৰে এজন, মোৰ ভাগিনী ছোৱালী আৰু মোৰ ল'ৰাই তোমাক বিয়া কৰাব। সেই কাৰণে ভাবিলা যে মই তোমাক হত্যা কৰিবলৈ সাহ নকৰিম।

এন্তিগনি : তুমি ভুল কৰিছা মোমাইদেউ। মই এক মুহূৰ্তৰ কাৰণেও ভবা নাই যে তুমি মোক মৃত্যুদণ্ড নিদিবা।

[ ক্ৰেয়নে এন্তিগনিৰ ফালে ৰ লাগি চাই থাকে। ]

ক্ৰেয়ন : ইডিপাচৰ অহংকাৰে তোমাক পাইছে। তোমাৰ মাজত তোমাৰ দেউতাৰাক যেন পুনৰ দেখা পাইছোঁ। পিতাৰাৰ দৰে তোমাৰ কাৰণেও মানৱীয় সুখ অৰ্থহীন। মানৱীয় সত্তা তোমালোকৰ বাবে এটা সাজ, যিটো পিন্ধি তোমালোকে অস্বস্তি অনুভৱ কৰা। ফালি পেলালেহে সকাহ পোৱা।

এন্তিগনি : উদ্দেশ্য বিহীন জীৱন মোৰ বাবে অৰ্থহীন।

ক্ৰেয়ন : মৃত্যুৰ সৈতে মুখামুখি হ'লেহে তোমালোকৰ তৃষ্ণা দূৰ হয়।

এন্তিগনি : মৃত্যুক মই ভয় নকৰোঁ।

ক্ৰেয়ন : অচিনাকি দেউতাকক হত্যা কৰি অচিনাকি মাতৃক বিয়া কৰোৱা কাহিনীটো শুনাৰ মুহূৰ্তটোৰেই যেন তোমাৰ পিতাৰ জীৱনত আটাইতকৈ সুখৰ মুহূৰ্ত। সেই বীভৎস, কাহিনীৰ প্ৰতিটো শব্দ তেওঁ মন দি শুনিছিল আৰু ভাবি তৃপ্তি পাইছিল। কেনেকৈ দেৱতাসকলে এই কাহিনী শুনিবলৈ তেওঁক জীয়াই ৰাখিছে। ইডিপাচৰ দৰেই এন্তিগনি তুমিও ভাগ্য বিপৰ্যয়ত সাঁতুৰি-নাদুৰি ভালপোৱা নিজকে কষ্ট দিবলৈ যেনেকৈ ইডিপাচে নিজকে অন্ধ কৰিছিল। কিন্তু এন্তিগনি থীবছত আজি আৰু সেইদিন নাই। থীবছে আজি বীভৎস অতীত

নথকা এজন ৰজা লাভ কৰিছে তেওঁৰ নাম, মাত্ৰ ক্ৰেয়ন। আৰু তাৰ বাবে ক্ৰেয়ন দেৱতাসকলৰ ওচৰত কৃতজ্ঞ!

এন্তিগনি ঃ কিন্তু প্ৰত্যেক মানুহৰে জীৱনত এটা আদৰ্শ থকা উচিত।

ক্ৰেয়ন ঃ তোমাৰ পিতাৰাৰ দৰে উচ্চাকাংক্ষা মোৰ নাই। ৰজা হিচাপে মই মাথোঁ বিচাৰোঁ এই উদ্ভট ৰাজ্যখনত শৃংখলা প্ৰতিষ্ঠা কৰিবলৈ।

এন্তিগনি ঃ দেখিছোঁ তোমাৰো এটা উদ্দেশ্য নথকা নহয়।

ক্ৰেয়ন ঃ নাভাবিবা, ৰজা হৈ মই অদ্ভুতভাৱে অভিভূত হৈছোঁ। ৰাজ্য শাসন মই লৈছোঁ ব্যৱসায় ৰূপে। আৰু এই ব্যৱসায়ৰ বাবে মই নিতৌ কাম কৰিব লাগে। মই জানো ইয়াত সংকট জঞ্জাল বহুতো, জানো মোৰ জীৱনটো সদায় সুখ আৰু শান্তিৰ হ'ব নোৱাৰে। ব্যৱসায় ৰূপে লৈছোঁ কাৰণেই ৰাজ্য শাসন কৰাটোক মই ল'ৰা-ধেমালি বুলি নাভাবোঁ। মই ধীৰতা আৰু ধৈৰ্যৰে সকলো কাম কৰি যাব লাগিব।

এন্তিগনি ঃ হুঃ ধীৰতা আৰু ধৈৰ্য্য!

ক্ৰেয়ন ঃ কোনোবা অচিন দেশৰপৰা এজন দড়ীয়া বলীয়া বুঢ়াই আহি যদি কয় মোৰ জন্ম ৰহস্যেৰে ভৰা আৰু মোৰ পত্নী ইউৰিডাইচ্ দৰাচলতে মোৰ মাতৃহে, মই টপৰাই তেওঁক অনুৰোধ কৰিম য'ৰপৰা আহিছে তালৈ উভতি যাবলৈ। এনে অদ্ভুত বৃত্তান্ত শুনি মোৰ পত্নীৰ তেজ পৰীক্ষা কৰিবলৈ মই ডাক্তৰৰ পৰামৰ্শ নলওঁ মোৰ জন্মৰ প্ৰমাণ পত্ৰখন জাল আছিল নেকি তাকো চাবলৈ পুলিচৰ ওচৰত গোচৰ নতৰোঁ। নিজৰ অনুভূতিক প্ৰশ্ৰয় দিয়াৰ বাহিৰে ৰজাসকলৰ কৰিবলগীয়া আন বহুতো কাম আছে এন্তিগনি।

[ এন্তিগনিলৈ চাই হাঁহে ]

এন্তিগনি ঃ বুৰঞ্জী উদ্‌ঘাটনৰ আৱশ্যক নাই। মোক ঘাতকৰ হাতত এৰি দিয়া।

ক্ৰেয়ন ঃ ওহোঁ। মই তেনে কাম নকৰোঁ। তুমি হেইমনক বিয়া কৰাবা। সেয়ে মই ভাবোঁ খাই-বৈ তুমি আৰু অলপ শকত হোৱা উচিত যাতে এটা সুস্থ সবল ল'ৰা জন্ম দিব পাৰা। তোমাৰ মৃত্যুতকৈ থীবছৰ আজি এনে এটা পুত্ৰ সন্তানৰ প্ৰয়োজন বেছি।

এন্তিগনি ঃ এইবোৰ কথা এতিয়া মোক কোৱাৰপৰা একো লাভ নহ'ব।

ক্ৰেয়ন ঃ অবুজ নহ'বা। তুমি এতিয়া নিজৰ কোঠালৈ গৈ মই কোৱাৰ দৰে কৰিবা আৰু এই বিষয়ে কাকো একোকে নক'বা। চন্তৰীবোৰৰ কথা নাভাবিবা। মই সিহঁতৰ মুখ বন্ধ কৰিম। আৰু তোমাৰ সেই চকুবুৰিৰে তেনেকৈ মোলৈ চাই মোৰ অস্তিত্ব অস্বীকাৰ কৰিবলৈ চেষ্টা নকৰিবা। মই ভাবোঁ মোক এটা নীৰস পশু বুলি তুমি ভাবিছা। কিন্তু জেদী

হ'লেও আচলতে তোমাক মই মৰম কৰোঁ। নাপাহৰিবা সৰুতে উমলিবলৈ প্ৰথম পুতলাটো ময়ে তোমাক দিছিলোঁ।

[ এনিন্তিগনিয়ে একো নকৈ যাবলৈ আগবাঢ়ে ]

ক্ৰেয়ন : ক'লৈ যোৱা?

এন্তিগনি : [ শান্তভাৱে ] মই ক'লৈ যাম তুমি দেখোন জানাই।

ক্ৰেয়ন : কিনো ধেমালি কৰিছা?

এন্তিগনি : মই ধেমালি কৰা নাই।

ক্ৰেয়ন : ভাবি চোৱা এন্তিগনি সেই চন্তৰীকেইটাৰ বাহিৰে আন কোনোবাই যদি জানিব পাৰে তুমি কি কৰিব খুজিছা—তেন্তে তোমাক বচোৱাটো মোৰ পক্ষে অসম্ভৱ হ'ব। আমাৰ হাতত সময় নিচেই তাকৰ। পলম হ'লে কথা বিষম হ'ব।

এন্তিগনি : সেই মানুহবোৰে মাটিবোৰ আঁতৰাইছে। মই পুনৰ গৈ ককাইদেউক কবৰ দিব লাগিব।

ক্ৰেয়ন : কিটোনো লাভ হ'ব। তাত থকা চন্তৰীবোৰে আকৌ মাটিবোৰ গুচাই দিব।

এন্তিগনি : তথাপি মই যিখিনি কৰিব পাৰোঁ তাকে কৰিম।

ক্ৰেয়ন : কোৱাচোন এন্তিগনি—ধৰ্মীয় সমাধি ৰচনাৰ মৌখিক প্ৰশস্তিবোৰক তুমি বিশ্বাস কৰানে? কেতিয়াবা লক্ষ্য কৰিছানে যে দুপৰীয়াৰ সাজ খোৱাত পলম হ'ব বুলি যাজকে খৰ-ধৰকৈ বেছিৰ ভাগ বাদ দি আধা ফুটাকৈ মন্ত্ৰবোৰ মাতি শটো কবৰৰ গাতত পেলাই দি কোনো মতে পাল মাৰি কামফেৰা কৰি থয়।

এন্তিগনি : লক্ষ্য কৰিছোঁ।

ক্ৰেয়ন : অথচ তোমাৰ ককায়েৰাক সেই অদ্ভুত পাৰপত্ৰ নিদিয়াৰ বাবে তুমি মৰিবলৈ ওলাইছা। আচৰিত!

এন্তিগনি : এৰা আচৰিত কথা।

ক্ৰেয়ন : তেন্তে কিয়—কাৰ বাবে তুমি এনে কাম কৰিবলৈ ওলাইছা? যিবোৰে এই ফাং-ফুংবোৰত বিশ্বাস কৰে তেওঁলোকৰ বাবেইনে? তেওঁলোকক মোৰ বিৰুদ্ধে থিয় কৰাবৰ বাবেইনে?

এন্তিগনি : নহয়।

ক্ৰেয়ন : তেওঁলোকৰ বাবে নাইবা পলিনিচিচৰ বাবে যদি নহয়, তেন্তে কাৰ বাবে?

এন্তিগনি : মোৰ নিজৰ বাবে। আন কাৰো বাবে নহয়।

[ এজনে আনজনৰ ফালে ক্ষন্তেক চাই থাকে ]

ক্ৰেয়ন : মৰিবলৈ দেখিছোঁ তুমি দৃঢ় প্ৰতিজ্ঞ।

এণ্টিগনি : মোৰ কাৰণে দুখ নকৰিবা। তুমি নিজৰ কাম কৰা। যদি তুমি মানুহ হোৱা খন্তেকো পলম নকৰিবা। এয়ে মোৰ অনুৰোধ।

ক্রেয়ন : [ এখোজ আগুৱাই ] মই তোমাক ৰক্ষা কৰিব খোজোঁ এণ্টিগনি।

এণ্টিগনি : তুমি সম্রাট, সৰ্বশক্তিমান। তথাপি মোক ৰক্ষাও কৰিব নোৱাৰা, বাধাও দিব নোৱাৰা।

ক্রেয়ন : মদগৰ্বী এণ্টিগনি, ইডিপাচৰ সৰু সংস্কৰণ।

এণ্টিগনি : মোক হত্যা কৰাৰ বাহিৰে তুমি আন একোকে কৰিব নোৱাৰা।

ক্রেয়ন : অশেষ যাতনা দিব পাৰোঁ নিশ্চয়।

এণ্টিগনি : কিয় দিবা? মই চিঞৰি কন্দা চাবলৈ নে— 'দয়া কৰক' বুলি কোৱা, কাতৰ মিনতি শুনিবলৈ?

ক্রেয়ন : মই গ্রীচৰ অত্যাচাৰী ৰজাবোৰৰ দৰে হোৱা হ'লে তোমাৰ জিভা ছিঙি দেহাটো চিৰাচিৰ কৰি নলাত পেলাই দিয়া হ'ল হয়। কিন্তু মোৰ মুখখনত নিশ্চয় তুমি কিবা লক্ষ্য কৰিছা, যিহে চন্তৰীবোৰক মাতি সিহঁতৰ হাতত তোমাক গতাই দিয়াৰপৰা মোক বিৰত কৰিছে। তাৰ পৰিৱৰ্তে তুমি সুবিধা পাইছা মোৰ লগত তৰ্ক কৰিবলৈ, মোক মস্কৰা কৰিবলৈ, মোক কথাৰে আক্রমণ কৰিবলৈ।

[ খঙতে এণ্টিগনিৰ বাঁও হাতখনত খামুচি ধৰে ]

ক্রেয়ন : কি উদ্দেশ্য তোমাৰ?

এণ্টিগনি : মোক এৰি দিয়া মই দুখ পাইছোঁ।

ক্রেয়ন : [ জোৰেৰে ধৰি ] মই তোমাক এৰি নিদিওঁ

এণ্টিগনি : উহ্।

ক্রেয়ন : মই মূৰ্খৰ দৰে বলকি আছোঁ। মই এনে ব্যৱহাৰ প্ৰথমৰেপৰা কৰিব লাগিছিল। মই তোমাৰ মোমাইদেউ হ'ব পাৰোঁ—কিন্তু আমাৰ পৰিয়ালত এজনৰ প্ৰতি আনজনৰ মৰম নাই। আছে জানো? [ ক্রেয়নে হাতখন পকাই ] আছে জানো? [ হাতখন পকাই দিয়া বাবে এণ্টিগনি মাটিত বহি পৰে ] সৰ্বশক্তিমান সম্রাটৰ মুখত থুৱাই দিব পৰাটো আনন্দজনক কথা বুলি ভাবিছা? যি সম্রাটে তোমাৰ দৰে বহুতো পুতৌ লগা জীৱক হত্যা কৰিছে। যি সম্রাটে তোমাক হত্যাৰপৰা ৰক্ষা কৰিবলৈ এতিয়াও জঞ্জালৰ সম্মুখীন হ'বলৈ প্ৰস্তুত।

এণ্টিগনি : মোৰ হাতখন ইমান জোৰেৰে পকাইছা যে মই এতিয়া আৰু দুখ নোপোৱা হৈছোঁ।

[ ক্রেয়নে হাতখন এৰি দিয়ে ]

ক্রেয়ন : মই এতিয়াও তোমাক ৰক্ষা কৰিম। তোমাৰ দৰে এটা কীটৰ বাবে সময় নষ্ট কৰাতকৈ আন বহুতো কাম মোৰ কৰিবলগীয়া আছে।

বিশেষকৈ বিদ্ৰোহ দমন কৰাৰ পাছত। পলিনিচিচৰ শোকাবহ ছাঁ, তাৰ পচিব ধৰা দেহাৰ কথা সুঁৱৰি আবেগত অভিভূত হৈ চকুলো টোকা মানসিক বিকাৰগ্ৰস্ত বলিয়ালিৰ বাহিৰে আন একো নহয়। এইবোৰক পলিনিচিচৰ বীৰত্ব বুলি ভুল নকৰিবা। এয়া ৰাজনীতি আৰু তেনে ৰাজনীতিক মই প্ৰশ্ৰয় নিদিওঁ। চোৱা, মোৰ অন্তৰ কোমল নহ'ব পাৰে কিন্তু সকলো কাম পৰিপাটিকৈ কৰাটো মই বিচাৰোঁ। পলিনিচিচৰ গাৰ মঙহ সূৰ্য্যৰ উত্তাপত পচিব ধৰা কথাটো তোমাৰ দৰে ময়ো বেয়া পাইছোঁ। সন্ধ্যা সাগৰৰ বতাহত সেই পচা গোন্ধ এই ৰাজপ্ৰাসাদলৈকে বিয়পি পৰিব। তথাপি মই দুৱাৰ-খিৰিকী জপাই নিদিওঁ। মই বিচাৰোঁ থীবছৰ প্ৰজাই সেই পচা গোন্ধ বেছ কিছু সময় সহ্য কৰক। কথাটো অদ্ভুত সন্দেহ নাই, কিন্তু পাতল মগজুৰ নিধক প্ৰজাবোৰে গোটেই ঘটনাটোৰ প্ৰকৃত তাৎপৰ্য্য বুজিবলৈকে এই গোন্ধটো থীবছৰ বতাহত অন্ততঃ এমাহলৈকে থাকিব লাগিব।

এন্তিগনি : তুমি এজন ঘিণ লগা মানুহ।

ক্ৰেয়ন : সেই কথা মানি লৈছোঁ। মোৰ ব্যৱসায়ে মোক তেনে হ'বলৈ বাধ্য কৰিছে। এই ব্যৱসায় মই কৰা উচিত নে অনুচিত সেইটো অৱশ্যে বিতৰ্কৰ বিষয়, কিন্তু ব্যৱসায়টো হাতত লৈছোঁ যেতিয়া তাক নিয়াৰিকৈ চলাবই লাগিব।

এন্তিগনি : এই ব্যৱসায়টোনো কিয় কৰিব লাগে?

ক্ৰেয়ন : এদিনাখন সাৰ পাই দেখিলোঁ মই থীবছৰ ৰজা হৈছোঁ। ভগৱানে জানে জীৱনৰ আন বস্তুক ৰাজশক্তিতকৈ মই বেছি ভাল পাইছিলোঁ।

এন্তিগনি : তেতিয়াহ'লে ৰজা ন'হওঁ বুলি ক'ব লাগিছিল।

ক্ৰেয়ন : তেনে কৰাতো পুৰুষালি নহ'ব বুলি ভাবিলোঁ। ভাল বনুৱাৰ দৰে কাম এটা পাচিলে তাক নিয়াৰিকৈ কৰাটো বাঞ্ছনীয় বুলি ভাবিলোঁ। সেয়ে ৰাজি হৈ গ'লোঁ।

এন্তিগনি : মই কিন্তু নিজৰ যিমানেই ক্ষতি নহওক, বেয়া বুলি ভবা কামটো নকৰোঁ বুলি ক'ব পাৰোঁ। তুমি ক'ব নোৱাৰা কাৰণেই আজি সিংহাসনত বহিলগীয়া হৈছে। ৰাজশক্তিৰ অধিকাৰী, সৈন্য-সামন্তেৰে পৰিবেষ্টিত হৈও মোক হত্যা কৰাৰ বাহিৰে আন একোকে কৰিব নোৱাৰা হৈছা।

ক্ৰেয়ন : মোৰ কথা শুনাচোন—

এন্তিগনি : ইচ্ছা গ'লে শুনিম, নগ'লে নুশুনো। মই যি কৈছোঁ তুমি কাণপাতি শুনিছা আৰু মোক একো ক'বলগীয়া নাই। তুমিনো কিয় চন্তৰীবোৰক মাতি নপঠোৱা? বোধকৰোঁ অন্তিমলৈকে মোৰ কথা শুনিব খোজা।

ক্ৰেয়ন : তোমাৰ কথাবোৰ শুনি বেছ ভাল লাগিছে।

এন্তিগনি ঃ মিছা কথা। শুনি ভয় খাইছা। সেয়ে মোক ৰক্ষা কৰাৰ কথা কৈছা। তুমি হয়তো প্ৰাসাদত শান্তশিষ্ট এন্তিগনি এজনী থকা হ'লে বেছি ভাল পালাহেঁতেন। নিয়াৰিকৈ ৰাজ্য শাসন কৰিব বিচাৰিছা কাৰণেই তুমি আজি মোক হত্যা কৰিব লাগিব। সেয়ে ভয় খাইছা। ভয় খোৱা মানুহতকৈ বেছি কুৎচ মানুহ নাই।

ক্ৰেয়ন ঃ বেছ তুমি যদি কৈ ভাল পোৱা মানি লৈছোঁ মই ভয় খোৱা বুলি। মই ভয় খাইছোঁ কাৰণ তুমি একেটা কথাতে আঁকোৰ-গোঁজ দি লাগি আছা আৰু সেই কাৰণে মোৰ ইচ্ছাৰ বিৰুদ্ধে মই তোমাক হত্যা কৰিব লাগিব।

এন্তিগনি ঃ তাৰমানে মোৰ ককাইদেউৰ শটো কবৰ নিদিয়াকৈ পেলাই থোৱাতো তোমাৰ ইচ্ছা নাছিল।

ক্ৰেয়ন ঃ সেই কথা দেখোন মই কৈছোৱেই।

এন্তিগনি ঃ এতিয়া নিজৰ ইচ্ছাৰ বিৰুদ্ধে মোক হত্যা কৰিব ওলাইছা আৰু ইয়াকে ৰাজ্যশাসন আখ্যা দিছা।

ক্ৰেয়ন ঃ এৰা ৰজাৰ দায়িত্ব পালন।

এন্তিগনি ঃ চোৱা মোৰ নখবোৰ ভাঙিছে। আঙুলিৰপৰা তেজ ওলাইছে। তোমাৰ চন্তৰীৰ হাতৰ মলি মোৰ হাতত লাগিছে ; কিন্তু মই ৰাজকুঁৱৰী—

ক্ৰেয়ন ঃ তেন্তে মোক পুতৌ কৰা আৰু জীয়াই থাকা। থীবছৰ শান্তি আৰু শৃংখলাৰ কাৰণে তোমাৰ ককায়েৰাৰ শটো মোৰ ইচ্ছাৰ বিৰুদ্ধে কবৰ নিদিয়াকৈ পেলাই থ'বলগীয়া হৈছে। এই কথাটোৱে মোক যথেষ্ট দুখ দিছে। মোৰ ল'ৰা হেইমনে তোমাক ভাল পায়। তোমাৰ জীৱনটো দি মোৰ দুখৰ বোজা নবঢ়াবা। মই বহুত সহিছোঁ।

এন্তিগনি ঃ সম্ৰাট হৈছে যেতিয়া সহিবই লাগিব।

ক্ৰেয়ন ঃ মইতো তোমাক বুজিবলৈ চেষ্টা কৰিছোঁ। তুমি কিয় মোক বুজিবলৈ চেষ্টা নকৰা। থীবছৰ ভীষণ বিপৰ্য্যয়ৰ সময়ত কোনোবা এজনেতো ৰাজ্য শাসনৰ ভাৰ ল'বলৈ মান্তি হ'ব লাগিব। চৌদিশে বিপ্লৱ-বিদ্ৰোহ। তেনে এটা দুৰ্যোগৰ সময়ত এটা স্থিৰ সিদ্ধান্তত উপনীত হৈ ৰজা হ'বলৈ মান্তি হোৱাৰ বাহিৰে আন কি উপায় আছিল কোৱা। এন্তিগনি, মোৰ অৱস্থাটো বুজিবলৈ চেষ্টা কৰাচোন।

এন্তিগনি ঃ মই বুজিব নোখোজোঁ। মই তোমাৰ প্ৰস্তাৱত মান্তি নহওঁ বুলি কৈ মৰিব খোজোঁ।

ক্ৰেয়ন ঃ মান্তি নহওঁ বুলি কোৱাটো সহজ।

এন্তিগনি ঃ সদায়ে নহয়।

ক্ৰেয়ন ঃ মান্তি নহৈ মৃত্যু বৰণ কৰাও সহজ। জীয়াই থাকিব লাগে মাথোঁ

মৃত্যুলৈ অপেক্ষা কৰি। সেয়া প্ৰকৃততে কাপুৰুষালি। মান্তি হোৱাটো টান। মান্তি হ'লে জীৱনৰ সমস্যাৱলীৰ সন্মুখীন হ'ব লাগে সাহসেৰে। খাটিব লাগে, কাম কৰিব লাগে, মূৰৰ ঘাম ভৰিত পেলাব লাগে। "মান্তি নহওঁ" শব্দটো মানুহে সজা শব্দ। গছে শিপাৰে সাৰ নলওঁ বুলি কয়নে? জন্তুবোৰে সকলো বাধা নেওচি চিৰাচৰিত প্ৰথা অনুযায়ী জীৱন নিৰ্বাহ নকৰেনে? একে বাটেৰেই গৈ নাথাকেনে?

এন্তিগনি : প্ৰজাবোৰ জন্তু হোৱা হ'লে তোমাৰ কাৰণে ৰাজ্য শাসন কৰা যে কিমান সহজ হ'ল হয়।

ক্ৰেয়ন : তোমাৰ ককায়েৰাক কবৰ দিয়াৰ দৰে এটা অৰ্থহীন বিষয়লৈ ইমান বিতৰ্ক নিষ্প্ৰয়োজন।

এন্তিগনি : হুঃ অৰ্থহীন।

ক্ৰেয়ন : এন্তিগনি তুমি কিয় আৰু কাৰ কাৰণে মৰিবলৈ ওলাইছা জানানে? জানানে কি ঘৃণনীয় কাহিনীৰ তুমি পোষকতা কৰিছা?

এন্তিগনি : কি কাহিনী?

ক্ৰেয়ন : ইটিওক্লিচ আৰু পলিনিচিচৰ কাহিনী। দুজন ভাই-ককাইৰ কাহিনী। মোৰ বাহিৰে থীবছৰ কোনেও সেই কাহিনী নাজানে, তুমিও নাজানা। সৰুতে সিহঁতে তোমাক জোকাইছিল, আমনি কৰিছিল। তোমাৰ বেণীত ধৰি টানিছিল। তোমাৰ পুতলাবোৰ ভাঙি দিছিল।

এন্তিগনি : মই তেওঁলোকতকৈ সৰু আছিলোঁ।

ক্ৰেয়ন : সিহঁতৰ ব্যৱহাৰে তোমাৰ মাৰাক অসুখী কৰিছিল। সিহঁত আছিল উদ্ধত আৰু অবাধ্য। সেয়ে পিতাৰা হৈছিল অতিষ্ঠ।

এন্তিগনি : এদিনাখন পলিনিচিচে মোক এটা ডাঙৰ কাগজৰ ফুল দিছিল। মই হেপাহেৰে ফুলটো সাঁচি থৈছোঁ।

ক্ৰেয়ন : মই জানো সেই ফুলটো চাই কালি তুমি সাহস গোটাইছিলা। কিন্তু জানানে তোমাক ফুল দিয়া ককায়েৰা কেনে আছিল?

এন্তিগনি : তুমি তাৰ বিষয়ে বেয়া কথা ক'বা বুলি মই জানো।

ক্ৰেয়ন : এদিনাখন মই তোমাৰ পিতাৰাৰ লগত বহি কথা পাতি আছিলোঁ। পলিনিচিচে আহি পিতাৰাক ক'লে—জুৱা খেলি হাৰিছে, বাজীৰ টকা দিব লাগে। পিতাৰাই টকা নিদিয়াত অকথ্য ভাষাৰে তেওঁক সি গালি পাৰিলে।

এন্তিগনি : মই বিশ্বাস নকৰোঁ।

ক্ৰেয়ন : সি পিতাৰাক ঘুচিয়াইছিল। তেওঁৰ নাকৰপৰা তেজ ওলাইছিল। দুখত তেওঁ কান্দিছিল। পলিনিচিচে চিগাৰেট জ্বলাই তেওঁলৈ চাই বিদ্ৰূপ কৰিছিল।

এন্তিগনি ঃ এইবোৰ মিছা কথা।

ক্ৰেয়ন ঃ তুমি পলিনিচিচক শেষ বাৰৰ বাবে কেতিয়া লগ পাইছিলা? তোমাৰ বয়স যেতিয়া বাৰ বছৰ হৈছিল তেতিয়া নহয়নে?

এন্তিগনি ঃ হয়।

ক্ৰেয়ন ঃ পিতাৰাই পলিনিচিচক বন্দী কৰিবলৈ সাহ নকৰিলে। তাক থীবছ এৰি গুছি যাবলৈ দিয়া হ'ল। সি গৈ আৰগাইভৰ সৈন্যবাহিনীত যোগ দিলে। তেতিয়াৰপৰাই পিতাৰাক হত্যা কৰিবলৈ আৰগাইভৰপৰা মানুহ আহিব ধৰিলে। ধৰা পৰিলত প্ৰত্যেকেই স্বীকাৰ কৰিলে যে সিহঁতক পলিনিচিচে পঠিয়াইছিল। এইবোৰত ৰাজনীতিত সাঙোৰ খাই আছিল। আৰু তুমি এই ৰাজনৈতিক নাটকখনৰ ভূমিকা ল'বলৈ উদ্‌গ্ৰীব হৈ পৰিছা। কালি ইটিওক্লিচক ৰাষ্ট্ৰীয় সন্মানেৰে সমাধিস্থ কৰিছোঁ। ইটিওক্লিচ সমগ্ৰ থীবছবাসীৰ বীৰ আৰু দেৱতা সদৃশ হৈ পৰিছে। ল'ৰা-ছোৱালী, বুঢ়া-মেথা সকলোৱে শটোৰ ওপৰত ফুলৰ থোপা আৰু মালা দিছে। প্ৰত্যেকেই তাক মহৎ হৃদয়ৰ ভ্ৰাতৃ, পিতৃ-বৎসল পুত্ৰ আৰু ৰাজভক্ত কোঁৱৰ বুলি বখানিছে। মই নিজেও এটা বক্তৃতা দিছিলোঁ। দৰাচলতে ইটিওক্লিচ আৰু পলিনিচিচৰ মাজত কোনো পাৰ্থক্য নাছিল। উভয়ে সমানেই বেয়া আছিল। ইটিওক্লিচেও পিতাকক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল। সিও থীবছক বিদেশীৰ ওচৰত বিক্ৰী কৰিব খুজিছিল। দেশৰ বিৰুদ্ধে পলিনিচিচে যি কৰিছিল ইটিওক্লিচেও তাকেই কৰিছিল। কিন্তু মোৰ অন্যপন্থা নাছিল। গৃহযুদ্ধত প্ৰজাৰ বেছিৰ ভাগ যাৰ ফালে আছিল ময়ো তাৰেই পৃষ্ঠপোষকতা কৰিবলগীয়া হৈছিল। শেষত দুয়ো হতাহতি যুঁজত মৰিল। ইজনে-সিজনৰ বুকুত তৰোৱাল বহুৱাই দিলে। দুয়োৰে মৃতদেহ একেঠাইতে একেলগে পৰি ৰ'ল। শ দুটা যুঁজাৰু সৈন্যৰ ঘোঁৰাই গচকি চিনিব নোৱৰা কৰিলে। দুজনৰ এজনক মই শ্বহীদ বুলি ঘোষণা কৰিবলগীয়া হ'ল। আচলতে কাৰ শ অনা হ'ল তাক জনা নগ'ল। জানিবলৈ ইচ্ছাও নকৰিলোঁ।

এন্তিগনি ঃ এইবোৰ কথা মোক কিয় কৈছা?

ক্ৰেয়ন ঃ সেই অশ্লীল কাহিনীৰ বলি হ'বলৈ তোমাক এৰি দিয়াটো উচিত হ'বনে?

এন্তিগনি ঃ হয়তো উচিত হ'লহেঁতেন। মই এটা বিশ্বাসৰ প্ৰেৰণাত কাম কৰিব ওলাইছোঁ।

ক্ৰেয়ন ঃ এতিয়া ক'লৈ যাবা?

এন্তিগনি ঃ নিজৰ কোঠালৈ।

ক্ৰেয়ন : অকলে নাথাকিব। হেইমনক মাতি আনা আৰু সোনকালে বিয়াখন পাতি পেলোৱা। পাহৰি নাযাবা এই জীৱনটো আমাৰ শ্ৰেষ্ঠ সম্পদ।

এন্তিগনি : শ্ৰেষ্ঠ সম্পদ!

ক্ৰেয়ন : আৰু ইয়াক দলিয়াই পেলাব খুজিছিলা। অৱশ্যে তোমাৰ বয়সত হয়তো ময়ো তাকেই কৰিলোঁ হয়। মই তোমাৰ কথা শুনি থাকোঁতে অনুভৱ কৰিছিলোঁ বহুত দিনৰ আগতে থীবছত বাস কৰা ডেকা ক্ৰেয়ন যেন আহি মোৰ আগত থিয় দিছে। ডেকা বয়সত এই ক্ৰেয়নেও আত্মত্যাগৰ কথা ভাবিছিল। যোৱা, হেইমনক বিচাৰি অনা। সুখী হোৱা। জীৱনটো নৈৰ পানীৰ দৰে ধৰি ৰাখিব নাজানিলে পানীখিনি আঙুলিৰ ফাকেৰে নিগৰি ওলাই যাব। জীয়াই থকা কালছোৱাত যি সুখ যি আনন্দ আহৰণ কৰিব পৰা যায় সেয়ে জীৱন। বুঢ়া বয়সত এই কথা উপলব্ধি কৰিছোঁ।

এন্তিগনি : সুখ! আনন্দ!! মোৰ বাবে কেনেধৰণৰ সুখৰ কল্পনা কৰিছা? জীৱনৰপৰা আনন্দ আঁজুৰি আনিবলৈ কি কি পাপ মই কৰিব লাগিব?

ক্ৰেয়ন : মনে মনে থাকা এন্তিগনি।

এন্তিগনি : সুখী হ'বলৈ কি কৰিব লাগিব মই জানিব খোজোঁ। কাৰণ এই মুহূৰ্ত্ততে মই এটা পথ বাছি ল'ব লাগিব।

ক্ৰেয়ন : তুমি হেইমেনক ভাল পোৱানে?

এন্তিগনি : পাওঁ। মই হেইমনক ভাল পাওঁ। মই ভাল পোৱা হেইমন মোৰ দৰেই অনমনীয়, মোৰ দৰেই কম বয়সীয়া। বিশ্বস্ত আৰু মোৰ দৰেই সহজে সন্তুষ্ট নোহোৱা। কিন্তু মোৰ প্ৰতি থকা হেইমনৰ ভালপোৱা যদি জীৱন আৰু যিহক তুমি আনন্দ বুলি কৈছা তাৰ ঘঁহনিত ক্ষয় যোৱা শিলৰ খটখটিৰ দৰে হয়, হেইমন যদি তেনে এটা অৱস্থাত উপনীত হয় যেতিয়া মোক শেঁতা হোৱা দেখি নিজেও ভয়তে শেতা নপৰে, মোৰ অহাত পাঁচ মিনিট পলম হ'লে যদি মোৰ কিবা দুৰ্ঘটনাত মৃত্যু হোৱা বুলি নাভাবে, মই হঁহাৰ কাৰণটো নাজানিলে যদি নাভাবে পৃথিৱীত তেওঁ অকলশৰীয়া, যদি তেৰোঁ সকলো কথাতে হয়ভৰ দিবলৈ শিকে তেন্তে তেনে হেইমনক মই ভাল নাপাওঁ।

ক্ৰেয়ন : তুমি কি কৈছা নিজেই চাগে বুজা নাই।

এন্তিগনি : মই জানো, মই কি কৈছোঁ। তুমিহে বুজিবলৈ চেষ্টা নকৰা হৈছা। মই আতৰৰ এনে এখন ৰাজ্যৰপৰা কথা কৈছোঁ য'ত তুমি তোমাৰ বাকচাতুৰ্য্য আৰু উৰুঙা অন্তৰেৰে প্ৰৱেশ কৰিব নোৱাৰা। (হাঁহে) মই হাঁহিছোঁ কাৰণ তোমাক মোৰ হঠাতে সেই পৌৰুষহীন পোন্ধৰ বছৰীয়া ল'ৰাটোৰ দৰে লাগি গৈছে। যি মনে মনে ভাবে সকলো

কামকে কৰিব পাৰিব বুলি কিন্তু নোৱাৰে। মুখৰ আঁচ কেইডাল আৰু পকা চুলি কেইডালৰ বাহিৰে জীৱনৰপৰা তুমি আন একোকে পোৱা নাই।

ক্রেয়ন : মনে মনে থাকা।

এন্তিগনি : কিয়? মই শুদ্ধ বুলি জানো কাৰণে মনে মনে থাকিব লাগে? সুখ আৰু আনন্দৰ কথা বাৰে বাৰে কৈ আছা কাৰণেই মোৰ কথাবোৰ সঁচা বুলি জানিও স্বীকাৰ কৰিব পৰা নাই।

ক্রেয়ন : তোমাৰ সুখৰ কথাও ভাবিছোঁ।

এন্তিগনি : তোমাৰ তেনে সুখৰ ওপৰত থুই পেলাওঁ। মই তেনে জীৱনৰ ওপৰত থুই পেলাওঁ যি জীৱন চলিয়েই থাকিব লাগিব তেহেলৈ যিহকে নহওক। তোমালোকে কুকুৰৰ দৰে যিহকে সুঙা তাকে চেলেকা। তোমালোকে ভাবা মানুহে জীৱনৰপৰা বেছি একো বিচাৰিব নালাগে, সাধাৰণভাৱে সুখী হ'লেই হ'ল। মই কিন্তু জীৱনটোৰপৰা সকলো বিচাৰোঁ। আৰু এতিয়াই এই মুহূর্ততে বিচাৰোঁ, মই সকলো সম্পূর্ণভাৱে বিচাৰোঁ, নহ'লে মোৰ বাবে মৃত্যুৱেই কাম্য।

ক্রেয়ন : পাৰামানে চিঞৰা, ইডিপাচৰ দৰে চিঞৰা।

এন্তিগনি : এৰা ইডিপাচৰ দৰেই। প্রশ্ন কৰা আমাৰ স্বভাৱ। আমি প্রশ্ন কৰি যাওঁ শোকাবহ পৰিণতিলৈকে। তোমালোকৰ শান্ত তিৰোতা সুলভ লেতেৰা আশাক আমি ঘিণ কৰোঁ।

ক্রেয়ন : [ তাইৰ বাহুত ধৰি ] মনে মনে থাকা। এইবোৰ কথা চিঞৰি কওঁতে তোমাৰ মুখখন কেনে কুৎচ হৈছে যদি দেখিলাহেঁতেন।

এন্তিগনি : হয় মই কুৎচ। মোৰ পিতাও কুৎচ আছিল। [ ক্রেয়নে এন্তিগনিৰ বাহু এৰি দিয়ে ] কিন্তু যেতিয়া সকলো প্রশ্নৰ উত্তৰ পালে, যেতিয়া জানিবলৈ বাকী নাথাকিল যে তেওঁ নিজৰ পিতাকক হত্যা কৰিছে, নিজৰ মাতৃক অংকশায়িনী কৰিছে তেতিয়া তেওঁ বুজিলে একোৱে তেওঁক ৰক্ষা কৰিব নোৱাৰে, যেতিয়া বুজিলে আৰু কোনো আশা নাই তেতিয়া তেওঁৰ মনত বিৰাজ কৰিলে এক আচৰিত প্রশান্তি। তেতিয়া তেওঁ হাঁহিব পৰা হ'ল তেতিয়া তেওঁ সুন্দৰ হ'ল। কিন্তু আজি ৰাজনীতিৰ দুর্গন্ধই তোমালোকৰ মুখবোৰক মোৰ চকুত বৰ কুৎচ কৰি তুলিছে।

ন : [ মুখত সোপা দিবলৈ চেষ্টা কৰে ] মোৰ আদেশ মুখ বন্ধ কৰা।

এন্তিগনি : তোমাৰ আদেশ? ফুঃ, মোক আদেশ দিব পাৰা বুলি ভাবা নেকি?

ক্রেয়ন : এন্তিগনি—দাঁতিৰ কোঠাটোত বহুতো মানুহ আছে তেওঁলোকে তোমাৰ কথাবোৰ শুনিব।

এন্তিগনি ঃ শুনক—দুৱাৰবোৰ মেলি দিয়া।

ক্ৰেয়ন ঃ ঈশ্বৰৰ শপত মনে মনে থাকাচোন।

[ ইজমেনি সোমাই আহে ]

ইজমেনি ঃ [ বিবুদ্ধি হৈ ] এন্তিগনি।

এন্তিগনি ঃ তুমিও আহিছা? কি লাগে তোমাক?

ইজমেনি ঃ মই তোমাৰ লগত যাম।

এন্তিগনি ঃ ক'লৈ?

ইজমেনি ঃ [ ক্ৰেয়নক ] ক্ৰেয়ন তুমি তাইক হত্যা কৰিলে মোকো হত্যা কৰিব লাগিব।

এন্তিগনি ঃ নাই নালাগে। মই অকলে মৰিম ইজমেনি।

ইজমেনি ঃ তুমি মৰিলে মই জীয়াই থাকিব নোখোজোঁ।

এন্তিগনি ঃ তুমি বাছি লৈছা জীৱনক, মই বাছি লৈছোঁ মৃত্যুক। এইদৰে আৰু নক'বা। মোৰ লগত যাবলৈ, নিশাৰ এন্ধাৰত লুকাই মাটি খান্দিবলৈ সুবিধা তুমিও পাইছিলা কিন্তু তেতিয়া নগ'লা।

ইজমেনি ঃ আজি নিশা অকলে মই সেই কাম কৰিম।

এন্তিগনি ঃ [ ক্ৰেয়নক ] দেখিছানে? কথাটো কেনেকৈ সোঁচৰিছে। সোনকাল কৰা নহ'লে আৰু বহুতেই এই কাম কৰিবলৈ আগবাঢ়ি আহিব। চন্তৰীবোৰক মাতা—অলপ সাহ দেখুৱাক। এক মিনিটহে দুখ পাম। সোনকালে কৰা।

ক্ৰেয়ন ঃ [ দাঁতিৰ কোঠাটোলৈ চাই চিঞৰি মাতে ] চন্তৰী—[ চন্তৰী আহে ]

এন্তিগনি ঃ [ স্বস্তিত চিঞৰি দিয়ে ] উহ্ ৰক্ষা তেও।

[ কোৰাছ বাঁওফালে সোমায় ]

ক্ৰেয়ন ঃ [ চন্তৰীবোৰক ] তাইক লৈ যা।

[ ক্ৰেয়ন ওপৰৰ খাপলৈ উঠি যায়। চন্তৰীয়ে এন্তিগনিৰ হাতত ধৰি লৈ সোঁ ফালেদি ওলাই যায়। ইজমেনিৰ মুখত ভয়ৰ ভাব। তাই দৌৰি ওলাই যায়। লাহে লাহে ক্ৰেয়ন নামি আহে। নাৰ্ছ আহি ক্ৰেয়নৰ পিছফালে থিয় হয় আৰু গম্ভীৰভাৱে কয়— ]

নাৰ্ছ ঃ তোমাৰ মন বিকল হৈছে ক্ৰেয়ন। এয়া কি কৰিলা?

ক্ৰেয়ন ঃ [ সমুখলৈ চাই থাকে ] তাই মৰিবই লাগিব।

নাৰ্ছ ঃ তুমি এন্তিগনিক মৰিব দিব নালাগিছিল। শ শ বছৰলৈ এই চেকা মছ নাযায়।

ক্ৰেয়ন ঃ কোনেও তাইক বিৰত কৰিব নোৱাৰে। মৰাই তাইৰ উদ্দেশ্য। পলিনিচিচ এটা চেলুহে মাত্ৰ। সেইটো এৰিলে আন এটা ওলাব। জীৱনক প্ৰত্যাখ্যান কৰি মৰিবলৈ তাই দৃঢ় প্ৰতিজ্ঞ।

নাৰ্ছ : তাই শিশু, ক্ৰেয়ন। তাইক নিচেই সৰুৰেপৰা তুলি-তালি ডাঙৰ-দীঘল কৰিছোঁ। তাইৰ কিবা হ'লে আমি বৰ আঘাত পাম।

ক্ৰেয়ন : মই কি কৰিব লাগে? [ ভিতৰৰপৰা 'পিতা পিতা' বুলি চিঞৰি হেইমন আহে। হেইমনলৈ ক্ৰেয়নে খন্তেক চাই ] এণ্টিগনিক পাহৰি যোৱা হেইমন। বাছা তাইক পাহৰি যোৱা।

হেইমন : তেনে কথা তুমি ক'ব পাৰিছা পিতা?

ক্ৰেয়ন : [ হেইমেনক মৰম কৰে ] তাইক ৰক্ষা কৰিবলৈ সকলো ধৰণে চেষ্টা মই কৰিছিলোঁ হেইমন। বহুতো যুক্তি দেখুৱালোঁ। ছোৱালীজনীয়ে তোমাক ভাল নাপায়। তোমাৰ কাৰণে তাই জীয়াই থাকিব পাৰিলে হয়। কিন্তু তাই মান্তি নহ'ল। তাই মৰিবহে খুজিলে।

হেইমন : পিতা চন্তৰীবোৰে এণ্টিগনিক টানি নিছে। এইটো বন্ধ কৰিব লাগিব। [ ক্ৰেয়নৰ ওচৰৰপৰা আঁতৰি যায়। ]

ক্ৰেয়ন : মই তেনে কৰিব নোৱাৰোঁ। বহুত পলম হৈ গ'ল। গোটেই থীবছবাসীয়ে কথাটো জানিলে। মই এতিয়া আৰু তাইক ৰক্ষা কৰিব নোৱাৰোঁ।

নাৰ্ছ : ক্ৰেয়ন,—তুমি এটা উপায় উলিয়াবই লাগিব। তাইক বন্দী কৰি থোৱা। মানুহক ক'বা তাইৰ মূৰৰ বিকাৰ ঘটিছে।

ক্ৰেয়ন : কথাটো সঁচা নহয় বুলি প্ৰত্যেকেই জানিব। সমগ্ৰ প্ৰজাই ক'ব এই ব্যতিক্ৰম সম্ভৱ হৈছে, তাই মোৰ ল'ৰাক ভাল পায় কাৰণেই! মই তেনে কাম কৰিব নোৱাৰোঁ।

হেইমন : কিন্তু পিতা তুমি থীবছৰ অধীশ্বৰ।

ক্ৰেয়ন : মই আইনৰ অনুগত। আনৰ ওপৰত নহয়।

হেইমন : তুমি এণ্টিগনিক মোৰপৰা আঁতৰাই পঠাব নোৱাৰা। মই তোমাৰ ল'ৰা।

ক্ৰেয়ন : বাছা, মই আন একোকে কৰিব নোৱাৰোঁ। তাই মৰিবই লাগিব আৰু তুমি জীয়াই থাকিবই লাগিব।

হেইমন : জীয়াই থকাৰ কথা কৈছা? এণ্টিগনি বিহীন জীৱন? তোমাক আৰু তোমাৰ শাসন ব্যৱস্থাক প্ৰশংসা কৰিবলৈ মই জীয়াই থাকিব লাগিব? মিছা কথা, এণ্টিগনি অবিহনে মই জীয়াই নাথাকোঁ। মই এণ্টিগনিক ভাল পাওঁ। তাই জীয়াই নাথাকিলে ময়ো জীয়াই নাথাকোঁ।

ক্ৰেয়ন : হেইমন, ভাগ্যৰ হাতত নিজকে সমৰ্পণ কৰা। এণ্টিগনিক এৰি থাকিবলৈ যত্ন কৰা। প্ৰত্যেক মানুহৰ জীৱনতে শোকৰ এনে এটা দিন আহে, যেতিয়া সি কিশোৰ মনৰ দুৰ্বলতা ত্যাগ কৰি পূৰ্ণ বয়স্কৰ দায়িত্ব বহন কৰিবলৈ শিকে। তোমাৰ জীৱনলৈকো আজি সেই দিনটো আহিছে।

হেইমন : তোমাকেই মোৰ আশ্ৰয়দাতা, শক্তি আৰু সাহসৰ উৎস, দেৱতা বুলি অতদিনে পূজা কৰি আহিছিলোঁনে? উহু এইটো যেন এটা দুঃস্বপ্ন। নাই নাই, পিতা, তুমি এতিয়াও মোৰ পিতা—তুমি সম্ৰাট—থীবছৰ অধীশ্বৰ। এনেকৈ বিলুপ্তিত বিলীন হৈ নাযাবা। তোমাক পিতা বুলি অস্বীকাৰ কৰিবলৈ বাধ্য নকৰিবা। তোমাৰপৰা বিচ্ছিন্ন হৈ গ'লে এই পৃথিৱীত যে একেবাৰে অকলশৰীয়া হৈ যাম।

ক্ৰেয়ন : এই পৃথিৱী দৰাচলতে নিৰ্জন আৰু তুমি সদায়ে অকলশৰীয়া। তোমাৰ পিতাৰাক সৰ্বশক্তিমান বুলি নাভাবিবা। মোৰ ফালে চকু মেলি চোৱা—মই এজন সাধাৰণ মানুহ হে মাথোন। এনেকৈ চাবলৈ শিকাকে প্ৰকৃত মানুহ হোৱা বুলি কয় হেইমন।

হেইমন : [ ক্ৰেয়নলৈ ৰ লাগি চায় ] মই কৈছোঁৱেই—এন্টিগনি অবিহনে মই জীয়াই নাথাকোঁ।
[ উভতি খৰকৈ যায়গৈ ]

নাৰ্ছ : ক্ৰেয়ন, ল'ৰাটো বলিয়া হৈ যাব।

ক্ৰেয়ন : সি এন্টিগনিক বৰ ভাল পায়।

নাৰ্ছ : ক্ৰেয়ন, সি বৰ আঘাত পাইছে। এই আঘাতেই তাৰ মৃত্যুৰ কাৰণ হ'ব।

ক্ৰেয়ন : এনে আঘাত আমি সকলোৱে পাইছোঁ।
[ প্ৰথম চন্তৰী সোমাই আহে। পিছে পিছে আনজনে এন্টিগনিক টানি লৈ আহে। ]

১ম চন্তৰী : সম্ৰাট! প্ৰজাবোৰে প্ৰাসাদত ভিৰ কৰিছেহি।

ক্ৰেয়ন : আঁতৰাই দে মানুহবোৰক। তোৰণত পহৰা দে। [ ক্ৰেয়ন ওলাই যায়। চন্তৰীয়ে এন্টিগনিক মুকলি কৰি ওলাই যায়। কোৰাছো ওলাই যায় বাঁও ফালেদি। প্ৰথম চন্তৰী থাকে। মঞ্চত পোহৰ কমি আহে। মাত্ৰ চকীখনৰ চৌদিশতহে উজ্জ্বল পোহৰ পৰে। দৃশ্যটোৱে বন্দীশালৰ আভাস দিয়ে। চাইক্লৰেমাত পৰিৱেশৰ উপযুক্ত ছাঁ পৰে। ]

এন্টিগনি : [ চন্তৰীক ] অ' তুমি!

১ম চন্তৰী : মানে।

এন্টিগনি : মানে তুমিয়েই সেই মানুহ যাৰ মুখ মই দেখিম। আজি ৰাতিপুৱা তুমিয়েই মোক গ্ৰেপ্তাৰ কৰিছিলা, নহয়নে?

১ম চন্তৰী : এৰা ময়েই।

এন্টিগনি : ইমান জোৰে ধৰিছিলা কিয়? মই বৰ দুখ পাইছিলোঁ। পলাই যাম বুলি ভাবিছিলা?

চন্তৰী : মই মোৰ কৰ্তব্য কৰিছিলোঁ।
এন্তিগনি : তোমাৰ বয়স কিমান?
চন্তৰী : উনচল্লিছ্।
এন্তিগনি : ল'ৰা-ছোৱালী আছেনে?
চন্তৰী : আছে, দুটা।
এন্তিগনি : সিহঁতক মৰম কৰানে?
চন্তৰী : এইবোৰৰ লগত তোমাৰ কি সম্বন্ধ ?
এন্তিগনি : শুনা, মই অলপ পাছতে মৰিব লাগিব। মৰিলে দুখ পায়নেকি?
চন্তৰী : মই কেনেকৈ ক'ম? অৱশ্যে তৰোৱালেৰে খোচ মাৰিলে দুখ পাবা।
এন্তিগনি : মোক কেনেকৈ মাৰিব?
চন্তৰী : ৰ'বা কওঁ। ঘোষণাটো শুনিছিলোঁ [ মনত পেলাবলৈ চেষ্টা কৰে ] "যাতে তাই নিজৰ অপবিত্ৰ শোণিতেৰে এই পবিত্ৰ নগৰীক দূষিত আৰু অপবিত্ৰ কৰিব নোৱাৰে সেই কাৰণে তাইক এটা গুহাত পেলাই দি গুহাৰ মুখটো দেৱাল গাঁথি বন্ধ কৰি দিয়া হ'ব।"
এন্তিগনি : জীৱন্তে কবৰ!
চন্তৰী : হয়। [ আঁতৰি যায় ]
এন্তিগনি : [ স্বগত ] কবৰ, বিয়াৰ ফুলশয্যা, নিৰলে, অকলে! [ জাৰ পোৱা যেন অনভৱ কৰি হাত দুখনেৰে নিজকে সাৱটি ধৰে। ]
চন্তৰী : নগৰৰ দক্ষিণ-পূব ফালৰ তোৰণৰ দাঁতিত যে গুহা আছে তাত, দিনৰ পোহৰতে কামটো কৰা হ'ব। চন্তৰীবোৰকে এই গধুৰ দায়িত্ব দিয়া হৈছে।
এন্তিগনি : জাৰ লাগিলেও সাৱটি ধৰি উম ল'বলৈ কোনো নাথাকিব।
চন্তৰী : মানে?
এন্তিগনি : মই যে একেবাৰে অকলে তাত সোমাই থাকিব লাগিব।
চন্তৰী : তোমাক কিবা লাগে যদি কোৱা।
এন্তিগনি : এটা কাম কৰি দিব পাৰিবানে? তোমাৰ হাতত এখন চিঠি লিখি দিম। মই মৰাৰ পাছত মোৰ হৈ এজনক দি দিবা।
চন্তৰী : কামটো সহজ নহ'ব যেন পাইছোঁ, মই ধৰা পৰি যাম। ধৰা পৰিলে কঠোৰ শাস্তি হ'ব।
এন্তিগনি : তোমাক মোৰ এই আঙুঠিটো দিম।
[ আঙুঠিটো খুলি চন্তৰীক দিয়ে। চন্তৰীয়ে আঙুঠিটো লয়। ]
চন্তৰী : যথেষ্ট সোণ আছে আৰু হীৰা খটোৱা। পিছে এটা কথা, তোমাৰ হাতৰ আখৰৰ চিঠি জেপত ভৰাই নিলে মই ধৰা পৰি যাম। তাতকৈ

তুমি কৈ যোৱা, মই টোকা বহীত লিখি লওঁ। তেতিয়া হ'লে তোমাৰ কামটোও হ'ব, মোৰ ধৰা পৰাৰ ভয়ো নাথাকিব।

এন্তিগনি : সেইটো কেনেকৈ হ'ব।

চন্তৰী : তেন্তে উপায় নাই। মোক আঙঠি নালাগে।

এন্তিগনি : আঙঠিটো ৰাখি থোৱা। তুমি কোৱাৰ দৰেই কৰিম—লিখা।

[ চন্তৰীয়ে টোকা বহী উলিয়াই লিখিবলৈ লয় ]

লিখা—মোৰ কেঁচা সোণ—

চন্তৰী : কোনোবা ভালপোৱা ল'ৰা হ'বলা?

এন্তিগনি : লিখা, কেঁচাসোণ মই মৰিবলৈ ওলাইছোঁ। তুমি চাগে মোক আৰু ভাল নোপোৱা।

চন্তৰী : তুমি চাগে .........ভাল নোপোৱা। ওঁ লিখিলোঁ।

এন্তিগনি : ক্ৰেয়নেই শুদ্ধ—মই পাহৰি গৈছোঁ কিয় মৰিবলৈ ওলাইছিলোঁ ..... মোৰ এতিয়া ভয় লাগিছে।

চন্তৰী : ক্ৰেয়নেই শুদ্ধ....

এন্তিগনি : হেইমন সোণটি মোৰ—এতিয়াহে বুজিছোঁ জীয়াই থকা কিমান সহজ—

চন্তৰী : ৰ'বা—ইমান খৰকৈ নক'বাচোন।

এন্তিগনি : কোনখিনিলৈকে লেখিছা?

চন্তৰী : মোৰ এতিয়া ভয় লাগিছে।

এন্তিগনি : থাক নালাগে। সেইখিনি কাটি পেলোৱা। কোনেও সেই কথা জানিব নালাগে। মাথোঁ লিখা—মোক ক্ষমা কৰিবা।

চন্তৰী : লিখিছোঁ—মোক ক্ষমা কৰিবা।

এন্তিগনি : মোক ক্ষমা কৰিবা কেঁচাসোণ, মই তোমাক বৰ ভাল পাওঁ সোণ—

চন্তৰী : মই তোমাক বৰ ভাল পাওঁ সোণ, হ'লনে?

এন্তিগনি : হ'ল।

চন্তৰী : আচৰিত ধৰণৰ চিঠি।

এন্তিগনি : ও আচৰিত ধৰণৰ!

চন্তৰী : কালৈ লিখিছা?

[ হঠাৎ ড্ৰাম বাজি উঠে। টোকা বহী জেপত সুমুৱায়। আনটো চন্তৰী সোমাই আহি এন্তিগনিক লৈ ওলাই যায়। ড্ৰামৰ শব্দ নাইকিয়া হয়। পোহৰ সলনি হয় সন্ধ্যা বুজাবলৈ। ]

[ গুহাৰ মুখ। খটখটিবোৰৰ ওপৰৰ অংশ আৰু চাইক্ৰৰেমাৰ মাজৰ খালী ঠাইখিনিকে গুহাৰ মুখ ৰূপে ব্যৱহাৰ কৰিব পাৰি। পৰিৱেশ সূচক উপযুক্ত পোহৰৰ প্ৰয়োজন হ'ব। ক্ৰেয়নে ওপৰত থিয় হৈ

গুহাৰ ফালে চাই কাম তদাৰক কৰিছে। কেবাজন মানুহে কাম কৰি থকাৰ শব্দ। অলপ সময়ৰ পাছত প্ৰথম চন্তৰীয়ে পাছ ফালেদি তলৰপৰা ওপৰলৈ উঠি আহি ক্ৰেয়নক কয়— ]

১ম চন্তৰী : এন্তিগিনিক গুহাত সুমুৱাই দিয়া হৈছে সম্ৰাট।

ক্ৰেয়ন : গুহাৰ মুখ ভালকৈ শিলেখে বন্ধ কৰিছনে নাই?

১ম চন্তৰী : বন্ধ কৰিছোঁ সম্ৰাট।

[ এনেতে গুহাৰ ভিতৰৰপৰা হেইমনৰ মাত শুনা যায়। হেইমনে "এন্তিগনি" বুলি চিঞৰিছে। ]

ক্ৰেয়ন : কোনে চিঞৰিছে? হেইমনৰ কণ্ঠস্বৰ যেন লাগিছে। [ পুনৰ হেইমনৰ চিঞৰ শুনা যায়। ]

ক্ৰেয়ন : হেইমন তেন্তে গুহাৰ ভিতৰলৈ গৈছে নেকি?

[ ক্ৰেয়ন হেইমনৰ বিপদ আশংকাত উত্ৰাৱল হৈ পৰিল। ]

কোন ক'ত আছ, গুহাৰ মুখৰ শিল আঁতৰা, শিল আঁতৰা—

[ হুৱা-দুৱা লাগে। প্ৰথম চন্তৰী আৰু আনকেইজন মান গুহাৰ মুখৰ ফালে যায়। অলপ পাছত প্ৰথম চন্তৰী তলৰপৰা ওপৰলৈ উঠি আহে। ]

১ম চন্তৰী : শিল আঁতৰোৱা হ'ল সম্ৰাট।

[ হেইমন পাছফালেদি উত্ৰাৱল হৈ উঠি আহে। তেওঁৰ হাতত তৰোৱাল। ]

হেইমন : কোন? অ পিতা! নহয় নহয় সম্ৰাট!!

ক্ৰেয়ন : তই কিয় গুহাত সোমাইছিলি হেইমন?

হেইমন : এন্তিগনিক তোমাৰ নিষ্ঠুৰ আদেশে হত্যা কৰিব নোৱাৰিলে, গুহালৈ বতাহ সোমোৱা বাট বন্ধ হোৱাৰ আগতেই তাই চিপজৰী লৈ আত্মহত্যা কৰিলে। কিন্তু মই ইয়াৰ প্ৰতিশোধ ল'ম। হ'ব পাৰা তুমি মোৰ পিতা, থীবছৰ সম্ৰাট, কিন্তু তুমি এন্তিগনিৰ শত্ৰু, মোৰো শত্ৰু। মই তোমাক হত্যা কৰিম।

[ হত্যা কৰিবলৈ আগুৱাই আহোঁতে ক্ৰেয়নে "হেইমন" বুলি ভীষণ চিঞৰ মাৰে। হেইমন ক্ষান্ত হয়। ]

হেইমন : নাই নাই মই তোমাক হত্যা নকৰোঁ। মই নিজকে হত্যা কৰি এন্তিগনিৰ লগত এই পৃথিৱীৰপৰা গুচি যাম।

[ হেইমনে নিজৰ বুকুত তৰোৱাল বহুৱাই দিয়ে আৰু বাগৰি পৰে। ]

ক্ৰেয়ন : হেইমন!!

[ সংগীত শীৰ্ষবিন্দু পায়। মঞ্চ এন্ধাৰ হয়। ]

[ মঞ্চ পোহৰ হ'লত দেখা যায় খটখটিয়েদি কোৰাছ নামি আহিছে।

তেওঁ মঞ্চৰ সোঁফালে থিয় হয়। বাঁও ফালেদি ক্ৰেয়ন আৰু লগুৱা ল'ৰাটো সোমাই আহে। লগুৱাটো দাঁতিত থিয় হৈ থাকে। ক্ৰেয়ন কোৰাছৰ ফালে আগবাঢ়ি আহে। ]

কোৰাছ ঃ ক্ৰেয়ন—

ক্ৰেয়ন ঃ সিহঁত দুয়োকে একেলগে শুৱাই দিছোঁ। অৱশেষত দুয়ো একেলগ হ'ল আৰু সিহঁত শান্তিত শুই আছে। যেন আগদিনাহে বিয়া হৈ গৈছে। সিহঁতৰ কাম শেষ হ'ল।

কোৰাছ ঃ কিন্তু তোমাৰ কাম শেষ হোৱা নাই ক্ৰেয়ন। এতিয়াও এটা কথা জানিবলৈ বাকী আছে। তোমাৰ ৰাণী· ইউৰিদাইচৰ বিষয়ে।

ক্ৰেয়ন ঃ বেচেৰী বৰ ভাল তিৰোতা। বাগিচাখন আৰু উল গুঁঠাতে সদায় ব্যস্ত। কিমান যে জাৰ্চি গুঁঠি দুখীয়া মানুহক বিলাই দিছে।

কোৰাছ ঃ থীবছৰ দুখীয়া মানুহবোৰে এইবাৰ জাৰত জাৰ্চি নাপায় ক্ৰেয়ন। নিজৰ পুত্ৰৰ মৃত্যুৰ বাতৰি পাই গুঁঠি থকা জাৰ্চিটো থৈ তেওঁ লাহে লাহে শোৱা কোঠাটোলৈ সোমাই গ'ল আৰু ছুৰী এখন লৈ নিজৰ ডিঙিটো কাটি পেলালে। মনত পৰেনে পুৰণিকলীয়া বিছনা দুখন থকা সেই কোঠাটো। তুমি যে বিয়াৰ আগতে এদিনাখন তেওঁক ল'গ ধৰিছিলা। সেই কোঠাটোতেই তেওঁক ল'গ ধৰিছিলা। সেই কোঠাটোতেই তেওঁক শুৱাই থোৱা হৈছে। মুখত মিঠা হাঁহিটো এতিয়াও বিৰিঙি আছে।

ক্ৰেয়ন ঃ [ উদ্বেগীনভাৱে ] অৱশেষত তেওঁ। সকলোবোৰেই শুই আছে। শুই থাকিলে চাগৈ ভালেই লাগে।

কোৰাছ ঃ এতিয়া তুমি অকলশৰীয়া হ'লা ক্ৰেয়ন!

ক্ৰেয়ন ঃ এৰা একেবাৰে অকলশৰীয়া!

লগুৱা ঃ সম্ৰাট—

ক্ৰেয়ন ঃ শুন সিহঁতে নাজানে যে এতিয়া কৰিবলগীয়া বহুতো কাম আছে। মানুহে কাম নকৰোঁ বুলি বহি থাকিব নোৱাৰে। কামবোৰ লেতেৰা হ'ব পাৰে কিন্তু আমি নকৰিলে কোনে কৰিব?

লগুৱা ঃ মই নাজানো সম্ৰাট।

ক্ৰেয়ন ঃ তই নজনাটো স্বাভাৱিক। নজনাকৈ থাকিব পাৰিলেই ভাল। তই সোনকালে ডাঙৰ হ'ব খুজিছ, নহয় নে?

লগুৱা ঃ হয় সম্ৰাট—

ক্ৰেয়ন ঃ তোৰ ঠাইত মই থকা হ'লে কেতিয়াও ডাঙৰ হ'বলৈ নিবিচাৰিলোঁহেঁতেন [ ঘড়ীত ঘণ্টা বাজে ] কেইটা বাজিল?

লগুৱা ঃ পাঁচটা—

ক্ৰেয়ন : পাঁচ বজাত কি আছে?

লগুৱা : কেবিনেট মিটিং।

ক্ৰেয়ন : তেন্তে আমি যাওঁ ব'লা। [ ক্ৰেয়ন আৰু লগুৱা যায় ]

কোৰাছ : [ আগবাঢ়ি আহে ] কথা ইমানেই। এন্টিগনি থাকিলে আটাইবোৰেই শান্তিত থাকিব পাৰিলেহেঁতেন। এতিয়া সকলো শেষ। মৰিব-লগীয়াবোৰ মৰিল। যিবিলাকে কিবা এটা কথা বিশ্বাস কৰিছিল আৰু যিবোৰে একোতে বিশ্বাস নকৰিছিল আটাইবোৰ নজনাকৈয়ে একেখন জালতে বান্ধ খালে। যিবোৰ মৰিল তেওঁলোকৰ শবোৰ পচিব আৰু যিসকল জীয়াই আছে তেওঁলোকে মৰা সকলক পাহৰি যাব। এন্টিগনি আজি শান্তিত শুইছে। কি অসুখেনো তাইক গ্ৰাস কৰিলে আমি নাজানো আৰু কেতিয়াও নাজানিম। এন্টিগনিয়ে ভালদৰেই নিজৰ ভাও দি গ'ল।

[ চন্তৰী দুটা সোমাই আহি আগৰ দৰে তাচ খেলাত লাগি গ'ল ] এতিয়া থীবছৰ ৰাজ প্ৰাসাদত আৰু ক্ৰেয়নৰ মনতো শোকৰ ছাঁ বিৰাজমান। কেবল চন্তৰীবোৰহে নিৰ্বিকাৰ হৈ আছে। এই ঘটনাই সিহঁতৰ মনত কোনো ছাপ পেলাব পৰা নাই। সিহঁতে নিৰ্বিকাৰভাৱে তাচ খেলি আছে আৰু খেলি থাকিব।

[ কোৰাছ ওলাই যায়। মঞ্চ এন্ধাৰ হয়। নাটকৰ অন্তিম যৱনিকা নামি আহে। ] ●

# অন্তিম সংগীত

—এণ্টন চেখভৰ Swan Songঅৰ অনুসৰণত—

**অসমীয়া ৰূপান্তৰ**

**পাত্ৰ-পাত্ৰী ঃ**

মোহন শইকীয়া—বয়স সত্তৰ, মফিজ—বয়স ষাঠি

# অন্তিম সংগীত

[ নাটৰ অভিনয় শেষ হৈ যোৱাৰ পাছত উদং মঞ্চ। সময় মাজ ৰাতি। ধেমেলীয়া অভিনেতাৰ সাজ পিন্ধি প্ৰৱেশ কৰে প্ৰবীণ শিল্পী মোহন শইকীয়াই। মঞ্চ আন্ধাৰ, মাথোঁ তেওঁৰ মুখত স্পটলাইটৰ পোহৰ পৰে। ]

মোহন : আচৰিত কথা! বয়স হৈছে, অভিনয়ৰ পাছত অলপ জিৰণি ল'লোঁ বুলিয়েই টোপনি আহি যাব লাগেনে? কি যে কাণ্ড, কোনোবা এটাই আহি জগায়ো নিদিলে। ভাবিলে চাগৈ বুঢ়া শইকীয়া ভাগৰি পৰিছে অলপ জিৰণি ল'লে লওক। হ'ল বুলিও আৰু গ্ৰীণৰুমৰ চুকটোতে—ছেঃ। থিয়েটাৰ শেষ হোৱা দুঘণ্টা হৈ গ'ল। এতিয়া বাৰটা বাজিছে। এৰা, মোৰো বাৰটা বাজিল! নহ'লেনো চকীত বহোঁতে মৰঘুমটিয়ে পায়নে? অভিনেতা-অভিনেত্ৰীসকলো গ'লগৈ। প্ৰেক্ষাগৃহ উদং। চাৰিওফালে ঘিট্‌মিটীয়া আন্ধাৰ। সেই সাৱিত্ৰীজনী খুব লেনচেলায়, দদাইদেউ, মোমাইদেউ বুলি। খীৰোৱাত ওস্তাদ যাবৰ সময়ত মাত এষাৰ দি যাব নোৱাৰিলে। চকিদাৰটো বাৰু গ'ল ক'লৈ? তাৰোটো এটা দায়িত্ব থকা উচিত। কালি তাক টকা পাঁচটা বক্‌ছিছ দিছিলোঁ বুলি আজি চাগৈ সি মোক আমনি নকৰিলে। নে দেখাই নাপালে নেকি! সি চাগৈ দুৱাৰ-ঘৰ মাৰি নাক ঘোৰঘোৰাই শুই আছে। (চিঞৰি) এই চকিদাৰ! এই তেৱাৰী, নাই কাৰো ৰাই-ৰুই নাই। এহ্ বুকুখন বিষাই গৈছে। হঠাৎ সেই বিষটোৱে আকৌ উক দিলে নেকি! কোনোবায় যদি কয়—"শইকীয়া আৰু নো কিমান দিন—থিয়েটাৰ কৰা এৰক, বুঢ়াও হ'ল। সত্তৰৰ দেওনা পাৰ হ'ল। ডেকা-ডেকেৰীৰ লগত ৰং সানি নচাৰ বয়স আছেনে আৰু? হুঃ মোহন শইকীয়া বুঢ়া হৈছে? এতিয়াও চকুৰ টিপটো মাৰিলে কেইজনী ডেকেৰী লৰৰি আহিব তাৰ খবৰ ৰাখিছনে? (এটা হুমুনিয়াহ কাঢ়ি) এৰা, চাগৈ বুঢ়া হৈছোঁৱেই, এৰা, সত্তৰটা বছৰ। ব্ৰহ্মপুত্ৰৰ দলঙৰ তলেদি লুইতৰ পানী বৈ যোৱাৰ দৰে হেৰাই গ'ল। খামুচি ধৰি ৰাখিব নোৱাৰিলোঁ। এখন ভৰি শ্মশানৰ পিনে আগবঢ়াই

দি মই এয়া থিয় হৈ আছোঁ মোহন শইকীয়া, এটা জীৱন্ত প্ৰহসন ৰূপে! সৌ উইংচৰ দাঁতিত থিয় হৈ আছে পৰজন্মৰ দূত। হাত বাউলি দি মোক মাতিছে। এৰা, জীৱনৰ সত্তৰটা বসন্ত বাগৰি গ'ল। ঘৰলৈ যাব পৰা হ'লে—ঘৰ..........হাঃ হাঃ হাঃ (হঠাৎ চিঞৰি) এই চকিদাৰ—এই তেৱাৰী ক'লৈ গ'লি? [ এনেতে কাষেদি এজন মানুহ ওলাই অহা উমান পায়। ভয়তে চিঞৰি দিয়ে ] কোন কোন কোন? দাৰাৰ কটামূৰ, মোৰাদৰ প্ৰেতাত্মা, চুজাৰ ৰক্তাক্ত দেহ—যা.........যা.........আঁতৰি যা।

মফিজ : মই, মই মফিজ।

মোহন : কোন?

মফিজ : মফিজ, মফিজ প্ৰম্‌টাৰ।

মোহন : হোঃ হোঃ হোঃ মফিজ প্ৰম্‌টাৰ। ইমান ৰাতি ইয়াত কি কৰিছা তুমি?

মফিজ : মই সুবিধা পালেই গ্ৰীণৰুমত শুই থাকোঁ। চকিদাৰটোৱে অলপ মৰম কৰে। পিছে কিন্তু আপুনি আন কাকো নক'ব দেই।

মোহন : ঠিক আছে ঠিক আছে। শুনা মফিজ আজি মই সাতবাৰ ক্লেপ পাইছোঁ বুইছা আৰু হলত কি হাঁহিৰ গিৰ্জনি। মই স্পষ্ট শুনিছোঁ—আগশাৰীৰপৰা কোনোবা এজনে কৈছে—"বয়স হ'লে কি হ'ব শইকীয়াৰ ফৰ্ম একেবাৰে ঠিক আছে।" হাতী মৰিলেও ঘোৰাতকৈ ডাঙৰ, বুইছা মফিজ, দৰ্শকে এতিয়াও মোক বিচাৰে, দৰ্শকে মোক ভাল পায়, কিন্তু জানা যিমান পৰ মঞ্চত থিয় হৈ থাকোঁ সিমান পৰহে কদৰ। নহ'লে কোন কাৰ কোনে খবৰ ৰাখিছে? এই সাৱিত্ৰীজনী, তায়ো যাবৰ সময়ত মাত লগাই নগ'ল বুইছা। সিফালে মাহে মাহে লাগে তাইক এযোৰ মেখেলা-চাদৰ—

মফিজ : বাদ দিয়ক সেইবোৰ। বাদ দিয়ক সেইবোৰ বাজে ছোৱালীৰ কথা। ব'লক মই আপোনাক ঘৰত থৈ আহোঁ।

মোহন : ঘৰ! ক'ত মোৰ ঘৰ?

মফিজ : কিয় সেই বামুণী মৈদামত।

মোহন : আছে অৱশ্যে এটা ঘৰ মোৰ। কিন্তু তাত কোনো নাই। নাই ঘৈণী—নাই ল'ৰা-ছোৱালী—নাই কোনো আত্মীয়-স্বজন। মোৰ কোনো নাই মফিজ—মই একেবাৰে অকলশৰীয়া। মৰম কৰি মাত এষাৰ দিবলৈ কোন আছে মোৰ? মৰিবৰ সময়ত দুটোপাল চকুলো টুকিবলৈ মোৰ কোনো নাই মফিজ! যেতিয়া এইবোৰ ভাবোঁ তেতিয়া বুকুৰ ভিতৰখন হম্ হমাই যায়। কোনে এই বুঢ়াক মৰম কৰি বিছনাত শুৱাই দিব? মোৰ কোনো নাই মফিজ—মই একেবাৰে অকলশৰীয়া!

মফিজ : দৰ্শকে আপোনাক ভাল পায় শইকীয়া ডাঙৰীয়া।

মোহন : দৰ্শক—হোঁ—এই মাজৰাতি তোমাৰ দৰ্শকে গৈ ভাত-পানী খাই শুইছে। তুমি ভাবিছা নেকি দৰ্শকে মোকে সপোনত দেখি আছে। বলিয়া, বলিয়া, তুমি এটা প্ৰকাণ্ড বলিয়া। দৰ্শকে মোক নিবিচাৰে মফিজ—ঘৰ, সংসাৰ, ঘৈণী, ল'ৰা-ছোৱালী মোৰ কোনো নাই মফিজ!

মফিজ : কিন্তু সেইবুলি আপোনাৰ দৰে এজন মানুহে এইদৰে দুখ কৰিবনে?

মোহন : কি মই মানুহ নহয় নেকি? আন দহজনৰ দৰে মোৰ কি হাত-ভৰি নাই? মোৰ তেজৰ সিৰা উপ-সিৰাত তেজ বৈ থকা নাই? বুকুৰ ভিতৰত হাৰ্ট বোলা বস্তু এটা নাই? ডাওৰ ঘৰৰ ল'ৰা মই জানা মফিজ। প্ৰফেচাৰী কৰিছিলোঁ, হঠাৎ দিলোঁ কামটো এৰি। দেউতাৰ অলপ টকা আছিল সা-সম্পত্তিও কিছু আছিল। ভাবিলোঁ ম'বাইল পাৰ্টি এটাকে খুলি পেলাওঁ। মোৰ চেহেৰাও আছিল ভাল। এমেচাৰ পাৰ্টিত থিয়েটাৰ কৰি নামো হৈছিল। কিন্তু কি হ'ব? ব্যৱসায় বুদ্ধি নাই—ধাৰত সোপাকে গ'ল। এতিয়া আনৰ মই দৰমহা খোৱা চাকৰ। অভিনয় কৰোঁ দৰমহা পাওঁ। সকলো গ'ল মফিজ সকলো গ'ল! আজি তাহানিৰ এটা দিনৰ কথা মোৰ স্পষ্ট মনত পৰিছে মফিজ—এজনী ছোৱালী.........

মফিজ : আপোনাৰ চাগৈ টোপনি ধৰিছে। ব'লক শইকীয়া ডাঙৰীয়া—

মোহন : সেই ছোৱালীজনীৰ চেহেৰাটো স্পষ্ট মোৰ চকুত ভাহি উঠিছে। ধুনীয়া চেহেৰা—ভাল বংশৰ ছোৱালী। কি ধুনীয়া তাইৰ চুলিটাৰি? কি ধুনীয়া তাইৰ চকুযুৰী? চাই থাকিলেও যেন হেঁপাহ নপলায় মফিজ। স্পষ্ট মনত আছে, মই মণিমুগ্ধৰ পাৰ্ট কৰিছিলোঁ—

............ৰূপালীম! ৰূপালীম!

মৰ্মৰ মূৰ্তিৰ আঁৰত আৰু জীৱলগা ৰূপ লুকাই নথ'বা। আন্ধাৰ নিশাৰ হিম-চেঁচা সৰোবৰৰ পানীত স্পন্দন আৰু পুলক বিহীন পদুমৰ দৰে নৰ'বা। আহাঁ! তোমাৰ ৰূপৰ লহৰ তুলি, তোমাৰ সৌন্দৰ্যৰ নিজৰাটি, তোমাৰ সুৱলা অমৃতোপম কণ্ঠৰ শুৱদিৰে সানমিহলি কৰি মোৰ ওপৰেদি বোৱাই দি ৰূপৰ ধলেৰে টৌৱাই নিয়া। আহাঁ—ৰূপালীম।.....

o o o o

অভিভূত হৈছিল দৰ্শক—অভিভূত হৈছিল তাই। নিজে আহি মোৰ লগত কথা পাতিছিল—চিনাকি হৈছিল—ঘৰলৈ অহা-যোৱা আৰম্ভ কৰিছিলোঁ। মই তাইক ভাল পাই পেলাইছিলোঁ মফিজ। তায়ো মোক ভাল পাইছিল। এদিন ক'লোঁ—"ব'লা বিয়া কৰাওঁ"—তাই কি উত্তৰ দিলে জানা?

মফিজ : কি?

মোহন : ক'লে—"থিয়েটাৰ এৰি ভাল কাম এটা লোৱা তেতিয়া বিয়া কৰাম।"

মই সুধিলোঁ কিয়? তাই ক'লে—"থিয়েটাৰ কৰা মানুহক ভাল পাব পাৰি—বিয়া কৰাব নোৱাৰি।" মই আকৌ সুধিলোঁ কিয়? তাই ক'লে—"থিয়েটাৰ কৰা একো সন্মানজনক কাম নহয়। বছৰেকৰ মূৰত এখন-দুখন থিয়েটাৰ কৰা বেলেগ কথা। কিন্তু সেইবুলি ওৰেটো জীৱন থিয়েটাকে কৰি থাকিবনে? বিবাহিত জীৱনত মানুহৰ মান-সন্মান বোলা বস্তু এটাতো লাগে।" ইয়াৰ সহজ অৰ্থটো হ'ল এয়েই মফিজ যে থিযেটাৰ কৰা মানুহক ভাল পাব পাৰি কিন্তু বিয়া কৰাব নোৱাৰি।

মফিজ : পুৰণি কথাবোৰ পাহৰি পেলাওক শইকীয়া ডাঙৰীয়া। ব'লক আপোনাক ঘৰত থৈ আহোঁ।

মোহন : বাদ দিলোঁ, বাদ দিলোঁ মফিজ। সকলো বাদ দিলোঁ। পাহৰি গ'লোঁ ছোৱালীজনীক। ক'ত মৰিল গৈ কোনে খবৰ ৰাখিছে তাইৰ—থিয়েটাৰৰ নিচাই মোক পাই বহিল। পাৰ্টৰ পিছত পাৰ্ট কৰি গ'লোঁ। সুন্দৰ কোঁৱৰ, মণিৰাম দেৱান, প্ৰদীপ বৰুৱা, শচীপাত্ৰ, চাহজাহান, ঔৰংজীৱ, ওথেলো, ইডিপাচ, পিয়লি ফুকন। মনত আছে মফিজ তুমিয়েইটো প্ৰম্‌ট কৰিছিলা—

.........বহিম? ক'ত বহিম? এইখনতো স্বৰ্গদেউৰ বৰচ'ৰা নহয় যে তাত বৰ ফুকনৰ বাবে আছুতীয়াকৈ আসন পতা থাকিব? ই অসমীয়াৰ অধঃপতনৰ মেল। ইয়াত তোমালোকে মাতি আনি মণিকূটৰ লাইখুঁটাত ফিৰিঙিক বহুৱাইছা—

o o o o

.........কিয়? কিয়—আমাৰ দেশত কি হিলৈ নাই, বৰতোপ নাই, ডেকা ল'ৰা নাই, চুৰিয়া পিন্ধা এটা মানুহ নাই যে গোৰা পল্টন আহি আমাৰ দেশখন ৰখি থাকিব লাগিব? আমাৰ দেশত কি মহন্ত নাই, গোসাঁই নাই, সত্ৰ নাই, ধৰ্ম নাই যে বিধৰ্মী পাদুৰীয়ে অসমীয়াৰ স্বৰ্গৰ পথ মুকলি কৰি দিব লাগে?

o o o o

...........কৰ্ণেল চাহাব, কলিতা ৰজা মণিৰাম সাধনিয়াৰে তোমালোকক অসমলৈ অহা বাট দেখুৱাই আনিছিল কিন্তু বদনৰ পুতেক এই চাকোলা পিয়লিয়ে তোমালোকক উভতি যোৱাৰ বাট দেখুৱাই দিব।

o o o o

.......মই আকৌ আহিম। মই ভূত হৈ স্বৰ্গদেউৰ মৈদাম ৰখিম। মই আকৌ আহিম। মোক স্বৰ্গ নালাগে, মোক বৈকুণ্ঠ নালাগে, মই সোণৰ

সঁফুৰা, দেৱৰো দুৰ্গম অসমলৈ আকৌ আহিম। আকৌ জনম ল'ম। মই সিহঁতক জীৱন্তে পুৰি মাৰিম। সিহঁতে মোক এবাৰ ফাঁচি দিব, মই দুৱাৰ আহিম। দুবাৰ ফাঁচি দিব দহবাৰ আহিম! এই ফিৰিঙিক নেখেদোঁ মানে মই জনমে  জনমে ডিঙিত চিপ-জৰী ল'ম।...........

মানুহে কৈছিল—কি টেলেণ্ট শইকীয়াৰ। হুঃ টেলেণ্ট! লাহে লাহে বয়স বাঢ়িল। কণ্ঠস্বৰৰ শক্তি কমিল। নতুন চাৰিত্ৰৰ ৰূপ দিয়াৰ ক্ষমতা নাইকিয়া হ'ল। অভিনয় মঞ্চৰ দেৱালে দেৱালে কাৰ অদৃশ্য হাতে ক'লা অওঠাৰে লেখি দি গ'ল প্ৰাক্তন অভিনেতা  মোহন শইকীয়াৰ অপমৃত্যুৰ কৰুণ বাতৰি। বিশ্বাস কৰা মফিজ আগতে এই কথা নাজানিছিলোঁ। আজি নিশা এই কথা মই উপলব্ধি কৰিলোঁ। শূন্য প্ৰেক্ষাগৃহৰ মঞ্চ অকলে আন্ধাৰত থিয় হৈ যেতিয়া উভতি চালোঁ তেতিয়া দেখিলোঁ আন্ধাৰ অতীতে মোৰ ফাললৈকে চাই আছে। চায়েই আছে মোৰেই জীৱনৰ সত্তৰটা বছৰে। মোৰ সমুখত থিয় হৈ আছে.........বৃদ্ধ স্থবিৰ জৰাজীৰ্ণ মোহন শইকীয়া। আৰু অলপ আগুৱাই গ'লেই শ্মশান-চিতাৰ উত্তাপ লাগিব গাত। পুৰি চাই কৰি দিব মোক।

মফিজ : আহ আপুনি মনে মনে অকণমান বহকচোন—ভাগৰি পৰিছে। অকণমান জিৰাওক। পাহৰি যাওক অতীতৰ কথাবোৰ। ভগৱান আছে শইকীয়া ডাঙৰীয়া ভগৱান আছে। অদৃষ্ট বোলা বস্তুটো আপুনি মানেতো—(চিঞৰি) এই চকিদাৰ—এই তেৱাৰী—

মোহন : কি কৰিব নোৱাৰিছিলোঁ মই ডেকা বয়সত? মোৰ অভিনয় চাই কিমানে যে অভিনন্দন জনাইছিল। ক'ত সেই দিনবোৰ হেৰাই গ'ল? ক'ত গ'ল মোৰ জীৱনৰ সত্তৰটা বছৰ? তথাপি মই স্পষ্ট অনুভৱ কৰিছোঁ মফিজ। মোৰ টেলেণ্ট এতিয়াও নাইকিয়া হৈ যোৱা নাই। দেহত যদি তেজ থাকে তেন্তে সেই তেজৰ স'তে মিহলি হৈ আছে মোৰ টেলেণ্ট। ইয়াৰ নাম যদি যৌৱন নহয়, ইয়াৰ নাম যদি শক্তি নহয়, জীৱন নহয়, তেন্তে জীৱন বস্তুটো কি? প্ৰতিভা যাৰ আছে বয়সে তাক কি কৰিব পাৰে? এয়েতো জীৱনৰ মূল সত্য। মফিজ মোৰ এক্টিং ভাল লাগিছে নহয় নে—এতিয়াও মোৰ মনত আছে ইডিপাচৰ অন্তৰৰ সেই বেদনাসিক্ত অভিনয়ৰ কথা।

(ভেৰাৰখীয়াৰ বচন মফিজে কয়)

o o o o

ইডিপাচ : সেই সন্তান জোকাষ্টাই দিছিল তোমাক?

ভেৰাৰখীয়া : হয় প্ৰভু—

ইডিপাচ : কিন্তু কিয়?

ভেৰাৰখীয়া : হত্যা কৰিবলৈ।

ইডিপাচ : হত্যা কৰিবলৈ? মাতৃৰ হৃদয় ইমান নিষ্ঠুৰ ইমান নিৰ্মম!!

ভেৰাৰখীয়া : দৈৱবাণীৰ ভয়তে প্ৰভু।

ইডিপাচ : দৈৱবাণী? কি সেই দৈৱবাণী?

ভেৰাৰখীয়া : সেই পুত্ৰ হেনো পিতৃঘাতী হ'ব।

ইডিপাচ : তথাপি তুমি সেই শিশুটিক কিয় হত্যা নকৰিলা?

ভেৰাৰখীয়া : এধানিমান শিশু, কোন সতে হত্যা কৰোঁ তাক, মৰম লাগিল প্ৰভু। ভাবিছিলোঁ দূৰ-দূৰণিলৈ গ'লে তাৰপৰা একো অন্যায় নহ'ব। শিশুটিও জীয়াই থাকিব।

ইডিপাচ : ভগৱান। এটি এটিকৈ প্ৰত্যেকটো কথাই হ'ল প্ৰমাণিত আৰু একো বাকী নাই। পৃথিৱীৰ আজি মই হীনতম জীৱ। অভিশপ্ত মই। মোৰ বিবাহ কলংকময়। মহা পাপী মই, পিতৃ হত্যাকাৰী। নাই নাই পোহৰ নাচাওঁ মই। মোৰ গোটেই জীৱন আন্ধাৰে আবৰি পেলাওক।........

মফিজ : আগৰ দিনৰ দৰেই আপোনাৰ প্ৰতিভা এতিয়াও উজ্জ্বল হৈ আছে। ঠিক আগৰ দৰেই।

মোহন : মফিজ, বয়স বাঢ়িছে তাতে কি হ'ল? এয়েইতো জীৱনৰ নিয়ম— আৰে—তুমি কান্দিছা কিয়—তোমাৰ চকুত পানী কিয়? (বুকুত সাৱটি ধৰে) আহা আহা চকুপানী মচা—মফিজ ভাই এয়েতো জীৱন—আৰ্ট যি মানুহে ভাল পাইছে তাৰ ওচৰত বাৰ্ধক্য নাই মফিজ। সি অকলশৰীয়া নহয়—সি মৃত্যুক গচকি হাঁহি হাঁহি আগবাঢ়ি যাব পাৰে। (নিজৰ চকুপানী ওলায়) নাই নাই মফিজ—ঠিকেই মফিজ আমাৰ দিনবোৰ হেৰাই গ'ল—শেষ হৈ গ'ল—জীৱনৰ পাত্ৰ শূন্যতাৰে ভৰাই দি ক'লৈ পলাই গ'ল প্ৰতিভা? ক'লৈ গ'ল টেলেন্ট—ক'ব পাৰা মফিজ? যোৱাৰ আগতে দীনতাৰ মুখা পিন্ধাই থৈ গ'ল মোহন শইকীয়াক। তুমি মফিজ আহমেদ, তোমাৰ চিৰতিকাল কাটি গ'ল প্ৰম্পটাৰি কৰিয়েই। ব'লা ব'লা আমি যাওঁ। আচল কথা কি জানা মফিজ, প্ৰতিভা ত্ৰতিয়া মোৰ একো নাই। ধেমেলীয়া পাৰ্টটো অকণমান ভালকৈ কৰোঁ—সেয়ে মোৰ চাকৰিটো আছে। কিন্তু কিছুদিনৰ পাছত তাৰপৰাও খেদা খাম। আজি মনত পৰিছে ওথেলোৰ সেই সংলাপ

.........বিদায় মনৰ শান্তি সন্তুষ্টি
বিদায় সজ্জিত সৈন্যবাহিনী
ৰণক্ষেত্ৰৰ ৰণ কোলাহল
আৰু মহৎ উচ্চাকাংক্ষা
বিদায় অশ্বৰ হ্ৰেষা
ৰণ শিঙাৰ তীক্ষ্ণধ্বনি
প্ৰাণ উতলা কৰা ৰণভেৰীৰ ৰণ আহ্বান
ৰাজকীয় পতাকা গৰ্ব অহংকাৰ
গৌৰৱমণ্ডিত যুদ্ধৰ জাক-জমকতা—
অমৰ প্ৰেমৰ অশনি সংকেত
হিলৈৰ হুংকাৰ—
বিদায়—
ওথেলোৰ বাবে সকলো শেষ হ'ল আজি
বিদায়, বিদায়, বিদায়—

[ পোহৰ লাহে লাহে নাইকিয়া হয়। পট পৰে। ]

# জেন আয়াৰ

**উপন্যাসৰ সম্পাদনা আৰু নাট্য ৰূপান্তৰৰ**
**দ্বিতীয় তাণ্ডৰণ**

শ্বাৰ্লোট ব্ৰন্টীৰ অমৰ প্ৰেম কাহিনী জেন আয়াৰ এখন বিশ্ব বিশ্ৰুত উপন্যাস। মই জনাত ইয়াৰ অসমীয়া ৰূপান্তৰ কৰিছে শ্ৰীমতী মিনতি ৰাজখোৱাই। কোৱা বাহুল্য, এই 'জেন আয়াৰ' চমু অনুষ্টুপীয়া মঞ্চৰূপ প্ৰস্তুত কৰোঁতে মূল পুথিৰ লগতে শ্ৰীমতী ৰাজখোৱাৰ অনুবাদখনৰো কিছু সহায় লৈছো। তেখেতৰ প্ৰতি মই এই ছেগতে ধন্যবাদ জনাই থ'লোঁ। শ্বাৰ্লোট ব্ৰন্টীয়ে এই পুথিখন লিখিছিল ১৮২০ আৰু ১৮৪৯ চনৰ ভিতৰত। তেওঁৰ ভনীয়েক এমিলি ব্ৰন্টীও (১৮১৬-১৮৫৫) এগৰাকী উপন্যাসিকা আছিল। তেওঁৰ 'উইডাৰিং হাইটচ্' বোলা পুথিখনো 'জেন আয়াৰ'ৰ দৰেই লেখত ল'বলগীয়া। মই আশা কৰোঁ 'জেন আয়াৰ'ৰ সৰল নিষ্ঠাৰ জীৱনটোৱে দৰ্শক-পাঠকৰ অন্তৰ নিশ্চয় স্পৰ্শ কৰিব।

## চৰিত্ৰসমূহ ঃ—

১। জেন আয়াৰ ঃ ৰচেষ্টাৰৰ জীয়েক এডেলীৰ শিক্ষয়িত্ৰী, যুৱতী।
২। ৰচেষ্টাৰ ঃ থৰ্ণফিল্ড হলৰ গৰাকী, আদবয়সীয়া।
৩। ফেয়াৰফেক্স ঃ থৰ্ণফিল্ডৰ গভৰ্ণেছ, বুঢ়ী।
৪। এডেলী ঃ ৰচেষ্টাৰৰ জীয়েক, সৰু ছোৱালী।
৫। ইনগ্ৰাম ঃ এগৰাকী যুৱতী।
৬। মেচন ঃ এজন ভদ্ৰলোক।
৭। মিছেচ ৰচেষ্টাৰ ঃ আদবসীয়া মহিলা।
৮। মেৰী ঃ ৰচেষ্টাৰৰ বুঢ়া লগুৱাৰ পৰিবাৰ।

# জেন আয়াৰ

[ নাটকৰ ঘোষিকা আৰু প্ৰধান চৰিত্ৰ জেন আয়াৰক বেলেগ নকৰি একেটা চৰিত্ৰতে বিলীন কৰা হৈছে ]

জেন ঃ মোৰ ঘটনাবহুল জীৱনৰ আলামত শ্বাৰ্লোট ব্ৰন্টীয়ে ৰচনা কৰিছিল তেওঁৰ প্ৰখ্যাত উপন্যাস 'জেন আয়াৰ।' হয়তো মই আছিলো ইংলণ্ডৰ এগৰাকী লাজকুৰীয়া অভাৱগ্ৰস্তা নিচেই সৰু ছোৱালী, যিজনীয়ে তাইৰ সৰু কালছোৱা ভুগিবলগীয়া হৈছিল নানা ধৰণৰ জীয়াতু। অ' আপোনালোকক ক'বলৈ পাহৰিছিলোৱেই যে মোৰে নাম জেন আয়াৰ। মই হয়তো মোৰ দৰে হেজাৰ হেজাৰ নিঃকিন ছোৱালীৰ দৰে অনাদৰ আৰু অভাৱৰ মাজত হেৰাই গ'লোঁহেঁতেন। কিন্তু শ্বাৰ্লোট ব্ৰন্টীয়ে অন্তৰৰ আপুৰুগীয়া মৰমেৰে মোক তুলি ল'লে আৰু তাৰ ফলতেই মই হৈ পৰিলোঁ আপোনালোকৰ দৰে বহুতৰে মৰমৰ জেন। এতিয়া সেয়ে বাস্তৱৰ সেই জেনক পাহৰি বিশ্বৰ সকলো ঠাইৰ মানুহেই শ্বাৰ্লোট ব্ৰন্টীৰ উপন্যাসৰ নায়িকা জেন আয়াৰৰ কথাকে কয়। অ' আপোনালোকৰ চাগে খঙেই উঠিছে মই এই দীঘল পাতনি তৰি লোৱা কাৰণে। অনুগ্ৰহ কৰি ধৈৰ্য নেহেৰুৱাব। মই পাতনিৰ মোখনি মাৰিছোঁ। উপন্যাসৰ নায়িকা জেন আয়াৰ হিচাপে মই মোৰ কাহিনী কৈ যাম। অৱশ্যে সৰু কালছোৱাত জীয়াতু ভোগাৰ কথাখিনি মই বাদ দিম। সেইখিনি কথা মই নিজেও আজি পাহৰি যাব খুজিছোঁ। যিদিনা পোন প্ৰথম মই থৰ্ণফিল্ড হললৈ শিক্ষয়িত্ৰী কামটো কৰিবলৈ আহিলোঁ সেইদিনাৰপৰাই আৰম্ভ হ'ল মোৰ এক নতুন জীৱন। এই জীৱনটো সুখ আৰু বিষাদেৰে ভৰা হ'লেও ই আপোনালোকৰ মনত এক মধুৰ আবেগৰ সৃষ্টি কৰিব বুলি মোৰ কাহিনী, অৰ্থাৎ উপন্যাসৰ নায়িকাৰ কাহিনী মই ইয়াৰ পৰাই আৰম্ভ কৰিম।

[ মঞ্চ এন্ধাৰ হয়। সংগীত সেতু। ]

• •

[ পোহৰ হ'লত দেখা যায় জেন আন এঠাইত থিয় হৈ আছে। স্পটলাইটে তাইক অনুসৰণ কৰে। সংগীতৰ চেপা সুৰ আবৃহত থাকিব। ]

জেন : সেইদিনাখন আবেলি ফুৰিবলৈ বুলি মই ওলাই আহিছিলোঁ। উভতি যাওঁতে মই আলিবাটৰ দাঁতিৰ এচটা শিলত বহি খন্তেক জিৰাইছিলো। জানুৱাৰী মাহৰ সন্ধিয়া বেছ নিয়ৰ পৰিছে। কোনো ক'তো নাই। কেৱল মই অকলে বহি আছোঁ। এনেতে শুনিলোঁ কোনোবা এজনে দূৰৈৰপৰা ঘোঁৰা চেঁকুৰাই আহিছে।
(দূৰৈৰ ঘোঁৰা চেঁকুৰী অহা শব্দ ওচৰ চাপি পাৰ হৈ যায়।)
মই ভাবিছিলোঁ মানুহজনক ওলগ জনাম। কিন্তু হঠাতে সেমেকা মাটিত ঘোঁৰাৰ ঠেং পিছলি গ'ল আৰু মানুহজন উফৰি পৰিল।

[ ঘোঁৰাটো দেখুৱাব নোৱাৰিলেও action-এ দৃশ্যটো ফুটাই তুলিব লাগিব ]

মই এনে এটা পৰিস্থিতিৰ কাৰণে প্ৰস্তুত নাছিলোঁ। তথাপি লৰমাৰি গৈ সুধিলোঁ—"দুখ পালে নেকি?" মানুহজনে লাজ পাইছিল চাগৈ, মুখেৰে অলপ ভোৰভোৰালে। মই ওচৰ চাপি ক'লোঁ—ঘোঁৰাৰপৰা পৰি আপুনি চাগৈ ভৰিত দুখ পাইছে.....

ৰচেষ্টাৰ : চাওঁ আঁতৰা। অ' ভৰিখন ভঙা নাই চাগৈ। মই পুনৰ ঘোঁৰাত উঠিব পাৰিম।

জেন : বেয়া নাপায় যদি মোৰ কান্ধতে ভৰ দি উঠক। মই ক্ষীণ যদিও দুৰ্বল নহয়।

[ ঘোঁৰাৰ হিঃ হিঃ কৰা শব্দ ]

ৰচেষ্টাৰ : ধন্যবাদ। বাৰু আহা।

[ নেপথ্যত : জেনৰ কান্ধত ভৰ দি ঘোঁৰাত উঠে। ]

বাটটো ইমান পিছল হৈছে বুলি মই ভবাই নাছিলোঁ। ভৰিখন ঠিকে আছে। ভঙা নাই। (ওলাই আহি) অ' তোমাৰ নামটোকে সোধা নাই নহয়।

জেন : জেন আয়াৰ।

ৰচেষ্টাৰ : এই অসময়তনো তুমি ক'ৰপৰা আহিছা?

জেন : থৰ্ণফিল্ড হলৰপৰা।

ৰচেষ্টাৰ : তোমাক দেখিলেতো লিগিৰী যেন নালাগে।

জেন : মই শিক্ষয়িত্ৰী।

ৰচেষ্টাৰ : অ' হয় নেকি। কাক পঢ়োৱা?

জেন ঃ তাত এজনী ধুনীয়া সৰু মৰম লগা ছোৱালী আছে, তাইক।

ৰচেষ্টাৰ ঃ পিছে থৰ্ণফিল্ড হলত থাকি কেনে লাগিছে? তাত বোলে নিশা কোনোবা তিৰোতা মানুহৰ বিকট্ চিঞৰ শুনা যায়। কোনোবা এটা বন্ধ কোঠালিৰপৰা হেনো ভয় লগা হাঁহিৰ শব্দ ভাহি আহে।

জেন ঃ মোৰ থাকি ভালেই লাগিছে। মই তেনে কোনো শব্দ শুনা নাই।

ৰচেষ্টাৰ ঃ সঁচা কথা ক'বলৈ ভয় কৰিছা কেলেই? তাত জানো তেনেকৈ চিঞৰি থকা, হাঁহি থকা তিৰোতা এজনী নাই?

জেন ঃ আছে হয়। সেইটো কি ৰহস্যজনক কথা। প্ৰথমে ভয় লাগিছিল। চক খাইছিলোঁ, কিন্তু যেতিয়া জানিলোঁ যে তাই তাতে কাম কৰা এজনী লিগিৰী, নাম গ্ৰেচস্কুল। তেতিয়া ভয় আঁতৰিল। মানুহজনীৰ অলপ মূৰৰ বিকাৰ আছে নেকি? মিষ্টাৰ ৰচেষ্টাৰ বৰ ভাল মানুহ শুণেহে তাইক ৰাখিছে। নহ'লে তাইৰ বা কি আলাই-আথানী হ'লহেঁতেন।

ৰচেষ্টাৰ ঃ এই মিষ্টাৰ ৰচেষ্টাৰজননো কোন?

জেন ঃ থৰ্ণফিল্ড হলৰ গৰাকী।

ৰচেষ্টাৰ ঃ বৰ ভাল মানুহ নহয়নে? দেখিবলৈকো চাগৈ শুৱনি।

জেন ঃ মই তেখেতক দেখা নাই। মই থৰ্ণফিল্ডৰ কামটো লোৱা কেইমাহ মানহে হৈছে। মই কামটো লোৱাৰ আগতে তেখেতে হেনো এবাৰ আহিছিল।

ৰচেষ্টাৰ ঃ তাৰ মানুহবোৰেনো তেওঁৰ বিষয়ে কি কয়?

জেন ঃ বিৰাট ঘৰটো চোৱা-চিঁতা কৰা মহিলা মিছেচ ফেয়াৰফেক্সে কয় তেওঁৰ স্বভাৱটো হেনো বৰ আচৰিত ধৰণৰ।

ৰচেষ্টাৰ ঃ (হাঁহে) আচৰিত ধৰণৰ হয়নে?

জেন ঃ যিজনী ছোৱালীক মই পঢ়ুৱাওঁ তাই মিষ্টাৰ ৰচেষ্টাৰৰ কথা বৰকৈ কয়। তাৰপৰা মই অনুমান কৰিছোঁ মিষ্টাৰ ৰচেষ্টাৰ এজন মৰমীয়াল মানুহ।

ৰচেষ্টাৰ ঃ তাইক চাগৈ ৰচেষ্টাৰে আহিলে ল'জেন, তাইৰ ওমলা বস্তু দিয়ে। সেয়েহে তেনেকৈ কয়।

জেন ঃ তাইৰ বয়স দহ বছৰ মানহে হৈছে। তাইৰ মাক দেউতাক হেনো ফৰাচী দেশৰ। ঘাট-মাউৰা ছোৱালীজনীক ৰচেষ্টাৰে তুলি লৈছে।

ৰচেষ্টাৰ ঃ তোমাৰ এই মিষ্টাৰ ৰচেষ্টাৰজনক লগ পালে তুমিও তাইৰ দৰে ক'বা নে?

জেন ঃ ক'ম চাগৈ।

ৰচেষ্টাৰ ঃ ইচ্ কথা পাতোঁতে পাতোঁতে বহুত পলম হ'ল। অকলে উভতি যাব পাৰিবাতো?

জেন ঃ পাৰিম পাৰিম। আপুনি যাওক।

ৰচেষ্টাৰ : তোমাৰ লগত কথাপাতি বেছ ভাল লাগিল। তোমাৰ মিঠা মাতষাৰিৰে সঁহাৰি দিয়াৰ বাবে অশেষ ধন্যবাদ। মই তেন্তে আহোঁ।

• •

[ জেনে মানুহজনক আগবঢ়াই দিয়ে। তেওঁ ভদ্ৰতাসূচক অভিবাদন জনাই ঘোঁৰা চেঁকুৰাই গুচি যায়। জেনে কিবা এটা ভাবত অভিভূত হৈ সেই ফালে চাই থাকে। সেই সময়তে থৰ্ণফিল্ডৰ কাম-কাজ চোৱা বুঢ়ী গভৰ্ণেছ গৰাকী দৌৰি জেনৰ ওচৰ চাপি কয়। ]

ৰেয়াৰফেক্স : এয়া থৰ্ণফিল্ড। মিঃ ৰচেষ্টাৰৰ বিৰাট হাউলি। ঘৰে-বাৰীয়ে তেনেই জাতিস্কাৰ। পুৰণিদিনীয়া ডাঙৰ ডাঙৰ অট্টালিকাবোৰৰ আগভাগ দেখিছা নহয়। ঘৰবোৰ ওখ, দুই-তিনি তলীয়া। মাজে মাজে লুংলুঙীয়া বাটবোৰ। পৰিৱেশটো প্ৰথমে তোমাৰ আচহুৱা যেন লাগিছিল নহয়নে?

জেন : মোৰ সন্দেহ হৈছিল ঠিক ঠাইলৈকে আহিছোঁ নে নাই। সেয়ে হাতত থকা কাগজখিলাত লিখি থোৱা ঠিকনাটো এবাৰ ভালকৈ পঢ়ি চাইছিলোঁ।

ফেয়াৰফেক্স : মই মিছেচ্ ফেয়াৰফেক্সৰ ঘৰ-বাৰীৰ চোৱা-চিঁতা কৰা গভৰ্ণেছ। ঠাই-ডোখৰ ইমান নিজম যে মই ভবাই নাছিলোঁ ঠিকনাটো ইমান সহজতে উলিয়াব পাৰিবা। বাটত ঘোঁৰা চেঁকুৰাই অহা এজন সম্ভ্ৰান্ত মানুহক দেখিছিলানে?

জেন : দেখিছিলোঁ—

ফেয়াৰফেক্স : তেৱেঁই মিষ্টাৰ ৰচেষ্টাৰ, এই বিৰাট হাউলিটোৰ মালিক। কিন্তু ইয়াত নাথাকে। মাজে মাজেহে থাকিবলৈ আহে।

জেন : ইয়াত তেন্তে কোন থাকে?

ফেয়াৰফেক্স : তেওঁৰ সৰু ছোৱালীজনী—এডেলী তাইৰ নাম। তাইৰ লগ-সংগ নাই দেখি কাগজত বিজ্ঞাপন দিছিল। তোমাৰ চেহেৰা-পাতি চাই মোৰ মনে ধৰিছে তোমাক তেওঁ পছন্দ কৰিব। পিছে আমাৰ পলম কৰিবৰ সময় নাই। ৰাতিৰ সাজ খোৱাৰ পিছতহে তোমাক লগ পাব খোজে। তুমি ততাতৈয়াকৈ মোৰ পিছে পিছে আহা। তোমাৰ থকা-মেলাৰ সা-সুবিধা কি কৰিব পাৰোঁ চাওঁ।

[ তেওঁলোক আগবাঢ়ি যাওঁতে বাটতে ৰচেষ্টাৰৰ জীয়েক

এডেলীয়ে তেওঁলোকক লগ পালে। এডেলীজনী বৰ মৰমলগা ছোৱালী। হাতত কিছুমান টোপোলা আনি মোক আগভেটি ধৰিলে। ]

এডেলী ঃ অ' তুমি হ'বলা মোৰ নতুন চিষ্টাৰ। তুমি আহিলা বৰ ভাল হ'ল, নহ'লে এই মস্ত ডাঙৰ ঘৰটোত অকলশৰে থাকিবলৈকে ভয় লাগে। তদুপৰি সেই বুঢ়ীজনীয়ে যে নিশটো এনে বিকট্‌কৈ খিল্-খিল্‌াই হাঁহে, চিঞৰে ভয়তে মই পেপুৱা লাগোঁ। অ' চোৱা, মোৰ দেউতাই মোলৈ কিমান বস্তু আনিছে। ইমানবোৰ টফি, ল'জেন আৰু এইটো চোৱা মস্ত ডাঙৰ পুতলা। মোৰ সমানেই হ'ব। শুৱাই দিলে চকু মুদি দিয়ে, বহুৱাই দিলে চকু মেলি দিয়ে। এতিয়াৰপৰা তুমি আৰু মই এই পুতলাটোৰ লগত ওমলি থাকিম।

(এনেতে পাগলী মানুহ এজনীয়ে দূৰৈত খিল-খিলাই হঁহা আৰু চিঞৰাৰ শব্দ ভাহি আহে। এবাৰ জেনৰ সন্দেহ হয় মানুহজনী আন কোনোবাহে, ফেযাৰফেক্স নহয়। মিঃ ৰচেষ্টাৰৰ আগমনে যেন হাউলীটোৰ পৰিৱেশতেই এই উখল-মাখলৰ ঢৌ আনি দিছে। নিজৰ কোঠালৈ গৈ জেনে সাজ সলালে। দীঘল ক'লা গাউনটো পিন্ধিলে। এইটোৰে তাই বেছ ধুনীয়া দেখিছে। তাৰ পিছত ফেযাৰফেক্সৰ লগত মিঃ ৰচেষ্টাৰক লগ ধৰিবলৈ ৰচেষ্টাৰৰ কোঠালৈ আহিল। মিঃ ৰচেষ্টাৰে টুল এখনত ভৰি দি চিমনিত হাত ফুৰাই আছিল। পৰিৱেশ আৰু পোহৰ কিছু সলনি হ'ব।)

ৰচেষ্টাৰ ঃ সেই চকীখনতে ওচৰ চাপি বহা। চাবা মোৰ ভৰিখন নুখুন্দিয়াবা আকৌ।

ফেযাৰফেক্স ঃ মিষ্টাৰ ৰচেষ্টাৰে ভৰিত.....

ৰচেষ্টাৰ ঃ মিছ আয়াৰে সেই কথা জানে। তেৰেঁতো ইয়াৰ বাবে দায়ী।

ৰচেষ্টাৰ ঃ তেওঁলৈ চায়েই মোৰ ঘোঁৰাটোৱে ঠিকমতে ভৰি পেলাবলৈ পাহৰি গ'ল। নহয়নে মিছ আয়াৰ?

জেন ঃ ন-ন-নহয় ছাৰ।

ৰচেষ্টাৰ ঃ তেন্তেনো শিলচটাত বহি অকলে অকলে কি কৰিছিলা? কোনোবা বন্ধুৰ বাবে বৈ আছিলা নেকি?

ফেয়াৰফেক্স ঃ (টপৰাই) মিছ আয়াৰৰ তেনে কোনো বন্ধু-চন্ধু নাই। আপুনি এইবোৰ কথা কেলেই উলিয়াইছে বাৰু।

ৰচেষ্টাৰ ঃ শুনি যদি ভাল লগা নাই তুমি যাব পাৰা।

ফেয়াৰফেক্স ঃ মই যাবঁেই পাই, সিফালে বহুতো কাম পৰি আছে।

ৰচেষ্টাৰ : অ' যোৱা। দুৱাৰখন জপাই থৈ যাবা।

[ ফেয়াৰফেক্স যায় ]

ৰচেষ্টাৰ : চকীখন আৰু ওচৰলৈ টানি আনা মিচ্ আয়াৰ।

ৰচেষ্টাৰ : তুমি মোক ইয়াত দেখি আচৰিত হৈছা নহয়?

জেন : হয় ছাৰ।

ৰচেষ্টাৰ : মোক দেখি ভাল লগা নাই?

জেন : আপুনি তেতিয়া মোক যি প্ৰশ্ন কৰিছিল সেইবোৰ আপুনি জানিছিল। তেনেভাৱে প্ৰশ্ন কৰাটো আপোনাৰ বাবে উচিত হোৱা নাই।

ৰচেষ্টাৰ : জানিছিলোঁ যদিও তোমাৰ মুখৰপৰা শুনিবলৈ ইচ্ছা কৰাত কি দোষ হ'ব পাৰে? মোৰ প্ৰকৃত পৰিচয় দিয়া হ'লে তুমি এই ধৰণে মুকলিভাৱে উত্তৰেই নিদিলাহেঁতেন।

জেন : মই সদায়ে মুকলিভাবে কথা কওঁ।

ৰচেষ্টাৰ : হয় নেকি? তেন্তে কোৱাচোন মই ধুনীয়া নে?

জেন : নহয় ছাৰ।

ৰচেষ্টাৰ : (ডাঙৰকৈ হাঁহি) তুমিতো সাংঘাতিক। টপৰাই উত্তৰটো দি দিলা।

জেন : ক্ষমা কৰিব। মই ইমান টপৰাই উত্তৰটো দিব নালাগিছিল।

ৰচেষ্টাৰ : কথা ঘূৰাবলৈ চেষ্টা নকৰিবা। মোক সমালোচনা কৰিলে মই বেয়া নাপাওঁ। মোৰ কপালখনলৈ চাই মোক বুৰ্বক যেন লাগেনে?

জেন : নালাগে। কিন্তু......

ৰচেষ্টাৰ : কিন্তু কি?

জেন : আপুনি মানুহৰ উপকাৰ কৰি ভাল পায়।

ৰচেষ্টাৰ : বেছতো। পেটত চুৰি বহুৱাই কপালত হাত বুলাইছা। ঠিক আছে মিচ্ আয়াৰ। কিন্তু আনৰ উপকাৰ কৰি ভাল পোৱা ধৰণৰ মানুহ মই নহয়। অৱশ্যে মোৰ এটা বিবেক আছে ; এই কথা মনত ৰাখিবা।

জেন : ৰাখিম ছাৰ।

ৰচেষ্টাৰ : আবেলি তোমাক কৰা ব্যৱহাৰৰ বাবে মই অনুতপ্ত।

জেন : মই এতিয়া আৰু সেই কথাটো ভাবি থকা নাই ছাৰ।

ৰচেষ্টাৰ : (হঠাৎ কঠোৰ হৈ) মাজে মাজে মই ভীষণ অনুতপ্ত হৈ পৰোঁ মিছ আয়াৰ। তুমি সদায়ে সৎপথে চলিবা আৰু গহীন হৈ থাকিবা। যেতিয়া কিবা ভুল কৰা তাৰ বাবে ভীষণ অনুতাপ কৰিবা।

জেন : অনুতাপ কৰিলে মানুহৰ মনৰ বেয়া ভাববোৰ আঁতৰে বুলি কয়, মিষ্টাৰ ৰচেষ্টাৰ।

ৰচেষ্টাৰ : তোমাৰ বয়স কম মিছ আয়াৰ। তোমাক এযাবি কথা কওঁ শুনা.........

বাৰু থাওক এতিয়া একোকে নকওঁ। থৰ্ণফিল্ডত সন্ধিয়াবোৰ মোৰ বৰ অকলশৰীয়া যেন লাগে। তুমি মোৰ সৈতে কথা পাতিবাহিনে?

জেন : নিশ্চয় পাতিম।

ৰচেষ্টাৰ : কিন্তু মাটিৰ ফালে চাই ছাৰ ছাৰ বুলি নহয় দেই। বন্ধুৰ দৰেহে। আহিবা নে বাৰু?

জেন : আহিম, যদি আপুনি বেছিকৈ বাজে কথাবোৰ কৈ নাথাকে।

ৰচেষ্টাৰ : তুমি ভবাৰ দৰে বাজে কথা কেতিয়াও মই নকওঁ। বাজে কথা কোৱাৰ মোৰ স্বভাৱেই নহয়। আহিবা দেই।

জেন : আহিম মিষ্টাৰ ৰচেষ্টাৰ।

ৰচেষ্টাৰ : বেছ এতিয়া যোৱা।

জেন : গুড্ নাইট ছাৰ।

ৰচেষ্টাৰ : গুড্ নাইট জেন আয়াৰ। (মঞ্চ এন্ধাৰ হয়)

(অন্য এটা জ'নত জেনৰ মুখত পোহৰ পৰে। চৌদিশ অন্ধকাৰ জেনৰ শোৱনি কোঠাৰ পৰিবেশ)

জেন : মিষ্টাৰ ৰচেষ্টাৰ প্ৰতি প্ৰথম সাক্ষাততেই মই যেন অদ্ভুত এটা আকৰ্ষণ অনুভৱ কৰিছিলোঁ। পাছৰ কেইসপ্তাহমানো এই ধৰণে বহি তেওঁৰ লগত কথা পতাৰ সুযোগ মই পাইছিলোঁ। সেই সুযোগেই আকৰ্ষণ আৰু গভীৰ কৰি তুলিছিল কিন্তু মই যে মাথোন এজনী দৰমহা পোৱা ঘৰৱা শিক্ষয়িত্ৰী আৰু এইটোৱেই যে তেওঁৰ লগত মোৰ প্ৰকৃত সম্বন্ধ। এই চিন্তাই মোৰ মনটোৰ ওপৰত বিষাদৰ ছাঁ পেলাইছিল। নিশা বিছনাত পৰোঁতে সদায় এই চিন্তাই মোৰ মনটোক খুলি খুলি খাইছিল যে মোৰ অন্তৰৰ ভাব মূৰ্খৰ দৰে তেওঁৰ আগত প্ৰকাশ কৰি দিয়া পৰিস্থিতি এটা উদ্ভৱ হোৱাৰ আগতেই মই থৰ্ণফিল্ড এৰি গুচি যাব লাগিব। এনেবোৰ চিন্তাত বিছনাত ইকাতি-সিকাতি কৰি থাকোতে এদিন নিশা মই শুনিলোঁ—

(আঁতৰৰপৰা বিকট হাঁহিৰ শব্দ ভাহি আহিব)

হাঁহিটো আজি আগতকৈয়ো বিকট যেন লাগিছে। মই বৰ ভয় খালোঁ। হাঁহিৰ শব্দটো যেন লাহে লাহে আঁতৰি গ'ল। চাৰিফালে নিস্তব্ধতা। কাৰো কোনো সাৰ-সুৰ নাই।

[ জেনে বিছনাৰপৰা জাঁপমাৰি উঠি গৈ কোঠাৰ দুৱাৰখন ভিতৰৰপৰা বন্ধ আছে নে নাই চালেগৈ। দুৱাৰখনৰ ওচৰ পাওঁতেই ধোঁৱাৰ গোন্ধ এটা তেওঁৰ নাকত লাগিল। দুৱাৰখন ঘপকৰে মেলি বাহিৰলৈ চাওঁতে দেখিলে যে ধোঁৱাই চৌদিশ

আৱৰি ধৰিছে। ধোঁৱাবোৰ আহিছে মিষ্টাৰ ৰচেষ্টাৰৰ কোঠাৰপৰা। তেওঁ হুলঘৰেদি লৰৰি ৰচেষ্টাৰৰ কোঠা পালেগৈ আৰু দাঁতিত থকা পানীৰ পাত্ৰ এটা লৈ আগ-পাছ নাভাবি মিষ্টাৰ ৰচেষ্টাৰৰ বিছনাত পানীখিনি ঢালি দি চিঞৰি দিলে। ]

জেন : উঠক উঠক। মিষ্টাৰ ৰচেষ্টাৰ উঠক।

ৰচেষ্টাৰ : (সাৰপাই খঙেৰে) আৰে এইবোৰ কি হৈছে? পানী ঢালিছে কোনে?

জেন : (জেনে উত্ৰাৱল হৈ ক'লে) পলম নকৰিব। উঠক ছাৰ।

ৰচেষ্টাৰ : মইতো সাৰ পায়ে আছোঁ। পানীবোৰ আহিল ক'ৰপৰা?

জেন : জুই লাগিছিল ছাৰ।

ৰচেষ্টাৰ : জেন আয়াৰ কিনো কৈছা এইবোৰ?

জেন : পলম নকৰিব। দহোকুৰি উঠক। আৰু ততালিকে মিছেচ্ ফেয়াৰফেক্সক মাতক।

ৰচেষ্টাৰ : মোৰ ড্ৰেছিংগাউনটো দিয়া। চকীখনৰ ওপৰতে আছে। কি হৈছে কোৱাচোন?

জেন : মই কাঠ পোৰাৰ গোন্ধ পাইছিলোঁ আৰু কোনোবা তিৰোতাই হঁহা শুনিছিলোঁ আৰু সেয়ে আহি আপোনাক জগাই দিলোঁ। কথা ইমানেই। আপুনি মিছেচ ফেয়াৰফেক্সক মাতক।

ৰচেষ্টাৰ : মিছেচ্ ফেয়াৰফেক্সে কি কৰিব?

জেন : কিন্তু! সেই পাগলীজনীক!!

ৰচেষ্টাৰ : তাইক ইতিমধ্যে আয়ত্তলৈ অনা হৈছে।

জেন : তেন্তে মই যাওঁ ছাৰ।

ৰচেষ্টাৰ : কিন্তু এই ঘটনাটোৰ বিষয়ে কাকো নক'বা বুলি শপত খোৱা।

জেন : কাকো নকওঁ ছাৰ। গুড নাইট।

ৰচেষ্টাৰ : ৰ'বা তুমি মোৰ জীৱন ৰক্ষা কৰিলা জেন আয়াৰ। কৃতজ্ঞতাৰ চিনস্বৰূপে তোমাক হেণ্ডচেক কৰিবলৈও নিদিবানে?

জেন : কেলেই নিদিম। এতিয়া আহোঁ মিষ্টাৰ ৰচেষ্টাৰ।

ৰচেষ্টাৰ : (মৰমেৰে) মই জানিছিলোঁ তুমি মোৰ কিবা নহয় কিবা এটা উপকাৰ কৰিবাই।

জেন : মোৰ টোপনি অহা নাছিল কাৰণেই এই সুবিধাকণ পালোঁ।

ৰচেষ্টাৰ : তুমি যে আনক উপকাৰ কৰি ভাল পোৱা এই কথাটো প্ৰথমদিনাখন তোমাৰ মৰমসনা চকুযুৰি দেখিয়েই মই উপলব্ধি কৰিছিলোঁ।

জেন : মোৰ বৰ ঠাণ্ডা লাগিছে ছাৰ।

ৰচেষ্টাৰ ঃ তেন্তে নোযোৱা কিয়?

জেন ঃ আপুনি যে ছাৰ মোৰ হাতখন ধৰিয়ে আছে।

ৰচেষ্টাৰ ঃ অ' মই পাহৰিছিলোঁ। (হাতখন এৰি দিয়ে) এতিয়া যোৱা।

[ মঞ্চ আন্ধাৰ হয়। সংগীত সেতু। ]

• •

[ পাছৰ দৃশ্যত জেনে ঠাই সলনি কৰি বহে। তাই এতিয়া ঘোষিকা। ]

জেন ঃ 'তুমি মোৰ জীৱন ৰক্ষা কৰিলা।' তেওঁ এই কথাষাৰ বৰ মৰম লগাকৈ কৈছিল নেকি বাৰু? গুড নাইট বুলি কওঁতে মই অনুভৱ কৰিছিলোঁ তেওঁ যেন মৰমৰ জেন বুলি কৈ পেলায়। তেওঁক কেতিয়া পুনৰ লগ পাম বুলি কৈ পেলায়। তেওঁক কেতিয়া পুনৰ লগ পাম সেই কথা ভাবি মই ব্যাকুল হৈ পৰিছিলোঁ। কিন্তু পাছদিনাখন পুৱা উঠিয়েই লগ পালোঁ মিছেচ ফেয়াৰফেক্সক।

[ মঞ্চ সম্পূৰ্ণভাৱে পোহৰ হয়। ]

ফেয়াৰফেক্স ঃ জেন। মিষ্টাৰ ৰচেষ্টাৰ দোকমোকালিতে ততাতৈয়াকৈ গুচি গ'ল।

জেন ঃ গুচি গ'ল!

ফেয়াৰফেক্স ঃ এৰা, নিশা তেওঁৰ কোঠাত জ্বলি থকা মমডাল পৰি বিছনাত জুই লাগি গৈছিল। কোনোমতে জুই নুমাই তেওঁ আৰু নোশোলে। মই তেওঁক অলপ সময়ৰ কাৰণেহে লগ পাইছিলোঁ। পিছে তেওঁ সোনকালে বন্ধু-বান্ধৱ কিছুমান লৈ উভতিব। মিছ ইনগ্ৰামো আহিব।

জেন ঃ মিছ ইনগ্ৰাম কোন?

ফেয়াৰফেক্স ঃ মিছ ইনগ্ৰামক তেওঁ বিয়া কৰাব বুলি শুনিছোঁ।

জেন ঃ অ'!

ফেয়াৰফেক্স ঃ মিছ ইনগ্ৰাম আহিলে এডেলীক লৈ তুমি নিতৌ সন্ধিয়া ড্ৰয়িংৰুমত বহি কথা পাতিব লাগিব, এয়ে তেওঁৰ ইচ্ছা বুলি কৈ গৈছে। মিছ ইনগ্ৰামৰ সৈতে এডেলীৰ সম্বন্ধটো সহজ কৰিবৰ উদ্দেশ্যে বোধহয় এই ব্যৱস্থা লৈছে।

জেন ঃ ইচ্ছা বুলি নকৈ হুকুম বুলি কোৱা হ'লেও হ'লহেঁতেন। মই তেওঁৰ দৰমহা খোৱা এডেলীৰ শিক্ষয়িত্ৰীহে।

(মঞ্চ এন্ধাৰ হয়। স্পটলাইটৰ পোহৰত মাত্ৰ জেনক দেখা যায়। কৰুণ সংগীত বাজে। জেন এতিয়া ঘোষিকা।)

জেন : মোৰ সপোনৰ অন্ত পৰিল। কিন্তু অন্ত নপৰিল দুখৰ। মই শান্তভাৱে ড্ৰয়িংৰুমৰ এচুকত বহি তেওঁৰ বাগদত্তা পত্নীক চাই থকা এটা অভ্যাসত পৰিণত হ'ল।

[ এডেলীক দেখি মিছ্ ইনগ্ৰামে ৰচেষ্টাৰক কঠুৱা মাতেৰে কৈছিল। ]

ইনগ্ৰাম : এই পুতলাটোৰ দায়িত্ব ল'বলৈনো কিহে পাইছিল মিষ্টাৰ ৰচেষ্টাৰ?

ৰচেষ্টাৰ : ছোৱালীজনীৰ দায়িত্ব মোক ল'বলৈ দিয়া হৈছে।

ইনগ্ৰাম : দেখিছোঁ তুমি বৰ দয়ালু।

ৰচেষ্টাৰ : কিন্তু আনে কয় মানুহৰ উপকাৰ কৰা মোৰ অভ্যাস নহয়।

ইনগ্ৰাম : দয়ালু মানুহবোৰক মোৰ ভাল নালাগে। মই বনৰীয়া কঠুৱা মানুহহে পছন্দ কৰোঁ।

ৰচেষ্টাৰ : এৰা, তুমি তেনেকুৱা মানুহৰহে উপযুক্ত সংগী হ'বা।

ইনগ্ৰাম : তোমাক দেখিলে তেনে মানুহ যেনেই লাগে।

(এই কথাষাৰ সহ্য কৰিব নোৱাৰি জেন কোঠাটোৰপৰা ওলাই আহি দেখিলে সমুখৰ হল ঘৰত এজন অচিনাকি মানুহে লগুৱা এজনৰ লগত কথা পাতি আছে।)

মেচন : মই আহিম বুলি মিষ্টাৰ ৰচেষ্টাৰে আশা কৰা নাই। তথাপি মোৰ নামটো ক'লে তেওঁ মোক লগ ধৰিব। মোৰ নাম ৰিচাৰ্ড মেচন।

জেন : বাৰু মই আপুনি অহা বুলি ক'ম। আপুনি ভিতৰলৈ যাওক।

(জেনে নিজৰ কোঠালৈ বুলি গুচি যায়।)

[ আন এটা ৰাতি। অঞ্চল ভিত্তিক পোহৰত দেখা যায় জেন শুই আছে। সময় মাজ নিশা। দুৱাৰত কোনোবাই টোকৰ মৰাত জেনৰ টোপনি ভাগি গ'ল আৰু আচৰিত হৈ সুধিলে। ]

জেন : কোন?

ৰচেষ্টাৰ : (ফুচ-ফুচাই, মাত চেপি) মই ৰচেষ্টাৰ। তোমাৰ সহায়ৰ প্ৰয়োজন হৈছে। সোনকালে তিনি মহলালৈ আহা।

জেন : গৈছোঁ ছাৰ। (জেন গৈ পোৱাত ৰচেষ্টাৰে সুধিলে।)

ৰচেষ্টাৰ : কোঠাটোৰ ভিতৰলৈ সোমোৱাৰ আগতে মোক কোৱা, তুমি তেজ দেখিলে ভয় কৰা নেকি জেন?

জেন : নকৰোঁ ছাৰ।

ৰচেষ্টাৰ : বেছ! ব'লা ভিতৰলৈ (কোঠাৰ ভিতৰলৈ দুয়ো সোমাই যায়।) আজি

নিশা অহা আলহী এজনে আঘাত পাইছে। তেওঁক ধৰি তলত ৰৈ থকা গাড়ীখনলৈ নিব লাগিব।

জেন ঃ ব'লক ছাৰ।

ৰচেষ্টাৰ ঃ এওঁৰ নাম মিষ্টাৰ মেচন।

মেচন ঃ (কেঁকাই কয়) উহ্ তাই মোৰ তেজ শুহি খালে।

ৰচেষ্টাৰ ঃ কথা নক'বা।

মিছেচ ৰচেষ্টাৰ ঃ (আঁতৰত বিকট হাঁহি)

মেচন ঃ সেয়া সেইজনী। মোক সোনকালে লৈ ব'লা।

ৰচেষ্টাৰ ঃ ভয় নকৰিবা। সেই কোঠাটোৰ দুৱাৰখনৰ খিলি মৰা আছে। মোৰ কান্ধত ভৰ দি থিয় হোৱা।

জেন ঃ তলত ৰৈ থকা গাড়ীখনত তোমাক পঠিয়াই দিম। তুমি ভয় নাখাবা। ব'লা।

ৰচেষ্টাৰ ঃ গুড বাই মেচন। আজি নিশাৰ ঘটনাৰ কথা পাহৰি যাবা।

মেচন ঃ কেনেকৈ পাহৰিম। তথাপি তাইৰ প্ৰতি কঠুৱা ব্যৱহাৰ নকৰিবা।

ৰচেষ্টাৰ ঃ নকৰোঁ। কিন্তু ভগৱানে এই অৱস্থাৰপৰা আমাকনো কেতিয়া মুক্ত কৰিব? (ঘোঁৰাৰ গাড়ী যোৱা শব্দ)

[ গাড়ীখন গুচি গ'ল। জেন আৰু ৰচেষ্টাৰ দুয়ো খন্তেক থিয় হৈ থাকিল। মিষ্টাৰ ৰচেষ্টাৰে এটা হুমুনিয়াহ কাঢ়িলে। ]

ৰচেষ্টাৰ ঃ মই তোমাৰ ওচৰত ঋণী জেন।

জেন ঃ মই আপোনাক সেৱা কৰি ভাল পাওঁ ছাৰ।

ৰচেষ্টাৰ ঃ জানো। মোৰ কথা তুমি কেতিয়াও নেপেলোৱা। কিন্তু কিবা এটা বেয়া কাম কৰিবলৈ যদি কওঁ.....

জেন ঃ আপুনি তেনেকুৱা কাম কৰিবলৈ নকয় বুলি মই জানো।

ৰচেষ্টাৰ ঃ (অলপ হাঁহি) বেছ বেছ। আজি নিশাৰ কথাটো গোপনে ৰাখিবা দেই। আৰু মোৰ বিয়াৰ আগদিনা নিশা মোৰ লগত বহি কথা পাতিবা।

জেন ঃ পাতিম ছাৰ।

ৰচেষ্টাৰ ঃ মিছ্ ইনগ্ৰাম এজনী বৰ ওখপাখ তিৰোতা নহয়নে বাৰু?

জেন ঃ হয় ছাৰ।

ৰচেষ্টাৰ ঃ ইচ্ ঠাণ্ডাখনত থিয় হৈ থাকি তোমাৰ মুখখন শেঁতা পৰি গৈছে, ভাগৰো লাগিছে, যোৱা শোৱাগৈ।

।। সংগীত সেতু।।

[ মঞ্চ এন্ধাৰ। জেনৰ ওপৰত স্পটলাইটৰ পোহৰ পৰে। ]

জেন : ইয়াৰ পাছত লগ পালে মই কি কৰিলোঁহেঁতেন নাজানো। কিন্তু হঠাতে মোৰ এজনী খুৰীৰ টান নৰিয়া হোৱাত মই গুচি গ'লোঁ। কেই সপ্তাহমান পাছত গাঁৱৰপৰা থৰ্ণফিল্ডলৈ উভতি আহোঁতে হঠাতে সমুখত দেখিলোঁ মিষ্টাৰ ৰচেষ্টাৰক। মোক দেখি তেওঁ চিঞৰ মাৰি দিলে।

ৰচেষ্টাৰ : তুমি উভতি আহিলা জেন। আহা আহা তুমি আহিবা বুলি মই বাট চাই আছিলোঁ। সন্ধিয়াৰ ছাঁ পোহৰত তোমাক সপোন কুঁৱৰী যেন লাগিছে। তোমাৰ খুৰীৰ স্বাস্থ্য কেনে?

জেন : তেওঁ ঢুকাল।

ৰচেষ্টাৰ : অ! হয়নেকি, তুমি চাগৈ মোৰ কথা পাহৰিয়ে পেলাইছিলা নহয়।

জেন : পাহৰা হ'লে উভতি নাহিলোঁহেঁতেন ছাৰ।

ৰচেষ্টাৰ : থৰ্ণফিল্ডত থাকি তোমাৰ ভাল লাগে?

জেন : হয় ছাৰ।

ৰচেষ্টাৰ : তুমি যে গুচি যাব লাগিব।

জেন : তাৰ মানে আপুনি সোনকালে বিয়া কৰাব।

ৰচেষ্টাৰ : অ' এমাহৰ ভিতৰতে। থৰ্ণফিল্ড এৰি যাবলৈ তোমাৰ বেয়া লাগিব নহয়নে?

জেন : মই থৰ্ণফিল্ডক কেতিয়াও নাপাহৰোঁ......আৰু আপোনাকো—।

ৰচেষ্টাৰ : আমাৰ দুজনৰ ভিতৰত বেছ বন্ধুত্ব গঢ়ি উঠিছিল নহয়নে জেন?

জেন : (হঠাতে উচুপি) নক'ব নক'ব ছাৰ, তেনেকৈ নক'ব ছাৰ!

ৰচেষ্টাৰ : ইয়াৰপৰা যাবলগীয়া হোৱাত তুমি কান্দিছা নেকি?

জেন : (কান্দি) মই নহা হ'লেই ভাল আছিল। থৰ্ণফিল্ড নহয়, থৰ্ণফিল্ড নহয় ছাৰ। আপোনাক, আপোনাক এৰি যাবলগীয়া হোৱাতকৈ মৃত্যুই মোৰ কাৰণে শ্ৰেয়।

ৰচেষ্টাৰ : মোক এৰি যাবলৈ কোনে কৈছে?

জেন : (সংযত হৈ) আপুনি কৈছে। আপুনি কৈছে মিছ ইনগ্ৰামক আপুনি বিয়া কৰাব, সেইকাৰণে মই আপোনাক এৰি যাব লাগিব।

ৰচেষ্টাৰ : মই কৈছিলোঁ তুমি থৰ্ণফিল্ড এৰি যাব লাগিব আৰু মই বিয়া কৰাম। মিছ ইনগ্ৰামক বিয়া কৰাম বুলি মইতো কোৱা নাই। আনে হয়তো ক'ব পাৰে।

জেন : সেই নিশা দেখোন আপুনি নিজেই কৈছিল।

ৰচেষ্টাৰ : মই কৈছিলোঁ মিছ ইনগ্ৰাম এগৰাকী ওখপাখ তিৰোতা তুমিও তাত হয়ভৰ দিছিলা। তাৰ মানে এইটো নহয় যে............

জেন : (সংযম হেৰুৱাই) মোক আৰু মছ্‌কৰা নকৰিব। আপোনাৰ দৰে মোৰো এখন অন্তৰ আছে। মোৰ যদি সৌন্দৰ্য আৰু ধন থাকিলহেঁতেন তেন্তে আপোনাৰ পক্ষে মোক এৰি যোৱাটোও টান হ'লহেঁতেন।

ৰচেষ্টাৰ : অবুজ নহ'বা জেন। তুমি মোক এৰি যাব নালাগে। আমি দুয়ো একেলগে থৰ্ণফিল্ড এৰি যাম। মই তোমাকহে বিয়া কৰাম।

জেন : মোক বিয়া কৰাব আপুনি?

ৰচেষ্টাৰ : অঁ, আচৰিত হৈছা কিয়? তোমাৰে মোৰে মনৰ যথেষ্ট মিল আছে। মই তোমাক মোৰ অন্তৰ সপি দিম আৰু তুমি মোৰ সা-সম্পত্তিৰ সমানে গৰাকী হ'বা।

জেন : আপুনি, আপুনি মোক ঠাট্টা কৰিছে। নহয়, নহয় মোক তেনেকৈ নধৰিব। মোক যাবলৈ দিয়ক।

ৰচেষ্টাৰ : মোৰ বুকুৰ মাজৰপৰা আঁতৰি যাবলৈ বনৰীয়া চৰাইৰ দৰে কিয় চটফটাইছা? মোৰ কথা বিশ্বাস কৰিব পৰা নাই নেকি?

জেন : নাই পৰা ছাৰ।

ৰচেষ্টাৰ : কিন্তু মই তোমাক মোৰ পত্নী হিচাপে বিচাৰোঁ। সোনকালে কোৱা তুমি মান্তি হ'বানে?

জেন : জোনটোৰ ফালে আপোনাৰ মুখখন ঘূৰাওক মিষ্টাৰ ৰচেষ্টাৰ।

ৰচেষ্টাৰ : কিয়?

জেন : মই আপোনাৰ মুখখন চাব খোজোঁ। তেতিয়াহে ক'ব পাৰিম মই আপোনাক বিশ্বাস কৰিব পাৰোঁ নে নোৱাৰোঁ।

ৰচেষ্টাৰ : শপত খাই কৈছোঁ মই তোমাকহে ভাল পাওঁ জেন।

জেন : আপোনাক বিয়া কৰাম মই।

ৰচেষ্টাৰ : ভগৱানে যেন মোক ক্ষমা কৰে। মানুহে যেন মোক বাধা নিদিয়ে। মই যেন তোমাক জীৱনৰ লগৰী হিচাপে পাওঁ।

[ সংগীত বাজি উঠে ]

●●

[ গীৰ্জাৰ পৰিৱেশ। কোনো জাকজমকতা নাই। কেৱল ধূপ আৰু ধূনাৰ ধোঁৱা। গোট খোৱা মানুহৰ সংখ্যাও নিচেই তাকৰ। মাত্ৰ কেইজনমান ওচৰ-চুবুৰীয়া এড্‌ৱাৰ্ড ৰচেষ্টাৰ, মই আৰু গাঁৱৰ ধৰ্ম যাজক জ'ন। গম্ভীৰ পৰিৱেশত ধৰ্মীয় সংগীতৰ মাজত ধৰ্ম যাজক জ'নে গহীনাই মাত দিলে। ]

ধৰ্ম যাজক : তোমালোক দুয়োৰে মোৰ প্ৰশ্নৰ উত্তৰ দিয়া। আইন সংগতভাৱে তোমালোকৰ বিয়া হোৱাত যদি কিবা বাধা আছে তাক স্বীকাৰ কৰা। এড্‌ৱাৰ্ড ৰচেষ্টাৰ তুমিয়েই প্ৰথমে কোৱা।

মেচন : (আঁতৰৰপৰা) এইখন বিয়া হ'ব নোৱাৰে।

[ কিছুমান মানুহৰ গুণগুণনি শুনা যায় ]

যাজক : গণ্ডগোল নকৰিবা। কোনে কৈছে বিয়া হ'ব নোৱাৰে বুলি?

ৰচেষ্টাৰ : (তীব্ৰভাৱে) যাজক, আপুনি বিয়াৰ আনুষ্ঠানিক কাম কৰি যাওক।

যাজক : কিয় এইখন বিয়া হ'ব নোৱাৰে তাক বুজাই নক'লে মই আগবাঢ়িব নোৱাৰোঁ।

মেচন : (ওচৰলৈ আহি) মই ৰিচাৰ্ড মেচন। মই কৈছোঁ মিষ্টাৰ ৰচেষ্টাৰৰ পত্নী এতিয়াও জীৱিত। সেয়ে এইখন বিয়া হ'ব নোৱাৰে।

[ মানুহৰ গুণগুণনিৰ শব্দ বাঢ়ে ]

যাজক : মই এইখন গাঁৱতে আজি অতদিন ধৰি আছোঁ। কিন্তু কেতিয়াও শুনা নাই মিষ্টাৰ ৰচেষ্টাৰৰ এজনী ঘৈণী আছে বুলি। আপোনাৰ কথা মই বিশ্বাস কৰিবলৈ টান পাইছোঁ।

মেচন : মিষ্টাৰ ৰচেষ্টাৰে মোৰ ভনীক বিয়া কৰাইছে আৰু কেইদিনমান আগতে মই মোৰ ভনীক থৰ্ণফিল্ডত লগ পাই গৈছোহি।

ৰচেষ্টাৰ : আৰু তেওঁ তোমাক খুব সুন্দৰভাৱে অভিনন্দন জনাইছিল নহয়নে মেচন?

যাজক : তেন্তে আপুনি এই কথা স্বীকাৰ কৰে মিষ্টাৰ ৰচেষ্টাৰ।

ৰচেষ্টাৰ : (বলীয়াৰ দৰে) কৰোঁ কাৰোঁ মই স্বীকাৰ কৰোঁ। এই কথাটো মই যোৱা পোন্ধৰ বছৰে গোপনে ৰাখিছিলোঁ। এতিয়া মোৰ পত্নীক লগ ধৰিবলৈ মই আপোনাসকলোকে নিমন্ত্ৰণ কৰিছোঁ। বলক থৰ্ণফিল্ডলৈ মোৰ পত্নীক লগ ধৰিবলৈ মোৰ পত্নীক হাঃ হাঃ হাঃ (পৰিৱেশ সলনি হয়। ৰচেষ্টাৰৰ হাঁহিৰ লগত এজনী বলিয়া তিৰোতাৰ হাঁহি আৰু বকবকনি মিলি গৈ তিৰোতাজনীৰ হাঁহি প্ৰকট হয়। তিৰোতাজনীয়ে হাঁহি থাকে। সংগীত শীৰ্ষ বিন্দু পায়।)

[ তিৰোতা মানুহজনীৰ হাঁহি আৰু চিঞৰ যেন এন্ধাৰৰ বুকু ফালিহে ওলাই আহিছে। ]

ৰচেষ্টাৰ : সেয়া থৰ্ণফিল্ডৰ বলিয়া মানুহজনী। যাৰ কথা এইখন গাঁৱৰ মানুহৰ মুখে মুখে। তেৱেঁই মোৰ পত্নী। তেওঁক আপোনালোকে চাই লওক আৰু নিজকে সোধক মোৰদৰে অৱস্থাতে পৰা হ'লে আপোনালোকে কি কৰিলেহেঁতেন? তেওঁক জেন আয়াৰৰ লগত তুলনা কৰক। যাক মই প্ৰতাৰণা কৰিছোঁ। জেন আয়াৰক দোষ নিদিব। মোৰ অৱস্থাত নিজকে পেলাই আপোনালোকে বিচাৰ কৰক।

[ মিছেচ ৰচেষ্টাৰৰ হাঁহি লাহে লাহে মাৰ যায়। জেন আয়াৰে উচুপে। ]

ৰচেষ্টাৰ : মোক ভুল নুবুজিবা জেন। তেওঁৰ মাক-দেউতাকে মোক ফাকি দি এই বিয়া পাতিছিল।

জেন : (নিজকে সংযত কৰি) মোৰ প্ৰতি আপুনি দেখুৱা চেনেহৰ কাৰণে মই চিৰদিন কৃতজ্ঞ হৈ থাকিম।

ৰচেষ্টাৰ : তাৰ মানে তুমি মোক এৰি থৈ গুচি যাবা?

জেন : মই যে যাবই লাগিব ছাৰ।

ৰচেষ্টাৰ : এনে হ'ব বুলি মই আশা কৰা নাছিলোঁ জেন। তোমাৰ কথা মই কেতিয়াও নাপাহৰোঁ।

।। করুণ সংগীত সেতু।।

জেন : সেইদিনাখন নিশা কোনেও নজনাকৈ মই থৰ্ণফিল্ডৰপৰা গুচি গ'লোঁ। কিন্তু মোক যেন সকলো সময়তে মিষ্টাৰ ৰচেষ্টাৰৰ চেনেহে তীব্ৰভাৱে আকৰ্ষণ কৰিব ধৰিলে। অতীতৰ কথা পাহৰি নিজৰ জীৱনক এটা বেলেগ গঢ় দিবলৈ মই যথেষ্ট চেষ্টা কৰিছিলোঁ। কিন্তু নোৱাৰিলোঁ। মিষ্টাৰ ৰচেষ্টাৰৰ চেনেহৰ আকৰ্ষণে মোক থৰ্ণফিল্ডলৈ অলপ দিনৰ ভিতৰতে ওভতাই আনিলে। উভতি আহি যি দৃশ্য দেখিলোঁ ; মই স্তম্ভিত হৈ গ'লোঁ। মই মাথোঁ দেখিবলৈ পালোঁ থৰ্ণফিল্ডৰ ধ্বংসাৱশেষ। থৰ্ণফিল্ডৰ ওচৰ পাই মই আচৰিত হৈ গ'লোঁ। ৰচেষ্টাৰ, মিছেচ ফেয়াৰফেক্স, এডেলী কলৈ গ'ল জানিবলৈ মোৰ মন ব্যাকুল হৈ উঠিল। ওচৰত থকা মানুহ এজনক সুধিলোঁ। তেওঁ ক'লে ঃ

(পৰিচালকে দৃশ্য পৰিকল্পনা কৰিব।)

মিছেচ ৰচেষ্টাৰ হেনো এটা বলিয়ালিৰ মুহূৰ্তত ঘৰটো জ্বলাই দি নিজেও জুইত জঁপিয়াই পৰিছিল। মিষ্টাৰ ৰচেষ্টাৰ ৰক্ষা পৰিল হয় কিন্তু তেওঁ দৃষ্টি শক্তি হেৰুৱালে। তেওঁ হেনো পুৰণি লগুৱা এটাক লৈ ফাৰ্ণডিন বোলা ঠাইলৈ গুচি গৈছে।

[ জেন বলিয়াৰ দৰে হ'ল। কিংকৰ্তব্য বিমূঢ় হ'ল। অলপ স্থিৰতা ঘূৰাই পালত জেনে লৰালৰিকৈ গৈ বুঢ়া লগুৱাজনৰ ঘৈণীয়েকক লগ ধৰিবলৈ গ'ল। ঘৈণীয়েকৰ নাম মেৰী। ]

মেৰী : মিছ জেন তুমি আমাক চাবলৈকে ইমান দূৰ বাট আহিছানে?

জেন : মই ৰচেষ্টাৰক চাবলৈ আহিছোঁ। মই থৰ্ণফিল্ড এৰি যোৱাৰ পাছত তাত যিবোৰ ঘটিছিল সেই সকলোবোৰ মই গম পাইছোঁ। তেখেত ঘৰত আছেনে?

মেৰী : আছে। কিন্তু তেখেতে কাকো লগ ধৰিব নোখোজে। কোনো মানুহ ওচৰলৈ যোৱাটো নিবিচাৰে। মই এয়া তেওঁলৈ চাহ নিছোঁ। মই বাৰু চাহ দি কথাটো সুধিম।

জেন : নালাগে। ট্ৰেখন মোক দিয়া মেৰী।

মেৰী : কিন্তু তেখেতে যে..........

জেন : চুপ! হাই নকৰিবা। অনুগ্ৰহ কৰি দুৱাৰখন মেলি দিয়াচোন।

মেৰী : পিছে তেখেতে খংহে কৰিব যেন পাইছোঁ।

জেন : খং কৰিলেও কৰিব দুৱাৰখন মেলি দিয়াচোন।

মেৰী : দিছোঁ বাৰু যোৱা।

[ দুৱাৰ মেল খায় ]

মেৰী : তুমি তেখেতৰ অৱস্থাটো বুজি পাইছা চাগৈ।

জেন : পাইছো। এতিয়া দুৱাৰখন জপাই দিয়া।

ৰচেষ্টাৰ : কোন মেৰী নেকি? দেখা নাই যদিও মই গম পাইছো তুমি আহিছা বুলি। চাওঁ পানী অলপ দিয়াচোন।

জেন : এয়া পানী। আপুনি পানী নিজে ল'বনে মই ঢালি দিম?

ৰচেষ্টাৰ : বৰ পলম কৰিলা..............এয়া কাৰ মাত? উত্তৰ দিয়া কোন তুমি? কোন—কোন আহিছে—কোন তুমি—কথা নোকোৱা কিয়? চকুৰে নেদেখোঁ যদিও মোৰ কাণখন বেয়া হোৱা নাই।

জেন : (আবেগেৰে) মই—

ৰচেষ্টাৰ : কোন?

জেন : আপোনাক কিবা লাগিব নেকি?

ৰচেষ্টাৰ : (আবেগেৰে চিঞৰি) জেন আয়াৰ—মই যেন তাইৰ মাতটো শুনিছোঁ। তুমি কোন?

জেন : আপুনি ঠিকেই শুনিছে। মই জেন আয়াৰ।

ৰচেষ্টাৰ : সঁচাই নে জেন আয়াৰ তুমি আহিছা! জেন আয়াৰ তোমাৰ হাতখন আগবঢ়াই দিয়াচোন।

জেন : এয়া এইখন।

ৰচেষ্টাৰ : আহ! কি কোমল তোমাৰ হাতখন।

জেন : মই আপোনাৰ ওচৰলৈ উভতি আহিছোঁ ছাৰ। আপোনাক শুশ্ৰূষা কৰিবলৈ।

ৰচেষ্টাৰ : তাৰমানে তুমি আনৰ কাৰণে ত্যাগ স্বীকাৰ কৰি ভাল পোৱা।

জেন : নহয় ছাৰ। আপোনাৰপৰা আঁতৰি থাকিলে মই ক'তো সুখ নাপাওঁ ছাৰ।

ৰচেষ্টাৰ : সঁচানে? কিন্তু তুমি যে মোক বিয়া কৰাব লাগিব।

জেন : কৰাম। মই তোমাক বিয়া কৰাম।

ৰচেষ্টাৰ : মোক বিয়া কৰাবা—কেতিয়া?

জেন : যেতিয়াই আপুনি বিচাৰে।

ৰচেষ্টাৰ : মোক বিয়া কৰাবা, মই যে অন্ধ। মোক যে তুমি হাতত ধৰি লৈ ফুৰাব লাগিব।

জেন : পত্নী হিচাপে মই আপোনাক হাতত ধৰি লৈ ফুৰাম সেয়ে মোৰ জীৱনৰ হ'ব পৰম আনন্দ। আজিৰপৰা মই আপোনাৰেই।

ৰচেষ্টাৰ : তেন্তে আৰু কোনো বাধা নাই?

জেন : নাই।

ৰচেষ্টাৰ : তাৰমানে একোৱেই মোৰপৰা তোমাক আঁতৰাই নিনিয়ে?

জেন : নিনিয়ে। আজিৰপৰা মই সম্পূৰ্ণভাৱে আপোনাৰ।

ৰচেষ্টাৰ : মই ভগৱানৰ ওচৰত কৃতজ্ঞ। তোমাক যে এইদৰে ঘূৰাই পাম কেতিয়াও কল্পনা কৰা নাছিলোঁ। মোৰ বুকুৰ মাজলৈ আহিবানে জেন?

জেন : কেলেই নাহিম? আপুনিয়েই যে মোৰ সকলো।

ৰচেষ্টাৰ : জেন!

জেন : এড্‌বাৰ্ড!!

[ সংগীত শীৰ্ষবিন্দু পোৱাৰ লগে লগে নাটকৰ পৰিসমাপ্তি হয়। ]

• •

# উইল

প্ৰখ্যাত বাংলা ঔপন্যাসিক
শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ 'বৈকুণ্ঠেৰ উইল'ৰ
কাহিনীৰ অনুসৰণত অসমীয়া মঞ্চ অভিযোজনা

## পাত্ৰ-পাত্ৰী ঃ

| | | | |
|---|---|---|---|
| ১। | গকুল | ঃ | ভৱানীৰ পুতেক। বিয়া কৰাইছে। |
| ২। | থুলেশ্বৰ | ঃ | গকুলহঁতৰ শুভাকাংক্ষী চুবুৰীয়া বুঢ়ালোক। |
| ৩। | মনোৰমা | ঃ | গকুল পৰিবাৰ। |
| ৪। | কচোৱান | ঃ | ঘোঁৰা গাড়ী চালক। |
| ৫। | ধৰ্মকান্ত | ঃ | গকুলহঁতৰ ঘৰৰ পুৰণি গোমোস্তা। |
| ৬। | ভৱানী | ঃ | গকুলৰ মাক। |
| ৭। | হৰিৰ মাক | ঃ | বয়সিয়াল তিৰোতা। |
| ৮। | বিনোদ | ঃ | গকুলৰ ভায়েক। |
| ৯। | বিশ্বেশ্বৰ | ঃ | গকুলৰ শহুৰেক। |
| ১০। | বৈকুণ্ঠ | ঃ | ভৱানীৰ স্বামী, গকুলৰ পিতৃ। |

# উইল

(গকুলৰ ঘৰ। সাধাৰণ পৰিৱেশ। মধ্যবিত্ত সংসাৰ।)

গকুল : (অকলে) সকলোবোৰ মিছলীয়া। হিংসা কৰি বিনোদৰ বিষয়ে গোকাট মিছা কথাবোৰ কৈ ফুৰিছে।

(এনেতে বুঢ়া থুলেশ্বৰ ডাঙৰীয়াই লাঠিৰে থক্ থক্ শব্দ কৰি সোমাই আহি কান্দিব ধৰিলে।)

থুলেশ্বৰ : বোপা গকুল, মোৰ হৰিয়ে আজি তিনিদিন খোৱা নাই, শোৱা নাই। কেৱল কলিকতাৰ গলিয়ে গলিয়ে ঘূৰি ফুৰিছে। ৬০/৭০ টকামান খৰচ কৰিহে গম পাইছে বিনোদ ক'ত থাকে। কাৰ সাধ্য সেই ঠিকনা বাহিৰ কৰে।

গকুল : মইতো কাকো টকা খৰচ কৰিবলৈ খাটনি ধৰা নাছিলোঁ।

থুলেশ্বৰ : দেউতাৰ স্বৰ্গী হ'ল। আদ্যশ্ৰাদ্ধলৈ কেইটা দিন বাকী। ভায়েৰ হ'লা মাত্ৰ দুটা—তাৰে এটা সেই বিনোদ যদি আহি নেপায় তুমি অকলে কেনেকৈ চম্ভালিবা আৰু দেউতাকৰ সকামটো সিও কৰিব লাগিব। আমি যে তোমাৰ আপোন মানুহ গকুল। আনে হাত সাৱটি বহি থাকিলেও আমিতো নোৱাৰোঁ।

গকুল : যাওক, যাওক নিজৰ কাম কৰকগৈ। মোক আমনি নকৰিব।

থুলেশ্বৰ : তোমালোকক পঢ়ুৱাইছিলোঁ। দেউতাৰাক মই শ্ৰদ্ধা কৰিছিলোঁ। সেয়ে ভাল হওক বুলিয়েই.........ঠিক আছে যদি বেয়া পাইছা.......

(প্ৰস্থান। গকুলৰ ঘৈণীয়েক মনোৰমাৰ প্ৰৱেশ)

মনোৰমা : এতিয়া চিন্তা কৰি থাকিলে কি হ'ব? মইতো আপোনাক আগতেই কৈছিলোঁ সৰু বোপালৈ তেনেকৈ টকা পঠিয়াব নালাগে। আপুনিতো মোৰ কথাত কাণকেই নিদিয়ে।

গকুল : যোৱা যোৱা, পুৱাতে মোৰ মূৰটো গৰম কৰি নিদিবা।

মনোৰমা : মইনো কি বেয়া কথাষাৰ কলোঁ।

গকুল : বিনোদলৈ টকা পঠিয়াইছোঁ মোৰ ইচ্ছা। বিনোদেতো আনৰ বাপেকৰ ঘৰৰ টকা খৰচ কৰিবলৈ যোৱা নাই নহয়। সি টকা খৰচ কৰিলে বা নকৰিলে তাত আনৰ মাতিবলৈ কিটো আছে? যোৱা যোৱা, মোক আমনি কৰি নাথাকিবা।

(মনোৰমা যায়। ভৱানীৰ প্ৰৱেশ। মনোৰমা গকুলৰ মাক)

ভৱানী : গকুল।

গকুল : মা তুমিও! ইমান ডাঙৰ যে সেই ৰাৱণ ৰজা, সিও সেই তিৰোতা মানুহৰ কথা শুনি সবংশে নাশ হ'ল। আমি কোন কুটা! দেউতাকৰ কাণে কাণে ফুচফুচাই উইল কৰাৰ কি যে তুমি মন্ত্ৰ দিলা মা। মোৰ সকলো নষ্ট কৰি দিলা। তোমাক ভাল মানুহ বুলিয়ে ভাবিছিলোঁ। কিন্তু তুমি কম নোহোৱা ! তিৰোতা জাতিটোৱেই এনেকুৱা। মাষ্টাৰ ছাৰক মই পুৱাই পুৱাই মিছাকৈয়ে অপমান কৰিলোঁ। মই নিজে নগ'লে বিনোদ কেতিয়াও নাহে। সি বৰ অভিমানী। উইলৰ কথা শুনিয়েই সি অভিমান কৰি অহা নাই। মই নিজে নক'লে সি কাৰো কথাই বিশ্বাস নকৰে। দেউতাৰ সৈতে লগ লাগি মোৰ যে কি সৰ্বনাশ কৰিলা! যাওঁ মাষ্টৰ ছাৰকে লগত লৈ কিবা এটা কৰিব পাৰোনে চাওঁ।

(এনেতে কচোৱানৰ প্ৰৱেশ। কচোৱানে নমস্কাৰ জনাই থিয় হয়।)

কচোৱান : বাবুজী!

গকুল : কি হ'ল উভতি আহিলি দেখোন। কলিকতাৰপৰা অহা ৰেল আৰু নাই নেকি? যা-যা—

কচোৱান : আৰু দুখন আহিবলগা আছে হয় কিন্তু ঘোঁৰাই বহুত সময় দানাপানী নোপোৱা বাবে উভতি আহিলোঁ।

গকুল : মিঠাই লাড্ডু খাইকে আস্তা হাই না। সেয়ে তহঁতৰ ঘোঁৰাবোৰে একদণ্ড দানাপানী নাপালে মৰি যাব হোঁ। যাও আভি লে যাও।

(কচোৱানৰ প্ৰস্থান। ধৰ্মকান্তৰ প্ৰৱেশ। ধৰ্মকান্ত ঘৰৰ পুৰণি গোমোস্তা)

ধৰ্মকান্ত : সৰুবোপা আহিলে গাড়ী এখন ভাড়া কৰিও এইখিনি পাবহি পাৰিব। আপুনি কেলেই মিছাকৈ চিন্তা কৰিছে?

গকুল : হোঁঃ চিন্তা কৰিম। ইমানদিনে তুমি মোৰ দোকানত কাম কৰিও মোক চিনি পোৱা নাই নে? সেই হতভগীয়াটোৰ কাৰণে চিন্তা কৰিম মই? কিযে কোৱা ধৰ্মকান্ত। ঘৰৰ তিৰোতাবোৰে কন্দা-কটা কৰি আছে কাৰণেহে নহ'লে মই........মই তাক ঘৰতে সোমাবলৈ নিদিলোঁহেঁতেন। গকুলৰ খং উঠিলে.......সি বাপেকৰ কু-পুত্ৰ হোঁ।

ধৰ্মকান্ত : (স্বগত) তিৰোতা মানুহবোৰে কান্দিছে নে ভায়েকক নেদেখি আপোনাৰ মনটোৱে কান্দিছে সেইটো মোৰ ভালকৈ জনা আছে।

গকুল : হোঁ কি ক'লা?

ধৰ্মকান্ত : নাই, গাড়ী এখন অহাৰ শব্দ শুনা যেন লাগিছে।

গকুল : গাড়ী অহাৰ শব্দ (ভিতৰলৈ চায়) হেৰ' কোন আছ আগবাঢ়ি চাচোন সৰুবোপা আহিছে নেকি? হোঁ কি বুৰ্বক কচোৱান! দুটা টান কথা ক'লোঁ—দানাপানী নুখুৱাকৈ আকৌ গাড়ীখন লৈ গ'ল ষ্টেছনলৈ।

ধৰ্মকান্ত : ৰব ময়েই চাই আহিছোঁ (প্ৰস্থান। পুনৰ আহে) নাই, সৰুবোপা নাহিল।

গকুল : আ-হা মই একেবাৰে দুখতে মৰি গ'লোঁ। গুণধৰ ভাতৃৰ কাৰণে আকৌ গাড়ী পঠাব লাগে। মাহীআইৰ খং উঠিব বুলি ঘোঁৰা

দুটাকতো মাৰি পেলাব নোৱাৰি। যোৱা যোৱা তেওঁক কোৱাগৈ বি. এ. পাছ কৰা পুতেকৰ কীৰ্তিৰ কথা। চাই ল'বা তাক ঘৰ সোমাবলৈ দিওঁনে নিদিওঁ। হোঃ মই গকুল। মই যেতিয়া বেঁকা হৈ বহোঁ তেতিয়া ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ আহিও একো কৰিব নোৱাৰে। তুমি মাহীআইক কৈ দিয়াগৈ যোৱা পৃথিৱী ওলট-পালট হৈ যাব, তথাপি গকুলৰ কথাৰ লৰচৰ নহয়। দেউতাৰ শ্ৰাদ্ধৰ সময়ত আহি পালে কিবা এটা পালেহেঁতেন। এতিয়া তাক ফুটাকড়ি এটাও নিদিওঁ।

(গকুলে কোঠাটোৰ এদাঁতিত থকা খাট এখনত দীঘল দি পৰি ভোৰ ভোৰাই থাকে। লাহে লাহে ধৰ্মকান্তৰ প্ৰৱেশ।)

গকুল : অ' তুমি? কি হ'ল?

ধৰ্মকান্ত : নহয়—এই মানুহ মতাৰ ফৰ্দিখন এবাৰ যদি—

গকুল : (জাঁপ মাৰি উঠি) চাওঁ দিয়াচোন। (ফৰ্দি চায়) ইমানবোৰ মানুহ কেলেই মাতিব লাগিছে?

ধৰ্মকান্ত : দেউতাৰ আদ্যশ্ৰাদ্ধ। চুবুৰীটোৰ সকলোৱে তেখেতক শ্ৰদ্ধা-ভক্তি কৰিছিল। এইখিনি মানুহ নেমাতিলে হ'ব জানো?

গকুল : বাদ দিয়া, বাদ দিয়া। (ফৰ্দিখন ফালি পেলায়) মোৰ মস্ত জমিদাৰী নাই নহয় যে ৰজা-মহাৰজাৰ দৰে ইমানবোৰ মানুহ মাতিব লাগিব। যোৱা যোৱা, এই ছল-চাতুৰী মোৰ ওচৰত নেখাটিব।

(ধৰ্মকান্তৰ প্ৰস্থান। গকুলে আকৌ দীঘল দি পৰে। মাহীয়েক ভৱানীৰ প্ৰৱেশ।)

ভৱানী : গকুল তোৰ কিবা অসুখ হৈছে নেকি অ'।

গকুল : (শুই থাকি) নাই হোৱা।

ভৱানী : নাই হোৱা—নোখোৱা-নোবোৱাকৈ এনেকৈ বিছনাত দীঘল দি পৰি আছ দেখোন।

গকুল : ইচ্ছা গৈছে পৰিছোঁ।

ভৱানী : নিমন্ত্ৰণ ফৰ্দিখনো ফালি পেলালি। কালিয়েই মানুহখিনি নেমাতিলে সময় নহ'বগৈ।

গকুল : নহয় যদি নহ'ব।

ভৱানী : ছিঃ গকুল। এনে সময়ত এইদৰে অধীৰ হৈ পৰিলেতো নচলিব। কি হৈছে ক'চোন। মই সকলো ঠিক কৰি দিম।

গকুল : (বিছনাত জাঁপ মাৰি বহি কঠুৱাভাৱে) তোমাৰ যিয়ে পৰামৰ্শ শুনে সি এটা গাধ। দেউতাই তোমাৰ কথা শুনিলে বুলি ময়ো শুনিম বুলি ভাবিছা নেকি? মই মাত্ৰ দহজন বামুণক খুৱাই শুদ্ধ হ'ম। মোক জাকজমক নালাগে। (আকৌ শুই পৰে।)

ভৱানী : দেউতাৰা স্বৰ্গলৈ গৈছে। তেওঁৰ বিষয়ে এইদৰে ক'ব নেপায় নহয়। গকুল, এনেকুৱাখন কৰিলে মানুহে কি ক'ব ভাবি চাচোন। যি যিদৰে পাৰে সেইদৰে নকৰিলে মানুহে বদনাম কৰে।

গকুল : কৰক বদনাম। মই কাৰো ধাৰ খোৱা নাই যে ভয়তে মৰি যাম।

ভৱানী : কিন্তু তেনে কৰিলে মৃতকৰ আত্মাৰ তৃপ্তি হ'ব জানো? তেওঁ যে ইমান বিষয় সম্পত্তি এৰি থৈ গ'ল, সেইমতে কাম-সকাম নকৰিলে তেওঁৰ আত্মাই জানো শান্তি পাব? খৰচৰ কাৰণে তই মিছাকৈ ভাবিছ কেলেই।

(গকুল উঠি বহিল। তাৰ চকু চলচলীয়া।)

গকুল : খৰচৰ কথা কোনে কৈছে মা। যিমান ইচ্ছা খৰচ কৰা কিন্তু যিমানোই দিনবোৰ গৈ আছে সিমানেই যেন মোৰ হাত-ভৰি নচলা হৈছে। বিনোদে অভিমান কৰি উদাসীন হৈ গ'ল। মইনো অকলে কামবোৰ কেনেকৈ কৰিম মা?

(গকুলে কান্দি পেলায়। ভৱানীৰো চকু চলচলীয়া।)

ভৱানী : সি জানো এইবোৰৰ খবৰ পাইছে?

গকুল : পাইছেতো।

ভৱানী : কোনে দিলে?

গকুল : পাইছে মা—সি খবৰ পাইছে। দেউতাই চিৰকালৰ কাৰণে আমাক এৰি থৈ গ'ল এই খবৰটো সি পোৱা নাই নে? মোৰ দৰে তাৰ বুকুতো হম্‌হমাই জুই জ্বলা নাই নে? সি গম পাইছে, সকলো গম পাইছে মা।

ভৱানী : (সহজভাৱে) সেয়ে যদি সঁচা হয় তেনেহ'লে তেনেকুৱা ভায়েৰাৰ কাৰণে তই দুখ নকৰিবি। ভাবি ল আমাৰ বংশত তোৰ বাহিৰে আৰু কোনো ল'ৰা-ছোৱালী নাই। যি ল'ৰাই খণ্ডৰ বশত মাক-দেউতাকৰ শৰাধ-সকাম কৰিবলৈ ঘৰলৈ নাহে তেনে ল'ৰাৰ লগত আমাৰো কোনো সম্পৰ্ক নাই।

(নেপথ্যৰপৰা মনোৰমাৰ মাত শুনা গ'ল।)

মনোৰমা : (নেপথ্যৰপৰা) দেউতাই নুবুজাকৈ এই কাম কৰি থৈ গৈছে নে? তেওঁ আছিল অন্তৰ্যামী। তিনি-চাৰিদিন ধৰি সৰুবোপাক যেতিয়া কলিকতাৰ ঘৰত বিচাৰি পোৱা নগ'ল তেতিয়া সৰুবোপাৰ সৎগুণ সোপাকে ধৰা পেলালে। দেউতাই যদি জানি-শুনি সকলো সম্পত্তি আমাকেই দি যায় তাত আমাৰ কি দোষ। আপুনিহে সকলো কথাতে ভাই ভাই কৰি থাকে। আন কোনোবা হোৱা হ'লে—

গকুল : (খণ্ডত মাহীমাকক উদ্দেশ্য কৰি) শুনিছা, মা শুনিছা নীচ মানুহৰ ছোৱালীৰ কথা শুনিছা?
(মনোৰমা ওলাই আহে)

মনোৰমা : শুনক, যি ক'ব মোক ক'ব। মিছাকৈয়ে দেউতাক লৈ গালি-শপনি নাপাৰিব। মোৰ দেউতা আৰু আপোনাৰ দেউতাৰ মাজত কোনো পাৰ্থক্য নাই।

ভৱানী : বোৱাৰী, এইবোৰৰ মাজত তোমাৰ সোমাবৰ কি দৰ্কাৰ? যোৱা, ভিতৰলৈ গৈ নিজৰ কাম কৰাগৈ।

মনোৰমা : মই কোনোদিনেই কোনো কথা নকওঁ আই। লগুবালিগিৰীৰ দৰে খাটিবলৈ আহিছোঁ দিনে-ৰাতিয়ে খাটি থাকিম কিন্তু তেখেতে যে কথাই কথাই মোৰ বি এ. পাছ কৰা ভাই বুলি অহংকাৰ কৰে, সেই ভায়েকে দেখোন তেওঁক মূৰ্খ বুলি ভাবি ঘৰলৈকে নাহে। তেখেতে নিজে নিজৰ অৱস্থাটো বুজি পালে মোৰ জানো কিবা কোৱা দৰ্কাৰ আছিল। (এইবুলি কৈ হন হনাই ভিতৰলৈ যায়। আকৌ পুনৰ উভতি আহি কয়) কেৱল টকা যোগাবৰ সময়তে দাদা। মোৰ মামাহঁতকো বি. এ. পাছ কৰা দেখিছোঁ। সাৱধান কৰি দিলেই মিঠা কথাষাৰো তিতা যেন লাগে। তেহেলৈ তিতাই লাগক বা মিঠাই লাগক নিজৰ টকা এইদৰে অপবায় হৈ থকা দেখিলে চিৰতিকাল মই মুখ বন্ধ কৰি থাকিব নোৱাৰোঁ। নিজৰ ল'ৰা-ছোৱালীৰ কথাওতো ভাবিব লাগিব। ককাযেকক ভোদা পাই ঠগাইছে। ঠগাওক মোৰ কি হ'ল। তেখেতৰ নিজৰ ল'ৰা-ছোৱালীহে বাটৰ ভিকহু হ'ব। (যায়গৈ)

গকুল : কোনে কয় মই ভোদা—মই বুৰ্বক। এই বিষয়-সম্পত্তি কোনে কৰিলে? মই নে বিনোদে? তাৰ বাপেকৰ সাধ্য আছে মোৰ চকুত ধূলি দি টকা আদায় কৰি নিব। মই ডাঙৰ, সি সৰু। সি চাৰিটা পৰীক্ষা পাছ কৰিছে, মই দহটা পৰীক্ষা পাছ কৰিব পাৰোঁ, জান। মই মূৰ্খ মই ভোদা। চাবিচোন ঘৰ সোমাবলৈ আহিলে তাক গতিয়াই উলিয়াই দিওঁ নে নিদিওঁ। হুঃ মনত ৰাখিবি মোৰ নাম গকুল। (প্ৰস্থান)
(থুলেশ্বৰৰ প্ৰৱেশ। তাৰ মুখত স্পট লাইটৰ পোহৰ। আনফালে আন্ধাৰ।)

থুলেশ্বৰ : হেঃ হেঃ হেঃ গিৰিয়েক-ঘৈণীয়েকৰ কাজিয়া—বহ্বাৰম্ভে লঘুক্ৰিয়া—ৰাতিটোৰ ভিতৰতে মিট্‌মাট। গকুল দেখাত মানুহটো বমভোলা; কিন্তু এই থুলেশ্বৰক ফাকি দিব নোৱাৰে—এতিয়া দেখোন ঘৈণীয়েকৰ কথাত উঠা-বহা—কয় বোলে মোৰ যি ভাই আছিল মৰিল। উঃ মানুহৰো যে প্ৰশংসা—বোলে গকুল ন্যায়নিষ্ঠ,

গকুল ভায়েকৰ কাৰণে পৰিমৰা, গকুল ধৰ্মৰাজ যুধিষ্ঠিৰ। হোঃ বেদ-পুৰাণত যিটো কস্মিনকালেও ঘটা নাই, সেইটো সম্ভৱ হ'ব এই ঘোৰ কলিকালত। মাহীমাকৰ পুতেকলৈ ইমান দৰদ! মই জানো নহয়, এদিন নহয় এদিন সকলো সঁচা কথা ওলাই পৰিব। (স্পষ্ট লাইট নুমাই যায়। কোঠাটোৰ আন এটা অঞ্চলত পোহৰ পৰে। মনোৰমা আৰু গকুলক দেখা যায়।)

মনোৰমা : মাৰ ভাবগতি দেখিছা নে?

গকুল : কি হ'ল?

মনোৰমা : সেই সেই যে কালি কৈছিলোঁ সৰুবোপাই টকা নষ্ট কৰাৰ কথা-তেতিয়াৰপৰা মোক মাত এষাৰো দিয়া নাই। আপোনাৰ লগত একা—

গকুল : এৰা মোৰ লগতো দেখোন কথা পতা নাই।

মনোৰমা : যিমানবোৰ টকা সৰুবোপাই খৰচ কৰিলে সেইবোৰটো আমাৰেই টকা। দেউতাইতো উইল কৰি আমাকেই দি থৈ গৈছে। সঁচা কথাটো ক'লেনো খং উঠে কিয়? আপুনিতো মা মা বুলি অজ্ঞান। (গকুল নীৰৱে থাকে) হেজাৰ হওক আপুনিতো আৰু তেওঁৰ নিজৰ ল'ৰা নহয়। তথাপি সকলো সম্পত্তিৰ গৰাকী হ'ল। নিজৰ পুতেক বিনোদ হ'ল বঞ্চিত। তিৰোতা মানুহে এই কথাটো সহ্য কৰি থাকিব পাৰেনে? মই যাওঁ পাই, সিফালে কাম-বনবোৰ পৰি আছে। অলপ সাৱধানে থাকিব বুইছে। বিষয়-সম্পত্তি বৰ ভয়ানক বস্তু। (গকুলেৰ লাগি চাই থাকে।) আমি তিৰোতা মানুহে তিৰোতা মানুহৰ মনৰ কথা বুজোঁ। সৰুবোপাই আৰু এইদৰে টিঘিলঘিলাই থাকিলে নচলিব। তেওঁকোতো থাকিবলৈ এখন নিজৰ ঘৰ লাগিব। পঢ়া-শুনাৰ ব্যৱস্থাটো আপুনিয়ে কৰি দিলে। এতিয়া তেওঁ নিজে নিজৰ ব্যৱস্থা কৰি লওক আৰু মাককো লগলৈ লৈ যাওক। লাগিলে আমিও সহায় কৰি দিম যাতে মানুহে একো ক'ব নোৱাৰে। নহ'লে মাহীআইৰ পুতেকৰ লগতনো আমাৰ কি সম্বন্ধ। এৰা—(মনোৰমা যায়। এনেতে গকুলৰ কাষেদি মাহীমাক ভৱানী বাহিৰৰপৰা ভিতৰলৈ যায়। মাকক দেখাৰ লগে লগে গকুলে কয়—)

গকুল : মা শুনাচোন।

ভৱানী : মোক কিবা ক'বি?

গকুল : তোমাৰ বোৱাৰীয়েতো মিছা কথা কোৱা নাই। তোমাৰ বিনোদে দেখোন মুঠিয়ে মুঠিয়ে টকা খৰচ কৰিব ধৰিছে। দেউতাই যে

গোটেই সম্পত্তি মোক দি গ'ল তাৰ বাবে মই দায়ী নে? মিটমাট কৰিব লাগে তাৰ লগত কৰাগৈ। সকামৰ সময়ত তুমি কিন্তু কথাবতৰা নোকোৱাকৈ মুখ ওফোন্দাই থাকিব নোৱাৰিবা—কৈ দিছোঁ।

ভৱানী : মইতো কাৰো ওপৰত খং কৰা নাই। সেয়ে মিটমাট কৰাৰো দৰকাৰ নাই।

গকুল : নাই যদি নাই, ঠিক আছে। বিনোদক কিন্তু কৈ দিবা সি যেন এটা চাকৰি বিচাৰি লয়। মোৰ ঘৰত থকাটো আৰু নচলিব।

ভৱানী : নচলিব বুলিতো মই জানোৱেই।

(যাযগৈ। মনোৰমাৰ প্ৰৱেশ)

মনোৰমা : মায়ে কি ক'লে?

গকুল : ক'ব আৰু কি—

মনোৰমা : তথাপি—

গকুল : তেওঁ স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে বিনোদৰ আৰু এই ঘৰত থকা নচলিব।

মনোৰমা : এইটো হ'লে খণ্ডতে কোৱা কথা। আচলতে তেওঁৰ সকলো চিন্তা বিনোদক লৈয়ে। আপুনিটো তেওঁৰ চকুৰ কুটা।

গকুল : সেইটো মই নুবুজোঁনে? মোৰ লগত চালাকি-তালাকি নচলিব।

(এনেতে ধৰ্মকান্তৰ প্ৰৱেশ। মনোৰমা যায়।)

গকুল : ধৰ্মকান্ত এটা নতুন কথা শুনিছা নে?

ধৰ্মকান্ত : কিনো?

গকুল : অৰ্তদিনে ইমান কৰিলোঁ—এতিয়া ময়েই হ'লোঁ মাৰ চকুৰ কুটা।

ধৰ্মকান্ত : সঁচাকৈ বৰ আচৰিত কথা।

গকুল : যি ইচ্ছা কৰি থাকক, মোৰ কি।

ধৰ্মকান্ত : মা এইফাললৈকে আহিছে মই যাওঁ।

(ধৰ্মকান্ত যায়। ভৱানী সোমাই আহে।)

গকুল : মোৰ ইমান গৰজ পৰা নাই যে মানুহ-দুনুহ পঠিয়াই গোলাঘৰৰপৰা সৰুপেহীহঁতক অনাম। আহিব খুজিলে নিজে আহিব।

ভৱানী : এইটো জানো ভাল কাম হ'ব পকুল?

গকুল : ভাল-বেয়া মই নাজানো। দুইহাতেদি টকাবোৰ উৰুৱাৰ সাধ্য মোৰ নাই। এইটোলৈ তুমি আৰু জেদ ধৰি নাথাকিবা—কৈ দিছো।

ভৱানী : অনাব নোখোজ নানিবি।

গকুল : আন বুলিলেইতো আনিব নোৱাৰি। মইতো আৰু ধাৰত পোত যাব নোৱাৰোঁ।

ভৱানী : যি ভাল বুজ তাকে কৰ।

গকুল : এৰা এতিয়াৰপৰা ভাল-বেয়া বুজি-শুনি কাম কৰিব লাগিব। মোৰতো আৰু নিজৰ মা নাই। মই মৰিলেই বা কাৰ কি—মোৰ কোন আছে? এতিয়া নিজকে চম্ভালি চলিবই লাগিব। টকা-কড়ি হিচাপ কৰি খৰচ কৰিব লাগিব।

(ভৱনীয়ে এটা দীঘল হুমুনিয়াহে এৰে। গকুল যাব খুজে, কিন্তু উভতি আহে।)

গকুল : মই নুবুজোঁ বুলি ভাবিছা নেকি যে খণ্ডতে তুমি তেনেকৈ কৈছা। তুমি নিজেই ক'লা পেহীদেউহঁতক অনাবলৈ আৰু এতিয়া কৈছা যি ভাল দেখ তাকে কৰ। মোৰ দেউতা নাই, ভাই নাই বুলি মোক এনেকৈ জব্দ কৰিবা নে? মানুহে ক'ব গকুলে সঁচা-সচিকৈয়ে মাকৰ কথা নুশুনে।

ভৱানী : মইতো আৰু তহঁতৰ কোনো কথাতে নাই গকুল। এইবোৰ বিষয়ে মই মাত নিদিওঁ বুলিয়ে ভাবিছোঁ।

(গকুলৰ চকু চলচলীয়া হয়।)

গকুল : তোমাৰ কোনটো হুকুম মই শুনা নাই কোৱাচোন মা। ভাল নহ'ব কিন্তু কৈ দিছোঁ। বিনোদে ওফোন্দ পাতি ঘৰ এৰি অঘৰী হ'ল। ময়ো চকু ফুটাই যিফালে নিয়ে সেইফালে গুচি যাম। থাকিবা তুমি তোমাৰ বিষয়-সম্পত্তি লৈ।

(চকু মচি মচি গকুল মিচ ওলাই যায়। সময় অতিবাহিত হোৱা বুজাবলৈ অলপ সময় এন্ধাৰ হয়। পুনৰ পোহৰ হ'লত গকুলে ভিতৰলৈ চাই মাকক উদ্দেশ্য কৰি কয়)

গকুল : মা তোমাৰ ল'ৰা বিনোদ কালি আহি পোৱাৰ লগে লগেই তাক হ'বলা মোৰ বিৰুদ্ধে নানা কথা লগাইছা যাতে মোৰ প্ৰতি তাৰ মনটো ভাঙি যায়। মই সকলো শুনিছোঁ। তোমাৰ ল'ৰাকো সাৱধান কৰি দিবা মোৰ আগত যেন নোলায়হি। (হৰিৰ মাক আহে।)

গকুল : শুনিছানে বাই, কালি ৰাতি হেনো বিনোদ আহি পাইছে।

হৰিৰ মাক : অঁ আহিছে।

গকুল : মাকে-পুতেকেনো কি কথা হ'ল—মোৰ বিৰুদ্ধে চাগৈ লগাইছে নহয়নে? এই যে মই ঘৰৰপৰা ওলাই যোৱা কথা কৈছোঁ, সেইবোৰ—

হৰিৰ মাক : ক'তা—আই দেখোন শোৱাৰপৰা উঠিয়ে নাহিল। যদুৱে কোঠাটো খুলি লেম্পটো জ্বলাই দিলে। মাল-বস্তুখিনি থ'লে। তেওঁ সেই যে সোমাল এতিয়ালৈকে ওলোৱা নাই।

গকুল ঃ কিয়নো কথা লুকুৱাইছ। মই সকলোবোৰ শুনিছোঁ।

হৰিৰ মাক ঃ মই শপত খাই কৈছোঁ। বিশ্বাস কৰক। তেওঁ মাকক মাতিবলৈ হাক দি আমাক ক'লে—যা তহঁত শোগে। বেচেৰা শুকাই-খীণাই একো নোহোৱা হৈছে। চকুৰ গুৰিবোৰ ক'লা পৰি গৈছে। দেখিলে বেয়া লাগি যায় বোপাই।

গকুল ঃ (চকু চলচলীয়া হয়) শুকাই-খীণাই নেযাব? দেউতা মৰি গ'ল বেচেৰাই দেখাকে নেপালে। সম্পত্তিৰ ফুটাকড়ি এটাও নাপালে। তইতো জান বাই, দেউতাক সি কিমান ভাল পাইছিল।

হৰিৰ মাক ঃ মযে তহঁতক ডাঙৰ-দীঘল কৰিলোঁ মই নেজানিম নে? দেউতাক বুলিলে সি পৰি মৰে। পিছে এই পঢ়া-শুনাবোৰ কৰি কৰি মগজুটো তাৰ গৰম হৈ গ'ল। সেয়ে—

গকুল ঃ গৰম নহ'ব—পঢ়া-শুনানো কম কৰিছেনে? অনাৰ্ছ গ্ৰেজুৱেট—এই গোটেই অঞ্চলটোত, তাৰদৰে লিখা-পঢা কোনেও কৰা নাই। লাটচাহাবে নিজে আহি তাৰ হাতত ধৰি বহুৱায়। সি কিবা আজে-বাজে মানুহ নে? কলিকতালৈ গৈ যিকোনো মানুহকে ক'গৈচোন বিনোদবাবুৰ ঘৰত কাম কৰোঁ বুলি—তোক কিমান আদৰ-সাদৰ কৰি বহুৱায় চাবিচোন। ইয়াৰ কেইটা মানুহে তাক চিনি পায়। বাই, সি সঁচাকৈয়ে খীণাই-শুকাই গৈছেনে—তই নিজে দেখিছ?

হৰিৰ মাক ঃ হয় বোপাই তাক দেখিলে চকুপানী ওলাই আহে।

(গকুলৰ চকুলো ওলায়। চাদৰৰ আগেৰে চকু মচে।)

গকুল ঃ বাই, তয়ে তাক মানুহ কৰিছ। তয়ে তাক ভালদৰে চিনি পাব। সৰুকালৰেপৰা খেল-ধেমালি পঢ়া-শুনা লৈয়ে সি ব্যস্ত। বিষয়-সম্পত্তিৰ জঞ্জালত সি কেতিয়া সোমাইছে ক'চোন? হোঃ উইল কৰ সম্পত্তি নিদিওঁ বুলিলেই হ'ল। তাৰ দেউতাকৰ সম্পত্তি নহয়? কিয় সি ভাগ নাপাব? কি কৰিছে সি—চুৰ কৰিছে নে ডকাইতি কৰিছে, নে খুন কৰিছে? আইন-আদালত নাই? বিনোদে আদালতৰ সহায় ল'লে কড়াই-গণ্ডাই হিচাপ কৰি আধা সম্পত্তি মই তাক দি দিব নালাগিব?

হৰিৰ মাক ঃ এৰা বোপাই, ঠিকেই কৈছ।

গকুল ঃ চাচোন বাই মাজনীলৈ। তিৰোতা মানুহ তিৰোতা মানুহৰ দৰে থাক। তই আকৌ উইল কৰাৰ পৰামৰ্শ দিবলৈ গ'লি কেলেই? এইটো জানো মাকৰ দৰে কাম হ'ল? ধৰ্ম নাই? ভগৱানে দেখি থকা নাই? নিৰ্দোষীক কষ্ট দিলে ভগৱানৰ ওচৰত কৈফিয়ৎ দিব নালাগিব?

বিষয়-সম্পত্তি?—বৰ বিষয়-সম্পত্তি! কাইলৈ সি যেতিয়া হাইকোৰ্টৰ জজ হ'ব তেতিয়া সম্পত্তি ধৰি ৰাখিব পাৰিবি? এতিয়া নিদিলে তেতিয়া অপমানত জুৰুলা হৈ সকলো এৰি দিব লাগিব।

হৰিৰ মাক : বাৰু বোপাই তয়েনো এইবোৰ কৈ সম্পত্তিৰ ভাগটো দি নিদিয় কেলেই? তেতিয়াহ'লে ক'বলৈ কাৰো একো নাথাকে।

গকুল : মইতো তাকেই কৰিব বিচাৰোঁ। কিন্তু সকলোৱে দেখোন কয় মোৰ বোলে তেনে কৰিবলৈ অধিকাৰ নাই। দেউতাৰ উইলখন মই ৰদ কৰিব নোৱাৰোঁহেনো। মনোৰমাৰ মোমায়েকৰ ভায়েক এজন ডাঙৰ উকীল! সি হেনো ভনীয়েকলৈ লিখিছে উইল ৰদ কৰিবলৈ গ'লে মই জেললৈ যাব লাগিব। অৱশ্যে মা যদি ৰাজী হয়, মনোৰমাও যদি ৰাজী হয়, কথা বেলেগ—

হৰিৰ মাক : মইনো কি ক'ম বোপাই। তইঁতে ভাবি-চিন্তি কিবা এটা কৰ। মই যাওঁ।

গকুল : বিনোদনো এতিয়া ক'ত আছে বাই?

হৰিৰ মাক : (ভিতৰলৈ দেখুৱাই) সৌৱা তাতে বহি আছে। ইয়াৰপৰা দেখা পায়।

গকুল : বাৰু তই যা। (হৰিৰ মাক যায়। গকুলে বিনোদ থকা ফালে ভিতৰলৈ চাই থাকি চকুলো মচে। ধৰ্মকান্ত সোমাই আহে। কাহে। চকু মচি গকুলে উভতি চাই।)

গকুল : অ' তুমি—কি হ'ল?

ধৰ্মকান্ত : নিমন্ত্ৰণৰ এইখন ফৰ্দি নতুনকৈ বনাইছোঁ।

গকুল : মোক কেলেই দেখুৱাব লাগিছে। বিনোদ আহি পাইছে যেতিয়া সিয়েই চাওক। সিনো কাক চিনি নাপায়? কাক ক'ত মাতিব লাগিব সি মোতকৈ ভালদৰে জানিব।

ধৰ্মকান্ত : কিন্তু—

গকুল : চোৱাহিচোন ইয়াৰপৰা, কেনেকৈ সি বহি আছে। বায়ে ঠিকেই কৈছে দেখিলে চকুৰ পানী ওলায়।

ধৰ্মকান্ত : মই তেন্তে তেওঁৰ ওচৰলৈকে যাওঁ।

গকুল : থাক থাক নালাগে। তাক আৰু কিয় কষ্ট দিব লাগিছে। এনেয়ে গা ভাল নহয়, খীণাই-শুকাই গৈছে—এইবোৰ জঞ্জালত সুমুৱাই দিলে কিবা এটা অসুখ-বিসুখহে হ'ব। তাক আমনি নকৰিবা।

ধৰ্মকান্ত : তেওঁ যদি নোৱাৰে—

গকুল : পাৰিব কেনেকৈ? আমাৰ দৰে সিতো আৰু হাজিৰা বনুৱাৰ কাম কৰা নাই। কাম কৰি কৰি আমাৰ দেহাটো শিলৰ দৰে টান হৈ গৈছে—সকলো সহিব পাৰোঁ। সি কৰিছে মগজুৰ কাম। পাঁচ-সাতটা

পৰীক্ষা পাছ কৰি দেশৰ মূৰৰ মণি হৈছে। তাৰ সৈতে মোক কেনেকৈ ৰিজাবা? তাক মই লঘোনে ৰাখি মাৰিব নোৱাৰোঁ। বামুণ-সজ্জনক মাতি ধন-বিত খৰচ কৰি লাগিলে পৰাচিতকে কৰিম।

ধৰ্মকান্ত : মানুহে যদি কিবা কয়?

গকুল : হো মানুহে কিবা ক'ব। মানুহে কিবা ক'ব বুলি মইতো নিজৰ ভাইটোক মাৰি পেলাব নোৱাৰোঁ নহয়। তোমাৰো যে বুদ্ধি। নাই নাই ফৰ্দি-তৰ্দি দেখুৱাই তাক আৰু আমনি নকৰিবা। যি কৰিব লাগে ময়ে কৰিম। বেচেৰাক অকণমান শান্তিত থাকিবলৈ দিয়া?
(সময় অতিবাহিত হোৱা বুজাবলৈ অলপপৰ মঞ্চ এন্ধাৰ হয়। পোহৰ হ'লত দেখা যায় বিনোদ বহি আছে। গকুলে কাগজ এখন হাতত লৈ বিনোদৰ ওচৰত থিয় হয়। বিনোদে খবৰ কাগজৰপৰা মূৰ নাদাঙে।)

গকুল : (হাঁহিবলৈ চেষ্টা কৰি) বিনোদ, কলিকতাৰ ঘৰ এৰি হাজাৰিবাগলৈ হঠাৎ তুমি গুচি গ'লা। দেউতাৰ মৃত্যুৰ সময়ত—শুনিছাই চাগে—এটা ল'ৰা-ধেমালি আৰু—(হাঁহিবলৈ চেষ্টা কৰে) তোমাৰোযে কাণ্ড! এটা খবৰ পৰ্যন্ত নিদিলা। বাৰু বাদ দিয়া সেইবোৰ কথা—শৰাধ সকাম শেষ হ'লে এখন দানপত্ৰ লিখি দিলেই হৈ যাব। কেইটামান টকা খৰচ হ'ব ইমানেই। এইখন ঠাইৰ মানুহবোৰো যে আৰু। তুমিতো সকলো জানাই—সেইবোৰ একো নহয়—দেউতায়ো কৈ গ'ল—বিষয়-সম্পত্তি থাকিল তহঁত দুজনৰ বাবে। সেইটো এটা সাধাৰণ কথা বুজিছাই নহয়। যাওক বাৰু সেইবোৰ কথা। সকলো ঠিক হৈ যাব। মোৰো মন-মেজাজৰ ঠিক নাই। লোৱা, চন্দুকৰ চাবিটো তুমিয়ে ৰাখা। সিহঁতে আকৌ বামুণ সজ্জন পণ্ডিত আদিক নিমন্ত্ৰণ কৰিছে ; কাক কি দান-দক্ষিণা দিব লাগিব, কাৰ কিমান বিদ্যাৰ দৌৰ মোতকৈ তুমি ভাল জানা। তুমি চাই-চিতি নিদিলে আনে এই কামটো কৰিব নোৱাৰে। তোমাৰ লগত যে কিবা এটা পৰামৰ্শ কৰিম কামৰ হেঁচাত সময়কে উলিয়াব পৰা নাই। (এইবুলি গুচি যাব খোজে কিন্তু বিনোদে টেবুলৰ ওচৰত থোৱা চাবিকোছা আৰু গকুলে দিয়া কাগজখন ঠেলামাৰি দি কয়)

বিনোদ : এইবোৰ মই হাতেৰে নোচোওঁ।

গকুল : নোচোৱা কিয়?

বিনোদ : দৰ্কাৰ কি? মই বাহিৰা মানুহ—দুদিনৰ কাৰণে আহিছোঁ দুদিন পিছত গুচি যাম।

গকুল : গুচি যাবা?

বিনোদ ঃ ও যাবই লাগিব। এইবোৰ টকা-পইচাৰ কথা। মই দীন-দুখী—হিচাপ মিলাই দিব নোৱাৰিলে পিছত হয়তো আপুনিয়েই চোৰ বুলি পুলিচৰ হাতত গতাই দি জেইল খটুৱাব।

(এইবুলি কৈ বিনোদ উঠি গুচি যায়। এক মুহূৰ্ত গকুলে বিনোদ যোৱালৈ চাই থাকে। পাছ ফালৰপৰা সোমাই আহে মনোৰমা।)

মনোৰমা ঃ সৰুবোপাৰ সৈতে কিবা কথা-বতৰা হ'ল নে?

গকুল ঃ সি চাবি নাৰাখিলে।

মনোৰমা ঃ নাৰখে বুলি মই জানো। আপুনিহে ভাই বুলি পৰি মৰে। তলে তলে তেওঁ কি কৰিছে জাননে?

গকুল ঃ কি কৰিছেনো?

মনোৰামা ঃ আপোনৰ বিৰুদ্ধে নানা কথা কৈ ফুৰিছে। উস্ কিমান যে বুধি জানে আপোনাৰ এই ভাইটোৱে।

মনোৰমা ঃ মইতো আপোনাৰ দৰে ভোদা নহয়। মোক ফাঁকি দিয়াও ইমান সহজ নহয়। আপুনি মাথো সাৱধানে থাকিব। আপোনাৰ বিৰুদ্ধে বিনোদে আনৰ লগ লাগি ষড়যন্ত্ৰ কৰিব ধৰিছে। কি বিপদত পেলায় ঠিক নাই। মই দেউতাক মাতি পঠিয়াইছোঁ। কাইলৈ আহি পাব। দেউতাক নোসোধাকৈ আপুনি একোকে নকৰিব। আপোনাৰ দোকান-পোহাৰ আৰু আন কাম-কাজ সকলোবোৰ দেউতাৰ ওপৰত এৰি দিব। তেতিয়া আৰু কোনো চিন্তা নাথাকিব। সৰুবোপা নালাগে আন কোনেও দেউতাৰ ওচৰত টু শব্দ এটাও কৰিব নোৱাৰিব। ব'লক এতিয়া খাবৰ সময় হৈছে। খাই-বৈ শুই থাককহি—দেউতা আহিলে সকলো ঠিক হৈ যাব। (বিৰতি দিলে দিব পাৰে। থুলেশ্বৰৰ ওপৰত পোহৰ স্থিৰ হ'ব।

থুলেশ্বৰ ঃ শিৱসাগৰৰ বৰঠাকুৰৰ গোলা খালী কৰি গকুলৰ শহুৰেক আহি উপস্থিত হ'ল। পকা চুলি কেঁচা গোঁফ চুটি-চাপৰকৈ শহুৰেক বিশ্বেশ্বৰ এক নম্বৰ টেটোন। গকুলৰ ঘৰলৈ আহি এক মুহূৰ্তৰ ভিতৰতে সকলো কামৰ গৰাকী হৈ বহিল আৰু অলপ সময়ৰ ভিতৰতে চুবুৰীটোৰ মানুহৰ সৈতে চা-চিনাকি হ'ল। চতুৰ হিচাপী শহুৰেকক পাই গকুল আনন্দত উৎফুল্ল হৈ উঠিল। আত্মীয়-বন্ধুবোৰে শুনিলে যে জী-জোঁৱাইৰ অনুৰোধ এৰাব নোৱাৰি তেওঁ জোঁৱায়েকৰ ব্যৱসায় চলাবলৈ এইখিনি পাইছেহি। জীয়েকে ইতিমধ্যে ক'বলগীয়া সকলোখিনি কথা কৈ তেওঁক কৰ্মপন্থা নিৰ্ধাৰণত সহায় কৰি দিলে।(থুলেশ্বৰৰ ওপৰত পোহৰ নাইকিয়া হয়। আন এটা Zoneত পোহৰ পৰে। বিশ্বেশ্বৰ, গকুল আৰু মনোৰমা।)

বিশ্বেশ্বৰ : গকুল, হাতৰ দলি আৰু মুখৰ মাতষাৰ এবাৰ ওলাই গ'লে আকৌ জানো ওভতাই আনিব পাৰি?

গকুল : নোৱাৰি।

বিশ্বেশ্বৰ : তেন্তে।

গকুল : (নিমাত)

বিশ্বেশ্বৰ : তোমালোক দুয়োজনে কন্দা-কটা কৰি এই ধুমুহাত মোক গুৰি ধৰিবলৈ মাতি আনিলা। গুৰি ধৰিব মই পাৰোঁ আৰু ধৰিমো। কিন্তু তোমালোকেতো চটফটাই থাকিলে নচলিব। য'তে মই বহিবলৈ ক'ম তাতেই বহিবা ; য'ত থিয় হ'বলৈ ক'ম থিয় হ'বা। তেতিয়াহে সাগৰ পাৰ হ'ব পৰা যাব। বিনোদ হাজৰিবাগলৈ নে ক'ৰবালৈ গৈছিল, এই আজে-বাজে কথাবোৰ যে কৈ ফুৰিছা এয়া জানো নিজৰ ভৰিতে কুঠাৰ মৰা হৈছে বুজিব পাৰিছানে?

মনোৰমা : হৈছেইতো। সেইকাৰণেইতো দেউতা তোমাক মাতি আনিছোঁ। আমি একো আও-ভাও নাপাওঁ। তুমি যিহকে ক'বা তাকে কৰিম। কোনো প্ৰশ্ন নকৰোঁ।

বিশ্বেশ্বৰ : তাকেইতো লাগে আই। মকৰ্দমা-তকৰ্দমাবোৰ বৰ সাংঘাতিক বস্তু। শুনা নাই তোৰ ঘৰত মকৰ্দমা সোমাওক বুলি মানুহে শাও দিয়ে। এতিয়া সেই মকৰ্দমা সোমাইছে তহঁতৰ ঘৰতে। বিপদ যিমানেই ডাঙৰ নহওক সাহস কৰি আগবাঢ়ি আহিছোঁ যেতিয়া তহঁতক পাৰত তুলিমেই। তেহেলৈ মোৰ যিহকেই নহওক। এটা এটাকৈ সিহঁতক গতিয়াই বাহিৰ কৰিম। হুঃ মোৰ নাম বিশ্বেশ্বৰ। আই মনোৰমা, তই অকমান চাচোন ওলাই, কোনোবাই আকৌ শুনি আছেনেকি? ক'বতো নোৱাৰি, এইখন শত্ৰুপুৰী।

(মনোৰমা বাহিৰলৈ যায়)

গকুল : মই হ'লে দেউতা আপোনাৰ কথা একোকে বুজা নাই। কাৰ কথা কৈছে? কিহৰ মকৰ্দমা? কাক গতিয়াই উলিয়াই দিব? কাৰ সৰ্বনাশ হ'ল মইতো একোকে বুজিব পৰা নাই। (মনোৰমা আহে।)

বিশ্বেশ্বৰ : নুবুজিয়েইটো লেঠা লগাইছা। বাৰু বহাচোন বহা। এইটোৱেই হ'ল তোমালোকৰ ভাল সময়। যি কৰিব পাৰা এতিয়াই কৰি লোৱা। মকৰ্দমা এটা যে লাগিব তাকতো মই জানোৱেই। লাগক মই ভয় নকৰোঁ। মকৰ্দমাৰ তদ্বিৰৰ ভাৰ যদু উকীল আৰু তাৰিণী মুক্তিয়াৰৰ ওপৰত। এই বিশ্বেশ্বৰৰ নাম শুনিলে ডাঙৰ ডাঙৰ উকীল-বেৰিষ্টাৰৰ মুখ শুকাই যায়। বিনোদে কি পাৰ পাব? মুখ টিপিলে গাখীৰ ওলোৱা ফুকলীয়া ল'ৰা। দুখন ইংৰাজী কিতাপ পঢ়িছে ইমানেই।

গকুল : আপুনি কাৰ কথা কৈছে! কাৰ মকৰ্দমা।

মনোৰমা : দেখিছা দেউতা, সুধিছে কাৰ মকৰ্দমা। শপত খাই কৈছোঁ দেউতা এওঁৰ দৰে চিধা মানুহ ভূ-ভাৰস্তত নাই। এখেতক ঠগাই সৰুবোপাই সকলো হাত কৰাটোতো নিচেই সহজ কথা। তুমি যে আহিছা এয়ে আমাৰ ভৰসা নহ'লে এবছৰৰ ভিতৰতে দেখিবা তোমাৰ নাতিনীহঁত বাটৰ ভিকহু হৈছে।

বিশ্বেশ্বৰ : ঠিকেই কৈছ। পিছে মই আহিছোঁ যেতিয়া আৰু ভয় নাই। কিন্তু তহঁতৰ সেই দোকানৰপৰা ধৰ্মকান্ত-তৰ্মকান্ত সকলোকে আগতে খেদাব লাগিব। সিহঁত সকলো হ'ল খাই পাত ফলাৰ জাত। ভিতৰি ভিতৰি সিহঁতে গৈ যদি বিনোদৰ লগ নালাগে তেতিয়া মোৰ নাম আন কিবা এটা ৰাখিবি। হোঃ মই বিশ্বেশ্বৰ। ছাঁটো দেখিলেই মানুহৰ মনৰ কথা গ'ম পাওঁ।

মনোৰমা : ঠিক ঠিক তাক এতিয়াই খেদাব লাগিব। মই সকলো জানো। জানি-শুনিও বাধ্যত পৰি মনে মনে আছোঁ। তুমি যাক ৰাখিব খোজা ৰাখা, খেদিব খোজা খেদা। আমি এটা কথাও নকওঁ। (মঞ্চ এন্ধাৰ হয়। অন্য অঞ্চলত থুলেশ্বৰৰ মুখত পোহৰ পৰে।)

থুলেশ্বৰ : ইমান পৰে গকুলে বুজি পালে যে তাৰ সৰু ভায়েক বিনোদে তাৰেই বিৰুদ্ধে মকৰ্দমা কৰিবলৈ ষডযন্ত্ৰ কৰিছে। অথচ সিহে নিৰ্বোধৰ দৰে সৰু ভায়েকক সন্তুষ্ট কৰিবলৈ তাৰ পিছে পিছে ঘূৰি ফুৰিছে। প্ৰথমে খঙে তাৰ চুলিৰ আগ পালেগৈ। খঙৰ উত্তাপ যেন ব্ৰহ্মৰন্ধ্ৰ ভেদ কৰি ওলাই যাব। কিন্তু এক মুহূৰ্তৰ বাবেহে—তাৰ পিছত সকলো নুমাই গ'ল তাৰ দৃষ্টি—তাৰ বুদ্ধি, তাৰ চেতনা যেন মুহূৰ্ততে বিলোপ হৈ গ'ল। তাৰ দুই কাণত যেন মানুহবোৰে চিএঞৰি চিএঞৰি কৈছে। বিনোদে তাৰ নামত আদালতত নালিচ কৰিছে। বিনোদে তাৰ নামত নালিচ কৰিছে। বিনোদে তাৰ নাম নালিচ কৰিছে। (এন্ধাৰ হয়। অন্য অঞ্চলত পোহৰ পৰে। গকুল আৰু ভৱানীক দেখা যায় পোহৰত।)

গকুল : বিনোদে মোৰ ওপৰত নালিচ কৰিছে?

ভৱানী : বিনোদে নালিচ কৰিছে?

গকুল : মাহীআই কি বস্তু মই এতিয়াহে বুজি পালোঁ। কিন্তু কি কৰিব পাৰা তোমালোকে? বিনোদে নালিচ কৰি একো যে কৰিব নোৱাৰে মই কৈ দিলোঁ। মোৰ ফালে আছে শহুৰ বিশ্বেশ্বৰ। মনত ৰাখিবা তেওঁ চিধা মানুহ নহয়। সাংঘাতিক।

ভৱানী : বিনোদে মকৰ্দমা কৰিব এই কথা তোক কোনে ক'লে?

গকুল ঃ সকলোৱে কৈছে, কোনে নাজানে যে বিনোদে মোৰ নামত মকৰ্দমা কৰিব।

ভৱানী ঃ ক'তা মইতো একোকে নাজানো।

গকুল ঃ জানানে নাজানা সেইটো বাৰু চাই ল'ম।

(যাব খুজি উভতি আহে।)

শুনা, তোমালোকৰ দৰে শত্ৰুক মইতো ঘৰত ৰাখিব নোৱাৰোঁ। (মঞ্চত এন্ধাৰ হয়। ওপৰত পোহৰ)

থুলেশ্বৰ ঃ কিন্তু সেইদিনা কথাটো কোৱাৰ লগে লগে গকুলৰ ৰুদ্ৰমূৰ্তি ভযত বিবৰ্ণ হৈ গ'ল। বাণ জুৰি লোৱা ব্যাধৰ সমুখৰপৰা ভয়খোৱা হৰিণা পোৱালি জ্ঞানশূন্য হৈ যেনেকৈ পলাই যায়, গকুলো ঠিক তেনেকৈ মাহীমাকৰ আগৰপৰা পলাই ফুৰিব ধৰিলে। তাৰ মুখত আৰু ৰাই-ৰুই এটা শব্দও নোলাল। আনকি ভোজৰ সময়তো উপস্থিত নাথাকিল। ভৱানীয়ে সুধি হেনো জানিব পাৰিলে কিবা হেনো তাগিদাত বাহিৰলৈ ওলাই গৈছে। শহুৰেকে ঘৰৰ গৰাকী সাজি বৰপীৰা পাৰি বহিল। বিনোদেও বিশেষ কথা-বতৰা নাপাতি নিমন্ত্ৰিতসকলৰ সতে বহি ভদ্ৰতা ৰক্ষা কৰিলে। আলহীবোৰ দিহা-দিহি উভতি গ'ল। শহুৰেকে নিজৰ কাম-কাজ ঠিক-ঠাক কৰি থৈ আহিবলৈ দুদিনৰ কাৰণে কলিকতালৈ গৈছিল। জী-জোঁৱাইক পাৰত তুলিবলৈ নিজৰ সৰু ল'ৰাটিক লগত লৈ উভতি আহিল। আৰু হিচাপ-পত্ৰ বজি-বাজি ল'বলৈ ধৰ্মকান্তক মাতি পঠালে। (মঞ্চ এন্ধাৰ হয়। বেলেগ Zoneত বিশ্বেশ্বৰ-ধৰ্মকান্ত আদিক দেখা যায়।)

বিশ্বেশ্বৰ ঃ দেখিছোঁ বহুত টকাই তুমি হাত কৰিলা। আৰু নহ'ব। তুমি আৰু কাম কৰিব নালাগে।

ধৰ্মকান্ত ঃ মই আজিৰ গোমোস্তা নহয়—দেউতাকৰ দিনৰপৰাই দোকান চলাই আহিছোঁ।

বিশ্বেশ্বৰ ঃ তোমাৰ সেই দেউতাৰ দৰে মোকো গৰু বুলি ভাবিছা নেকি? চকুপানী টুকি দেখুৱাব নালাগে। সোনকালে আঁতৰ হোৱা।

ধৰ্মকান্ত ঃ যাবলৈ কৈছে যাম কিন্তু মোৰ চাৰি মাহৰ দৰ্মহা...

গকুল ঃ অকল চাৰি মাহৰ কিয়—আৰু যদি লাগে—

বিশ্বেশ্বৰ ঃ গকুল তুমি মনে মনে থাকাচোন। ধৰ্মকান্ত, কথা তোমাৰে-মোৰে মাজত। মই যি ক'ম সেয়ে হ'ব। দৰ্মহা তুমি নোপোৱা। তোমাক যে জেললৈ পঠোৱা নাই সেয়ে ভাগ্য বুলি ভাবিবা।

(ধৰ্মকান্তই একো নোকোৱাকৈ বেজাৰ মনেৰে ওলাই যায়।)

মনোৰমা : (গকুলক উদ্দেশ্য কৰি) আকৌ যদি আপুনি দেউতাৰ কথাৰ ওপৰত মাত মাতে, হয় মই চিপজৰী লৈ মৰিম নহ'লে সকলোকে লৈ দেউতাৰ ঘৰলৈ যামগৈ।

বিশ্বেশ্বৰ : তোৰ সৰু ভায়েৰক মই কিয় লগত আনিছোঁ জাননে মনো?

মনোৰমা : কিয়নো?

বিশ্বেশ্বৰ : মইতো ইয়াত বেছিদিন থাকিব নোৱাৰোঁ। থাকিলে যে আমাৰ নিজৰ ব্যৱসায় বন্ধ হৈ যাব। কুণ্ডুবাবুহঁতে মোক এৰিয়েই দিব নুখুজিছিল। সেয়ে ভাবিছোঁ তোৰ সৰু ভাইটোক কাম-কাজৰ আও-ভাও বুজাই দি মই যামগৈ। সি মোৰহে ল'ৰা—সি পাৰিব।

(এনেতে ধৰ্মকান্ত হঠাতে সোমাই আহে।)

ধৰ্মকান্ত : আইদেউ এইফাললৈকে আহিছে।

গকুল : মা আহিছে? (ভৱানীয়ে দুৱাৰমুখত থিয় হৈ গম্ভীৰভাৱে কয়)

ভৱানী : গকুল—

গকুল : কি মা—

ভৱানী : এইবোৰ বলিয়ালি কৰিবলৈ তোক কোনে কৈছে। ধৰ্মকান্ত বহুত দিনৰ পুৰণা মানুহ। তেওঁ জীয়াই থকা দিনলৈকে মই তেওঁক কামত ৰাহাল ৰাখিছোঁ। চন্দুকৰ চাবি আৰু হিচাপৰবহীবোৰ লৈ তেওঁক দোকানলৈ যাবলৈ ক। আৰু এটা কথা, বিঁয়ে ডাঙৰীয়াই অনুগ্ৰহ কৰি আহিছে যেতিয়া দুদিন থাকি গ'লে ভালেই পাম কিন্তু মোৰ দোকানত চুৰি হৈছেনে নাই সেই কথা চিন্তা কৰাৰ তেওঁৰ কোনো দৰ্কাৰ নাই। ধৰ্মকান্ত তুমি সোনকালে যোৱা—বাহিৰৰ মানুহ সোমাই দোকানৰ হিচাপ-পত্ৰ চোৱাটো মই পচন্দ নকৰোঁ। গকুল চাবি দে—ধৰ্ম যাওক—

(এইবুলি কৈ ভৱানী সোমাই যায়।)

বিশ্বেশ্বৰ : (কাঠহাঁহি মাৰি) ইয়াকে বোলে পৰৰ ধনত পোদ্দাৰী। মই থাকিলেতো আৰু চুৰি কৰা নচলে। (ধৰ্মকান্ত লৈ চাই) থিয় হৈ আছা কেলেই—নিমখহাৰাম, আয়েৰক গৈ মাতি আনিছ। জেলত যে নিদিলোঁ সেয়ে ছল পালি। আঁতৰি যা সমুখৰপৰা। তোক শ্ৰীঘৰত সুমুৱাই থোৱাই ভাল আছিল।

ধৰ্মকান্ত : মইতো যাবলৈ ভৰি দাঙি আছোঁ। বহ যা .তন্তে মই লৈ যাওঁ— চন্দুকৰ চাবিটো দিয়ক।

(গকুলে চাবিকোছা কঁকালৰ খোঁচনিৰপৰা উলিয়াই ধৰ্মৰ পিনে দলিয়াই দিয়ে। ধৰ্মই বহীখন লৈ চাবিকোছা নিজৰ কোঁচত গুজি মিচিকিয়াই হাঁহি গুচি যায়)

গকুল ঃ মাই যে শত্ৰুতা কৰি এনে এটা হুকুম দিব মই জানিম কেনেকৈ?
বিশ্বেশ্বৰ ঃ যাওক ৰক্ষা পৰিলো। এটা জঞ্জালৰপৰা ৰক্ষা পৰিলোঁ। সিফালে মোৰ শিৱতুল্য মালিকে মোৰ বাবে বাট চাই আছে। কিন্তু মা মনো-ল'ৰা—ছোৱালী লৈ বাটত ওলাবলগীয়া হ'লে মোক নুদুষিবি। (গকুললৈ চাই তেতিয়া দেউতা দেউতা বুলি হেজাৰ কান্দিলেও মোক নেপাব। মই বেঁকা হৈ বহা নাই বুলিহে। বহিলে ব্ৰহ্মা-বিষ্ণুৰো সাধ্য নাই মোক বাধা দিয়ে। মনো মোৰ কাপোৰ-কানিবোৰ যতনাই দে, মই এঘন্টাৰ পিছতে যাম। জানইতো পৃথিৱী ওলট-পালট হ'লেও দেউতাৰৰ কথাৰ লৰচৰ নহয়। (থুলেশ্বৰ সোমাই আহে।)
থুলেশ্বৰ ঃ ডাঙৰীয়া, আপুনি ক'ৰবালৈ যোৱাৰ কথা কৈছিল।
বিশ্বেশ্বৰ ঃ এৰা যাবই লাগিব।
থুলেশ্বৰ ঃ বোলো গকুল—কথা কি? বতৰা কি? ৰায় ডাঙৰীয়াই চাকৰি এৰি ইযালৈ আহিছে। তেওঁৰ কম ক্ষতি হৈছে নে?
বিশ্বেশ্বৰ ঃ উপকাৰীক অজগৰে খায়। সহায় কৰিম বুলি আহিছিলোঁ ; যদি সহায় নালাগে ঠিক আছে।
(যায়গৈ।)
থুলেশ্বৰ ঃ দেখিছোঁ গকুল সঁচাকৈয়ে তোমাৰ বুদ্ধি-চুদ্ধি নাই। ৰায় ডাঙৰীয়াৰ খং তোলাই ল'লে তোমাৰ যে ভীষণ ক্ষতি হ'ব সেই কথা বুজি পোৱা নাই জানো।
গকুল ঃ কি কৰিম ছাৰ—মাই নিৰুপায়। মই নিবিচাৰে যে তেওঁ এইখন ঘৰত থাকক। দোকানৰ হিচাপ-পত্ৰ চাবলৈকো মায়ে হাক দি দিছে।
থুলেশ্বৰ ঃ বিষয়-সম্পত্তি তোমাৰ নে তোমাৰ মাহীআইৰ ? তোমাৰ মাহীয়েৰা যে এতিয়া শত্ৰুপক্ষত সেই কথাৰ বুজ লৈছেনে নাই?
গকুল ঃ লৈছোঁ।
থুলেশ্বৰ ঃ তেন্তে বিষয়-সম্পত্তি দোকান-পোহাৰ তেওঁক গতাই দি তুমি মজা চাই থাকা। তেওঁৰ দৰে বুধিয়ক মানুহ এই চুবুৰীতে তুমি বিচাৰি নোপোৱা।
গকুল ঃ এই কথা জানো। কিন্তু মাৰ অমতে কাম কৰিবলৈ দেউতাই মোক হাক দি গৈছে।
থুলেশ্বৰ ঃ হেঃ হেঃ হেঃ তোমাৰ মাহীয়েৰা যে তোমাৰ শত্ৰু হৈ পৰিব সেই কথাটো দেউতাৰাই নাজানিছিল। হাক দিলেই হ'লনে? বোলোঁ এতিয়া দেউতাৰাৰ হাক-বচন শুনিবলৈ গৈ ইমান ডাঙৰ সম্পত্তিটো হেৰুৱাবানে?
(বিশ্বেশ্বৰ আহে।)

বিশ্বেশ্বৰ : আপুনি ঠিকেই কৈছে ডাঙৰীয়া। গকুলে নুবুজিলেইতো আমি তাক এৰি দিব নোৱাৰোঁ। সি মোৰ জোঁৱাই আৰু আপুনি তাৰ সৰু কালৰ মাষ্টৰ।

থুলেশ্বৰ : মই তোমাক আৰ্শীৰ্বাদত কৰিছোঁ গকুল, চব ঠিক হৈ যাব।

বিশ্বেশ্বৰ : আপোনাৰ আৰ্শীবাদত যে তাৰ মঙ্গলেই হ'ব দহজনেতো দেখাই পাব। কিন্তু শত্ৰুবোৰকতো মই ঘৰত থাকিব দিব নোৱাৰোঁ। তেহেলৈ মাকেই হওক বা আন কোনোবাই হওক। আগতে খেদাব লাগিব ধৰ্মকান্তক। (ভিতৰলৈ চায়) এই ভিতৰত কোন আছ, ধৰ্মক মাতা বুলি ক।

গকুল : থাওক থাওক, এতিয়াই মাতিব নালাগে।

থুলেশ্বৰ : এইবোৰ কথাত গকুল চকুৰ লাজ এৰিব লাগে। তাক শহুৰেৰে কেনেকৈ ৰাখে কোৱাচোন। মাহীয়েৰৰ লাই পাই পাই সি মূৰত উঠিছে। তাকতো থাকিব দিব নোৱাৰি।

গকুল : কিন্তু মাযে বিচাৰে ধৰ্মকান্ত থাকক। তেওঁ যাক কামত ৰাখিছে তাক কামৰপৰা খেদাৰ কাৰো সাধ্য নাই আৰু দেউতায়ো সেই ক্ষমতা মোক দি যোৱা নাই।

থুলেশ্বৰ : তেন্তে ধৰ্মকান্ত থাকিব।

গকুল : এৰা থাকিব। ধৰ্মকান্তৰ ওপৰত মোৰ কোনো হাত নাই।

থুলেশ্বৰ : তেন্তে শহুৰেৰা?

গকুল : তেখেত নিজৰ ঘৰলৈ উভতি যাওক। তেখেত ইয়াত থকাতো মায়ে নিবিচাৰে। চাকৰি এৰাৰ কাৰণে তেখেতৰ যি ক্ষতি হৈছে মই মাক সুধি সেই ক্ষতি পূৰণ কৰিম।

(ওলাই যায়)

থুলেশ্বৰ : ঠিক আছে আপুনি একো চিন্তা নকৰিব ৰায় ডাঙৰীয়া। বিনোদৰ মন বিষাক্ত কৰোঁতে কিমান সময় লাগিছে। আপুনিও তপৰাই গুচি নাযাব। থাককচোন কেইদিনমান। ৰেহ-ৰূপ চাওক। বোৱাৰীয়ে ভিতৰত থাকি আৰু মই বাহিৰত থাকি আমাৰ কাম চলাই যাম। ঘৈণীয়েকৰ খেচখেচনি গকুলেনো আৰু কিমানদিন শুনিব। গিৰিয়েকক হাত কৰিব কেনেকৈ লাগে, তিৰোতা মানুহক শিকাব নালাগে। চাই থাকক মাহীয়েকে অতিষ্ঠ হৈ নিজে ঘৰ এৰি গুচি যাব। মই এতিয়া আহিলোঁ।

বিশ্বেশ্বৰ : হেঃ হেঃ হেঃ
থুলেশ্বৰ :

(দুয়োৱে সন্তুষ্টিসূচক হাঁহিৰ লগে লগে মঞ্চ এন্ধাৰ হয়। পোহৰ হ'লত দেখা যায় ভৱানী আৰু মনোৰমা)

ভৱানী : বোৱাৰী মই এইখন ঘৰত থকাটো গকুলে নিবিচাৰে নেকি? (মনোৰমা মনে মনে থাকে) বেছ কথা—সেয়ে যদি তাৰ ইচ্ছা স্পষ্টভাৱে মোক কৈ দিলেই হয়। আনৰ হতুৱাই, তোমাৰ দেউতাৰাৰ হতুৱাই মোক অপমান কৰাৰ কাৰণ কি?

মনোৰমা : অপমান কোনে কাক কৰিছে সেইকথা সকলোৱে জানে। মোৰ নিজৰ বস্তু চোৰৰ হাতৰপৰা ৰক্ষা কৰিবলৈ মই যদি মোৰ আপোনৰ মানুহ মোৰ দেউতাৰ হাতত তুলি দিব খোজো আপোনাৰ বুকুতনো হুলে বিন্ধাদি বিন্ধে কিয়? এজনৰ কাৰণে আন এজনৰ সৰ্বনাশ কৰাটো জানো ভাল। আপুনিওতো অপমান নকৰাকৈ থকা নাই।

ভৱানী : মইনো কাক অপমান কৰিছোঁ বোৱাৰী?

মনোৰমা : যাক অপমান কৰিছে সিহঁতেই গালি পাৰিছে। আঘাত কৰিলে ওভোতাই আঘাত পাবলৈকো সাজু হৈ থাকিব লাগে। অযথা খং কৰি লাভ নাই।

(মনোৰমা হনহনাই ভিতৰলৈ যায়।
আনফালেদি বিনোদ সোমাই আহে)

বিনোদ : দুখ নকৰিবা মা। মই সকলো শুনিছোঁ আৰু সকলো জানো। সেয়ে মই এটা চাকৰি যোগাৰ কৰিছোঁ, এটা ঘৰো ভাৰা কৰিছোঁ। কালি পুৱাই মই ইয়াৰপৰা যামগৈ।

ভৱানী : বোপাই মোকো তোৰ লগতে লৈ যা। এই অপমান মই সহ্য কৰিব নোৱাৰোঁ। তই যেনেকৈ ৰাখিবি তেনেকৈয়ে থাকিম। এই ঘৰটোৰপৰা মোক মুক্তি দে।

(কথা কৈ কৈ কান্দি দিয়ে। এনেতে গকুল আহে। ভৱানীয়ে আত্মসম্বৰণ কৰি ওলাই যায়। বিনোদে ককায়েকৰ ফালে আগবাঢ়ি আহে)

বিনোদ : দাদা কাইলৈ পুৱাই মই মাক লৈ নতুন ঘৰলৈ যাম।

গকুল : নতুন ঘৰ—তাৰমানে মোক নোসোধাকৈয়ে নতুন ঘৰৰ বন্দোবস্ত কৰি পেলাইছ।

বিনোদ : অঁ কৰিছোঁ।

গকুল : এম. এ. পঢ়া এৰিলি তাৰমানে?

বিনোদ : অঁ।

গকুল : বৰ আশা কৰিছিলোঁ তই এম. এ. পাছ কৰিবি। নপঢ় নাই কিন্তু নতুন ঘৰলৈ মাক নি খুৱাবি কি?

বিনোদ : দেখা যাব। (বিনোদ যায়।)

গকুল : (বিনোদ যোৱালৈ চাই) সেইচব নহ'ব। কাইলৈ তই মাক নিব নোৱাৰ। কাইলৈ দশমী তিথি, কাইলৈ ঘৰ এৰি গ'লে গৃহস্থৰ মংগল হয়।

(এনেতে মনোৰমা সোমাই আহে।)

মনোৰমা : যাব খুজিছে বাধা দিছে কিয়। আপদবোৰ সোনকালে আঁতৰাই ভাল।

গকুল : মোৰ খুচী মই বাধা দিছোঁ। ঘৰৰ মূল মানুহজনী দিন-ক্ষণ নাচাই গুচি গ'লে ল'ৰা-ছোৱালীবোৰৰ অমংগল নহ'বনে? (কথাবোৰ কৈ হনহনাই ওলাই যায়।)

(সময় বাগৰি যোৱা বুজাবলৈ মঞ্চ খন্তেকৰ বাবে এন্ধাৰ হয়। পোহৰ হ'লত দেখা যায় গকুলে এখন খবৰ কাগজ পঢ়ি আছে। বিশ্বেশ্বৰ আহে। আহি গকুল বুলি মাতিলত গকুল থিয় হয় কিন্তু কাগজখন চায়ে থাকে।)

বিশ্বেশ্বৰ : গকুল দশমীৰ পিছত একাদশীও গ'ল, দ্বাদশীও গ'ল। এয়োদশীৰ দিনা ভাল দিন-ক্ষণ আছে বুলি পূজাৰীয়ে কৈ যোৱা সত্ত্বেও তুমি তাক দবিয়াই পঠিয়াই দিলা। তোমাৰ গালি খাই মনোৰেতো এই বিষয়ে নমতাই হৈছে। এইটোতো ভাল কথা হোৱা নাই।

গকুল : (কাগজৰপৰা মূৰ নোতোলাকৈ কয়) কি কথা?

বিশ্বেশ্বৰ : মাহীয়েৰাই নিজ ইচ্ছাৰে নিজৰ ল'ৰাৰ ঘৰলৈ যাব খুজিছে, তুমি বাধা দিছা কেলেই ? বাধা দিয়াতো উচিত হোৱা নাই।

গকুল : মাক এনেকৈ যাবলৈ দিলে চুবুৰীৰ মানুহবোৰে মোক বেয়া বুলিব।

বিশ্বেশ্বৰ : বেয়া বোলাৰতো কোনো কাৰণ মই দেখা নাই।

গকুল : (কাগজৰপৰা মূৰ তুলি খঙেৰে) কাৰণ বিচাৰিবৰতো আপোনাৰ কোনো দৰ্কাৰ নাই। মোৰ মাক মই আনৰ ওচৰলৈ নপঠিয়াওঁ। বচ্ চাফ কথা। আপুনি যাওক। (বিশ্বেশ্বৰ ওলাই যায়। বিনোদ সোমাই আহে।)

বিনোদ : দাদা, মাক আজি মই লৈ যামেই। আপুনি অনৰ্থক বাধা নিদিব।

গকুল : (কাগজত মনোনিৱেশ কৰি) আজি যোৱা নহ'ব।

বিনোদ : হ'বই লাগিব। মই এতিয়াই লৈ যাম।

বিনোদ : হাতৰ কাগজ পেলাই দি লৈ যাম বুলিলেইতো নিব নোৱাৰা। মৃত্যুৰ সময়ত দেউতাই মাক মোৰ হাতত গতাই দি গৈছিল। তোমাকতো দি যোৱা নাই। মই মাক ক'লৈকো নপঠাওঁ।

বিনোদ : সেই ভাৰ যদি আপুনি সঁচা-সঁচিকৈ ল'লেহেঁতেন দাদা তেতিয়াহ'লে মায়ে দিনে-ৰাতিয়ে এইদৰে অপমান সহ্য কৰিব নালাগিলহেঁতেন। (ভিতৰলৈ চাই) মা সোনকালে ওলাই আহা—গাড়ীৰ বৈ আছে। (ভৱানী তৎক্ষণাৎ ওলাই আহে। এনেকৈ ওলাই অহা দেখি গকুল আচৰিত হৈ যায়)

ভৱানী : মই ওলাই আছোঁ—ব'ল বিনোদ।

গকুল : (বিহ্বল হৈ পৰে) এইদৰে জোৰকৈ গুচি গ'লে তোমালোকৰ লগত মোৰ কোনো সম্বন্ধ নাথাকিব মা কৈ দিছোঁ হ'লে। (ভৱানীয়ে কোনো উত্তৰ নিদি ওলাই গ'ল। বিনোদো পাছে পাছে গ'ল সেইফালে চাই গকুলে বলিয়াৰ দৰে চিঞৰি দিলে।)

গকুল : মোক এনেকুৱাকৈ নিঠৰুৱা কৰি এৰি থৈ গ'লা মা—মই জানো তোমাৰ ল'ৰা নহয়—মোক জানো তুমি মানুহ কৰা নাই। (গকুলে সৰু ল'ৰাৰ দৰে কান্দিবলৈ ধৰিলে। গাড়ীৰ চকাৰ শব্দৰ মাজত কান্দোনৰ সুৰ হেৰাই গ'ল। এটা করুণ সুৰ ভাহি আহি মঞ্চ এন্ধাৰ হয়।)

— বিৰতি —

।। বিনোদৰ নতুন ঘৰ।।

(ওখ মুঢ়াত বহি আছে। ওচৰতে বহিছে হৰিৰ মাক)

ভৱানী : স্বামীৰ ভিঠা এৰি থৈ আহি মোৰ মনটো যে কেনে লাগিছে তাক কেনেকৈ বুজাম। গকুলৰ কাৰণে মনটো মোৰ কান্দি উঠে। ঘোঁৰাবাগীত উঠি আহোঁতে সি চিঞৰি চিঞৰি কোৱা কথা কেইশাৰীয়ে মোক সপোন-সচিতে অস্থিৰ কৰি তোলে। আজি এমাহ হ'লহি সিনো বাৰু জেদ ধৰি এইফাললৈ এবাৰ আহিব নালাগেনে। এৰা আহিবইবা কিয়। মই গুচি অহাত সি চাগৈ ভালেই পাইছে।

হৰিৰ মাক : তেনেকৈ নক'ব আই। বৰবোপাৰ মুখলৈ চাব নোৱাৰা হৈছে।

ভৱানী : তই সঁচাকৈয়ে কৈছনে?

হৰিৰ মাক : শহুৰেকটোতো আছেই। এতিয়া ভূতৰ ওপৰত দানহ ওলোৱাদি শাহুৱেকো চাপিছেহি। বেচেৰা বৰবোপাৰ মাত এষাৰ মাতিবৰো যেন অধিকাৰ নাই। খাই-বৈ দোকানলৈ যায়—নিশা আহি শুই থাকে। কাৰো লগত মাত এষাৰ নিদিয়ে।

ভৱানী : বৰ হোজা ল'ৰাটো দেহি। ময়ে কিবা ভুল কৰি পেলালোঁ নেকি নাজানো।

হৰিৰ মাক : সৰুবোপা ভালেই আছে নহয়। চাকৰি-বাকৰি—

ভৱানী : (হুমুনিয়াহ কাঢ়ি) কি চাকৰি কৰিছে সিহে জানে। কেইদিনমান ভালে আছিল। এতিয়া আকৌ সেই বেয়া লগ-সংগবোৰে পাইছে। কেতিয়াবা নিশা ঘৰলৈকে নাহে। বাৰু তই এটা কথা ক'চোন— সচাঁ ক'বি কিন্তু।

হৰিৰ মাক : আপোনাৰ আগত মই মিছা মাতিম নে—কওক কি কথা।

ভৱানী : দুদিনমানৰ আগতে বিনোদৰ কোনোবা বন্ধুৱে বোলে সম্পত্তিৰ বিষয়ে কিবা ক'বলৈ যাওঁতে গকুলে হেনো তাক দবিয়াই পঠিয়াই দিলে।

হৰিৰ মাক : সেইটো কথা মই নাজানো আই। কিন্তু মোক হ'লে বৰবোপাই এদিন কৈছিল, "বাই, ঘোৰ কলিকাল বুইচ ; ঘোৰ কলিকাল। ধৰ্ম-কৰ্মৰ কিবা জানো মূল্য আছে। দেউতাই মৃত্যুৰ সময়ত মাক মোৰ হাতত গতাই দি ক'লে, বোপা গকুল, মাৰক চাবি। মই ভাল মানুহ নহ'লে বিনোদক মোৰ ঘৰৰপৰা এনেয়ে লৈ যাব পাৰে? কিয় মই তেওঁৰ ল'ৰা নহয়? ইচ্ছা কৰিলে এতিয়াও মই আনিব নোৱাৰোঁ— এয়েইতো দেউতাৰ আচল উইল। কাগজত দুকলম লিখি দিলেই নহয়।"

ভৱানী : সঁচানে?

হৰিৰ মাক : শপত খাই কৈছোঁ আই একেবাৰে সঁচা। আৰু শহুৰেক-শাহুৱেক আহি ঘৰ পাতি বহিলে কি হ'ব। তুমি যে ধৰ্মকান্তক কামত লগাই দি আহিছিলা এতিয়াতো হেজাৰ চেষ্টা কৰিও তেওঁক গুচাব পৰা নাই। সেই কথা তুলিলেই বৰবোপাই চিধা কৈ দিয়ে—মাৰ আদেশ মই কেতিয়াও অমান্য কৰিব নোৱাৰোঁ।

(এনেতে বাহিৰত গকুলৰ মাত শুনা যায়)

গকুল : (নেপথ্যত) হেৰৌ কোন আছ—বস্তুবোৰ লৈ যাহিচোন।

ভৱানী : চাচোন চা—গকুলৰ মাত যেন শুনিছোঁ।

(হৰিৰ মাক বাহিৰলৈ গৈ তপৰাই উভতি আহে।)

হৰিৰ মাক : আই বৰবোপা আহিছে। লগত মানুহ-দুনুহ বহুতো লৈ আহিছে।

ভৱানী : (ভয় খায়) মানুহ-দুনুহ আনিছে!

হৰিৰ মাক : এৰা আই, প্ৰত্যেকৰে মূৰত একোটাকৈ ডাঙৰ ডাঙৰ পাচি। ঘিউ, ময়দা, মিঠাই, আম, কল, এসোপা আনিছে আই।

ভৱানী : অ' আজি সংক্ৰান্তিৰ দিন। মই ব্ৰাহ্মণ ভোজন কৰোৱাৰ কথাটো সি পাহৰি যোৱা নাই। বিনোদৰ যে সেইফালে ভ্ৰূক্ষেপ নাই সেই কথা গ'ম পাইছে। মোৰ বুকুখন ঢপ্‌ঢপাব লাগিছে, মই ভিতৰলৈ যাওঁ পাই, তয়েই তাক বহুৱা। (ভৱানী যায়। গকুল সোমাই আহে।)

গকুল : বাই, মা ক'ত? আজি যে সংক্রান্তি কাৰো মনত নাই। যেনে মাক তেনে ল'ৰা। সেই বান্দৰটোৱে একো নকৰিলে বুলি মইটো আৰু হাত সাৱটি বহি থাকিব নোৱাৰোঁ। মায়ে যে প্রতি বছৰে এই দিনটোত ব্রাহ্মণ ভোজন কৰায় সেইটো বিনোদে পাহৰি গ'লেও মইতো পাহৰিব নোৱাৰোঁ। ময়েই চুবুৰীৰ মানুহবোৰক নিমন্ত্রণ কৰি আহিছোঁ। বস্তু-বাহানিবোৰ সামৰি-সুতৰি থ আৰু মাক খবৰ দেগৈ যা। ৰন্ধা-বঢ়া কৰা মানুহ লগত লৈ মই এতিয়াই উভতি আহিম। (কৈ কৈ ওলাই যায়। মঞ্চ এন্ধাৰ হয়। পোহৰ হ'লত দেখা যায় খাই-বৈ কিছুমান ভিতৰৰপৰা ওলাই বাহিৰৰ দুৱাৰেদি গকুল-বিনোদক মাত লগাই গুচি যায়। থুলেশ্বৰ আৰু দুই-এজন থাকি যায়।)

থুলেশ্বৰ : হেঃ হেঃ হেঃ খোৱাটো কিন্তু ভালেই হ'ল দেই। (এটা উগাৰ মাৰে। বিনোদৰ ওচৰলৈ গৈ সৰু সৰুকৈ কয়) বোপা বিনোদ, ককায়েৰৰ আজিৰ এই চালটোৰ অর্থ কি বুজি পাইছানে? (গকুলে আচৰিত হয।)

বিনোদ : নাই বুজা।

থুলেশ্বৰ : তেতিয়াহ'লে মর্কদমাত জিকা হ'ল তোমাৰ। ইমানখিনিলৈকে পঢ়ি এই কথাটোকে বুজি নেপালানে? মাৰক হাত কৰিবৰ কাৰণেই আজিৰ এই চাল। মকর্দমাটো নির্ভৰ কৰিছে মাৰৰ ওপৰতে। সাক্ষী হিচাপে চহী কৰিছে উইলত তেঁৱেই।
(ভৱানী উত্ৰাৱল হৈ সোমাই আহে)

ভৱানী : নহয় নহয়—নহয় নহয়।
(ভৱানীয়ে স্থিৰে থাকিব নোৱাৰে। মূৰটো যেন ঘূৰাই যায়। অতীতৰ কথাবোৰ মনত ভাহি উঠে। মঞ্চ ততালিকে এন্ধাৰ হয়। ভৱানীৰ ওপৰত Spot পৰে। নেপথ্যৰপৰা তলৰ সংলাপ ভাহি উঠে। স্পষ্টকৈ অনুভৱ কৰে এয়া যেন ভাৱাবেগত ব্যক্ত কৰিব নোৱাৰা ভৱানীৰ মনক উদ্বাউল কৰা অতীতৰ সোঁৱৰণ। এই সংলাপ টেপযোগে নাইবা অন্য ব্যৱস্থাৰে নেপথ্যৰপৰা ভাহি আহিব লাগিব)

(।। নেপথ্যৰপৰা ভাহি অহা সংলাপ।। ফ্লাছ্-ব্যাক্)

বৈকুণ্ঠ : গকুলৰ মাক মৰাৰ পিছত দ্বিতীয়বাৰ বিয়া কৰাৰ ই মোৰ নাছিল। কিন্তু কেঁচুৱা গকুলক চোৱাৰ কাৰণেই দ্বিতীয়বাৰ বিয়া কৰাব লগা

হ'ল। ভগৱানে মোৰ মনৰ কথা জানিছিল সেয়ে তোমাৰ দৰে লক্ষ্মী ঘৈণী পালোঁ। কিন্তু বিনোদ যে অবাটে যাব সেইটো মই কেতিয়াও ভবা নাছিলোঁ। মোৰ অবৰ্তমানত মোৰ কষ্টেৰে গঢ়ি তোলা দোকানখন বিনোদে পাই দুদিনাতে নষ্ট কৰি পেলালে। এই শোক মই পৰকালতো সহ্য কৰিব নোৱাৰিম।

ভৱানী : নাই নাই বিনোদক আপুনি একো দি থৈ নাযাব। হওক সি মোৰ ল'ৰা তথাপি মই কৈছোঁ আপোনাৰ দোকান, ঘৰ, বিষয়-সম্পত্তি সকলো গকুলৰ নামত লিখি দিয়ক। আপুনি শান্তি পোৱাটোকে মই বিচাৰোঁ। আপুনি চিন্তা নকৰিব—লাগিলে ময়েই উইলৰ সাক্ষী হ'ম।

বৈকুণ্ঠ : তুমি জানো মত দিব পাৰিবা ভৱানী?

ভৱানী : পাৰিম পাৰিম। আপোনাৰ গা চুই শপত খাই কৈছোঁ মই পাৰিম। মোক একো নালাগে। আপোনাৰ শান্তিয়েই মোৰ একমাত্ৰ কামনা। (Spot) নুমায় মাক আঁতৰি যায়। অন্য অংশত পোহৰ পৰে।

গকুল : (থুলেশ্বৰক উদ্দেশ্য কৰি) আপোনালোকে মকৰ্দমা, কৰক, মই নকৰোঁ। সেই বান্দৰ বদমাচটোক মই এটা ফুটাকাড়িও নিদিওঁ। সি ইমান অধঃপাতে গৈছে যে সি মদ খাবলৈকো ধৰিছে।

থুলেশ্বৰ : মদ যেনিবা অলপ-চলপ খালেই সেইবুলি বিনোদৰ হকৰ সম্পত্তিৰপৰা বঞ্চিত কৰিবলৈ তুমি কোনহে? তুমি যে তোমাৰ দেউতাৰাৰ মৃত্যুৰ সময়ত ভায়েৰাক বঞ্চিত কৰিবলৈ উইলখন লেখাই লোৱা নাই তাৰ কি প্ৰমাণ আছে? আদালতলৈ গ'লেই চব কথা ফয়চলা হৈ যাব। সাক্ষীৰ কাঠগড়াত থিয় হৈ মাকে যেতিয়া ক'ব—

গকুল : কি? সাক্ষীৰ কাঠগড়াত মা থিয় হ'ব?

থুলেশ্বৰ : হ'বতো লাগিবই। তেৱেঁইতো প্ৰধান সাক্ষী।

গকুল : অসম্ভৱ—মই জীয়াই থাকোতে মাক কাঠগড়াত থিয় নকৰাও। মকৰ্দমা-চকৰ্দমা মই বুজি নাপাওঁ। দেউতাৰ সম্পত্তি এচিকটাও মোক নালাগে। এয়া মোৰ সোঁ ভৰিখন আগবঢ়াই দিছোঁ, আহ, বিনোদ আগবাঢ়ি আহ, মোৰ ভৰি ছুই তই ক যে তোক বঞ্চিত কৰিবলৈ দেউতাক ভুলাই এই উইল মই কৰিছোঁ। যদি এই সম্পত্তিৰ সকলো ভাগ এই মুহূৰ্ততে এৰি নিদিওঁ মই বৈকুণ্ঠ মজুমদাৰৰ ল'ৰাই নহয়।

থুলেশ্বৰ : সৰুবোপা, এয়ে সুযোগ। সুযোগ এবাৰহে আহে। এৰি দিলে দুনাই আৰু নোপোৱা। এযাৰি মাত্ৰ কথা কৈ দিয়া—সম্পত্তি তোমাৰ হৈ যাব। পলম নকৰিবা—যোৱা—যোৱা—

বিনোদ : (তলমূৰ কৰি থাকে—আগবাঢ়ি নাযায়)

বিশ্বেশ্বৰ : কি এইবোৰ বলিয়ালি কৰিছা গকুল। কৰক নালিচ—যাওক আদালতলৈ—বিচাৰত যি হয় হ'ব। এইবোৰ কি আকৌ, ব'লা-ব'লা—

গকুল : (শহুৰেকক আঁজোৰ মাৰি আঁতৰাই বিনোদৰ ফালে আগবাঢ়ি আহে) কথা মোৰে আৰু বিনোদৰে মাজত। আপুনি ইয়াৰ মাজত নোসোমাব যাওক। আহ, আগুৱাই আহ বিনোদ। ক মোৰ ভৰি ছুই মই তোক ঠগাব খুজিছোঁ। (ওপৰলৈ চাই) দেউতাই স্বৰ্গৰপৰা শুনি আছে, সকলো চাই আছে। মৃত্যুৰ সময়ত তেওঁ কৈছিল নে নাই—"গকুল, এই সম্পত্তি থাকিল তহঁত দুজনৰ কাৰণে। বিনোদ যিদিনাই ভাল হ'ব সেইদিনা তাৰ ভাগ তাক দিবি।" .... স্বৰ্গৰপৰা দেউতাই চাই আছে। সেইদিন ধৰি যক্ষৰ দৰে দেউতাৰ বিষয়-সম্পত্তি মই চম্ভালি আছোঁ। কেতিয়া তই ভাল হ'ব কেতিয়া ঘৰলৈ উভতি আহ, তাকে ভগৱানৰ ওচৰত খাটি আছোঁ। আৰু ইহঁতে কয় মই তোক ঠগাব খুজিছোঁ। মই ঠগ—আহ্ ইহঁতৰ আগত মোৰ ভৰি ছুই ক তোৰ ডাঙৰ ককায়েৰে তোক ঠগি বিষয়-সম্পত্তি হাত কৰিছে।

বিনোদ : (থৰ লাগি থিয় হৈ থাকে)

থুলেশ্বৰ : আহ্ বিনোদ পলম কৰিছা কিয়। কৈ দিয়া সোনকালে ভয় কিহৰ—আমি আছোঁ তোমাৰ লগত।

বিনোদ : (গম্ভীৰভাৱে) এৰা, ভয় কিহৰ। এনে সুযোগ আৰু দুনাই নাহে। (পাছফালে মাক আহি থিয় হয় তেওঁৰ মুখত উদ্বেগৰ চিন। বিনোদ আগবাঢ়ি আহে। পৰিৱেশটোত এটা উৎকণ্ঠাৰ ভাব।

গকুল : ক মই তোক ঠগাইছোঁ?
(পাছফালে থিয় গৈ থকা মাকৰ ওঁঠ দুটা কঁপি উঠে মুখেৰে মাতিব নোৱাৰে কিন্তু দৰ্শকে অনুভৱ কৰে তেওঁৰ যেন বুকু ফাটি ওলাই আহিব খুজিছে এষাৰি মাত্ৰ কথা—গকুল নিৰ্দোষী কিন্তু
বিনোদে কি ক'ব তাক বুজিব নোৱাৰি
গভীৰ উৎকণ্ঠাত ব্যাকুল হয়)

বিনোদ : মই মদ খাওঁ আৰু যিহকে নকৰোঁ লাগে তোমাক ভালদৰে চিনি পাওঁ দাদা। আজি সুযোগ পাইছোঁ যেতিয়া সঁচা কথা মই তোমাক ক'মেই। (মুহূৰ্ত নীৰৱতা) আজি তোমাৰ ভৰি ছুই মই যদি কওঁ যে তুমি মোক ঠগিছা তেন্তে মোৰ সৌঁহাতখন ইয়াতে খহি পৰিব। তোমাৰ ভৰি ছুই শপত খাই কৈছোঁ মই আৰু জীৱনত মদ নোচোওঁ। আৰ্শীৰ্বাদ কৰিবা দাদা—মই যেন তোমাৰ সৰু ভাই বুলি নিজকে

চিনাকি দিব পাৰোঁ। তোমাৰ মান ৰাখি তোমাৰ ভৰিৰ তলতেই যেন চিৰকাল কটাই দিব পাৰো। (গভীৰ আবেগত বিনোদে হুক্‌হুকাই কান্দি দিয়ে। গকুলেও আবেগত অতিভূত হৈ বিনোদক সাৱটি ধৰে। মাক ওচৰ চাপি আহে। মাকৰ চকুৰেদি এধাৰি আনন্দৰ অশ্ৰু বৈ যায়। তিনিওৰে মুখত পোহৰ পৰে আৰু নামি আহে নাটকৰ অন্তিম যৱনিকা।)

# মেকবেথ

উইলিয়ম শেক্সপীয়েৰৰ প্ৰখ্যাত ট্ৰেজেডিৰ মূলানুগ ৰূপান্তৰ

## পাত্ৰ-পাত্ৰী

| | | |
|---|---|---|
| ডানকান | — | স্কটলেণ্ডৰ ৰজা। |
| মেলকম, ডোনালবেন | — | ডানকানৰ ল'ৰা। |
| মেকবেথ, বেঙ্কো | — | ডানকানৰ সেনাপতি। |
| মেকডাফ, লেনক্স, ৰছ, মেনটিথ, এন্গাছ, কেথনেছ | — | স্কটলেণ্ডৰ সম্ভ্ৰান্ত ব্যক্তি। |
| ফ্লিয়েঞ্চ | — | বেঙ্কোৰ ল'ৰা। |
| চিউৱাৰ্ড | — | নৰ্দামবাৰলেণ্ডৰ আৰ্ল, ইংৰাজ সেনাপতি। |
| ডেকা চিউৱাৰ্ড | — | তেওঁৰ ল'ৰা। |
| চেটন | — | মেকবেথৰ অনুচৰ। |

মেকডাফৰ ল'ৰা, এজন ইংলেণ্ডৰ ডাক্তৰ, এজন স্কটলেণ্ডৰ ডাক্তৰ, এজন চাৰ্জেণ্ট, এজন দুৱাৰ ৰখীয়া, এজন বুঢ়া মানুহ।

লেডী মেকবেথ।

লেডী মেকডাফ।

এগৰাকী ভদ্ৰ মহিলা

লৰ্ডসকল, দূত, হত্যাকাৰী তিনিজন, সৈন্য-সামন্ত, পতাকাবাহী আদি।

ডাইনী ৰাণী হেকেত।

ডাইনী তিনিজনী।

ভূতবোৰ [অ্যাপাৰিশ্বন]

পটভূমি ঃ স্কটলেণ্ড আৰু ইংলেণ্ড।

# মেকবেথ

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

[ মৰুভূমি সদৃশ নিজান ঠাই । তিনিজনী ডাইনীৰ প্ৰৱেশ ]

প্ৰথম ডাইনী : আমি তিনিজনী—
কেতিয়া পুনৰ একেলগ হ'ম ?
ঢেৰেকনি, বিজুলী নে বৰষুণত ?

দ্বিতীয় ডাইনী : হাই-উৰুমি বন্ধ হ'লে,
যুঁজৰ হৰা-জিকা থিৰাং হ'লে ।

তৃতীয় ডাইনী : বেলি মাৰ যোৱাৰ আগতেই
জানিব পাৰিম ফলাফল আমি ।

প্ৰথম ডাইনী : ঠাইখন বাৰু বাছি দিয়াচোন ।

দ্বিতীয় ডাইনী : জোপোহাবোৰে আগুৰি থকা
অনাবাদি সেই পথাৰখনত ।

তৃতীয় ডাইনী : তালৈকে যাম মেকবেথক
লগ ধৰিবলৈ—
[ এনেতে এটা অদৃশ্য জীৱই 'মিউ' 'মিউ' কৰি মাতে ]

প্ৰথম ডাইনী : মাতিছে মোক
ধোঁৱা বৰণীয়া মেকুৰীটোৱে
গৈছোঁ ৰ'বি "গ্ৰেমেল্‌কিণ্‌" ।
[ এটা সৰু ভেকুলীৰ টোৰ্‌টোৰণি ]

দ্বিতীয় ডাইনী : মোকো ভেকুলীকণে মাতিছে দেহি ।

তৃতীয় ডাইনী : যাওঁ ব'লা আমি
লগ হ'ম পুনৰ ততালিকে ।

সকলোৱে : ভাল হ'লেই আমাৰ বেয়া
আমাৰ বাবে বেয়া
আনৰ বেয়াই আমাৰ ভাল
তাক জানি থ'বা ।
কুঁৱলীয়ে আবৰা দূষিত বতাহত
আমি উৰি যাওঁ ব'লা ।

## দ্বিতীয় দৃশ্য

[ ফোৰেছ্ৰ দাঁতিৰ শিৱিৰ। নেপথ্যত বিপদৰ সংকেতধ্বনি। ডানকান, মেল্‌কম্‌, ডোনাল্‌বেন আৰু লেনক্সৰ অনুচৰ সহ প্ৰৱেশ। তেঁওলোকে গাৰপৰা তেজ ওলাই থকা ছাৰ্জেণ্ট এজনক লগ পায় ]

ডানকান : গাৰপৰা টোপাটোপে তেজ নিগৰি ওলোৱা, কোন এই আহত সৈনিক ? তেওঁৰ অৱস্থা দেখি প্ৰতীতি জন্মিছে নিশ্চয় দিব পাৰিব তেওঁ বিদ্ৰোহৰ নতুন বতৰা !

মেল্কম : এইজনেই সেই ছাৰ্জেণ্ট, যিজনে আনুগত্য আৰু বীৰত্বৰে মোক বন্দী কৰাৰ বিৰুদ্ধে যুঁজিছিল । স্বাগতম বীৰ বন্ধু মোৰ! মহাৰাজক বিৱৰি কোৱা সমৰক্ষেত্ৰৰ শেহতীয়া সকলো ঘটনা।

চাৰ্জেণ্ট : ফলাফল অনিশ্চিত আছিল । সাঁতুৰি সাঁতুৰি ভাগৰি পৰা দুজনৰ এজনে আনজনক সাৱটি ধৰি বিপদ মতাৰ দৰে এক পক্ষই আন পক্ষৰ নিচেই ওচৰ চাপি ব্যৰ্থ কৰি দিছিল ৰণ জয়ৰ সকলো কৌশল । নিষ্ঠুৰ মেকডোনেল্ড! প্ৰকৃতিৰ আটাইবোৰ পাপ আৰু নীচতাই যাৰ বিশ্বাসঘাটকতাত ইন্ধন যোগাইছে—যি পাইছিল পশ্চিম দ্বীপৰপৰা পাতল আৰু গধুৰ অস্ত্ৰেৰে সজ্জিত সৈনিকৰ সহায়, ভাগ্যও কিছু সময় সুপ্ৰসন্ন আছিল যাৰ ওপৰত, তাৰ দুৰভিসন্ধিত কাৰ্যকৰী হৈছিল। কিন্তু সকালো নিষ্ফল হ'ল ! সাহসী মেকবেথ—সঁচাকৈয়ে প্ৰাপ্য যাৰ সেই সন্মান—সেই মেকবেথে—আঘাতৰ পাছত এনেকৈয়ে আঘাত হানিলে, শত্ৰুৰ গাত আঘাত হানি হানি লোহাৰ তীক্ষ্ণ তৰোৱাল তপত হ'ল, যেন তাৰপৰা ধোঁৱাহে ওলাল । বীৰত্বৰে শতৰুৰ বেহ ভেদ কৰি নীচ দাসৰ মুখামুখি হ'ল আৰু খন্তেকতে পেটৰপৰা থুঁতৰিলৈকে ফালি তাৰ মূৰটো ওলোমাই দিলে দুৰ্গ প্ৰাচীৰত।

ডানকান : সাহসী আত্মীয়, তেওঁ দেশৰ গৌৰৱ!

ছাৰ্জেণ্ট : যি দেশত সূৰ্য উদয় হয় আৰু যি ফালৰপৰা আহে জাহাজ ডুবোৱা ধুমুহা ঢেৰেকনি, সেই ফালৰপৰাই বিপদ মুক্তিৰ সময়ত আহিল আকৌ নতুন বিপদ। শুনক, স্কটলেণ্ডৰ অধিপতি শুনক—যি মুহূৰ্ততে ন্যায় যুদ্ধ আৰু বীৰত্বৰ সমুখত তিষ্ঠিব নোৱাৰি—শত্ৰু সৈন্য পলাই পত্ৰং দিছিল—ঠিক সেই সময়তে ছেগ চাই, নতুন অস্ত্ৰেৰে সজ্জিত নতুন সৈন্যৰে নৰৱেৰ ৰজাই কৰিলেহি আমাক আমন্ত্ৰণ।

ডানকান : ভয় খোৱা নাছিলনে আমাৰ সেনাপতি মেকবেথ আৰু বেঙ্কোই?

ছাৰ্জেণ্ট : ভয়? এৰা খাইছিল! কিন্তু ঈগল চৰায়ে ঘনচিৰিকা দেখিলে খোৱা ভয় নাইবা শহাক দেখি সিংহই খোৱা ভয়ৰ লগতহে তাক তুলনা কৰিব পাৰি। দৰাচলতে খাঁজি থোৱা হিলৈৰপৰা দুটাকৈ ওলাই অহা গুলীৰ দৰে তেওঁলোক শত্ৰুৰ ওপৰত জঁপিয়াই পৰি আঘাতৰ পাছত আঘাত হানিছিল। হয়তোবা তেনে কৰিছিল, শত্ৰুৰ বিক্ষত দেহৰপৰা তেজৰ ধোঁৱা উলিয়াবলৈ নাইবা কৰিছিল গোলগোথাৰ * স্মৃতি ৰক্ষাৰ হেতুকে। সঠিক নোৱাৰোঁ ক'ব, আঃ মই জ্ঞান হেৰুৱাম, শুশ্ৰূষাৰ প্ৰয়োজন মোৰ বিক্ষত দেহৰ।

ডানকান : তোমাৰ সৈনিকোচিত মুক্তিয়ে আৰু ক্ষত চিনবোৰে প্ৰকাশ কৰিছে, সন্মান তোমাৰ প্ৰাপ্য। লৈ যোৱা এওঁক, চিকিৎসাৰ তুৰন্তে কৰা আয়োজন।

[ অনুচৰে ছাৰ্জেণ্টক লৈ যায় ]

সেয়া কোন আহে? এই ফালে

মেলকম : ৰছৰ সম্ভ্ৰান্ত থেইন।

লেনক্স : চকুলৈ চাই অনুমান কৰিছোঁ বৰ খৰখেদাকৈ দৌৰি আহিছে নতুন কিবা বতৰা দিবলৈ।

[ ৰছৰ প্ৰবেশ ]

ৰছ : ঈশ্বৰে মহাৰাজক ক্ষমা কৰক।

ডানকান : সুযোগ্য থেইন! কৰপৰা আহিছা তুমি?

ৰছ : ফাইফৰপৰা মহান নৃপতি ; যত আকাশ অৱজ্ঞা কৰা নৰৱেৰ পতাকাই, ভয়ত আতুৰ কৰিছে আমাৰ সৈন্য বাহিনীক। নৰৱেৰ ৰজাই বিপুল বাহিনীৰে কডৰৰ ৰাজদ্ৰোহী

---

* গোলগোথা : যীশুক ক্ৰুছবিদ্ধ কৰা ঠাই। মূৰৰ জঁকাৰে ভৰি থকা ঠাই।

বিশ্বাসঘাতক থেইনৰ সহায়ত, অৱতীৰ্ণ হ'ল নিজেই ভীষণ যুঁজত। আৰু সেই যুঁজ চলি আছিল কিন্তু যেতিয়া ৰণদেৱী বেলোনাৰ প্ৰিয় মেকবেথে বৰ্মেৰে সুসজ্জিত হৈ, নৰৱেৰ ৰজাৰ মুখামুখি হ'ল, জুখি চালে তেওঁৰ শকতিক, অস্ত্ৰেৰে অস্ত্ৰক, বাহুৰে বাহুক আঘাত কৰি, দুঃসাহসী মদমত্ত ৰজাক কৰায়ত্ত কৰিলে, মোৰ সৈন্য বিজয়ী হ'ল।

ডানকান : অতিকে আনন্দৰ বতৰা ইযে!

ৰছ : নৰৱেৰ ৰজা চোয়েনো হ'ল শান্তিৰ ভিক্ষাৰী; চেন্ট ক'লমে দ্বীপত, আমাৰ বাহিনীৰ বাবে দহ হেজাৰ ডলাৰ মুদ্ৰা দিবলৈ মান্তি নোহোৱালৈকে আমি তেওঁৰ নিহত সৈন্যসৱক দিয়া নাছিলোঁ কবৰ দিবলৈকে।

ডানকান : সেই কউডৰৰ থেইনে আমাক প্ৰৱঞ্চনা কৰি বিশ্বাস ভঙ্গ কৰিবলৈ আৰু সাহ নকৰিব। যোৱা, তুৰন্তে শুনোৱা তাক মোৰ মৃত্যু দণ্ডাদেশ। আৰু মেকবেথক কউডৰৰ থেইনৰূপে অভিষিক্ত কৰি জনোৱা মোৰ অভিনন্দন।

ৰছ : মই চাম, এই আদেশ যেন তুৰন্তে পালন কৰা হয়।

ডানকান : সি যি হেৰুৱালে, সেয়ে হ'ল মহান মেকবেথৰ লাভ।

[ প্ৰস্থান ]

## তৃতীয় দৃশ্য

[ জোপোহাই আগুৰি থকা নিজান পথাৰ। ঢেৰেকনিৰ শব্দ। ডাইনী তিনিজনীৰ প্ৰৱেশ ]

প্ৰথম ডাইনী : ভন্টী তুমি ক'লৈ গৈছিলা?

দ্বিতীয় ডাইনী : মাৰিছিলোঁ গৈ গাহৰিবিলাক।

তৃতীয় ডাইনী : তুমিনো ক'লৈ গৈছিলা ভন্টী?

প্ৰথম ডাইনী : নাৱিক এটাৰ ঘৈণীয়েকে
কোঁচত এসোপা কাজু লৈ
চোবাই আছিল কচ্ কচ্কৈ।
মোকো কেইটামান দিবলৈ ক'লোঁ;
কথা শুনি—
পেলনীয়া বস্তু খোৱা পয়ালগাজনী
উঠিল জাঁকি—

আঁতৰ হ ডাইনী তই
এইবুলি চিঞৰি ক'লে—।
'টাইগাৰ' জাহাজৰ গুৰিয়াল হৈ
তাইৰ গিৰিয়েক গৈছে এলেপ্পোলৈ।
নেজ নোহোৱা নিগনি হৈ
চালনীত উঠি যাম তালৈ
পোটক তুলিম, পোটক তুলিম, পোটক তুলিমগৈ।

দ্বিতীয় ডাইনী ঃ মই সহায় কৰিম বায়ু প্ৰৱাহেৰে।

প্ৰথম ডাইনী ঃ তুমি বৰ মৰমিয়াল পাই!

তৃতীয় ডাইনী ঃ বায়ুৰ আন এটা প্ৰৱাহেৰে
ময়ো তোমাক সহায় কৰিম।

প্ৰথম ডাইনী ঃ বায়ুৰ আন সকলো প্ৰৱাহ
আছে মোৰ নিয়ন্ত্ৰণত।
যিবোৰ পোতাশ্ৰয়লৈ বলিছে বতাহ
মোৰ অধীনত আছে সেইবোৰ।
নাবিকৰ কম্পাচ চিত্ৰত দেখুৱা দিশ
সকলোবোৰ জনা আছে মোৰ।
তেজ শুহি খাই খেৰকুটাৰ দৰে
কৰিম তাক।
দিনত নাইবা নিশা টোপনি নাহে
তাৰ চকুৰ পতালৈ।
সকলোৱে তাৰ লগ এৰিব
চাৰিকুৰি এসপ্তাহ সি নিকাৰ ভুগিব,
শেহত খাবলৈ নাপাই খীণাই খীণাই
সি মৰি যাব।
যদিও বা জাহাজখন ডুবাব নোৱাৰিম
ধুমুহাই তাক কোবাব ভীষণ।
চোৱা, মোৰ হাতত এয়া কি?

দ্বিতীয় ডাইনী ঃ দেখুৱাচোন, মোক দেখুৱা!

প্ৰথম ডাইনী ঃ এই বুঢ়া আঙুলিটো,
জাহাজৰ গুৰিয়াল এটাৰ,
ঘৰলৈ বুলি উভতি আহোঁতে
জাহাজ ডুবি মৰিছিল সি।
[ নেপথ্যত ঢোলৰ শব্দ ]

তৃতীয় ডাইনী : সেয়া ঢোলৰ শব্দ, ঢোলৰ শব্দ
মেকবেথ আহি পাইছে চাগে।

সকলোৱে : আমি তিনিজনী ভাগ্যদেৱী
সাগৰ আৰু মাটিত
আমাৰ ক্ষিপ্ৰ গতি
নাচোঁ আহা হাতত ধৰি ঘূৰি ঘূৰি।
তোমাৰ বাবে তিনিবাৰ
আকৌ আহা তিনিবাৰ
মোৰ বাবে তিনিবাৰ
মুঠতে নবাৰ—
যাদুৰ জাল সম্পূৰ্ণ হ'ল
বৈ থোৱা এইবাৰ।
[ মেকবেথ আৰু বেঙ্কোৰ প্ৰৱেশ ]

মেকবেথ : থিতাতে ভাল, থিতাতে বেয়া এনে বতৰ
আগতে কেতিয়াও দেখা নাই মই।

বেঙ্কো : ফোৰেছ ইয়াৰপৰা কিমান দূৰ?
[ ডাইনীবোৰক দেখি ]
এইবোৰ কি?
দেহত মঙহ নাই মাথোঁ হাড় চাল বনৰীয়া বেশ,
পৃথিৱীৰ প্ৰাণী যেন নালাগে দেখোন?
দেখিছোঁ তথাপি এই পৃথিৱীতে।
জীয়াই আছানে তোমালোক?
এনে কিবা জীৱনে, মানুহে যাক প্ৰশ্ন কৰিব পাৰে?
মোক কথা নক'বলৈ ইঙ্গিত দি বেঁকা আঙুলিবোৰ
শুকান ওঁঠত লগাইছা।
মোৰ কথাবোৰ বুজিছে যেন লাগিছে।
তিৰোতা যেন লাগিছে যদিও
থুঁতৰিৰ দাড়িবোৰ সেই আখ্যা দিবলৈ
বাধা দিছে মোক।

মেকবেথ : যদি পাৰা কথা কোৱা, কি তোমালোক?

প্ৰথম ডাইনী : আমাৰ অভিনন্দন লোৱা মেকবেথ।
অভিনন্দন জনাইছোঁ তোমাক, গ্লেমিছৰ থেইন।

দ্বিতীয় ডাইনী : আমাৰ অভিনন্দন লোৱা মেকবেথ।
অভিনন্দন জনাইছোঁ তোমাক, কউডৰৰ থেইন।

তৃতীয় ডাইনী : আমাৰ অভিনন্দন লোৱা মেকবেথ।
অভিনন্দন জনাইছোঁ তোমাক, ভৱিষ্যতৰ ৰজা।

বেঙ্কো : ভয় খাইছে কিয়? এনে ভাল লগা কথা শুনাত ভয়নো কিহৰ? সত্যৰ দোহাই কোৱা, তোমালোক আমাৰ কল্পনা প্ৰসূত নে, যি দেখিছোঁ সি বাস্তৱ, সপোন নহয়। মোৰ মহান সঙ্গীক অনেক সন্মানেৰে বিভূষিত কৰি, তেওঁৰ মনত জগাই তুলিছা ৰজা হোৱাৰ আশা। ভৱিষ্যৎ-বাণী শুনি অভিভূত হ'ল। কিন্তু মোৰ বিষয়েতো একোকে নক'লা? যদি সঁচাকৈয়ে ভৱিষ্যতৰ কথা জানা, কি ঘটিব কি নঘটিব যদি ক'ব পাৰা, মোৰ কথাও কোৱা। মই নিবিচাৰোঁ তোমালোকৰ কৰুণা, ঘৃণাকো নকৰোঁ ভয়।

প্ৰথম ডাইনী : অভিনন্দন গ্ৰহণ কৰা।

দ্বিতীয় ডাইনী : অভিনন্দন গ্ৰহণ কৰা।

তৃতীয় ডাইনী : অভিনন্দন গ্ৰহণ কৰা।

প্ৰথম ডাইনী : মেকবেথতকৈ সৰু কিন্তু মহত্তৰ।

দ্বিতীয় ডাইনী : তেওঁৰ দৰে সুখী নহ'লেও বেছিহে সুখী।

তৃতীয় ডাইনী : নিজে যদিও বা ৰজা নোহোৱা
সন্তানে তোমাৰ ৰাজত্ব কৰিব।
আমাৰ অভিনন্দন গ্ৰহণ কৰা
বেঙ্কো আৰু মেকবেথ
জয় হওক তোমালোকৰ।

মেকবেথ : ৰ'বা, আধা কৈ গুচি নাযাবা, মই আৰু কথা জানিব খোজোঁ। পিতা ছাইনেলৰ মৃত্যুৰ পাছত, মই গ্লেমিছৰ থেইন হ'লোঁ সেই কথা জানো ; কিন্তু কউডৰৰ থেইন হ'ম কেনেকৈ? সুখ আৰু সমৃদ্ধিৰ মাজত তেওঁ যে জীয়াই আছে ; আৰু ৰজা হোৱা কথাটো যে কউডৰৰ থেইন হোৱাৰ দৰেই, বিশ্বাসযোগ্য নহয় কদাপি। কোৱা ক'ৰ পৰা, কেনেকৈ জানিলা এইবোৰ কথা? আৰু কি কাৰণেইবা এই নিৰ্জান পথাৰত বাট ভেটি ধৰি ভৱিষ্যৎবাণী শুনাই, স্বাগতম জনালা আমাক? উত্তৰ দিয়া, কথা কোৱা, ই মোৰ প্ৰত্যাহ্বান জানিবা ধুৰুপ। [ ডাইনীবোৰ অন্তৰ্ধান হয় ]

বেঙ্কো : দেখিছোঁ, পানীৰ দৰে পৃথিৱীৰ বুকুতো বুৰবুৰণি উঠে। এইবোৰেই সেই বুৰবুৰণি, আন একো নহয়। গ'ল ক'লৈ সিহঁতবোৰ?

মেকবেথ : বতাহত বিলীন হৈ গ'ল। মুহূৰ্তৰ আগতে দেহ থকা যেন লগা জীৱবোৰ, আমাৰ নিশাহৰ দৰে বতাহত হেৰাই গ'ল। আৰু অলপ সময় যদি থাকিলহেঁতেন!

বেঙ্কো : সিহঁত সঁচাকৈয়ে আমাৰ সমুখত আছিল নে আমি কিবা গছৰ শিপা খাই বলিয়া হৈ গ'লোঁ? আমাৰ যুক্তিক যিহে বন্দী কৰি থ'লে।

মেকবেথ : আপোনাৰ সন্তান ৰজা হ'ব।

বেকোঁ : আপুনি নিজে ৰজা হ'ব।

মেকবেথ : কউডৰৰ থেইন ; তাকে জানো কোৱা নাছিল সিহঁতবোৰে?

বেঙ্কো : এৰা, সেয়ে সিহঁতৰ কথাৰ অৰ্থ! কোন সেয়া এইফালে আহিব ধৰিছে?

[ ৰছ আৰু এন্দ্ৰাছৰ প্ৰৱেশ ]

ৰছ : মেকবেথ, আপোনাৰ বিজয় বাতৰিয়ে মহাৰাজক সন্তোষ দিছে। বিদ্ৰোহীবোৰৰ বিৰুদ্ধে দেখুৱা আপোনাৰ বীৰত্বৰ কথা শুনি তেওঁ আচৰিত হ'ব নে প্ৰশংসা কৰিব তাক ভাবি খন্তেকৰ বাবে বিমোৰত পৰিল। সেই বিমোৰত পৰা অৱস্থাতে দিনটোৰ বাকীছোৱা সময়ত অকণো আপুনি ভয় নকৰি নৰৱেৰ বাহিনীৰ ওপৰত জঁপিয়াই পৰি শত্ৰু সৈন্যৰ মাজত সৃষ্টি কৰা বিভীষিকাৰ কথা, তেওঁৰ ৰাজ্য ৰক্ষাৰ্থে কৰা আপোনাৰ উদ্যমৰ কথা, ধুমুহাত পৰা শিলৰ দৰে, এজনৰ পাছত এজনকৈ আহি থকা দূৰত মুখে শুনিলে তেওঁ।

এন্দ্ৰাছ : সম্ৰাটৰ হৈ আপোনাক ধন্যবাদ জনাবলৈ তেখেতে আমাক পঁঠিয়াইছে। আমাক নিৰ্দেশ দিছে, ততালিকে আপোনাক তেখেতৰ ওচৰলৈ লৈ যাব লাগে। আপোনাৰ সাহসিকতাৰ বাবে পুৰস্কাৰ দিয়াৰ ভাৰ আমাৰ ওপৰত নাই।

ৰছ : মহত্বৰ সন্মানৰ আগতীয়া সম্ভেদ দিবলৈ সম্ৰাটে মোক নিৰ্দেশ দিছে। কৈছে কউডৰৰ থেইন বুলি আপোনাক

অভিনন্দন জনাবলৈ। সেই উপাধিৰে, সেই পদবীৰে যোগ্য অধিকাৰী আপোনাক মই স্বাগত জনাইছোঁ।

বেঙ্কো : [ স্বগত ] কি! ডাইনীবোৰে ভৱিষ্যতৰ কথা সঁচাকৈয়ে তেন্তে ক'ব পাৰে নেকি?

মেকবেথ : কউডৰৰ থেইন এতিয়াও জীৱিত। আপোনালোকে কিয় মোক আনৰ সাজ ধাৰ কৰি আনি পিন্ধিবলৈ দিছে?

এন্দ্ৰাছ : তেওঁ জীৱিত সঁচা। কিন্তু সেই জীৱন এতিয়াও ধাৰণ কৰিছে ভীষণ শাস্তিৰ বোজা শিৰত লৈহে , তেওঁ নৰৱেৰ বাহিনীৰ সৈতে মিলিত হৈছিল নে , সেই বিদ্ৰোহীবোৰক গোপনভাৱে সহায় কৰি সিহঁতৰ শক্তি বঢ়াইছিল নে ? দুয়োপক্ষকে সহায় কৰি স্বদেশৰ ধ্বংসৰ বাট মুকলি কৰিব খুজিছিল সেই কথা মই নাজানো, কিন্তু তেওঁ নিজে মৃত্যুদণ্ড পাবৰ যোগ্য, দেশদ্ৰোহিতা কৰা বুলি স্বীকাৰ কৰিছে , আৰু সেইবোৰ প্ৰমাণিত হোৱাৰ ফলতে তেওঁৰ পতন হ'ল।

মেকবেথ : [ স্বগত ] গ্লেমিছ আৰু কউডৰৰ থেইন। ইয়াতোকৈ ডাঙৰ সন্মানে অপেক্ষা কৰিছে। [ ৰছ আৰু এন্দ্ৰাছক ] কষ্ট কৰি এই বতৰা দিবলৈ অহাৰ বাবে মোৰ ধন্যবাদ গ্ৰহণ কৰিব। [ বেঙ্কোক ] যিবোৰে মোক কউডৰৰ থেইন পাতিলে, সিহঁতে আপোনাৰ সন্তানৰ বিষয়েও কৰিছিল একে ধৰণৰ গুৰুত্বপূৰ্ণ ভৱিষ্যৎবাণী। সেয়ে আপুনিও জানো আশা কৰা নাই, আপোনাৰ সন্তান ৰজা হ'ব বুলি?

বেঙ্কো : সেই কথাত যদি সম্পূৰ্ণভাৱে বিশ্বাস কৰে তেন্তে কউডৰৰ থেইন হোৱাৰ লগে লগে আপোনাৰ মনত ৰজা হোৱাৰ কামনা জাগিব। কিন্তু ই বৰ আচৰিত কথা! আৰু প্ৰায়ে দেখা যায় দুষ্কৃতিৰ এই শক্তিবোৰে সাধাৰণ ভৱিষ্যত-বাণী সফল কৰি তুলি আমাক কৰে প্ৰলোভিত আৰু বিপদৰ মুখলৈ টানি নি চৰম মুহূৰ্তত কৰে প্ৰতাৰণা। [ ৰছ আৰু এন্দ্ৰাছক ] আত্মীয় সজ্জন! আপোনালোকক এষাৰ কথা কওঁ শুনক।

মেকবেথ : [ স্বগত ] সম্ৰাট হোৱাৰ বিৰাট গৌৰৱৰ আগলি বতৰা স্বৰূপে ভৱিষ্যৎ-বাণীৰ দুটা কথা সঁচা প্ৰামাণিত হ'ল। [ ৰছ আৰু এন্দ্ৰাছক ] আপোনালোকে মোৰ ধন্যবাদ গ্ৰহণ কৰিব।

[ পুনৰ স্বগত ] এই অতিমানৱীয় উদগনিয়ে বিপদৰ মহাৰি দিয়া নাই। ভাল হয়তো নহ'ব পাৰে। যদি বেয়া হয়, তেন্তে কিয় সত্যৰ মাজেৰে উজ্জ্বল ভৱিষ্যতৰ আগলি বতৰা দিলে? মই কউডৰৰ থেইন হলোঁ ; যদি ভালৰ বাবেই এনে হৈছে, তেন্তে কিয় প্ৰলোভনৰ বশ হ'লোঁ— যিহৰ কল্পনাতেই গাৰ নোম শিয়ঁৰি উঠিছে, বুকুৰ ভিতৰত উঠিছে কঁপনি? এনে হোৱা কেতিয়াও স্বাভাৱিক নহয়। ভয়লগা ঘটনাৰ সন্মুখীন হোৱাতকৈ সেই ঘটনাৰ কল্পনা বেছি ভয়াবহ। মই হয়তো হত্যা কৰিব লাগিব—এতিয়াও অলিক হৈ থকা এই ভীষণ চিন্তাই মোৰ স্থিৰ অন্তৰ-আত্মাক যেন কঁপাই তুলিছে, কৰ্মশক্তি কৰিছে হৰণ। এতিয়াও অবাস্তৱ হৈ থকা ঘটনা বাস্তৱ ৰূপত আহি সমুখত যেন দেখা দিছে মোৰ।

বেঙ্কো : [ ৰছ আৰু এন্দ্বাছক ] চাওক, আমাৰ বন্ধু কিদৰে হৈছে চিন্তাত বিভোৰ।

মেকবেথ : [ স্বগত ] সম্ৰাট হোৱা যদি মোৰ ভাগ্যৰ লিখন ভাগ্যই শিৰত মোৰ মুকুট পিন্ধাওক মই কিয় সক্ৰিয় হ'ব লাগে?

বেঙ্কো : [ ৰছ আৰু এন্দ্বাছক ] নতুন সাজৰ দৰে নতুন সন্মানেৰে তেওঁ বিভূষিত হ'ল। নতুন সাজ গাৰ ভাঁজে ভাঁজে লিপিত খাই পৰিবলৈ সময় লগাৰ দৰে, নতুন অৱস্থাৰ সতে নিজকে খাপ খুৱাবলৈ তেওঁকো সময় লাগিব।

মেকবেথ : [ স্বগত ] যি হয় হওক। সময় বাগৰি যাব ; দুৰ্যোগৰ মাজেৰে আহি পাব লাগিব নিৰ্দিষ্ট মুহূৰ্ত।

বেঙ্কো : মহান মেকবেথ, সম্ৰাটৰ ওচৰলৈ আমাৰ সতে যাবলৈ আপোনাৰ কেতিয়া সুবিধা হ'ব। তাৰ বাবেই আমি অপেক্ষা কৰিছোঁ।

মেকবেথ : মোক ক্ষমা কৰিব। মোৰ দুৰ্বল মস্তিষ্ক পাহৰি যোৱা কথা সোঁৱৰাত ব্যস্ত আছিল। [ ৰছ আৰু এন্দ্বাছক ] আপোনালোকে মোৰ বাবে কৰা কষ্টৰ কথা মই নিতৌ সুঁৱৰিম। ব'লক যাওঁ সম্ৰাটৰ ওচৰলৈ। [ বেঙ্কোক ফুচফুচাই ] যি ঘটিল তাৰ বিষয়ে আজৰি পৰত ভালদৰে ভাবিব লাগিব। ভাবি চাই, মুকলি মনেৰে পুনৰ আলোচনা কৰিম।

বেঙ্কো : সন্তোষেৰে সন্মতি জনাইছোঁ।

মেকবেথ : তেতিয়ালৈকে এই সম্পৰ্কে নীৰৱ হৈ থকাই শ্ৰেয়। সম্ভ্ৰান্ত বন্ধুসকল আহক আমি যাওঁ?

## চতুৰ্থ দৃশ্য

[ ফোৰেছ। ৰাজপ্ৰাসাদ। তুৰ্যধ্বনি। ডানকান, মেলকম ডোনালবেন, লেনক্স্ আৰু অনুচৰসকলৰ প্ৰৱেশ।)

ডানকান : কউডৰৰ মৃত্যু দণ্ডাদেশ পালিত হ'লনে? যিসকলক এই ভাৰ দিয়া হৈছিল, অহা নাইনে তেওঁলোক এতিয়াও উলটি?

মেলকম : প্ৰভু! তেওঁলোক এতিয়াও উভতি অহা নাই ; কিন্তু এজনৰ সৈতে মই কথা পাতিছোঁ যিজনে কউডৰক মৰা দেখিছে। তেওঁ ক'লে, কউডৰে মুক্তকণ্ঠে ৰাজদ্ৰোহ স্বীকাৰ কৰি গভীৰভৱে অনুতপ্ত হৈ সম্ৰাটৰ ক্ষমা ভিক্ষা কৰিছিল। মৃত্যুৰ সময়ৰ দৰে, জীয়াই থকা কালছোৱাত তেনে পদৱী সুলভ মহত্ত তেওঁ কেতিয়াও প্ৰকাশ কৰা নাছিল। যেন আগৰেপৰা অভ্যাস কৰিছিল, নিজৰ আপুৰুগীয়া জীৱনটোক সাধাৰণ বস্তুৰ দৰে দলিয়াই দিবলৈ।

ডানকান : এনে কোনো কৌশল নাই—যাৰ দ্বাৰা মুখ চাই মনৰ ভাব ধৰিব পাৰি। তেওঁৰ ওপৰত আছিল মোৰ সম্পূৰ্ণ আস্থা।

[ মেকবেথ, বেঙ্কো, ৰছ, এন্গাছৰ প্ৰৱেশ, ডানকানে মেকবেথক কয় ]

অতিকে যোগ্য আত্মীয়! তোমাৰ প্ৰতি অকৃতজ্ঞ হৈছোঁ— এই ভাবে মোৰ মনটোক এতিয়াও গধুৰ কৰি ৰাখিছে। মোৰ বাবে তুমি কি কৰিছা, তাৰ জোখাৰে পুৰস্কাৰ দিয়াৰ সাধ্য মোৰ নাই। মোৰ বাবে তুমি আৰু কম কৰা হ'লে হয়তো মই বেছি ভাল পালোঁহেঁতেন ; তেতিয়াহ'লে তোমাৰ কামৰ জোখাই পুৰস্কাৰ দিয়া মোৰ পক্ষে সহজ হ'ল হয়। মই মাথোঁ ইয়াকে কওঁ যে যি পুৰস্কাৰ মই তোমাক দিব পাৰোঁ—প্ৰাপ্য তোমাৰ তাতোকৈ বহুতো বেছি।

মেকবেথ : আপোনাৰ অনুগত হৈ সেৱা আগবঢ়াব পৰাটোৱেই মোৰ পুৰস্কাৰ। সম্ৰাটৰ দায়িত্ব মাথোঁ আমাৰ কৰ্তব্যৰ হিচাপ

লোৱা। সন্তানে পিতৃ-মাতৃৰ প্ৰতি আৰু লগুৱাই গৰাকীৰ প্ৰতি কৰাৰ দৰে আমাৰ কৰ্তব্য হ'ল আপোনাৰ সিংহাসন আৰু সাম্ৰাজ্যৰ প্ৰতি আনুগত্য প্ৰকাশ কৰা; সিবিলাকৰ দৰেই আমি আমাৰ কৰ্তব্য কৰোঁ, আপোনাক সন্মান কৰোঁ, ভাল পাওঁ, আপোনাৰ নিৰাপত্তাৰ দায়িত্ব বহন কৰোঁ।

ডানকান : [ নিজৰ বুকুলৈ আঙুলিয়াই ] এইখিনি ঠাইলৈ তোমাক স্বাগত জনাইছোঁ। [ আলিঙ্গন কৰে ] গছৰ পুলি ৰুই আপদাল কৰি ডাঙৰ কৰাৰ দৰে তোমাৰ শক্তি আৰু মহত্ত্ব বিকশিত কৰাত সততে সহায় কৰিম। মহান বেঙ্কো ; তুমিও কম কৰা নাই ! সেয়ে মেকবেথৰ সমানেই সন্মান তোমাৰো প্ৰাপ্য। আহাঁ তোমাকো আলিঙ্গন কৰি বুকুৰ আপোন কৰি লওঁ। [ বেঙ্কোক আলিঙ্গন কৰে ]

বেঙ্কো : আপোনাৰ বুকুৰ মৰমত মোৰ জীৱন বৃক্ষ জীপাল হ'লে, তাৰ ফলৰ আপুনিয়েই অধিকাৰী হ'ব।

ডানকান : মোৰ অন্তৰ উপচি পৰা আনন্দই যেন নিজকে ঢাকি ৰাখিবলৈ চকুৰ লোতকৰূপে ওলাই আহিছে। মোৰ সন্তান, আত্মীয় আৰু থেইনসকল আৰু আন যিসকল মোৰ অতি মৰমৰ তোমালোকে জানি থোৱা "কাম্বাৰলেণ্ডৰ যুৱৰাজ" উপাধিৰে আমি আজি বিভূষিত কৰা, মোৰ জ্যেষ্ঠ পুত্ৰ মেলকমে মোৰ পাছত সিংহাসন আৰোহণ কৰিব। অকল তেৰেঁই নহয়, সন্মান পোৱাৰ যোগ্য আন সকলোৰে গাত উপযুক্ত পদমৰ্যাদাৰ তাৰকা চিহ্ন জিলিকি থাকিব। [ মেকবেথক ] আৰু এতিয়া আমি ইয়াৰপৰা ইনভাৰনেছলৈ যাম। তোমাৰ সতে আমাৰ সৌহাৰ্দৰ বান্ধোন আৰু বেছি নিকপকপীয়া কৰাৰ কাৰণে।

মেকবেথ : আপোনাৰ কামত নিয়োজিত নোহোৱা সময়খিনি কটোৱা মোৰ বাবে বৰ কষ্টকৰ। পত্নীক এই সুখবৰটো দিবলৈ মই আগবাঢ়ি যাওঁ। আপোনাক অভ্যৰ্থনা কৰাৰ এই সুযোগে তেওঁক অপাৰ আনন্দ দিব। সসম্ভ্ৰমে সেয়ে এতিয়া বিদায় মাগিছোঁ।

ডানকান : বিদায় মোৰ অতি যোগ্য কউডৰ।

মেকবেথ : [ স্বগত ] কাম্বাৰলেণ্ডৰ যুৱৰাজ! সেয়া মোৰ পথৰ এটা বাধা। জঁপিয়াই পাৰ হ'ব নোৱাৰিলে উজুতি খাই পৰি যাম। হে তাৰকা মণ্ডলী! তোমালোকৰ পোহৰবোৰ লুকুৱাই থোৱা। মোৰ মনৰ গোপন অসৎ অভিসন্ধিৰ কথা কোনেও যেন জানিব নোৱাৰে। মোৰ চকুৰ পতা যেন জাপ খাই যায—হাতৰ কু-কীৰ্তি নাচাবলৈ ; তথাপি সেই কাম কৰিবই লবাগিব। সেই কাম, যি কাম কৰা দেখিলে মোৰ চকু দুটায়ো ভয় খাব। [ প্ৰস্থান ]

ডানকান : যোগ্য সেনাপতি বেঙ্কো, মেকবেথ সঁচাকৈয়ে অতি সাহসী। তেওঁক প্ৰশংসা কৰা শুনিলে, মই পৰম সন্তোষ পাওঁ। মন ভৰি যায়। ব'লা, আমি তেওঁক অনুসৰণ কৰোঁ। মোৰ সকলো সুবিধা আৰু অভ্যৰ্থনাৰ ব্যৱস্থা কৰিবলৈ আগতেই গুচি গ'ল তেওঁ। এনে আত্মীয়ৰ তুলনা নাই।

[ তূৰ্যধ্বনি। সকলোৰে প্ৰস্থান ]

## পঞ্চম দৃশ্য

[ ইনভাৰনেছ। মেকবেথৰ দুৰ্গ। মেকবেথৰ চিঠি পঢ়ি পঢ়ি লেডী মেকবেথৰ প্ৰৱেশ ]

লেডী মেকবেথ : "মোৰ সফলতাৰ দিনটোত সিহঁতবোৰে মোক লগ ধৰিছিল ; আৰু মই নিশ্চিতভাৱে জানিব পাৰিছিলোঁ। মানুহে জনাতকৈ সিহঁতে বেছি কথা জানে। মই আন প্ৰশ্ন সুধিবলৈ ব্যাকুল হোৱাৰ লগে লগে সিহঁত বতাহত বিলীন হৈ গ'ল। কথাবোৰ শুনি অভিভূত হৈ থকাৰ পৰতে সম্ৰাটৰ দূতে কডডৰৰ থেইন বুলি মোক অভিনন্দন জনালেহি। ঠিক এই উপাধিৰেই মোক আগতে অভিনন্দন জনাইছিল ডাইনীবোৰে আৰু ভাবী কালৰ কথা সোঁৱৰাই দি পুনৰ অভিনন্দন জনাইছিল "জয় ভৱিষ্যতৰ ৰজা" বুলি। মোৰ গৌৰৱৰ মৰমী অংশীদাৰ, কি সন্মানেৰে বিভূষিতা হ'বা, তাক নজনাকৈ থাকি, মোৰ আনন্দৰ ভাগ লোৱাৰপৰা যাতে বঞ্চিতা নোহোৱা সেই বাবেই তোমালৈ এইকথা লেখা সমীচীন বুলি ভাবিলোঁ। এইকথা মনৰ ভিতৰত গুপুতে ৰাখিবা, এতিয়া বিদায়।"

[ চিঠি পঢ়া শেষ হ'লত ]

গ্লেমিছ্ আৰু কউডৰৰ অধিপতি হ'লা ; ভৱিষ্যতে যি হ'বা বুলি কৈছে, তাকো নিশ্চয় হ'বা, অন্যথা নহয় ; তথাপি ভয় লাগে তোমাৰ প্ৰকৃতিক ; অন্তৰ তোমাৰ অতিকে কোমল। উদ্দেশ্য সিদ্ধিৰ উজুবাট বিচাৰি নোলোৱা। তুমি ডাঙৰ হ'ব খোজা উচ্চাভিলাষ নথকা নহয়, কিন্তু অভিষ্ট সিদ্ধি কৰিব খোজা কোনো অপৰাধ নকৰাকৈয়ে। ব্যাকুলভাৱে যি বিচৰা তাক পাব খোজা ন্যায়ৰ পথেদি। তুমি নিজে অন্যায় কৰিব নোখোজা, কিন্তু আনে অন্যায় কৰি তুমি বিচৰা বস্তু আনি দিলে লোৱাত তোমাৰ আপত্তি নাই। মহান গ্লেমিছ্, তুমি যি বিচাৰিছা, সেই বস্তুৱে চিঞৰি ক'ব ধৰিছে যদি মোক লাগে এইদৰে কৰা। যি কৰিবলৈ নিৰ্দেশ দিছে সেই কাম তুমি নিজে কৰিবলৈ ভয় খালেও তাক সম্পাদন কৰাটো তুমি বিচাৰা। ততালিকে ইয়ালৈ আহাঁ—যাতে মই মোৰ শকতিৰে তোমাক সক্ৰিয় কৰিব পাৰোঁ। তোমাক মোৰ সাহসেৰে উদগনি দি ভাগ্য আৰু অতি মানৱীয় সেই জীৱবোৰে যাচি দিয়া সোণালী মুকুট লাভ কৰাত যি বাধা দেখা দিয়ে, সেই সকলোবোৰকে দিম ওফৰাই।

[ দূতৰ প্ৰৱেশ ]

কি বতৰা আনিছা?

দূত : মহাৰাজ আজি নিশা এইখিনি পাবহি।

লেডী মেকবেথ : বলিয়া নহ'লে এইদৰে নক'লাহেঁতেন। তোমাৰ প্ৰভু তেওঁৰ লগত নাইনে? মহাৰাজ অহা হ'লে তেওঁ নিশ্চয় মোক জাননী দিলে হয় প্ৰস্তুত হ'বলৈ।

দূত : স-সন্মানে কৈছোঁ সঁচা এই বতৰা। আমাৰ প্ৰভু থেইনো আহিব ধৰিছে। আমাৰ এজনে তেওঁক পাছ পেলাই আগবাঢ়ি আহিল। কথমপিহে বতৰাটো দিলেহি, কাৰণ খৰকৈ অহাৰ হেতুকে ভাগৰত ফোপাই ফোপাই সি মৰিবই ধৰিছিল।

লেডী মেকবেথ : তাক শুশ্ৰূষা কৰাগৈ। বৰ প্ৰয়োজনীয় বতৰা আনিছে সি। [ দূতৰ প্ৰস্থান ] মোৰ দুৰ্গলৈ ডানকানৰ অমঙ্গলীয়া আগমন ঘোষণা কৰা দূতটোৰ মাত যেন ঢোৰাকাউৰিৰ 'কা' 'কা'ৰ দৰে কঠুৱা কৰ্কশ। হত্যাৰ চিন্তাক জাগ্ৰত কৰা

অপদেৱতাসকল! মোৰ মনৰপৰা আঁতৰাই দিয়া নাৰীৰ কোমলতা। মূৰৰপৰা ভৰিলৈকে মোক কৰি তোলা নিষ্ঠুৰতাৰ ভীষণ প্ৰতীক। মোৰ ধমনীত প্ৰবাহিত তেজ গোটা কৰি দিয়া। অনুতাপে হৃদয় স্পৰ্শ কৰাৰ পথ যেন ৰুদ্ধ হৈ যায়। বিবেকৰ তাড়নাই যেন নিষ্ঠুৰ কামত ব্ৰতী হোৱাত মোক দুৰ্বল কৰি নিদিয়ে। উদ্দেশ্য সিদ্ধি নোহোৱালৈকে যেন শান্তি নাপাওঁ। হে হত্যাৰ দেৱতা! মানুহৰ অসৎ প্ৰবৃত্তিক জগাই তুলিবলৈ অদৃশ্য হৈ য'তেই নাথাকা লাগে, মোৰ অন্তৰত থিত লোৱাহি। বুকুৰ গাখীৰক বিষত কৰা পৰিণত। গভীৰ নিশা, নৰকৰ আটাইতকৈ ক'লা ধোঁৱাৰে নিজকে আবৰি দিয়া, যাতে মোৰ তীক্ষ্ণ খঞ্জৰেও দেখা নাপায় নিজে সৃষ্টি কৰা ক্ষত চিহ্নবোৰ। মোক বাধা দিবলৈ, স্বৰ্গৰ দেৱতাসকলৰ দৃষ্টিয়েও যেন সেই ক'লা আবৰণ ভেদ কৰিব নোৱাৰে।

[ মেকবেথৰ প্ৰৱেশ। লেডী মেকবেথে উত্ৰাৱল হৈ লৱৰি গৈ তেওঁক আঁকোৱালি ধৰে। ]

গ্লেমিছ গৌৰৱ, কউডৰৰ মহান অধীশ্বৰ! নহয় নহয় ভৱিষ্যতে পাব লগা তাতোকৈ মহত্ত্বৰ সন্মানেৰে তোমাক অভিনন্দন জনাইছোঁ মই।

লেডী মেকবেথ : তোমাৰ পত্ৰই এই মুহূৰ্তৰ অজ্ঞতাৰপৰা মোক নিছে কঢ়িয়াই বহু দূৰলৈ ; মই অনুভৱ কৰিছোঁ, সুখৰ ভৱিষ্যৎ আমাৰ হাতৰ মুঠিত।

মেকবেথ : আজি নিশা ৰজা ডানকান ইয়ালৈ আহিব।

লেডী মেকবেথ : কেতিয়া যাবগৈ?

মেকবেথ : কাইলৈ পুৱা।

লেডী মেকবেথ : অসম্ভৱ। কাইলৈ পুৱা সূৰ্য দেখাৰ সৌভাগ্য তেওঁৰ কেতিয়াও নহ'ব। [ মেকবেথৰ উদ্বেগ জৰ্জৰিত মুখলৈ চাই ] তোমাৰ মুখখন, মৰমৰ থেইন, যেন এখন মেলি থোৱা পুথিহে, য'ত লেখি থোৱা অদ্ভুত কথাবোৰ যি কোনো মানুহে পঢ়িব পাৰে। এনে সময়ত আনক ফাঁকি দিবলৈ, সময়ৰ সতে ৰজিতা খোৱা ভাবতে মুখত প্ৰকাশ কৰিবা। আনক সম্ভাষণ জনাবলৈ তোমাৰ চকু আৰু আগবঢ়াই দিয়া

হাত দেখিলে, মুখৰ মাতষাৰ শুনিলে, আনে যেন বুজিব পাৰে আলহীক আটোমটোকাৰিকৈ আদৰিবলৈহে উদ্‌গ্ৰীৱ হৈছা তুমি। দেখাত হ'বা ফুলৰ দৰে নিৰ্মল। যদিও, খুঁটিব লাগিব ছেগ চাই তাৰ আঁৰত লুকাই থকা সাপৰ দৰে। আলহীৰ সোধ-পোছ সযতনে কৰিব লাগিব। আজি নিশাৰ গুৰুত্বপূৰ্ণ কামৰ দায়িত্ব মোৰ ওপৰত এৰি দিয়া। আজি নিশাটোৱেই ভাবিকালৰ বাবে আমাক দিব, মাথোন আমাকেই দিব, সম্ৰাটৰ শাসন শকতি, আৰু সাম্ৰাজ্যৰ প্ৰভুত্ব।

মেকবেথ : এই বিষয়ে পাছত আলোচনা কৰিম।

লেডী মেকবেথ : তুমি একো কৰিব নালাগে। মাথোঁ সকলো সময়তে সৰল ভাব মুখত প্ৰকাশ কৰিবা। মুখৰ বৰণ সলনিয়ে মনত ওপজা ভাবৰ সম্ভেদ দিয়ে। আন সকলো দায়িত্ব এৰি দিয়া মোৰ ওপৰত। [ প্ৰস্থান ]

## ষষ্ঠ দৃশ্য

[মেকবেথৰ দুৰ্গৰ সমুখত। তূৰ্যধ্বনি। মেকবেথৰ অনুচৰবোৰে হাতত আৰিয়া লৈ আল ধৰিছে। ডানকান, মেলকম, ডোনালবেন, বেঙ্কো, লেনক্স, মেকডাফ, ৰছ, এন্‌গ্বাছ আৰু অনুচৰবৰ্গৰ প্ৰৱেশ]

ডানকান : এই দুৰ্গৰ অৱস্থিতি সন্তোষজনক। বতাহৰ মধুৰ সুবাসে হিয়া-মন জুৰ কৰি দিয়ে।

বেঙ্কো : মন্দিৰত বাহ বান্ধি ভাল পোৱা গ্ৰীষ্মৰ উৰণীয়া চৰাইবোৰে ইয়াতো বাহ বান্ধি প্ৰমাণ কৰিছে এই দুৰ্গ স্বৰ্গৰ সুষমা মণ্ডিত। ইয়াৰ কাৰ্ণিছ খুঁটা, নাইবা চুক, সকলো সুবিধাজনক ঠাইতে, চৰাইবোৰে পোৱালি জন্ম আৰু প্ৰতিপালনৰ বাবে দোলনাৰ দৰে ওলমি থকা বাহ বান্ধি লৈছে। ইয়াৰ বতাহত আছে এটা মিঠা মধুৰ গোন্ধ।
[লেডী মেকবেথৰ প্ৰৱেশ]

ডানকান : চাওক আমাৰ সন্মানিতা অতিথি সেৱিকা আহিছে ! আদৰ আৰু আগ্ৰহে কেতিয়াবা বিপাঙত পেলালেও এই মৰমৰ বাবে আমি তেওঁক ধন্যবাদ জনাইছোঁ। [ধেমালিৰ সুৰত

লেডী মেকবেথক] আপোনাক কষ্ট দিয়াৰ বাবে ভগৱানক খাটিব মোৰ যেন কল্যাণ কৰে। এই কষ্টৰ বাবে মোক ধন্যবাদো দিয়া উচিত আপুনি।

লেডী মেকবেথ ঃ প্ৰভু! আমি আপোনাৰ বাবে যি কৰিছোঁ তাৰ দুগুণ বা চাৰিগুণ কৰিলেও আমাৰ পৰিয়ালক সন্মান যাচিছে তাৰ সতে তুলনা নহয়। আমাৰ ঘৰখনক আপুনি আগতে আৰু এতিয়া যি সন্মানেৰে বিভূষিত কৰিছে তাৰ বাবে আপোনাৰ দীৰ্ঘ জীৱন কামনা কৰি সন্ন্যাসীনীৰ দৰে ভগৱানক প্ৰাৰ্থনা কৰাটো কৰ্তব্য বুলি ভাবিবলৈ বাধ্য আমি।

ডানকান ঃ কউডৰৰ থেইন ক'ত ? আমি তেওঁক ক্ষিপ্ৰতাৰে অনুসৰণ কৰিছিলোঁ শুভ বতৰা আগতে দিমহি বুলি। কিন্তু তেওঁ অশ্ব চালনাত অতিকে পাৰ্গত। তাৰ সতে আপোনাৰ প্ৰতি থকা মৰমৰ ধাউতিয়ে তেওঁক দিলে উদগনি, আমাতকৈ আগতে আহি পোৱাত কৰিলে সহায়। মহীয়সী অতিথি সেৱিকা! আজি নিশাৰ বাবে আমি আপোনাৰ আলহী হৈছোঁহি।

লেডী মেকবেথ ঃ আমি চিৰদিন আপোনাৰেই দাস। আমাৰ, আমাৰ সন্তানৰ, আমাৰ লগুৱাবোৰৰ, আমাৰ যি আছে আটাইখিনিৰে আপুনিয়েই গৰাকী। আৰু সকলোৰে কৰ্তব্যনিষ্ঠাৰ প্ৰতিভূ আমি। যিদৰে বিচাৰে সেইদৰেই সেৱা আমি সততে কৰিম।

ডানকান ঃ আপোনাৰ হাতখন আগুৱাই দিয়ক। অতিথি সেৱকৰ ওচৰলৈ মোক লৈ ব'লক। আমি তেওঁক বৰ ভাল পাওঁ। আৰু চিৰদিন তেওঁ হৈ ৰ'ব মোৰ প্ৰিয় পাত্ৰ; যাচিম সদায়ে তেওঁক নতুন সন্মান। ব'লক। [প্ৰস্থান]

## সপ্তম দৃশ্য

[মেকবেথৰ দুৰ্গ। তূৰ্যধ্বনি। আৰিয়াৰ পোহৰ। মুখ্য লিগিৰাৰ তত্ত্বাৱধানত আনবোৰে খোৱা বস্তুৰ থাল আদি হাতত লৈ অহা-যোৱা কৰে। কিছু সময় যোৱাৰ পাছত অকলে মেকবেথৰ প্ৰৱেশ]

মেকবেথ ঃ হত্যা কৰাৰ অন্তত সকলো নিষ্পত্তি হোৱা হ'লে সোনকালে হত্যা কৰাকে শ্ৰেয় বুলি ভাবিলোঁহেঁতেন। হত্যাই যদি ফলাফল নিয়ন্ত্ৰণেৰে উদ্দেশ্য সিদ্ধিত সহায় কৰে, ইয়াতেই

এই জীৱনতে সকলো সমস্যাৰ কৰে সমাধান, তেন্তে পৰকালত কি পৰিণতি হ'ব তাৰ বাবে চিন্তা কৰাৰ প্ৰয়োজন নাছিল। কিন্তু এইবোৰ অৱস্থাত এই জীৱনতে দণ্ডাজ্ঞাৰ সন্মুখীন হ'ব লগা হয়। আমি দাণ্ডি ধৰোঁ হত্যাৰ নিদৰ্শন আৰু হত্যাকাৰীও হত হয় প্ৰৰোচিতজনৰ হাতত। নিৰপেক্ষ ন্যায় বিচাৰে আমি প্ৰস্তুত কৰা বিহ পাত্ৰ দাণ্ডি ধৰে আমাৰেই ওঁঠৰ আগত। ডানকানৰ প্ৰতি মোৰ আনুগত্য দুই ধৰণৰ। প্ৰথমতে মই তেওঁৰ আত্মীয় আৰু প্ৰজা। এনে হীন কামত লিপ্ত নোহোৱাৰ দুয়োটাই ডাঙৰ যুক্তি; তদুপৰি তেওঁ মোৰ আজি নিশাৰ আলহী। হত্যাৰ নৃশংস ড্যাগাৰ নিজৰ হাতত নলৈ মইহে ৰজাক ৰক্ষা কৰিব লাগে হত্যাকাৰীৰপৰা। ৰজা ডানকান মহান, প্ৰজাবৎসল; তেওঁৰ গুণৰাশিয়ে দেৱদূতৰ বজ্ৰনিনাদেৰে উত্তেজিত কৰিব প্ৰজাক—ঘৃণনীয় এই হত্যাৰ প্ৰতিশোধ ল'বলৈ। সমবেদনাই নৱজাত নঙঠা শিশুৰ দৰে ধুমুহাৰ পিঠিত উঠি নাইবা স্বৰ্গৰ দেৱদূতসৱে অদৃশ্য বতাহৰ ঘোঁৰাত উঠি এই নৃশংস হত্যাৰ কথা প্ৰত্যেক মানুহৰ আগত কৰিব ঘোষণা। সকলোৱে বিষাদৰ চকুলো টুকিব। কান্দোনৰ ৰোলে বতাহৰ শব্দকো চেৰ পেলাই কঁপাই তুলিব সমগ্ৰ বিশ্বক। কি আছে মোৰ উদ্দেশ্য সিদ্ধিত প্ৰেৰণা যোগাবলৈ ? মোৰতো একোৱেই নাই! আছে মাথোঁ সীমাহীন উদগ্ৰ উচ্চাভিলাষ। যাৰ ফলত হয়তো লক্ষ্যভ্ৰষ্ট হৈ তললৈ ছিটিকি পৰিম।

[ লেডী মেকবেথৰ প্ৰৱেশ ]

বতৰা কি ?

লেডী মেকবেথ — তেওঁৰ খোৱা প্ৰায় শেষ হ'লেই; তুমি কিয় এৰি আহিলা খোৱাৰ কোঠালি ?

মেকবেথ — মোক তেওঁ বিচাৰিছিল নেকি ?

লেডী মেকবেথ — বিচাৰিব যে তাক জানিবই লাগে।

মেকবেথ — নাই নাই, আমি আৰু এই কথাত আগনাবাঢ়োঁ। সৌ সিদিনা মাথোন তেওঁ মোক যাচিলে সন্মান; আৰু সকলোৱে মোৰ গুণ কৰিছে ভূয়সী প্ৰশংসা, সেইবোৰ গ্ৰহণ কৰি তাৰ ৰহণ

চৰোৱাহে কৰ্তব্য আমাৰ; ইমান সোনকালে তাক ত্যাগ কৰা উচিত নহয়।

লেডী মেকবেথ : ৰজাৰ মুকুটলৈ হেঁপাহ কৰোঁতে মতলীয়া হৈছিলা নে মদৰ নিচাত? এতিয়া ক'লৈ গ'ল সেই অভিলাষ। ভয়তে যে মুখৰ বৰণ শেঁতা পৰিল? ঠিক আছে, এই মুহূৰ্তৰপৰা মই আৰু তোমাৰ প্ৰেমত আস্থা নাৰাখোঁ। তোমাৰ উচ্চাভিলাষ যেনে খন্তেকীয়া প্ৰেমো তেনেকৈ অটল নহয়। ভয়াতুৰৰ দৰে 'সাহসে নুকুলায়' বুলি ফকৰাৰ মেকুৰীটোৰ দৰে পাছ হঁহকি জীৱনৰ উজ্জ্বল ৰত্ন স্বৰূপ চৰম কৃতীত্বৰ চিন্ সেই ৰাজ মুকুট পায়ো হেৰুৱাবানে ?

মেকবেথ : অনুবোধ কৰিছোঁ শান্ত হোৱা। মানুহ হিচাপে কৰিব লগা সকলো কামকে কৰাৰ সাহস মোৰ আছে। মোতকৈ বেছি সাহস কৰিব, এনে মানুহ নাই।

লেডী মেকবেথ : তোমাৰ ভিতৰত লুকাই থকা কোন পশুটোৱে তোমাৰ এই উচ্চাভিলাষ মোৰ আগত ব্যক্ত কৰিছিল ? এই কাম কৰিম বুলি যেতিয়া ভাবিছিলোঁ—তেতিয়াহে প্ৰকৃত মানুহৰ দৰে কথা কৈছিলা। তোমাৰ অৱস্থা উন্নত কৰিব পাৰিলে তাতোকৈ ডাঙৰ মানুহ বুলি সকলোৱে ক'ব। সময় আৰু সুবিধা নাথাকোঁতেই সেই কাম কৰিব খুজিছিলা আৰু এতিয়া ছেগ ওলালত ভয়তে পেপুৱা লাগিছা। মই মাতৃ। মোৰ বুকুত আছে মাতৃৰ মৰম। আলফুলকৈ মৰম কৰি কোঁচৰ কেঁচুৱাক গাখীৰ খুৱাওঁ। কিন্তু তোমাৰ দৰে কথা দিয়া হ'লে মোৰ মুখলৈ চাই হাঁহি থকা সেই শিশুকো আছাৰ মাৰি হত্যা কৰিবলৈ হাত মোৰ কেতিয়াও নকঁপিলহেঁতেন।

মেকবেথ : কাৰ্যসিদ্ধি যদিহে নহয়?

লেডী মেকবেথ : নহ'ব কিয়? সাহসেৰে প্ৰস্তুত হ'লে কাৰ্যসিদ্ধি হ'বই লাগিব। দিনটোৰ ভাগৰত জুৰুলা হোৱা ডানকানে নিহপালী দিলে তেওঁৰ দেহৰক্ষী দুটাক দিম অধিক সুৰা। সেই সুৰা পান কৰি মগজুৰ স্মৃতিশক্তি লোপ পাব, যুক্তি হ'ব অবশ সিহঁত টোপনিত লালকাল হৈ মৰাৰ দৰে পৰি থাকিব আৰু তেনে অৱস্থাত ৰক্ষীবিহীন ডানকানক তুমি আৰু মই কিনো কৰিব

নোৱাৰিম? আৰু সেই নিচাত বিভোৰ হৈ থকা দেহৰক্ষী দুটাৰ ওপৰত নোৱাৰিমনে আমাৰ কুকাৰ্যৰ বোজা জাপি দিবলৈ?

মেকবেথ : তোমাৰ দৰে মাতৃয়ে যেন পুত্ৰ সন্তানকে মাথোন জন্ম দিয়ে! কাৰণ তোমাৰ অদম্য জীৱনী শক্তিয়ে পুৰুষৰ বাহিৰে আন একোকে সৃষ্টি কৰা উচিত নহয়। আমি যদি ডানকানৰ কোঠালিতে নিচাত বিভোৰ হৈ পৰি থকা দেহৰক্ষী দুটাৰ তৰোৱালেৰেই তেওঁক হত্যা কৰোঁ—সিহঁতৰ তেজ লাগি থকা সেই তৰোৱাল দেখিলে মানুহে বিশ্বাস কৰিব সিহঁতেই হত্যাকাৰী বুলি নহয়নে বাৰু?

লেডী মেকবেথ : তেওঁক হত্যা কৰা দেখি আমি চিঞৰি চিঞৰি কান্দিলে আন ধাৰণা কৰিবলৈ কোনেনো সাহস কৰিব?

মেকবেথ : মই সিদ্ধান্তত দৃঢ় হ'লোঁ। এই ভয়ানক কামৰ বাবে মই প্ৰস্তুত কৰিম মোৰ প্ৰতি সিৰা-উপসিৰাক। বেছ ব'লা, সৰলতাৰ ভাও জুৰি আলহীবোৰক ছলনা কৰিম। মুখৰ কপট হাঁহিৰে ঢাকি ৰাখিম কপট মনে গুঁঠি থকা ষড়যন্ত্ৰৰ জাল। [ প্ৰস্থান ]

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

[ইনভাৰনেছ। মেকবেথৰ দুৰ্গৰ প্ৰাঙ্গণ। বেঙ্কো আৰু ফ্লিয়েঞ্চৰ প্ৰৱেশ। ফ্লিয়েঞ্চে হাতত আৰিয়া লৈ দেউতাকক বাট দেখুৱাই আনে ]

বেঙ্কো : পুত্ৰ, নিশা কিমান হ'ল?

ফ্লিয়েঞ্চ : জোনটো নেদেখা হৈছে। সময়সূচক ঘড়ীৰ ঘণ্টা মই শুনা নাই।

বেঙ্কো : আজি নিশা বাৰ বজাত জোনটো নেদেখা হোৱাৰ কথা।

ফ্লিয়েঞ্চ : বোধকৰোঁ সেই সময় বাৰ হৈ গ'ল।

বেঙ্কো : ৰ'বা, লোৱা মোৰ এই তৰোৱাল। স্বৰ্গও মিতব্যয়ী, অবাবতে পোহৰ খৰচ নকৰে। এটা এটাকৈ প্ৰত্যেকটো তৰা নুমাই

গ'ল। [নিজৰ ড্যাগাৰখনেদি] এইখনো লোৱা। টোপনিয়ে চকুৰ পতা জাপ খুৱাই নিছে, তথাপি শোৱাৰ ইচ্ছা মোৰ নাই। হে ভগৱান! টোপনিত উদয় হোৱা অসৎ চিন্তাৰপৰা মোক যেন মুক্ত কৰি ৰাখা।

[কাৰোবাৰ খোজৰ শব্দ শুনি]

চাওঁ তৰোৱালখন মোক দিয়া।

[তৰোৱাল লয়]

কোন আহিছা?

[এজন আৰিয়া লোৱা অনুচৰৰ সতে মেকবেথৰ প্ৰৱেশ]

মেকবেথ : এজন বন্ধু।

বেঙ্কো : অ', আপুনি। এতিয়াও শোৱা নাই? সম্ৰাট শুলেই চাগে। তেওঁ অতিকে সন্তুষ্ট হৈছে। বহুতো উপহাৰ পঠিয়াইছে আপোনাৰ ভৃত্যবোৰলৈ। এই হীৰাডোখৰ আপোনাৰ পত্নীক দিছে প্ৰীতিৰ নিদৰ্শন ৰূপে আৰু অতি মৰমিয়াল অতিথি সেৱিকা বুলি সন্মান জনাইছে। পৰম সন্তুষ্ট সম্ৰাট এতিয়া নিদ্ৰাত মগ্ন।

মেকবেথ : প্ৰস্তুত নথকা হেতুকে বহুতো খুঁত ৰৈ গ'ল। সম্ৰাটৰ সেৱা উপযুক্তভাৱে কৰিব নোৱাৰিলোঁ। আমাৰ সোধ-পোছ আৰু ভাল হোৱাৰ থল আছিল।

বেঙ্কো : সকলো ঠিকেই আছে। শুনক, কালি নিশা সেই ডাইনী তিনিজনীক সপোনত দেখিছিলোঁ মই। আপোনাৰ ক্ষেত্ৰত কিছু পৰিমাণে সফল হৈছে তেওঁলোকৰ ভৱিষ্যৎবাণী।

মেকবেথ : মই সিহঁতৰ কথা মুঠেই নাভাবোঁ। তথাপি এঘণ্টামান সময় উলিয়াই গোটেই কথাবোৰ পুনৰ আলোচনা কৰি চাব পাৰোঁ।

বেঙ্কো : মোক ক'ব, যেতিয়া আপোনাৰ সুবিধা হয়।

মেকবেথ : মোৰ প্ৰস্তাৱত মান্তি হ'লে আপোনৰ সন্মানৰ মাত্ৰা বাঢ়িহে যাব।

বেঙ্কো : যদিহে সন্মান বঢ়াবলৈ গৈ যিখিনিৰ গৰাকী হৈছোঁ তাক হেৰুৱাব লগা নহয় আৰু নিজৰ বিবেকক নিকা কৰি সম্ৰাটৰ প্ৰতি মোৰ আনুগত্য অটুট ৰাখিব পাৰোঁ, তেতিয়াহ'লে আপোনাৰ পৰামৰ্শ গ্ৰহণ কৰাত মোৰ কোনো আপত্তি নাই।

মেকবেথ : তেতিয়ালৈকে বিশ্ৰাম কৰকগৈ, নিদ্ৰা যেন শান্তিপূৰ্ণ হয়।

বেঙ্কো : ধন্যবাদ। ময়ো আপোনাৰ বাবে তাকেই কামনা কৰিছোঁ। [ বেঙ্কো আৰু ফ্লিয়েঞ্চৰ প্ৰস্থান। অনুচৰক উদ্দেশ্য কৰি মেকবেথে কয়। ]

মেকবেথ : যা। পত্নীক ক'বি ঘণ্টাধ্বনি কৰিবলৈ, মোৰ পানীয় যেতিয়া প্ৰস্তুত হয়। [ অনুচৰৰ প্ৰস্থান ]

মেকবেথ : কি দেখিছোঁ সম্মুখত মোৰ? এখন ড্যাগাৰ! নালডাল মোৰ ফালে!! ওচৰচাপি আহাঁ, খামোচ মাৰি ধৰোঁ। কিন্তু ধৰিব নোৱাৰোঁ কিয়? তথাপি স্পষ্ট দেখিছোঁ ড্যাগাৰখন। দৃষ্টিত যেনেকৈ ধৰা দিছাঁ, মৃত্যু প্ৰহেলিকা, স্পৰ্শত তেনেকৈ ধৰা নিদিয়া নেকি? এইখন তেনেহ'লে উত্তপ্ত মগজুৰ সৃষ্টি মনৰ ড্যাগাৰ, বাস্তৱত যাক নাযায় ধৰা! মই যে এতিয়াও এইখন দেখিছোঁ।

[ নিজৰ তৰোৱাল খাপৰপৰা উলিয়ায় ]

ঠিক এইখন দেখাৰ .দৰেই। যি ফালে যাবলৈ ওলাইছোঁ সেই বাটেৰে দেখোন দিছে ই সন্ধান। মই যি অস্ত্ৰ ব্যৱহাৰ কৰিব খুজিছোঁ দেখাত দেখোন ঠিক সেইখনৰ দৰেই। হয়তো মোৰ চকু আন ইন্দ্ৰিতকৈ দুৰ্বল নাইবা আটাইবোৰ একেলগ হ'লেও দৃষ্টিশক্তিৰ লগত নোৱাৰে মাৰিব যেৰ। এতিয়াও দেখিছোঁ মই মোৰ সমুখত আৰু দেখিছোঁ আগতে নেদেখা টোপে টোপে তেজৰ টোপালবোৰ ড্যাগাৰখনৰপৰা যেন পৰিব ধৰিছে। নাই নাই মিছা, সঁচা নহয়, ই নহয় বাস্তৱ। যি হত্যাকাণ্ডৰ মই নায়ক হ'ম, সিয়েই যেন এই ড্যাগাৰৰ ৰূপত মোৰ সমুখত দিছেহি দেখা। এতিয়া প্ৰাকৃতিক জগতৰ অৰ্ধেক ভাগ নিদ্ৰাত মগ্ন, মৃতপ্ৰায়। আৰু বেয়া সপোনবোৰে ৰহস্যৰ জাল মেলি উদ্ভ্ৰান্ত কৰিছে, আঁঠুৰাৰ তলত নিহপালী যোৱা মানুহবোৰক। ডাইনীৰ জগতে উৎসৱ পাতি পূজা যাচিছে সিহঁতৰ ৰাণী বিৰ্বনাহেকেতক। নিশাৰ প্ৰহৰৰ জাননী দিয়া কুকুৰনেচীয়া বাঘৰ চিঞৰে কৃশ হত্যাকাৰীক সংকেত দিছে আগবাঢ়ি যাবলৈ,

* ৰোমৰ সম্ৰাটৰ। তেওঁ ৰোমৰ নাৰী লুক্ৰেচীএৰৰ ওপৰত পাশবিক অত্যাচাৰ কৰিছিল। এই ঘটনাৰ পিছত লুক্ৰেচীয়াই আত্মহত্যা কৰে।

টাৰকুইনে * যেনেকৈ চোৰৰ দৰে গৈছিল লুক্রেচিয়াৰ কৰিবলৈ সতীত্ব হৰণ। হে দৃঢ় ধৰিত্রী! মোৰ খোজৰ শব্দ নুশুনিবা। তোমাৰ শিলবোৰত মোৰ খোজে প্ৰতি'ধ্বনি তুলি মোৰ গতিৰ যেন উমান নিদিয়ে। মোৰ উদ্দেশ্য সাধনত সহায় কৰা। এই ভয়ঙ্কৰ নিস্তব্ধতা যেন ভঙ্গ নহয়। বৃথা ভীতি প্ৰদৰ্শনত ব্যস্ত মই, অথচ তেওঁ এতিয়াও জীৱিত। অৰ্থহীন কথাবোৰে সংকল্পৰ দৃঢ়তা মাথোন শিথিল কৰি দিয়ে। [ ঘণ্টাধ্বনি ] সেয়া মোৰ পত্নীৰ ইঙ্গিত। মই যাওঁ, কাম সমাধা কৰোঁ। ঘণ্টাধ্বনিয়ে মোক যাবলৈ দিছে উদগনি। ডানকান! এই ঘণ্টাধ্বনি নুশুনিবা, নুশুনিবা। এয়া তোমাৰ মৃত্যুৰ সংকেত। যি তোমাক স্বৰ্গলৈ নাইবা নৰকলৈ কৰিছে আহ্বান। [ প্ৰস্থান ]

## দ্বিতীয় দৃশ্য

[ আগৰ দৃশ্যৰ পৰিৱেশ। লেডী মেকবেথৰ প্ৰৱেশ ]

লেডী মেকবেথ ঃ যি বস্তুৱে নিচাত বিভোৰ কৰিছে সেযে মোক যোগালে সাহস। যিহে সিহঁতৰ জ্ঞান কৰিছে হৰণ সেয়ে মোক কৰিছে নিৰ্ভীক। কি সেযা! ফেঁচাৰ কৰ্কশ মাত, জানিবা ঘণ্টা বজোৱাজনৰ মৃত্যুৰ জাননী নিষ্ঠুৰ বিদায় বাণী! তেওঁ নিশ্চয় কাম সমাধা কৰিছে। শোৱনি কোঠাৰ দুৱাৰবোৰ মেলখাই আছে। নিচাত বিভোৰ হৈ চন্তৰীবোৰ শুই আছে নাক বজাই, ৰজাক ৰক্ষা কৰাৰ কৰ্তব্য অৱহেলা কৰি, মই সিহঁতে খোৱা মদত দৰব মিহলাই দিছোঁ। সিহঁত এনেভাৱে পৰি আছে জীৱিত নে মৃত ধৰাই টান।

মেকবেথ ঃ [ নেপথ্যত ] কোন তাত? হৈছে কি?

লেডী মেকবেথ ঃ হায় চন্তৰীবোৰে সাৰ পালে নেকি? হত্যা কৰা নহ'ল তেনেহ'লে? প্ৰচেষ্টা বিফল হ'লে সৰ্বনাশ হ'ব। সিহঁতৰ দ্যাগাৰবোৰ ঠিক ঠাইত থৈ আহিছোঁ, মেকবেথে নেদেখাকৈ নোৱাৰে থাকিব। শুই থকা ৰজাৰ চেহেৰা মোৰ দেউতাৰ দৰে নোহোৱা হ'লে, এই ভয়ানক কাম ময়েই কৰিলোঁহেঁতেন। [ মেকবেথৰ প্ৰস্থান ]

লেডী মেকবেথ ঃ স্বামী।

মেকবেথ ঃ মই কাম সমাধা কৰিলোঁ। তুমি জানো কিবা শব্দ শুনা নাছিলা?

লেডী মেকবেথ ঃ মই শুনিছিলোঁ ফেঁচাৰ চিঞৰ আৰু উইচিৰিঙাৰ বিননি। তুমি কিবা কৈছিলা নেকি?

মেকবেথ : কেতিয়া?

লেডী মেকবেথ : এতিয়া।

মেকবেথ : ওপৰৰপৰা নামি আহোঁতে?

লেডী মেকবেথ : ওঁ।

মেকবেথ : ওচৰৰ কোঠাটোত কোন শুইছে?

লেডী মেকবেথ : ডোনালবেন।

মেকবেথ : [ নিজৰ হাত দুখন চাই ] দেখিলে দুখ লাগে।

লেডী মেকবেথ : দুখ লগা কথাষাৰ মূৰ্খইহে উচ্চাৰণ কৰে।

মেকবেথ : সেই দুজনৰ এজনে টোপনিতে হাঁহিছিল, আনজনে চিঞৰিছিল 'হত্যা' বুলি। এজনে আনজনক জগাই দিছিল মই বৈ শুনি আছিলোঁ । কিন্তু ভগৱানক প্ৰাৰ্থনা জনাই পুনৰ শুই থাকিল।

লেডী মেকবেথ : সিহঁতে দুয়ো একেটা কোঠাতে শুইছে।

মেকবেথ : মোৰ তেজ লাগি থকা হাত দুখন দেখি এটাই কৈছিল ঈশ্বৰে যেন আমাক আশীৰ্বাদ কৰে। আনটোৱে তাতে হয় ভৰ দি ক'লে 'আমেন' বুলি। সিহঁতে "ঈশ্বৰ আশিস্ দিয়া" বুলি কওঁতে এনেহে ভয় লাগিছিল মোৰ মই 'আমেন' বুলি ক'বকে নোৱাৰিলোঁ।

লেডী মেকবেথ : বৰকৈ ভাবি নাথাকিবা এইবোৰ কথা।

মেকবেথ : কিন্তু মই সিহঁতৰ লগত সুৰ মিলাই 'আমেন' বুলি ক'ব নোৱাৰিলোঁ কিয়? মোৰেই যে ঈশ্বৰৰ আশিস্ প্ৰয়োজন আছিল আটাইতকৈ বেছি। কিন্তু............

মেকবেথ : 'আমেন' শব্দটো উচ্চাৰণ কৰিব খোজোঁতেই কণ্ঠৰুদ্ধ হৈ গ'ল কিয়?

লেডী মেকবেথ : এনেবোৰ কথা এইদৰে ভাবিব নাপায়। ভাবি থাকিলে মগজু বিকল হ'ব।

মেকবেথ : কোনোবাই যেন মোক কৈছে, "আৰু নুশুবা" মেকবেথে নিদ্ৰাক হত্যা কৰিছে, নিৰ্মল নিদ্ৰাক; হত্যা কৰিছে শান্তিৰ নিদ্ৰাক, যি নিদ্ৰাই দিনটোৰ চিন্তা লাঘৱ কৰি জীৱন জীপাল কৰে। গধুৰ কামৰ ভাগৰ পলুৱায়, যি নিদ্ৰা বিক্ষত মনৰ বাবে শান্তিৰ প্ৰলেপ, শ্ৰমৰ পিছত দিনটোৰ দ্বিতীয়া পৰ্যায় নিশাৰ জিৰণি, জীৱনৰ ভোজত শক্তি বৰ্ধক প্ৰধান আহাৰ।

লেডী মেকবেথ : কি কৈছা এইবোৰ?

মেকবেথ : শুনা। গোটেই ঘৰটোত উঠে প্ৰতিধ্বনি "আৰু নুশুব; গ্লেমিছে নিদ্ৰাক হত্যা কৰিছে আৰু সেয়ে কউডৰে আৰু কেতিয়াও নোশোৱে; মেকবেথ আৰু নোশোৱে কেতিয়াও।"

লেডী মেকবেথ : কোনোবাই এইদৰে কেতিয়াবা কৈছেনে? সুযোগ্য থেইন। বলিয়াৰ দৰে একেবোৰ কথাকে ভাবি ভাবি কিয় বাৰু নিজৰ মহান শক্তিক দুৰ্বল কৰিছা? যোৱা হত্যাৰ ঘিণ লগা সাক্ষী এই তেজবোৰ ধুই পেলোৱা। ড্যাগাৰকেইখন কিয় আনিছিলা তাৰপৰা?

মেকবেথ : সেইকেইখন তাতে থাকিব লাগে। যোৱা লৈ যোৱা আৰু শুই থকা চন্তৰীবোৰৰ গাত তেজ ছটিয়াই দিবা।

মেকবেথ : মই তালৈ কেতিয়াও উভতি নাযাওঁ। কি কৰিছোঁ ভাবিলেই বুকু কঁপি উঠে। পুনৰ সেই দৃশ্য চোৱাৰ শক্তি মোৰ নাই।

লেডী মেকবেথ : আচৰিত এই দুৰ্বলতা। ড্যাগাৰকেখন দিয়া [ ড্যাগাৰ লয় ] জীৱন্ত আৰু মৃত ৰূপ ছবিৰ লেখিয়া; শিশুয়েহে ভয় খায় ছবিৰ দৈত্যক। যদি মৃত ৰজাৰ গাৰপৰা এতিয়াও তেজ ওলাই আছে, সেই তেজেৰে শুই থকা চন্তৰী দুটাৰ দেহা ৰাঙলী কৰিম। সিহঁতেই যে হত্যাকাৰী দেখোঁতাই সেই কথা ক'বই লাগিব। [ প্ৰস্থান ]

[ নেপথ্যৰপৰা দুৱাৰত টোকৰ মৰাৰ শব্দ ভাহি আহে ]

মেকবেথ : দুৱাৰত কোনে টোকৰ মাৰিছে ? যি কোনো শব্দ শুনিলেই কিয় মোৰ ভয় লাগি যায়। [ নিজৰ তেজ লাগি থকা হাত দুখন চায় ] এয়া কাৰ হাত? এই দুখনে যেন মোৰ চকু দুটা ঘুকটি উলিয়াই দিব। বৰুণ দেৱতাৰ মহাসমুদ্ৰৰ বিশাল জলৰাশিয়ে পাৰিবনে মোৰ হাতৰ তেজৰ চেকা ধুই নিকা কৰিবলৈ? নাই ঙ নোৱাৰে। মোৰ তেজ লাগি থকা এই হাত দুখনে মহাসাগৰৰ সেউজীয়া পানীবোৰ ৰঙা কৰি দিব।

[ লেডী মেকবেথৰ পুনৰ প্ৰবেশ ]

লেডী মেকবেথ : মোৰ হাত দুখনো তোমাৰ দৰেই ৰাঙলী হ'ল। কিন্তু লাজ লাগে তোমাৰ দৰে ভীতু মনৰ গৰাকী হ'বলৈ।

[ নেপথ্যত দুৱাৰত টোকাৰ মৰাৰ শব্দ ]

শুনা, পুনৰ সেই শব্দ, নিশাৰ সাজ সোনকালে পিন্ধি লোৱা। প্ৰয়োজন হ'লে ওলাই যাম নিশাৰ সাজতে, যাতে বিছনাৰপৰা

উঠি যোৱা বুলি বুজিব পাৰে। যোৱা অসহায়ৰ দৰে দুচিন্তাক প্ৰশ্ৰয় নিদিবা।

[ লেডী মেকবেথৰ প্ৰস্থান ]

মেকবেথ : নিজকে পাহৰি থাকিব পৰা হ'লেহে বুজিব পাৰিলোঁহেঁতেন কি কৰিছোঁ মই। [ নেপথ্যত শব্দ—টোকৰ মৰাৰ ] ডানকান, এই শব্দই তোমাৰ টোপনি ভাঙক। উহ্ তুমি যদি সাৰ পাই উঠিব পাৰিলাহেঁতেন!

[ প্ৰস্থান ]

## তৃতীয় দৃশ্য

[ এটা দুৱাৰ ৰখীয়াৰ প্ৰৱেশ। মদ খোৱাৰ ফলত তাৰ চকুত টোপনিৰ আমেজ। নেপথ্যত দুৱাৰ টুকুৰিওৱাৰ শব্দ। ]

দ্বাৰৰক্ষী : কি ভীষণ শব্দ। কোনোবা যদি হ'লহেঁতেন নৰকৰ দুৱাৰ ৰখীয়া, সি দুৱাৰৰ চাবি ঘূৰাওঁতেই ঘূৰাওঁতেই অকালতে বুঢ়া হৈ গ'লহেঁতেন। [ নেপথ্যত দুৱাৰ টুকুৰিওৱাৰ শব্দ। ] টোকৰ মাৰ, কিমান বাৰ মাৰ টোকৰ। কোন তই? দ্বিতীয় চয়তান বিল জেবাবৰ শপত কোন তই? অ' এজন খেতিয়ক। যি প্ৰচুৰ উৎপাদনৰ ফলত ফচলৰ দাম কমি যাব বুলি আত্মহত্যা কৰিছে। ঠিক আছে। আহ সোমাই আহ, কিন্তু লগত বহুতো ৰুমাল আনিবি। ইয়াত যিহে গৰম, ঘামি ঘামি তোৰ গোটেই গা তিতি যাব।

পুনৰ শব্দ হয় মাৰি থাক টোকৰ। এইবাৰ কোন আহিছ তই? দ্বিতীয় চয়তানৰ শপত ক কোন তই? অ' এইবাৰ আহিছে বাক্ চাতুৰীত পাকৈত দুতলীয়া সেই ধৰ্মযাজকজন। যি মুখত ভগৱানৰ নাম লৈ ৰজাৰ বিৰুদ্ধে পাপ আচৰিছে। কিন্তু তাৰ পাক লগোৱা যুক্তিয়ে তাক স্বৰ্গলৈ নিব নোৱাৰিলে। আহ, স্বাগতম, দুটা অৰ্থ কৰি কথাবোৰ কৈ থকা চতুৰ ধৰ্মযাজক, স্বাগতম। [ পুনৰ শব্দ হয় ] মাৰ মাৰি থাক টোকৰ। কোন আহিছে এইবাৰ? অ' সেই ফৰাচী দেশৰ মোজা চুৰ কৰা ইংৰাজ দৰ্জীটো। আহ, সোমাই আহ দৰ্জী ভাই। ইয়াত যিহে তাপৰ প্ৰকোপ তোৰ ইষ্টিৰি এনেয়ে গৰম হৈ যাব। [ পুনৰ শব্দ হয় ]

আকৌ টোকৰ কেৱল টোকৰ, উহ্ এই শব্দ বন্ধ নহ'বইনে? কোন তই ? কিন্তু নৰকৰ বাবে এই ঠাইডোখৰ বৰ বেছি চেঁচা। মই ইয়াৰ দুৱাৰ ৰখীয়া হৈ আৰু নাথোকোঁ। মই ভাবিছিলোঁ মৰ্ত্যত সাংসাৰিক সুখত মত্ত হৈ থকা আৰু কিছু মানুহ আহিব নৰকৰ সদায়ে জ্বলি থকা জুইত জাপ দিবলৈ।

[ পুনৰ টোকৰ মৰা শব্দ এইবাৰ তাৰ নিচা ভাগি যায়। ]

গৈছোঁ গৈছোঁ বোপাই। অলপ পৰ ৰ'বি। এই দুৰ্ভগীয়া দুৱাৰ ৰখীয়াক তইঁতে হ'লে নাপাহৰিবি দেই।

[ অদুৱাৰ মেলি দিয়ে। মেকডাফাৰু লেনক্সৰ প্ৰৱেশ ]

মেকডাফ : ইমান পলমকৈ শুবলৈ গৈছিলিনে যে এতিয়াও টোপনি ভগাই নাছিল!

দ্বাৰৰক্ষী : আমি নিশা কুকুৰাই দ্বিতীয়বাৰ ডাক দিয়ালৈকে মদ খাই ফূৰ্তি কৰিছিলোঁ দেউতা।

মেকডাফ : তোৰ প্ৰভু সাৰ পাইছেনে? আমাৰ দুৱাৰত টুকুৰিওৱাৰ শব্দই তেওঁৰ টোপনি ভাঙিছে, সৌৱা তেওঁ আহিব ধৰিছে।

[ মেকবেথৰ প্ৰৱেশ ]

লেনক্স : সুপ্ৰভাত মহান প্ৰভু!

মেকবেথ : ময়ো জনাইছোঁ তোমালোক দুয়োকে মোৰ অভিবাদন।

মেকডাফ : সুযোগ্য থেইন! সম্ৰাটে সাৰ পালেনে?

মেকবেথ : এতিয়াও পোৱা নাই।

মেকডাফ : তেওঁ মোক পুৱাতেই লগ ধৰিব কৈছিল। মোৰ পলমেই হ'ল।

মেকবেথ : ঠিক আছে। ব'লক, আাপোনালোকক বাট দেখুৱাই দিওঁ তেওঁৰ শোৱনি কোঠাৰ।

মেকডাফ : মই জানো এইখিনি কষ্ট আপুনি ৰংমনে স্বীকাৰ কৰিব।

মেকবেথ : অলপ কষ্ট স্বীকাৰ কৰিলেই সমস্যাৰো সমাধান হৈ যায়।আহক এই ফালে।

মেকডাফ : ভয় নকৰোঁ ।সাহসেৰে সোমাম তেওঁৰ শোৱনি কোঠাত। তেৱেঁ মোক মাতিছিল। তেওঁক দেখা কৰা যে কৰ্তব্য মোৰ।

[ প্ৰস্থান ]

লেনক্স : সম্ৰাট আজিয়েই ইয়াৰপৰা উভতিবনে?

মেকবেথ : এৰা, আগৰ বন্দোবস্ত মতে আজিয়েই যোৱাৰ কথা।

লেনক্স : নিশাটো আছিল দুৰ্যোগপূৰ্ণ। আমি শোৱা ঘৰটোৰ চিমনি বতাহে ভাঙি পেলালে। মানুহবোৰে কৈছে সিহঁতে হেনো বতাহত ভাহি অহা বিননিৰ শব্দ শুনিছিল। শুনিছিল হেনো মৰণ আসন্ন লোকৰ অদ্ভুত চিঞৰ। ভীষণ পৰিবৰ্তনৰ ধ্বংসাত্মক দুৰ্যোগৰ ভয় লগা ভবিষ্যৎ-বাণী কঠোৰভাৱে হেনো উচ্চাৰিত হৈছিল। অমঙ্গলীয়া ফেঁচাটোৱে আৰাও কৰিছিল ওৰে নিশাটো। কাৰো কাৰো মতে পৃথিৱীখনো হেনো জ্বৰত কঁপাদি কঁপিছিল।

মেকবেথ : এৰা, যোৱা নিশাটো দুৰ্যোগপূৰ্ণ আছিল।

লেনক্স : মোৰ বয়স হোৱা নাই। তথাপি কওঁ কালি নিশাৰ দৰে দুৰ্যোগ আগতে কেতিয়াও পোৱা নাই।

[ মেকডাফৰ পুনৰ প্ৰৱেশ ]

মেকডাফ : উহ্ কি ভয়ানক, ভয়ঙ্কৰ ঘটনা ! যি দেখিছোঁ তাক কথাৰে বৰ্ণাব নোৱাৰি!! কল্পনাও কৰিব নোৱাৰি!!

মেকবেথ }
লেনক্স } হ'ল কি?

মেকডাফ : ধ্বংসৰ অতিকে কুৎসিত মূৰ্তি। বীভৎস হত্যাকাণ্ড!! ঈশ্বৰৰ প্ৰতিভূ সম্ৰাটৰ দেহ মন্দিৰ ভাঙি বিশ্বাসঘাটকে প্ৰাণ তেওঁৰ কৰিছে হৰণ!!

মেকবেথ : [ আচৰিত হোৱা ভাও জুৰি। ] কি হৈছে এইবোৰ? প্ৰাণ? কাৰ প্ৰাণ?

লেনক্স : [ মেকডাফ ] আপুনি আমাৰ মহান সম্ৰাটৰ কথাকে কৈছেনে?

মেকবেথ : যা ওক। সম্ৰাটৰ কোঠালিলৈ যাওঁক। নতুন গৰ্গন * চাই শিলত পৰিণত হওক। মোক নুশুধিব। নিজে চাই আহক, চাই কি দেখিলে কওকহি।

[ মেকবেথ অৰু লেনক্সৰ প্ৰস্থান ]

উঠা উঠা জাগি উঠা। বিপদ সংকেত বজোৱা। হত্যা আৰু ৰাজদ্ৰোহ। বেঙ্কো, ডোনালবেন, মেলকম জাগি উঠক। কোমল শয্যাৰ মৰণ সদৃশ নিদ্ৰা ত্যাগ কৰক; চাওকহি মৃত্যুৰ প্ৰকৃত ৰূপ। উঠক উঠক, প্ৰলয়ৰ প্ৰতীক চাওকহি। মেলকম, বেঙ্কো, সম্ৰাটৰ মৃত্যুৰ লগতে যেন আপোনালোকৰো মৃত্যু হৈ গ'ল।

---

* সাপৰ দৰে চুলিৰে গ্ৰীক উপাখ্যানৰ দানৱী মেদুছা, যাক দেখিলেই দেখোঁতা শিল হৈ গৈছিল।

এতিয়া কবৰৰপৰা অশৰীৰীৰ দৰে কোজ কাঢ়ি আহি এই বীভৎস দৃশ্য চাওকহি। বজোৰা সংকেত ধ্বনি।

[ বিপদৰ সংকেত ঘন্টা বাজে লেডী মেকবেথে প্ৰৱেশ কৰে ]

লেডী মেকবেথ ঃ হৈছে কি? কিহৰ কাৰণে ভয়াবহ এই বিপদৰ সংকেত ধ্বনিয়ে আহ্বান কৰিছে শুই থকা প্ৰত্যেকজনকে। কওক কি হৈছে।

মেকডাফ ঃ মহিয়সী! মই যি ক'ব পাৰোঁ আপুনি তাক নুশুনিব। পুনৰ ক'লে তীক্ষ্ণ অসিৰ দৰে কোমল নাৰীৰ হৃদয় ই বিদীৰ্ণ কৰিব। [ বেঙ্কোৰ প্ৰৱেশ ] বেঙ্কো, আমাৰ সম্ৰাট নিহত হ'ল।

লেডী মেকবেথ ঃ উহ্ ভগৱান! ই সাংঘাটিক ঘটনা সংঘটিত হ'লনে আমাৰ ঘৰতে?

বেঙ্কো ঃ যি কোনো ঠাইতে ঘটিলেও অতিকে নিষ্ঠুৰ এই ঘটনা। চেনেহৰ ডাফ্, খাটিছোঁ তোমাক, তোমাৰ কথা উঠাই লোৱা; কোৱা এই ঘটনা সঁচা নহয়।

[ মেকবেথ আৰু লেনক্সৰ পুনৰ প্ৰৱেশ ]

মেকবেথ ঃ [ নিজৰ প্ৰকৃত মনোভাব ঢাকি ] মই নিজেই যদি মৰিলোঁহেঁতেন এই নিষ্ঠুৰ ঘটনা দেখাৰ এঘণ্টা আগতে তেতিয়া ভাবিব পাৰিলোঁহেঁতেন জীৱনটো সুখেৰে কটালোঁ বুলি। কাৰণ এই মুহূৰ্তৰপৰা মোৰ জীয়াই থকাৰ সাৰ্থকতা নোহোৱা হ'ল। সকলো হ'ল অসাৰ মূল্যহীন, জীৱনৰ সুধা নিশেষ হৈ গ'ল। থাকিল মাথোন অৰ্থহীন অহঙ্কাৰ কৰিবলৈ মূল্যহীন এই, পৃথিৱীখন।

[ মেলকম আৰু ডোনালবেনৰ প্ৰৱেশ ]

ডোনালবেন ঃ কি অঘটন ঘটিছে?

মেকবেথ ঃ তোমালোকে শুনা নাই অথচ স্বৰগ ভাগি পৰিছে তোমালোকৰ মূৰৰ ওপৰতে; তোমালোকৰ ধমনীৰ তেজৰ প্ৰবাহ বন্ধ হৈ গ'ল, তোমালোকৰ জীৱনৰ উৎস গ'লযে শুকাই।

মেকডাফ ঃ তোমালোকৰ পিতা মহান সম্ৰাট নিহত হ'ল।

মেলকম ঃ উহ্ ভগৱান। কোন হত্যাকাৰী?

লেনক্স ঃ তেওঁৰ কোঠাত পহৰা দিয়া চন্তৰীৰ কাম যেন লাগিছে। সিহঁতৰ হাতত, মুখত তেজৰ চেকা আৰু সিহঁতৰ ড্যাগাৰ দুখনো ৰাঙলী

হৈ পৰি আছে গাৰুৰ ওপৰত। সিহঁতে অৰ্থহীনভাৱে মোৰ ফালে চাই নিথৰ হ'ল। কোনো মানুহৰে জীৱন সিহঁতৰ হাতত নিৰাপদ নাছিল।

মেকবেথ : তথাপি খঙৰ বশত সিহঁতক হত্যা কৰি অনুতপ্ত মই।

মেকডাফ : হত্যা কৰিলে কিয়?

মেকবেথ : কিয় যে সুধিছে, এই কথা বুজি পোৱা নাই। কোন বাৰু একে সময়তে জ্ঞানী আৰু বিমূঢ়, সংযমী আৰু খঙাল, অনুগত আৰু নিৰপেক্ষ হ'ব পাৰে? কোনেও নোৱাৰে? মোৰ উথলি উঠা শ্ৰদ্ধা আৰু চেনেহে, যুক্তি আৰু বিবেচনাৰ ধীৰ গতি অগ্ৰাহ্য কৰিলে। এঠাইত যেন শুই আছে ডানকান, যাৰ ৰূপালী ছালত তেজবোৰ তিৰবিৰাই আছে সোণৰ দৰে, বিক্ষত ঠাইবোৰে মুখ মেলি আছে ধ্বংসকাৰী মৃত্যুৰ প্ৰৱেশ দ্বাৰ ৰূপে আৰু দাঁতিত পৰি আছে তেজেৰে লুতুৰি পুতুৰি হোৱা হত্যাকাৰী আৰু তেজ লাগি থকা বীভৎস ড্যাগাৰ দুখন। এই ভয়ঙ্কৰ ঘটনা দেখি শ্ৰদ্ধা প্ৰকাশ কৰিবলৈ সাহস থকা জন পাৰেনে সংযত হ'বলৈ? পাৰেনে হত্যাকাৰীক, হত্যা নকৰি থাকিবলৈ?

লেডী মেকবেথ : [ প্ৰায় জ্ঞান হেৰুৱাই ] মোক ইয়াৰপৰা লৈ ব'লা।

মেকডাফ : তেওঁক ধৰক।

[ মেলকমে ডোনালবেনক একাষৰীয়াকৈ মাতি নিয়ে ]

মেলকম : আমাৰেই ক্ষতি হ'ল আটাতকৈ বেছি। আমিনো নিৰৱে থাকিম কিয় ?

ডোনালবেন : আমিনো এই ঠাইত থিয় হৈ কি ক'ব পাৰোঁ? আমাৰ চৌদিশে বিপদ। নেদেখা সৰু সুৰুঙাৰে হঠাৎ বিপদ আহি আমাক আগুৰি ধৰি বিনষ্ট কৰিব পাৰে। চকুৰ পানী টোকাৰ সময় এতিয়া নহয়।

বেঙ্কো : মহিলাগৰাকীক ধৰা।

[ লেডী মেকবেথক ধৰি ভিতৰলৈ নিয়া হয় ]

আমাৰ গাত যথেষ্ট সাজপাৰ নাই; ঠাণ্ডা, কষ্ট পাইছোঁ। ব'লা ততালিকে ভাল সাজ পিন্ধি, একে লগ হৈ এই ভীষণ হত্যাকাণ্ডৰ সকলো দিশ খৰচি মাৰি অনুসন্ধান কৰোঁ। ভগৱানৰ কৰুণাত সুৰক্ষিত মই, ৰাজদ্ৰোহৰ হীন চক্ৰান্তৰ জাল ময়ে ভেদ কৰিম।

মেকডাফ : একেই সংকল্প মোৰ।

সকলোৱে : সকলোৱে একমত।

মেকবেথ : আমি সকলোৱে পুৰুষোচিত সাজ পিন্ধি, বুকুত বল বান্ধি ততালিকে হ'ল ঘৰত মিলিত হওঁ ব'লক।

সকলোৱে : সজ পৰামৰ্শ।

[ মেলকম আৰু ডোনালবেনৰ বাহিৰে আন সকলোৰে প্ৰস্থান ]

মেলকম : তুমি কি কৰিবা? সিহঁতৰ লগ আমি নোলোৱাই ভাল। কপটজনৰ পক্ষে নলগা দুখ দেখুৱা সহজ। মই ইংলণ্ডলৈ যাত্ৰা কৰিম।

ডোনালবেন : মই যাম আয়াৰলেণ্ডলৈ । বেলেগ ঠাইত থাকিলে নিৰাপদ হ'ম। এই ঠাইত, মানুহবোৰৰ হাঁহিৰ আঁৰত যেন লুকাই আছে একোখন ড্যাগাৰ। যিমানেই ওচৰ সম্বন্ধ, সিমানেই বেছি ৰক্ত লোলুপ।

## চতুৰ্থ দৃশ্য

[ মেকবেথৰ দুৰ্গৰ বাহিৰ ভাগত ৰছ আৰু এজন বুঢ়া মানুহৰ প্ৰৱেশ ]

বুঢ়া : যোৱা সত্তৰ বছৰৰ কথা মোৰ ভালকৈ মনত আছে। এই কালছোৱাত পাৰ হৈ গৈছে ভয়ঙ্কৰ সময়বোৰ আৰু দেখিছোঁ বহুতো অদ্ভুত ঘটনা। কিন্তু এই দুৰ্যোগপূৰ্ণ নিশাৰ তুলনাত পূৰ্বৰ অভিজ্ঞতা ম্লান পৰি গ'ল।

ৰছ : বুঢ়া দেউতা! চাওক, হত্যাকাণ্ড দেখি ৰুষ্ট হৈ স্বৰ্গই কেনেকৈ মৰ্ত্যক ভয় খুৱাবৈল সৃষ্টি কৰিছে বতাহ-ধুমুহাৰে। ঘড়ীৰ কাঁটাৰ মতে পোহৰ হ'বৰ হ'ল তথাপি বেলিটোক গ্ৰাস কৰি আছে ঘোৰ অন্ধকাৰে। যেতিয়া দিনৰ পোহৰে চৌদিশ পোহৰাই তুলিব লাগিছিল সেই সময়ত এন্ধাৰে দিনটোক এইদৰে কবৰৰ মাজত সুমুৱাই থোৱাটোৱে বাৰু কি ঘোষণা কৰিছে — নিশাৰ জয় নে দিনৰ লাজ?

বুঢ়া : এইবোৰ অস্বাভাৱিক অঘটন ঘটিছে। যোৱা মঙ্গলবাৰে এটা শেন চৰায়ে অহঙ্কাৰত আকাশেদি উৰি ফুৰোঁতে তাক খেদি খেদি মাৰি পেলালে নিগনি মৰা ফেঁচা এটাই।

ৰছ : তাতোকৈ আচৰিত কথা, ডানকানৰ বৰ ভাল জাতক ঘোঁৰা দুটাই বলিয়া হৈ ওলাই আহিল আস্তাবল ভাঙি। নামানিলে কোনো বাধা, জানিবা যুঁজহে ধৰিব মানুহৰ সতে।

বুঢ়া : শুনিছোঁ এটাই হেনো আনটোক খায়েই পেলালে।

ৰছ : উহ্ মোৰ চকুৰ আগতে সেই ঘটনা ঘটিল। আচৰিত হৈ চায়েই থাকিলোঁ। সৌৱা আহিছে মহান মেকডাফ।

মেকডাফ [ প্ৰৱেশ ]

কি খবৰ, বতৰা কি?

মেকডাফ : নিজে জানো গম পোৱা নাই?

ৰছ . : এই হত্যাৰ বাবে দায়ী কোন, সেই কথা জানিব পাৰিছেনে?

মেকডাফ : দায়ী সেই দুটা, যাক মেকবেথে হত্যা কৰিছে।

ৰছ : সঁচাকৈয়ে দুখ লগা কথা; কিযে দুৰ্ভাগ্য! কি লাভৰ আশাতনো এই কাম সিহঁতে কৰিলে?

মেকডাফ : সিহঁতক চাগৈ কোনোবাই পাঁচিছিল কামটো কৰিবলৈ উচটনি দি। সম্ৰাটৰ সন্তান দুটি মেলকমআৰু ডোনালবেন এই ঠাই এৰি লুকাই পলাই গ'ল। সেয়ে থল ওলাইছে সিঁহতকো সন্দেহ কৰিবলৈ।

ৰছ : তথাপি ক'ম ই মানুহৰ প্ৰকৃতি বিৰুদ্ধ কথা। সীমাহীন উচ্চাকাঙ্ক্ষা। নিজে ধ্বংস কৰে নিজৰ অস্তিত্বক। তেন্তে দেখা যায় সিংহাসনৰ অধিকাৰী মেকবেথেই হ'বগৈ শেহত।

মেকডাফ : তেওঁকেই মনোনীত কৰা হ'ল সম্ৰাট বুলি। স্কোনলৈ গৈছে তেওঁ ৰাজমুকুট পিন্ধাৰ কাৰণে।

ৰছ : ডানকানৰ শটো ক'ত?

মেকডাফ : পূৰ্বপুৰুষৰ প্ৰাচীন পৱিত্ৰ কবৰ থলী "কোলমে কিল"লৈ পঠাই দিয়া হ'ল।

ৰছ : আপুনি যাবনে স্কোনলৈ?

মেকডাক : নাযাওঁ। মই যাম ফাইফলৈ।

ৰছ : মই কিন্তু স্কোনলৈহে যাম।

মেকডাফ : সোনকালে কৰক। সকলো কাম যেন ভালেৰেই সমাধা হয়। নহ'লে হয়তো নতুনকৈ পুৰণি শাসনকে ভাল যেন লাগি যাব পাৰে।

ৰছ : [ বুঢ়াক ] দেউতা; বিদায় এতিয়া।

বুঢ়া : ঈশ্বৰে তোমালোকৰ ওপৰত আশিস্ বৰ্ষণ কৰক আৰু মঙ্গল বিধান কৰক তেওঁলোকক যিসকলে বেয়াৰ মাজতো ভালটোক বিচাৰি যাব আৰু শত্ৰুক পাৰিব কৰিব বন্ধুত পৰিণত।

## তৃতীয় অঙ্ক

### প্ৰথম দৃশ্য

[ ফোৰেছ। ৰাজপ্ৰাসাদ। বেঙ্কোৰ প্ৰৱেশ। মেকবেথক উদ্দেশ্য কৰি বেঙ্কোৰ স্বগত উক্তি ]

বেঙ্কো : তুমি সকলো পালা। ৰাজত্ব, গ্লেমিছ, কউডৰ — সকলো। ঠিক যিদৰে কৈছিল ডাইনীবোৰে; কিন্তু মোৰ সন্দেহ হৈছে তুমি এইবোৰ লাভ কৰিছা ঘোৰ প্ৰৱঞ্চনাৰ মাজেৰে। ডাইনীবোৰে ইয়াকো কৈছিল যে ৰাজমুকুট তোমাৰ বংশধৰে নাপায় যিমান চেষ্টা নকৰা লাগে। কৈছিল ময়ে হ'ম এলানি ৰজাৰ পূৰ্বপুৰুষ। এই ভৱিষ্যৎ-বাণী যদি সফল হয় তোমাতেই দেখোন তাৰ প্ৰমাণ হৈছে—মোৰ ক্ষেত্ৰতো এই বাণী সঁচা হ'ব বুলি মোক আশান্বিত নকৰিব কিয়! কিন্তু এতিয়া মনে মনে থকাই শ্ৰেয়। [ নেপথ্যত তূৰ্যধ্বনি। ৰজাৰ সাজত মেকবেথৰ প্ৰৱেশ। লগত ৰাণীৰ সাজত লেডী মেকবেথ। লেনক্স, ৰছ, লৰ্ডসকল, আন মহিলাসকল আৰু অনুচৰবোৰ)

মেকবেথ : এয়া ইয়াতে আছে আমাৰ প্ৰধান আলহী।

লেডী মেকবেথ : তেওঁক পাহৰা হ'লে, অসম্পূৰ্ণ থাকি অশোভন হ'লহেঁতেন ভোজ আয়োজন।

মেকবেথ : ডাঙৰীয়া, আজি নিশাৰ আনুষ্ঠানিক ভোজ সমাৰোহত আপোনাৰ উপস্থিতি কামনা কৰিছোঁ।

বেঙ্কো : মহাৰাজৰ কামনাই মোৰ বাবে আদেশ। আনুগত্যৰ নিছিঙা বান্ধোনে তাক পালন কৰিবলৈ বাধ্য কৰিব।

মেকবেথ : আবেলি ঘোঁৰাত উঠি ক'ৰবালৈ যাব নেকি?

বেঙ্কো : যাম মহাৰাজ।

মেকবেথ : নোযোৱা হ'লে আজিৰ সভাত আমাক সদায়ে সহায় কৰি থকা আপোনাৰ সজ পৰামৰ্শ আমি বিচাৰিলোঁহেঁতেন। যি হওক অপেক্ষা কৰিম আমি। কাইলৈ লগ হ'ম। বহুত দূৰলৈ যোৱাৰ ইচ্ছা নেকি?

বেঙ্কো : এতিয়াৰপৰা ভোজৰ সময়লৈকে যিমান দূৰ ফুৰিব পাৰি, নাযাওঁ তাতকৈ বেছি দূৰলৈ। কিন্তু ঘোঁৰা যদি ভাগৰি পৰে, ঠিকমতে দৌৰিব নোৱাৰে, সন্ধ্যাৰ এঘণ্টা বা দুঘণ্টাৰ ভিতৰতে আমি উভতিম।

মেকবেথ : ভোজৰ কথা নাপাহৰিব।

বেঙ্কো : কেতিয়াও নাপাহৰোঁ মহাৰাজ।

মেকবেথ : শুনিছা ৰক্ত পিপাসু আত্মীয় দুজনৰ এজন ইংলেণ্ড আৰু আনজনে আয়াৰলেণ্ডত থিতাপি লৈছে, কিন্তু এজনেও পিতৃক হত্যা কৰা বুলি স্বীকাৰ নকৰি মাথো সোধাঁতাজনক কৈছে অদ্ভুত কিছুমান কথা। সেইবোৰ কথা কাইলৈ উলিয়াম। লগতে ঐক্যবদ্ধ সিদ্ধান্তৰ প্ৰয়োজন থকা ৰাষ্ট্ৰীয় সমস্যাৰো কৰিম আলোচনা। এতিয়া যাওক সোনকালে ঘোঁৰাত উঠকগৈ। নিশা উভতি নহালৈকে বিদায়। ফ্লিয়েঞ্চো লগত যাবনে?

বেঙ্কো : যাব মহাৰাজ। হাতত সময় নিচেই তাকৰ। আমি সোনকালে যাবলৈ প্ৰস্তুত হওঁগৈ।

মেকবেথ : আমি কামনা কৰিছোঁ ঘোঁৰা যেন বেগেৰে যায়। যাত্ৰা পথত যেন বিঘিনি নঘটে। বিদায়।

[ মেকবেথ আৰু অনুচৰৰ বাহিৰে আন সকলোৰে প্ৰস্থান ]

মেকবেথ : [ অনুচৰক ] হেৰ শুন। সেই মানুহ দুটা মোৰ বাবে ৰৈ আছেনে?

অনুছৰ : আছে মহাৰাজ। অপেক্ষা কৰিছে সিহঁতে প্ৰাসাদৰ প্ৰৱেশ দ্বাৰত।

মেকবেথ : মাতি আন মোৰ ওচৰলৈ।

[ অনুচৰৰ প্ৰস্থান ]

এইদৰে সম্ৰাট হোৱা অৰ্থহীন কথা; নিৰাপত্তা নিশ্চিত হ'লেহে সম্ৰাট হোৱা সাৰ্থক। এই বেঙ্কোই মোৰ গভীৰ উদ্বেগৰ কাৰণ। তাৰ সম্ৰাট সুলভ প্ৰকৃতিত এনে এটা কিবা আছে যি মোক শঙ্কাতুৰ কৰি তুলিছে। বেঙ্কো সাহসী, আৰু জ্ঞানে সেই সাহসক পৰিচালিত কৰি নিৰাপদে সজ কাম কৰাত সহায় কৰিছে। তাৰ অস্তিত্বকে মই ভয় কৰোঁ আটাইতকৈ বেছি। তাৰ ব্যক্তিত্বৰ সমুখত নিজকে মোৰ সৰু যেন লাগি যায়, ছীজাৰৰ সমুখত যেনে হৈছিল মাৰ্ক এণ্টনীৰ। মোক সম্ৰাট বুলি ঘোষণা কৰোঁতে ডাইনীবোৰক বেঙ্কোই দাবী দি সুধিছিল নিজৰ কথা। উত্তৰত ভৱিষ্যৎ বক্তাৰ দৰে ডাইনীকেইজনীয়ে অভিনন্দন জনালে বেঙ্কোক এলানি ৰজাৰ পিতা বুলি। মোৰ মূৰৰ ওপৰত থলে এনে এটা ৰাজমুকুট যাৰ উত্তৰাধিকাৰ নাই। হাতত দিলে এনে ৰাজদণ্ড যি বন্ধ্যা। এয়ে যদি হয়, তেন্তে মই মহান শাসক ডানকানক হত্যা কৰিছোঁ বুলি বেঙ্কোৰ সন্ততিৰ বাবেই, হাতত

কলঙ্ক কালিমা সানি; কি লাভ হ'ল? সিহঁতৰ বাবে মাত্ৰ মোৰ জীৱন-পাত্ৰ বিহেৰে পূৰ্ণ কৰিছোঁ, শান্তিত ব্যাঘাত জন্মাই; আত্মাক সমৰ্পিছোঁ মান শত্ৰু চয়তানৰ হাতত। কিয়? বেঙ্কোৰ সন্তানবোৰক ৰজা কৰিবলৈ? ভাগ্যৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি চৰম বিচাৰৰ সমুখীন হোৱাটোৱেই ইয়াতকৈ বেছি ভাল আছিল। [ কিবা শব্দ শুনি ] কোন? [ দুজন হত্যাকাৰীক লৈ অনুচৰৰ প্ৰবেশ ] অ' তই। যা দ্বাৰ ৰক্ষা কৰগে। নমতালৈকে নাহিবি। [ অনুচৰৰ প্ৰস্থান ]

মেকবেথ : তোমাৰ লগতে কালি কথা হৈছিলোঁনে?

প্ৰথম হত্যাকাৰী : হয় মহাৰাজ।

মেকবেথ : আলচি চাইছানে মোৰ প্ৰস্তাৱটো? বুজিছা নিশ্চয় তোমাৰ আজিৰ এই দুৰ্দশা বেঙ্কোৰ কাৰণে, যদিও আগতে ভাবিছিলা ময়েই দায়ি বুলি। সকলো প্ৰমাণ মই তোমাক দেখুৱাইছোঁ। কোনে তোমাক প্ৰৱঞ্চিত কৰিছিল মিছা প্ৰলোভনেৰে, কোন আছিল প্ৰকৃততে দায়ী, কাৰ হাতৰ পুতলাৰ দৰে কাম কৰি কোনবোৰ মানুহে তোমাৰ দুৰ্দশাৰ কাৰণ হৈছিল, আটাইবোৰ এনেভাৱে ফঁহিয়াই দেখুৱাইছোঁ আধা বলিয়াও পতিয়ন যাব যে আন কোনো নহয, বেঙ্কোই দায়ী।

প্ৰথম হত্যাকাৰী : সকলো কথা আমাক আপুনি বুজাই দিছে ফটফটীয়াকৈ।

মেকবেথ : আকৌ বুজাই ক'বলৈ পুনৰ মাতিছোঁ। তোমালোক ইমান সহিষ্ণু নিশ্চয় নহয যে এই অন্যায়ৰ প্ৰতিকাৰ নকৰি থাকিবা। যিজনে ক্ষমতাৰ প্ৰবল হেঁচাৰে তোমালোকক দুভাৰ্গ্যৰ গভীৰ গহ্বৰলৈ ঠেলি দিছে সেই তথাকথিত ভালমানুহজনৰ আৰু তেওঁৰ সন্তানৰ বাবে প্ৰাৰ্থনা কৰিবা! ইমান ধৰ্মভীৰু তোমালোক নিশ্চয় নহয়।

প্ৰথম হত্যাকাৰী : আমি তেজ-মঙহৰহে মানুহ প্ৰভু।

মেকবেথ : তালিকাত মানুহ নামেৰে অভিহিত সঁচা যেনেকৈ আন জন্তুবোৰৰো একোটা নাম থাকে । হাউণ্ড, গ্ৰে হাউণ্ড, মংগ্ৰেল, স্পেনিয়েল্স আদি কুকুৰৰ জাত হ'লেও তাতো আছে বিভিন্নতা; প্ৰকৃতিয়ে যাক যি গুণ দিছে সেই অনুসাৰে কোনটো ক্ষিপ্ৰ, কোনটো এলেহুৱা, কোনোবাটোৰ শুঙা শক্তি প্ৰখৰ, কোনোবাটোৱে ঘৰ পহৰা দিয়ে, কোনোবাটো চিকাৰত ভাল,

মানুহৰ ক্ষেত্ৰতো একেই কথা। যদি গুণ হিচাপে তোমালোকৰ সেই তালিকাত কিবা ঠাই নিৰ্দিষ্ট আছে আৰু সেই ঠাই নিকৃষ্ট মানুহৰ ঠাই যদিহে নহয় তেতিয়াহলে বিশ্বাস কৰি গুৰুত্ব পূৰ্ণ কামৰ দায়িত্ব তোমালোকৰ হাতত দিব পৰা যায়। যি কাম কৰি নিজৰ শত্ৰুক এই পৃথিৱীৰপৰা আঁতৰাই দিয়াৰ লগতে মোৰো প্ৰিয়পাত্ৰ হ'বা। কাৰণ তেওঁ জীয়াই থকা মানে মোৰ অশান্তি। তেওঁৰ মৃত্যুতহে বিচাৰি পাম জীয়াই থকাৰ পূৰ্ণ সাৰ্থকতা।

দ্বিতীয় হত্যাকাৰী : প্ৰভু! মই এনে এজন, জীৱনৰ নিকাৰে যাক ইমান উন্মক্ত কৰিছে যে পৃথিৱীৰ প্ৰতি ঘৃণা প্ৰকাশ কৰি যি সকলো কামকে কৰিবলৈ সক্ষম।

প্ৰথম হত্যাকাৰী : ময়ো ঠিক তেনে এজন, ভাগ্য বিপৰ্যয়ে যাক জুৰুলা কৰিছে। সেই বিপৰ্যয় আঁতৰাবলৈ যি কোনো বিপদৰ সম্মুখীন হ'ম। আৰু প্ৰয়োজন হ'লে যুঁজি মৰিম।

মেকবেথ : বেঙ্কো যে তোমালোকৰ শত্ৰু আছিল—দুয়োৰে সেই কথাত বিশ্বাস জন্মিছে?

উভয় হত্যাকাৰী : জন্মিছে প্ৰভু।

মেকবেথ : বেঙ্কো মোৰো ভীষণ শত্ৰু। তেওঁ জীয়াই থকা প্ৰতিটো মুহূৰ্ত্তই মোক দিয়ে মৃত্যুৰ সংকেত। যদিও ৰাজকীয় শক্তিৰে মুহূৰ্ত্ততে মই তেওঁক দৃষ্টিৰ আঁতৰ কৰিব পাৰোঁ আৰু ৰাজকীয় শক্তিৰ বলতে তেনে কাৰ্যক ন্যায় সঙ্গত হোৱা বুলিও গ্ৰাহ্য কৰাব পাৰোঁ, তথাপি মোৰ তেনে কামৰ বাবে উভয়ৰে বন্ধু- কেইজনমানৰ প্ৰীতি মই হেৰুৱাব লাগিব। মই নিজে হত্যা নকৰি তেওঁৰ মৃত্যুত সেয়ে শোক কৰি দেখুওৱা বেছি সমীচীন হ'ব; আৰু সেই হেতুকে তোমালোকৰ সহায় বিচাৰিছোঁ। গুৰুত্বপূৰ্ণ কাৰণৰ বাবে প্ৰকৃত কথাটো গোপনে ৰাখিব লাগিব।

দ্বিতীয় হত্যাকাৰী : প্ৰভু আপোনাৰ আদেশ আমি আখৰে আখৰে পালিম।

প্ৰথম হত্যা কাৰী : মত্যুৰ মুখা-মুখি হ'বলগীয়া হ'লেও.......

মেকবেথ : তোমালোকৰ দৃষ্টিত স্পষ্ট দেখা পাইছোঁ অন্তৰৰ অদম্য শকতি। এঘণ্টাৰ ভিতৰতে ইঙ্গিত দিম' কত লুকাই থাকিব লাগিব, কেতিয়া সময় হ'ব। হত্যা, আজি নিশাৰ ভিতৰতে, ৰাজপ্ৰসাদৰ কিছু নিলগত সমাধা কৰিব লাগিব। সদায়ে মনত ৰাখিবা মোক

যেন কোনেও সন্দেহ নকৰে আৰু কামটোত যেন কোনো খুঁত নাথাকে। বেঙ্কোৰ লগত তেওঁৰ পুত্ৰ ফ্লিয়েন্স্‌ো থাকিব। তেওঁকো হত্যা কৰা সমানেই প্ৰয়োজন। পিতা-পুত্ৰ একেলগেই নিহত হ'ব লাগিব। এতিয়া যোৱা আলোচনাৰ সিদ্ধান্ত গ্ৰহণ কৰাগৈ। অলপ পিছতে তোমালোকক পুনৰ লগ ধৰিম।

উভয় হত্যাকাৰী : আমি সংকল্পত দৃঢ় হৈছোঁ মহাৰাজ।

মেকবেথ : বেছ ভিতৰত অপেক্ষা কৰাগৈ। মই এতিয়াই আহি তোমালোকক লগ ধৰিম। বেঙ্কো তোমাৰ উৰণীয়া আত্মাৰ যদি স্বৰ্গলৈ যোৱাৰ সৌভাগ্য হয়, তেন্তে সেই পথৰ সন্ধান তুমি আজি নিশাতেই পাব লাগিব। [ প্ৰস্থান ]

## দ্বিতীয় দৃশ্য

[ ৰাজপ্ৰাসাদ। লেডী মেকবেথৰ এজন ভৃত্যৰ সৈতে প্ৰৱেশ ]

লেডী মেকবেথ : বেঙ্কো প্ৰাসাদ-দৰবাৰৰপৰা গ'লনে?

ভৃত্য : গ'ল মহাৰাণী। কিন্তু আজি নিশা উভতি আহিব।

লেডীমেকবেথ : সম্ৰাটক কোৱাগৈ তেওঁৰ সুবিধা মতে তেওঁৰ সৈতে মই কথা হ'ব খোজোঁ।

ভৃত্য : মই এতিয়াই কমগৈ। [ ভৃত্যৰ প্ৰস্থান ]

লেডী মেকবেথ : উচ্চাকাঙ্ক্ষা চৰিতাৰ্থ হ'লেও যদি আনন্দৰ সোৱাদকণো নাপাওঁ, তেন্তে সকলো শেষ হৈ যাব, প্ৰকৃততে একোৱে পোৱা যেন নালাগিব। হত্যা কৰি সকলো সময়তে ভয়ত থকাতকৈ নিহত-জনেই দেখিছোঁ আমাতকৈ বেছি সুখী।

[ মেকবেথৰ প্ৰৱেশ ]

কি বতৰা প্ৰভু! এইদৰে অকলে অকলে থাকি দুশ্চিন্তাক সঙ্গী কৰি লৈছা কিয় স্বামী? যিবোৰ চিন্তা নিহতজনৰ লগতে শেষ হৈ যাব লাগিছিল, সেইবোৰক মনত ঠাই দি নিজকে মাথোন কষ্টহে দিছা। যিবোৰৰ প্ৰতিকাৰ সম্ভৱ নহয় তাক পাহৰি পেলোৱাই ভাল। যি হ'ল হৈ গ'ল। তাকতো নোহোৱা কৰিব নোৱাৰি।

মেকবেথ : আমি সাপক আঘাতহে কৰিছোঁ, তাক মাৰি পেলোৱা নাই। সি সোনকালে সক্ৰিয় হৈ বিহ ফণা তুলি আমাক আক্ৰমণ কৰিব। বিপদৰ এটা মাত্ৰ পথ ৰুদ্ধ হ'ল আনবোৰ এতিয়াও মুকুলি হৈ

আছে। কিন্তু এইদৰে চলি থাকিব নোৱাৰে। সকলো সময়তে ভয় থাকিবলগীয়া হোৱাৰ দুশ্চিন্তাই আমাক খাব নোৱৰা কৰাৰ আৰু বেয়া সপোনবোৰে প্ৰতি নিশা নিদ্ৰাত ব্যাঘাত জন্মোৱাৰ আগতে যেন বিশ্বৰ শান্তিপূৰ্ণ ব্যৱস্থা ভাঙি চূড়মাৰ হয়, স্বৰ্গ আৰু মৰ্ত্যই যেন ভীষণ কষ্ট ভোগ কৰে, বিশৃঙ্খলাই যেন চাৰিওফালে আগুৰি ধৰে । এইদৰে মানসিক অশান্তি, জৰ্জৰিত হৈ মগজু বিকল হোৱাতকৈ ডানকানৰ দৰে মৰি কবৰত থকাই বেছি ভাল। আমি নিজৰ শান্তি বিচাৰিবলৈ গৈ যাৰ শান্তিৰ পথ মুকলি কৰি দিলোঁ, সেই ডানকান কবৰত শুই আছে। জীৱনৰ দুশ্চিন্তাৰ অন্তত তেওঁ শান্তিত শুইছে । বিশ্বাসঘাতকতাই কৰিব পৰা চৰম অন্যায় তেওঁৰ প্ৰতি কৰা হৈ গ'ল। এতিয়া সকলো বিপদৰপৰা মুক্ত তেওঁ। তৰোৱাল, বিহ, আত্মীয়ৰ হিংসা নাইবা শত্ৰুৰ সৈন্যই তেওঁৰ শান্তিত আৰু ব্যাঘাত জন্মাব নোৱাৰে।

লেডী মেকবেথ : আহাঁ মৰমৰ স্বামী, মুখৰপৰা, দুশ্চিন্তাৰ ৰেখাবোৰ আঁতৰাই দিয়া। তুমি আজি ভোজ উৎসৱত উজ্জ্বল মুখ আৰু আনন্দ মনেৰে আলহীক আদৰিব লাগিব।

মেকবেথ : প্ৰিয়ে, তুমি কোৱাব দৰেই মই কৰিম। তুমিও তেনেদৰেই ব্যৱহাৰ কৰিব লাগিব। বেঙ্কোৰ প্ৰতি সততে লক্ষ্য ৰাখিবা। তেওঁক খন্তেকলৈকো পাহৰি নাযাবা। দৃষ্টি আৰু কথাৰে সন্মান যাচিবা। আমি বিপদ মুক্ত নোহোৱালৈকে আনক তোষামোদ কৰি হ'লেও মনৰ প্ৰকৃত ভাব ঢাকি ৰাখিব লাগিব।

লেডী মেকবেথ : সেই ভাৰ মোষৰ ওপৰত এৰি দি তুমি নিশ্চিন্ত হোৱা।

মেকবেথ : প্ৰিয়ে, মোৰ মনক বিষধৰ বিছাৰ দৰে দুশ্চিন্তাই নিতে দংশিব লাগিছে। তুমিটো জানা বেঙ্কো আৰু ফ্লিয়েঞ্চ এতিয়াও জীৱিত।

লেডী মেকবেথ : কিমান দিন বাচি থাকিব? সিহঁত অমৰ নহয়।

মেকবেথ : এৰা তাতেই মোৰ শান্তি। সিহঁতক আক্ৰমন কৰিব পাবি। সেইকাৰণেই আনন্দ কৰিব পাৰা। বাদুলিটোৱে গিৰ্জা ঘৰটো এবাৰ ঘূৰি অহাৰ পিছত ক'লা হেকেতৰ আহ্বানত গুবৰুৱাটোৱে সৰু পাখিৰে উৰি উৰি টোপনি অহা ভোঁ ভোঁ শব্দ যেতিয়া কৰিব, তেতিয়া সমাধা হ'ব এটা ভয়ঙ্কৰ কাম।

লেডী মেকবেথ : কি কামনো?

মেকবেথ : প্ৰিয়ে এতিয়া নালাগে জানিব। আগে ঘটক তাৰ পিছত প্ৰশংসা কৰিবা। আহাঁ সোনকালে আঁহা নিশাৰ অন্ধকাৰ ঢাকি পেলোৱা মানুহৰ মনত পুতৌ উপজোৱা পোহৰৰ শেষ কণা কণো। তাৰ পিছত তোমালোকৰ ৰক্তলোলুপ নেদেখা হাতেৰে মোৰ যিজন ভয়ৰ কাৰণ তাৰ (বেঙ্কোৰ) দেহাটো টুকুৰা টুকুৰ কৰি পেলাবা। পোহৰ নাইকিয়া হৈ এন্ধাৰ ঘন হব ধৰিছে কাউৰীবোৰ যাব ধৰিছে কুঁৱলিয়ে আৱৰা বনৰ বাহলৈ। দিনৰ যিথিনি ভাল সিও যেন ভাগৰত জুপুকা লাগিছে। অসৎ নিশাচৰবোৰ ওলাইছে চিকাৰ বিচাৰি। মোৰ কথাই তোমাক আচৰিত কৰিছে নহয় নে প্ৰিয়ে? খন্তেক ধৈৰ্য্য ধৰা। যি হত্যাত আমি লিপ্ত হৈছিলোঁ তাতকৈ ডাঙৰ হত্যাকাণ্ড সংঘটিত হ'ব লাগিব। চিন্তা নকৰিবা। মোৰ লগত ব'লা।

## তৃতীয় দৃশ্য

[ ৰাজপ্ৰাসাদৰ ওচৰৰ উদ্যান। তিনিজন হত্যাকাৰীৰ প্ৰৱেশ ]

প্ৰথম হত্যাকাৰী : কাৰ আদেশত তই আমাৰ সতে লগ লাগিছহি?

তৃতীয় হত্যাকাৰী : মেকবেথৰ।

দ্বিতীয় হত্যাকাৰী : আমি যিদৰে কৰিছোঁ সিও সেইদৰেই কৰিবলৈ নিৰ্দেশ পাইছে যেতিয়া তাক অবিশ্বাস কৰাৰ কাৰণ নাই।

প্ৰথম হত্যাকাৰী : তেন্তে আমাৰ লগতে অপেক্ষা কৰ। পশ্চিম আকাশত অস্তাচলগামী সূৰ্যৰ এতিয়াও আছে শেষ ৰেঙণিৰ বোল। পলম হোৱা যাত্ৰীয়ে ঘোঁৰা চেকুৰাইছে সময়মতে চৰাইঘৰ পাবৰ কাৰণে আৰু যাৰ বাবে, অপেক্ষা কৰিছোঁ তেৱোঁ ওচৰ চাপিব ধৰিছে।

তৃতীয় হত্যাকাৰী : ঘোঁৰাৰ শব্দ শুনিছোঁ।

বেঙ্কো : [ নেপথ্যৰপৰা ] তাত কোন আছা, বাট পোহৰাই দিয়া।

দ্বিতীয় হত্যাকাৰী : তেন্তে তেৱেঁই আছিল। কাৰণ আনবোৰ আলহীতো প্ৰাসাদত ইতিমধ্যে উপস্থিত হৈছেই।

প্ৰথম হত্যীকাৰী : তেওঁ ঘোঁৰাক আওপকীয়া বাটেৰে পঠিয়াই দিছে।

তৃতীয় হত্যাকাৰী : এৰা, প্ৰায় এমাইলৰ বাট, আনবোৰৰ দৰে তেৱোঁ ইয়াৰপৰা খোজ কাঢ়ি যাব।

দ্বিতীয় হত্যাকাৰী : সৌৱা চোৱা আৰিয়াৰ পোহৰ।

[ বেঙ্কো আৰু ফ্লিয়েঞ্চ এটা আৰিয়া লৈ প্ৰৱেশ কৰে ]

বেঙ্কো : আজি নিশা বৰষুণ পৰিব।

প্ৰথম হত্যাকাৰী : মোৰো অস্ত্ৰ বৰষুণৰ দৰেই তোৰ ওপৰত পৰক।

[ সিহঁতে বেঙ্কোক আক্ৰমণ কৰে ]

বেঙ্কো : উহ্ বিশ্বাসঘাতকতা। পলোৱা, পলোৱা ফ্লিয়েঞ্চ পলোৱা পলোৱা। তুমি প্ৰতিশোধ ল'বা। উহ্ নীচ কাপুৰুষ।

[ বেঙ্কোৰ মৃত্যু হয়। ফ্লিয়েঞ্চ পলাই সাৰে ]

তৃতীয় হত্যাকাৰী : কোনে আৰিয়াটো নুমাই দিছিল।

প্ৰথম হত্যাকাৰী : সেই বাটেদিয়েই সি পলাই নগ'লনে?

তৃতীয় হত্যাকাৰী : আমি মাথোন এজনকহে হত্যা কৰিব পাৰিলোঁ। ল'ৰাটো পলাই সাৰিল।

দ্বিতীয় হত্যাকাৰী : আমি কৰিবলগীয়া কামৰ অধিক গুৰুত্বপূৰ্ণখিনিয়ে বাকী ৰৈ গ'ল।

প্ৰথম হত্যাকাৰী : ব'ল যাওঁ এতিয়া। কিমানখিনি কৰা হ'ল তাৰ সম্ভেদ সম্ৰাটক দিওঁগৈ।

## চতুৰ্থ দৃশ্য

[ প্ৰাসসাদৰ এটা কক্ষ। ভোজ উৎসৱৰ আয়োজন সমাপ্ত। এখন গোল মেজৰ চাৰিওফালে আসন পৰা আছে। মেকবেথ, লেডী মেকবেথ, ৰছ, লেনক্স, লৰ্ডসকল আৰু অনুচৰবোৰৰ প্ৰবেশ। লেডী মেকবেথ ৰাজকীয় আসনত বহে। আনসকলে সোমাই তেওঁলোকৰ নিৰ্দিষ্ট আসনত বহে। ]

মেকবেথ : নিজৰ নিজৰ পদ মাৰ্যাদা আপোনালোকে জানে। সেই অনুসাৰে আসন গ্ৰহণ কৰক। সকলোকে আন্তৰিক স্বাগতম জনাইছোঁ।

লৰ্ডসকল : মুকলি অন্তৰেৰে স্বাগতম জনোৱাৰ বাবে ধন্যবাদ হে ৰাজন।

মেকবেথ : মই ৰাজ সন্মানেৰে ভূষিত হ'লেও, সকলোৰে লগত বহি বিনম্ৰ গৃহস্থৰ দৰে আলহী সোধাৰ দ্বায়িত্ব পালন কৰিম। অথিতি সেৱিকা ঘৰৰ গৃহীণিয়ে ৰাজকীয় আসন গ্ৰহণ কৰিছে, সময় হ'লে তেওঁ আহি আমাক স্বাগতম জনাব।

লেডী মেবেথ : স্বামী। মোৰ হৈ সকলো বন্ধুকে মোৰ আন্তৰিক স্বাগতম জনোৱা।

মেকবেথ : চোৱাঁ তেওঁলোকে আন্তৰিকতাৰে তোমাৰ স্বাগতমৰ সঁহাৰি জনাইছে। মেজৰ দুয়োকাষৰ আসনবোৰত বহা আলহীৰ সংখ্যা

সমান সমান। ইয়াতে সোঁমাজতে মই মোৰ আসন গ্ৰহণ কৰিছোঁ।

[ দুৱাৰৰ ওচৰত প্ৰথম হত্যাকাৰীক দেখা যায় ]

মুক্তভাৱে সকলোৱে স্ফূৰ্তি কৰক। এতিয়া এবাৰ আমি সুৰাৰ পাত্ৰ ভৰাই ল'ম।

[ দুৱাৰৰ ওচৰলৈ আহি হত্যাকাৰীক ফুচফুচাই কয় ]

তোমাৰ মুখত দেখোন তেজৰ চেকা?

হত্যাকাৰী : এয়া তেন্তে বেঙ্কোৰ তেজ।

মেকবেথ : তেওঁ ভিতৰলৈ আহি ভোজত যোগ দিয়াতকৈ তুমি বাহিৰত থকাটো মোৰ বাবে বেছি মঙ্গলজনক।

[ অন্য-অৰ্থ এই তেজ তেওঁৰ ধমনীত ৰৈ থকাতকৈ তোমাৰ মুখত লাগি থকাটো মোৰ বাবে বেছি মঙ্গলজনক ]

বেঙ্কো নিহত হ'লনে?

হত্যাকাৰী : প্ৰভু তেওঁৰ ডিঙি কাটি দিয়া হৈছে এই কাম ময়েই সমাধা কৰিছোঁ।

মেকবেথ : তুমি তেন্তে ডিঙিকটাত আটাইতকৈ পাৰদৰ্শী। তথাপি স্বীকাৰ কৰিম ফ্লিয়েঞ্চৰো একে দশা যিজনে কৰিছে তেৰোঁ সমকক্ষ তোমাৰ। তুমি যদি সেই কাম কৰিছা তেন্তে তুমি তুলনাবিহীন।

হত্যাকাৰী : মহাৰাজ, ফ্লিয়েঞ্চ পলাল।

মেকবেথ : নিজকে নিজে তেন্তেতো ভয়ৰ কঁপনিয়ে পুনৰ মোৰ শক্তি হৰণ কৰিব। ফ্লিয়েঞ্চৰো মৃত্যু হোৱা হ'লে মই নিশ্চিন্ত হ'লোঁহেঁতেন।, নিখুঁত হ'লোঁহেঁতেন—এডোখৰ বগা মাৰ্বলৰ দৰে, দৃঢ় হ'লোঁহেঁতেন শিলৰ দৰে। চৌপাশে বিয়পি থকা বতাহৰ দৰে মুক্ত হ'লোঁহেঁতেন। কিন্তু হায়। এতিয়া অপমানৰ কালিমা সনা ভয় আৰু সন্দেহে মোৰ হাত-ভৰি বান্ধি মোক নিশ্চল কৰিছে। [ হত্যাকাৰীক ] আৰু বেঙ্কোৰ মৃত্যুৰ সম্বন্ধে তোমাৰ কোনো সন্দেহ নাইনে?

হত্যাকাৰী : মূৰত কুৰিটা মেল খাই থকা জখম লৈ নলাত পৰি আছে মৃত দেহ। এই কুৰিটাৰ আটাইতকৈ সৰুটোৱেই মৃত্যুৰ কাৰণ হ'ব পাৰিলেহেঁতেন।

মেকবেথ : যি কৰিছা তাৰ বাবে ধন্যবাদ। [ নিজকে নিজে কয় ] বুঢ়া সাপ বেঙ্কো পৰি আছে নিহত হৈ। কিন্তু পলাই যোৱা সাপৰ পোৱালি

ফ্লিয়েঞ্চৰ ভৱিষ্যৎ বিহ দাত গজিব; যদিও এতিয়া সেই দাঁত গজা নাই তাৰ। [ হত্যাকাৰীক ] এতিয়া যোৱা; কাইলৈ পুনৰ লগ হ'ম।

[ হত্যাকাৰীৰ প্ৰস্থান ]

লেডী মেকবেথ : স্বামী, ভোজৰ বাবে অহা নিমন্ত্ৰিত আলহীসৱক আন্তৰিক সম্ভাষণ জনোৱা নাই কিয়? আদৰ সম্ভাষণ জনাই সোধ-পোছ কৰি নাথাকিলে ৰাজকীয় ভোজ হৈ পৰে হোটেলত আহাৰ গ্ৰহণ কৰাৰ দৰেই। খোৱাটোৱে মুখ্য হোৱা হ'লে ঘৰতেই দেখোন সকলোৱে খাব পাৰিলেহেঁতেন, ৰাজহুৱা ভোজ উৎসৱত আদৰ সম্ভাষণেহে আলহীক আপ্যায়িত কৰে। এনে আপ্যায়ন নাথাকিলে ভোজমেল হৈ পৰে অতিকে নিৰস।

মেকবেথ : মিঠা মাতেৰে সোঁৱৰাই দিয়া মোৰ প্ৰিয়তমা তুমি কোৱা দৰেই কৰিব। [ আলহীসকলক ] আমাৰ ভোকে যেন হজমি শক্তিক সহায় কৰে । উভয়ে যেন কৰে স্বাস্থ্যৰ উন্নতি।

লেনক্স : আহক প্ৰভু, অনুগ্ৰহ কৰি আসন গ্ৰহণ কৰক।

[ বেঙ্কোৰ প্ৰেতাত্মা সোমাই আহি মেকবেথৰ আসনত বহে ]

মেকবেথ : মহান বেঙ্কো আহি পোৱাহেঁতেন একেটা ঘৰতে স্কটলেণ্ডৰ সম্ভ্ৰান্ত সকলোৰে উপস্থিতিয়ে ভোজ সমাৰোহৰ সৌষ্ঠৱ বঢ়ালেহেঁতেন। কোনো দুৰ্ঘটনা ঘটাৰ কাৰণে সমবেদনা জনোৱাতকৈ নিমন্ত্ৰণ ৰক্ষা কৰাৰে সৌজন্য নথকাৰ বাবে তেওঁক দোষাৰোপ কৰিবলৈ হে মই বেছি ভাল পাম।

ৰছ : প্ৰভু। তেওঁৰ অনুপস্থিত হোৱাটো কথা দি কথা নৰখাৰ দৰে; আৰু তাৰ বাবে তেওঁেই দায়ী। আহক সম্ৰাট আমাৰ মাজত বহি আমাক সন্মানিত কৰকহি।

মেকবেথ : কিন্তু সকলোবোৰ আসনতে দেখোন আলহী বহি আছে।

লেনেক্স : [ মেকবেথৰ বাহিৰে আনে নেদেখা বেঙ্কো বহি থকা মেকবেথৰ আসনখনলৈ আঙুলিয়াই ]

এইখন আসন আপোনাৰ বাবে আছুতীয়াকৈ ৰখা হৈছে ৰাজন।

মেকবেথ : ক'ত?

লেনক্স : এয়া, এইখন মহাৰাজ; কিহে বাৰু আপোনাক ইমান বিচলিত কৰিছে ৰাজন?

[ বেঙ্কোৰ প্ৰেতাত্মাক দেখি ]

মেকবেথ : তোমালোকৰ কোনে এই কাম কৰিছা?
লৰ্ডসকল : কি কাম প্ৰভু?
মেকবেথ : [ বেঙ্কোৰ প্ৰেতাত্মাক ] এই কাম ময়ে কৰিছোঁ বুলি নক'বি। তোৰ তেজ লাগি থকা চুলিবোৰ মোৰ ফালে জোকাৰি নিদিবি।
ৰছ : ডাঙৰীয়াসকল, উঠক সম্রাটৰ শৰীৰ অসুস্থ।
লেডী মেকবেথ : বহক, সন্মানিত বন্ধুসকল বহক। মোৰ স্বামীৰ মাজে মাজে এনে হৈয়ে থাকে। ডেকাকালৰপৰাই এইদৰে ভুগিছে। অনুৰোধ কৰিছোঁ আপোনালোক বহক। খন্তেকীয়া এই অসুখ এতিয়াই ভাল হৈ যাব। তেওঁলৈ চাই থাকিলে তেওঁৰ প্ৰতি অন্যায় কৰা হ'ব। তেওঁৰ অসুখ বাঢ়িহে যাব। তেওঁলৈ লক্ষ্য নকৰি আপোনালোকে খাই থাকক।
[ মেকবেথৰ ওচৰলৈ আহি ককৰ্থনাৰ সুৰত ফুচ-ফুচাই কয় ] মানুহ নহয়নে তুমি?
মেকবেথ : এৰা মানুহ! সঁচাকৈ সাহসী মানুহ। যি দৃশ্যই চয়তানকো ভয় খুৱায় তাকো মই দুই চকুৰে চাই থাকিবলৈ সাহ কৰিব পাৰোঁ।
লেডী মেকবেথ : বাজে নবকিবা। মনৰ ভয়ত এই ভূতৰ সৃষ্টি। ডানকানক হত্যা কৰিবলৈ আমন্ত্ৰণ কৰা বুলি কোৱা বতাহত ভাহি থকা সেই ড্যাগাৰখন দেখাৰ দৰে এতিয়াও ভয়তে দৃষ্টি বিভ্ৰম ঘটিছে তোমাৰ। অদ্ভুত এনে ব্যৱহাৰ। এনে ভীতি ভাব যথাৰ্থ নহয়। এইবোৰে জাৰকালি জুহালৰ গুৰিত বহি কোৱা বুঢ়ী আইতাৰ সাধুৰহে সমল যোগাব। বৰ লাজ লগা কথা। তোমাৰ মুখৰ বৰণ শেঁতা পৰিছে কিয়? যিহকে নোকোৱা, তুমি যি দেখিছা সেইখন এখন চকী, তাত কোনো বহি থকা নাই।
মেকবেথ : মই অনুৰোধ কৰিছোঁ, তাত কি আছে চোৱাঁ। এই ভয় লগা দৃশ্যৰ বিষয়ে তোমাৰ অভিমত কি? [প্ৰেতাত্মাক] মই তোক ভয় নকৰোঁ। তই যদি মূৰ জোকাৰিব পাৰ, নিশ্চয় কথাও ক'ব পাৰ। মৰাশবোৰ এইদৰে কবৰৰপৰা যদি উঠি আহিব পাৰে তেন্তে কবৰ নিদি শ'বোৰ কাউৰ-শগুণক খাব দিব লাগে। যাতে সিহঁতৰ পেটেই হয় সেইবোৰৰ প্ৰকৃত কবৰ। [প্ৰেতাত্মা অদৃশ্য হয়]
লেডী মেকবেথ : যুক্তিহীন কল্পনাত সম্বিত হেৰুৱাইছা নেকি?

মেকবেথ : মই ইয়াত থিয় হৈ থকা কথাটো যদি সঁচা হয় তেন্তে তাক দেখাটোও সঁচা।

লেডী মেকবেথ : এনে ব্যৱহাৰৰ বাবে তুমি লাজ পোৱা উচিত।

মেকবেথ : অতীতত আইনৰ শাসনে যেতিয়া আমাক সভ্য কৰা নাছিল, তেতিয়াও হত্যা সংঘটিত হৈছিল; ভীষণ ভয় লগা হত্যাকাণ্ড, কিন্তু সেই সময়ত কাৰোবাক মূৰ ভাঙি হত্যা কৰিলে তাৰ মৃত্যুৰ লগেলগেই ঘটনাৰ অন্ত পৰিছিল। কিন্তু এতিয়াও মূৰত কুৰিটা ভীষণ আঘাত পাই নিহত হোৱা মানুহটোৱে পুনৰ উঠি আহি আমাক আমাৰ চকীৰপৰা আঁতৰাই দিয়ে। ভয় লগা হত্যাকাণ্ডতকৈও এইটোহে বেছি অদ্ভুত কথা।

লেডী মেকবেথ : মহান স্বামী। সম্ভ্ৰান্ত অতিথিসকলে তোমাৰ বাবে অপেক্ষা কৰিছে।

মেকবেথ : [সংযত হবলৈ চেষ্টা কৰি] কৰ্তব্য পাহৰাৰ বাবে মই দুঃখিত। সজ বন্ধুসকল মোক দেখি আচৰিত নহব। মোৰ এটা আচৰিত ৰোগ আছে। মোক যিসকলে জানে তেওঁলোকে ইয়াত গুৰুত্ব নিদিয়ে। আহক আমি আৰম্ভ কৰোঁ। মই আপোনালোকৰ স্বাস্থ্য কামনা কৰি সুৰা পান কৰিম। তাৰ পাছত আপোনালোকৰ লগতে কৰিম আসন গ্ৰহণ। মোক আৰু সুৰা দিয়া। পাত্ৰ পূৰ্ণ কৰি সুৰা ঢালি দিয়া। মই ইয়াত উপস্থিত থকা সকলোৰে আৰু অনুপস্থিত থকা মৰমৰ সুহৃদ বেঙ্কোৰ স্বাস্থ্য আৰু আনন্দ কামনা কৰি সুৰা পান কৰিছোঁ। তেওঁ ইয়াত থকা হ'লে মই বৰ ভাল পালোহেঁতেন। আপোনালোকৰ আৰু তেওঁৰো সৰ্বাঙ্গীন মঙ্গল কামনা কৰি আনন্দ মনেৰে এয়া মই সুৰা পান কৰিছোঁ।

লৰ্ডসকল : মহাৰাজ! আপোনাৰ স্বাস্থ্য কামনা কৰাৰ লগতে আপোনালৈ আমাৰ অনুগত সেৱা আগবঢ়াই আমিও — এয়া পাত্ৰ মুখত তুলি লৈছোঁ। [প্ৰেতাত্মাৰ পুনৰ প্ৰৱেশ]

মেকবেথ : [প্ৰেতাত্মাক দেখি] যা—গুচি যা। মোৰ চকুৰপৰা আঁতৰ হ। পৃথিৱীয়ে তোক লুকুৱাই ৰাখক। তোৰ হাড়বোৰ সাৰশূন্য, তেজ চেঁচা হৈ গ'ল। যি চকু দুটাৰে মোলৈ চাই আছ, সেই দুটা দৃষ্টিশক্তিহীন।

লেডী মেকবেথ : সম্ভ্ৰান্ত লৰ্ডসকল। ধৰি লওক এনে কৰাটো তেওঁৰ অভ্যাসত পৰিণত হৈছে। ই আন একো নহয়। ভোজমেলৰ আনন্দ উৎসৱত বিঘিনি ঘটালে মাথোন।

মেকবেথ ঃ মানুহে কৰিবলৈ সাহ কৰা সকলো কামকে মই কৰিব পাৰোঁ। মই ভীৰু নহয় [প্ৰেতাত্মাক] আহ সমুখলৈ আহ , ভয়ঙ্কৰ নোমাল ৰুছীয় ভালুকৰ দৰে আহ—খৰ্গ থকা গঁড়ৰ দৰে নাইবা আহ হাইৰ্কেনিয়াৰ হিংস্ৰ বাঘৰ দৰে। যি কোনো ৰূপ ধৰিয়ে নাহ, তোৰ মুখামুখি হ'বলৈ ভয় নকৰোঁ মই। মোৰ দৃঢ় ধমনীত কেতিয়াও কঁপনি নুঠে। নাইবা পাৰ যদি আহ জীৱন্ত ৰূপ লৈ। আক্ৰমণ কৰ মোক কোনোবা নিৰ্জান ঠাইত, তোৰ প্ৰত্যাহ্বান যদি নকৰোঁ গ্ৰহণ, তেতিয়া ক'বি দুৰ্বল মই, জন্ম লভিছোঁ অপৰিণত বয়সৰ মাতৃৰ গৰ্ভত। ভয় লগা ছাঁ মূৰ্তি, অবাস্তৱ মায়া প্ৰহসন আঁতৰি যা মোৰ সমুখৰপৰা। [প্ৰেতাত্মা অদৃশ্য হয়] গ'ল। আচৰিত কথা যোৱাৰ পাছতে সম্বিত ঘূৰাই পালোঁ। পুনৰ নিজতে মানুহ যেন লগা হ'ল। অনুৰোধ কৰিছোঁ আপোনালোক বহক।

লেডী মেকবেথ ঃ তুমি আনন্দত বিঘিনি ঘটালা। মনৰ বিকাৰগ্ৰস্ত অদ্ভুত ব্যৱহাৰেৰে এই ভোজমেল ভাঙি দিলা।

মেকবেথ ঃ গ্ৰীষ্মকালীন ডাৱৰৰ দৰে এই অদ্ভুত কথাবোৰে আমাক আগুৰি ধৰিব আৰু আমি আচৰিত নহ'ম, ইও সম্ভৱ নে? এনে দৃশ্য দেখিও তোমাৰ গালৰ গুলপীয়া ৰং একেদৰে আছে, মোৰ দৰে শেঁতা হোৱা নাই। সেয়ে নিজৰ ব্যৱহাৰকে নিজৰ ওচৰত মোৰ আচহুৱা যেন লাগি গৈছে।

ৰছ ঃ কি দৃশ্য প্ৰভু!

লেডী মেকবেথ ঃ অনুৰোধ কৰিছোঁ কথা নক'বা। তেওঁৰ অৱস্থা লাহে লাহে বেয়াৰ ফালে গৈছে। প্ৰশ্ন সুধিলে তেওঁৰ খং উঠে। সেয়ে মই সকলোকে বিদায় সম্ভাষণ জনাইছোঁ। পদমৰ্যাদা অনুসাৰে কোন কাৰ পিছত যাব লাগে তাক নাভাবি সোনকালে গুচি যাওক আপোনাসকল।

লেনক্স ঃ সম্ৰাটৰ স্বাস্থ্যৰ যেন উন্নতি হয়।

লেডী মেকবেথ ঃ পৰম আন্তৰিকতাৰে শুভৰাত্ৰি মৰ্য়ো সকলোকে জনাইছোঁ। [আলহীসকল হল ঘৰৰপৰা ওলাই যায়]

মেকবেথ ঃ তাক তেজ লাগে। মানুহে কয় হত্যাৰ মূল্য হত্যাৰে দিব লাগে। শিলেও বোলে ঠাই সলায়, গছেও হেনো কথা কয়, হত্যাৰ

গুপ্ত ৰহস্য প্ৰকাশ কৰে। ভৱিষ্যৎ বক্তাই কিছুমান চৰাইৰ দৰে সংকেত অনুসাৰে ৰহস্য কৰে উদ্‌ঘাটন। এতিয়া নিশা কিমান হ'ল?

লেডী মেকবেথ : এন্ধাৰ আৰু পোহৰৰ বিবাদ চলিছে, কোন জিকে কোন হাৰে কোৱা টান। [এতিয়া দোকমোকালি]

মেকবেথ : মেকডাফে আমাৰ ভোজ উৎসৱত উপস্থিত থাকিবলৈ অমান্তি হোৱাৰ বিষয়ে তোমাৰ অভিমত কি?

লেডী মেকবেথ : তেওঁক তুমি নিমন্ত্ৰণ কৰিছিলা জানো?

মেকবেথ : নাই কৰা। আনে কৰা শুনিছোঁ। কিন্তু তাক এতিয়াই মাতি আনিম। মোৰ অধীনত থকা উচ্চ বিষয়া প্ৰত্যেকজনৰে ঘৰত গুপ্তচৰ নিয়োগ কৰিছোঁ। কাইলৈ পুৱা মই ডাইনীবোৰৰ ওচৰলৈ যাম। মোৰ বিষয়ে আৰু কথা সিহঁতে ক'বই লাগিব। যি কোনো উপায়ে জানিবলৈ মই দৃঢ় সংকল্প লৈছোঁ। যিমানেই বেয়া নহওক মই জানিবই লাগিব। স্বাৰ্থ সিদ্ধিৰ বাবে সকলো বাধা মই ওফৰাই দিম। তেজৰ বোৱাইছোঁ নৈ, সেই সোঁতত যদি আগবাঢ়ি নাযাওঁ, যোৱাৰ দৰে উভতি অহাও কঠিন হৈ পৰিব। অদ্ভুত আঁচনি কিছুমান প্ৰস্তুত কৰিছোঁ। এইবোৰ কাৰ্যত পৰিণত কৰিম আনে সন্দেহ কৰাৰ আগতে।

লেডী মেকবেথ : তোমাৰ টোপনিৰ বৰ প্ৰয়োজন। যি টোপনি মানুহৰ মনৰ উদ্বেগ আঁতৰোৱাৰ উত্তম ঔষধ।

মেকবেথ : ব'লা শুবলৈ যাওঁ। এনে হত্যাকাণ্ডত আগতে লিপ্ত হোৱা নাছিলো কাৰণে ভীত মনটোক সহজতে অনুশোচনাই আগুৰি ধৰে। প্ৰথম অপৰাধী আমি। এনে কাম আৰম্ভ কৰিছোঁ মাথোন। অভ্যাসত পৰিণত হ'লে মন ডাঠ হ'ব। [ প্ৰস্থান ]

## পঞ্চম দৃশ্য

[ মৰুভূমি সদৃশ নিজান ঠাই। ধুমুহা ঢেৰেকনি।
ডাইনী তিনিজনীয়ে প্ৰৱেশ কৰি সিহঁতৰ ৰাণী হেকেতক লগ ধৰে ]

প্ৰথম ডাইনী : কি হ'ল হেকেত? খং উঠিছে কিয়?

হেকেত : অৱশিষ্ট উদ্ধত কুৎচিত বুঢ়ী
নাইনে কাৰণ খং উঠাৰ?

ডাইনী বিদ্যাৰ গৰাকিনী
অসৎ কামৰ ষড়যন্ত্রী
মোক নকৈ তইঁতে কিয়
সাঁথৰৰ জাল গুঁঠিলি—
মেকবেথৰ সতে কথা পাতিলি
ডাইনী বিদ্যা দেখুৱাবলৈ
মোক তইঁতে সুবিধা নিদিলি?
তাতোকৈ কথা বেয়া কৰিলি
সিযে আমাক শ্ৰদ্ধা নকৰি
নিজৰ কথাকে থাকে ভাবি
হিংসুক খঙাল বিপথগামী
আগতে তইঁতে নুবুজিলি।
ঠিক আছে বাৰু
প্ৰায়শ্চিত্ত কৰিবি,
আৰকেৰণৰ গুহাত
পুৱাই মোক লগ ধৰিবি।
সি তালৈ আহিব
ভাগ্যৰ কথা জানিব খুজিব
পানী উতলাই সাজু থাকিবি
গোটাবি সকলো মন্ত্ৰৰ সঁজুলি
যাওঁ এতিয়া মই বতাহত উৰি
আজি নিশাটো কটাম জাগি
প্ৰস্তুত কৰিম মৃত্যুৰ আঁচনি।
মাজ নিশাৰ আগে আগে
কাম এটা কৰিব লাগে
জোনৰ চকুত লাগি থকা
গধুৰ এটা বাষ্পপিণ্ড
পৰোঁ পৰোঁ হৈ আছে
মাটিত পৰাৰ আগতে
মই তাক ধৰিম—
যাদু বিদ্যাৰ শোধন কৰি
ময়াপী শক্তি সৃষ্টি কৰিম

ভ্ৰান্তিত সি ডুবগৈ
উচ্ছন্ন হ'ব উচ্ছন্ন হ'ব।
আওকাণ কৰি ভাগ্যৰ লিখন
জ্ঞান সততাক বিসৰ্জন দিব
মৃত্যুলৈকো ভয় নকৰিব
উচ্চাকাঙ্ক্ষাক আগঠাই দিব।
তইঁতেতো জানই—
মানুহৰ ডাঙৰ শত্ৰু
নিৰাপত্তাই নিৰাপত্তাই;
আমাৰ হাতত পৰাজনৰ
নিস্তাৰ নাই নিস্তাৰ নাই।
[ নেপথ্যত সঙ্গীত আৰু এটি গীত
"গুচি আহা গুচি আহা" ]
শুন! মোক মাতিছে
মোৰ ক্ষুদ্ৰ প্ৰেতটোৱে
ডাঠ কুঁৱলীৰ আঁৰত বহি
মোলৈকে যি ৰৈ আছে।
[ হেকেতৰ প্ৰস্থান ]

প্ৰথম ডাইনী : আহ খৰ কৰোঁ ভণ্টি
তাই এতিয়াই আহিব উভতি। [ প্ৰস্থান ]

## ষষ্ঠ দৃশ্য

[ ফোৰেছ। ৰাজপ্ৰাসাদ। লেনক্স আৰু আন এজন লৰ্ডৰ প্ৰৱেশ ]

লেনক্স : মোৰ আগৰ কথাখিনিয়ে আপোনাৰ মনৰ ভাববোৰ ছুইহে গৈছে। সেইবোৰৰ আৰু ব্যাখ্যা সম্ভৱ। মই মাত্ৰ ইয়াকে দোহাৰিম যে অদ্ভুত ধৰণে ঘটনাবোৰ ঘটিব ধৰিছে। দয়ালু সম্ৰাট ডানকানৰ প্ৰতি মেকবেথে কৰিছিল সহানুভূতি প্ৰকাশ, কিন্তু মেৰীৰ শপত তেওঁক মৃত পোৱা গ'ল। আৰু বোমভোলা সাহসী বেঙ্কোই অসময়ত নিশা খোজ কাঢ়ি ফুৰিছিল, কি হ'ল তাৰ ফল? যদি ইচ্ছা কৰে ক'ব পাৰে ফ্লিয়েন্সে তেওঁক হত্যা কৰিছে কাৰণ

ফ্লিয়েঞ্চ পলাই গ'ল। বৰ বেছি নিশালৈকে মানুহে খোজ কাঢ়ি ফুৰা উচিত নহয়। কোনে বাৰু নাভাবি থাকিব পাৰে মেলকম আৰু ডোনালবেনৰ পক্ষে তেওঁলোকৰ মহান পিতাকক হত্যা কৰা নৃশংস কাম? অভিশপ্ত ঘটনা এইবোৰ। এই ঘটনাই মেকবেথক কিমান যে দুখ-বেজাৰ নিদিছিল! খঙৰ উত্তেজনাত আৰু এনে অৱস্থাত কোন সৎলোকৰনো খং নুঠি পাৰে—মদৰ নিচাত বিভোৰ, টোপনিৰ দাস সেই হত্যাকাৰী দুটাক তেওঁ ডোখৰ ডোখৰ কৰা নাছিলনে বাৰু? এই কামত জানো পোৱা নাছিল তেওঁৰ মহত্ত্ব প্ৰকাশ। জ্ঞানীৰ দৰেই তেওঁ কাম কৰিছিল সেই মানুহ দুটাই হত্যা কৰা নাই বুলি কোৱা হ'লে যি কোনো মানুহৰে খং উঠিল হয়। সেয়ে মই পুনৰ দোহাৰিছোঁ কামবোৰ তেওঁ সমাধা কৰিছে বৰ নিয়াৰিকৈ। মই ভাবোঁ, ডানকানৰ ল'ৰা দুটাক যদি কৰায়ত্ত কৰিব পাৰিলেহেঁতেন ভগৱানে নকৰক, সিহঁতেও বুজিলেহেঁতেন পিতাকক হত্যা কৰা কি ভীষণ কথা। ফ্লিয়েঞ্চেও শিকনি পালেহেঁতেন বাৰুকৈয়ে, কিন্তু মুকলিভাৱে কথা নপতাই ভাল। আমি মুখ বন্ধ কৰি ৰখাই উচিত। কাৰণ মই শুনিছোঁ অত্যাচাৰীৰ ভোজৰ আমন্ত্ৰণ উপেক্ষা কৰাৰ লগতে নিজৰ মনৰ কথা মুকলিভাৱে ব্যক্ত কৰাৰ কাৰণে মেকডাফে শাস্তি ভুগিছে। ক'ব পাৰেনে এতিয়া ক'ত আছে তেওঁ।

লৰ্ড : অত্যাচাৰীয়ে জন্মগত উত্তৰাধিকাৰ-স্বত্ব হৰণ কৰা মেলকম আছে গৈ ইংলণ্ডৰ ৰজাৰ আশ্ৰয়ত। তাত ধাৰ্মিক ৰজা এড্‌ৱাৰ্ডে তেওঁক আদৰিছে এনে মৰমেৰে যে ভাগ্যৰ বিড়ম্বনা ভুগিবলগীয়া হ'লেও তেওঁ ৰাজসন্তানৰ প্ৰাপ্য সন্মানৰপৰা বঞ্চিত হোৱা নাই। মেকডাফো তালৈকে গৈছে ধাৰ্মিক ৰজাক প্ৰাৰ্থনা জনাবলৈ। যাতে নৰ্‌দাম্‌বাৰলেণ্ডৰ আৰ্ল আৰু সাহসী চিউৱাৰ্ডে মেলকমক সহায় কৰে। এওঁলোকৰ সহায়ত আৰু ভগৱানৰ আশীৰ্বাদত কাম সিদ্ধি হ'লে আমি হয়তো পুনৰ শান্তিৰে খাব আৰু শুব পাৰিম। হত্যাকাৰীৰ ছুৰিৰ আঘাতৰ কাৰণে ভয় নকৰি পাৰিম ভোজ-মেলৰ আনন্দ উপভোগ কৰিব। পাৰিম ন্যায্য সম্ৰাটক আনুগত্য জনাব আৰু মুকলি অন্তৰেৰে তেওঁ দিয়া পুৰস্কাৰ গ্ৰহণ কৰিব। কিন্তু হায়! এইবোৰৰ এতিয়া নিতান্তই অভাৱ ঘটিছে। এই বাতৰিয়ে মহাৰাজক ইমান শঙ্কিত কৰিছে যে তেওঁ প্ৰস্তুতি চলাইছে যুদ্ধৰ কাৰণে।

লেনক্স : তেওঁ মেকডাফক মাতিছিল নে?

লৰ্ড : মাতিছিল। কিন্তু "মই নাযাওঁ" কথাযাৰ শুনি দূতে মনে মনে কৈছিল এই অপমানসূচক উত্তৰ কঢ়িয়াই নিয়াৰ দায়িত্ব দিয়াৰ কাৰণে তুমি অনুতাপ কৰিব লাগিব।

লেনক্স : এই ঘটনাই আমাৰ বন্ধু মেকডাফক যিমানদূৰ সম্ভৱ মেক-বেথৰপৰা আঁতৰি থাকি সাৱধান হ'বলৈ যেন সকীয়াই দিয়ে। কোনোবা পৱিত্ৰ দেৱদূতে যেন মেকডাফ গৈ পোৱাৰ আগতে ইংলণ্ডৰ ৰজাৰ ওচৰলৈ মেকডাফৰ বক্তব্য কঢ়িয়াই নিয়ে। অত্যাচাৰীৰ শাসনত নিৰ্যাতিত আমাৰ দেশখনে সোনকালে যেন মুক্তিৰ আশিস্ লভে।

## চতুৰ্থ অঙ্ক

### প্ৰথম দৃশ্য

[ এটা গুহা। সোঁমাজত উতলা পানীৰ কেৰাহী। ধুমুহা ঢেৰেকনি। ডাইনী তিনিজনীৰ প্ৰৱেশ ]

প্ৰথম ডাইনী : গাত আঁচ থকা মেকুৰীটোৱে
মিউ মিউৱালে তিনিবাৰ।

দ্বিতীয় ডাইনী : কেঁটেলা পহুটোৱে
চিএৰি বিনালে চাৰিবাৰ।

তৃতীয় ডাইনী : সময় হ'ল বুলি
চিএৰি আছে সি,
মোৰ লগৰী হাৰপীয়াৰ।

প্ৰথম ডাইনী : উতলা পানীৰ কেৰাহীটোৰ
ঘূৰোঁ আহা চাৰিওফালে,
বিহ লগোৱা নাড়ী-ভুঁড়িবোৰ
দিওঁ পেলাই তালে।
প্ৰথমে পেলাওঁ ভেকুলীটো
শীতল শিলৰ তলত থাকে
যাৰ গাৰ ঘামেৰে বিহ ওলায়
মজা হ'ব পাই সিজালে।

সকলোৱে : দুগুণ চাৰিগুণ কষ্ট বাঢ়ক
জুই জ্বলক জুই জ্বলক
কেৰাহীৰ পানী উতলি উতলি
টকবক কৰক টকবক কৰক।

দ্বিতীয় ডাইনী : জলাহত পোৱা সাপৰ এডোখৰ
কেৰাহীৰ পানীত উতলি সিজক।
বাদুলিৰ নোম কুকুৰৰ জিভা,
পলুৰ শুং সাপৰ ফণা,
জেঠিৰ ভৰি ফেঁচাৰ ডেউকা।
পেলাই দিওঁ উতলি সিজক
যাদুৰ সৃষ্টিৰে অন্যায় কৰক
নৰকৰ আঞ্জা তৈয়াৰ হওক।

সকলোৱে : দুগুণ চাৰিগুণ কষ্ট বাঢ়ক
জুই জ্বলক জুই জ্বলক
কেৰাহীৰ পানী উতলি উতলি
টকবক কৰক টকবক কৰক।

তৃতীয় ডাইনী : কুকুৰনেচীয়াৰ দাঁত
ড্ৰেগনৰ চোকোৰা,
ডাইনীৰ শৱ
দৰবত থোৱা —
তিমিৰ পেট
আৰু খাদ্য নলী,
হেমলকৰ শিপা
আঁউসীত উভলি —
ঈশ্বৰ নমনা
ইহুদীৰ যকৃত —
তাৰ লগতে
ছাগলীৰ পিত্,
ইউগছৰ ছাল
[ চন্দ্ৰ ] গ্ৰহণত তোলা,
টাৰ টাৰ টুৰ্কীৰ
ওঁঠ নাক আনা —

জন্মৰ পিছতে
বেশ্যাই মাৰি
নলাত পেলোৱা
কেঁচুৱাৰ আঙুলি,
বাঘৰ নাড়ী
তাত মিহলাই,
ডাঠ কৰা
আঞ্জা উতলাই।

সকলোৰে : দুগুণ চাৰিগুণ কষ্ট বাঢ়ক
জুই জ্বলক জুই জ্বলক
কেৰাহীৰ পানী উতলি উতলি
টকবক কৰক টকবক কৰক।

দ্বিতীয় ডাইনী : বান্দৰৰ তেজেৰে চেঁচা কৰা
যাদু-মন্ত্ৰৰ শক্তি বঢ়োৱা।

হেকেত : বেছ কৰিছা!
শ্ৰমৰ বাবে কৰিছোঁ প্ৰশংসা
সকলোৰে লাভৰ ভাগ পাবা
এতিয়া কেৰাহীৰ চাৰিওকাষে
ঘূৰি ঘূৰি নাচা পৰীৰ দৰে,
তাত পেলাইছা বস্তু যি যি
বঢ়োৱা তাৰ সম্মোহিনী শক্তি।
[ সিহঁতে গীত গায়। হেকেতৰ প্ৰস্থান ]

দ্বিতীয় ডাইনী : মোৰ বুঢ়া আঙুলি খজুৱাইছে
চয়তান এটা আহিব লাগিছে,
সি দুৱাৰত টুকুৰিয়াইছে
তাক তলাটো খুলিদে।
[ মেকবেথৰ প্ৰৱেশ ]

মেকবেথ : মাজনিশা গোপনে চক্ৰান্ত কৰা,
ক'লা কুৎসিত বুঢ়ী কি কৰিছা তোমালোকে?

সকলোৰে : কৰিছোঁ আমি নাম নোহোৱা কাম।

মেকবেথ : তোমালোকৰ যাদু বিদ্যাৰ নামত, মই প্ৰত্যাহ্বান জনাইছোঁ।
যেনেকৈয়ে নাজানা নাজাগে মোৰ প্ৰশ্নৰ উত্তৰ দিয়া। গিৰ্জাৰ

বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ বতাহক এৰি দিলেও সাগৰৰ উত্তাল তৰঙ্গই জাহাজবোৰ ডুবাই দিলেও, পূৰঠ নোহোৱা ধানৰ আগবোৰক ভাঙি পেলালেও, দুৰ্গাবোৰ ৰক্ষীৰ ওপৰত বাগৰি পৰিলেও, প্ৰাসাদ আৰু পিৰামিড মাটিৰ লগত মিলি গ'লেও, ধ্বংস হৈ গ'লেও প্ৰকৃতিৰ বস্তু-বাহি মোক মোৰ প্ৰশ্নৰ উত্তৰ দিয়া?

প্ৰথম ডাইনী : সোধা।

দ্বিতীয় ডাইনী : দাবী কৰা।

তৃতীয় ডাইনী : আমি উত্তৰ দিম।

প্ৰথম ডাইনী : শুনিবা আমাৰ মুখৰপৰা নে গৰাকীৰ মুখৰপৰা?

মেকবেথ : তেওঁলোকক মাতা, মই চাম।

প্ৰথম ডাইনী : নিজৰ পোৱালি
নটা খোৱা,
সেই গাহৰিৰ তেজ
এতিয়া দিম জুইত ঢালি।
আৰু ঢালি দিম
ঘাম মিহলি ডিঙিৰ তেল তাৰ
ফাঁচী কাঠৰ যি হত্যাকাৰী।

সকলোৱে : ডাঙৰ আৰু সৰু
সকলো আহাঁ,
স্বৰূপ দেখুৱাই
নিজ কাম কৰা

[ঢেৰেকনিৰ শব্দৰ লগে লগে অস্ত্ৰসজ্জিত এটা মূৰ দেখা যায়]

মেকবেথ : হে আনামি শক্তি, মোৰ প্ৰশ্নৰ উত্তৰ দিয়া।

প্ৰথম ডাইনী : নুসুধিবা একো প্ৰশ্ন তুমি
তেওঁ সকলো জানে
কি কয় মাথোঁ শুনি যোৱা
নিৰ্বিষ্ট মনে।

প্ৰথম ভূত : মেকবেথ, মেকবেথ, মেকবেথ—
মেকডাফৰপৰা সাৱধান হ'বা
সাৱধান হ'বা ফাইফৰ থেইনৰপৰা
বহু শুনিলা তুমি,
মোক এতিয়া বিদায় দিয়া। [অদৃশ্য হয়]

মেকবেথ ঃ তুমি যিয়েই নোহোৱা নালাগে, ধন্যবাদ জনাইছোঁ মই তোমাৰ সাৱধান-বাণীৰ কাৰণে মোৰ শঙ্কাৰ কাৰণ ক'ত ঠিকেই ধৰিছা কিন্তু আৰু মাথোন এটা প্ৰশ্ন—

প্ৰথম ডাইনী ঃ তেওঁক তুমি আদেশ নিদিবা
তেওঁতকৈ বেছি শক্তিশালী
আন এজন চোৱা।
[দ্বিতীয় ভূত। তেজেৰে ৰাঙলী এটা শিশু]

দ্বিতীয় ভূত ঃ মেকবেথ! মেকবেথ। মেকবেথ।

মেকবেথ ঃ মোৰ তিনিখন কাণ থকা হ'লে আটাইকেইখনেই শুনিলেহেঁতেন তোমাৰ কথা নিবিষ্ট মনেৰে।

দ্বিতীয় ভূত ঃ তেজৰ পিয়া বঢ়াই দিয়া
সাহসী আৰু দৃঢ় হোৱা
মানুহৰ শক্তিক হাঁহি হাঁহি অৱজ্ঞা কৰা
অন্যায় কৰিব নোৱাৰে কোনেও
তিৰোতাই জন্ম দিয়া।
[অদৃশ্য হয়]

মেকবেথ ঃ তেন্তে মেকডাফ তুমি বাচি থাকিব পাৰা
তোমাক ভয় কৰাৰ কোনো কাৰণ নাই
তথাপি নিশ্চন্ত হ'বলৈ
তোমাক হত্যা কৰিবই লাগিব।
উদ্বেগ আৰু দুশ্চিন্তাত মূৰ্খৰ দৰে দিন
নকটাই বিপদৰ মাজতো যাতে শান্তিত
শুব পাৰোঁ সেই বাবে।
[ঢেৰেকনিৰ মাজত তৃতীয় ভূতক দেখা যায়। শিৰত মুকুট পিন্ধা আৰু হাতত গছৰ ঠাল এটা লৈ থকা এটি শিশু]

মেকবেথ ঃ এয়া কি উঠি আহিছে? শিশুৰ শিৰত ৰজাৰ মুকুট, দেখিবলৈ ৰজাৰ নিচিনা।

সকলোৱে ঃ কি কয় শুনা, প্ৰশ্ন নকৰিবা।

তৃতীয় ভূত ঃ সিংহৰ দৰে হোৱা শক্তিমান
আৰু অহঙ্কাৰীও হোৱা
কোনে বুলিছে শাসন বেয়া

ষড়যন্ত্র কৰি-কোনে তুলিছে অভিযোগ
জনাৰ হেঁপাহ আঁতৰাই তুমি
এনেয়ে বহি থাকা।
মেকবেথৰ পৰাজয় নাই
যেতিয়ালৈকে বিৰনাম বননি
তেওঁৰ বিৰুদ্ধে যুঁজিবলৈ
ডানচিনেন পাহাৰ আহি নাপায়।

মেকবেথ : তেনে হোৱাটো অসম্ভৱ কথা, কোনে এখন বননিক মানুহৰ আদেশ শুনাবলৈ বাধ্য কৰিব পাৰে? কোনে পাৰে গছক নির্দেশ দিব মাটিত সোমাই থকা শিপা উভালি পেলাবলৈ? সুন্দৰ ভৱিষ্যৎ-বাণী! বঢ়িয়া কথা। বিৰনাম বননিৰ গছবোৰে শিপা উঘালি নেপেলোৱালৈকে, সভাসদসকলে যেন বিদ্রোহ নকৰে, সম্ভ্ৰমৰ উচ্চ শিখৰত থকা মেকবেথে স্বাভাৱিকভাৱে লাভ কৰক পূর্ণ জীৱন আৰু তাৰ পিছত মৰণশীল মানৱৰ অৱশ্যম্ভাৱী পৰিণতি মৃত্যুক বৰণ কৰক স্বাভাৱিকভাৱে। তথাপি আৰু এটা কথা জানিবলৈ অন্তৰ ব্যাকুল হৈছে মোৰ। কোৱা, বেঙ্কোৰ সন্তানবোৰে কেতিয়াবা এই দেশ শাসন কৰিবনে?

সকলোৱে : আৰু বেছি জানিবলৈ ইচ্ছা নকৰিবা।

মেকবেথ : মই জানিবলৈ দৃঢ় প্রতিজ্ঞ। মোক যদি নোকোৱা, তেন্তে চিৰন্তন অভিশাপে তোমালোকক গ্রাস কৰিব। মোক জানিবলৈ দিয়া, কিয় সেই উতলা পানীৰ কেৰাহী নামিব ধৰিছে।
[তূর্যধ্বনি হয়]
কিহৰ শব্দ সেয়া?

প্রথম ডাইনী : দেখুৱাই দিয়া।

দ্বিতীয় ডাইনী : দেখুৱাই দিয়া।

তৃতীয় ডাইনী : দেখুৱাই দিয়া।

সকলোৱে : দেখুৱাই দি তেওঁৰ মনত দুখ জগাই তোলা, ছাঁৰ দৰে আহি ছাঁৰ দৰে গুচি যোৱা।
[আঠজন ৰজাৰ এটা সমদল পাৰ হৈ যায়। শেষৰজনৰ হাতত এখন দাপোণ। সমদলক অনুসৰণ কৰে বেঙ্কোৰ প্রেতাত্মাই। তাকে দেখি মেকবেথে কয়]

মেকবেথ : তুমিও দেখিবলৈ বেঙ্কোৰ প্ৰেতাত্মাৰ দৰে। মোৰ দৃষ্টিৰ আগৰপৰা আঁতৰি যোৱা। তোমাৰ ৰাজমুকুটে মোৰ চকু দহিছে। [সমদলৰ প্ৰত্যেকজনকে এজন এজনকৈ]

মেকবেথ : দ্বিতীয়জনৰ সোণৰ মুকুট পিন্ধা মূৰৰ চুলি প্ৰথমজনৰ দৰেই।- তৃতীয়জনৰো মিল আছে আগৰজনৰ সতে। কুৎসিত জীৱবোৰ! কিয় মোক এইবোৰ তইঁতে দেখুৱাইছ? উহ্ এই চতুৰ্থজনক দেখি এনেহে লাগিছে যেন চকু দুটা মোৰ কোটৰৰপৰা ওলাই আহিব। কি? এই সমদল মহাপ্ৰলয়ৰ দিনলৈকে চলিয়েই থাকিবনে? আৰু এজনে দেখা দিছে? সপ্তমজনে এইবাৰ! নাই মই আৰু নাচাওঁ। তথাপি দেখা দিছে অষ্টমজনে। এইজনৰ হাতত এখন দাপোণ। দাপোণখনে মোক দেখুৱাইছে আন বহুতো ৰজাক। তাৰে কিছুমানে স্কটলেণ্ড আৰু ইংলেণ্ড আৰু আয়াৰলেণ্ডৰ ৰাজদণ্ড হাতত লৈছে। এই দৃশ্য বৰ ভয় লগা। তথাপি যি দেখিছোঁ সকলো সঁচা। চুলিত তেজ লাগি থকা বেঙ্কোৰ প্ৰেতাত্মাই মোৰ ফালে চাই হাঁহি হাঁহি মূৰ্তিবোৰক দেখুৱাই দিছে তাৰেই বংশধৰ বুলি। [মূৰ্তিবোৰ অন্তৰ্ধান হয়] এইবোৰ সঁচানে?

প্ৰথম ডাইনী : হয় ডাঙৰীয়া। আটাইবোৰ সঁচা।
কিয় তুমি ইমান আচৰিত হৈছা?
ভণ্টি আহাঁ স্ফূৰ্তি কৰোঁ
তেওঁৰ নিৰাশা আঁতৰাই দিওঁ
সঙ্গীত ৰচিম মই যাদুৰ বলেৰে
ঘূৰি ঘূৰি নাচা ছন্দেৰে
ৰজাই যেন স্বীকাৰ কৰে
স্বাগত জনাইছোঁ তেওঁক অনুগত মনে।
[সঙ্গীতৰ ধ্বনিৰ সৈতে ডাইনীবোৰে নৃত্য কৰে। তাৰ পিছত হেকেতৰ লগতে অদৃশ্য হয়]

মেকবেথ : ক'ত সিহঁত? গ'লগৈ নে? এই অতি বেয়া সময়খিনি ঘৃণনীয় বুলি যেন স্বীকৃত হয়। কোন আছা বাহিৰত, সোমাই আহাঁ। [লেনক্সৰ প্ৰবেশ]

লেনক্স : মহাৰাজে কি বিচাৰিছে?

মেকবেথ : ভাগ্যদেৱী তিনিগৰাকীক দেখিছিলানে?

লেনক্স : নাই দেখা প্ৰভু।

মেকবেথ : যাবৰ সময়ত তেওঁলোক জানো যোৱা নাছিল তোমাৰ কাষেদি?

লেনক্স : নাই যোৱা প্ৰভু।

মেকবেথ : বিষাক্ত হওক সেই বতাহ, যিহৰ মাজেদি সিহঁত গুচি গ'লগৈ; যি সিহঁতক বিশ্বাস কৰে, অভিশপ্ত হওক তেওঁলোক। ঘোঁৰা চেকুৰাই অহা শব্দ শুনিছিলোঁ। কোন আহিছিল?

লেনক্স : দুজন নে তিনিজন দূত আহিছে মেকডাফ ইংলণ্ডলৈ পলাই যোৱা সংবাদ সম্রাটক দিবলৈ।

মেকবেথ : সঁচানে? তেওঁ ইতিমধ্যে ইংলেণ্ডলৈ পলাই গ'লেইনে?

লেনক্স : হয় প্ৰভু।

মেকবেথ : [স্বগত] ভয়াবহ আঁচনি কাৰ্যত পৰিণত কৰিবলৈ সময় নাপালোঁ। ভাবি থাকোঁতেই খৰ গতিত সময় পাৰ হৈ গ'ল। শত্ৰু পলাই সাৰিল। এই মুহূৰ্তৰপৰা ভবাৰ লগে লগেই কামটো কৰিম। আৰু এতিয়াও যি কৰিম বুলি ভাবিছোঁ ততালিকে তাক সমাধা কৰিম। মেকডাফৰ দুৰ্গ অতৰ্কিতে আক্ৰমণ কৰি, বাজেয়াপ্ত কৰিম তাৰ ফাইফৰ সকলো সম্পত্তি, হত্যা কৰিম তাৰ পত্নীক, তাৰ সন্তানক আৰু তাৰ সকলো আত্মীয়ক। ই মূৰ্খৰ মিছা অহঙ্কাৰ নহয়। মোৰ সংকল্প দুৰ্বল হোৱাৰ আগতে তাক কাৰ্যত পৰিণত কৰিম; কিন্তু সেই দৃশ্যবোৰ আৰু কদাপি নাচাওঁ। ক'ত সেই দূতবোৰ? মোক লৈ ব'লা সিহঁতৰ ওচৰলৈ।
[প্ৰস্থান]

## দ্বিতীয় দৃশ্য

[ মেকডাফৰ দুৰ্গ। লেডী মেকডাফ, তেওঁৰ ল'ৰা আৰু ৰছৰ প্ৰৱেশ ]

লেডী মেকডাফ : স্বামীয়ে কি অপৰাধ কৰিছে যে দেশৰপৰা তেওঁ যাব লগা হ'ল?

ৰছ : ধৈৰ্য তুমি ধৰিব লাগিব।

লেডী মেকডাফ : তেওঁ কিন্তু ধৈৰ্য্য ধৰা নাছিল। পলাই যোৱাটো তেওঁৰ বলিয়ালি মাথোন। কামে নহয়, ভয়েহে ভাবিবলৈ বাধ্য কৰিব আমি বিশ্বাসঘাতক বুলি।

ৰছ : বিজ্ঞতা নে ভয়, কিহে তেওঁক এনে কাম কৰিবলৈ সকীয়াই দিলে সেই কথা তুমিতো নাজানা।

লেডী মেকডাফ : বিজ্ঞতা! যি ঠাইৰপৰা নিৰাপত্তা বিচাৰি নিজে পলাই গ'ল, তাত নিজৰ তিৰোতা, সন্তান, ঘৰ-সম্পত্তি এইদৰে এৰি থৈ যোৱাটো জানো বিজ্ঞতাৰ চিন? তেওঁ আমাক ভাল নাপায়। তেওঁৰ মনত স্বাভাৱিক মৰমকণো নাই। নিচেই সৰু দহিকতৰা চৰাইটোৱেও ফেঁচাৰ আক্ৰমণৰপৰা বাহত থকা নিজৰ পোৱালিক ৰক্ষা কৰিবলৈ যুঁজ দিয়ে। তেওঁৰ মনত মাথোন ভয়হে আছে, মৰম লেশমানো নাই; যুক্তিহীন এই কাৰ্যই তেওঁৰ বিজ্ঞতাৰ দিয়া নাই কোনো পৰিচয়।

ৰছ : অনুৰোধ কৰিছোঁ, মৰমৰ ভনটী, ধৈৰ্য নেহেৰুৱাবা। স্বামী তোমাৰ মহৎ, বিজ্ঞ, সুবিবেচক। সময়ৰ চকৰি কেনেকৈ ঘূৰিছে তেওঁ জানে ভালদৰে। আৰু বেছি কোৱাৰ সাহস মোৰ নাই। এইখিনি হ'লে ক'ম, আমাৰ বাবে এই সময় অতিকৈ নিষ্ঠুৰ। কি অপৰাধ কৰিছোঁ তাক নাজানো, অথচ পালোঁ বিশ্বাসঘাতকী আখ্যা। ভয়তে গুজৱক সঁচা বুলি ভাবোঁ, ভয়ৰ প্ৰকৃত কাৰণ নাজানো। সাগৰৰ উত্তাল তৰঙ্গত খাগৰি ওপঙাৰ দৰে ভীষণ ভয়ে আমাক এঠাইৰপৰা আন ঠাইলৈ নিয়ে। এতিয়া মই যাওঁ। অনতিপলমে পুনৰ লগ ধৰিম; এইদৰে বেছিদিন চলি থাকিব নোৱাৰে। শীৰ্ষ পৰ্যায়ত উপনীত হ'লে উদ্বেগৰ অন্ত পৰিব, নাইবা ঘটনাই ভালৰ ফালে ঢালখাই আগৰ ৰূপ ল'ব। [শিশুকণক মৰম কৰি] মৰমৰ ধুনীয়া ভাইটি ভগৱানে যেন তোমাক আশীৰ্বাদ কৰে।

লেডী মেকডাফ : পিতাক জীয়াই থাকোঁতেই সি হৈ পৰিল পিতৃহীন শিশুৰ দৰে।

ৰছ : ইয়াত বেছিপৰ থকাটোৱে মোৰ মূৰ্খামিৰহে পৰিচয় দিব। ই হ'ব মোৰ বাবে অপমানসূচক আৰু তোমাৰ অশান্তিৰ কাৰণ। মই যাওঁ ততালিকে। [প্ৰস্থান]

লেডী মেকডাফ : বোপাই অ' তোৰ পিতাৰৰ মৃত্যু হ'ল। তই এতিয়া কৰিবি কি? জীয়াই থাকিবি কেনেকৈ?

ল'ৰা : চৰাইবোৰ যেনেকৈ থাকে আই।

লেডী মেকডাফ : পোক-মাখি খান জীয়াই থাকিবিনে?

ল'ৰা : যি পাম তাকে খাম সিহঁতৰ দৰে।

লেডী মেকডাফ : চৰাই পোৱালিকণ দেহি! তই ফান্দিৰ জাল আৰু ফান্দৰ কাৰণে নকৰনে ভয়?

| | | |
|---|---|---|
| ল'ৰা | ঃ | কিয়নো ভয় কৰিম আই? সৰু সৰু পোৱালিবোৰ ধৰিবলৈ কোনেও ইচ্ছা নকৰে। তুমি যিহকে নোকোৱা নালাগে, পিতাৰ মৃত্যু হোৱা নাই। |
| লেডী মেকডাফ | ঃ | মই জানো, তেওঁৰ মৃত্যু হৈছে। মৃত পিতাকৰ ঠাই কিদৰে তই পূৰণ কৰিবি? |
| ল'ৰা | ঃ | নহয়, হেৰোৱা স্বামীৰ ঠাই কিদৰে পূৰাবা তাক তুমি আগতে কোৱাচোন বাৰু। |
| লেডী মেকডাফ | ঃ | মোৰনো কিহৰ চিন্তা? যিকোনো বজাৰৰপৰাই মই কুৰিজন স্বামী কিনি আনিব পাৰিম। |
| ল'ৰা | ঃ | তাৰমানে তুমি তেওঁলোকক কিনি আনিবা পুনৰ বেচি দিবলৈ? |
| লেডী মেকডাফ | ঃ | বয়স হিচাপে তই বৰ বুধিয়ক হ'লি। |
| ল'ৰা | ঃ | বাৰু আই, মোৰ পিতা সঁচাকৈয়ে বিশ্বাসঘাতকীনে? |
| লেডী মেকডাফ | ঃ | হয়, পোনাকণ! |
| ল'ৰা | ঃ | বিশ্বাসঘাতক মানে কি আই? |
| লেডী মেকডাফ | ঃ | যিজনে শপত খাই শপত ভঙ্গ কৰে তেওঁকেই বিশ্বাসঘাতকী বোলে। |
| ল'ৰা | ঃ | সকলো বিশ্বাসঘাতকীয়েই তেনে কৰেনে? |
| লেডী মেকডাফ | ঃ | যি তেনে কৰে তেৱেঁই বিশ্বাসঘাতক আৰু তেওঁলোকক ফাঁচি দিব লাগে। |
| ল'ৰা | ঃ | যি শপত কৰি শপত নাৰাখে তেনে সকলোকে ফাঁচি দিব লাগেনে আই? |
| লেডী মেকডাফ | ঃ | হয় লাগে। |
| ল'ৰা | ঃ | কোনে ফাঁচি দিব? |
| লেডী মেকডাফ | ঃ | সৎ মানুহে। |
| ল'ৰা | ঃ | তেন্তে বৰ মূৰ্খ সেই মিছলীয়া আৰু শপত খোৱাবোৰ। কাৰণ মিছলীয়া আৰু শপত খোৱা মানুহৰ সংখ্যা সৎলোকতকৈ ইমান বেছি যে তেওঁলোকে সৎলোকক মাৰি কিলাইপাৰে দেখোন ফাঁচি দি দিবলৈ। |
| লেডী মেকডাফ | ঃ | মোৰ অতি বুধিয়ক কিন্তু দুৰ্ভগীয়া সোণটি, ভগৱানে তোক সহায় কৰক। কিন্তু পিতাৰক হেৰোৱা কথাটো তই কেনেকৈ সহ্য কৰিবি ! |
| ল'ৰা | ঃ | তেওঁৰ মৃত্যু হোৱা হ'লে তুমি কান্দিলাহেঁতেনে। তোমাক নকন্দা দেখি বুজিছোঁ লক্ষণ ভালেই। মই সোনকালে নতুন পিতা এজন পাম। |

লেডী মেকডাফ : দুৰ্ভগীয়া বৰ কথকী, কেনেকৈ যে কথাবোৰ কয়?
[এজন দূতৰ প্ৰৱেশ]

দূত : ভগৱানে আপোনাৰ মঙ্গল কৰক। মোক আপুনি চিনি নাপায়। কিন্তু আপোনাৰ সন্মানীয় পদবীৰ সতে পৰিচিত মই। মোৰ সন্দেহ হৈছে কিবা বিপদে আপোনাক অনতিপলমে আগুৰি ধৰিব। মোৰ দৰে সাধাৰণ মানুহ এটাৰ যদি পৰামৰ্শ লয়, তেন্তে ইয়াত আৰু নাথাকিব। ল'ৰাকণক লৈ ততালিকে এই ঠাই ত্যাগ কৰক। এইদৰে ভয় দেখুৱাৰ বাবে মোক বৰ্বৰ যেন লাগিব পাৰে। কিন্তু এই বাতৰি নিদিলে বেয়া হ'ব তাতোকৈ বেছি। যি বিপদ আহিব লাগিছে তাৰ দৰেই নিষ্ঠুৰ হ'ব এই কাম। ভগৱানে আপোনাক ৰক্ষা কৰক। মই আৰু ইয়াত থাকিবলৈ সাহস নকৰোঁ। [প্ৰস্থান]

লেডী মেকডাফ : মই ক'লৈ পলাম, মইতো কাৰো কোনো অনিষ্ট কৰা নাই। কিন্তু মোৰ এই ধাৰণা মূৰ্খামি মাথোন। এতিয়া বুজিব পাৰিছোঁ মই এনে এখন পৃথিৱীত আছোঁ য'ত আনৰ অনিষ্ট কৰিলে প্ৰশংসা পায়। ভাল কৰাটোৱে বিপদহে মাতি আনে। সেয়ে যদি হয় তেন্তে কাৰো অন্যায় কৰা নাই বুলি ক'লে মোৰ লাভ হ'ব কি?
[হত্যাকাৰীৰ প্ৰৱেশ]

লেডী মেকডাফ : কোন এইবোৰ?

প্ৰথম হত্যাকাৰী : তোৰ স্বামী ক'ত?

লেডী মেকডাফ : মই আশা কৰোঁ এনে কোনো অপবিত্ৰ ঠাইত তেওঁ নাই য'ত তোমালোকৰ দৰে মানুহে বিচাৰি পাব।

প্ৰথম হত্যাকাৰী : তেওঁ ৰাজদ্ৰোহী, বিশ্বাসঘাতক।

ল'ৰা : কুৎসিত চয়তান, তই মিছা কথা কৈছ।
[ড্যাগাৰেৰে আঘাত কৰি]

প্ৰথম হত্যাকাৰী : বিশ্বাসঘাতকীৰ সন্তান!

ল'ৰা : মোক সি হত্যা কৰিলে আই। তুমি পলাই যোৱা, পলাই যোৱা।
[মৃত্যু হয়]
[লেডী মেকডাফে 'হত্যা' 'হত্যা' বুলি চিঞৰি দৌৰি ওলাই যায়। হত্যাকাৰীবোৰে তেওঁক অনুসৰণ কৰে]

## তৃতীয় দৃশ্য

[ ইংলেণ্ডৰ ৰাজপ্ৰাসাদৰ সমুখত মেলকম আৰু মেকডাফৰ প্ৰৱেশ ]

মেলকম ঃ ব'লক কোনোবা নিজান ঠাইলৈ গৈ আমাৰ দুখৰ বোজা পাতলাওঁ।

মেকডাফ ঃ তাতকৈ, জোৰে মুঠি মাৰি ধৰোঁ, এই মৰণ-অসি দেশপ্ৰেমিকৰ দৰে নিৰ্যাতিত জন্মভূমিৰ ৰক্ষাৰ হেতুকে। স্কটলেণ্ডৰ ঘৰে ঘৰে প্ৰতি পুৱা সদ্য বিধৱা নাৰী আৰু মাউৰা শিশুৰ কৰুণ কান্দোনে আৰু নতুন দুখৰ কাহিনীয়ে স্বৰ্গৰো অন্তৰ স্পৰ্শ কৰিছে। স্বৰ্গয়ো জনাইছে যেন বাণী সমবেদনাৰ।

মেলকম ঃ যিটো বিশ্বাস কৰোঁ তাৰ বাবে বেজাৰ কৰিম আৰু যিটো সত্য বুলি জানো তাকো বিশ্বাস কৰিম। যিহৰ প্ৰতিকাৰ কৰাটো সম্ভৱ, শক্তিয়ে কুলায় মানে ছেগ চাই কৰিম তাৰ প্ৰতিকাৰ। আপুনি যি কথাবোৰ কৈছে সেইবোৰ বোধকৰোঁ সঁচা। যি অত্যাচাৰীৰ নাম ল'লেই আমাৰ জিভাত পানীজ্বোলা উঠে, যি এসময়ত ন্যায়নিষ্ঠ বুলি জনাজাত আছিল আপুনিও তেওঁক ভাল পাইছিল, তেওঁ এতিয়াও আপোনাক পীড়ন কৰা নাই। মোৰ বয়স কম। কোনে জানে, খঙাল দেৱতাৰ আগত বলি আগবঢ়াই সন্তুষ্ট কৰাৰ দৰে আপুনিও হয়তো মোৰ দৰে দুৰ্বল নিঃস্ব যুৱকক অত্যাচাৰীৰ হাতত গটাইদি তেওঁৰপৰা পুৰস্কাৰ পোৱাটোকে সমীচীন বুলি ভাবিব পাৰে।

মেকডাফ ঃ মই বিশ্বাসঘাতক নহওঁ।

মেলকম ঃ কিন্তু মেকবেথ বিশ্বাসঘাতক। এজন ধাৰ্মিক ভাল মানুহ ৰজাৰ নিৰ্দেশত পথভ্ৰষ্ট হ'বও পাৰে। মোক ক্ষমা কৰিব, মই জানো মোৰ ধাৰণাই আপোনাৰ প্ৰকৃতিক সলনি কৰিব নোৱাৰে। দেৱদূতসকলৰ চৰিত্ৰ উজ্জ্বল সঁচা, কিন্তু উজ্জ্বলতম লুচিফাৰৰো পতন হৈছিল। যদিও সকলো অসৎলোকেই দেখাত ভাল হ'ব পাৰে, তথাপি সৎ যিজন তেওঁক সৎ যেন লাগিব লাগে।

মেকডাফ ঃ এতিয়া দেখিছোঁ মোৰ আৰু কোনো আশা নাই।

মেলকম ঃ বোধকৰোঁ সেই কাৰণেই মোৰ সন্দেহ হৈছিল। আপুনি কিয় আপোনাৰ অতি মৰমৰ ল'ৰা-তিৰোতাক বিদায় নোলোৱাকৈয়ে

এইদৰে ততাতৈয়াকৈ এৰি গুচি আহিল? মই অনুৰোধ কৰিছোঁ ভুল নুবুজিব। মোৰ সন্দেহেৰে মই আপোনাক অসন্মান কৰিব খোজা নাই। নিজৰ নিৰাপত্তাৰ চিন্তাইহে মোক এইদৰে সন্দেহ কৰিবলৈ বাধ্য কৰিছে। মই যিহকে নাভাবোঁ নালাগে, আপোনৰ উদ্দেশ্য সৎ হ'বও পাৰে।

মেকডাফ : হায় মোৰ দুৰ্ভগীয়া দেশ! তেজেৰে ৰাঙলী হোৱা। অত্যাচাৰী! তোৰ শক্তিৰ বুনিয়াদ দৃঢ়তৰ কৰ। কোনো সৎ দেশপ্ৰেমিকেই তোক বাধা দিবলৈ সাহস নকৰে। ৰাজকীয় গৰ্বেৰে কৰিছা প্ৰজা নিপীড়ন। বিদায় প্ৰভু! অত্যাচাৰীৰ হাতৰ মুঠিত থকা সমগ্ৰ স্কটলেণ্ড আৰু ঐশ্বৰ্যশালী পূব প্ৰান্ত লগতে পালেও আপুনি সন্দেহ কৰা দুৰ্জনৰ দৰে কাম মই কেতিয়াও নকৰোঁ।

মেলকম : খং নকৰিব। আপোনাক ভয় কৰি এইবোৰ কথা মই কোৱা নাই। মই বিশ্বাস কৰিছোঁ আমাৰ দেশ অত্যাচাৰীৰ শাসনত নিপীড়িত বুলি। মই জানো দেশ-মাতৃকাই কান্দিছে, তেজেৰে ৰাঙলী হৈছে, আঘাতৰ ওপৰত কৰা নতুন আঘাতে জৰ্জৰিত কৰিছে তেওঁক। মই ইয়াকো জানো যে তাৰ লগতে মোৰ দাবীৰ হকে যুঁজোতা মানুহো ওলাব। ইংলণ্ডৰ দয়ালু ৰজা এডৱাৰ্ডে বহুতো সৈন্যেৰে মোক সহায়ো কৰিব। কিন্তু কি হ'ব তাৰ ফলাফল? অত্যাচাৰীৰ গৰ্বিত শিৰ ভৰিৰে গচকিলেও নাইবা তাক তৰোৱালেৰে খুঁচি দাণ্ডি ধৰিলেও, মোৰ দুৰ্ভগীয়া দেশৰ নিকাৰ নকমে। যিজন আজিৰ অত্যাচাৰীৰ আসনত বহিব তেওঁ আৰু বেছি পাপী, প্ৰজা নিপীড়নৰ নতুন উপায় উলিয়াব তেওঁ।

মেকডাফ : কোন সেই শাসক?

মেলকম : সেইজন মই নিজেই, যাৰ মাজত বিশ্বৰ সকলো পাপ এইদৰে নিহিত হৈ আছে যে সেইবোৰে পোখা মেলিলে কুৎসিত চয়তান মেকবেথকো বৰফৰ দৰে নিকা যেন লাগি যাব। আৰু মোৰ সীমাহীন কুকীৰ্ত্তিৰ সতে তুলনা কৰি মোৰ দুৰ্ভগীয়া দেশে মেকবেথক নিমাখিত ভেড়া বুলি ক'ব।

মেকডাফ : ভয়াবহ নৰকৰ অসংখ্য অসৎ প্ৰেতৰ মাজতো মেকবেথক চেৰ পেলাব পৰা কাকো বিচাৰি নাপাব।

মেলকম : মই স্বীকাৰ কৰোঁ মেকবেথ তেজপিয়া দস্যু, চৰিত্ৰহীন, লোভী, প্ৰৱঞ্চক, বিশ্বাসঘাতক, খণ্ডাল, হিংসাপৰায়ণ। সকলো ধৰণৰ

পাপৰ প্ৰতীক। কিন্তু মোৰ সাগৰ সদৃশ কামুক প্ৰবৃত্তিৰ কোনো তলি নাই। মোৰ লালসাই সকলো বাধা দিব ওফৰাই। মোৰ দৰে শাসকতকৈ মেকবেথ হাজাৰ গুণে শ্ৰেয়।

মেকডাফ : সীমাহীন অসংযম অত্যাচাৰৰে আন এটা ৰূপ। বহুতো শক্তিশালী নৃপতি আৰু সাম্ৰাজ্যৰ এই কাৰণতে অকালতে পতন ঘটিছে তাক জানো; কিন্তু সেইবুলি নিজৰ ৰাজ্য পুনৰ উদ্ধাৰ কৰিবলৈ ভয় নকৰিব। লালসাক হেঁপাহ পলুৱাই আপুনি নিৰলে চৰিতাৰ্থ কৰি বাহিৰত নিজকে সৎ বুলি দেখুৱাই প্ৰজাক প্ৰবঞ্চনা কৰা টান কথা নহয়।

মেলকম : কামুক প্ৰবৃত্তিৰ লগতে ধনৰ প্ৰতি এনে লোভ মোৰ আছে যে উচ্চপদস্থসকলৰ মাটি সম্পত্তি ৰাজকীয় শক্তিৰে কাঢ়ি আনি নিজৰ কৰি ল'ব পাৰোঁ। মুকুতা-মাণিক, ৰত্নৰাজিৰ আৰু ঘৰবাৰীৰ স্বত্বৰপৰাও তেওঁলোকক পাৰোঁ বঞ্চিত কৰিব। এনেকৈয়ে লোভৰ মাত্ৰা বাঢ়ি যাব; আৰু মই সৎ আৰু অনুগতসকলৰ লগতো সম্পদৰ বাবে অযথা কাজিয়া কৰি তেওঁলোকক ধ্বংসও কৰিব পাৰোঁ।

মেকডাফ : মই স্বীকাৰ কৰোঁ যে ধনৰ প্ৰতি এই লোভে মনৰ গহনলৈকে শিপায় আৰু যৌৱনৰ লালসাতকৈ বেছিদিন স্থায়ী হয় আৰু ইয়াকো জানো যে ইয়াৰ কাৰণেই অতীতত বহুতো নৃপতি হৈছে নিহত। তথাপি ভয় নকৰিব। আপোনাৰ কামনা পূৰণ কৰিবলৈ নিজৰখিনিৰ উপৰিও স্কটলেণ্ডৰ যথেষ্ট সম্পদ আছে। আপোনাৰ আন যি গুণ আছে তাৰ কথা ভাবিলে এইবোৰ দোষ সহ্য কৰিব পাৰি।

মেলকম : কিন্তু মোৰ যে কোনো গুণেই নাই। ন্যায়পৰায়ণতা, সততা, মিতাচাৰ, স্থিৰতা, বদান্যতা, অধ্যৱসায়, দয়া, নম্ৰতা, ধাৰ্মিকতা, ধৈৰ্য, সাহস, সহিষ্ণুতা, ৰজাৰ থাকিবলগীয়া গুণবোৰ মোৰ ভালেই নালাগে। মোৰ ইচ্ছামতে কাম কৰিব পাৰিলে মই মধুৰ একতা ভাবক নৰকত নিক্ষেপ কৰিলোঁহেঁতেন, শান্তিক সংঘৰ্ষেৰে জৰ্জৰিত কৰি বিনষ্ট কৰিলোঁহেঁতেন পৃথিৱীৰ সকলো সংহতি।

মেকডাফ : হায় স্কটলেণ্ড !

মেলকম : কওক এনে এজন মানুহ শাসন কৰাৰ কাৰণে উপযুক্ত জানো? যিদৰে কৈছোঁ মই মানুহটো ঠিক সেই ধৰণৰে।

মেকডাফ : শাসন কৰাৰ উপযুক্ত বুলি সুধিছেনে? উপযুক্ত নহয় সি জীয়াই থাকিবলৈকে। দুৰ্ভগীয়া মোৰ দেশ। তেজেৰে ৰাঙলী কৰি নিজ তৰোৱাল অত্যাচাৰী বহিছে সিংহাসনত। কেতিয়া যে শান্তিৰ দিন পুনৰ উভতি আহিব? যিজন সিংহাসনৰ প্ৰকৃত অধিকাৰী তেৱেঁই যেতিয়া নিজৰ দুৰ্বলতা প্ৰকাশ কৰি বংশ পৰম্পৰাত কালিমা সানিছে আমাৰ কোনো আশা নাই, কোনো ভৰসা নাই। কোঁৱৰ, আপোনাৰ পিতা আছিল ঋষি সদৃশ। আপোনাৰ মাতৃ সাম্ৰাজ্ঞীয়ে কামনা-বাসনা জলাঞ্জলি দি পবিত্ৰ জীৱন যাপনৰ বাবে উপাসনা কৰি কটাইছিল দিন। বেছ, বিদায় এতিয়া। যিবোৰ দোষ নিজৰ ওপৰত আপুনি জাপি দিছে সেইবোৰেই মোক মুক্তিৰ পথ বিচাৰি স্কটলেণ্ডৰপৰা গুচি আহিবলৈ বাধ্য কৰিছিল। আজি মই সম্পূৰ্ণ হতাশ হ'লোঁ। নিশ্চিত জানিলোঁ মাতৃভূমিৰ মুক্তিৰ পথ চিৰদিনলৈ ৰুদ্ধ হৈ গ'ল।

মেলকম : আপোনাৰ অন্তৰৰ এই অকৃত্ৰিম শোকে মোৰ সকলো সংশয় আঁতৰাই দিছে। সন্দেহৰ কণামাত্ৰও নাই। আপোনাৰ নিষ্ঠাত মই প্ৰত্যয় মানিছোঁ। নীচ চয়তান মেকবেথে মোক প্ৰলুব্ধ কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু নোৱাৰিলে। সেয়ে সাংসাৰিক জ্ঞানে মোক বিৰত কৰে কাৰেবোবাক টপৰাই বিশ্বাস কৰাৰপৰা। ঈশ্বৰ অন্তৰ্যামী। তেওঁ বিচাৰ কৰক আমাৰ মনৰ কথা। এই মুহূৰ্তৰপৰা আপোনাৰ নেতৃত্ব মই কৰিছোঁ গ্ৰহণ। মোৰ বিষয়ে মই যি কৈছিলোঁ সকলো উঠাই ল'লোঁ। মোৰ তেনেবোৰ দোষ অকণিকে নাই। এতিয়ালৈকে অহাই নাই মই নাৰীৰ সংসৰ্গত। মোৰ যি আছে তাকো সম্পূৰ্ণভাৱে পাবলৈ মই বাঞ্ছা কৰা নাই। মই শপত ভংগ কৰা নাই। চয়তানৰ কথা জানিলে তেওঁৰ বন্ধুৰ আগতো ব্যক্ত নকৰোঁ কেতিয়াও। সত্য আৰু জীৱন দুয়োটাতে সমানে আন্দ পাওঁ। মই নিজৰ কথা আপোনাক যি কৈছিলোঁ সেয়া হ'ল, জীৱনত মোৰ প্ৰথম মিছা কথা কোৱা। মই আপোনাৰ আৰু দুৰ্ভগীয়া দেশৰ সেৱাত নিষ্ঠাৰে নিজকে উৎসৰ্গ কৰিছোঁ। দৰা চলতে আপুনি অহাৰ আগতে প্ৰস্তুত কৰিছোঁ কামৰ আঁচনি। নৰ্দামবাৰলেণ্ডৰ আৰ্ল বৃদ্ধ চিউৱাৰ্ডে সুসজ্জিত দহ হেজাৰ সৈন্যেৰে আমাক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিছে।

যাত্ৰাৰ বাবে প্ৰস্তুত আমি। আহক, একেলগে যাত্ৰা আৰম্ভ কৰোঁ। ন্যায়ৰ শক্তিয়ে যুদ্ধ জয়ত আমাক সহায় কৰিব কিন্তু আপুনি কিয় মনে মনে আছে?

মেকডাফ : ইমান সোনকালে প্ৰিয় আৰু অপ্ৰিয় কথাবোৰৰ মাজত মিল বিচাৰি পোৱা টান হৈ পৰিছে।

[এজন ডাক্তৰৰ প্ৰবেশ]

মেলকম : বেছ, এই বিষয়ে আমি পিছত আলোচনা কৰিম। [ডাক্তৰক] ৰজা এতিয়া আহিবনে?

ডাক্তৰ : আহিব ডাঙৰীয়া। ৰজাৰ হাতেৰে চিকিৎসা কৰাবলৈ এদল ৰোগী অপেক্ষা কৰিছে। তেওঁলোকৰ কঠিন নৰিয়াই ডাক্তৰি বিদ্যাক হাৰ মনাইছে। কিন্তু ৰজাই ভগৱানৰপৰা এনে শক্তি পাইছে যে তেওঁ স্পৰ্শ কৰিলেই ৰোগীবোৰৰ ৰোগ তৎক্ষণাৎ নিৰাময় হয়।

মেলকম : আপোনাক ধন্যবাদ জনাইছোঁ ডাক্তৰ।

মেকডাফ : কি ৰোগৰ কথা তেখেতে কৈছে?

মেলকম : ইয়াক ৰাজৰোগ বুলি কয়। সঁচাকৈয়ে অলৌকিক শক্তিৰে ৰজাই ৰোগ নিৰাময় কৰে। মই ইংলেণ্ডত থকাৰেপৰা তেওঁক এনে ৰোগ ভাল কৰা দেখিছোঁ। কি ধৰণৰে যে ঈশ্বৰক প্ৰাৰ্থনা কৰে সেইকথা আনৰ ওচৰত ৰহস্য হৈ আছে। গোটেই গাটো ঘা লাগি উখহি উঠা, ডাক্তৰে আৰোগ্য নহ'ব বুলি কোৱা, বীভৎস চেহেৰাৰ ৰোগীকো ভাল কৰে পবিত্ৰ প্ৰাৰ্থনাৰে ডিঙিত সোণৰ তাবিজ বান্ধি দি। মানুহে কয়, তেওঁৰ পিছত যিসকলে সিংহাসন আৰোহণ কৰিব তেওঁলোককো এই শক্তি দি থৈ যাব। এই আচৰিত শক্তিৰ লগতে তেওঁৰ ভগৱৎ-প্ৰদত্ত জ্ঞান আছে ভৱিষ্যতৰ কথা কোৱাৰো। আৰু আন বহুতো গুণে প্ৰমাণ কৰিছে ঈশ্বৰৰ অতি প্ৰিয় তেওঁ।

মেকডাফ : চাওকচোন কোন আহিছে?

মেলকম : সাজপাৰ দেখি মনত হৈছে আমাৰ দেশৰে মানুহ তেওঁ। অথচ মই চিনি পোৱা নাই। [ৰছৰ প্ৰবেশ]

মেকডাফ : মোৰ অতিকে আপোন ভাই, আন্তৰিক স্বাগতম জনাইছোঁ তোমাক।

মেলকম : এতিয়া মই তেওঁক চিনি পাইছোঁ। হে ভগৱান! নিজৰ আপোনজনকো চিনি নোপোৱা কৰা সকলো অশান্তিৰ মূল মেকবেথক আঁতৰাই দিয়া।

ৰছ : সেয়ে যেন হয়।

মেকডাফ : স্কটলেণ্ডৰ দুৰবস্থা আগৰ দৰেই আছেনে?

ৰছ : মোৰ দুৰ্ভগীয়া দেশ ভয়ত ইমান আতুৰ যে নিজৰ অৱস্থা জানিবলৈকে সাহকণো নাই। স্কটলেণ্ডক মাতৃভূমি বুলি আৰু নোৱাৰি ক'ব। কবৰত যেন পৰিণত হ'ল। যিজনে নাজানে দেশৰ অৱস্থা তেওঁৰ মুখতহে হাঁহি বিৰিঙি উঠে। তাত হুমুনিয়াহ, কেঁকনি আৰু কৰুণ কান্দোনে আকাশ বিদীৰ্ণ কৰিছে। তথাপি সেইবোৰলৈ কোনেও ভ্ৰূক্ষেপ নকৰে। তাক গভীৰ দুখকো ভবা হৈছে সাধাৰণ কথা বুলি। কোনাবো মৰিলেও নোসোধে কোনেও, কাৰ মৃত্যু হ'ল। মুৰৰ টুপিত লগোৱা ফুল লেৰেলি শুকোৱাৰ আগতে সম্ভ্ৰান্ত লোকৰ মৃত্যু ঘটিছে।

মেকডাফ : আপোনাৰ বৰ্ণনাৰ ভাষা অতি সাৱলীল হ'লেও কথাবোৰ নিদাৰুণ সঁচা।

মেলকম : নতুন শোকৰ ঘটনা কিনো ঘটিছে?

ৰছ : কোৱা টান। কাৰণ এঘণ্টা আগতে ঘটা ঘটনাও পুৰণি হৈ যায়। তাক বৰ্ণালে পুৰণি সাধু কোৱা বুলি কওঁতাক সকলোৱে মস্কৰা কৰে। প্ৰতি মিনিটতে ঘটিব লাগিছে একোটা নতুন ঘটনা।

মেকডাফ : মোৰ পত্নী কেনে আছে?

ৰছ : তেওঁতো ভালেই আছে।

মেকডাফ : মোৰ সন্তানবোৰ?

ৰছ : সিহঁতবোৰৰো ভাল।

মেকডাফ : অত্যাচাৰীয়ে মোৰ দুৰ্গ আক্ৰমণ কৰি সিহঁতৰ শান্তিভঙ্গ নাইনে কৰা?

ৰছ : মই অহা সময়লৈকে সিহঁত শান্তিতে আছিল।

মেকডাফ : কথাত ইমান কৃপণ নহ'বা। বৰ্ণোৱা পৰিস্থিতিৰ প্ৰকৃত স্বৰূপ।

ৰছ : মোৰ মনত অতিকৈ গধুৰ কৰি তোলা বাতৰিটো আপোনা-লোকক দিবলৈ আহোঁতে এটা গুজব শুনিছিলোঁ। বহুত উচ্চ বিষয়াই হেনো বিদ্ৰোহ কৰিছে আৰু সমৰক্ষেত্ৰত একগোট হৈছে। এই গুজব সত্য বুলি বিশ্বাস জন্মিল যেতিয়া দেখিলোঁ অত্যাচাৰীয়ে সৈন্য সমাবেশ কৰা। বাহিৰৰপৰা সহায় কৰাৰ এয়ে উপযুক্ত সময়। [মেলকমক] আপোনাৰ উপস্থিতিয়ে সৈন্য

গোটেইবাত সহায় কৰিব। আৰু তিৰোতাসকলোকো হাতত অস্ত্ৰ লৈ অত্যাচাৰৰ প্ৰতিকাৰ কৰিবলৈ প্ৰেৰণা যোগাব।

মেলকম : আমি স্কটলেণ্ডলৈ যোৱাৰ প্ৰস্তুতি চলাইছোঁ বুলি জানিলে তেওঁলোকে নিশ্চয় সকাহ পাব। ইংলেণ্ডৰ মহান অধিপতিয়ে আৰ্ল চিউৱাৰ্ডক তেওঁৰ দহ হেজাৰ সৈন্যৰে আমাক সহায় কৰিবলৈ দিছে। সমগ্ৰ খৃষ্টান জগতত আৰ্লৰ দৰে অভিজ্ঞ আৰু সাহসী যুঁজাৰু বিচাৰি নাপায়।

ৰছ : ময়ো যদি আপোনালোকক এই ধৰণৰ সুৱ খবৰ দিব পাৰিলোঁহেঁতেন! মই যি বাতৰি আনিছোঁ সি বৰ ভয়ানক, নিজান ঠাইত চিঞৰি কোৱাৰহে উপযুক্ত, যাতে কোনেও তাক শুনিব নোৱাৰে।

মেকডাফ : কোৱা ততালিকে কাৰ হ'ল এনে দুৰ্গতি? কোনোবা এজনৰ নে বহুতৰ?

ৰছ : এনে কোনো সৎলোক নাই যি এই বাতৰি শুনি শোক নকৰিব, যদিও বাতৰিটোৰ লগত ঘাইকৈ আপুনিহে জড়িত।

মেকডাফ : যদি বাতৰিটোৰ লগত ময়েই জড়িত উৎকণ্ঠা নবঢ়াবা কোৱা ততালিকে।

ৰছ : অতিকে নিষ্ঠুৰ এই বাতৰি দিয়াৰ কাৰণে মোক যেন আপুনি ঘিণ নকৰে।

মেকডাফ : হুমুনিয়াহ কাঢ়ি মই কিছু অনুমান কৰিব পাৰিছোঁ।

ৰছ : আপোনাৰ দুৰ্গ অতৰ্কিতে আক্ৰমণ কৰি আপোনাৰ পত্নী আৰু সন্তানকে নৃশংসভাৱে হত্যা কৰিছে। সেই হত্যাৰ বৰ্ণনা শুনিলে আপুনি এনে শোক পাব যে থিতাতে আপোনাৰো মৃত্যু হ'ব পাৰে।

মেলকম : হে ভগৱান! কি ভীষণ এই বাতৰি। [মেকডাফক] চকুৰ লোতক ঢাকিবলৈ টুপিটো কপালৰ আগলৈ নমাই নানিব। অন্তৰ পাতল কৰিবলৈ কথাৰে আপোনাৰ শোক প্ৰকাশ কৰক। কথাৰে প্ৰকাশ নকৰা শোকে হিয়া খুলি খুলি খায়। শোকৰ হেঁচাত হিয়া ভাঙি যায়।

মেকডাফ : মোৰ সন্তানকো হত্যা কৰিছেনে?

ৰছ : হয়। আপোনাৰ পত্নী, সন্তান, লগুৱা, দুৰ্গত যাকে য'তে পাইছে সকলোকে হত্যা কৰিছে।

মেকডাফ ঃ আৰু সেই ভীষণ সময়ত ভাগ্যই মোক নিষ্ঠুৰভাৱে আঁতৰাই আনিলে সিহঁতৰ ওচৰৰপৰা। মোৰ পত্নীকো হত্যা কৰিছে বুলি তুমি কৈছানে?

ৰছ ঃ এই কথা মই আগতেই কৈছোঁ।

মেলকম ঃ শান্ত হওক। আহক, প্ৰতিশোধ চৰিতাৰ্থ কৰি এই ভীষণ শোকৰ বোজা পাতলাই দিওঁ।

মেকডাফ ঃ প্ৰতিশোধ ল'বলৈ তাৰটো কোনো সন্তান নাই। উহ্ মোৰ পোনাকণৰ যে কি দশা হ'ল! সকলোবৰকে সি হত্যা কৰিছেনে? নৰকৰ কীট! একে আঘাততে সি হত্যা কৰিছেনে পোনাকণক মাকৰ সতে?

মেলকম ঃ এই শোকৰ প্ৰতিশোধ ল'বলৈ মানুহৰ দৰে যুঁজক।

মেকডাফ ঃ এৰা মই তাকেই কৰিম। তথাপিতো মানুহৰ দৰে অনুভৱ কৰিব লাগিব। মই পাহৰিব নোৱাৰোঁ, অমূল্যধন মোৰ—পোনাকণ যে জীয়াই আছিল। ভাগৱানে এই নিষ্ঠুৰ হত্যা দেখি সিহঁতক সহায় নকৰিলেনে? পাপী মেকডাফ! তোৰ কাৰণেই সিহঁত নিহত হ'ল। নিষ্কৰ্মা মই। সিহঁতৰ দোষৰ বাবে নহয়, তোৰ পাপৰ বাবেহে সিহঁতক হত্যা কৰিছে। ভগৱানে যেন সিহঁতক আশীৰ্বাদ কৰে।

মেলকম ঃ এই নিষ্ঠুৰ শিলত আপোনাৰ তৰোৱাল ধাৰ কৰি লওক। দুখ হওক খঙত পৰিণত। এই বেজাৰে যেন আপোনাৰ অন্তৰ দুৰ্বল নকৰে। তাক সক্ৰিয় কৰক।

মেকডাফ ঃ নাই নাই তিৰোতাৰ দৰে কান্দি কান্দি সময় নষ্ট নকৰোঁ। হে ভগৱান! দেশ আৰু মোৰ শত্ৰু মেকবেথক সোনকালে মোৰ মুখামুখি কৰা। তৰোৱালেৰে যেন ঢুকি পাওঁ তাক। মই অভিশপ্ত হ'ম সি যদি ৰক্ষা পৰে মোৰ হাতৰপৰা।

মেলকম ঃ সেয়েতো বীৰৰ কথা। ব'লক ৰজাৰ ওচৰলৈ যাওঁ। প্ৰস্তুত আমি। একো কাম বাকী নাই; বাকী আছে মাথোন ৰজাৰপৰা বিদায় ল'বলৈ। মেকবেথৰ পাপৰ পাত্ৰ পূৰ্ণ আজি। ভগৱান আমাৰ সহায় হওক। এই বাতৰিয়ে যেন আপোনাৰ গধুৰ অন্তৰ ফৰকাল কৰে। নিকাৰ ভোগাৰ শেষত দীঘল নিশাও পুৱাব, কষ্টৰ হ'ব উপশম।

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

[ ডানচিনেন প্ৰাসাদৰ এটা কক্ষ। এজন ডাক্তৰ আৰু এগৰাকী ভদ্ৰ মহিলা ]

ডাক্তৰ : দুনিশা হ'ল তোমাৰ লগত বহি চাইছোঁ; কিন্তু তোমাৰ কথাৰ সত্যাসত্য পৰা নাই নিৰূপণ কৰিব। শেষ কেতিয়া দেখিছিলা তেওঁক টোপনিত খোজ কঢ়া?

ভদ্ৰ মহিলা : মহাৰাজ যুদ্ধক্ষেত্ৰলৈ যোৱাৰেপৰা মই দেখিছোঁ তেওঁক বিছনাৰপৰা উঠা, নিশাৰ গাউনটো পিন্ধা, মেজৰ দেৰাজ খোলা আৰু কাগজ উলিয়াই লেখি থকা। তাৰ পিছত সেইবোৰ নিজে নিজে পঢ়া। আকৌ লেফাফাত ভালকৈ সুমুৱাই বন্ধ কৰি বিচনালৈ উভতি যোৱা। অথচ গোটেইখিনি সময় থাকে চকুত গভীৰ টোপনি।

ডাক্তৰ : প্ৰাকৃতিক নিয়মৰ ইযে ভীষণ ব্যতিক্ৰম। টোপনিত সাৰ পাই থকা মানুহৰ দৰে কাম কৰা। নিদ্ৰাৰ এই উত্তেজনাৰ মুহূৰ্তত খোজ কঢ়া আৰু কাম কৰাৰ বাহিৰে আন কথা কিবা কোৱা শুনিছানে তুমি?

ভদ্ৰ মহিলা : যিবোৰ কথা শুনিছোঁ সেইবোৰ সেইদৰে তেওঁৰ অনুপস্থিতিত নোকোৱাই ভাল।

ডাক্তৰ : ভয় নকৰিবা। মোক ক'লে হানি নহয়। তদুপৰি মোক কোৱাটো নিতান্ত উচিত। ক'লে তেওঁৰ উপকাৰহে হ'ব।

ভদ্ৰ মহিলা : মোৰ কথা সঁচা বুলি প্ৰমাণ কৰিবলৈ কোনো সাক্ষী নথকা হেতুকে সেইবোৰ কথা আপোনাক বা আন কাৰোবাক নকওঁ কেতিয়াও।

[এডাল মম হতাত লৈ লেডী মেকবেথৰ প্ৰৱেশ]

চাওক, সেয়া তেওঁ আহিছে। ঠিক এইদৰেই তেওঁ খোজ কাঢ়ে। মই শপত খাইছোঁ তেওঁৰ চকুত এতিয়া গভীৰ টোপনি। আঁৰত থাকি ভালকৈ চাওক।

ডাক্তৰ : সেই মমডাল পালে কেনেকৈ?

ভদ্ৰ মহিলা : তেওঁৰ বিছনাৰ কাষতে আছিল; তেওঁৰ নিৰ্দেশ মতেই তেওঁৰ কোঠাত মমডাল সদায়ে জ্বলাই থোৱা হয়।

ডাক্তাৰ : চোৱা, তেওঁ চকু দুটা মেলি আছে।

ভদ্ৰ মহিলা : সঁচা। কিন্তু সেই চকুত দৃষ্টি শক্তি নাই।

ডাক্তৰ : তেওঁ এতিয়া কি কৰিছে? চোৱা, হাতখন মোহাৰিছে দেখোন।

ভদ্ৰ মহিলা : এইদৰে হাত ধুবলৈ কৰা চেষ্টা অভ্যাসত হ'ল পৰিণত। মই দেখিছোঁ তেওঁক পোন্ধৰ মিনিট একে লেঠাৰিয়ে এইদৰে হাত মোহাৰি থকা।

লেডী মেকবেথ : এতিয়াও হাতত এটা দাগ আছে।

ডাক্তৰ : শুনা, তেওঁ কথা কৈছে। তেওঁ কি কয় মই লেখি থওঁ, যাতে পিছত পাহৰি নাযাওঁ।

লেডী মেকবেথ : [হাতখন মোহাৰি] তেওঁৰ অভিশপ্ত কালিমা আঁতৰ হ। যা, এক দুই—তুমি সংকোচ কৰিছা কিয়? কাম কৰাৰ সময় হ'ল। ধিক্ ধিক্ তোমাক। এজন সৈনিকে ইমান ভয় কৰেনে? ভয় কিহৰ? আমাৰ কৈফিয়ৎ বিচাৰিবলৈ কোনো নাই। উহ্ এই বুঢ়াটোৰ গাত ইমান যে তেজ।

ডাক্তাৰ : শুনিছানে কি কৈছে?

লেডী মেকবেথ : ফাইফৰ থেইন মেকডাফৰ এজনী ঘৈণীয়েক আছিল। তাইৰ এতিয়া কি হ'ল? এই হাত দুখনৰ চেকা কেতিয়াও নাযাবনে? হৈছে হৈছে থওক, নালাগে আৰু; স্বামী, তুমি এতিয়া উত্তেজনাত সকলো নষ্টহে কৰিবা।

ডাক্তৰ : হৈছে হৈছে, নাজানিবলগীয়া কথা তুমি জানিব পাৰিলা।

ভদ্ৰ মহিলা : মোৰ কি দোষ? ক'ব নলগীয়া কথা তেওঁ কৈ পেলালে, ভগৱানে জানে স্বামীৰ লগলাগি কৰা কি পাপৰ গোপন কথা লুকাই আছে তেওঁৰ অন্তৰত।

লেডী মেকবেথ : তেজৰ গোন্ধবোৰ নাকত লাগি আছে। আৰবৰ সকলো সুবাসেও এই সৰু হাতখনৰ দুৰ্গন্ধ আঁতৰাব নোৱাৰে। উহ্ কি যে সাংঘাতিক কথা।

ডাক্তৰ : কি যে গভীৰ দীৰ্ঘনিশ্বাস। শোকৰ হেঁচাত জৰ্জৰিত হিয়াৰ যেন কৰুণ বিননি।

ভদ্ৰ মহিলা : ৰাণী হোৱা সৌভাগ্য মোক নালাগে, অন্তৰ যদি এনে দুখত হয় জৰ্জৰিত।

ডাক্তৰ : কথাবোৰ তেনেহ'লে —

ভদ্ৰ মহিলা : ভগৱানক খাটিছোঁ মঙ্গল যেন হয়।

ডাক্তৰ : এই অসুখ মোৰ ডাক্তৰী বিদ্যাই ভাল কৰিব নোৱাৰে। টোপনিত খোজ কঢ়া মানুহৰ কথা শুনিছোঁ, যিবোৰে শুই থাকোঁতেই পৱিত্ৰভাৱে শেষ নিশ্বাস ত্যাগ কৰিছে।

লেডী মেকবেথ : ধুই পেলোৱা, ধুই পেলোৱা তোমাৰ হাত দুখন। নিশাৰ সাজ পিন্ধা, ইমান শেঁতা নপৰিবা। মই পুনৰ কওঁ বেঙ্কোৰ শ'টো কবৰৰ তলত আছে। কবৰৰপৰা সি ওলাই আহিব নোৱাৰে।

ডাক্তৰ : সিমান দূৰ পাইছেগৈ নে?

লেডী মেকবেথ : শুবলৈ যাওঁ আহাঁ, শুবলৈ যাওঁ আহাঁ। দুৱাৰত কোনোবাই টোকৰ মাৰিছে। আহাঁ, আহাঁ, আহাঁ হাতখন দিয়া। যি হ'ল তাক নোহোৱা কৰিব নোৱাৰি। বিছনালৈ ব'লা। বিছনালৈ, বিছনালৈ ব'লা। [প্ৰস্থান]

ডাক্তৰ : তেওঁ এতিয়া শুবলৈ যাবনে?

ভদ্ৰ মহিলা : এৰা যাব পোনে পোনে।

ডাক্তৰ : সকলো ঠাইতে মানুহবোৰে ভয়ে ভয়ে ফুচফুচাই ৰটনা কৰিবলৈ আৰম্ভ কৰিছে অপৰাধবোৰৰ কথা। অস্বাভাৱিক কাৰ্যই অস্বাভাৱিক অশান্তিৰ সৃষ্টি কৰে। আৰু এনে অশান্ত অনুতপ্ত মনৰ মানুহে আনক নোৱাৰিলেও, শ্ৰৱণ শক্তি ৰহিত শুই থকা গৰুটোকে মনৰ গোপন কথা ক'বলৈ বাধ্য হয়। ডাক্তৰতকৈ এজন ধৰ্মযাজকৰ সহায়হে মহাৰাণীৰ বেছি প্ৰয়োজন। হে ভগৱান, অপৰাধৰ বাবে আমাক ক্ষমা কৰিবা। [ভদ্ৰ মহিলাক] তেওঁৰ পৰিচৰ্যা ভালকৈ কৰিবা। যিবোৰ বস্তুৱে শাৰীৰিক অন্যায় কৰিব পাৰে সেইবোৰ তেওঁ ছুব নোৱৰাকৈ আঁতৰাই থ'বা। তেওঁৰ ওপৰত চোকা নজৰো ৰাখিবা। শুভৰাত্ৰি। মই আহোঁ এতিয়া। তেওঁৰ ব্যৱহাৰে মোৰ মনক বিভ্ৰান্ত কৰিছে। এই দৃশ্য দেখি মই বৰ আচৰিত হৈছোঁ। মন মোৰ বৰ অভিভূত হ'ল। কিন্তু মনৰ কথা প্ৰকাশ কৰিবলৈ সাহস হোৱা নাই।
[উভয়ৰে প্ৰস্থান]

## দ্বিতীয় দৃশ্য

[ ডানচিনেন দাঁতিকাষৰীয়া পথাৰ। ৰণ বাদ্য। পতাকাবাহীৰ সতে মেনটিথ্ কেথনেছ, এন্দ্বাছ, লেনক্স আৰু সৈন্যসকলৰ প্ৰৱেশ ]

মেনটিথ : মেলকম, তেওঁৰ মামা চিউৱাৰ্ড আৰু মেকডাফৰ নেতৃত্বত ইংৰাজ সেন্যবাহিনী ওচৰ চাপিছে। প্ৰতিহিংসাৰ অগনিত

তেওঁলোকৰ অন্তৰ দহিছে। তেওঁলোকৰ প্ৰতি কৰা ভীষণ অন্যায়ৰ প্ৰতিকাৰ কৰাৰ স্পৃহা ইমান প্ৰবল যে সেই আহ্বানে মৃতককো প্ৰতিশোধ ল'বলৈ জগাই তুলিব, হাতত অস্ত্ৰ লৈ আকৌ এবাৰ যুদ্ধত নিজৰ দেহৰ শোণিত পাত কৰিবলৈ সাহ হ'ব।

এন্দ্বাছ : বিৰনাম বনৰ দাঁতিত তেওঁলোকক আমি লগ ধৰিম। সেই বাটেদিয়েই তেওঁলোক আহিব ধৰিছে।

কেথনেছ : ডোনালবেন ভায়েকৰ ল্গত আছেনে নাই, কোনোবাই ক'ব পাৰেনে?

লেনক্স : সঠিক বাতৰি পাইছোঁ, তেওঁ লগত নাই। মেলকমৰ লগত অহা প্ৰধান ব্যক্তিসকলৰ তালিকা মোৰ হাতত আছে। চিউৱাৰ্ডৰ ল'ৰাৰ লগত বহুতো চেমনীয়া আৰু বহুতো যুৱক আহিছে, জীৱনত প্ৰথমবাৰৰ বাবে যুঁজ দিবলৈ।

মেনটিথ : অত্যাচাৰী মেকবেথে কি কৰিছে?

কেথনেছ : ডানচিনেন দুৰ্গৰ বেষ্টনী দৃঢ় কৰিব ধৰিছে। কোনোজনে কয়, তেওঁ হেনো বলিয়া হ'ল। যিবোৰে তেওঁক ঘিণায় তেওঁলোকে কয় যে তেওঁৰ সাহস হেনো খঙত পৰিণত হ'ল। কিন্তু তেওঁ যে ছত্ৰভঙ্গ দিয়া বিশৃঙ্খল সৈন্যবাহিনীক নিয়মানুৱৰ্তী কৰিব নোৱাৰে সেইটো ধুৰুপ।

এন্দ্বাছ : এতিয়া তেওঁ উপলব্ধি কৰিছে গোপন হত্যাই যে কলুষিত কৰিছে তেওঁৰ হাত দুখনক। প্ৰতি মুহূৰ্ততে বিদ্ৰোহী অনুচৰবোৰে তেওঁক সোঁৱৰাই দিছে, ডানকানৰ প্ৰতি তেওঁৰ বিশ্বাস ভঙ্গৰ কথা। যিবোৰে এতিয়াও তেওঁক অনুসৰণ কৰিছে তেওঁলোকে ভাল পাই তেনে কৰা নাই, কৰিছে ভয়তে বাধ্য হৈ। তেওঁ অনুভৱ কৰিছে, দৈত্যৰ চোলা চুৰ কৰা বাওনাৰ গাত সোলোক ধোলোক হৈ ওলমি থকাৰ দৰে ৰাজসন্মানো তেওঁৰ হাতত ওলমি আছে। দৃঢ় মুঠিৰে পৰা নাই ধৰি ৰাখিবলৈ।

মেনটিথ : তেওঁৰ অতিষ্ঠ কাৰ্য ক্ষমতাই এতিয়া যদি বিদ্ৰোহ কৰি তেওঁক বলিয়া কৰি দিয়ে, তেওঁৰ ইন্দ্ৰিয়বোৰ তেওঁৰ দৰে চয়তানৰ অধীনত থকাৰ কাৰণে যদি নিজকে দোষী সাব্যস্ত কৰে তেন্তে তাৰ বাবে কাকো জগৰীয়া কৰিব নোৱাৰি।

কেথনেছ : আহাঁ আমি আগবাঢ়ি যাওঁ। আমাৰ আনুগত্য জনাওঁগৈ সিংহাসনৰ নায্য অধিকাৰী কোঁৱৰ মেলকমক। যিজন দেশৰ ৰোগ নিৰাময় ঔষধ স্বৰূপ। তেওঁক লগধৰি দেশৰ ৰোগ মুক্ত কৰোঁ। অত্যাচাৰপৰা দেশক মুক্ত কৰিবলৈ আমি তেওঁৰ সহযোগী হৈ দেহৰ প্ৰতিটোপা তেজ দি যুঁজিম।

লেনক্স : সিংহাসন বলেৰে দখল কৰা মেকবেথক আঁতৰাই নায্য অধিকাৰীৰ শক্তি বঢ়াবলৈ প্ৰয়োজন অনুসৰি দেহৰ তেজ আমি দিম। আহক আমি বিৰনাম বনৰ ফালে যাত্ৰা কৰোঁ।

[সৈন্যৰ নিযমিত গতিত প্ৰস্থান]

## তৃতীয় দৃশ্য

[ ডানচিনেন। দুৰ্গৰ এটা কোঠালি মেকবেথ, ডাক্তৰ আৰু অনুচৰ কেইজনমানৰ প্ৰৱেশ ]

মেকবেথ : মোক বিদ্ৰোহৰ আৰু কোনো সংবাদ নিদিবা। যাওক, সকলোৱে দলত্যাগ কৰি গুচি যাওক। বিৰনাম বননি যেতিয়ালৈকে ডানচিনেন নাপাযহি, ভয়ে মোক দুৰ্বল কৰিব নোৱাৰে। এধানিমান শিশু সেই মেলকম—তাকো ভয় কৰিব লাগিবনে? তিৰোতাই জানো তাক জন্ম দিয়া নাই? মানুহৰ ভৱিষ্যতৰ প্ৰত্যেকটো কথাকে সেই ডাইনীবোৰে স্পষ্টভাৱে কৈছিল — "ভয় নকৰিবা মেকবেথ, তিৰোতাই জন্ম দিয়া মানুহ কেতিয়াও জয়ী নহয তোমাৰ বিৰুদ্ধে।" বিশ্বাসঘাতক থেইনসকল! যোৱা মোক ত্যাগ কৰি; লগ লগাগৈ বিলাসী ইংৰাজৰ সতে; মই ভয় নকৰোঁ। মোৰ মনক পৰিচালিত কৰা ডাইনীৰ ওপৰত থকা বিশ্বাস শিথিল নহয়, আৰু কেতিয়াও দুৰ্বল নহয় মোৰ অন্তৰ।

[এজন ভৃত্যৰ প্ৰৱেশ। তাক দেখি মেকবেথে কয়] শেঁতামুখীয়া নিধক চয়তানে তোক ক'লা কৰি দিয়ক। হেৰ' ভয়ত কঁপিছ কিয়?

ভৃত্য : সিহঁতৰ সংখ্যা দহ হেজাৰ।

মেকবেথ : দহ হেজাৰ হাঁহানে বদমাছ?

ভৃত্য : সৈনা প্ৰভু।

মেকবেথ : যা, আকুহি তেজ উলিযাই মুখখন ৰঙা কৰি দে যাতে ভযৰ এই শেঁতা বৰণ নাইকিযা হয়। কাপুৰুষ। তোৰ কলিজাত তেজৰ কণিকা নাই। কি সৈন্যৰ কথা কৈছ নিৰ্বোধ? তোৰ আত্মা চিৰদিনৰ বাবে অভিশপ্ত হওক, তোৰ সেই তেজ নোহোৱা বগা মুখখনে আনৰ মনতো ভয় ভাব জগাই তোলে। হেৰ' শেঁতামুখীয়া মুৰ্খ কি ধৰণৰ সৈন্য?

ভৃত্য : ইংৰাজ সৈন্য প্ৰভু।

মেকবেথ : আঁতৰ হ মোৰ সমুখৰপৰা।

[ভৃত্যৰ প্ৰস্থান। মেকবেথে অনুচৰ চেটনৰ উদ্দেশ্যে কয়]

চেটন। মোৰ বুকু ভয়তে কঁপি উঠিছে চেটন। সিহঁতে মোক ওফৰাবলৈ কৰা এই প্ৰচেষ্টাই হযতো মোক দিব চিৰ শান্তি আৰু নিৰাপত্তা। নাইবা ততালিকে কৰিব মোক সিংহাসন চ্যুত। বহুত দিন জীযাই থাকিলোঁ চেটন, মোৰ জীৱন লেৰেলি শুকান শৰতৰ সৰি পৰা হালধীয়া পাতৰ লেখীয়া। বাৰ্ধক্যৰ লগৰীযা—সন্মান, শ্ৰদ্ধা, ভালপোৱা, আনুগত্য আৰু বন্ধুৰ দল—মই আশা কৰিব নোৱাৰোঁ। তাৰ পৰিৱৰ্তে পাইছোঁ মাথোন অনুচ্চাৰিত কিন্তু হিয়াৰ তলিত অনুভূত অভিশাপ, মৌখিক সন্মান, মূল্যহীন প্ৰশংসা মোৰ অনুচৰবোৰৰপৰা, যিবোৰে সাহ থকাহ'লে সেইকণৰপৰাও মোক বঞ্চিত কৰিলেহেঁতেন।

[চেটনৰ প্ৰৱেশ]

চেটন : সম্ৰাটৰ অভিলাষ কি?

মেকবেথ : আৰু কি নতুন বতৰা আছে।

চেটন : যি শুনিছে সকলো সঁচা সম্ৰাট।

মেকবেথ : বেছ, হাড়ৰপৰা মঙহবোৰ কাটি আঁতৰাই নিদিযালৈকে মই যুঁজিম। মোক বৰ্ম পিন্ধাই দিয়া।

চেটন : এতিয়াও প্ৰযোজন হোৱা নাই প্ৰভু।

মেকবেথ : তথাপি মই পিন্ধিম। অধিক অশ্বাৰোহী সৈন্য পঠোৱা। সিহঁতে গোটেইখন ৰাজ্য খৰকৈ চাই আহক। যিবোৰে আতংক বিয়পাই দিছে সিহঁতক ফাঁচি দিয়া। মোক দিয়া বৰ্ম পিন্ধাই। [ডাক্তৰক] তোমাৰ ৰোগী কেনে আছে ডাক্তৰ?

ডাক্তৰ : দেহাটো সিমান অসুস্থ নহয় বিশ্ৰামত বিঘিনি ঘটোৱা অকাৰণ চিন্তাবোৰে মনটোক জুৰুলা কৰিছে যিমান।

মেকবেথ : সেই ৰোগৰপৰা তেওঁক মুক্ত কৰা। সোঁৱৰণিৰপৰা গভীৰ শোকৰ কাৰণটো উভালি আনি, মগজু অতিষ্ঠ কৰা চেকা মচি দি, কথাবোৰ পাহৰি থাকিবলৈ ঔষধ খুৱাই, অপৰাধৰ ভীষণ বোজা বুকুৰপৰা আঁতৰাই মনৰ চিকিৎসা তুমি নোৱাৰানে কৰিব ডাক্তৰ?

ডাক্তৰ : সেই কাম ৰোগীয়ে নিজেই কৰিব লাগিব।

মেকবেথ : সেয়ে যদি হয়, তেন্তে দৰববোৰ কুকুৰক খাবলৈ দিয়া, মোৰ কোনো প্ৰয়োজন নাই। চেটন, মোক বৰ্ম পিন্ধাই দিয়া আৰু দিয়া যাঠিপাতি মোৰ। সৈন্যবোৰ পঠাই দিয়া। ডাক্তৰ, থেইনসকলে মোক পৰিত্যাগ কৰিছে। সোনকালে শেষ কৰা চেটন। ডাক্তৰ, মোৰ দেশৰ ৰোগ ধৰিবলৈ চেষ্টা কৰি তাক পুনৰ আগৰ সুস্থ অৱস্থালৈ নিবৰ কাৰণে ঔষধ দিয়া; মই তোমাক মুক্তকণ্ঠে প্ৰশংসা কৰিম। চেটন, বৰ্ম খুলি দিয়া। ডাক্তৰ, কি জুলাপে ভয় খুৱাই ইংৰাজ সৈন্যক দেশৰপৰা ওলাই যাবলৈ, বাধ্য কৰিব পাৰিব? শুনা নাই নে সিহঁত আহিব ধৰিছে?

ডাক্তৰ : হয় প্ৰভু! আপোনাৰ ৰাজকীয় প্ৰস্তুতিয়ে আমাক তাৰ সম্ভেদ দিছে।

মেকবেথ : বৰ্ম লৈ মোৰ পাছে পাছে আহাঁ চেটন, মৃত্যু বা আন কোনো বিপদলৈ মই ভয় নকৰোঁ। যেতিয়ালৈকে বিৰনাম বননি ডানচিনেন নাপাযহি।

[ডাক্তৰৰ বাহিৰে সকলোৰে প্ৰস্থান]

ডাক্তৰ : মই ডানচিনেনৰপৰা এবাৰ ওলাব পাৰিলে ডাক্তৰী কৰি পোৱা ধনৰ বাবেও উভতি নাহিলোঁহেঁতেন।

## চতুৰ্থ দৃশ্য

[ ডানচিনেনৰ দাঁতিৰ গাঁও বননি দেখা গৈছে। ৰণবাদ্য বজোৱা, পতাকাবাহী আৰু আন সৈন্য-সামন্তৰ সৈতে মেলকম, বুঢ়া চিউৱাৰ্ড, ডেকা চিউৱাৰ্ড, মেকডাফ, মেনটিথ, কথনেছ, এন্দ্ৰাছ, লেনক্স আৰু বছৰ প্ৰৱেশ ]

মেলকম : ভাইসকল, শোৱনিকোঠাবোৰ নিৰাপদ হোৱাৰ সময় ওচৰ চাপিছে।

মেনটিথ : সেই বিষয়ে আমাৰ কোনো সন্দেহ নাই।

চিউৱাৰ্ড : আমাৰ সমুখৰ এই বননিৰ নামটোনো কি?

মেনটিথ : বিৰনাম বননি।

মেলকম : আমাৰ প্ৰত্যেকজন সৈন্যই গছৰ একোটা ঠাল কাটি সমুখত লওক। সেইদৰে আমি সংখ্যাত কিমান তাক লুকুৱাই চোৰাং চোৱাই দিয়া বাতৰি মিছা বুলি পতিয়ন নিয়াম।

সৈনিক : এই আদেশ আমি ততালিকে পালন কৰিম।

চিউৱাৰ্ড : আমি ইমানকে মাথোন জানিব পাৰিছোঁ, নিজৰ শক্তিৰ ওপৰত বিশ্বাস কৰি মেকবেথ এতিয়াও সোমাই আছে দুৰ্গৰ ভিতৰত। তেওঁ আমাৰ অৱৰোধৰ হ'ব সন্মুখীন।

মেলকম : এই দুৰ্গহি এতিয়া তাৰ প্ৰধান আশা। য'তে যেতিয়াই সুবিধা পাইছে বিদ্ৰোহ কৰি ত্যাগ কৰিছে সকলোৱে তাক। যিবোৰে এতিয়াও তাৰ সেৱা কৰিছে, বাধ্য হৈহে কৰিছে; কামত সিহঁতৰ মন বহা নাই।

মেকডাফ : যুঁজৰ চৰম পৰিণতি চাইহে আমাৰ অভিমত পাৰিম ব্যক্ত কৰিব। এতিয়া শত্ৰুক প্ৰাণপণে আক্ৰমণ কৰোঁ আহক।

চিউৱাৰ্ড : সেই সময় সমাগত, যেতিয়া ক'ব পাৰিম কি পাইছোঁ কি হেৰুৱাইছোঁ আমি। অযথা অনুমানে অনিশ্চিত আশাৰ হে পোষকতা কৰে। প্ৰকৃত আক্ৰমণেহে যুঁজৰ ফলাফল স্থিৰ কৰে। সেই উদ্দেশ্যে দৃঢ়তাৰে আমি আগবাঢ়িৰ লাগিব।
[সৈনিক নিয়মিত গতিত প্ৰস্থান]

## পঞ্চম দৃশ্য

[ ডানচিনেন। দুৰ্গৰ ভিতৰৰ চোতাল। ৰণ-বাদ্য। পতাকাবাহী আৰু সৈন্যৰ লগত মেকবেথ আৰু চেটন ]

মেকবেথ : আমাৰ পতাকাবোৰ দুৰ্গৰ বাহিৰৰ দেৱালত উৰুৱাই দিয়া। শত্ৰু ওচৰ চাপিছে, এই সংবাদ শুনিয়ে আছোঁ। আমাৰ দুৰ্গৰ দৃঢ়তাই অৱৰোধ হেলা-ৰঙে কৰিব উপেক্ষা। বাহিৰত শত্ৰুৱে চাউনী পাতক, দুৰ্ভিক্ষ আৰু মাউৰত মৰি শেষ হৈ নোযোৱালৈকে।

আমাৰ হৈ যুঁজিব লগাবোৰে সিহঁতৰ লগ নলগা হ'লে আমি সাহসেৰে মুখামুখিকৈ যুঁজি সিহঁতক খেদাই পঠালোঁহেঁতেন নিজৰ ঘৰলৈ।

[নেপথ্যত তিৰোতাৰ কান্দোন]

কাৰ কান্দোন সেয়া?

চেটন : প্ৰভু! কোনোবা তিৰোতা মানুহৰ কান্দোন যেন লাগিছে।

[প্ৰস্থান]

মেকবেথ : ভয় কাক বোলে মই পাহৰি গৈছোঁ। এনে সময় আছিল যেতিয়া নিশা এটা চিঞৰ শুনিলে মোৰ ইন্দ্ৰিয়বোৰ ভয়তে অবশ হৈছিল, এটা ভয় লগা বিৱৰণ শুনিলে মূৰৰ চুলি থিয় হৈ প্ৰমাণ দিছিল সিহঁতৰ প্ৰাণ আছে বুলি। কিন্তু এতিয়া ভীষণ অপৰাধ কৰি অভ্যস্ত হ'লোঁ। হত্যাৰ চিন্তাই মনটোক এনে ডাঠ কৰি তুলিছে যে ভয় লগা বিভীষিকায়ো নোৱাৰে মোক ভয় খুৱাব।

[চেটনৰ পুনৰ প্ৰৱেশ]

কিয় কান্দিছিল?

চেটন : মহাৰাণীৰ মৃত্যু হ'ল সম্ৰাট।

মেকবেথ : [উদাসীনভাৱে] তেওঁৰ মৃত্যু হোৱাৰ এইটো উপযুক্ত সময় নাছিল। এই বিপদ মুহূৰ্তৰ পাছত তেওঁ মৰিব লাগিছিল। এনে ঘোষণাৰ কাৰণে ভৱিষ্যতৰ দিন এটাহে বেছি উপযুক্ত হ'লহেঁতেন। [নিজকে নিজে কয়] কাইলৈ, আকৌ কাইলৈ, তাৰ পাছত আকৌ কাইলৈ—এনেকৈয়ে লাহে লাহে পাৰ হৈ যায় এটা দিনৰ পাছত আনটো দিন নিৰ্ধাৰিত জীৱন কালৰ অন্তিম মুহূৰ্তলৈ। পাৰ হৈ যোৱা দিনবোৰে আমাৰ দৰে মূৰ্খক হতাশা আৰু প্ৰবঞ্চনাৰ মাজেৰে মৃত্যুৰ মুখলৈ দিয়ে আগবঢ়াই, যেতিয়া এই নশ্বৰ দেহা মিহলি হৈ যায় ধূলিৰ লগত। নুমাই যাওক, নুমাই যাওক খন্তেকীয়া জীৱন-বন্তি। জীৱন এটা চলমান ছাঁ; মানুহ নিঃকিন অভিনেতা, জীৱন মঞ্চৰ নিৰ্দিষ্ট সময়খিনিত সদম্ভে চিঞৰি চিঞৰি অভিনয় কৰে। সময় শেষ হ'লে তাৰ মাত নুশুনা হৈ যায়; এয়া মাথোন মূৰ্খৰ কাহিনী, অৰ্থহীন উন্মত্ত কোঢ়াল। [দূতৰ প্ৰৱেশ]

মই জানো তই কিবা ক'বলৈ আহিছ; কৈ পেলা ততালিকে নকৰি পলম।

দূত : মহান সম্ৰাট! যি দেখিছোঁ তাকে ক'ব বিচাৰিছোঁ, কিন্তু নাজানো কিদৰে সেই কথা প্ৰকাশ কৰিম।

মেকবেথ : [মস্কৰাৰ সুৰত] হেৰী ডাঙৰীয়া, কথাখিনি কৈ পেলাওকচোন।

দূত : মই পাহাৰটোৰ ওপৰত পহৰা দি থাকোঁতে বিৰনাম বননিৰ ফালে চাইছিলোঁ—দেখি মোৰ এনে ভাব হ'ল বননিখন যেন লৰিব ধৰিছে।

মেকবেথ : [খঙেৰে] মিছলীয়া — দাস।

দূত : মই যি কৈছোঁ সেয়া যদি সঁচা নহয় ইচ্ছামতে মোক শাস্তি বিহিব মই সহ্য কৰিম। প্ৰভু, আপুনি নিজে চাওকগৈ। তিনি মাইল আঁতৰত থকা সেই বননিখন এইফালে আহিব ধৰিছে।

মেকবেথ : যদি তই মিছা কৈছ তেন্তে ওচৰৰ গছৰ ডালত তোৰ দেহা ওলোমাই দিম। ওলমি থাকিবি যেতিযালৈকে অনাহাৰত নহ'ব অস্থিচৰ্মসাৰ। যদি তোৰ কথা সঁচা হয তেন্তে একে শাস্তিকে তই মোকো বিহিব পাৰিবি। [নিজকে নিজেব ডাইনীৰ ভৱিষ্যৎ বাণীৰ ভিত্তিত মই লোৱা সংকল্পৰ দৃঢ়তা লাহে লাহে শিথিল হৈছে। চয়তানৰ সহচৰী ডাইনীবোৰৰ সঁচা যেন লগা সেই মিছা কথা — "বিৰনাম বননি ডানচিনেন নোপোৱালৈকে ভয় নকৰিবা" — এই দ্ব্যৰ্থক বাক্যই মনত সন্দেহ জগাইছে। এতিযা দেখিছোঁ বননি এখন ডানচিনেনৰ ফালে সঁচাকৈয়ে আহিব ধৰিছে। [সৈন্যসকলক] সাজু হোৱা সৈনিকসকল! প্ৰাণটাকি শত্ৰুক কৰা আক্ৰমণ। এই মানুহটোৱে কোৱা কথা সঁচা হয় তেন্তে ইয়াৰপৰা পলাই যোৱা বা এই দুৰ্গত এইদৰে অপেক্ষা কৰাৰ অৰ্থ অকণিকে নাই। [নিজকে নিজে] এই জীৱন যাপন কৰি মই ভাগৰি পৰিছোঁ। এতিয়া বিশ্বৰ শৃঙ্খলা বিনষ্ট হোৱাটোকে মই কামনা কৰোঁ। [সৈন্যসকলক] বিপদ সংকেত বজোৱা। ভীষণভাৱে বতাহ বলক, ধ্বংস আহক। মৃত্যু যদি ভাগ্যত আছে তেন্তে বৰ্ম পিন্ধি সৈনিকৰ দৰেই আমি মৃত্যুকে বৰণ কৰিম। [প্ৰস্থান]

## ষষ্ঠ দৃশ্য

[ডানচিনেন। মেকবেথৰ দুৰ্গৰ সমুখভাগ। ৰণ-বাদ্য বজোৱা সৈন্য আৰু পতাকাবাহীৰ সৈতে মেলকম আৰু বুঢ়া চিউৱাৰ্ডৰ প্ৰৱেশ। মেকডাফ আৰু আন সৈন্যবোৰে হাতত গছৰ ঠাল একোটা লৈ থাকে]

মেলকম : এতিয়া দুৰ্গৰ ওচৰ পালোঁহি। গছৰ পাতৰ ঢাকনী আঁতৰাই দিয়া। [চিউৱাৰ্ডক] মহান মামা, আপুনি আৰু মোৰ ভ্ৰাতৃ, আপোনাৰ সুযোগ্য সন্তানে, আমাৰ প্ৰথম বাহিনীটোৰ নেতৃত্ব কৰিব। সতীৰ্থ মেকডাফ আৰু মই বাকী কামবোৰ কৰিম আগৰ আঁচনি মতে।

চিউৱাৰ্ড : সেয়ে হ'ব। সম্প্ৰতি বিদায়। আমি যদি অত্যাচাৰী সৈন্য বাহিনীক লগ পাওঁ তেন্তে প্ৰাণটাকি যুঁজিম, যুঁজি যুঁজি হাৰিলেও কোনো কথা নাই।

মেকডাফ : শোণিতৰ সোঁত বোৱাই দিয়া মৃত্যুৰ বাৰ্তাবাহী আমাৰ আটাইবোৰ তুৰ্য বজোৱা প্ৰচণ্ড শব্দেৰে।

## সপ্তম দৃশ্য

[ যুদ্ধ-ক্ষেত্ৰৰ অনা এটা অংশ। বিপদ সংকেত মেকবেথৰ প্ৰৱেশ ]

মেকবেথ : সিহঁতে যেন ভালুককে বন্ধা দি মোক এটা খুঁটিত বান্ধিহে থৈছে। পলাবৰ কোনো পথ নাই। ভালুকৰ দৰেই দুৰ্ধৰ্ষভাবে আক্ৰমণৰ সমুখীন হৈ শেষ পৰ্যন্ত যুঁজিব লাগিব। তিৰোতাৰ গৰ্ভত জন্ম নোহোৱা এনে কোনো মানুহ আছেনে বাৰু? যদি আছে সিহে মাথোন মোৰ ভয়ৰ কাৰণ। আনক মই নকৰোঁ ভয়। [ডেকা চিউৱাৰ্ডৰ প্ৰৱেশ]

ডেকা চিউৱাৰ্ড : কোন তই?

মেকবেথ : শুনিলে তই ভয় খাবি।

ডেকা চিউৱাৰ্ড : কেতিয়াও নাখাওঁ। নৰকৰ চয়তানতকৈ তোৰ নাম বেছি ভয় লগা হ'লেও ভয় নাখাওঁ।

মেকবেথ : মই মেকবেথ।

ডেকা চিউৱাৰ্ড : মই তাতকৈ বেছি ঘৃণা কৰা নাম এটা চয়তানেও হয়তো উচ্চাৰণ কৰিব নোৱাৰিলেহেঁতেন।

মেকবেথ : ইয়াতকৈ বেছি ভয় লগা নাম চয়তানে নাজানে, উচ্চাৰণ নোৱাৰে কৰিব।

ডেকা চিউৱাৰ্ড : ঘৃণনীয় অত্যাচাৰী তই মিছা মাতিছ। তই যে মিছলীয়া সেই কথা মই মোৰ তৰোৱালেৰে প্ৰমাণ কৰিম।

[দুয়ো যুদ্ধ কৰে। ডেকা চিউৱাৰ্ড নিহত হয়]

মেকবেথ : তিৰোতাৰ গৰ্ভত নিশ্চয় তোৰ জন্ম হৈছিল। কিন্তু মই তিৰোতাৰ গৰ্ভজাত মানুহৰ অস্ত্ৰক অৱজ্ঞা কৰোঁ।

[প্ৰস্থান। বিপদ সংকেত। মেকডাফৰ প্ৰৱেশ]

মেকডাফ : সেইফালৰপৰা শব্দ আহিছে। অত্যাচাৰী ক'ত আছ, ওলাই আহ। মোৰ বাহিৰে আন কোনোবাই যদি তোক হত্যা কৰে তেন্তে মোৰ স্ত্ৰী আৰু সন্তানৰ আত্মাই মোক অনুসৰণ কৰি শান্তিত ব্যাঘাত জন্মাব। মই আয়াৰলেণ্ডৰ ভেৰোণীয়া হীন পদাতিক বাহিনীৰ বিৰুদ্ধে নোখোজোঁ যুঁজিব। হয় মই তোৰ লগত যুঁজিম, নাইবা মোৰ এই চোকা তৰোৱাল কোষবদ্ধ কৰিম বীৰত্বৰ কোনো কামকে নকৰি। শব্দৰপৰা অনুমান কৰিছোঁ সেইফালে যুঁজিছে কোনোবা ডাঙৰ বীৰে। ভাগ্যই যেন তাৰ কাষলৈ নিয়ে তাতকৈ বেছি মই একো নিবিচাৰোঁ।

মেলকম আৰু বুঢ়া চিউৱাৰ্ডৰ প্ৰৱেশ

বুঢ়া চিউৱাৰ্ড : প্ৰভু, এইফালে আহক। বাধা নিদিয়াকৈয়ে দুৰ্গৰ কৰিছে আত্ম সমৰ্থন। অত্যাচাৰীৰ সৈন্যবোৰে দুয়োপক্ষে যুঁজিছে। আপোনাৰ মহান লৰ্ডসকলৰ বীৰত্বৰ তুলনা নাই। আজিৰ দিনটোৰ জয় লেখা আছে আপোনাৰ ভাগ্যতেই; সম্প্ৰতি নাই একো কৰিবলগীয়া।

মেলকম : আমি তেনে শত্ৰুৰ সমুখীন হৈছোঁ যিবোৰে অস্ত্ৰ লৈছে আমাৰ পক্ষে।

বুঢ়া চিউৱাৰ্ড : দুৰ্গৰ ভিতৰত প্ৰৱেশ কৰোঁ আহক।

[প্ৰস্থান। বিপদ সংকেত]

## অষ্টম দৃশ্য

[ যুদ্ধ-ক্ষেত্ৰৰ অন্য এটা অংশ। মেকবেথৰ প্ৰৱেশ ]

মেকবেথ : নিজৰ তৰোৱালৰ ওপৰত পৰি ৰোমৰ নিৰ্বোধ সৈনিকৰ দৰে মই আত্মহত্যা কৰিম কিয়? শেষ শত্ৰু জীয়াই থকালৈকে সিহঁতক আঘাত কৰাই শ্ৰেয়।

[মেকডাফৰ প্ৰৱেশ]

মেকডাফ : নৰকৰ নিলাজ কুকুৰ উভতি চা।

মেকবেথ : আজিৰ যুঁজত একমাত্ৰ তোৰপৰাহে মই আঁতৰি ফুৰিছোঁ। গুচি যা সমুখৰপৰা। তোৰ পত্নী-পুত্ৰৰ তেজেৰে মোৰ আত্মা ইতিমধ্যে বৰ বেছিকৈ কলুষিত হ'ল।

মেকডাফ : কথাৰে নহয় তৰোৱালেৰে তোৰ কথাৰ উত্তৰ দিম। তোৰ শোণিত পিপাসা কথাৰে প্ৰকাশ কৰিব নোৱাৰি।
[দুয়ো যুঁজে]

মেকবেথ : মিছাকৈয়ে যুঁজি ভাগৰিছ কিয়? মোক আঘাত কৰ, অভেদ্য বতাহক চোকা তৰোৱালেৰে আঘাত কৰাৰ দৰেই। যাক হত্যা কৰিব পাৰি তেনলোকৰ লগত যুঁজ কৰগৈ যা। অমানবীয় যাদু-মন্ত্ৰেৰে মই সুৰক্ষিত। তিৰোতাৰ গৰ্ভজাত সন্তানে হত্যা মোক কৰিব নোৱাৰে।

মেকডাফ : যাদু-মন্ত্ৰৰ কথা পাহৰি যা। যি চয়তানক অতদিনে পূজা কৰি আহিছ সেই চয়তানেই তোক কৈ দিয়ক, মেকডাফৰ জন্ম হোৱা নাই স্বাভাৱিকভাৱে। অসময়ত পেটকাটি মাতৃৰ গৰ্ভপৰা উলিয়াইছিল মোক। অযোনি-সম্ভূত মই।

মেকবেথ : অভিশপ্ত হওক সেই জিভা, যি মোক এই কথা ক'লে। এই কথাই মোৰ শক্তি হ্ৰাস কৰি দিছে। দ্ব্যৰ্থবোধক সঁচা যেন লগা কথাৰে আমাক হতাশ কৰা দুতলীয়া সেই চয়তানবোৰক কোনেও যেন বিশ্বাস নকৰে। মই তোৰ লগত যুঁজ নকৰোঁ।

মেকডাফ : কাপুৰুষ! তেন্তে আত্মসমৰ্পণ কৰ; আৰু সকলোৰে পৰিহাসৰ পাত্ৰ হৈ জীয়াই থাক। বিৰল দৈত্যৰ দৰে সজাত তোক বন্দী কৰি থ'ম। আৰু এটা খুঁটাত তোৰ ছবি আঁকি লেখি দিম "প্ৰজাসকল আহাঁ, অত্যাচাৰীক চাই যোৱাহি।"

মেকবেথ : মই আত্মসমৰ্পণ নকৰোঁ। ডেকা মেলকমৰ সমুখত মূৰ দোঁৱাই নীচ প্ৰজাৰ পৰিহাসৰ পাত্ৰও হ'ব নোখোজোঁ মই। বিৰনাম বননি যদিও ডানচিনেন পালেহি যদিওবা অযোনি-সম্ভূত তই আহি আক্ৰমণ কৰিছ, তথাপি শেষলৈ চেষ্টা কৰি চাম। এইয়া এইখন ঢাল, থ'লোঁ সমুখত যুঁজৰ কাৰণে। আহ আক্ৰমণ কৰ। অভিশপ্ত হওক সি যি প্ৰথমে ক'ব "হৈছে থাওক বহুত যুঁজিলোঁ আমি।"

[যুঁজ কৰি কৰি দুয়োৱে প্ৰস্থান। বিপদ সংকেত ধ্বনি। আনবোৰেও যুঁজি যুঁজি মঞ্চৰ ওপৰেদি পাৰ হৈ যায়। প্ৰৱেশ কৰে মেলকম, বুঢ়া চিউৱাৰ্ড, ৰছ, লেনক্স, এন্দ্ৰাছ, কেথনেছ, মিনটিথ আৰু সৈন্যসকল]

মেলকম : মই আশা কৰিছোঁ যিসকল বন্ধুক ইয়াত দেখা নাই তেওঁলোক নিৰাপদে উভতি আহিছে।

বুঢ়া চিউৱাৰ্ড : এনে এখন যুঁজত কিছুমানৰ মৃত্যু নিশ্চয় হৈছে। তথাপি ইয়াত সমৱেত হোৱা সকলোকে দেখি অনুমান কৰিছোঁ অধিক লোকৰ মৃত্যু নোহোৱাকৈয়ে আমি কৰিছোঁ বিৰাট জয়ৰ সাফল্য লাভ।

মেলকম : কিন্তু মেকডাফ আৰু আপোনাৰ সাহসী পুত্ৰক দেখা নাই।

ৰছ : [চিউৱাৰ্ডক] আপোনাৰ পুত্ৰই প্ৰভু সৈনিকৰ ঋণ পৰিশোধ কৰিছে। প্ৰকৃত মানুহৰ দৰে সাহসৰ নিদৰ্শন দাঙি ধৰিবলৈকে অসংকোচে তেওঁ ৰণত জঁপিযাই পৰি নিৰ্ভীক বীৰৰ দৰে মৃত্যুক কৰিলে বৰণ।

বুঢ়া চিউৱাৰ্ড : তেন্তে সঁচাকৈয়ে তাৰ মৃত্যু হ'ল।

ৰছ : হয়। তেওঁৰ শৱদেহ যুদ্ধ-ক্ষেত্ৰৰপৰা অনা হ'ল। তেওঁৰ যোগ্যতাৰে আপোনাৰ শোকক জুখি নাচাব। তেনে কৰিলে আপোনাৰ শোক হ'ব সীমাহীন।

বুঢ়া চিউৱাৰ্ড : আঘাতটো সমুখৰ ফালে পাইছিলনে?

ৰছ : হয়। মাথোঁ সমুখৰ ফালেহে আঘাত পাইছিল।

বুঢ়া চিউৱাৰ্ড : তেন্তে ভগৱানৰ সৈন্য হোৱাৰ সি যোগ্যতা আৰ্জিছে: মোৰ চুলিৰ সমান সন্তানৰ সংখ্যা হোৱা হ'লেও সিহঁতৰ বাবে ইয়াতকৈ বেছি গৌৰৱপূৰ্ণ মৃত্যু মই কামনা নকৰিলোঁহেঁতেন। উপযুক্ত-ভাৱে সি মৃত্যুক আঁকোৱালি ল'লে।

মেলকম : তাৰ বাবে ইয়াতকৈ বেছি শোক কৰা বাঞ্ছনীয়। আৰু তাকে মই তেওঁৰ বাবে প্ৰকাশ কৰিম।

বুঢ়া চিউৱাৰ্ড : নালাগে ইয়াতকৈ বেছি শোকৰ প্ৰয়োজন নাই। সসন্মানে সৈনিকৰ ঋণ পৰিশোধ কৰি বীৰৰ দৰে মৃত্যুক সি কৰিছে বৰণ। ভগৱানে তাৰ আত্মাৰ মংগল কৰক।
[মেকবেথৰ কটা মূৰটো লৈ মেকডাফক অহা দেখি]
ইয়াতকৈ সান্ত্বনা দিব পৰা বস্তু সেয়া আহিব ধৰিছে।
[মেকবেথৰ কটা মূৰ লৈ মেকডাফৰ পুনৰ প্ৰৱেশ]

মেকডাফ : অভিনন্দন গ্ৰহণ কৰক স্কটলেণ্ডৰ অধিপতি মহান সম্রাট। চাওক বলেৰে সিংহাসন অধিকাৰ কৰা অভিশপ্ত মেকবেথৰ এয়া কটা মূৰ। মুক্ত আমি। মই জনোৱা সন্মান মনে মনে সাঁহাৰি দিওঁতা সাম্রাজ্যৰ মুকুতা সদৃশ লৰ্ডসকল আপোনাৰ চৌদিশে থিয় হৈ আছে। মই অনুৰোধ কৰিছোঁ তেওঁলোকেও যেন মোৰ লগত সুৰ মিলাই ধ্বনি তোলে "জয় স্কটলেণ্ডৰ সম্রাটৰ জয়।"

[মেকডাফৰ লগতে সকলোৰে ধ্বনি তোলে]

সকলোৱে : জয় স্কটলেণ্ডৰ সম্রাটৰ জয়।

[বাদ্য ধ্বনি হয]

মেলকম : আপোনালোক প্ৰত্যেকেই চেনেহৰ চিন-স্বৰূপে যি সেৱা আগবঢ়াইছে তাৰ ঋণ পৰিশোধ কৰিবলৈ বেছি সময় খৰচ নকৰোঁ মই। মৰমৰ থেইনসকল, আৰু আত্মীয়-স্বজন আজিৰপৰা আপোনালোকক আৰ্ল উপাধিৰে বিভূষিত কৰা হ'ল। আপোনালোকেই হ'ল স্কটলেণ্ডৰ এই সন্মানৰ প্ৰথম অধিকাৰী। ৰজা সলনি হোৱাৰ ফলত নতুন আঁচনিৰ প্ৰস্তুতি, অত্যাচাৰীয়ে সাৱধানে পেলোৱা জালৰপৰা মুক্ত হ'বলৈ বিদেশত আশ্ৰয় লোৱা বন্ধুসকলক আমন্ত্ৰণ কৰি অনা, এই নিষ্ঠুৰ হত্যাকাৰী আৰু তাৰ দানৱী পত্নীৰ—যি আত্মহত্যা কৰিছে ভীষণ উপায়ে—সিহঁতৰ সহচৰবোৰক শাস্তি বিহা আৰু আন প্ৰয়োজনীয় কাম ভগৱানৰ আশীৰ্বাদত সময় সুবিধা চাই হ'ব কৰা সম্পাদন। মই আপোনালোক আটাইকে সমূহীয়াকৈ আৰু ব্যক্তিগতভাৱে জনাইছোঁ আন্তৰিক ধন্যবাদ আৰু লগতে স্কোনত হ'বলগীয়া মোৰ অভিষেক উৎসৱলৈ কৰিছোঁ আমন্ত্ৰণ।

[তুৰ্যধ্বনিৰ লগে লগে সকলোৰে প্ৰস্থান। তাৰ পাছত নামি আহে নাটকৰ অন্তিম যৱনিকা]

# সাগৰ চিলনী

সত্যপ্ৰসাদ বৰুৱা

(এন্‌টন চেখভৰ 'চিগাল' নাটৰঅসমীয়া অভিযোজনা)

## পাত্ৰ-পাত্ৰী,

| | | |
|---|---|---|
| আইৰিনা আৰ্কাডিনা | ঃ | এগৰাকী অভিনেত্ৰী |
| কষ্ট্যি ট্ৰেপ্লেফ্ | ঃ | তেওঁৰ ল'ৰা |
| প্যাট্ৰ চৰ্ৰিন | ঃ | তেওঁৰ ককায়েক |
| নিনা ঝাৰেস্নায়া | ঃ | ধনী জমিদাৰৰ ছোৱালী |
| ইলিয়া ছাত্ৰায়েফ্ | ঃ | চৰ্ৰিনৰ জমিদাৰীৰ মেনেজাৰ |
| পলিনা | ঃ | তেওঁৰ পত্নী |
| মাশ্বা | ঃ | তেওঁ জীয়েক |
| বৰিছ ত্ৰিগোৰিন | ঃ | এজন সাহিত্যিক |
| য়েভ্‌জেনি ডৰ্ণ | ঃ | এজন ডাক্তৰ |
| চেমিয়ন মেড্‌ভেডেংকো | ঃ | এজন শিক্ষক |
| য়াকোভ | ঃ | এজন বনুৱা |
| ৰান্ধনি | ঃ | |
| লিগিৰী | ঃ | |

# প্ৰথম অংক

( চৰিনৰ ভূ-সম্পত্তিৰ এডোখৰ ঠাইৰ এটা হ্ৰদলৈ যোৱা দুয়োফালে গছ থকা বহল বাট। বাটটোৰ সোঁমাজতে অবৈতনিক গোষ্ঠীয়ে অভিনয় কৰাৰ বাবে সাধাৰণভাৱে এটা মঞ্চ সজা হৈছে। এই মঞ্চটোৱে হ্ৰদটোক চকুৰ আঁৰ কৰিছে। মঞ্চটোৰ দুয়োকাষে গছৰ জোপোহা। সমুখত কেইখনমান চকী আৰু সৰু মেজ। এইমাত্ৰ সূৰ্য অস্ত গৈছে। মঞ্চৰ আঁৰ-কাপোৰৰ পাছফালে যাকোভ আৰু কেইজনমান বনুৱাই কাম কৰি আছে। হাতুৰি কোবোৱা আৰু কাহি থকাৰ শব্দ শুনা যায়। মাশ্বা আৰু মেড্‌ভেডেংকো বাঁওফালৰপৰা প্ৰৱেশ কৰে। তেওঁলোকে খোজ কাটি ফুৰিবলৈ গৈছিল, উভতি আহিছে। )

মেড্‌ভেডেংকো : তুমি সদায় ক'লা সাজ কিয় পিন্ধা?

মাশ্বা : মই জীৱনটোৰ বাবে শোক প্ৰকাশ কৰিছোঁ। মই অসুখী।

মেড্‌ভেডেংকো : কিন্তু কিয়? (চিন্তা কৰি) মই বুজি নাপাওঁ। তোমাৰ স্বাস্থ্য ভাল। তোমাৰ দেউতাৰা চহকী ন'হলেও তেওঁৰ অৱস্থা বেছ স্বচ্ছল। তোমাতকৈ মোৰ আৰ্থিক অনাটন বেছি। মই মাহে আৰ্জন কৰোঁ মাত্ৰ তেইশ ৰুবল আৰু তাৰপৰাও পেন্সনৰ বাবে কিছু কটা হয়। কিন্তু সেইবুলি মইতো তোমাৰ দৰে বেজাৰ কৰি নুফুৰোঁ। (দুয়ো বহে।)

মাশ্বা : এয়া ধনৰ কথা নহয়। মানুহ দুখীয়া হ'লেও সুখী হ'ব পাৰে।

মেড্‌ভেডেংকো : যুক্তি-বিচাৰত হ'ব পাৰে কিন্তু প্ৰকৃততে সুখী হোৱা টান। মোলৈকে নোচোৱা কিয়? তেইশটা ৰুবলেৰে মই নিজৰ উপৰিও মা, দুজনী ভনী আৰু সৰু ভাইটোৰ ভৰণ-পোষণৰ দায়িত্ব ল'ব লগা হৈছে। দুসাজ খোৱাৰ উপৰিও চাহ-চেনি-ধঁপাতৰ যোগান ধৰিব লাগে। জোৰা মৰা কিমান টান ভাবি চোৱাচোন।

মাশ্বা : (মঞ্চলৈ চাই) নাটখন সোনকালেই আৰম্ভ হ'ব।

মেড্‌ভেডেংকো : ওঁ। কষ্টাই লিখা নাটখনত নিনাই অভিনয় কৰিব। তেওঁলোকে এজনে আনজনক ভাল পায় আৰু আজি এক অভিনৱ কলা সৃষ্টিৰ বাবে তেওঁলোকৰ আত্মা মিলিত হ'ব। কিন্তু তোমাৰে মোৰে আত্মাৰ কোনো মিলন-বিন্দু নাই। মই তোমাক ভাল পাওঁ। তোমাক এৰি ঘৰত এক মুহূৰ্তও থাকিব নোৱাৰোঁ। প্ৰতিদিনে মই চাৰি মাইল খোজ কাঢ়ি আহোঁ আৰু উভতি যাওঁ। কিন্তু তোমাৰপৰা উপেক্ষাৰ বাহিৰে একোকে পোৱা নাই। অৱশ্যে আন একো আশা

কৰিবও নোৱাৰি। মোৰ ধন নাই আৰু মই আমাৰ পৰিয়ালটোত ডাঙৰ। যাৰ নিজৰে খাবলৈ নাটে তেওঁকনো কোনে বিয়া কৰাব?

মাশ্বা : ফচহু কথা বাদ দিয়া। (টেমাৰপৰা অলপ নাচগুড়ি লৈ নাকেৰে উজাই) তোমাৰ ভালপোৱাই মোৰ অন্তৰ স্পৰ্শ কৰিছে কিন্তু প্ৰতিদান দিবলৈ মই অপাৰগ, কথা সিমানেই। (টেমাটো আগবঢ়াই দিয়ে) অলপ ল'বানেকি?

মেড্‌ভেডেংকো : নালাগে, ধন্যবাদ।

মাশ্বা : ডাৱৰে আকাশখন ছাটি ধৰিছে। আজি বোধকৰোঁ ধুমুহা আহিব। তুমি সদায়ে ধনৰ কথাকে ভাবি থাকা। তুমি ভাবা যে দুখীয়া হোৱাতকৈ বেয়া কথা আৰু একো নাই। কিন্তু মই ভাবোঁ ফটা-ছিটা কাপোৰ পিন্ধি জীৱিকাৰ বাবে ভিক্ষা কৰি ফুৰাও হয়তো হাজাৰ গুণে সহজ, তেনেকৈ..... বাৰু বাদ দিয়া, সেইবোৰ কথা তুমি নুবুজিবা।

(চৰিন আৰু কষ্ট্য সোঁফালেদি সোমাই আহে)

চৰিন : (লাখুটিত ভেজা দি) গাঁৱত থাকি মই অকণো ভাল নাপাওঁ আৰু থাকি বোধকৰোঁ কেতিয়াও ভাল নালাগিব। কালি নিশা দহ বজাত শুবলৈ গৈছিলোঁ আৰু আজি পুৱা ন বজাত সাৰ পাই অনুভৱ কৰিছিলোঁ ইমান শোৱাৰ ফলত মগজু যেন তালুতহে লাগিছেগৈ। (হাঁহে) দুপৰীয়াৰ সাজ খোৱাৰ পাছত পুনৰ শুইছিলোঁ আৰু এতিয়া মোৰ অৱস্থা হৈ পৰিছে সম্পূৰ্ণ শোচনীয়। বুকুত কিহবাই যেন হেঁচিহে ধৰিছে।

কষ্ট্য : এৰা আপুনি নগৰত থকাহে উচিত। (মাশ্বা আৰু মেড্‌ভেডেংকোক দেখি) আৰম্ভ হোৱাৰ আগতে আপোনালোকক মতা হ'ব, সকলোকে মতা হ'ব, কিন্তু এতিয়া ইয়াত থাকিব নালাগে— অনুগ্ৰহকৈ যাওক।

চৰিন : (মাশ্বাক) কুকুৰটো বান্ধি নথ'বলৈ দেউতাৰাক ক'বাগৈ দেই। বান্ধি থ'লে সি বৰকৈ ভুকে। ভনীজনীয়ে কালি নিশাও শুব পৰা নাই।

মাশ্বা : আপুনি নিজেই ক'ব। মই নকওঁ। অনুগ্ৰহকৈ সেই কামফেৰাৰপৰা মোক ৰেহাই দিয়ক। (মেড্‌ভেডেংকোক) আমি যামনে?

মেড্‌ভেডেংকো : (কষ্ট্যক) আৰম্ভ হোৱাৰ আগতে আমাক মাতিবলৈ কাৰোবাক পঠাবা, আমি এতিয়া যাওঁ। (দুয়ো যায়)

চৰিন : তাৰ মানে কুকুৰটোৱে আজিও ওৰেটো নিশা ভুকি থাকিব। অ' মাই কৈছিলো গাঁৱত মই বিচৰা দৰে কেতিয়াও থাকিব পৰা নাই। চাকৰিত থাকোঁতেই মাজে মাজে এমাহৰ ছুটী লৈ বিশ্ৰামৰ বাবে মই গাঁৱলৈ আহিছিলোঁ। কিন্তু পৰিস্থিতি এনে হৈ পৰিছিল যে আহি পোৱাৰ লগে লগেই উভতি যাবলৈ ইচ্ছা গৈছিল। (হাঁহে)

গুচি গ'লেই যেন সকাহ পাম। এতিয়া কামৰপৰা অৱসৰ লোৱাৰ পাছত কি যে কৰিম ভাবি পোৱা নাই। ভাল পাওঁ বা নাপাওঁ ইয়াত নিজকে খাপ খুৱাই ল'বই লাগিব।

(য়াকোভে আঁৰ-কাপোৰৰ পাছফালৰপৰা ওলাই আহি কষ্টাক কয়)

য়াকোভ : আমি গা ধুই আহোঁগৈ।

কষ্ট্য : বাৰু যোৱা, কিন্তু দহ মিনিটৰ ভিতৰতে উভতি আহিবা। (ঘড়ীটো চাই) আমি অলপ পৰৰ পাছতে আৰম্ভ কৰিম।

য়াকোভ : আহিম ছাৰ (প্ৰস্থান)।

কষ্ট্য : (মঞ্চৰ ফালে চাই) এইটো এটা মঞ্চ। মাত্ৰ এখন আঁৰ-কাপোৰ, দুখন উইংচ আৰু এডোখৰ মুকলি ঠাই। কোনো দৃশ্য-সজ্জা নাই। পটভূমিত এটা হ্ৰদ আৰু দূৰত দিগন্ত। আমি চাৰে আঠ বজাত যেতিয়া জোনটো ওলাব তেতিয়া আঁৰ-কাপোৰ দাঙিম।

চৰিন : বঢ়িয়া—

কষ্ট্য : নিনা আহোঁতে পলম কৰিলে অৱশ্যে গোটেই পৰিবেশটো নষ্ট হৈ যাব। তেওঁ ইমান পৰে আহি পাবই লাগিছিল। দেউতাক আৰু মাহীমাকে এনে চোকা দৃষ্টি ৰাখে যে ঘৰৰপৰা ওলাই অহাটো তেওঁৰ পক্ষে প্ৰায় অসম্ভৱেই। যেন বন্দীশালতহে আছে। (চৰিনৰ নেকটাইডাল পোন কৰি দিয়ে।) আপোনাৰ ডাঢ়ি আৰু চুলিৰ যে কি অৱস্থা হৈছে। নাকাটে কিয়?

চৰিন : (ডাঢ়ি ফণিয়াই) এইটোৱেই মোৰ জীৱনৰ ট্ৰেজেডি। মাছে সদায়ে যেনেকৈ পানী খায়, মোক তেনেকৈ মদ খাই উঠা মানুহ যেন লাগে। ডেকা বয়সতো এই একে অৱস্থা। কোনো তিৰোতাই মোৰ ওচৰ চপা নাছিল। (বহে) মোৰ ভনী, তোমাৰ মাৰাৰ মেজাজটোনো ইমান বেয়া হৈছে কিয়?

কষ্ট্য : তেওঁৰ আমনি লাগিছে। (চৰিনৰ দাঁতিতে বহে) তেওঁৰ ঈৰ্ষা হৈছে, মোৰ প্ৰতি—এই অভিনয়ৰ প্ৰতি ; তেওঁৰ অসন্তোষ, কাৰণ এইখনত তেওঁৰ সলনি নিনাই অভিনয় কৰিব। তেওঁ নাটখনৰ বিষয়ে একোকে নাজানে ; অথচ সেইখনক বেয়া পোৱা হৈছে।

চৰিন : (হাঁহি) তুমি এইদৰে এনেয়ে ভাবিছা।

কষ্ট্য : এই সৰু মঞ্চটোত তেওঁৰ পৰিবৰ্তে নিনাই অভিনয় কৰি 'বাহ্বা' পাব, সেই কথা ভাবি তেওঁৰ খং উঠিছে (ঘড়ীটোলৈ চাই) মোৰ মা এগৰাকী মানসিক বিকাৰগ্ৰস্তা তিৰোতা। তেওঁ গুণী, বুধিয়ক, কিতাপ এখন পঢ়ি তাৰ ৰসত আপ্লুত হৈ চকুৰ লোতক টোকাটো তেওঁৰ বাবে অতি সহজ কথা। নেক্ৰচভৰ গোটেই কিতাপ এখন

তেওঁ মুখস্থ মাতিব পাৰে আৰু পাৰে দেৱদূতীৰ দৰে ৰোগীক শুশ্ৰূষা কৰিব, কিন্তু তেওঁৰ সমুখত প্ৰখ্যাত অভিনেত্ৰী ডিউজক প্ৰশংসা কৰি চাওক। নাই নাই, আপুনি মাথোঁ তেওঁকেই প্ৰশংসা কৰিব লাগিব। কেৱল তেওঁৰ বিষয়েই লেখিব লাগিব, 'লা ডেইম অউকচ্ কেমেলিয়াচ্, নাইবা 'দি হেইজ অব্ লাইফ'ত অতি সুন্দৰ অভিনয় কৰা বুলি চিঞৰি চিঞৰি বখানিব লাগিব। আৰু যিহেতু মূৰত ধৰা সেই নিচাবোৰ ইয়াত, গাঁৱত নাই, সেয়ে তেওঁৰ আমনি লাগি গৈছে, অলপতে খং উঠা হৈছে, আৰু আমি সকলোৱেই হৈ পৰিছোঁ তেওঁৰ শত্ৰু, হৈ পৰিছোঁ অপৰাধী। তেওঁৰ কিছুমান অন্ধবিশ্বাসো আছে। তিনিডাল মমক আৰু তেৰ নম্বৰটোক তেওঁ ভয় কৰে। তেওঁ কৃপণ। মই জানো, ওডেছাৰ এটা বেংকত তেওঁৰ সত্তৰ হাজাৰ ৰুবল জমা আছে। কিন্তু অলপ ধন ধাৰে বিচাৰক। তেওঁ কান্দি দিব।

চৰিন : তোমাৰ মাৰাই তোমাৰ নাটকখন ভাল নাপায় বুলি ধৰি লৈছা কাৰণেই তুমি এনেদৰে অস্থিৰ হৈ পৰিছা। শান্ত হোৱা। মাৰাই তোমাক ভাল পায়।

কষ্ট্য : (ফুলৰ পাহি এটা ছিঙি হাতত লয়) তেওঁ মোক ভাল পায়ো, নাপায়ো। (হাঁহে) চাওক, মোৰ মাই মোক ভাল নাপায়। কি কাৰণেই বা ভাল পাব? তেওঁ জীৱনটোক উপভোগ কৰিবলৈ বিচাৰে ; প্ৰেমত পৰিব খোজে, উজ্জ্বল বৰণৰ ফ্ৰীল লগোৱা ব্লাউজ পিন্ধিব খোজে, কিন্তু মোৰ বয়স পঁচিশ বছৰ। ই তেওঁক সকলো সময়তে সোঁৱৰাই দিয়ে যে তেওঁ গাভৰু হৈ থকা নাই। মই ওচৰত নাথাকিলে তেওঁ আনয়াসে ক'ব পাৰে, তেওঁৰ বয়স বত্ৰিছ, ওচৰত থাকিলে ক'বলগীয়া হয় বিয়াল্লিছ বুলি আৰু এই কাৰণেই তেওঁ মোক বেয়া পায়। তেওঁ ইয়াকো জানে যে মই থিয়েটাৰ সম্বন্ধে বিশেষ চিন্তা নকৰোঁ। তেওঁ থিয়েটাৰ ভাল পায়। তেওঁ ভাবে, তেওঁ মানৱতাৰ সেৱা কৰিছে, কলাৰ পৱিত্ৰ উদ্দেশ্য সাধনত ব্ৰতী হৈছে। কিন্তু মই ভাবোঁ, আজিৰ থিয়েটাৰ পুৰণি গতানুগতিক ৰীতিৰ বাহিৰে আন একো নহয়। আঁৰ-কাপোৰ উঠাৰ পাছত এটা তিনিখন দেৱাল থকা কোঠাত এই মহান প্ৰতিভাশালী ব্যক্তিসকলে, পৱিত্ৰ কলাৰ সেৱকসকলে, কৃত্ৰিম পোহৰৰ তলত মানুহক দেখুৱাই আহাৰ খাইছে, মদ খাইছে, প্ৰেম কৰিছে আৰু পিন্ধিছে শেহতীয়া ফেশ্যনৰ সাজ। অতি সাধাৰণ ঘটনা বা খণ্ডবাক্যৰপৰা তেওঁলোকে ঘৰুৱা পৰিৱেশতে অতি সহজে জানিব পৰা নিকৃষ্ট ধৰণৰ নীতি-বচনবোৰ আহৰণ কৰি

দেখুৱায়। একেবোৰ পুৰণি কথাকে বাৰে বাৰে উপস্থাপন কৰা দেখি মোপাঁছাই এ'ফেল্‌[ৱা]ৰৰ অশ্লীলতা সহ্য কৰিব নোৱাৰি দৌৰি আঁতৰি যোৱাৰ দৰে ময়ো যিমান পাৰোঁ সিমান সোনকালে তেওঁৰপৰা আঁতৰি যাওঁ।

চৰিন : থিয়েটাৰ নোহোৱাকৈ আমি থাকিব নোৱাৰোঁ।

কষ্ট্য : আমাক লাগে নতুন আংগিক। নতুন আংগিক পোৱা নগ'লে একেবাৰে একো নোহোৱাকৈ থকাই শ্ৰেয়ঃ। (ঘড়ীটোলৈ চাই) মই মোৰ মাক বৰ ভাল পাওঁ। কিন্তু তেওঁ যে সেই লেখকজনৰ লগত মূৰ্খৰ দৰে ঘূৰি ফুৰে আৰু বাতৰি কাকতৰ যোগে নিজস্ব নামটো যহাই ফুৰে সেইটো মই সহ্য কৰিব নোৱাৰোঁ। মাজে মাজে মই স্বাৰ্থপৰ হৈ পৰোঁ। ময়ো মানুহহে। মোৰ মা এগৰাকী প্ৰখ্যাত অভিনেত্ৰী নহৈ সাধাৰণ তিৰোতা হোৱা হ'লে চাগৈ মই বেছি সুখী হ'লোঁহেঁতেন। চাওকচোন, যেতিয়া মঞ্চৰ প্ৰখ্যাত শিল্পী আৰু সাহিত্যিকসকলক লৈ তেওঁ কোঠাত সোমাই মেল মাৰি থাকে, সেইবোৰৰ মাজত মই হৈ পৰোঁ কোনো চা-চিনাকি নোহোৱা এজনৰ দৰে। অঁ, মোৰ অৱশ্যে এটা পৰিচয় আছে, মই তেওঁৰ সন্তান আৰু সেই কাৰণেই সেইসকলৰ মাজত মোৰ বাবে ঠাই ওলাইছে। ইযাতকৈ বেছি অদ্ভুত পৰিস্থিতি এটা বাৰু কল্পনা কৰিব পাৰিনে? মই কোন? মই কি? অৱস্থাৰ বিপাকত তৃতীয় বাৰ্ষিক শ্ৰেণীত মই কোনো বিশেষ শিক্ষা নোপোৱাকৈযে, বিশ্ববিদ্যালয় এৰিবলগীয়া হৈছিলোঁ। তেতিয়া মোৰ হাতত ফুটা কড়ি এটাও নাছিল। মই কিয়েভত জন্ম গ্ৰহণ কৰা নিম্ন মধ্যবিত্ত পৰিয়ালৰ ল'ৰা। মোৰ দেউতায়ো কিয়েভত এটি নিম্ন মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল, কিন্তু মোৰ দেউতা আছিল এজন প্ৰখ্যাত অভিনেতা। সি যি কি নহওক, মঞ্চৰ এই প্ৰখ্যাত ব্যক্তিসকলে যেতিয়া মাৰ কোঠাত বহি মোলৈ দয়া-পৰৱশ হৈ দৃষ্টি নিক্ষেপ কৰিছিল, মই অনুভৱ কৰিছিলোঁ তেওঁলোকে যেন মোৰ তুচ্ছতাক জুখিহে চাইছে। তেওঁলোকে মোৰ বিষয়ে কি ভাবিছে তাক কল্পনা কৰি মই বৰ অপমানিত বোধ কৰিছিলোঁ।

চৰিন : বাৰু কোৱাচোন, সেই লেখকজন কেনে ধৰণৰ মানুহ? মই তেওঁক বুজিব পৰা নাই। মুখেৰে দেখোন মাত এষাৰিও নিদিয়ে।

কষ্ট্য : তেওঁ বুদ্ধিমান, সৰল আৰু অলপ বিমৰিষ। বৰ ভদ্ৰ। বয়স চল্লিশ বছৰ হোৱাই নাই, কিন্তু ইতিমধ্যে প্ৰখ্যাত হৈ পৰিছে আৰু সকলো ফালেদি ভালেই চলিছে। তেওঁৰ লিখাবোৰৰ বিষয়ে যদি সোধে কি

উত্তৰ দিম ক'ব নোৱাৰোঁ। এৰা, সেইবোৰ বেছ ভাল, উচ্চ মানবিশিষ্ট. কিন্তু টলষ্টয় আৰু জোলা পঢ়াৰ পাছত ত্ৰিগোৰিন পঢ়িবলৈ ভাল নালাগে, মন নাযায়।

চৰিন : তুমিতো জানা, লেখকসকলক মই বৰ ভাল পাওঁ। এটা সময়ত মই দুটা বস্তু গভীৰ অনুৰাগেৰে বিচাৰিছিলোঁ, বিয়া কৰাবলৈ আৰু লেখক হ'বলৈ। কিন্তু মই দুয়োটাৰে এটা কামো কৰিব নোৱাৰিলোঁ। অতি সৰু-সৰা ধৰণৰ লেখক হ'ব পৰাটোও নিশ্চয় বেছ ভাল কথা, নহয়নে বাৰু?

কষ্ট্যা : (কিবা শব্দ শুনে) মই ভৰিৰ খোজৰ শব্দ শুনিছোঁ। (উত্তেজনাত চৰিনক কান্ধত ধৰি জোঁকাৰি দিয়ে) তাই নোহোৱাকৈ মই এক মুহূৰ্তও জীয়াই থাকিব নোৱাৰোঁ। তাইৰ ভৰিৰ খোজতো যেন সংগীতৰ সুৰ। মই বলিয়াৰ দৰে সুখী (নিনাক লগ ধৰিবলৈ খৰকৈ আগবাঢ়ি যায়) মোক বিমুগ্ধ কৰা যাদুকৰী, মোৰ সপোন-কুঁৱৰী।

নিনা : (উত্তেজনাৰে) মোৰ পলম হ'লনেকি বাৰু? নিশ্চয় নাই হোৱা।

কষ্ট্যা : (নিনাৰ হাতত চুমা খাই) নাই নাই।

নিনা : গোটেই দিনটো চিন্তাত কটাইছোঁ। ইমান যে ভয় লাগিছিল। ভয লাগিছিলে, দেউতাই আহিব নিদিব বুলি। কিন্তু তেওঁ মাহীআইৰ লগত ফুৰিবলৈ ওলাই গ'ল। ৰঙা আকাশত জোনটো ওলাইছে মাত্ৰ। মই যিমান খৰকৈ পাৰোঁ ঘোঁৰা চেঁকুৰাই দিলোঁ। (হাঁহি) ইয়ালৈ আহি যে ইমান ভাল লাগিছে। (আবেগেৰে চৰিনৰ হাতখনত ধৰি জোঁকাৰে)।

চৰিন : (হাঁহি) তোমাক দেখি এনেহে লাগিছে যেন তুমি কান্দিছিলা! এতিয়া আৰু কন্দাৰ প্ৰয়োজন নাই।

নিনা : হয় কান্দিছিলোঁ। চাওক, মই উশাহকে সলাব পৰা নাই। আধা ঘন্টাৰ ভিতৰতে মই উভতি যাব লাগিব, সেয়ে খৰ কৰিব লাগে। অনুগ্ৰহকৈ মোক উভতি যোৱাত বাধা নিদিবদেই। মই ইয়ালৈ যে আহিছোঁ, দেউতাই নাজানেই।

কষ্ট্যা : আৰম্ভ কৰিবৰ হৈছে। কোনোবা এজন গৈ আনবোৰক মাতি আনিব লাগিব।

চৰিন : এই এতিয়াই গৈছোঁ (গীত এফাকি গুণগুণায়)। এবাৰ মোক এইদৰে গীত গোৱা শুনি মোৰ সহকৰ্মী চৰকাৰী উকীলজনে কৈছিল, মোৰ মাতত হেনো জোৰ আছে। কিন্তু অলপ চিন্তা কৰি পুনৰ কৈছিল, ই বেছ ভয়লগা ধৰণৰো। (হাঁহি প্ৰস্থান কৰে)।

নিনা : মোক দেউতা আৰু তেওঁৰ ঘৈণীয়েকে ইয়ালৈ আহিবলৈ নিদিয়ে।

তেওঁলোকে কয়, তোমালোক সকলোবোৰ হেনো উচ্ছৃঙ্খল। মই মঞ্চত নামিম বুলি তেওঁলোকে ভয় কৰে। সাগৰ-চিলনীবোৰক কৰাৰ দৰে এই হ্ৰদটোৱে মোকো আকৰ্ষণ কৰে। মই সকলো সময়তে তোমালোকৰ কথাকে ভাবি থাকো। (চাৰিওফালে চায়)

কষ্ট্য : ইযাত আমাৰ বাহিৰে আন কোনো নাই।

নিনা : সেই তাত কোনোবা আছে যেন লাগিছে।

কষ্ট্য : নাই, কোনো নাই (নিনাক চুমা খায়)।

নিনা : এইজোপা কি গছ?

কষ্ট্য : সৰল।

নিনা : ইমান ক'লা কিয়?

কষ্ট্য : এতিয়া সন্ধ্যা হৈছে। সন্ধ্যাৰ আন্ধাৰত সকলো বস্তুকে ক'লা দেখি। তুমি সোনকালে গুচি নাযাবাদেই।

নিনা : মই যদি তোমাৰ তালৈ যাওঁ কেনে হ'ব? মই ওৰেটো নিশা বাগিচাত থিয় হৈ তোমাৰ কোঠাৰ খিৰিকীখনলৈ চাই থাকিম।

কষ্ট্য : নাই নাই, কেতিয়াও তেনে নকৰিবা। নিশাৰ চকিদাৰে তোমাক চিনি পাব। ট্ৰেভৰে এতিয়াও তোমাক চিনি পোৱা নাই। সি ভুকিব।

নিনা : মই তোমাক ভাল পাওঁ। (কাৰোবাৰ খোজৰ শব্দ শুনে) চুপ! কোনোবা আহিছে।

কষ্ট্য : সেয়া কোন? য়াকোভ, তুমিনেকি?

যাকোভ : (মঞ্চৰ পাছফালৰপৰা) হয় ময়েই।

কষ্ট্য : সকলোৱে নিজৰ ঠাইত থাকা। আৰম্ভ কৰিবৰ হৈছে। জোনটো ওলালনে?

য়াকোভ : ওলাল ছাৰ।

কষ্ট্য : তোমাৰ হাতত গন্ধক আছেনে? ৰঙা চকু দুটা উজ্জ্বল হৈ উঠিলে গন্ধকৰ গোন্ধ ওলাব লগিব। (নিনাক) তুমি এতিয়া যোৱা। তাত তোমাৰ কাৰণে সকলো বস্তু যতনাই থোৱা হৈছে। নাৰ্ভাছ হৈছানেকি?

নিনা : ওঁ খুব। তোমাৰ মাৰাৰ কাৰণে ভয় লগা নাই। কিন্তু ইয়াত ত্ৰিগোৰিনো আছে। তেওঁৰ সমুখত অভিনয় কৰিবলৈ মোৰ ভয় আৰু লাজ লাগে....তেওঁ এজন প্ৰখ্যাত লেখক। তেওঁ বাৰু ডেকানে?

কষ্ট্য : ওঁ।

নিনা : কি যে অদ্ভুত সুন্দৰ গল্পবোৰ লেখে।

কষ্ট্য : মই সেইবোৰ পঢ়া নাই।

নিনা : তোমাৰ নাটকত অভিনয় কৰা টান। তাত কোনো প্ৰকৃত জীৱন্ত মানুহ নাই।

কষ্ট্য : প্ৰকৃত জীৱন্ত মানুহ। আমি জীৱনক সপোনত যিদৰে দেখোঁ সেইদৰে দেখুৱাব লাগিব। তাৰ প্ৰকৃত ৰূপত বা সি কেনে হোৱা উচিত সেইদৰে নহয়।

নিনা : তোমাৰ নাটকত একশ্বন ইমান কম। কেৱল এজনেই অকলে বচন মাতি থাকিব লাগে। মই ভাবোঁ নাটকত সদায়ে কিছু প্ৰেমৰ কথাও থকা উচিত। (দুয়ো সাজি থোৱা মঞ্চটোৰ পাছফালে যায়। পলিনা আৰু ডৰ্ণৰ প্ৰৱেশ)।

পলিনা : বতৰটো সেমেকা হৈছে। পিন্ধি থকা জোতাযোৰৰ ওপৰত গাম বুটযোৰ পিন্ধি অহাগৈ যোৱা।

ডৰ্ণ : মোৰ দেখোন বৰ গৰমহে লাগিছে।

পলিনা : তুমি ভালদৰে নিজৰ যত্ন নোলোৱা। ই আঁকোৰ-গোঁজালিৰ বাহিৰে আন একো নহয। তুমি নিজে এজন ডাক্তৰ। ভালদৰে জানা যে সেমেকা বতাহ তোমাৰ কাৰণে বেয়া, কিন্তু তোমাৰ কাম হৈছে, মোক উচপিচনিৰ মাজত ৰখা। কালি গোটেই সন্ধ্যাটো তুমি মুকলি বাৰাণ্ডাতে কটাই দিছা ইচ্ছা কৰিয়েই।

ডৰ্ণ : (গীত গায়) নক'বা নক'বা যৌৱন তোমাৰ মৰহি গ'ল....

পলিনা : আইৰিনা আৰ্কাডিনাৰ সৈতে কথা পাতি তুমি ইমান অভিভূত হৈ পৰিছিলা যে জাৰ লগাৰ কথা লক্ষ্যই কৰা নাছিলা। তেওঁ তোমাক বাৰুকৈয়ে আকৃষ্ট কৰিছে, হয় নে নহয়, স্বীকাৰ কৰা।

ডৰ্ণ : মোৰ বয়স পঁচপন্ন বছৰ।

পলিনা : হ'লেই বা। সেই বয়সত মতা মানুহ বুঢ়া নহয়। তুমি যে এতিয়াও গজলীয়া ডেকা হৈয়ে আছা। তিৰোতাবোৰ এতিয়াও তোমাৰ ৰূপত পিছলে।

ডৰ্ণ : কৈ যোৱা, তাৰ পাছত—

পলিনা : সেই অভিনেত্ৰীগৰাকীয়ে গচকি যোৱা মাটিডোখৰ তোমালোক সকলোৱে চুমা খাব খোজা—তোমালোক সকলোৱে।

ডৰ্ণ : (গীত গায়) "আকৌ এবাৰ থিয় হ'লোঁ তোমাৰ সমুখত।" অভিনেতা-অভিনেত্ৰীক প্ৰশংসা কৰা আৰু তেওঁলোকক সাধাৰণ ব্যৱসায়ীতকৈ বেলেগ চকুৰে চোৱাটো মানুহৰ স্বভাৱেই। ই আদৰ্শবাদ।

পলিনা : তিৰোতা যে সদায়ে তোমাৰ প্ৰেমত পৰিছিল আৰু পাছে পাছে ঘুৰিছিল সিও আদৰ্শবাদনে?

ডৰ্ণ : (কান্ধ জোঁকাৰি) সেইটোনো কি কথা? তেওঁলোকে মোৰ প্ৰতি দেখুওৱা আগ্ৰহত বহুতো ভাল কথা আছিল। মই এজন ভাল ডাক্তৰ আছিলোঁ কাৰণে তেওঁলোকে মোক ভাল পাইছিল। মনত আছেনে দহ-পোন্ধৰ বছৰৰ আগতে গোটেই অঞ্চলটোতে ময়েই মহিলাৰ ৰোগৰ একমাত্ৰ বিশেষজ্ঞ আছিলোঁ। তাতকৈ ডাঙৰ কথা হ'ল মই আছিলোঁ এজন ন্যায়পৰায়ণ মানুহ।

পলিনা : (ডৰ্ণৰ হাতখন ধৰি) মোৰ অতিকৈ প্ৰিয়—

ডৰ্ণ : চুপ! তেওঁলোক আহিছে (চৰিনৰ বাহুৰ মাজত নিজৰ হাতখন সুমুৱাই আইৰিনা, আৰ্কাডিনা সোমাই আহে। লগত আহে ত্ৰিগোৰিন, ছাম্ৰায়েফ্, মেড্‌ভেডেংকো আৰু মাশ্বা।)

ছাম্ৰায়েফ্ : ১৮৭৩ চনত পলতভা মেলাত তেওঁ বৰ ভাল অভিনয় কৰিছিল। মই ধেমেলীয়া অভিনেতা চেদিনৰ কথা কৈছোঁ। তোমালোকে কোনোবাই তেওঁৰ কথা জানানে—পেভেল চেদিনৰ কথা— উহ্ কি যে অদ্ভুত অভিনয়! তেওঁ ৰচ্‌প্লুযেভৰ ভাওটোত অতি উৎকৃষ্ট অভিনয় কৰিছিল বুলি মই শপত খাই ক'ব পাৰোঁ। তেওঁ বাৰু এতিয়া ক'ত?

আৰ্কাডিনা : তুমি মোক সেই পুৰণিকলীয়া মানুহবোৰৰ কথা কিয় সুধি আছা? তেওঁলোকৰ বিষয়ে মই জানিম কেনেকৈ (বহে)।

ছাম্ৰায়েফ্ : (হুমুনিযাহ কাঢ়ি) বুঢ়া পেভেল চেদিন। তেতিয়াৰ দৰে অভিনেতাবোৰ আজিকালি নাই। থিয়েটাৰ আৰু আগৰ দৰে হৈ থকা নাই। সেই সময়ত আছিল বঢ়িয়া একোজোপা ওক গছ। আজিকালি দেখিব কাটি থোৱা গছৰ মুঢ়া কিছুমান।

ডৰ্ণ : এইটো যদিও সঁচা যে আজিকালি মঞ্চত প্ৰতিভাশালী অভিনেতা প্ৰায়ে দেখা নাযায় তথাপি স্বীকাৰ কৰিব লাগিব যে সৰ্বসাধাৰণ অভিনেতাই আগতকৈ বহুতো ওখ স্তৰ পাইছেগৈ।

ছাম্ৰায়েফ্ : মই এই কথা মানি ল'ব নোৱাৰোঁ। অৱশ্যে এইটো ব্যক্তিগত ৰুচি-অভিৰুচিৰ কথা।

(সাজি থোৱা মঞ্চৰ পাছফালৰ পৰা কষ্ট্যা ওলাই আহে)

আৰ্কাডিনা : (নিজৰ ল'ৰা কষ্ট্যক সোধে) কেতিয়া আৰম্ভ হ'ব বাছা?

কষ্ট্যা : এক মিনিটৰ ভিতৰতে। অলপ ধৈৰ্য ধৰিবলৈ চেষ্টা কৰাচোন।

আৰ্কাডিনা : (হেমলেট নাটৰ পৰা আবৃত্তি কৰে) হে'ৰা হেমলেট, নক'বা একোকে আৰু। চকুযুৰি তুমি মোৰ ঘূৰালা আত্মাৰ পিনে ; আৰু দেখা পাওঁ ক'লা-ক'লা অমসৃণ দাগ, কোনোকালে সিবোৰৰ নমচিব সাঁচ।

কষ্ট্যা : (হেমলেটৰপৰা) আৰু মোৰ মুচৰি চাবলৈ দিয়া তোমাৰ কলিজা, চাওঁ মই কিমান কোমল সেয়া! (মঞ্চৰ পাছফালে এটা শিঙা বাজে)

ভদ্ৰমহিলা আৰু ডাঙৰীয়াসকল, নাটখন আৰম্ভ হ'বৰ হৈছে। আপোনাসকলৰ দৃষ্টি এইফালে নিবদ্ধ কৰক। মই এতিয়া আৰম্ভ কৰিম। (এডাল লাখুটিৰে টক্-টক্ শব্দ কৰে আৰু ডাঙৰকৈ আবৃত্তি কৰে) নিশা হ্ৰদটোৰ ওপৰত ঘূৰি ফুৰা, হে অতীতৰ সন্মানিত ছাঁবোৰ আমাৰ চকুলৈ টোপনি আনি দিয়া, আমালৈ এনেবোৰ সপোন পঠিয়াই দিয়া যাতে আমি দুহেজাৰ বছৰৰ পাছত কি ঘটিব দেখা পাওঁ।

চৰিন : আজিৰপৰা দুহেজাৰ বছৰ পাছত একো নাথাকিব।

কষ্ট্য : তেন্তে তেওঁলোকে আমাক একো নথকাটোকে দেখুৱাওক।

আৰ্কাডিনা : হয় তাকেই দেখুৱাওক, আমি যেনিবা ঠিকমতেই শুই পৰিছোঁ। (আঁৰ-কাপোৰ উঠে, হ্ৰদৰ দৃশ্য দেখা যায়। দিগন্তত জোনটোৰ প্ৰতিবিম্ব পানীত পৰিছে। সম্পূৰ্ণ বগা সাজ পিন্ধি নিনা এটা ডাঙৰ শিলৰ ওপৰত বহি আছে।)

নিনা : মানুহ, সিংহ, উট, দঁৰিক চৰাই, শিঙাল পহু, হাঁহ, মকৰা পানীৰ গভীৰত থকা নিমাতী মাছ, তৰা মাছ আৰু চকুৰে দেখা নোপোৱা সকলো জীয়াই থকা জন্তুবোৰে সিহঁতৰ দুখ লগা জীৱন-বৃত্ত সম্পূৰ্ণ কৰি নিঃশেষ হৈ গৈছে। বহু হাজাৰ বছৰ পৃথিৱীত কোনো প্ৰাণীৰে জন্ম হোৱা নাই আৰু বেচেৰা এই জোনটোৱে অনাহকতে তাৰ চাকিটো জ্বলাই ৰাখিছে। ঘাঁহবোৰত সাৰেং চৰায়ে চিঞৰি সাৰ নাপায়, নেমুৰ বাগিচাত জিলিবিলাকৰ মাত শুনা নাযায়, চৌদিশ চেঁচা, চেঁচা, চেঁচা—উদং, উদং, উদং—ভয় লগা, ভয় লগা, ভয় লগা (অলপ ৰৈ) জীৱৰ দেহবোৰ ধূলি হৈ গৈছে। চিৰন্তন পদাৰ্থই সিহঁতক শিলত, পানীত আৰু ডাৱৰত পৰিণত কৰিছে আৰু সিহঁতৰ আত্মাবোৰে একেটাতে বিলীন হৈ গৈছে আৰু মই? ময়েই সমগ্ৰ বিশ্বৰ আত্মা। মোৰ মাজতে শুই আছে মহান আলেকজেণ্ডাৰ, চীজাৰ, শ্বেক্সপীয়েৰ, নেপলিয়ন আৰু আটাইতকৈ নীচ জোকৰ আত্মা। মোৰ মাজত মানুহৰ মন, জন্তুৰ স্বাভাৱিক প্ৰবৃত্তিৰ সৈতে মিলি গৈছে। মই সকলোকে সুঁৱৰিছোঁ, সকলোকে, সকলোকে, সকলোকে আৰু প্ৰত্যেকটো জীৱই মোৰ মাজত নতুন জীৱন পাইছে। (ধনগুলৈ ওলায়)।

আৰ্কাডিনা (ফুচফুচাই) এয়া দেখিছোঁ ক্ষয়িষ্ণু কালৰ নাটকৰ লেখীয়া।

কষ্ট্য (অনুযোগৰ সুৰত) মা!

নিনা মই অকলে আছোঁ। এশ বছৰত এবাৰ মই মোৰ মুখখন কথা ক'বলৈ মেলোঁ আৰু মোৰ মাতটোৱে মাথোন শূন্যত প্ৰতিধ্বনি তোলে,

কোনেও নুশুনে; তোমালোকেও, হেৰা শেঁতা পোহৰ, তোমালোকেও নুশুনা। সোঁতবিহীন পিতনিত, পুৱতি পোহৰ হোৱাৰ আগতে জন্ম লৈ তোমালোকে উদ্দেশ্য-বিহীনভাৱে দোক-মোকালিলৈকে ঘূৰি ফুৰা, চিন্তাহীন, ইচ্ছাহীন, জীৱনৰ স্পন্দনহীনভাৱে। তোমালোকৰ মাজত জীৱনৰ পুনৰ স্ফুৰণ হ'ব পাৰে বুলি ভয় খাই চিৰন্তন পদাৰ্থৰ পিতা চয়তানে অণু-পৰমাণুত প্ৰতি মুহূৰ্ততে এনে পৰিৱৰ্তন ঘটায় যে শিলৰ দৰে, তোমালোক নিত্য পৰিৱৰ্তনশীল হৈ থাকা। এই বিশ্বত একমাত্ৰ প্ৰাণ সত্তাটোৰহে পৰিবৰ্তন নাই। (খন্তেক ৰৈ) এটা গভীৰ আৰু শূন্য কূপত নিক্ষেপ কৰা বন্দীৰ দৰে নাজানো মই ক'ত আছোঁ বা মোৰ ভাগ্যত কি আছে। মই মাথোঁ ইয়াকে জানো যে চিৰন্তন পদাৰ্থৰ প্ৰধান প্ৰতিভূ চয়তানৰ সৈতে এখন ভযাবহ যুঁজত মই বিজয়ী হ'ম আৰু তাৰ পাছত পদাৰ্থ আৰু প্ৰাণ সম্পূৰ্ণভাৱে মিলিত হৈ সৃষ্টি কৰিব জাগতিক স্বাধীনতাৰ এখন ৰাজ্য। কিন্তু এনে হোৱাটো • সম্ভৱ হৈ উঠিব তেতিয়াহে যেতিয়া জোন, আকাশৰ উজ্জ্বলতম লুব্ধক নক্ষত্ৰ আৰু পৃথিৱীকন লক্ষ লক্ষ বছৰ পাৰ হৈ গৈ লাহে লাহে ধূলিত পৰিণত হ'ব। আৰু তেতিয়ালৈকে ত্ৰাস, ত্ৰাস্, ত্ৰাস্... (খন্তেক ৰয়। দুটা ৰঙা চকু হ্ৰদটোৰ পাৰ্বতিত দেখা যায়)। সৌৱা মোৰ পৰাক্ৰমী শত্ৰু চয়তান আগবাঢ়ি আহিছে, মই তাৰ ভয় লগা ৰঙা চকু দুটা দেখা পাইছোঁ।

আৰ্কাডিনা : গন্ধকৰ গোন্ধ পাইছোঁ, নহয়নে?

কষ্ট্য : ওঁ।

আৰ্কাডিনা : (হাঁহি) তোমাৰ কাৰণে সুন্দৰ পৰিৱেশ সৃষ্টি হৈছে।

কষ্ট্য : মা।

নিনা : মানুহৰ অভাৱত তাৰ আমনি লাগিছে।

পলিনা : (ডৰ্ণক) তোমাৰ টুপিটো দেখোন সোলোকাই পেলালা? পিন্ধি লোৱা, নহ'লে ক'ৰবাত পানী লাগিব পাৰে।

আৰ্কাডিনা : ডাক্তৰে পদাৰ্থৰ চিৰন্তন পিতা চয়তানক সন্মান জনাবলৈকে টুপিটো মূৰৰপৰা সোলোকাইছে (হাঁহে)।

কষ্ট্য : (খঙত, ডাঙৰকৈ নাটক শেষ হ'ল। আঁৰ-কাপোৰ পেলাই দিয়া।

আৰ্কাডিনা : তোমাৰ কিয় খং উঠিছে?

কষ্ট্য : বন্ধ কৰা। আঁৰ-কাপোৰ পেলোৱা। (ভৰিৰে মাটিত গুৰিয়াই) আঁৰ-কাপোৰ। (আঁৰ-কাপোৰ পৰে) মই দুঃখিত। মই পাহৰি গৈছিলো যে বিশেষ কেইজনমানৰহে নাটক লেখাৰ আৰু মঞ্চত অভিনয় কৰাৰ অধিকাৰ আছে। মই সেই একচেটীয়া বেপাৰত হস্তক্ষেপ কৰিছোঁ।

মই (আৰু কিবা ক'ব খুজিছিল, কিন্তু অসহায়ৰ দৰে হাত জোঁকাৰি বাঁওফালেৰে প্ৰস্থান কৰে।)

আৰ্কাডিনা ঃ তাৰ হ'ল কি?

চৰিন ঃ মৰমৰ আইৰিনা, তুমি কষ্ট্যৰ অহংকাৰত এইদৰে আঘাত কৰিব নালাগিছিল।

আৰ্কাডিনা ঃ মইনো তাক কি কৈছিলো?

চৰিন ঃ তুমি তাৰ মনত আঘাত দিছা।

আৰ্কাডিনা ঃ সি দেখোন নিজেই কৈছিল ধেমালি কৰা বুলি। সেয়ে নাটখনক মই ধেমালি বুলি ধৰি লৈছিলোঁ।

চৰিন ঃ যিহকে নহওক, যদিও....

আৰ্কাডিনা ঃ এতিয়া দেখা গৈছে সি এখন ডাঙৰ পুথি ৰচনা কৰিছে। কথাটো কেনে লাগিল বাৰু? সেয়ে সি নাটখন মেলি গন্ধক ছটিয়াই আমাক শ্ৰদ্ধা জনাইছে, ধেমালি কৰা নাই। সি আমাক দেখুৱাব খুজিছিল কি ধৰণে লেখিব লাগে আৰু অভিনয় কৰিব লাগে। মোক এইদৰে সকলো সময়তে ঠাট্টা-বিদ্ৰূপ কৰি থকাটো কিন্তু বৰ আমনি লগা হৈ পৰিছে। মানুহক খং তোলাবলৈ ইমানেই যথেষ্ট। সি এটা স্বেচ্ছাচাৰী আৰু অহংকাৰী ল'ৰা।

চৰিন ঃ সি তোমাক সন্তুষ্ট কৰিবহে খুজিছিল।

আৰ্কাডিনা ঃ হয়নেকি? তেন্তে সিনো কিয় এটা পুৰণিকলীয়া বাজে কথাবোৰ শুনিবলৈ নিদি এখন সাধাৰণ নাটককে বাছি নল'লে। ধেমালিৰ ছলত বাজে কথাও শুনিবলৈ মই ৰাজী, কিন্তু নতুন আংগিক প্ৰৱৰ্তনৰ নামত, কলাৰ ক্ষেত্ৰত নতুন যুগৰ সৃষ্টি কৰাৰ নামত এইবোৰ কচহু কথা? যদি মোক সোধা মই ক'ম ইযাত বেয়া মেজাজৰ কথাহে উঠিছে, নতুন কলা-আংগিকৰ নহয়।

ত্ৰিগোৰিন ঃ প্ৰত্যেকেই যি বিচাৰে আৰু যি পাৰে তাকে লেখে।

আৰ্কাডিনা ঃ সি যি ইচ্ছা কৰে আৰু আৰু যি পাৰে লেখি থাকক, মোক আমনি নকৰিলেই হ'ল।

ডৰ্ণ ঃ জুপিটাৰ, তোমাৰ খং উঠিছে।

আৰ্কাডিনা ঃ মই জুপিটাৰ নহওঁ। মই এগৰাকী নাৰী (এটা চিগাৰেট জ্বলায়) আৰু মোৰ খঙো উঠা নাই। এটা ডেকা ল'ৰাই এনে আমনি লগা ধৰণে সময় কটোৱাৰ বাবে মই বেয়া পাইছোঁ। মই তাৰ মনত আঘাত দিব খোজা নাছিলো।

মেড্‌ভেডেংকো ঃ প্ৰাণ আৰু পদাৰ্থক পৃথককৈ চোৱাৰ কোনো যুক্তি নাই, কাৰণ প্ৰাণ অণু-পৰামাণুৰে সমষ্টি হ'ব পাৰে। (উত্তেজিত হৈ ত্ৰিগোৰিনক)

কোনোবাই স্কুল-মাষ্টৰৰ জীৱন লৈ নাটক এখন লেখিব লাগে। মই জানো স্কুল-মাষ্টৰৰ জীৱন কি কঠিন জীৱন।

আৰ্কাডিনা : ঠিকেই কৈছা। কিন্তু নাটক আৰু অণু-পৰমাণুৰ বিষয়ে আমি যেন আৰু কথা নাপাতোঁ। আজিৰ সন্ধ্যাটো কেনে স্বৰ্গীয়। (গীতৰ সুৰ শুনা যায়) সকলোৱে শুনা। গীত গোৱা শুনিছানে? কেনে মধুৰ।

পলিনা : গীতৰ সুৰ হ্ৰদটোৰ সিটো পাৰৰপৰা ভাহি আহিছে। (ক্ষন্তেক ৰয়)।

আৰ্কাডিনা : (ত্ৰিগোৰিনক) মোৰ ওচৰতে বহা। দহ-পোন্ধৰ বছৰমানৰ আগতে এই হ্ৰদটোৰ দাঁতিত প্ৰায় প্ৰত্যেক নিশা গীত গোৱা হৈছিল। ইয়াৰ পাৰত ছখন জমিদাৰী আছে। হাঁহি-খিকিন্দালি, গণ্ডগোল, গুলীয়া-গুলীৰ শব্দ আৰু সেই প্ৰেম-কাহিনীবোৰৰ প্ৰধান আকৰ্ষণ আছিল, মই চিনাকি কৰি দিওঁ (ডৰ্ণৰ ফালে মূৰ দুপিয়ায়) ডাক্তৰ যেভ্‌জেনি ডৰ্ণ। চেহেৰা এতিযাও যথেষ্ট মোহনীয়, কিন্তু সেই সময়ত আছিল একেবাৰে দুৰ্নিবাৰ। উহ্ মোৰ বিবেকে মোক দংশিব লাগিছে। মইনো কিয় মোৰ বাছাকণৰ মনত আঘাত দিলোঁ। মই বৰ চিন্তিত হৈ পৰিছোঁ। (ডাঙৰকৈ) কষ্ট্য, কষ্ট্য, মোৰ জীউকণ অ'—

মাশ্বা : মই তেওঁক বিচাৰি যাওঁ।

আৰ্কাডিনা : এৰা সাদৰীকণ, যোৱা—

মাশ্বা : কষ্ট্য, কষ্ট্য—(মাতি মাতি বাওঁফালে প্ৰস্থান কৰে। সাজি থোৱা মঞ্চটোৰ পাছফালৰপৰা নিনা ওলাই আহে।)

নিনা : দেখা গৈছে আমি আৰু অভিনয় নকৰোঁ, সেয়ে ওলাই আহিলোঁ— শুভ সন্ধ্যা। (পলিনা আৰু আৰ্কাডিনাক চুমা খায়।)

চৰিন : বঢ়িয়া হৈছিল।

আৰ্কাডিনা : বঢ়িয়া, বঢ়িয়া। তুমি বৰ ভাল অভিনয় কৰিছা। তোমাৰ এই ধুনীয়া চেহেৰা আৰু স্বৰ্গীয় মাতটো লৈ তুমি গাঁৱত সোমাই থকাটো পাপ। তোমাৰ নিশ্চয় প্ৰতিভা আছে। তুমি মঞ্চত অভিনয় কৰা উচিত।

নিনা : সেইটো মোৰ সপোন। (হুমুনিয়াহ কাঢ়ি) কিন্তু সেই সপোন কেতিয়াও দিঠকত পৰিণত নহয়।

আৰ্কাডিনা : সেই কথাটো জানে? আহা, এতিয়া বৰিছ ত্ৰিগোৰিনতক তোমাৰ লগত চিনাকি কৰি দিওঁ।

নিনা : (ত্ৰিগোৰিনক) মোৰ যে ইমান ভাল লাগিছে। জানে মই সদায়ে আপোনাৰ কিতাপ পঢ়োঁ।

আৰ্কাডিনা : (নিনাক তেওঁলোকৰ কাষত বহুৱাই) লাজ নকৰিবা। এওঁ এজন প্ৰখ্যাত লোক। কিন্তু মনটো বৰ সৰল। চোৱা তেওঁ নিজেও কেনে বিব্ৰত হৈ পৰিছে।

ডৰ্ণ : আমি বোধকৰোঁ আঁৰ-কাপোৰখন দাঙি দিব পাৰোঁ। সেইখন পৰি থাকিলে আচহুৱা যেন লাগে।

ছাম্ৰায়েফ্ : (ডাঙৰকৈ) য়াকোভ আঁৰ-কাপোৰখন দাঙি দিয়া। (আঁৰ-কাপোৰ ওপৰলৈ উঠি যায়)।

নিনা : (ত্ৰিগোৰিনক) নাটকখন আচৰিত ধৰণৰ নহয়নে?

ত্ৰিগোৰিন : মই এটা শব্দও বুজা নাই, তথাপি চাই বৰ ভাল লাগিছিল। তুমি বৰ নিষ্ঠাৰে অভিনয় কৰিছিলা। দৃশ্যটোও মনোৰম হৈছিল। (অলপ ৰৈ) এই হ্ৰদটোত বহুতো মাছ আছে চাগৈ?

নিনা : হয় আছে।

ত্ৰিগোৰিন : মাছ ধৰি মই বৰ ভাল পাওঁ। সন্ধ্যা পানীৰ দাঁতিত বহি নাও এখন বাই যোৱা চাই থাকিবলৈ মই আটাইতকৈ ভাল পাওঁ।

নিনা : মই ভাবিছিলোঁ সৃজনশীল কাম কৰাৰ অভিজ্ঞতা থকা মানুহৰ তেনে কাম কৰাতকৈ আন একোকে ভাল নালাগে।

আৰ্কাডিনা : (হাঁহি) তেনেকৈ নক'বা। প্ৰশংসা কৰিলে তেওঁ বৰ অস্বস্তি পায়।

ছাম্ৰায়েফ্ : প্ৰখ্যাত শিল্পী চিলভাই এনিশা মস্কোৰ বলস্বইত গুৰুগম্ভীৰ মন্দ্ৰ স্বৰত গোৱা গীত এটাৰ কথা আজিও মনত পৰে। ঘটনাচক্ৰত আমাৰ গাঁৱৰ গিৰ্জাৰ গায়কজনো গেলেৰীত বহি আছিল। তাৰপৰাই তেওঁ 'বাঃ বাঃ। চিলভা' বুলি চিঞৰি গোটেইখিনি সেইদৰেই মন্দ্ৰ স্বৰত গাই দিয়া শুনি আমি তবধ মানিছিলোঁ। দৰ্শক মণ্ডলীও নিৰ্বাক-নিস্পন্দ হৈ পৰিছিল। (খন্তেক ৰয়। খন্তেক নীৰৱতা)

ডৰ্ণ : নীৰৱতাখিনিলৈ কাণ দিয়াচোন।

নিনা : মোৰ যাবৰ হৈছে, বিদায়।

আৰ্কাডিনা : ক'লৈ? ইমান সোনকালে আমি তোমাক যাবলৈ নিদিওঁ।

নিনা : দেউতাই মোৰ বাবে বাট চাই থাকিব!

আৰ্কাডিনা : কি যে মানুহ তেওঁ! (উভয়ে উভযক সাবটি ধৰে) তেন্তেতো আৰু উপায় নাই! কিন্তু তোমাক ইমান সোনকালে যাব দিবলৈ বেয়া লাগিছে।

নিনা : যদি জানিলেহেঁতেন যোৱাটোও মোৰ বাবে কিমান কষ্টকৰ।

আৰ্কাডিনা : কোনোবাই তোমাক থৈ আহকগৈ।

নিনা : (ভয় খাই) নালাগে নালাগে—

চৰিন : অলপ পৰ থাকাচোন।

নিনা : ক্ষমা কৰিব, মই নোৱাৰোঁ।

চৰিন : মাত্ৰ এঘন্টা থাকি যোৱা।

নিনা : (অলপ চিন্তা কৰি, চকুলো টুকি) থকা উচিত নহ'ব।

(চৰিনৰ সৈতে কৰমৰ্দন কৰি টপৰাই ওলাই যায়।)

আৰ্কাডিনা ঃ বেচেৰী বৰ দুৰ্ভগীয়া। তাইৰ মাকে হেনো শেষ কড়ি টোলৈকে বিৰাট সম্পত্তি গিৰিয়েকক দি গৈছিল আৰু এতিয়া গিৰিয়েকে সকলো সম্পত্তি দ্বিতীয় পত্নীৰ নামত উইল কৰি দিছে, তাইৰ কাৰণে একোকে নাই। সঁচাকৈয়ে বৰ লাজ লগা কথা।

ডৰ্ণ ঃ তাইৰ দেউতাক এক নম্বৰ দগাবাজ।

চৰিন ঃ (হাত মোহাৰি) ভিতৰলৈ যাওঁ, ইয়াত বৰ ঠাণ্ডা লাগিছে। ভৰি দুখন বিষাইছে।

আৰ্কাডিনা ঃ এৰা, কাঠৰ লাখুটিৰ দৰে হৈছে। খোজ কাঢ়িবকে নোৱাৰিম চাগে। ঠিক আছে আহা—দেহি ঐ বেচেৰা বুঢ়া মানুহ (চৰিনে বাহুত ধৰে।)

চৰিন ঃ কুকুৰটোৱে আকৌ ভুকিছে। (ছাম্রায়েফ্‌কে) তেওঁলোকক ক'বা কুকুৰটো মুকলি কৰি দিবলৈ।

ছাম্রায়েফ্ ঃ কেনেকৈ ক'ম। ভঁৰালত চোৰ সোমাব। মোৰ ভয় লাগে। তাত শস্য আছে। (মেড্‌ভেডেংকোক) বাঃ! বাঃ! চিলভা, গোটেইখিনি গুৰু-গম্ভীৰ মন্দ্ৰ স্বৰত...আৰু তেওঁ আছিল গিৰ্জাৰ এজন সাধাৰণ গায়ক, প্ৰখ্যাত নহয়।

মেড্‌ভেডেংকো ঃ গিৰ্জাৰ গাযকেনো কিমান অৰ্জন কৰে? (ডৰ্ণৰ বাহিৰে সকলোৰে প্ৰস্থান।)

ডৰ্ণ ঃ (অকলে) মই হয়তো মূৰ্খ নাইবা বলিয়া। কিন্তু নাটকখন মোৰ ভাল লাগিছিল। তাত কিবা এটা আছে। যেতিয়া সেই ছোৱালীজনীয়ে নিঃসংগতাৰ কথা কৈছিল আৰু চয়তানটো ওলাইছিল মোৰ হাত দুখন গভীৰ আবেগত কঁপিছিল। ভাবটো যেন গভীৰ আৰু অকৃত্ৰিম। অ' সৌৱা কষ্ট্য এই ফালেই আহিছে। মই নাটখন ভাল হোৱা বুলি ক'ম।

কষ্ট্য ঃ ইযাত দেখোন কোনো নাই।

ডৰ্ণ ঃ মই আছোঁ।

কষ্ট্য ঃ বেচেৰী মাশ্বাই মোক বিচাৰি বাগিচা চলাথ কৰিছে।

ডৰ্ণ ঃ তোমাৰ নাটখন মোৰ বৰ ভাল লাগিছে। বেছ নতুন ধৰণৰ। যদিও শেষলৈকে নেদেখিলোঁ, ই মোক মুগ্ধ কৰিছে। তোমাৰ প্ৰতিভা আছে। তুমি লেখি থাকিবই লাগিব। (কষ্ট্যই আগ্ৰহেৰে তেওঁৰ কৰমৰ্দন কৰি গভীৰ উত্তেজনাত সাবটি ধৰে।) আচৰিত! ইমান উত্তেজিত হৈছা কিয়? তোমাৰ চকুত দেখোন চকুপানী। মই ক'ব খুজিছোঁ যে তোমাৰ নাটখন ভাবপ্ৰধান। ঠিকেই কৰিছা। কাৰণ সকলো কলাকৰ্মই এটা তাৎপৰ্যপূৰ্ণ ভাবক প্ৰকাশ কৰিব লাগে। মাত্ৰ

গহীন বস্তুবোৰেইহে সুন্দৰ হয়। তুমি ইমান শেঁতা পৰিছা কিয়?

কষ্ট্য : তেন্তে আপুনি ভাবে মই লেখি থকা উচিত।

ডৰ্ণ : নিশ্চয়। কিন্তু তুমি মাথোঁ তাৎপৰ্যপূৰ্ণ আৰু চিৰন্তন বস্তুবোৰহে ৰূপ দিব লাগিব। মই বুঢ়া হ'লোঁহি কিন্তু সদায়ে ভাল-বেয়া বিচাৰ কৰি চলিছো। মই সম্পূৰ্ণভাৱে তৃপ্ত। শিল্পীৰ উপলব্ধিৰ উল্লাস উপভোগ কৰিব খুজিলে দৈহিক আৰু জাগতিক বন্ধনৰপৰা মুক্ত হৈ এই পৃথিৱীৰপৰা ওপৰলৈ আৰু ওপৰলৈ উঠি যাব লাগিব।

কষ্ট্য : ক্ষমা কৰিব, নিনা ক'ত?

ডৰ্ণ : আৰু ইয়াকো মনত ৰাখিবা, প্ৰত্যেক শিল্পকৰ্মৰে এটা নিকা আৰু নিৰ্দিষ্ট ভাব থাকিব লাগিব। কিয় লেখিছা তুমি জানিব লাগিব। যদি সেই ধুনীয়া বাটেৰে এটা নিৰ্দিষ্ট উদ্দেশ্য নোহোৱাকৈ আগবাঢ়ি যোৱা, তেন্তে নিজকে হেৰুৱাই পেলাবা আৰু তোমাৰ প্ৰতিভাই তোমাৰ ধ্বংসহে মাতি আনিব।

কষ্ট্য : (অধৈৰ্য হৈ) নিনা ক'ত?

ডৰ্ণ : নিনা ঘৰলৈ গৈছে।

কষ্ট্য : (হতাশ হৈ) মই এতিয়া কি কৰিম? মই তেওঁক লগ পাব খোজোঁ। মই তেওঁক লগ পাবই লাগিব। মই তেওঁৰ পাছে পাছে যাম— (মাশ্বা সোমাই আহে।)

ডৰ্ণ : শান্ত হোৱা বন্ধু।

কষ্ট্য : মই যাম, যাবই লাগিব।

মাশ্বা : ঘৰৰ ভিতৰলৈ যোৱা কষ্ট্য। তোমাৰ মাৰাই তোমালৈ বাট চাই আছে। তেওঁ চিন্তিত হৈ পৰিছে।

কষ্ট্য : তেওঁক মই গ'লোঁগৈ বুলি ক'বা। মই অনুৰোধ কৰিছোঁ। মোক অকলে থাকিবলৈ দিয়া। মোৰ পাছে পাছে নাহিবা।

ডৰ্ণ : তেনেকৈ নক'বা। তুমি তেনে কৰিব নোৱাৰা সোণ।

কষ্ট্য : (কান্দি) বিদায় ডাক্তৰ। ধন্যবাদ। (প্ৰস্থান)

ডৰ্ণ : (হুমুনিয়াহ কাঢ়ি) যৌৱন! যৌৱন!!

মাশ্বা : আন ভাল কথা বিচাৰি নাপালে মানুহে তাকেই কয়। (নাচগুৰি নাকেৰে উজায়)

ডৰ্ণ : (নাচগুৰিৰ টেমাটো মাশ্বাৰ হাতৰপৰা লৈ পানীত পেলাই দিয়ে।) জঘন্য বস্তু। কোনোবাই পিয়ানো বজাইছে। আমাৰ ভিতৰলৈ যোৱাই ভাল হ'ব।

মাশ্বা : অলপ ৰ'বাচোন।

ডৰ্ণ : কিয়?

মাশ্বা ঃ মই আপোনাক কথা এষাৰ ক'ব খুজিছোঁ।

ডৰ্ণ ঃ কি?

মাশ্বা ঃ মই মোৰ দেউতাক ভাল-নাপাওঁ। কিন্তু আপোনাৰ প্ৰতি মোৰ মৰম-শ্ৰদ্ধা আছে। কিয় ক'ব নোৱাৰোঁ, অনুভৱ কৰিছোঁ মই আপোনাক বিশ্বাস কৰিব পাৰোঁ। অনুগ্ৰহ কৰি মোক সহায় কৰক। মই হয়তো কিবা নকৰিবলগীয়া কাম কৰি জীৱনটো ধ্বংস কৰি পেলাম।

ডৰ্ণ ঃ মইনো তোমাক কেনেকৈ সহায় কৰিম?

মাশ্বা ঃ মই বৰ কষ্ট পাইছোঁ। কোনেও নুবুজিব, মই কিমান দুখ সহি থাকিবলগীয়া হৈছোঁ। (তাইৰ মূৰটো ডৰ্ণৰ বুকুত কোমলক লগাই) মই কষ্ট্যক ভাল পাওঁ।

ডৰ্ণ ঃ মানুহবোৰ কিযে উন্মাদ! কিমান প্ৰেম আছে এই জগতখনত! এয়া সেই যাদুকৰী হ্ৰদটোৰে প্ৰভাৱ। (কোমলকৈ) মইনো কি কৰিব পাৰোঁ সোণ। কি কৰিব পাৰোঁ?

# দ্বিতীয় অংক

(ক্ৰিকেট খেলা ঘাঁহনি। পটভূমিত সোঁফালে বহল বাৰাণ্ডাৰে এটা ঘৰ। বাঁওফালে হ্ৰদ। হ্ৰদৰ পানীত সূৰ্যৰ পোহৰ পৰি তিৰবিৰাই উঠিছে। দাঁতিত ফুলৰ গছ ৰোৱা ঠাই যতনাই থোৱা হৈছে। সময় দুপৰীয়া। গৰম। খেলা ঠাইডোখৰৰ দাঁতিত টেঙা গছ এজোপাৰ ছাঁত বেঞ্চ এখনত আৰ্কাডিনা, ডৰ্ণ আৰু মাশ্বা বহি আছে। ডৰ্ণৰ কোলাত এখন মেলি থোৱা কিতাপ।)

আৰ্কাডিনা ঃ (মাশ্বাক) উঠাচোন, থিয় হোৱা। (দুয়ো থিয় হয়) মোৰ ওচৰলৈ আহা। তোমাৰ বয়স বাইস বছৰ, মোৰ তাৰ প্ৰায় দুগুণ। কওকচোন ডাক্তৰ, আমাৰ দুজনৰ ভিতৰত কাৰ বয়স কম যেন লাগে?

ডৰ্ণ ঃ অৱশ্যে তোমাৰ।

আৰ্কাডিনা ঃ ঠিকেই কৈছে। কিন্তু কিয়? কাৰণ মই সদায়ে কাম কৰোঁ, ব্যস্ত থাকো। কিন্তু মাশ্বা, তুমি সদায়ে সেই একেডোখৰ পুৰণি ঠাইতে বহি থাকা। দৰাচলতে তুমি জীয়াই থকাৰ দৰে নাথাকা। মোৰ নিয়ম হৈছে কেতিযাও ভৱিষ্যতলৈ নভবা। মই কেতিয়াও বাৰ্ধক্য বা মৃত্যুৰ কথা নাভাবো। যি হ'ব লগা আছে হ'ব।

মাশ্বা ঃ আৰু মই ভাবো, মোৰ যেন বহুত দিনৰ আগতে জন্ম হৈছিল। জীৱনটোক শেষ নোহোৱা ৰেলগাড়ী এখনৰ দৰে যেন টানি লৈ গৈছোঁ। মাজে মাজে মোৰ জীয়াই থাকিবলৈকে অকণো ইচ্ছা নোহোৱা হয়। (বহে) এইবোৰ অৱশ্যে বাজে চিন্তা। এইবোৰ কথা মনলৈ নানি নিজকে চম্ভালি লোৱাহে উচিত।

ডৰ্ণ ঃ (শান্তভাৱে গায়) "তেওঁক কবা মোৰ ফুলবোৰ...."

আৰ্কাডিনা ঃ তদুপৰি মই ইংৰাজসকলৰ দৰে চেহেৰা সম্বন্ধে বৰ সচেতন। মই নিজকে নিয়মৰ অধীন কৰি লৈছোঁ। মোৰ সাজ-পাৰ আৰু চুলি আঁচোৰ একেবাৰে নিখুঁত। ঘৰৰপৰা বাহিৰলৈ ওলাওঁতে—আনকি বাগিচালৈ যাওঁতেও মই ড্ৰেচিং-গাউনটো পিন্ধি নাইবা চুলি নফণিওৱাকৈ যোৱা কথা সপোনতো নাভাবো। কিছুমান মানুহৰ দৰে মই জধলা হৈ নাথাকো কাৰণেই মোৰ এতিয়া বয়স কম যেন দেখা হৈ আছে। (তপিনাত হাত থৈ ঘাঁহনিডৰাত ইফাল-সিফাল কৰি খোজ কাঢ়ে) মুঠতে যিমান সম্ভৱ সিমান পৰিপাটিকৈ থাকিবা। প্ৰয়োজন হ'লে মই পোন্ধৰ বছৰীয়া ছোৱালী এজনীৰো ভাও ল'ব পাৰোঁ, বুজিছা।

ডৰ্ণ ঃ ঠিক আছে মই এতিয়া পঢ়োঁ। (কিতাপখন লয়) ধান বেপাৰী আৰু আৰু নিগনিৰ কথাখিনিতে আমি এৰিছিলো।

আৰ্কাডিনা ঃ এৰা, নিগনিবোৰতে। আৰু অলপ পঢ়ি শুনাওক (বহে) নালাগে বাৰু,

কিতাপখন মোক দিয়ক মই পঢ়িম, এইবাৰ মোৰ পাল। (কিতাপখন লৈ ঠাইডোখৰ চায়) নিগনিবোৰ.....অঁ ইয়াতে..... (পঢ়ে) ঃ আৰু অৱশ্যে ধানৰ বেপাৰীয়ে ভঁৰালত নিগনিক জন্ম হ'বলৈ দিয়াৰ দৰে সমাজৰ মানুহে লেখকসকলক আসৈ দিয়াটো বিপদজনক। তথাপি তেওঁলোকৰ প্ৰতি সকলোৰে সজাগ দৃষ্টি। সেইদৰে এগৰাকী তিৰোতাই যেতিয়া এজন লেখকক মুগ্ধ কৰিবলৈ বিচাৰে তেতিয়া তেওঁ প্ৰশংসা, তোষামোদ আৰু অনুগ্ৰহেৰে লেখকজনক অৱৰোধ কৰে,—সেইটো ফৰাচীসকলৰ ৰীতি হ'ব পাৰে, কিন্তু ইয়াত তেনে ধৰণৰ কোনো কথা নাই, কোনো আঁচনি বা কৰ্ম-পদ্ধতি নাই। আমাৰ দৰে তিৰোতাবোৰে লেখক এজনক বিমুগ্ধ কৰিব খোজাৰ আগতে গভীৰ প্ৰেমত পৰে। তাতকৈ দূৰলৈ চোৱাৰ আৱশ্যক নকৰে। মোলৈ আৰু ত্ৰিগোৰিনলৈ চাওকচোন—লাখুটিডালত ভেজা দি চৰিন সোমাই আহে। লগত নিনা। এখন চকা লগোৱা ডাঙৰ চকী ঠেলি মেড্‌ভেডেংকোও সোমাই আহে।)

চৰিন ঃ (শিশুক মৰমেৰে কোৱাৰ দৰে) সঁচকৈয়ে আজি আমাক আচৰিত কৰি দিয়া হৈছে। বেছ ৰং লাগিছে নহয়নে? (ভনীয়েকক) কিযে আচৰিত কথা দেউতাক আৰু মাহীমাক টৈভাৰলৈ গুচি গৈছে আৰু এতিয়া অহা তিনিদিনলৈ আমি মুক্ত।

নিনা ঃ (আৰ্কাডিনাৰ কাষত বহি তেওঁক সাবটি ধৰে।) মোৰ যে ইমান ভাল লাগিছে। মই এতিয়া আপোনালোকৰে হৈ পৰিছোঁ।

চৰিন ঃ (চকা লাগোৱা চকীখনত বহি) তাইক যে আজি ইমান ধুনীয়া লাগিছে—

আৰ্কাডিনা ঃ বৰ পৰিপাটি আৰু মৰম লগা কিযে বুধিয়ক ছোৱালী তুমি (নিনাক চুমা খায়) কিন্তু তোমাক বৰকৈ প্ৰশংসা নকৰোঁ, ই দুৰ্ভগ্য মাতি আনিব পাৰে। মিঃ ত্ৰিগোৰিন ক'ত আছে?

নিনা ঃ বৰশি বাই আছে গা-ধোৱা ঘৰটোৰ দাঁতিত।

আৰ্কাডিনা ঃ ভাগৰো নালাগেনে বাৰু। (পঢ়িবলৈ যো-জা কৰে)

নিনা ঃ সেয়ানো কি?

আৰ্কাডিনা ঃ মোপাঁছাৰ চুৰ লিঅ' বাছা, (কেইটামান শাৰী চাই) পাছৰডোখৰ আমনি লগা সঁচা যেনো নালাগে। (কিতাপখন জপাই) মই বৰ চিন্তাত পৰিছোঁ। মোৰ ল'ৰাটোৰ কি হৈছে কোৱাচোন। সিনো কিয় ইমান আমন-জিমনকৈ থাকে? তাৰ মেজাজটোনো ইমান বেয়া কিয়? ওৰেটো দিন সি হ্ৰদটোৰ দাঁতিতে বহি থাকে, মই কাচিৎহে দেখা পাওঁ।

মাশ্বা : তেওঁ অসুখী। (ভয়ে ভয়ে নিনাক) তেওঁৰ নাটখনৰ এটা অংশ আবৃত্তি কৰি শুনাবানে?

নিনা : (কান্ধ লৰাই অসন্তুষ্টি প্ৰকাশ কৰে) ইমান যে নিৰস!

মাশ্বা : (আগ্ৰহ দমাই) নিজে যেতিয়া পঢ়ে, তেতিয়া তেওঁৰ চকু উজ্জ্বল হয় আৰু মুখখন শেঁতা পৰে। তেওঁৰ মাত বৰ মধুৰ অথচ কৰুণ আৰু অংগিভংগী কবিৰ লেখীয়া।

(চৰিনৰ টোপনি আহে, নাকৰ শব্দ হয়)

ডৰ্ণ : মধুৰ সপোন।

আৰ্কাডিনা : পাট্ৰ।

চৰিন : হুঁ—

আৰ্কাডিনা : টোপনি গৈছিলানেকি?

চৰিন : নাই নাই।

আৰ্কাডিনা : তুমি ডাক্তৰৰ পৰামৰ্শ নোলোৱাটো বেয়া কথা হৈছে।

চৰিন : কিবা দৰব দিলে ভালেই পালোঁহেঁতেন, কিন্তু ডাক্তৰে মোক দৰব নিদিয়ে।

ডৰ্ণ : ষাঠি বছৰ বয়সত দৰব!

চৰিন : ষাঠি বছৰতো মানুহ জীয়াই থাকিব খোজে।

ডৰ্ণ : (খঙেৰে) তেন্তে ভেলেৰিযেন পিল খোৱা।

আৰ্কাডিনা : মই ভাবোঁ তেওঁৰ পক্ষে খনিজ নিজৰাৰ পানীৰে গা ধুবলৈ যোৱাটো ভাল হ'ব।

ডৰ্ণ : যাবও পাৰে, নাযাবও পাৰে। তেওঁৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে।

আৰ্কাডিনা : তাৰ অৰ্থ কি?

ডৰ্ণ : ফটফটীয়া।

মেড্‌ভেডেংকো : মিঃ চৰিনে চিগাৰ খোৱা এৰিব লাগিব।

চৰিন : বাজে কথা নক'বা।

ডৰ্ণ : বাজে কথা নহয়। মদ আৰু ধঁপাতে ব্যক্তিত্ব ধ্বংস কৰে। এটা চিগাৰ বা এগিলাচ ভড্‌কা খোৱাৰ পাছত তুমি আৰু চৰিন হৈ নাথাকা। তুমি নিজকে হেৰুৱাই কোনোবা তৃতীয় পুৰুষ হৈ পৰিবা।

চৰিন : (হাঁহি) তোমাৰ পক্ষে সেইদৰে কোৱা সহজ। জীৱনটো তুমি পূৰ্ণমাত্ৰাই উপভোগ কৰিছা। কিন্তু মই? মই ন্যায় বিভাগত আঠাইশ বছৰ কাম কৰি কিটো পালোঁ? একোৰে অভিজ্ঞতা নহ'ল। সেয়ে মই এতিয়াও জীয়াই থাকিবলৈ বিচাৰোঁ। তুমি বহুত পাইছা, পাবলৈ আৰু একো নাই, সেয়ে দাৰ্শনিকৰ দৰে কথা ক'ব পাৰিছা। কিন্তু মই জীয়াই থাকিব খোজোঁ, জীৱনটো আৰু উপভোগ কৰিব

খোজোঁ। সেই কাৰণেই ৰাতিৰ সাজ খোৱাৰ আগতে মই চেৰী খাওঁ আৰু হেঁপাহ পলুৱাই চিগাৰ খাওঁ।

ডৰ্ণ : জীৱনটোক গভীৰভাৱে ল'ব লাগে। ক্ষমা কৰিবা, ডেকা বয়সতে যথেষ্ট উপভোগ কৰিব নোৱাৰিলা বুলি কৈ ষাঠি বছৰত চিকিৎসা বিচৰাটো দায়িত্বহীনতাৰ পৰিচায়ক।

মাশ্বা : (বহাৰপৰা উঠে) দুপৰীয়াৰ সাজ খোৱাৰ সময় হৈছে। (ভৰিখন টানি টানি খোজ কাঢ়ে) ভৰি দুখন জিন্‌জিনাইছে। (প্ৰস্থান)

ডৰ্ণ : খোৱাৰ আগতে তাই কেইগিলাচমান মদ খাবলৈ গৈছে।

চৰিন : বেচেৰী বৰ অসুখী।

ডৰ্ণ : এইটোও বাজে কথা।

চৰিন : নিজে বিচৰা সকলো বস্তু পোৱা মানুহৰ দৰে তুমি তৰ্ক তৰি ল'ব খুজিছা।

আৰ্কাডিনা : এই গাঁও অঞ্চলৰ মিঠা আমনিতকৈ আৰু কি বেছি আমনি লগা হ'ব পাৰে। গৰম, নীৰৱতা, অলসতা আৰু দাৰ্শনিক চিন্তা—ইয়াত থাকি ইয়াৰ মানুহৰ কথাবোৰ শুনি ভালেই লাগিছে। কিন্তু হোটেলৰ কোঠাত অভিনয়ৰ সংলাপ মুখস্থ কৰাটো যে এইবোৰতকৈ কিমান বেছি আমোদজনক।

নিনা : (উৎসাহেৰে) এৰা বৰ আমোদজনক। মই আপোনাৰ কথা খুব ভালকৈ উপলব্ধি কৰিছোঁ।

চৰিন : নগৰত থকাটো নিশ্চয় ইয়াতকৈ ভাল। নিজৰ কোঠাত বহি থকা, জাননী নিদিয়াকৈ কোনো নোসোমোৱাটো, কোঠাত এটা টেলিফোন থকাটো, বাহিৰত গাড়ী ৰৈ থকাটো নিশ্চয় ইয়াতকৈ বহুত ভাল।

ডৰ্ণ : (গীত গায়) "তেওঁক ক'বা মোৰ ফুলবোৰ....." (ছাম্রায়েফ্‌ৰ প্ৰৱেশ। পাছে পাছে আহে পলিনা)

ছাম্রায়েফ্ : সকলোবোৰ ইয়াতে আছে। সুপ্ৰভাত। (প্ৰথমে আৰ্কাডিনা আৰু তাৰ পাছত নিনাৰ হাতত চুমা খায়) আপোনালোক কুশলে থকা দেখি ভাল লাগিছে। (আৰ্কাডিনাক) মোৰ পৰিবাৰে ক'লে আজি হেনো তেওঁ আৰু আপুনি নগৰলৈ যাব, হয়নে?

আৰ্কাডিনা : হয়।

ছাম্রায়েফ্ : হুম্। বৰ ভাল কথা। কিন্তু যাব কেনেকৈ? আমাৰ গাড়ীবোৰে আজি গম কঢ়িওৱাৰ কথা। সেই কামত সকলোবোৰ মানুহ ব্যস্ত। ঘোঁৰানো পাব ক'ত?

আৰ্কাডিনা : ঘোঁৰা? মই কেনেকৈ জানিম ঘোঁৰাৰ কথা।

চৰিন : কিন্তু আমাৰ গাড়ীৰ ঘোঁৰাবোৰ দেখোন আছে।

ছাম্ৰায়েফ্ : (খঙেৰে) গাড়ীৰ ঘোঁৰা? সেইবোৰৰ কাৰণে লেকাম আদি পাম ক'ত? মই এইবোৰ কথা বুজি নাপাওঁ। ক্ষমা কৰিব মেডেম আৰ্কাডিনা, মই আপোনাৰ কাৰণে মোৰ আয়ুসৰ দহ বছৰ ত্যাগ কৰিব পাৰোঁ, কিন্তু ঘোঁৰা যোগাৰ কৰিব নোৱাৰিম।

আৰ্কাডিনা : কিন্তু মই যাবই লাগিব।

ছাম্ৰায়েফ্ : এখন জমিদাৰী চলোৱা কিমান টান আপুনি নাজানে মেডেম—

আৰ্কাডিনা : (খঙেৰে) সেই একেবোৰ পুৰণি কথা। সেয়ে যদি হয়, তেন্তে আজি মই মস্কোলৈকে যাম। মোৰ বাবে গাঁৱৰপৰা ঘোঁৰা ভাড়া কৰিবলৈ কওক, নহ'লে মই ষ্টেছনলৈ খোজ কাটিয়েই যাম।

ছাম্ৰাযেফ্ : (খঙেৰে) তেন্তে মই কাম ইস্তফা দিম। অন্য মেনেজাৰ বিচাৰক। (প্ৰস্থান)

আৰ্কাডিনা : গৰমৰ দিনত যেতিযাই মই ইয়ালৈ আহোঁ তেতিয়াই একে ঘটনা ঘটে, মই অপমানিত হওঁ। মই ইয়ালৈ আৰু কেতিয়াও নাহোঁ। (তেওঁ বাঁওফালেদি গা-ধোৱা ঘৰটোলৈ যায়। আৰু অলপ পৰৰ পিছতে ত্ৰিগোৰিনৰ লগত ঘৰটোত সোমোৱা দেখা যায়। ত্ৰিগোৰিনৰ হাতত বৰশি আৰু বাল্টি।)

চৰিন : (ছাম্ৰায়েফৰ ব্যৱহাৰত ৰুষ্ট হয়।) এয়া অবাধ্যতা। বহুত হৈছে আৰু সহ্য নকৰোঁ। সকলোবোৰ ঘোঁৰা এই মুহূৰ্ততে ইয়ালৈ আনা।

নিনা : (পলিনাক) আইৰিনা আৰ্কাডিনাৰ দৰে এগৰাকী প্ৰখ্যাত অভিনেত্ৰীৰ কথা এইদৰে পেলাব লাগেনে? তেওঁৰ এধানিমান ইচ্ছা, তেওঁৰ চাঞ্চল্যকৰ আকাংক্ষাৰ মূল্য আপোনাৰ খেতিডৰাতকৈ বেছি হোৱা উচিত।

পলিনা : (হতাশ হৈ) মইনো কি কৰিম? মোৰ অৱস্থাত নিজকে পেলাই চোৱা, মইনো কি কৰিব পাৰোঁ?

চৰিন : (নিনাক) আৰ্কাডিনাৰ ওচৰলৈ যাওঁ ব'লা। তেওঁক অনুৰোধ কৰিম নাযাবলৈ। (ছাম্ৰায়েফ্ যোৱাৰ ফালে চাই) কিযে গোঁৱাৰ মইমত মানুহটো! অসহ্য। (চকীৰপৰা উঠিব খোজে)

নিনা : (চকীৰপৰা চৰিনক উঠিবলৈ বাধা দি) য'তে আছে ত'তে বহি থাকক। আমি আপোনাক লৈ যাম। (নিনা আৰু মেড্‌ভেডেংকোই চকা লগোৱা চকীখন ঠেলি লৈ যায়) উহ্ কিযে ভয়ানক কথা।

চৰিন : ঠিক কৈছা, বৰ ভয়ানক। কিন্তু সি নাযায়। মই তাৰ সৈতে কথা হ'ম।

(ডৰ্ণ আৰু পলিনাক এৰি থৈ তেওঁলোক যায়)

ডৰ্ণ : মানুহবোৰ অসহ্য। তোমাৰ স্বামীক গতিয়াই ইয়াৰপৰা বাজ কৰি

দিব লাগে। কিন্তু চাবা, চৰিন আৰু আৰ্কাডিনাই অৱশেষত তাকহে ক্ষমা খুজিব।

পলিনা : তেওঁ গাড়ীৰ ঘোঁৰাবোৰ পথাৰৰ কামত লগাইছে। এই ধৰণৰ কাজিয়া সদায়ে লাগিয়েই আছে। এইবোৰে মোৰ মনটোক অশান্ত কৰি তোলে। গাটো বেয়া লাগি যায়। চোৱা, কেনেকৈ কঁপিব ধৰিছোঁ। বেয়া ব্যৱহাৰ মই সহ্য কৰিব নোৱাৰোঁ। (ডৰ্ণক অনুৰোধৰ সুৰত) য়েভ্‌জেনি, প্ৰিয়তম, মোক তোমাৰ লগত থাকিবলৈ দিয়া। সময়বোৰ পাৰ হৈ যাবলৈ ধৰিছে। আমি আৰু ডেকা হৈ থকা নাই। অন্ততঃ বাকী দিনকেইটা সৰলভাৱে, মনৰ ভাব ঢাকি নোথোৱাকৈ জীয়াই থাকিব পাৰিম।

ডৰ্ণ : মোৰে এতিয়া পঁচপন্ন। নিজৰ জীৱন-ধাৰা সলনি কৰাৰ সময় আৰু নাই।

পলিনা : মই জানো, তোমাৰ জীৱনত মোৰ বাহিৰে আন তিৰোতাও আছে কাৰণে তুমি মোক গ্ৰহণ কৰিব খোজা নাই। কিন্তু তুমি সেই আটাইবোৰকে তোমাৰ লগত থাকিবলৈ দিব নোৱৰা। মই সকলো কথা বুজোঁ। মই জানো মই তোমাৰ আপদ স্বৰূপ, মোক ক্ষমা কৰিবা।

(নিনাক ঘৰটোৰ ওচৰত দেখা যায়। তেওঁ ফুল তুলি আছে)

ডৰ্ণ : তুমি মোৰ বাবে আপদ নোহোৱা।

পলিনা : মোৰ ঈৰ্ষা হয়। তুমি ডাক্তৰ। তিৰোতা মানুহক এৰাই থাকিব নোৱৰা, মই বুজোঁ।

ডৰ্ণ : (তেওঁৰ ওচৰলৈ অহা নিনাক) খবৰ কি?

নিনা : মেডেম আৰ্কাডিনাই কান্দিছে আৰু মিঃ চৰিনৰ উদ্‌ফাই ৰোগে উক্ দিছে।

ডৰ্ণ : ধন্যবাদ। (ঘৰটোৰ ফালে গুচি যায়। পলিনাও তেওঁৰ লগতে যায়)

পলিনা : এনে ধুনীয়া ফুলবোৰ দেহি, মোক দিয়া। (ডৰ্ণৰ হাতৰপৰা ফুলবোৰ লৈ ছিঙি মোহাৰি পেলাই দিয়ে। মুখত ঈৰ্ষাৰ ভাব। দুয়ো ঘৰটোলৈ সোমাই যায়)

নিনা : (অকলে) এনে সৰু কথাতে প্ৰখ্যাত অভিনেত্ৰী এগৰাকীয়ে কন্দাটো কিযে আচৰিত কথা। এজন প্ৰখ্যাত লেখক, যিজনক ৰাইজে শ্ৰদ্ধা কৰে, পূজা কৰে, সকলো কাগজতে যিজনৰ বিষয়ে লেখা হয়, যিজনৰ ছবি সকলো ঠাইতে বিক্ৰী হয়, যিজনৰ কিতাপবোৰ বিদেশী ভাষালৈ তৰ্জমা হয়, তেনে এজন লেখকে বৰশী বাই দিনটোত কেইটামান মাছ ধৰিবলৈ পালেই আনন্দত উত্ৰাৱল হৈ পৰাটোও

বৰ আচৰিত কথা নহয়নে? মই ভাবিছিলোঁ, প্ৰখ্যাত লোকসকল অহংকাৰী, তেওঁলোকক সহজতে লগ ধৰিব নোৱাৰি, তেওঁলোকে জনসাধাৰণক ঘিণ কৰে আৰু যশৰ বলেৰেই, ধন আৰু উচ্চবংশত জন্ম হোৱা লোকক বেছি সন্মান কৰা সৰ্বসাধাৰণ ৰাইজৰ ওপৰত প্ৰতিশোধ লয়। কিন্তু ইয়াত আন যি কোনো মানুহৰ দৰে তেওঁলোকে কান্দিছে, মাছ ধৰিছে, তাছ খেলিছে আৰু খং-ৰাগ কৰিছে।

(কষ্ট্য সোমাই আহে। মূৰত টুপি নাই। হাতত এজনী মৰা সাগৰ-চিলনী। কান্ধত বন্দুক।)

কষ্ট্য ঃ তুমি অকলে আছানেকি? (সাগৰ-চিলনীজনী নিনাৰ ভৰিৰ ওচৰত থয়)

নিনা ঃ ওঁ। কিন্তু ইয়াৰ অৰ্থ কি?

কষ্ট্য ঃ মই এই ভয়লগা কামটো কৰি পেলাইছোঁ। মই এজনী সাগৰ-চিলনী মাৰিলো। এয়া এতিয়া তোমাৰ ভৰিৰ ওচৰত থৈছোঁ।

নিনা ঃ তোমাৰ হৈছে কি? (সাগৰ-চিলনীজনী দাঙি চায়)

কষ্ট্য ঃ মই অনতিপলমে এইদৰে নিজকে মাৰি পেলাম।

নিনা ঃ তুমি ইমান সলনি হৈ গৈছা, চিনিবকে নোৱাৰি।

কষ্ট্য ঃ মই তোমাক চিনিব নোৱৰা দিনটোৰপৰাই এনে হৈছে। মোৰ প্ৰতি তোমাৰ ব্যৱহাৰ সলনি হৈছে ; তোমাৰ দৃষ্টিত উদাসীনতা ; মোৰ উপস্থিতিত যে তুমি আমনি পোৱা হৈছা সেয়া ওলাই পৰিছে।

নিনা ঃ আজি কেইদিনমানৰপৰা তোমাৰো খং উঠা হৈছে। তুমি যেন কিছুমান বুজিব নোৱৰা প্ৰতীকৰ মাজেৰে নিজৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ লৈছা। মই ভাবোঁ এই সাগৰ-চিলনীটোও এই ধৰণৰে প্ৰতীক। কিন্তু মই এইবোৰ বুজিব পৰা নাই। (সাগৰ-চিলনীটো বেঞ্চৰ ওপৰত থয়।) তোমাক বুজিব পৰা বুদ্ধি মোৰ নাই।

কষ্ট্য ঃ মোৰ নাটকখন তেনেই ফুচুং হোৱা সন্ধ্যাটোৰপৰাই তুমি মোৰ প্ৰতি এনে ব্যৱস্থাৰ কৰিবলৈ লৈছা। পৰাজিত হোৱাটোক তিৰোতা মানুহে কেতিয়াও ক্ষমা নকৰে। মই শেষ কাগজ টুকুৰালৈকে গোটেইবোৰ পুৰি পেলাইছোঁ। মই কিমান দুখ পাইছোঁ তুমি যদি উপলব্ধি কৰিব পাৰিলাহেঁতেন! তোমাৰ উদাসীনতা ভয়ংকৰ। মই বিশ্বাসেই কৰিব নোৱাৰোঁ। পুৱা শুই উঠি হ্ৰদটোৰ পানীবোৰ শুকাই যোৱা দেখিলে যেনে আচৰিত হ'লোঁহেঁতেন, তোমাৰ ব্যৱহাৰেও মোক তেনেকৈয়ে আচৰিত কৰি তুলিছে। তুমি কৈছা যে মোৰ কথাবোৰ বুজিবলৈ তোমাৰ বুদ্ধি নাই। কিন্তু ইয়াত বুজিবৰ কিটো আছে! মোৰ নাটকখন তেনেই ফুচুং হ'ল। সেয়ে এতিয়া মোৰ অনুপ্ৰেৰণাক তুমি উপলুঙা

কৰিছা। আৰু আন আন এশজনৰ দৰে মোক অতি নগণ্য বুলি ভাবিছা। (মাটিত ভৰিৰে গুৰিয়াই) এতিয়া সেই কথা মই বৰ ভালদৰে উপলব্ধি কৰিছোঁ। যেনে কোনোবাই এটা গজাল মোৰ মগজুত বহুৱাই দিছে। মোৰ অহংকাৰে যেন সাপৰ দৰে মোৰ জীৱনীশক্তিখিনিক চুহি চুহি খাইছে, অভিশপ্ত মই। (ত্ৰিগোবিনক কিতাপ এখন পঢ়ি পঢ়ি সোমাই অহা দেখে) সেয়া প্ৰকৃত প্ৰতিভাশালী মানুহজন আহিছে। হেমলেটৰ দৰে হাতত এখন কিতাপ লৈ খোজ কাঢ়ি আহিছে (ভেঙুচালি কৰি) 'শব্দ শব্দ শব্দ'। সূৰ্যৰ পোহৰ তোমাৰ গাত নৌপৰোতেই তুমি হাঁহিব ধৰিছা। তাৰ কিৰণত তোমাৰ দৃষ্টি কোমল হৈ গৈছে। মই তোমাক আমনি নিদিওঁ। (টপৰাই প্ৰস্থান কৰে)

ত্ৰিগোবিন ঃ (টোকা-বহীত টোকা লেখি) নাচগুড়ি লয় আৰু ভড্‌কা খায়....সদায়ে ক'লা সাজ পিন্ধে। স্কুল-শিক্ষকজন তেওঁৰ প্ৰেমত পৰিছে।

নিনা ঃ সুপ্ৰভাত মিঃ ত্ৰিগোবিন।

ত্ৰিগোবিন ঃ সুপ্ৰভাত। আজি আমি অপ্ৰত্যাশিতভাৱে ইয়াৰপৰা যাব লাগিব। বোধকৰোঁ তোমাৰে মোৰে আৰু দেখা নহ'ব। তোমাৰ দৰে ভাল লগা ছোৱালী লগ পাবলৈ মোৰ সুবিধাই নোলায়। ওঠৰ-উনৈশ বছৰ বয়সত কেনে লাগে মই পাহৰিয়েই গৈছোঁ। সেই বয়সত কেনে লাগিছিল তাকো সুঁৱৰিব নোৱৰা হৈছোঁ। সেয়ে মোৰ গল্প আৰু উপন্যাসত গাভৰু ছোৱালীবোৰৰ চৰিত্ৰ প্ৰায়েই বিশ্বাসযোগ্য নহয়। তুমিনো কি ভাবা? তোমাকনো কিহে প্ৰেৰণা যোগায় তাক জানিবলৈ এঘন্টাৰ কাৰণে হ'লেও তোমাৰ লগত মই ঠাই সলনি কৰিব খোজোঁ।

নিনা ঃ ময়ো আপোনাৰ সৈতে ঠাই সলনি কৰিবলৈ বিচাৰোঁ।

ত্ৰিগোবিন ঃ কিয়?

নিনা ঃ প্ৰখ্যাত আৰু গুণী লেখক হ'লে কেনে লাগে জানিবলৈ?

ত্ৰিগোবিন ঃ মোৰ। নাই। বিশেষ একো ভাব মনলৈ নাহে। মই সেই বিষয়ে কেতিয়াও ভবা নাই। তুমি হয়তো মোৰ গুণৰ বিষয়ে বেছিকৈ ভাবিছা, নহ'লে এনেবোৰ কথা সাধাৰণতে কাৰো মনলৈ নাহেই দেখোন।

নিনা ঃ বাতৰি কাকতত আপোনাৰ বিষয়ে ওলোৱা কথাবোৰ নপঢ়েনে?

ত্ৰিগোবিন ঃ আনে প্ৰশংসা কৰিলে ভাল লাগে, কিন্তু কটু সমালোচনা কৰিলে এদিন বা দুদিনৰ বাবে মনটো বেয়া লাগি থাকে হয়।

নিনা ঃ কিযে আচৰিত এই পৃথিবীখন! আপুনি যদি জানিলেহেঁতেন মই আপোনাক কিমান ঈৰ্ষা কৰোঁ। বেলেগ বেলেগ মানুহৰ ভাগ্যবোৰ

কিমান যে বেলেগ বেলেগ ধৰণৰ। কিছুমানে আমনি লগা মূল্যহীন জীৱন কটাব নোৱাৰি অসুখী, আৰু আপুনি? আপুনি লাখত এজন। আপোনাক ভাগ্যই অৰ্থপূৰ্ণ আমোদজনক জীৱন যাপন কৰিবলৈ সুবিধা কৰি দিছে। কিযে ভাগ্যবান!

ত্ৰিগোবিন ঃ মইনে? (অসন্তুষ্টিত কান্ধ জোকাৰি) তুমি খ্যাতিৰ কথা, সুখৰ কথা আৰু আমোদজনক জীৱনৰ কথা কৈছা, কিন্তু এই আটাইবোৰ কথা মোৰ বাবে নোখোৱা মিঠা ফলৰ দৰে। তোমাৰ বয়স কম, তুমি বৰ মৰম লগা।

নিনা ঃ আপেনাৰ জীৱনটো অদ্ভুত সুন্দৰ।

ত্ৰিগোবিন ঃ অদ্ভুত সুন্দৰনো কি দেখিলা? (ঘড়ী চাই) মই এতিয়া গৈ অলপ লেখিব লাগিব। ক্ষমা কৰিবা, মোৰ হাতত বেছি সময় নাই। (হাঁহে) তুমি মোৰ দুৰ্বল ঠাইত স্পৰ্শ কৰিছা। মই চিন্তিত হৈ পৰিছোঁ আৰু অলপ খঙো উঠিছে। বাৰু বেছ আহা, আমি অলপ কথাকে পাতোঁ আহা। ক'ৰপৰা আৰম্ভ কৰিম? (চিন্তা কৰে) মনটোক একেটা চিন্তাতে নিবদ্ধ কৰা বুলি কয় নহয়? যেতিয়া ধৰা, মানুহ এজনে কেৱল জোনটোৰ বাহিৰে আন একোৰে কথা নাভাবে। মোৰ নিজৰো এনে এটা জোন আছে। দিনে-নিশাই মাথোঁ একেটা চিন্তাই মোক হেঁচি ধৰে, মই লেখিব লাগিব, লেখিব লাগিব। এখন উপন্যাস শেষ হ'লেই আন এখন লেখিবলৈ আৰম্ভ কৰিব লাগিব, তাৰ পিছত তৃতীয়খন, চতুৰ্থখন। বিৰতি নোহোৱাকৈ মই লেখিয়েই থাকোঁ। নেলেখাকৈ নোৱাৰোঁ। সেইটোনো কি আচৰিত আৰু সুন্দৰ কথা! এইটো এটা ভয়ংকৰ জীৱন। ইয়াত মই তোমালোকৰ লগত বেছ আনন্দ মনে আছোঁ ; অথচ সকলো সময়তে মোৰ চিন্তা মোৰ অসমাপ্ত উপন্যাসখন কেনেকৈ শেষ কৰিম! মই ধুনীয়া পিয়ানো যেন লগা সেই ডাৱৰ-চপৰা চাওঁ আৰু ভাবোঁ কেনেকৈ মোৰ গল্পৰ কোনোবা এঠাইত তাৰ বৰ্ণনা দিম। ক'ৰবাত সূৰ্যমুখী ফুলৰ গোন্ধ পালে তৎক্ষণাৎ টোকা-বহীত লেখি থওঁ 'ৰুগ্ন সুৰভি'। জহকালিৰ সন্ধ্যাৰ বৰ্ণনা দিওঁতে ব্যৱহাৰ কৰিব লাগিব। কোনোবাই কিবা আচহুৱা শব্দ বা খণ্ডবাক্য ব্যৱহাৰ কৰা শুনিলে টপৰাই মোৰ লেখকৰ ভঁৰালত সুমুৱাই থওঁ, সুবিধা পালে মোৰ লেখাৰ ক'ৰবাত ব্যৱহাৰ কৰিম বুলি। কাম শেষ হ'লে সকলো পাহৰি মনটোক পাতল কৰিবলৈ হয় থিয়েটাৰ চাবলৈ যাওঁ নহ'লে বৰশী বাওঁগৈ। উপায় নাই, মোৰ মগজুক এটা নতুন গধুৰ কথাই হঠাতে খুন্দা মাৰিলে মই ততাতৈয়াকৈ লেখা মেজলৈ আহি লেখা আৰম্ভ কৰিবলৈ বাধ্য হওঁ।

মই মোৰ মনটোক অকণো শান্তি নিদিওঁ, মই যেন মোৰ জীৱনটোক খুলি খুলি খাইছোঁ? কোনোবা নিলগৰ মানুহ এটাক মৌৰ সোৱাদ দিবলৈ মই মোৰ অতি ভাল ফুলবোৰৰপৰা ৰেণু সংগ্ৰহ কৰোঁ আৰু তাৰ পিছত সেইবোৰ ছিঙি পুলিয়ে-পোখাই উভালি পেলাওঁ। এইবোৰ বলিয়া মানুহৰ কাম নহয়নে? মোৰ বন্ধু আৰু মৰমৰ মানুহবোৰে মোকনো স্বাভাৱিক বুলি কেনেকৈ ভাবিব পাৰে? "এতিয়া কি লেখিছে, আমাকনো আৰু কি নতুন কথাৰে আচৰিত কৰি দিব—" সেই একে পুৰণি প্ৰশ্নবোৰকে সকলো সময়তে শুনিবলগীয়া হয়। আৰু মোৰ এনে ভাব হয় যেন এই আকৰ্ষণ, এই প্ৰশংসা, এই স্তুতি আটাইবোৰ প্ৰতাৰণা মাথোন। ৰুগীয়া মানুহক কৰাদি মোকো সকলোৱে প্ৰতাৰণা কৰে। মোৰ এনেহে লাগে যেন কোনোবাই মোক অজানিতে পাছফালৰপৰা ধৰি গগলৰ 'বলিয়াৰ দিনপঞ্জী' কিতাপখনৰ পপ্ৰিশ্চিনৰ দৰে পগলা ফাটেকত সুমুৱাই থ'ব। ডেকা বয়সত, জীৱনৰ আটাইতকৈ ভাল সময়ছোৱাত মই যেতিয়া লেখিবলৈ আৰম্ভ কৰিছিলোঁ, লেখাটো তেতিয়া মোৰ বাবে বৰ কষ্টকৰ আছিল। এজন সৰু লেখকে, বিশেষকৈ ভাগ্য সুপ্ৰসন্ন নহ'লে, নিজকে অপৰিপাটি, অদ্ভুত আৰু অবাস্তৱ বুলি ভাবিবলৈ বাধ্য হয়। তেওঁ স্নায়ুৰ ওপৰত অযথা হেঁচা পৰে। সাহিত্য আৰু কলাৰ সৈতে সম্বন্ধ থকা মানুহৰ প্ৰতি তেওঁ আকৃষ্ট হৈ তেওঁলোকৰ পাছে পাছে ফুৰে, কোনেও তেওঁৰ প্ৰতি ভ্ৰূক্ষেপ নকৰে, হাতত ধন নোহোৱা জুৱাৰিৰ দৰে কালৈকো মূৰ তুলি চাব নোৱাৰে। ময়ো মোৰ পুঠুৰৈসকলৰ চকুৰে চকুৰে চাব নোৱাৰিলোঁ। কিবা কাৰণত তেওঁলোকে মোৰ প্ৰতি শত্ৰুতা আৰু সন্দেহৰ ভাব পোষণ কৰা যেন লাগিছিল। মই জনসাধাৰণক ভয় কৰিছিলোঁ। মোৰ নতুন নাটক অভিনীত হ'লে মোৰ ভয় লাগিছিল। মই লক্ষ্য কৰিছিলোঁ দৰ্শকৰ মাজৰ ডেকাসকলে ভালভাৱে গ্ৰহণ কৰা নাই আৰু বুঢ়াসকল আছে উদাসীন হৈ। কিযে ভয় লগা পৰিস্থিতি! কিযে কষ্টকৰ!

নিনা ঃ কিন্তু সৃষ্টিৰ প্ৰেৰণা আৰু প্ৰণালীয়ে নিশ্চয় মাজে মাজে আপোনাৰ মনটোক আনন্দ দিছিল আৰু উল্লাসিত কৰি তুলিছিল।

ত্ৰিগোৰিন ঃ অঁ, মই লেখি ভাল পাওঁ, আৰ্হিকাকত শুদ্ধ কৰি ভাল পাওঁ, কিন্তু লেখাটো প্ৰকাশ হ'লেই চাই সহ্য কৰিব নোৱৰা হওঁ। অনুভৱ কৰোঁ সকলোবোৰ যেন ভুল হৈ গৈছে, মই যেন লেখিব নালাগিছিল।

মোৰ তেতিয়া খং উঠে, নিজকে হতভগীয়া যেন লাগে। (হাঁহি) তাৰ পাছত ৰাইজে পঢ়ি কয়, "বৰ আকৰ্ষণীয় আৰু বুদ্ধিদীপ্ত হৈছে, কিন্তু টলষ্টয়ৰ দৰে নহয়।" নাইবা কয়, "বঢ়িয়া, কিন্তু টুৰ্গেনিভৰ পিতা-পুত্ৰৰ দৰে নহয়"। মই মৰা দিনলৈকে এইদৰেই চলি থাকিব 'আৰ্কষণীয়', 'বুদ্ধিদীপ্ত'—তাৰ বাহিৰে আন একো নহয়। আৰু মই মৰাৰ পিছত মোৰ বন্ধুবোৰে মোৰ কবৰৰ কাষেদি খোজ কাঢ়ি যাওঁতে ওপৰৰ লেখাখিনি পঢ়িব—"ইয়াতে ত্ৰিগোৰিন শুই আছে, এজন ভাল লেখক, কিন্তু টুৰ্গেনিভৰ দৰে নহয়।"

নিনা : আপোনাৰ কথাবোৰ শুনি বেয়া লাগিছে, সেইবোৰ সঁচা বুলি মই বিশ্বাস নকৰোঁ। আপোনাক কৃতকাৰ্যতাই নষ্ট কৰিছে।

ত্ৰিগোৰিন : কি ধৰণৰ কৃতকাৰ্যতা? মই কেতিয়াও নিজকে ভাল লেখক বুলি ভবা নাই। নিজকে লেখক হিচাপে ভাল পোৱা নাই। আটাইতকৈ বেয়া কথা হ'ল এয়ে যে মই যেন কিবা অস্পষ্টতাৰ মাজত আছোঁ আৰু কি লেখিছোঁ প্ৰায়ে বুজি নাপাওঁ। মই এই হ্ৰদটো বৰ ভাল পাওঁ, ভাল পাওঁ গছবোৰ, ভাল পাওঁ এই আকাশখন। প্ৰাকৃতিক সৌন্দৰ্যই মোৰ মনটোক সঁচাকৈয়ে আকৰ্ষণ কৰে ; ই মোৰ আবেগক স্পন্দিত কৰি লেখাৰ স্পৃহা জগাই তোলে। কিন্তু মইতো প্ৰাকৃতিক দৃশ্যৰাজিৰ ছবি আঁকা চিত্ৰকৰ নহয়। মই মোৰ দেশৰ এজন নাগৰিকো। মই মোৰ জন্মভূমি আৰু তাত বাস কৰা মানুহবোৰক ভাল পাওঁ। মই অনুভৱ কৰোঁ যে লেখক হিচাপে নিজৰ মানুহৰ বিষয়ে, তেওঁলোকৰ দুখ-দুৰ্গতিৰ বিষযে, তেওঁলোকৰ ভৱিষ্যতৰ বিষয়ে, বিজ্ঞানৰ বিষয়ে, মানুহৰ অধিকাৰৰ বিষয়ে লেখা মোৰ কৰ্তব্য। মই সকলো বিষয়েই হিজিবিজিকৈ লেখি যাওঁ। সেয়ে বোধকৰোঁ সকলোৱে সমালোচনা কৰে। লেখো খৰ-খেদাকৈ, যি পাওঁ সকলো বস্তুকে যেন লেখাত সামৰি ল'ম। চিকাৰী কুকুৰে খেদি ফুৰা শিয়ালৰ দৰে মই ইফালে সিফালে দৌৰি ফুৰোঁ। মই দেখোঁ যে মানুহ আৰু বিজ্ঞান বহুতো আগবাঢ়ি গৈছে, মই পাছ পৰি আছোঁ, ঠিক ৰেল ধৰিব নোৱৰা মানুহটোৰ দৰে। অৱশেষত উপলব্ধি কৰোঁ মই কেৱল প্ৰাকৃতিক দৃশ্যৰ ছবিহে আঁকিব পাৰোঁ আৰু যি লেখোঁ সেইবোৰ একেবাৰে মিছা, অসত্য।

নিনা : আপুনি বৰ বেছিকৈ খাটিছে। নিজৰ অৰিহণাৰ গুৰুত্ব উপলব্ধি কৰিবলৈ আপোনাৰ সময়ো নাই, ইচ্ছাও নাই। নিজৰ সম্বন্ধে আপুনি

অসন্তুষ্ট হ'লেও আনৰ কাৰণে আপুনি অদ্ভুত, মহান। আপোনাৰ দৰে লেখক হোৱা হ'লে মই জনতাৰ বাবে জীৱন উৎসৰ্গা কৰিলোঁহেঁতেন। কিন্তু ইয়াকো উপলব্ধি কৰিলোঁহেঁতেন যে মোৰ স্তৰলৈ উঠিব পাৰিলেহে তেওঁলোক সুখী হ'ব। তেওঁলোকে মোক ৰথত তুলি টানি লৈ গ'লহেঁতেন।

ত্ৰিগোৰিন ঃ ৰথ! মোক কোন বুলি ভাবা? আগামেম্‌ন? (দুয়ো হাঁহে)

নিনা ঃ লেখক বা অভিনেত্ৰী হোৱাৰ আনন্দকণৰ বাবে মই পৰিয়ালৰ অসন্তুষ্টি সহ্য কৰিলোঁহেঁতেন, সহ্য কৰিলোঁহেঁতেন দাৰিদ্ৰ্য আৰু হতাশা, ঘৰৰ ছাদত থাকিলোঁহেঁতেন, ৰঙা ৰুটিৰ বাহিৰে আন একোকে নাখালোঁহেতেন আৰু নিজৰ অসম্পূৰ্ণতা উপলব্ধি কৰা কষ্ট সহ্য কৰিলোঁহেঁতেন, কিন্তু প্ৰতিদান স্বৰূপে বিচাৰিলোঁহেঁতেন খ্যাতি, চৌদিশ বিয়পা খ্যাতি। (হাতেৰে মুখখন ঢাকি) মোৰ মূৰটো ঘূৰাইছে। (এনেতে ঘৰৰ ভিতৰৰপৰা আৰ্কাডিনাই মাতে)

আৰ্কাডিনা ঃ বৰিছ—

ত্ৰিগোৰিন ঃ মোক মাতিছে বস্তু-বাহানি সামৰিবলৈ চাগৈ , কিন্তু দৰাচলতে মই যাব নোখোজোঁ। (হ্ৰদটোৰ ফালে চাই) কিযে অদ্ভুত সুন্দৰ ঠাই, ইযাত থাকি যে ইমান ভাল লাগে।

নিনা ঃ আনটো পাৰৰ ঘৰটো আৰু বাগিচাখন দেখিছানে?

ত্ৰিগোৰিন ঃ দেখিছোঁ।

নিনা ঃ মোৰ মা জীয়াই থকা কালত সেইবোৰ তেওঁৰে আছিল। মোৰ তাতেই জন্ম হৈছিল। মই ওৰেটো জীৱন এই হ্ৰদটোৰ দাঁতিতে কটাই দিছোঁ আৰু ইয়াৰ প্ৰত্যেকটো সৰু দ্বীপৰ কথাকে মই জানো।

ত্ৰিগোৰিন ঃ এয়া বৰ ধুনীয়া ঠাই। (সাগৰ-চিলনীটো দেখা পাই) এইটো কি?

নিনা ঃ কষ্ট্যই মৰা সাগৰ-চিলনী।

ত্ৰিগোৰিন ঃ ধুনীয়া চৰাইটো। মই সঁচাকৈয়ে এই ঠাইডোখৰ এৰি যাব নোখোজোঁ। আইৰিনা আৰ্কাডিনাক থাকিবলৈ ক'বানে? কিজানিবা মান্তি হয়েই। (টোকা-বহীত টোকা লেখে)

নিনা ঃ কি লেখিছে?

ত্ৰিগোৰিন ঃ দুই-এটা টোকা। এটা গল্পৰ ভাব মনলৈ আহিছে। (টোকা-বহীটো চাই) এটা গল্পৰ কথা ঃ তোমাৰ দৰে এজনী সৰু ছোৱালী এটা হ্ৰদৰ দাঁতিত ওৰেটো জীৱন বাস কৰিছিল। তাই সাগৰ-চিলনীৰ দৰে হ্ৰদটোক ভাল পাইছিল আৰু সাগৰ-চিলনীৰ দৰে মুক্ত আৰু সুখী

আছিল। তাৰ পিছত তাইৰ জীৱনলৈ এজন পুৰুষ আহিল, সেই পুৰুষজনে তাইক দেখিলে আৰু ধেমালিৰ ছলতে সাগৰ-চিলনীটোক মৰাৰ দৰে তাইক ধ্বংস কৰিলে।

(আৰ্কাডিনাক খিৰিকীৰে দেখা যায়)

আৰ্কাডিনা : বৰিছ্, তুমি ক'ত আছা?

ত্ৰিগোৰিন : এয়া গৈছোঁৱেই—(আগবাঢ়ি যায়। নিনালৈ উভতি চায়, তাৰ পাছত আৰ্কাডিনাৰ ফালে মুখ ঘূৰাই) কি হ'লনো?

আৰ্কাডিনা : আমি নাযাওঁ, থাকিম।

(ত্ৰিগোৰিন ঘৰটোলৈ সোমাই যায়। নিনাই মঞ্চৰ সমুখলৈ আহি অলপ চিন্তা কৰে, তাৰ পিছত)

নিনা : মই নিশ্চয় সপোন দেখিছোঁ।

(পট পৰে)

# তৃতীয় অংক

(চৰিনৰ ঘৰৰ ভাত খোৱা কোঠা, সোঁ আৰু বাঁওফালে দুৱাৰ। এখন কাঁহী-বাটি থোৱা মেজ, এখন দৰব থোৱা চেল্‌ফ। কোঠাৰ সোঁমাজত ভাত খোৱা মেজ। এটা ট্ৰাংক আৰু এটা টুপি থোৱা বাকচ। দেখিলে এনেহে লাগে যেন অনতিপলমে ক'ৰবালৈ যাত্ৰা কৰা হ'ব। ত্ৰিগোৰিন 'ব্ৰেকফাষ্ট' খাই আছে। খোৱা মেজখনৰ দাঁতিত থিয় হৈ আছে মাশ্বা।)

মাশ্বা : আপুনি এজন লেখক কাৰণে মই এইবোৰ কথা কৈছোঁ। আপুনি ইচ্ছা কৰিলে কথাবোৰ ব্যৱহাৰ কৰিব পাৰে। মই সঁচাকৈয়ে কৈছোঁ, কষ্ট্যই বৰ বেয়াকৈ আঘাত পোৱা হ'লে মই এক মুহূৰ্তও জীয়াই নাথাকিলোঁহেঁতেন। যিহকে নহওক মোৰ সাহস আছে। মই এই প্ৰেমৰ বান্ধোন ছিঙিবলৈ দৃঢ়প্ৰতিজ্ঞ। পুলিয়ে-পোখাই তাক মোৰ অন্তৰৰপৰা উভালি পেলাম।

ত্ৰিগোৰিন : তুমি সেইটো কেনেকৈ কৰিবা?

মাশ্বা : মই মেড্‌বেডেংকোক বিয়া কৰাম।

ত্ৰিগোৰিন : সেই স্কুল মাষ্টৰজনক?

মাশ্বা : হয়. ঠিকেই ধৰিছে।

ত্ৰিগোৰিন : মই তাৰ কোনো প্ৰয়োজন দেখা নাই।

মাশ্বা : কিবা এটা হ'ব বুলি বছৰৰ পাছত বছৰ বৈ থাকি আশাহীনভাৱে পাই লাভ কি? বিযাৰ পাছত প্ৰেম কৰিবলৈ সময় নাথাকিব। নতুন চিন্তাই পুৰণি চিন্তাবোৰক আঁতৰ কৰিব। অন্ততঃ এটা পৰিৱৰ্তন হ'ব। আৰু এগিলাচ খামনে?

ত্ৰিগোৰিন : খোৱা উচিত হ'ব জানো?

মাশ্বা : খাওক খাওক (গিলাচ দুটাত মদ বাকে) মোৰ ফালে তেনেকৈ নাচাবা তিৰোতা মানুহে আপুনি ভবাতকৈ বেছি মদ খায়। কিন্তু মোৰ দৰে মুকলিভাৱে কমেইহে খায়। বেছিভাগেই লুকায় খায়—অঁ, ভড্‌কাই হওক বা ব্ৰ্যাণ্ডিয়েই হওক। (তাই নিজৰ গিলাচটো তেওঁৰটোত লগাই শব্দ কৰে) শুভেচ্ছাৰে, আপুনি বৰ ভাল মানুহ। আপোনাক বিদায় দিবলৈ বেয়া লাগিছে। (তেওঁলোকে মদ খায়)

ত্ৰিগোৰিন : যাবলগীয়া হোৱাত ময়ো বেয়া পাইছোঁ।

মাশ্বা : মেডেম আৰ্কাডিনাক থাকিবলৈ নকয় কিয়?

ত্ৰিগোৰিন : এতিয়া আৰু তেওঁ নাথাকে। তেওঁৰ ল'ৰাটোৱে অবিবেচকৰ দৰে ব্যৱহাৰ কৰিছে। প্ৰথমতে তেওঁ নিজকে গুলীয়াব খুজিছিল আৰু এতিয়া মোক যুঁজলৈ প্ৰত্যাহ্বান জনাইছে। কিন্তু কিয়? তেওঁ নতুন আংগিকৰ কথা চিঞৰি চিঞৰি কৈ ফুৰে। কিন্তু নতুন আৰু পুৰণি

দুয়ো বিধৰেতো ঠাই আছে। এই কাজিয়াখননো কিয় তৰি ল'ব লাগে?

মাশ্বা : মই ভাবোঁ ইয়ো ঈৰ্ষা। বাৰু যাওক, সেইবোৰ কথালৈ মূৰ ঘমোৱাৰ কোনো দৰকাৰ মোৰ নাই।

(য়াকোভে এটা চুটকেচ লৈ বাঁওফালেদি সোমাই সোঁফালেদি ওলাই যায়। নিনা ওলাই আহি খিৰিকীখনৰ ওচৰত থিয় হয়)

মাশ্বা : মোৰ স্কুল-শিক্ষকজন সিমান চোকা আৰু বুদ্ধিমান নহ'লেও, ভাল মানুহ। তেওঁ দুখীয়া হ'লেও মোক বৰ ভাল পায়। তেওঁৰ বুঢ়ী মাকজনীক পুতৌ কৰিবৰ মন যায়। আপোনাক আন্তৰিক শুভেচ্ছা জনাইছোঁ। মোক আকৌ বেয়া বুলি নাভাবিবদেই। (কৰমৰ্দন কৰে আন্তৰিকতাৰে) মোক মৰম দেখুৱাৰ কাৰণে ধন্যবাদ। মোলৈ আপোনাৰ কিতাপবোৰ পঠাব। নিজৰ নামটো চহী কৰি দিবলৈ নাপাহৰিব। আনুষ্ঠানিকভাৱে একো নেলেখিব। কেৱল লেখিব, "মাশ্বালৈ—যি কোন ঠাইৰ আৰু কিহৰ বাবে জীয়াই আছে নাজানে" এতিয়া বিদায়। (প্ৰস্থান)

নিনা : (ত্ৰিগোৰিনৰ ফালে হাতখন মুঠি মাৰি আগ বঢ়াই দিয়ে) কওকচোন, যোৰ নে বেযোৰ?

ত্ৰিগোৰিন : যোৰ।

নিনা : (হুমুনিয়াহ কাঢ়ি) নহ'ল। মোৰ হাতত মাত্ৰ এটা মটৰ মাহ আছে। মই জানিবলৈ বিচাৰিছিলোঁ মঞ্চত নামিম নে নানামিম। মই আশা কৰোঁ কোনোবাই মোক উপদেশ দিব।

ত্ৰিগোৰিন : সেইটো তুমি নিজেই স্থিৰ কৰিব লাগিব।

নিনা : আপুনি যাবলৈ ওলাইছে। আমাৰ হয়তো আৰু দেখা নহ'ব। এই সৰু মেডেলটো স্মৃতিচিন হিচাপে নিয়ক। ইয়াৰ এফালে আপোনাৰ চহীটো আৰু আনফালে আপোনাৰ 'দিন আৰু নিশা' বোলা কিতাপখনৰ নাম খোদাই কৰি দিয়া হৈছে।

ত্ৰিগোৰিন : কিযে মৰমলগা, (মেডেলটো চুমা খায়) কিযে ধুনীয়া উপহাৰ!

নিনা : মোৰ কথা মাজে মাজে মনত পেলাব।

ত্ৰিগোৰিন : নিশ্চয় মনত পেলাম। সেই সুন্দৰ উজ্জ্বল ৰ'দালি দিনটোত দেখা তোমাৰ চেহেৰাটো মনত পেলাম। মনত আছেনে সেই দিনটোৰ কথা? সেই বগা সাজটো পিন্ধাৰ এসপ্তাহৰ আগতে.....আমি যে কথা পাতিছিলোঁ আৰু সেই সাগৰ-চিলনীটো বেঞ্চখনত পৰি আছিল।

নিনা ঃ এৰা, সেই সাগৰ-চিলনীটো......আমি আৰু কথা পাতি থাকিব নোৱাৰোঁ, কোনোবা এই ফালে আহিছে! আপুনি যোৱাৰ আগতে দুই মিনিট সময়ৰ বাবে মোক লগ দিব, মই অনুৰোধ কৰিছোঁ (বাঁওফালেদি প্ৰস্থান কৰে) সেই সময়তে এটা দীঘল কোট আৰু এটা মেডেল পিন্ধা চৰিনক লৈ আৰ্কাডিনা প্ৰৱেশ কৰে। পাছফালে সোমাই আহি য়াকভে বস্তু সামৰাত ব্যস্ত হৈ পৰে।)

আৰ্কাডিনা ঃ (চৰিনক) বাতবিষ লৈ তুমি এইদৰে ঘূৰি ফুৰা উচিত নহয়। ঘৰতে থাকা। (ত্ৰিগোৰিনক) কাৰ লগত কথা পাতিছিলা, নিনানেকি?

ত্ৰিগোৰিন ঃ অঁ।

আৰ্কাডিনা ঃ কথাৰ মাজতে আহিবলগীয়া হোৱাত বেয়া পাইছোঁ। বোধকৰোঁ সকলো বস্তুকে সামৰা হ'ল। মোৰ বৰ ভাগৰ লাগিছে।

ত্ৰিগোৰিন ঃ (নিনাই দিয়া মেডেলটোৰ লেখা পঢ়ে) দিন আৰু নিশা—পৃষ্ঠা ১২১, শাৰী ১১ আৰু ১২—

য়াকোভ ঃ (মেজ চাফ কৰি) আপোনাৰ বৰশীৰ ডাঁৰটোত বান্ধি দিমনেকি?

ত্ৰিগোৰিন ঃ দিয়া। সেইবোৰ মোক আকৌ লাগিব। কিন্তু কিতাপবোৰ আনক দিব পাৰা।

যাকভ ঃ আপুনি কোৱামতেই কৰিম ছাৰ।

ত্ৰিগোৰিন ঃ (নিজে নিজে) ১২১ পৃষ্ঠা, ১১ আৰু ১২ শাৰী—সেই শাৰীকেইটাতনো কি থাকিব পাৰে? (আৰ্কাডিনাক) ঘৰটোত মোৰ কিবা কিতাপ আছেনে?

আৰ্কাডিনা ঃ চৰিনৰ পঢ়া কোঠালিৰ চুকটোত থকা কিতাপৰ আলমাৰিটোত আছে।

ত্ৰিগোৰিন ঃ ১২১ পৃষ্ঠা—(প্ৰস্থান)

আৰ্কাডিনা ঃ সঁচাকৈয়ে ট্ৰুছা, তুমি ঘৰতে থকা ভাল।

চৰিন ঃ তুমি যাবলৈ ওলাইছা। তুমি নাথাকিলে ঘৰটো উৰুঙা লাগিব।

আৰ্কাজিনা ঃ নগৰতনো কিটো আছে?

চৰিন ঃ বিশেষ একো নাই অৱশ্যে (হাঁহে), তথাপি টাউন হলৰ আধাৰ-শিলা স্থাপনৰ দৰে অনুষ্ঠানবোৰ আছে। এই আমনি লগা ঠাইৰপৰা কিছুদিনলৈ ওলাব খুজিছোঁ। ইয়াত পুৰণি চিগাৰেটৰ পাইপৰ দৰে বহুত দিন থকা হ'ল। এক বজাত ঘোঁৰা সাজু কৰিবলৈ কৈছোঁ। আমি দুয়ো একেলগেই ওলাই যাম।

আৰ্কাডিনা ঃ তুমি যাব নালাগে। ইয়াতে থাকা। ঠাণ্ডা নলগাবা। মোৰ ল'ৰাকণৰ চোৱা-চিতা কৰিবা। মানুহৰ লগত কেনে ব্যৱহাৰ কৰিব লাগে, শিকাবা। কষ্ট্যাই কিয় নিজকে গুলীয়াব খুজিছিল নজনাকৈয়ে মই যাবলৈ ওলাইছোঁ। মোৰ বোধেৰে ঈৰ্ষাই প্ৰধান কাৰণ আৰু সেয়ে

ত্ৰিগোৰিনক যিমান সোনকালে ইয়াৰপৰা নিব পাৰোঁ সিমানেই মঙ্গল।

চৰিন : আন কাৰণো থাকিব পাৰে, মই সঠিক নাজানো। ভাবি চোৱা, বুদ্ধিমান ল'ৰা এটাই ইমান দূৰৈৰ গাঁৱত, সামাজিক সম্ভ্ৰম, টকা-পইছা, ভৱিষ্যতে উন্নতিৰ আশা নোহোৱাকৈ আৰু কোনো কাম নকৰাকৈ থাকে কেনেকৈ? কাম-বন নোহোৱাকৈ থাকিবলগীয়া হোৱাত লাজো পাইছে চাগৈ। তাক মোৰ বৰ মৰম লাগে। সিও মোক ভাল পায়। তথাপি সি ভাবে, এইখন ঠাই যেন তাৰ নিজৰ নহয়, ভাবে ঘৰখনত সি যেন অপ্ৰয়োজনীয়, আনৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰি থাকিবলগীয়া হৈছে। তাৰ আত্ম-সন্মানত আঘাত লাগিছে।

আৰ্কাডিনা : সি যে মোৰ বৰ চিন্তাৰ কাৰণ হৈ পৰিছে। বোধকৰোঁ সি চাকৰি এটা পোৱা উচিত।

চৰিন : (সুহুৰিয়াই—তাৰ পাছত কওঁ নকওঁকৈ) মোৰ বোধেৰে আটাইতকৈ ভাল কাম হ'ব তুমি যদি তাক কিছু ধন দিয়া। প্ৰথমতে তাক পিন্ধিবলৈ ভাল কাপোৰ লাগে। তালৈ চাবাচোন, যোৱা তিনি বছৰে সি সেই একেটা কোটচোলাকে পিন্ধি আছে। ওভাৰ কোট এটা নাই। (হাঁহে) আৰু সি বাহিৰলৈ গৈ স্ফূৰ্তি-চুৰ্তিও কৰা উচিত। আন ঠাইলৈ ফুৰিবলৈ যাব লাগে। এইবোৰৰ কাৰণেতো বেছি ধনৰ আৱশ্যক নকৰে।

আৰ্কাডিনা : মই নাজানো। এযোৰ নতুন সাজ হয়তো দিব পাৰো, কিন্তু আন ঠাইলৈ ফুৰিবলৈ যোৱাৰ খৰছ দিম ক'ৰপৰা? আৰু সাজযোৰো হয়তো এতিয়াই দিব নোৱাৰিম। মোৰ হাতত তাৰ জোখাৰে ধন নাই। (চৰিনে হাঁহে)

আৰ্কাডিনা : সঁচাকৈয়ে কৈছোঁ মোৰ হাতত ধন নাই।

চৰিন : (সুহুৰিয়াই) হয়নেকি? মোক ক্ষমা কৰিবা। খং নকৰিবা। মই তোমাক বিশ্বাস কৰোঁ। তোমাৰ অন্তৰত মৰম-দয়া আছে বুলি জানো।

আৰ্কাডিনা : (কান্দি দিয়ে) মোৰ হাতত যে ধন নাই।

চৰিন : মোৰ থকা হ'লে ময়ে দিলোঁহেঁতেন। কিন্তু মোৰ হাতত ফুটা কড়ি এটাও নাই। মোৰ পেন্সনৰ আটাইখিনি টকা মেনেজাৰে লৈ যায় আৰু খেতি-বাতি, গৰু পোহা, মৌ পোহা কামত খৰচ কৰে। সকলোখিনি যেন বতাহত উৰি যায়। মৌবোৰ মৰে, গৰু-গাইবোৰ মৰে, আৰু মোৰ প্ৰয়োজন হ'লে ঘোঁৰাবোৰো নাপাওঁ।

আৰ্কাডিনা : সঁচা কথা ক'বলৈ হ'লে, মোৰ হাতত তেনেই ধন নোহোৱা নহয়। কিন্তু মই অভিনেত্ৰী। মই নিজৰ সাজ-পাৰতে বহুত খৰচ কৰিব লাগে।

চৰিন : তুমি যে সাদৰী আৰু মৰমিয়াল তাক মই ভালদৰে জানো। .. মোৰ গাটো দেখোন কেনেবা লাগিছে—মূৰটো ঘূৰাইছেনেকি?

আৰ্কাডিনা : (চৰিনৰ অৱস্থা দেখি ভয় খায়) পেট্রুছা, (চিঞৰে) কোনোবা আছেনে? সোনকালে আহা। (কষ্ট্য সোমাই আহে। তেওঁৰ মূৰত বেণ্ডেজ বন্ধা। লগতে আহে মেড্‌ভেডেংকো)

আৰ্কাডিনা : তেওঁৰ অসুখ কৰিছে।

চৰিন : নাই, বিশেষ একো হোৱা নাই। (হাঁহে। অলপ পানী খায়) এতিয়া ভাল হৈ গৈছোঁ।

কষ্ট্য : (মাকক) ভয় নাখাবা মা, মোমাইদেউৰ আজিকালি এনে ধৰণে গা বেয়া হয়েই। (চৰিনক) আপুনি অলপ শোৱা উচিত।

চৰিন : এৰা অলপ সময়ৰ বাবে শুম। কিন্তু মই নগৰলৈ যামেই। অলপ শুম, তাৰ পাছত ওলাই যাম। (লাখুটিত ভৰ দি যাবলৈ আগবাঢ়ে। মেড্‌ভেডেংকোই বাহুত ধৰি সহায় কৰে।)

মেড্‌ভেডেংকো : এটা সাঁথৰ আছে— পুৱা চাৰিখন ভৰিৰ ওপৰত, দুপৰীয়া দুখনৰ ওপৰত আৰু সন্ধ্যা তিনিখনৰ ওপৰত...

চৰিন : আৰু নিশা পিঠিৰ ওপৰত, ধন্যবাদ মই নিজেই যাব পাৰিম, ধৰিব নালাগে।

মেডভেডেংকো : আহক আহক (দুয়ো ওলাই যায়)

আৰ্কাডিনা : মোক বৰ ভয় খুৱালে।

কষ্ট্য : গাঁৱত থকাটো তেওঁৰ স্বাস্থ্যৰ কাৰণে বেয়া। কিবা অৱসাদে তেওঁক আগুৰি ধৰে। মা, তুমি যদি হঠাৎ উদাৰ হৈ তেওঁক দুহেজাৰ ৰুবল ধাৰে দিয়া, তেওঁ এবছৰ নগৰত থাকিবগৈ পাৰিব।

আৰ্কাডিনা : ধন ক'ৰপৰা পাম? মই এজনী অভিনেত্ৰীহে, বেংকাৰ নহওঁ।

কষ্ট্য : মোৰ বেণ্ডেজটো সলাই দিয়া মা, তুমি যে ইমান ভালকৈ বান্ধিব পাৰা।

আৰ্কাডিনা : (কাষৰ চেল্‌ফৰপৰা আয়ডিন আৰু বেণ্ডেজ লৈ) ডাক্তৰৰ আজি পলম হৈছে।

কষ্ট্য : তেওঁ দহ বজাতে আহিম বুলি কৈছিল আৰু এতিয়া বাৰ বাজি গ'ল।

আৰ্কাডিনা : বহ বাছা (বেণ্ডেজ খোলে), তোক পাগুৰি মৰা যেন লাগিছে। কালি পাকঘৰৰ কাষেদি যোৱা মানুহ এজনে সুধিছিল তই কোন দেশৰ। ঘাডোখৰ প্ৰায় শুকাই গৈছে। (মূৰত চুমা খায়) মই গুচি যোৱাৰ পাছত এনে কাম নকৰিবি সোণ।

কষ্ট্য : নকৰোঁ মা। এনে হ'বলৈ পালে মোৰ এটা বলিয়ালিৰ মুহূৰ্তত। মই সংযম হেৰুৱাই পেলাইছিলোঁ। আৰু কেতিয়াও এনে নকৰোঁ। (মাকৰ

হাতত চুমা খায়) তোমাৰ হাতত যাদু আছে। বহুদিনৰ আগৰ এটা ঘটনা মোৰ এতিয়াও মনত আছে। তুমি তেতিয়া ৰাষ্ট্ৰীয় থিয়েটাৰত কাম কৰিছিলা। মই আছিলোঁ এধানিমান ল'ৰা। চোতালত মৰা-মৰি লাগিছিল। এজনী ধুবুনীয়ে আঘাত পাই অজ্ঞান হৈ পৰিছিল—মনত আছেনে? তুমি কেবাদিনো তাইক চাবলৈ গৈছিলা। দৰব দিছিলা। তাইৰ ল'ৰা-ছোৱালীবোৰক গাম্‌লাত গা-ধুৱাইছিলা—নিশ্চয় তোমাৰ মনত আছে।

আৰ্কাডিনা : নাই মনত নাই (কষ্ট্যাৰ মূৰত নতুন বেণ্ডেজ বান্ধে।)

কষ্ট্য : দুজনী নাচনী ছোৱালীও আমাৰ লগত একেটা ফ্লেটতে আছিল। তেওঁলোকে প্ৰায়ে আহি তোমাৰ লগত কফি খাইছিল।

আৰ্কাডিনা : এৰা মনত পৰিছে।

কষ্ট্য : তেওঁলোক বৰ ধাৰ্মিক আছিল। মা, আজি কিছুদিনৰপৰা তোমাক সৰু কালত লগাদি ভাল লাগিছে। এতিয়া তোমাৰ বাহিৰে মোৰ কোনো নাই। কিন্তু সেই মানুহটোৰ বাৰু তোমাৰ ওপৰত কিয় ইমান প্ৰভাৱ?

আৰ্কাডিনা : তই তেওঁক বুজিব পৰা নাই কষ্ট্য। তেওঁ মহান চৰিত্ৰৰ অধিকাৰী।

কষ্ট্য : কিন্তু মই যেতিয়া তেওঁক যুঁজলৈ প্ৰত্যাহ্বান জনাইছিলোঁ, তেতিয়া তোমাৰ এই মহান চৰিত্ৰৰ মানুহজনে ভীৰুৰ দৰে ব্যৱহাৰ কৰিবলৈ সংকোচবোধ নকৰিলে। এতিয়া তেওঁ পলাই সাৰিব খুজিছে।

আৰ্কাডিনা : কিনো বাজে কথাবোৰ কৈছ অ'? মইহে তেওঁক যাবলৈ কৈছোঁ।

কষ্ট্য : এজন মহান চৰিত্ৰৰ মানুহ! ইয়াত তেওঁক লৈ তুমি আৰু মই কাজিয়া কৰি আছোঁ আৰু তেওঁ হয় ড্ৰইংৰুম নহয় বাগিচাৰপৰা আমালৈ চাই হাঁহিছে—নিনাৰ লগত কথা পাতিছে, তাইক পতিয়ন নিয়াবলৈ চেষ্টা কৰিছে যে তেওঁ প্ৰতিভাৱান—

আৰ্কাডিনা : মই বেয়া পোৱা কথাবোৰ কৈ তই ভাল পাৱ। মই সেই মানুহজনক সন্মান কৰোঁ। তই কেতিয়াও তেওঁৰ বিষয়ে বেয়া কথা মোৰ আগত ন'কবি।

কষ্ট্য : মই তেওঁক সন্মান নকৰোঁ। তুমি বিচাৰা, ময়ো তোমাৰ দৰেই তেওঁক প্ৰতিভাৱান বুলি ভাবিব লাগে। ক্ষমা কৰিবা মই মিছা মাতিব নোৱাৰোঁ। তেওঁৰ লেখাবোৰ পঢ়ি মই অকণো ভাল নাপাওঁ। মোৰ মূৰ কামোৰে।

আৰ্কাডিনা : এয়া ঈৰ্ষাৰ বাহিৰে আন একো নহয়। যাৰ প্ৰতিভা নাই অথচ নিজৰ বিষয়ে উচ্চ ধাৰণা পোষণ কৰে তেনে মানুহে প্ৰকৃত প্ৰতিভাৱান লোকক ঈৰ্ষা নকৰি কি কৰিব? কিন্তু ই যে পুতৌ লগা বিধৰ সান্ত্বনা।

কষ্ট্য : (বিদ্রূপ আৰু খঙৰ সুৰত) প্ৰকৃত প্ৰতিভাৱান। সেয়ে যদি হয় তোমালোক আটাইবোৰে লগ লাগিলেও মোৰ প্ৰতিভাৰ সতে ফেৰ মাৰিব নোৱাৰা। (খঙেৰে বেণ্ডেজ টানি খুলি দিয়ে) তোমালোক আটাইবোৰ পুৰণিকলীয়া সংৰক্ষণশীল মানুহ, যিবোৰে শিল্পকলাৰ ওপৰত এদনীয়া প্ৰভুত্ব বিস্তাৰ কৰি ভাবা যে, তোমালোকে যিহকে কৰা অকল সেয়ে শুদ্ধ আৰু ন্যায়সংগত। আন সকলোকে তোমাকে টেঁটু চেপি ধৰিব খোজা। মই তোমালোকক নামানো। তোমালোক বা তেওঁক বিশ্বাস নকৰোঁ।

আৰ্কাডিনা : অপদাৰ্থ।

কষ্ট্য : যোৱা, তোমাৰ সেই সৰু ধুনীয়া থিযেটাৰ ঘৰটোত তৃতীয় শ্ৰেণীৰ নাটৰ অভিনয় কৰাগৈ।

আৰ্কাডিনা : মই কেতিয়াও তৃতীয় শ্ৰেণীৰ নাটক অভিনয় কৰা নাই। মোৰ কথা নক'বি। এখন সাধাৰণ প্ৰহসন লেখাৰো ক্ষমতা তোৰ নাই। তই কিযেভৰ সাধাৰণ দোকানীতকৈ বেলেগ নহ'ব। আনৰ ওপৰতে বৰ্তি আছ।

কষ্ট্য : তুমি কৃপণ—

আৰ্কাডিনা : তই এটা খোজনীয়া (কষ্ট্যই বহি কান্দিবলৈ ধৰে)

আৰ্কাডিনা : মূল্যহীন মানুহ (খঙত ইফাল-সিফাল কৰি বৈ যায়।) নাকান্দিবি। তই কন্দা উচিত নহয় (নিজেও কান্দিবলৈ ধৰে, আৰু কষ্ট্যৰ কপালত, গালত, মূৰত চুমা খায়) মোৰ মৰমৰ বাছাকণ, মোক ক্ষমা কৰ, তোৰ অপৰাধী মাৰক ক্ষমা কৰ, এজনী অসুখী তিৰোতাক ক্ষমা কৰ বাছা—

কষ্ট্য : (মাকক সাবটি ধৰি) তুমি যদি মোক বুজিলাহেঁতেন। মা, মই সকলো হেৰুৱাইছোঁ। তাই মোক ভাল নোপোৱা হৈছে, মই আৰু লেখিব নোৱৰা হৈছোঁ, জীয়াই থাকিবলৈকে মোৰ একো নোহোৱা হৈছে।

আৰ্কাডিনা : হতাশ নহ'বি বাছা। সকলো ঠিক হৈ যাব। তেওঁ গুচি যাব। তাই আকৌ তোক ভাল পাব। বাৰু এতিয়া আমাৰ বিবাদ নিষ্পত্তি হ'ল নহয়নে সোণ?

কষ্ট্য : (মাকৰ হাতত চুমা খায়) হ'ল মা।

আৰ্কাডিনা : তেওঁৰ লগতো নিষ্পত্তি কৰি ল। যুঁজাৰ কোনো প্ৰয়োজন নাই।

কষ্ট্য : ঠিক আছে। কিন্তু তেওঁক লগ ধৰিবলৈ নক'বা। মই সহ্য কৰিব নোৱাৰিম (ত্ৰিগোৰিন সোমাই আহে) অ'—সৌৱা তেওঁ আহিছে।

মই যাওঁ। (বেণ্ডেজটো চেল্ফত থৈ) ডাক্তৰেং বেণ্ডেজ বান্ধি দিব। (কষ্ট্য ওলাই যায়)

ত্ৰিগোৰিন ঃ (কিতাপ এখন চাই) ১২১ পৃষ্ঠা , ১১ আৰু ১২ শাৰী এযা, (পঢ়ে) "যদি কেতিয়াবা মোক তোমাৰ কিবা প্ৰয়োজনত লাগে, আহি লৈ যাবা।"

আৰ্কাডিনা ঃ বস্তুবোৰ সামৰা হ'ল চাগে?

ত্ৰিগোৰিন ঃ (অধৈৰ্য হৈ) হৈছে হৈছে। (কিবা ভাবি) এটা পৱিত্ৰ আত্মাৰ এই সৰল আৱেদন কিয় ইমান কৰুণ যেন লাগে, ই কিয় মোৰ হিয়াৰ তন্ত্ৰীত আঁজোৰ মাৰে? "যদি কেতিয়াবা মোক প্ৰযোজন হয আহি লৈ যাবা" (আৰ্কাডিনাক) আমি ইয়াত আৰু এদিন থাকি যাওঁ— (আৰ্কাডিনাই অসন্মতি জনাই মূৰ জোকাৰে)

ত্ৰিগোৰিন ঃ মাত্ৰ এটা দিন—

আৰ্কাডিনা ঃ তুমি কিয় থাকিব খুজিছা মই জানো। নিজকে সংযত কৰিবলৈ চেষ্টা কৰা। তোমাক নিচাই ধৰিছে, শান্ত হোৱা।

ত্ৰিগোৰিন ঃ তুমিও অনুগ্ৰহ কৰি শান্ত হোৱা। কাকুতি কৰিছোঁ, যুক্তি মানিবলৈ যত্ন কৰা। সকলো কথা প্ৰকৃত বন্ধুৰ দৰে বিবেচনা কৰি চোৱা। (তেওঁৰ হাত দুখন ধৰি) তুমি ত্যাগ স্বীকাৰ কৰিব পৰা নাৰী। বন্ধুৰ দৰে ব্যৱহাৰ কৰা ; মোক মোৰ ইচ্ছামতে চলিবলৈ দিয়া।

আৰ্কাডিনা ঃ (ভীষণ উত্তেজনাৰে) তুমি ইমান বিমুগ্ধ হৈছানে?

ত্ৰিগোৰিন ঃ মই তেওঁৰ প্ৰতি আকৃষ্ট হোৱা যেন অনুভৱ কৰিছোঁ। হয়তো আচলতে ময়ো তাকে বিচাৰিছোঁ।

আৰ্কাডিনা ঃ এজনী সাধাৰণ গাঁৱলীয়া ছোৱালীৰ প্ৰেম? নিজকে যে তুমি কিমান কম চিনি পোৱা।

ত্ৰিগোৰিন ঃ কেতিয়াবা মানুহে টোপনিত খোজ কাঢ়ে। মোৰ এতিয়া তেনে অৱস্থা হৈছে। মই তোমাৰ সৈতে কথা পাতিছোঁ, কিন্তু আচলতে মই শুই আছোঁ আৰু তেওঁক সপোনত দেখিছোঁ। মিঠা আৰু ধুনীয়া সপোনবোৰত মই বুৰ গৈ আছোঁ।

আৰ্কাডিনা ঃ (উত্তেজনাত কঁপি) নহয়, আন দহজনীৰ দৰেই ময়ো এজনী সাধাৰণ তিৰোতা। মোক তেনেকৈ নক'বা। মোক কষ্ট নিদিবা, বৰিছ। ই বৰ ভয়ানক কথা।

ত্ৰিগোৰিন ঃ নিজে বিচাৰিলে তুমি অসাধাৰণ হ'ব পাৰা। নতুন আকৰ্ষণীয় কাব্যিক প্ৰেমেহে আমাক সপোন-ৰাজ্যলৈ নিব পাৰে ; তেনে প্ৰেমেহে আমাক

এই জগতত সুখ দিব পাৰে। মই তেনে প্ৰেমৰ সোৱাদ পোৱা নাছিলোঁ। ডেকা কালছোৱা বাতৰি কাকতৰ সম্পাদকৰ লগত ঘূৰি দাৰিদ্ৰ্যৰপৰা নিজকে মুক্ত কৰাতে ব্যস্ত আছিলোঁ। এতিয়া ইয়াত তেনে প্ৰেমৰ সন্ধান পাইছোঁ। ই মোক হাত-বাউল দি মাতিছে, মই কিয় আঁতৰি পলাই যাম?

আৰ্কাডিনা ঃ (খঙেৰে) তুমি হিতাহিত জ্ঞান হেৰুৱাই পেলাইছা।

ত্ৰিগোৰিন ঃ হ'লেও মোক কি ক্ষতি হ'ব!

আৰ্কাডিনা ঃ তোমালোকে মোক কষ্ট দিবলৈ ষড়যন্ত্ৰ কৰিছা। (কান্দে)

ত্ৰিগোৰিন ঃ (নিজৰ চুলিবোৰ খামুচি ধৰে) উহ্ তেওঁ বুজিব নোৱাৰে, বুজিব নোখোজে।

আৰ্কাডিনা ঃ মই সঁচাকৈয়ে ইমান বুঢ়ী আৰু আপচুনে যে তুমি মোৰ আগত অন্য তিৰোতাৰ কথা মুকলিভাৱে কৈছা। (ত্ৰিগোৰিনক আঁকোৱালি ধৰি চুমা খায়) তুমি বলিয়া হৈছা, মোৰ অদ্ভুত ধুনীয়া মানুহটো, মোৰ জীৱন-পুথিৰ শেষ পাতখিলা (আঁঠুকাঢ়ি) মোৰ আনন্দ, মোৰ গৰ্ব, মোৰ শান্তি, (ত্ৰিগোৰিনৰ আঁঠুত সাবটি ধৰে) মোক এঘন্টাৰ বাবেও এৰি গ'লে মই জীয়াই নাথাকোঁ, মই বলিয়া হৈ যাম। মোৰ অভিনৱ সুন্দৰ মানুহটো—অ' মোৰ গৰাকী।

ত্ৰিগোৰিন ঃ (তেওঁক উঠিবলৈ সহায় কৰি) কোনোবা আহিব পাৰে, উঠা।

আৰ্কাডিনা ঃ আহক। তোমাৰ প্ৰতি থকা মোৰ প্ৰেমৰ বাবে মই লাজ নাপাওঁ। (তেওঁৰ হাতত চুমা খায়) মোৰ সম্পদ! মোৰ অসাৱধানী ল'ৰাকণ! তুমি বলযিালি কৰিব খুজিলেও মই নিদিওঁ। (হাঁহি) তুমি মোৰ! তুমি মোৰ! তোমাৰ এই কপালখন, এই চকুযুৰি, এই ৰেচমী চুলিটাৰি—সকলোবোৰ মোৰ। তুমি যে ইমান বুদ্ধিমান, ইমান গুণী। তুমি আমাৰ যুগৰ শ্ৰেষ্ঠ লেখক, ৰুছ দেশৰ একমাত্ৰ আশা। তোমাৰ আছে নিষ্ঠা, সৰলতা, নতুনত্ব আৰু সুস্থ হাস্যৰস। এটা আঁচতে তুমি এজন মানুহৰ চৰিত্ৰ বা এটা ধুনীয়া প্ৰাকৃতিক দৃশ্য আঁকি পেলাব পাৰা। তুমি সৃষ্টি কৰা চৰিত্ৰবোৰ ইমান জীৱন্ত। তোমাৰ কিতাপবোৰ পঢ়িলে যে কিমান ভাল লাগে! এয়া মাথোঁ বীৰ-পূজা বা প্ৰশস্তি বুলি ভাবিছানেকি? যদি ভাবিছা তেন্তে মোৰ চকুযুৰিলৈ চোৱা। চোৱাচোন মোক মিছলীয়া যেন লাগেনে? জানা, তোমাক প্ৰশংসা কৰোঁতা মোৰ বাহিৰে আন কোনো নাই। মোৰ অতিকৈ মিঠা ধুনীয়া বৰিছ, একমাত্ৰ ময়ে সঁচা কথা কওঁ? তুমি মোৰ লগত যাবা নহয়নে? যাবা। তুমি মোক এৰি থৈ নাযাবাদেই।

ত্ৰিগোৰিন : মোৰ নিজৰ ইচ্ছা বুলিবলৈ একো নাই। কেতিয়াও নাছিল। মই সদায়ে দুৰ্বল, মেৰুদণ্ডহীন, আনৰ বশ। তেনে মানুহে তিৰোতাৰ মন জয় কৰিব পাৰেনে? মোক লৈ ব'লা কিন্তু এক মুহূৰ্ততো তোমাৰ দৃষ্টিৰ আঁৰ নকৰিবা।

আৰ্কাডিনা : (নিজকে নিজে) এতিয়া তেওঁ সম্পূৰ্ণভাৱে মোৰ। (একোৱেই যে হোৱা নাছিল এই ভাৱত) যদি ইচ্ছা গৈছে, থাকি যোৱা। মই গুচি যাম, তুমি এসপ্তাহমানৰ পাছতো আহিব পাৰিবা। খৰধৰ কৰিবলগীয়া একো নাই।

ত্ৰিগোৰিন : নাই আমি দুয়ো একেলগে যাম।

আৰ্কাডিনা : তোমাৰ যি ইচ্ছা। ব'লা তেনেহ'লে একেলগেই যাওঁ। (ত্ৰিগোৰিনে টোকা-বহীত কিবা লেখে) সেয়া কি?

ত্ৰিগোৰিন : আজি পুৱা এটা সুন্দৰ শব্দ শুনিছিলোঁ "কুঁৱৰীৰ কুঞ্জবন"—নিশ্চয় কামত লাগিব। তেন্তে আমি যাম নহয়নে? আকৌ ৰেলগাড়ী, ষ্টেছনৰ প্লেটফৰ্ম, খোৱাবোৱা, মঙহৰ পিঠা, আমনি লগা কথা-বতৰা (ছাম্ৰায়েফৰ প্ৰৱেশ)

ছাম্ৰায়েফ্ : মই সন্মান সহকাৰে এটা দুখ লগা ঘোষণা কৰিছোঁ যে ঘোঁৰা সাজু কৰা হৈছে। ষ্টেছনলৈ যাবৰ হ'ল। দুই বাজি পাঁচ মিনিট যোৱাত ৰেল আহিব। মেডেম আৰ্কাডিনা, অনুগ্ৰহ কৰি অভিনেতা চুজডেলট্‌চেভ জীয়াই আছেনে আৰু আছে যদি তেওঁৰ স্বাস্থ্য ভালে আছেনে, মোক জনাব। আমি একেলগে মদ খাইছিলোঁ। তেওঁ "ডাকগাডী ডাকাইতি" বোলা নাটখনত অপূৰ্ব অভিনয় কৰিছিল। মোৰ মনত আছে আন এজন উল্লেখনীয় ব্যক্তি, ট্ৰেজেডি অভিনেতা ইছ্‌মাইলভেও এলিজাবেথ গ্ৰেডত তেওঁৰ লগত অভিনয় কৰিছিল। নাই নাই লৰা-ঢপৰা কৰিব নালাগে। হাতত আৰু পাঁচ মিনিট সময় আছে। এসময়ত এই অভিনেতা দুজনে এযোৰ ষড়যন্ত্ৰকাৰীৰ অভিনয় কৰিছিল এখন মেলোড্ৰামাত। তেওঁলোকে "এয়া এক চক্ৰান্ত" বুলি ক'ব লাগিছিল কিন্তু ইছ্‌মাইলভে চিঞৰিলে, "এযা এক খৰচান্ত" বুলি (হাঁহে) "খৰচান্ত" (ছাম্ৰায়েফে কথা কৈ থাকোঁতেই য়াকোভে চুট্‌কেছ্ লৈ সোমায়, লিগিৰী এজনীয়ে আৰ্কাডিনাক তেওঁৰ টুপী, ছাতি আৰু হাত-মোজাযোৰ দিয়েহি। সকলোৱে আৰ্কাডিনাক সেইবোৰ পিন্ধাত সহায় কৰে। ৰান্ধনিটোৱে বাঁওফালৰ দুৱাৰেদি ভুমুকিয়াই অলপ পাছতে সোমাই আহে। তাৰ পাছত আহে চৰিন আৰু মেড্‌ভেডেংকো)

পলিনা ঃ (এটা সৰু খাং দেখুৱাই) বাটত খাবলৈ ইয়াত কেইটামান পনিয়ল দিছোঁ। বৰ মিঠা। খাই জুটি লাগিব।

আৰ্কাডিনা ঃ তুমি যে ইমান মৰমিয়াল পলিনা।

পলিনা ঃ তেন্তে যাবগৈ মেডেম আৰ্কাডিনা, বিদায়। ইয়াত আপুনি বিচৰা দৰে যদি ব্যৱহাৰ পোৱা নাছিল, তেন্তে ক্ষমা কৰিব। (চকুপানী টোকে)

আৰ্কাডিনা ঃ (পলিনাক সাৱটি ধৰি) ইয়াত বিচৰা মতেই সকলো পাইছোঁ। কোনো অসুবিধা হোৱা নাই। নাকান্দিবা।

পলিনা ঃ আমাৰ জীৱনটো শেষ হৈ আহিবলৈ ধৰিছে।

আৰ্কাডিনা ঃ সেই বিষয়েতো আমি একোকে কৰিব নোৱাৰোঁ।

চৰিন ঃ (ওভাৰকোট আৰু টুপী পিন্ধিছে। হাতত লাখুটি। বাঁওফালৰ দুৱাৰেদি সোমাই আহে।) যাবৰ সময় হৈছে। আমি পলম কৰা উচিত নহয়। মই গাড়ীখনৰ ওচৰলৈ যাওঁ। (প্ৰস্থান)

আৰ্কাডিনা ঃ বিদায়। সকলো ভালে-কুশলে থাকিলে পুনৰ জহকালি আমি লগ হ'ম। (লিগিৰী, বান্ধনি আৰু য়াকোভে তেওঁৰ হাতত চুমা খায়।) মোক নাপাহৰিবা। (আৰ্কাডিনাই বান্ধনিটোৰ হাতত এটা ৰুবল দিয়ে) এই ৰুবলটো তিনিওজনে ভগাই ল'বা।

বান্ধনি ঃ অশেষ ধন্যবাদ। আপোনালোকৰ যাত্ৰা যেন নিৰাপদ হয়। আপুনি আমাক বৰ মৰম কৰিছিল।

য়াকোভ ঃ ভগৱানে আপোনাক আৰ্শীবাদ কৰক, মেডেম।

ছাম্ৰায়েফ ঃ এখন চিঠি দিব অনুগ্ৰহ কৰি। চিঠি পালে আমাৰ ভাল লাগিব। বিদায় মিঃ ত্ৰিগোৰিন।

আৰ্কাডিনা ঃ কষ্ট্য ক'ত? তাক কোৱা, মই যাবলৈ ওলাইছোঁ। তাৰপৰাও বিদায় ল'ব লাগিব। তাক মৰম কৰিবা। (য়াকোভক) মই বান্ধনিটোক ৰুবল এটা দিছোঁ। তোমালোক তিনিওজনে ভগাই ল'বা।

(সোঁফালেদি আটাইবোৰে প্ৰস্থান কৰে। মঞ্চত কোনো নাথাকে। ভিতৰৰপৰা বিদায়-সম্ভাষণৰ হাই-উৰুমিৰ শব্দ ভাহি আহে। লিগিৰীজন মেজৰ ওপৰৰপৰা পনিয়লৰ খাংটো নিবলৈ উভতি আহে। লৈ গুচি যায়। তাৰ পিছত ত্ৰিগোৰিন পুনৰ সোমাই আহে।)

ত্ৰিগোৰিন ঃ মোৰ বেতডাল এৰি থৈ গৈছিলোঁ। বোধকৰোঁ বাৰাণ্ডাত আছে। (বাঁওফালৰ দুৱাৰেদি ভিতৰলৈ যাব খোজোঁতেই সোমাই অহা নিনাক লগ পায়।)

নিনা : মই ঠিক জানিছিলোঁ আমি পুনৰ লগ হ'ম বুলি। (উত্তেজিত হৈ) মিঃ ত্ৰিগোৰিন, মই মোৰ মন স্থিৰ কৰি পেলাইছোঁ—মঞ্চত অভিনয় কৰিম। কাইলৈ মানে ময়ো যামগৈ। মই মোৰ দেউতা আৰু আন সকলোকে এৰি নতুন জীৱন আৰম্ভ কৰিম। আপোনাৰ দৰে ময়ো মস্কৌলৈ যাম। তাত আমি লগ হ'ম।

ত্ৰিগোৰিন : শ্লেভিয়ান্স্কি বজাৰত থাকিবা। গৈ পায়েই মোল্চানোভকা ষ্ট্ৰিটৰ গ্ৰোহোল্স্কিৰ ঘৰত মোক খবৰ দিবা। মই যাওঁ এতিয়া।

নিনা : এক মিনিট ৰ'ব।

ত্ৰিগোৰিন : (গদগদ হৈ চেপা মাতেৰে) তুমি যে ইমান ধুনীয়া! আমি পুনৰ লগ হ'ম বুলি ভাবিয়েই ভাল লাগিছে। (নিনাৰ মূৰটো মৰমেৰে নিজৰ বুকুৰ মাজলৈ টানি আনে) এই ধুনীয়া চকুযুৰি, বৰ্ণনা কৰিব নোৱৰা মধুৰ কোমল হাঁহিটো, দেৱদূতীৰ দৰে মিঠা পৱিত্ৰ চেহেৰা পুনৰ দেখিবলৈ পাম ..মোৰ জীউকণ, অতিকে হেঁপাহৰ...(গভীৰ আবেগেৰে নিনাক চুমা খায়) (পট পৰে)

(তৃতীয় আৰু চতুৰ্থ অংকৰ মাজত দুবছৰ অতিবাহিত হয়)

## চতুৰ্থ অংক

(চৰিনৰ ঘৰৰ ড্ৰইং ৰুমটোক কষ্ট্যৰ লেখা-পঢ়া কৰা কোঠা কৰা হৈছে। সোঁ আৰু বাঁওফালে আন কোঠাবোৰলৈ যোৱা দুৱাৰ। পাছফালে, সৌমাজত বাৰাণ্ডালৈ যোৱা কাঁচৰ দুৱাৰ। ড্ৰইং ৰুমত সাধাৰণতে থকা আচবাবৰ লগতে সোঁফালৰ এটা চুকত এখন লেখা মেজ, বাঁওফালৰ দুৱাৰৰ দাঁতিত এখন চ'ফা। চেল্‌ফত, খিৰিকীৰ গবিলাত আৰু চকীৰ ওপৰত কিতাপ। সময় সন্ধ্যা। মাত্ৰ এটা খেদ থকা লেম্প জ্বলি আছে। পোহৰ কম। বতাহত গছৰ পাতৰ খচ-খচনি, চিমনিৰ ফুটাইদি বতাহ সোমাই কৰা সোঁ-সোঁৱনি আৰু ঘূৰি ফুৰা চকিদাৰৰ জোতাৰ খট খট শব্দ শুনা যায়। মেড্‌ভেডেংকো আৰু মাশ্বাৰ প্ৰৱেশ)

মাশ্বা : (চিঞৰি) কষ্ট্য! কষ্ট্য! (চাৰিওফালে চাই) কোনো নাই। বুঢ়াটোৱে সুধিয়েই আছে কষ্ট্য ক'ত? কষ্ট্যক এৰি তেওঁ থাকিবই নোৱাৰে।

মেড্‌ভেডেংকো : অকলে থাকিবলৈ ভয় কৰে। উহ্ কিযে ভয়ানক বতৰ। যোৱা দুদিনৰপৰা একে বতৰেই চলি আছে।

মাশ্বা : (লেম্পৰ ঢাকনিখন ঘূৰাই) হ্ৰদটোত ঢৌ উঠিছে, প্ৰকাণ্ড ঢৌ।

মেড্‌ভেডেংকো : বাগিচাখন আন্ধাৰে আবৰি পেলাইছে। সেই পুৰণি মঞ্চটো ভাঙি পেলাব লাগিছিল। হাড ওলোৱা জঁকাটোৰ দৰে হৈ আছে। সমুখৰ আঁৰ-কাপোৰখনত বতাহ লাগি চট্ চট্ শব্দ কৰি আছে। কালি সন্ধ্যা কাষেদি আহোঁতে কোনোবাই কন্দা শুনিছিলোঁ।

মাশ্বা : তাৰ পিছত?

মেড্‌ভেডেংকো : আমি ঘৰলৈ যাওঁ ব'লা মাশ্বা।

মাশ্বা : (মূৰ লৰাই) আজি নিশাটো মই ইযাতে কটাম।

মেডভেডেংকো : (অনুৰোধৰ সুৰত) ব'লানা যাওঁগৈ, কেঁচুৱাটোৰ নিশ্চয় ভোক লাগিছে।

মাশ্বা : বাজে কথা। মেট্ৰিয়নাই তাক খুৱাব।

মেড্‌ভেডেংকো : বেচেৰা! আজি তিনি ৰাতি সি মাকক এৰি আছে।

মাশ্বা : তোমাৰ কথাবোৰ ইমান যে আমনি লগা হৈছে। আগতে অন্ততঃ জীৱনটোৰ কথা কৈছিলা, এতিয়া সকলো সময়তে কেঁচুৱাটোৰ আৰু ঘৰলৈ যোৱা কথাৰ বাহিৰে আন একোকে নোকোৱা হৈছা।

মেড্‌ভেডেংকো : আমি যাওঁ ব'লা মাশ্বা।

মাশ্বা : তুমি যোৱা।

মেড্‌ভেডেংকো : তোমাৰ দেউতাৰাই মোক যে ঘোঁৰা এটা নিদিয়ে।

মাশ্বা : তেওঁক খুজিলে দিব।

মেড্‌ভেডেংকো : খুজিম বাৰু। তুমি তেন্তে কাইলৈ ঘৰলৈ যাবা।

মাশ্বা : (নাচগুড়ি লৈ) মইতো তাকেই কৈ আছোঁ। একে কথাকে সুধি থাকি আমনি নিদিবা। (কষ্ট্য আৰু পলিনা সোমাই আহে। কষ্ট্যই গাৰু আৰু কম্বল কঢ়িয়াই আনে। পলিনাই বিছনা চাদৰ চ'ফানৰ ওপৰত পাৰি দিয়ে। কষ্ট্য মেজখনৰ ওচৰলৈ গৈ বহে।)

মাশ্বা : এইবোৰ কাৰ বাবে মা?

পলিনা : মিঃ চৰিনে ইয়াতে কষ্ট্যৰ বিছনা পাৰি দিবলৈ কৈছে।

মাশ্বা : মোক দিয়া—মই পাৰি দিওঁ (বিছনা পাৰি দিয়ে)

পলিনা : বুঢ়া মানুহবোৰ সৰু ল'ৰা-ছোৱালীৰ দৰে (মেজখনৰ ওচৰলৈ গৈ হাতে লেখা কিতাপ এখন চায়)

মেড্‌ভেডেংকো : বাৰু, মই তেন্তে যাওঁ। (মাশ্বাৰ হাতত চুমা খায়) মই আহিলোঁ মা। (পলিনাৰ হাততো চুমা খাব খোজে, কিন্তু পলিনাই খং কৰি কয়)

পলিনা : বেছ তেন্তে যোৱা।

মেড্‌ভেডেংকো : আহোঁ কষ্ট্য—
(কষ্ট্যই একো নোকোৱাকৈ নিজৰ হাতখন আগবঢ়াই দিয়ে। মেড্‌ভেডেংকো যায়।)

পলিনা : (হাতে লেখা কিতাপখন চায) কষ্ট্য তুমি যে সঁচাকৈয়ে এজন সাহিত্যিক হ'বা সেই কথা কোনেও সপোনতো ভবা নাছিল। এতিয়া আলোচনীবোৰে তোমালৈ ধানো পঠোৱা হৈছে। (কষ্ট্যৰ চুলিত হাত বুলাই) আৰু তুমি যে আজিকালি ইমান ধুনীয়া হৈছা মৰমৰ সোণটো অ'। মোৰ মাশ্বাজনীৰ প্ৰতি অলপ ভাল ব্যৱহাৰ কৰিবাদেই।

মাশ্বা : তেওঁক নিজৰ মতে চলিবলৈ দিয়া মা।

পলিনা : তাই বৰ ভাল ছোৱালী কষ্ট্য। তিৰোতা মানুহে মাথোঁ বিচাৰে অলপ মৰম। সেই কথা মই ভালদৰে জানো।
(কষ্ট্য মেজখনৰ কাষৰ পৰা নীৰৱে উঠি ভিতৰলৈ যায়)

মাশ্বা : তেওঁকনো কিয় একেবোৰ কথা কৈ আমনি দিব লাগে? তেওঁৰ খং উঠিছে।

পলিনা : তোমাৰ কাৰণে বেয়া লাগে মাশ্বা।

মাশ্বা : তাৰপৰানো কি লাভ হয়?

পলিনা : মাজে মাজে মোৰ বুকুখন বিষাই যায়। মই সকলো দেখি আছোঁ। সকলো বুজিছোঁ।

মাশ্বা : এইবোৰ বাজে কথা। প্ৰতিদান নোপোৱা প্ৰেম মাথোঁ উপন্যাসৰ

কাৰণেহে। আটাইবোৰ বাজে। আচল কথা হ'ল এইবোৰক আঁসে নিদিয়া, অৰ্থহীন আশা নকৰা। এইবোৰ ভাব মনত সোমালে আঁতৰাই দিব লাগে। মোৰ স্বামী হেনো অন্য ঠাইলৈ বদলি হ'ব। আন ঠাইলৈ গ'লে এইবোৰ কথা পাহৰি যাম। মনৰপৰা এইবোৰ ভাবক পুলিয়ে-পোখাই উভালি পেলাম।

(ভিতৰৰপৰা এটা 'ওৱালজ্' সংগীতৰ সুৰ ভাহি আহে।)

পলিনা : সেয়া কষ্টাই বজাইছে। তেওঁৰ মনটো বেয়া লাগিছে।

মাশ্বা : (নীৰবে সংগীতৰ তালে তালে নাচে) আচল কথা হৈছে, সকলো সময়তে তেওঁক লগ ধৰিব নালাগে। মোৰ শ্বেমিয়ন যদি বদলি হয়, ঠিক কৈছোঁ, এমাহৰ ভিতৰতে সকলো কথা পাহৰি যাম। এইবোৰ কথা ভাবি থকাটো মূৰ্খামি।

(বাঁওফালৰ দুৱাৰেদি ডৰ্ণ আৰু মেড্‌ভেডেংকোই চৰিন বহি থকা চকা লগোৱা চকীখন ঠেলি সুমুৱাই আনে।)

মেড্‌ভেডেংকো : আমাৰ ঘৰত ছজন মানুহ। ইফালে ময়দাৰ দাম পাউণ্ডত সত্তৰ কোপেক—

ডৰ্ণ : জোৰা মাৰিবলৈ চেষ্টা কৰা।

মেড্‌ভেডেংকো : আপোনাৰ পক্ষে ধেমালি কৰা সহজ, আপোনাৰ ধনৰ অভাৱ নাই।

ডৰ্ণ : মোৰ? পিছে বন্ধু, মোৰ ত্ৰিশ বছৰ প্ৰেক্‌টিচত কোনো কোনো সময়ত এক মিনিট সময়ো আজৰি পোৱা নাছিলোঁ ; কিন্তু দিনে-নিশাই কাম কৰিও জমা কৰিব পাৰিছিলোঁ দুহাজাৰ। তাকো অলপতে বিদেশলৈ ফুৰিবলৈ গৈ খৰচ কৰি পেলাইছোঁ। এতিয়া মোৰ হাতত কোপেক এটাও নাই।

মাশ্বা : (মেড্‌ভেডেংকোক) তুমি এতিয়াও যোৱা নাই কিয়?

মেড্‌ভেডেংকো : ঘোঁৰা এটা নিদিলে যাওঁ কেনেকৈ?

মাশ্বা : (সন্তুষ্ট হৈ) মই তোমাক নেদেখিম বুলিয়েই ভাবিছিলোঁ। (চৰিনৰ চকা লগোৱা চকীখন কোঠাৰ মাজভাগ পাওঁতে ৰৈ গৈছিল। পলিনা, মাশ্বা আৰু ডৰ্ণ তেওঁৰ কাষত বহে। মেড্‌ভেডেংকো অলপ আঁতৰত থাকে। মুখত বিমৰিষ ভাব।)

ডৰ্ণ : কিমান যে সলনি হৈছে ইয়াত। তোমালোকে ড্ৰইং ৰুমটোক পঢ়া-কোঠালি কৰিছা।

মাশ্বা : কষ্ট্যৰ ইয়াত কাম কৰা বেছি সুবিধা হৈছে। ইচ্ছা কৰিলে বাগিচালৈ ওলাই গৈ চিন্তাও কৰিব পাৰে।

(চকিদাৰৰ খোজৰ শব্দ)

চৰিন : আৰ্কাডিনা ক'ত?

ডৰ্ণ : ত্ৰিগোৰিনক লগ ধৰিবলৈ ষ্টেছনলৈ গৈছে। এতিয়াই উভতি আহিব।

চৰিন : মোৰ অসুখ নিশ্চয় বেছ টানেই। নহ'লে তোমালোকে তেওঁক মাতি নপঠালাহেঁতেন। মই ভীষণ অসুখত ভুগি আছোঁ, কিন্তু মোক কোনেও দৰব দিযা নাই। কথাটো বৰ হাঁহি উঠা নহয়নে?

ডৰ্ণ : কি খাব খুজিছা? ভেলেৰিয়েল পিল? বাইকাৰ্বনেট অব্ চোদা, নে কুইনাইন?

চৰিন : সেয়া তেওঁ আৰম্ভ কৰিলেই। আমাৰ ওপৰত পৰীক্ষা চলাই আমনি দিবলৈকে ডাক্তৰবোৰক পঠিওৱা হয। (চ'ফাখনৰ ফালে চাই) বিছনা পৰা হ'লনে?

পলিনা : হৈছে মিঃ চৰিন।

চৰিন : ধন্যবাদ।

ডৰ্ণ : (গীত গায) "মাজনিশা আকাশৰ বুকুত জোনটো ওপঙি আছে ..।"

চৰিন : মই কষ্ট্যাক উপন্যাসৰ বাবে বিষয় এটা দিব খোজোঁ। উপন্যাসখনৰ নাম হ'ব লাগিব—'যি মানুহটোৱে বিচাৰিছিল।' ডেকা বয়সত মই সাহিত্যিক হ'বলৈ বিচাৰিছিলোঁ— নোৱাৰিলোঁ, মই ভালকৈ উচ্চাৰণ কৰি কথা ক'বলৈ বিচাৰিছিলোঁ, কিন্তু মোৰ শব্দ-উচ্চাৰণ লাগবান্ধ নোহোৱা হ'ল। (নিজকে ইতিকিং কৰি) এইদৰেই চলি থাকিল। এটা কথা জুকিয়াই ক'বলৈ গৈ ঘামি গৈছিলোঁ। বিয়া কৰাব খুজিছিলোঁ, বিয়া নহ'ল। নগৰত থাকিবলৈ বিচাৰিছিলোঁ, থাকিবলগীয়া হ'ল এই গাঁৱত—সকলোতে হতাশ হ'লোঁ।

ডৰ্ণ : তুমি নিগাজীকৈ ষ্টেট কাউন্সিলাৰৰ পদটো বিচাৰিছিলা, পাই গ'লা।

চৰিন : সেই কামটো মই বিচৰা নাছিলোঁ কিন্তু পাই গ'লোঁ।

ডৰ্ণ : তুমি নিশ্চয় মোৰ লগত একমত হ'বা যে বাষষ্টি বছৰ বয়সত নিজৰ জীৱনটো লৈ অনুযোগ কৰা সন্মানজনক নহয।

চৰিন : তেওঁ কোৱাটোকে আনেও মানিবই লাগিব , কিযে আচৰিত মানুহ। নুবুজা কেলেই, মই ভালদৰে জীয়াই থাকিবলৈ বিচাৰোঁ।

ডৰ্ণ : সেইটো মূৰ্খামিৰ বাহিৰে আন একো নহয়। জীৱনটো এদিনাখন শেষ হ'ব। এয়ে প্ৰকৃতিৰ নিয়ম।

চৰিন : তুমি এনে মানুহৰ কথা কৈছা, যাৰ জীৱনত সকলো আশা পূৰণ হৈছে। তুমি তৃপ্ত, সেয়ে এইবোৰ বিষয়ে উদাসীন হ'ব পাৰিছা। কিন্তু মৃত্যুৰ কথা ওলালে তুমি ভয় খাবা।

ডৰ্ণ : মৃত্যুৰ বাবে ভয় হ'ল পশুৰ ভয়। তাক জয় কৰিব লাগিব। যিবোৰে মৰিবলৈ ভয় কৰে তেওঁলোকে ভাবে জীৱনটো যুগমীয়া ; আৰু ভয় কৰে, কাৰণ তেওঁলোকে কিবা পাপ কৰিছে। প্ৰথমটো তুমি নিশ্চয় বিশ্বাস নকৰা ; তদুপৰি তুমিনো এনে কি পাপ কৰিছা যে চিন্তা কৰিবলগীয়া হৈছে। তুমি ন্যায়ালয়ত পঁচিছ বছৰ কাম কৰিছিলা—সেয়ে যথেষ্ট।

চৰিন : (হাঁহি) আঠাইছ বছৰ।
(কষ্ট্য সোমাই আহি চৰিনৰ ভৰিৰ ফালে টুল এখনত বহে। মাশ্বাই তেওঁৰ ফালে চাই থাকে)

ডৰ্ণ : আমি কষ্ট্যাক কাম কৰাত বাধা জন্মাইছোঁ।

কষ্ট্য : নাই নাই একো নহয়।

মেড্‌ভেডেংকো : ক্ষমা কৰিব ডাক্তৰ, এটা কথা সোধোঁ। কোনখন নগৰত কাম কৰি আপেনাৰ আটাইতকৈ ভাল লাগিছিল।

ডৰ্ণ : জেনোৱা।

কষ্ট্য : কিয়?

ডৰ্ণ : তাৰ ৰাজপথৰ জনতা আচৰিত ধৰণে সুন্দৰ। গধূলি হোটেলৰপৰা ওলাই গ'লেই দেখিবা আলিবাটবোৰ মানুহেৰে ঠাহঁ খাই আছে। তুমি জনতাৰ লগতে ইফালে-সিফালে উদ্দেশ্যবিহীনভাৱে ঘূৰি ফুৰিব পাৰিবা। অনুভৱ কৰিবা তুমি যেন জনতাৰ লগতে বাস কৰিছা। অনুভৱ কৰিবা এটা মানসিক একত্ববোধ। বিশ্বাস কৰিবলৈ আৰম্ভ কৰিবা, সঁচাকৈ বিশ্বাসত্তা বোলা এটা বস্তু আছে। ঠিক তোমাৰ নাটকৰ সেই চৰিত্ৰটোৰ দৰে—যিটো নিনাই এবাৰ অভিনয় কৰিছিল। ৰ'বা এতিয়ানো তেওঁ ক'ত আছে? কেনে আছে?

কষ্ট্য : ভালেই বোধকৰোঁ।

ডৰ্ণ : কোনোবাই কৈছিল তেওঁ হেনো এক আচৰিত জীৱন যাপন কৰিছে। কি কথানো এইবোৰ?

কষ্ট্য : ক'বলৈ গ'লে বহুত—

ডৰ্ণ : চুটিকৈয়ে কোৱাচোন।

কষ্ট্য : তেওঁ ঘৰ এৰি গৈ ত্ৰিগোৰিনৰ প্ৰেমত পৰিছিল। সেই কথা আপুনি জানেই চাগে।

ডৰ্ণ : জানো।

কষ্ট্য : তেওঁৰ এটা সন্তান হৈ মৰিল, ত্ৰিগোৰিনে এৰি থৈ আগৰ বান্ধৱীৰ ওচৰলৈ গুচি গ'ল। আচলতে তেওঁ আগৰ সম্বন্ধটো ছিঙি পেলোৱা নাছিল। মেৰুদণ্ডহীন মানুহটোৱে দুয়ো গৰাকীৰ লগতে কোনো ৰকমে সম্বন্ধ ৰাখি থৈছিল। মই যিমানদূৰ জানো নিনাৰ ব্যক্তিগত জীৱন চূৰমাৰ হৈ গৈছে।

ডৰ্ণ : মঞ্চৰ জীৱন একা?

কষ্ট্য : আৰু বেয়া হৈ পৰিছিল। মস্কোৰ বাহিৰত জহকালি অভিনয় কৰিবলৈ গুচি গৈছিল। সেই সময়ত মই তেওঁক অনুসৰণ কৰিছিলোঁ। তেওঁ ডাঙৰ ভাওবোৰ লৈছিল, কিন্তু অভিনয় কৰিছিল ৰুচিহীনভাৱে অশোভন অংগি-ভংগিৰ অযথা জোৰ দি সংলাপ মাতি। মাজে মাজে প্ৰতিভাৰ স্ফুৰণ হৈছিল অৱশ্যে, যেনে ধৰক, কান্দোঁতে নাইবা মৰাৰ ভাও দিওঁতে—কিন্তু কাচিৎহে।

ডৰ্ণ : তাৰমানে তেওঁৰ প্ৰতিভা একেবাৰে নথকা নহয়।

কষ্ট্য : কোৱা টান। মই তেওঁক দেখিছিলোঁ, কিন্তু তেওঁ মোক লগ ধৰা নাছিল। মই তেওঁৰ মনৰ অৱস্থা বুজি লগ ধৰিবলৈ বিশেষ চেষ্টাও কৰা নাছিলোঁ। আৰুনো কি ক'ম। তাৰ পিছত মই ঘৰলৈ উভতি আহিলত তেওঁৰপৰা কেইখনমান চিঠি পাইছিলোঁ—আন্তৰিকতাপূৰ্ণ, বুদ্ধিৰ পৰিচয় থকা চিঠি। তেওঁ কোনো অভিযোগ কৰা নাছিল, কিন্তু বুজিব পাৰিছিলোঁ তেওঁ বৰ অসুখী। দেহ-মন ভাগৰি পৰিছে, কল্পনাৰ যেন আঁত হেৰাইছে। প্ৰত্যেকখন চিঠিৰে শেষত তেওঁ সাগৰ-চিলনী বুলি চহী কৰিছিল। পুচ্‌কিনৰ 'পানীৰ পৰী'ত মিলত কাম কৰা মানুহজনীয়ে নিজকে যেনেকৈ ঢোঁৰা-কাউৰী বুলি কৈছিল তেনেকৈয়ে তেওঁৰ চিঠিবোৰে সোঁৱৰাই দিছিল তেওঁ যে সাগৰ-চিলনী। এতিয়া তেওঁ ইয়ালৈ আহিছে।

ডৰ্ণ : ইয়ালৈ মানে?

কষ্ট্য : আজি পাঁচ দিন হ'ল ইয়াৰে এটা হোটেলত আছেহি। মই তেওঁক লগ ধৰিম বুলি ভাবিছিলোঁ। মাশ্বাই লগ ধৰিবলৈ গৈছিল, কিন্তু তেওঁ কাকো লগ ধৰিব নোখোজে। মেড্‌ভেডেংকোই কৈছে, তেওঁ হেনো নিনাক ইয়াৰপৰা ডেৰ মাইলমান আঁতৰৰ পথাৰ এখনত দেখিছিল।

মেড্‌ভেডেংকো ঃ হয়, মই দেখিছিলোঁ। তেওঁ টাউনলৈ খোজ কাঢ়ি গৈছিল, মই সোধাত ইয়ালৈ আহিব বুলি কৈছিল।

কষ্ট্য ঃ তেওঁ নাহে। তেওঁৰ দেউতাক আৰু মাহীমাকে তেওঁৰ লগত সম্বন্ধ ছিঙি পেলাইছে। চকিদাৰ ৰাখিছে চাবলৈ—তেওঁলোকৰ ঘৰৰ চাৰিসীমাৰ ওচৰলৈকে যাতে নিনা যাব নোৱাৰে। (ডাক্তৰৰ লগত লেখা মেজৰ ওচৰ পায়গৈ) কাগজে-পত্ৰে দাৰ্শনিক হোৱা যিমান সহজ, জীৱনত প্ৰকৃততে তেনে হোৱা সিমান টান।

চৰিন ঃ তাই বৰ মৰম লগা ছোৱালী আছিল।

ডৰ্ণ ঃ কি কৈছা?

চৰিন ঃ কৈছো, তাই বৰ মৰম লগা ছোৱালী আছিল। ষ্টেট কাউন্সিলাৰ চৰিনো এটা সময়ত তাইৰ প্ৰতি আকৃষ্ট আছিল।

ডৰ্ণ ঃ বুঢ়া প্ৰেমিক!

(নেপথ্যত ছাম্ৰায়েফে হঁহা শুনা যায়)

পলিনা ঃ তেওঁলোক ষ্টেছনৰপৰা উভতিল চাগে।

কষ্ট্য ঃ অঁ, মই মাৰ মাত শুনিছোঁ।

(আৰ্কাডিনা আৰু ত্ৰিগোৰিন সোমাই আহে। পাছে পাছে ছাম্ৰায়েফ্)

ছাম্ৰায়েফ্ ঃ আমি সকলো বুঢ়া আৰু আলৰ হৈ পৰিছোঁ। আপুনি কিন্তু মেডেম আগৰ দৰেই গাভৰু হৈয়ে আছে—উজ্জ্বল ফ্ৰীল দিয়া ব্লাউজ—সজীৱ কমনীয়—

আৰ্কাডিনা ঃ হেৰা, তুমি মোৰ অমঙ্গল ঘটাব খুজিছানেকি?

ত্ৰিগোৰিন ঃ (চৰিনক) আপোনাৰ বোলে গা ভাল নহয়। সেইবোৰ নচলিব কিন্তু—(মাশ্বাক দেখি আনন্দেৰে) মাশ্বা!

মাশ্বা ঃ তেনেহ'লে আপুনি মোক চিনি পালে? (হাত মিলায়)

ত্ৰিগোৰিন ঃ তোমাৰ বিয়া হ'লনে?

মাশ্বা ঃ হয়, বিয়া হোৱা অলপ দিন হৈছে।

ত্ৰিগোৰিন ঃ সুখীনে?

(ডৰ্ণ আৰু মেড্‌ভেডেংকোক মূৰ দোঁৱাই সন্মান জনায়। তেওঁলোকেও তেনে কৰে। তাৰ পিছত যাওঁ নাযাওঁকৈ কষ্ট্যৰ ওচৰলৈ যায়।) তোমাৰ মাৰাই কৈছে, তুমি হেনো অতীতৰ কথাবোৰ পাহৰি গৈছা আৰু মোৰ প্ৰতি তোমাৰ খং-ৰাগ নোহোৱা হৈছে। (কষ্ট্যই হাত এখন আগবঢ়াই দিয়ে।)

আৰ্কাডিনা ঃ চা, কষ্ট্য, বৰিছে তোৰ নতুন গল্পটো ওলোৱা আলোচনীখন আনিছে।

কষ্টা : (ত্ৰিগোৰিনৰ হাতৰপৰা আলোচনীখন লৈ) ধন্যবাদ এই অনুগ্ৰহৰ বাবে (আটাইবোৰ বহে)

ত্ৰিগোৰিন : তোমাৰ গুণগ্ৰাহীসকলে তেওঁলোকৰ কথা তোমাক সোঁৱৰাই দিবলৈ কৈছে। মস্কো আৰু পিটাৰ্চবাৰ্গৰ পঢ়ুৱৈসকলৰ তোমাৰ প্ৰতি বৰ আগ্ৰহ। সদায়ে মোক তোমাৰ কথা সুধিয়েই থাকে— তুমি কেনেকুৱা, বয়স কিমান, ক'লা নে বগা। কিবা কাৰণত তেওঁলোকে ভাবে যে তুমি ডেকা ল'ৰা নহয়। তুমি ছদ্মনামত লেখা কাৰণে কোনেও তোমাৰ আচল নামটো নাজানে। লোহাৰ মুখা পিন্ধা মানুহটোৰ দৰেই তুমিও হে পৰিছা ৰহস্যময়।

কষ্ট্যা : আপুনি ইয়াত বহুত দিন থাকিবনেকি?

ত্ৰিগোৰিন : নাই, মই কাইলৈকে মস্কোলৈ যাম বুলি ভাবিছোঁ। উপায় নাই। উপন্যাস এখন শেষ কৰিব লাগে। তদুপৰি এখন গল্প সঙ্কলনৰ বাবে কিবা লেখিম বুলি কথা দিছোঁ। সেই পুৰণি ধৰণেৰেই চলি আছে—বুজিছা নহয়। (তেওঁলোকে কথা পাতি থাকোঁতে আৰ্কাডিনা আৰু পলিনাই তাচ খেলা মেজখন কোঠাৰ সোঁমাজত থযহি। ছাম্ৰায়েফে মম জ্বলাই দি চকীবোৰ মেজৰ চাৰিওফালে সজাই থয। চেল্‌ফৰপৰা লোট্টো খেলৰ[১] আহিলা উলিয়াই অনা হয।)

ত্ৰিগোৰিন : বতৰে মোক অভ্যৰ্থনা জনোৱা নাই। বৰ নিষ্ঠুৰ চেঁচা বতাহ বলিছে। কালি পুৱামানলৈ কমিলে হ্ৰদটোত বৰশী বাবলৈ যাম। বাগিচাখন আৰু তোমাৰ নাটখন মঞ্চস্থ হোৱা ঠাইডোখৰো চাবলৈ যাম। মই এটা গল্পৰ বিষয় পাইছোঁ ; কিন্তু তাৰ আগতে ঠাইডোখৰ চাই ল'বৰ মন।

মাশ্বা : দেউতা, মোৰ স্বামীক ঘোঁৰা এটা দিয়া। তেওঁ ঘৰলৈ যাবই লাগিব।

ছাম্ৰাযেফ্ : (বিদ্ৰূপৰ সুৰত) ঘৰলৈ যাবলৈ লাগিব, ঘোঁৰা এটা দিয়া। (কৰ্কশভাৱে) তুমি নিজেই গৈ নোচোৱা কিয়? ঘোঁৰাবোৰ এইমাত্ৰ ষ্টেছনৰপৰা আহিছে। এতিয়াই আকৌ পাঠৱ নোৱাৰোঁ।

মাশ্বা : আন ঘোঁৰাওতো আছে। (দেউতাকে একো নোকোৱা দেখি হাত জোকাৰি অস্বস্তিৰ ভাব প্ৰকাশ কৰে।) নাই, তোমাক লৈ উপায় নাই দেখিছোঁ।

---

১। এই খেলৰ তাচবোৰত সমচতুৰ্ভুজ আৰু কাঁহীৰ দৰে গোল চাৰিচুকীয়া আৰু 'গোল চিত্ৰ অঁকা থাকে।

মেড্‌ভেডেংকো : মই খোজ কাঢ়িয়েই যাব পাৰিম মাশ্বা, আচলতে..

পলিনা : এই বতৰত খোজ কাঢ়ি কেনেকৈ যাবা? (লোট্টোৰ মেজত বহে) আহা বন্ধুসকল।

মেড্‌ভেডেংকো : মাত্র চাৰি মাইলহে। বাৰু আহোঁ, বিদায়। (মাশ্বাৰ হাতত চুমা খায়) আহোঁ, মা (পলিনাই অনিচ্ছা সহকাৰে হাতখন আগবঢ়াই দিয়ে চুমা খাবলৈ) মই কাকো আমনি নকৰিলোঁহেঁতেন কিন্তু কেঁচুৱাটো—(সকলোলৈকে মূৰ দোঁৱাই, অপৰাধীৰ দৰে প্ৰস্থান কৰে)

ছাম্ৰায়েফ্‌ : ঠিক পাবগৈ। তেওঁতো আৰু জেনেৰেল নহয়।

পলিনা : (মেজত টুকুৰিযাই) আহা, আহা, সময় অপব্যয় কৰা অনুচিত। ৰাতিৰ সাজ খাবলৈ মাতিবই অলপ পিছতে।
(ছাম্ৰায়েফ্‌, মাশ্বা, ডৰ্ণ মেজৰ চাৰিওফালে বহে)

আৰ্কাডিনা : (ত্রিগোৰিনক) শৰৎ কালৰ সন্ধ্যা তেওঁলোকে ইয়াত সদায়ে লোট্টো খেলে। এইটো পুৰণি চেট, দেখিছাই নহয়। আমি সৰু থাকোঁতে মাই এইখনতে আমাৰ লগত খেলিছিল। নিশাৰ আহাৰ খোৱাৰ আগতে এখেল খেলি লোৱা। দেখাত আমনি লগা হ'লেও অলপ খেলাৰ পাছতে জমিব। (সকলোকে তাচপাত বিলাই দিয়ে)

কষ্টা : (আলোচনীখন চাই) তেওঁ নিজৰ গল্পটো পঢ়িছে ; কিন্তু মোৰটোৰ পাতবোৰেই কটা নাই। (আলোচনীখন মেজত থয় আৰু বাঁওফালৰ দুৱাৰেদি ওলাই যোৱাৰ বাটত মাকৰ মূৰত চুমা খাই যায়)

আৰ্কাডিনা : তই নেখেলনেকি কষ্টা ?

কষ্টা : খেলিবলৈ মন যোৱা নাই। মই অলপ ফুৰি আহো (ওলাই যায়)

আৰ্কাডিনা : দহ কোপেকৰ বাজি। ডক্তৰ, দহটা কোপেক মোৰ কাৰণে থ'বানে?

ডৰ্ণ : নিশ্চয় থ'ম।

মাশ্বা : সকলোৱে নিজৰ নিজৰ পণৰ ধন থ'লেনে? মই আৰম্ভ কৰিছোঁ। বাইছ।

আৰ্কাডিনা : দিছোঁ।

মাশ্বা : তিনি।

ডৰ্ণ : ঠিক আছে।

মাশ্বা : তিনি থৈছেনে? আঠ। একাশী। দহ!
ছাম্ৰাযেফ্ : ইমান খৰকৈ নাযাবাচোন—
আৰ্কাডিনা : কাৰকোভত কিযে বিৰাট অভ্যৰ্থনা পাইছিলোঁ। এতিয়াও মূৰটো ঘূৰাই যায় সেই কথা ভাবিলে।
মাশ্বা : চৌত্ৰিছ—
(আঁতৰৰপৰা এটা দুখ লগা 'ওৱাল্জ' সংগীতৰ সুৰ ভাহি আহে)
আৰ্কাডিনা : ছাত্ৰবোৰে থিয় হৈ হাত চাপৰি বজাই মোক অভিনন্দন জনাইছিল, দিছিল তিনি পাচি ফুল, দুটা ফুলৰ তোৰা আৰু এইটো—
(এটা ব্ৰুচ পিন উলিয়াই মেজত থয।)
ছাম্ৰাযেফ্ : সঁচাকৈয়ে বৰ ধুনীয়া।
মাশ্বা : পঞ্চাছ
ডৰ্ণ : পঞ্চাছনে?
আৰ্কাডিনা : মই পৰীৰ দৰে সাজ পিন্ধিছিলোঁ। তোমালোকে যিহকে নোকোৱা, মই হ'লে সাজ-পাৰ কৰাৰ বিষযে দুই-এটা কথা জানো।
পলিনা : কষ্ট্যাই পিযানো বজাইছে। বেচেৰা ল'ৰাকণ ইমান অসুখী দেহি।
ছাম্ৰাযেফ্ : বাতৰি কাকতবোৰে তেওঁৰ বেয়া সমালোচনা কৰিছে।
মাশ্বা : সাতসত্তৰ—
আৰ্কাডিনা : বাতৰি কাকতৰ সমালোচনাক সি গুৰুত্ব দিব নালাগে।
ত্ৰিগোৰিন : তেওঁ দুৰ্ভগীযা। নিজৰ লেখাৰ নিৰ্দিষ্ট শৈলী এতিযাও আৱিষ্কাৰ কৰিব পৰা নাই। তেওঁৰ লেখাবোৰ অদ্ভুত, অস্পষ্ট আৰু মাজে মাজে বলিয়াৰ বলকনিৰ দৰে। তেওঁৰ কোনো এটা চৰিত্ৰই জীৱন্ত নহয়।
মাশ্বা : এঘাৰ—
আৰ্কাডিনা : (চৰিনলৈ চাই) আমনি লাগিছেনেকি পেট্ৰুছ? অ, টোপনি গ'ল।
ডৰ্ণ : ষ্টেট কাউন্সিলাৰ চৰিন টোপনি গৈছে।
মাশ্বা : সাত, নব্বৈ—
ত্ৰিগোৰিন : হ্ৰদৰ ওচৰৰ এনে ঘৰ এটাত থাকিবলৈ লোৱা হ'লে, মই লেখাত মন দিলোঁহেঁতেন? বোধকৰোঁ নিদিলোঁহেঁতেনে। লেখাৰ বাসনাক জয় কৰি ওৰে দিনটো মই বৰশী বাই থাকিলোঁহেঁতেন।
মাশ্বা : আঠাইছ—
ত্ৰিগোৰিন : সৰু সৰু জীয়া মাছবোৰ ধৰা যে এনে আমোদজনক।
ডৰ্ণ : মই কষ্ট্যক বিশ্বাস কৰোঁ। তাৰ ভিতৰত কিবা এটা শক্তি আছে। সি চিন্তা কৰে, চিত্ৰকল্পৰ ৰূপত। গল্পবোৰৰ বৰ্ণনা প্ৰাঞ্জল, ভাব

গভীৰ। সেইবোৰে মোক অভিভূত কৰে। কিন্তু দুখৰ বিষয়, তাৰ কোনো নিৰ্দিষ্ট উদ্দেশ্য নাই। সি মাথোঁ এটা ধাৰণাৰহে সৃষ্টি কৰে আৰু সিমানতে শেষ। কিন্তু এটা ধাৰণাৰ সৃষ্টি কৰাটোৱেই যথেষ্ট নহয়। তোমাৰ ল'ৰাটো লেখক হোৱা দেখি তুমি ভাল পাইছানে আইৰিণা?

আৰ্কাডিনা : জানানে তাৰ কোনো গল্পকে মই এতিযাও পঢ়া নাই।

মাশ্বা : ছাবিছ—

(কষ্ট্যা নিৰলে সোমাই আহি তেওঁৰ লেখা-পঢ়া কৰা মেজখনৰ ওচৰ পায়গৈ।)

ছাম্রায়েফ্ : মিঃ ত্রিগোৰিন, আপুনি আমাৰপৰা বস্তু এটা পাবলৈ আছে।

ত্রিগোৰিন : কিনো?

ছাম্রায়েফ্ : কষ্ট্যাই এবাৰ এটা সাগৰ-চিলনী মাৰিছিল। আপুনি তাৰ ভিতৰখিনি চাফ্ কৰি আন বস্তু বৰাই জীয়া চৰাইৰ দৰে থ'বলৈ কৈছিল।

ত্রিগোৰিন : কৈছিলোঁনেকি? মোৰ দেখোন মনত নপৰে।

মাশ্বা : ছয়ষষ্ঠি—এক।

কষ্ট্যা : খিৰিকীখন মেলি বাহিৰৰ কিবা শব্দ শুনিবলৈ চেষ্টা কৰে।) কিযে আন্ধাৰ। মই যে এনে অস্বস্তি অনুভৱ কৰিছোঁ কিয়, বুজি পোৱা নাই।

আৰ্কাডিনা : খিৰিকীখন জপাই দে কষ্ট্যা, চেঁচা বতাহ আহিছে।

(কষ্ট্যাই খিৰিকীখন জপাই দিয়ে)

মাশ্বা : অষ্টাশী।

ত্রিগোৰিন : মই জিকিলোঁ।

ছাম্রায়েফ্ : (আনন্দেৰে) চাবাইচ।

আৰ্কাডিনা : মানুহজনৰ যে কি আচৰিত ভাগ্য। (বহাৰপৰা উঠি) কিবা খাওঁগৈ আহা। আমাৰ এই মহান ব্যক্তিজনে দুপৰীয়া সাজ খোৱাই নাই। নিশাৰ সাজ খাই আমি আকৌ খেলিম। কষ্ট্যা ব'ল—

কষ্ট্যা : মোৰ খাবলৈ মন যোৱা নাই, ভোক লগা নাই।

আৰ্কাডিনা : তোৰ যি ইচ্ছা (চৰিনক জগাই দি) খোৱাৰ সময় হ'ল পেট্রুছা (ছাম্রায়েফৰ বাহুত ধৰি) খাৰকোভত কি ধৰণৰ অভ্যৰ্থনা পাইছিলোঁ, কমগৈ ব'লা (পলিনাই মমবোৰ নুমাই দিয়ে। তাৰ পিছত তেওঁ আৰু ডৰ্ণে চৰিন বহি থকা চকীখন ঠেলি উলিয়াই

নিয়ে। সকলোবোৰ বাঁওফালৰ দুৱাৰেদি ওলাই যায়। অকলে মেজৰ ওচৰত কষ্ট্য বহি থাকে।)

কষ্ট্য (লেখিবলৈ যো-জা কৰি যিখিনি লেখিছিল পঢ়ে) মই নতুন আংগিকৰ কথা বহুত কৈছোঁ, কিন্তু এতিয়া দেখিছোঁ, লাহে লাহে পুৰণি ৰীতিৰ মাজতহে যেন সোমাই পৰিছোঁ। (পঢ়ে) "বেৰৰ জাননীখনে ঘোষণা কৰিছিল".."ক'লা চুলিৰ ফ্ৰেমৰ মাজত এখন শেঁতা মুখ" ঘোষণা কৰিছিল, ফ্ৰেমৰ মাজত .ভাল লগা নাই। (কাটে) বৰষুণৰ শব্দই নায়কৰ টোপনি ভগাব পৰা আৰম্ভ কৰি বাকীবোৰ বাদ দিম। জোনালী সন্ধ্যাৰ বিৱৰণটো বৰ দীঘল আৰু শব্দবোৰ টান হৈছে। ত্ৰিগোৰিনে নিজৰ কৌশল উদ্ভাৱন কৰিছে। ভাববোৰে সহজে ধৰা দিয়ে! মিলৰ বান্ধত ভঙা বটলৰ ডিঙিটো চিকচিকাই থকা পানীৰ মাজৰ চকৰিৰ ক'লা ছাঁ আৰু তাৰ পিছত জোনালী নিশা। কিন্তু মই কঁপি থকা পোহৰ, কোমলভাৱে তিৰবিৰাই থকা তৰা আৰু শান্ত বতাহৰ সৌৰভৰ মাজত দূৰৈৰপৰা ভাহি অহা পিযানোৰ সুৰৰ বিষযেও লেখিব লাগিব। কিন্তু ই বৰ যন্ত্ৰণাদাযক (অলপ ৰৈ) মই লাহে লাহে এই কথাটোত পতিয়ন যাবলৈ ধৰিছোঁ যে নতুন বা পুৰণি আংগিক আচল কথা নহয, আচল কথা হ'ল আংগিকৰ কথা নাভাবি লেখি যোৱা, অন্তৰৰ ভাববোৰক পোনপটিয়াকৈ প্ৰকাশ কৰাটোহে। (মেজৰ ওচৰৰ খিৰিকীখনত টোকৰ পৰে) কিহৰ শব্দ? (খিৰিকীখন মেলি বাহিৰলৈ চায়) একোকে মনিব নোৱাৰে (কাঁচৰ দুৱাৰখন মেলি বাগিচাৰ ফালে চায়) কোনোবা এইমাত্ৰ দৌৰি খট্‌খটিয়েদি নামি গৈছে। (চিঞৰি মাতে) কোন সেয়া? (ওলাই যায় খৰকৈ বাহিৰৰ বাৰাণ্ডাত অহা-যোৱা কৰা শব্দ শুনা যায়, আৰু এক মিনিটৰ ভিতৰতে নিনাক লৈ উভতি আহে) নিনা। নিনা! (নিনাই তেওঁৰ বুকুত মূৰটো থৈ উচুপে)

কষ্ট্য ঃ (অভিভূত হয) নিনা। নিনা। তুমি আহিছা। মই অনুভৱ কৰিছিলোঁ তুমি আহিবা। গোটেই দিনটো মই ভীষণ অস্থিৰভাৱে কটাইছোঁ। (নিনাই টুপি আৰু গাৰ দীঘল চোলাটো সোলোকাই থয়) মোৰ দেৱদূতী, মোৰ কেঁচা সোণজনী আহিছে, নাকান্দিবা মোৰ জীউ—

নিনা ঃ ইয়াত আন কোনোবা আছে?

কষ্ট্য ঃ নাই, কোনো নাই।

নিনা ঃ দুৱাৰবোৰৰ শলখা লগাই দিয়া, কোনোবা আহিব পাৰে।

কষ্ট্য ঃ নাই নাহে।

নিনা ঃ মই জানো আইৰিণা আৰ্কাডিনা ইয়াতে আছে। দুৱাৰবোৰৰ শলখা লগাই দিয়া।

কষ্ট্য ঃ (কষ্ট্যাই সোঁফালৰ দুৱাৰখনৰ শলখা লগাই বাঁওফালৰখনৰ ওচৰলৈ যায়) এইখনৰ শলখাডাল লগাব নোৱাৰি। এখন চকীৰে দুৱাৰখনত ঠেকা দি থওঁ। (দুৱাখখন ভালকৈ জপাই সমুখত এখন চকী থৈ দিয়ে।) ভয় নাখাবা, কোনো নাহে।

নিনা ঃ (নিৰিষ্টভাৱে কষ্ট্যৰ মুখলৈ চায়) তোমাক চাই লওঁ। (তাৰ পিছত কোঠাটো চায়) কেনে সুন্দৰ আৰু উমলগা কোঠাটো। আগতে এইটো চ'ৰাঘৰ আছিল। মই বাৰু বহুতো সলনি হৈছোঁনেকি?

কষ্ট্য ঃ হৈছা। আগতকৈ খীণাইছা, আৰু চকুকেইটা ডাঙৰ হৈছে। নিনা তোমালৈ চাই কিয়ে আচৰিত লাগিছে। তুমি তেতিয়া মোক কিয় দেখা কৰিব খোজা নাছিলা? আগতেনো কিয় নাহিলা? মই জানো, তুমি প্ৰায় এসপ্তাহমান ইযাতে আছাহি। মই প্ৰতিদিনে কেইবাবাৰো তোমাৰ হোটেললৈ গৈ ভিকচুৰ দৰে তোমাৰ কোঠাৰ খিৰিকীৰ তলত থিয় হৈ আছিলোঁ।

নিনা ঃ তুমি মোক ঘিনাবা বুলি মই ভয় কৰিছিলোঁ। প্ৰতি নিশা মই সপোনত আশা কৰিছিলোঁ তুমি যেন মোক দেখিও চিনি নোপোৱা। মই অহা দিনটোৰপৰা ইয়াত, এই হ্ৰদটোৰ চাৰিওফালে খোজ কাঢ়ি ঘূৰি ফুৰিছোঁ। মই ঘৰটোৰ দাঁতিয়েদি কেইবাবাৰো অহা-যোৱা কৰিছিলোঁ, কিন্তু সোমাবলৈ সাহ হোৱা নাছিল। বহোঁ আহা। (দুয়ো বহে) বহি বহি বহুত পৰলৈকে কথা পাতিম। ইয়াত যে ইমান উম, ইমান যে ভাল লাগিছে। বতাহৰ সোঁ-সোৱনি শুনিছানে? টুৰ্গেনিভে এঠাইত লেখিছে ঃ "সেইজনেই সুখী যাৰ আছে এনে এটা নিশাত মূৰৰ ওপৰত এখন চাল আৰু নিজৰ বুলি এটা কোঠাৰ উমলগা চুক।' 'ময়েই সেই সাগৰচিলনীজনী। ওঁ-হো, ভুল কৈছোঁ। (কপাল মোহাৰি) কি কৈছিলোঁ? অ' টুৰ্গেনিভে ..'ভগৱানে যেন সকলো ঘৰ নথকা বাটৰুৱাকে সহায় কৰে'—বাদ দিয়া সেইবোৰ কথা (উচুপে)

কষ্ট্য ঃ তুমি আকৌ কান্দিছা নিনা?

নিনা : চিন্তা নকৰিবা। কান্দিলে মনটো পাতল লাগে। মই যোৱা দুবছৰে কন্দা নাই। কালি সন্ধ্যা মই আমাৰ মঞ্চটো বাগিচাত আছে নে নাই চাবলৈ আহিছিলোঁ, দেখিলোঁ আগৰ দৰেই আছে। মই যোৱা দুবছৰৰ ভিতৰত এই প্ৰথম কান্দিছোঁ, মনটো বেছ পাতল লাগি গ'ল। চোৱা, মই আৰু কন্দা নাই। (কষ্ট্যৰ হাতত ধৰি) তুমি তেন্তে এজন লেখক হ'লা? তুমি এজন লেখক আৰু মই এজনী অভিনেত্ৰী। আমি দুয়ো পথৰ সন্ধান পাইছোঁ। মই যে এধানিমান শিশুৰ দৰে সুখী আছিলোঁ। মই পুৱা সাৰ পাই গীত গাইছিলোঁ। মই তোমাক ভাল পাইছিলোঁ। প্ৰখ্যাত হোৱাৰ সপোন দেখিছিলোঁ আৰু এতিয়া! মই পুৱা য়েলেট্‌চ্‌লৈ বুলি যাত্ৰা কৰিম তৃতীয় শ্ৰেণীত খেতিয়কবোৰৰ লগত, আৰু য়েলেট্‌চ্‌ত কৃষ্টি ভাল পোৱা বেপাৰীবোৰে মোক আমনি কৰিব—জীৱনটো যে কেনে ঘিণ লগা!

কষ্ট্য : তুমিনো য়েলেট্‌চ্‌লৈ কিয় যোৱা?

নিনা : জাৰকালিৰ বাবে মই তাত চুক্তিবদ্ধ হৈছোঁ। মোৰ যাবৰ সময় হৈছেই।

কষ্ট্য : নিনা, মোৰ সোণটি, মই তোমাক শাও দিছিলোঁ, মই তোমাক ঘিণ কৰিছিলোঁ, তোমাৰ চিঠি আৰু ফটোবোৰ ফালি পেলাইছিলোঁ, কিন্তু সকলো সময়তে অনুভৱ কৰিছিলোঁ—মই চিৰকাল তোমাৰেই। মই তোমাক ভাল নোপোৱাকৈ থাকিব নোৱাৰোঁ, নিনা। যেতিয়াৰপৰা তোমাক হেৰুৱাইছোঁ আৰু মোৰ গল্পবোৰ প্ৰকাশ হ'বলৈ ধৰিছে, তেতিয়াৰেপৰা মোৰ জীৱনটো হৈ পৰিছে দুৰ্বহ। মই বৰ কষ্ট পাইছোঁ, যেন কোনোবাই হঠাতে মোৰ যৌৱনক মোহাৰি পেলাইছে। মই যেন হৈ পৰিছোঁ নব্বৈ বছৰীয়া বুঢ়া। মই তোমাৰ নাম উচ্চাৰণ কৰোঁ, তুমি খোজ কঢ়া মাটিডৰাক চুমা খাওঁ। যিফালে চাওঁ তোমাৰ মুখখনহে দেখা পাওঁ—মোৰ জীৱনৰ শ্ৰেষ্ঠ দিনকেইটা পোহৰাই তোলা তোমাৰ মধুৰ হাঁহিটো।

নিনা : (বিমোৰত পৰা যেন হৈ) তেওঁনো কিয় এইদৰে কৈছে? কিয় কৈছে?

কষ্ট্য : কাৰো মৰমৰ উম নোপোৱা মই এজন অকলশৰীয়া মানুহ নিনা। মই মাটিৰ তলৰ ভঁৰাল-ঘৰত থোৱা বস্তুৰ দৰে চেঁচা হৈ গৈছোঁ।

মোৰ লেখাবোৰ নিৰস, কঠুৱা আৰু নৈৰাশ্যৰে ভৰা। ইয়াত থাকি যোৱা নিনা। মই কাকুতি কৰিছোঁ, নাইবা মোক তোমাৰ লগতে যাবলৈ দিয়া। (নিনাই শ্বৰকৈ টুপি আৰু 'কেইপ' পিন্ধে।) নিনা, ঈশ্বৰৰ দোহাই নিনা—(নিনালৈ চাই থাকে)

নিনা ঃ গেটত মোৰ বাবে গাড়ী এখন বৈ আছে। মোক বিদায় দিবলৈ ওলাই যাব নালাগে। মই নিজে বাট বিচাৰি পাম (উচুপে) অলপ খাবলৈ পানী পামনে?

কষ্ট্য ঃ (পানী দিয়ে) এতিয়া ক'লৈ যাবা?

নিনা ঃ নগৰলৈ। তোমাৰ মাৰা ইয়াতে আছেনে?

কষ্ট্যা ঃ যোৱা বৃহস্পতিবাৰে মোমাইদেউৰ অসুখ হোৱাত মাক টেলিগ্ৰাম দি মতাই অনা হৈছে।

নিনা ঃ মই খোজ কাঢ়ি ফুৰা মাটিডৰা চুমা খোৱা বুলি কিয় কৈছা? মোক মাৰি পেলাবহে লাগে। (মেজৰ ওপৰত হাউলি) মোৰ যে ইমান ভাগৰ লাগিছে। অলপ যদি জিৰাব পাৰিলোঁহেঁতেন। ময়েই সেই সাগৰ-চিলনীজনী, নহয় নহয়—মই এজনী অভিনেত্ৰী। সেইটোৱেই মোৰ প্ৰকৃত পৰিচয়। (ভিতৰত আৰ্কাডিনা আৰু ত্ৰিগোৰিনক হঁহা শুনে ; অলপ পৰ শুনি থাকে, বাঁওফালৰ দুৱাৰখনৰ চাবিৰ ফুটাৰে জুমি চায়) তেৰোঁ ইয়াতে আছে। থাকক। তেওঁ থিয়েটাৰ ভাল নাপাইছিল। সদায়ে মোৰ অভিনেত্ৰী হোৱাৰ সপোনক উপলুঙা কৰি হাঁহিছিল আৰু লাহে লাগে ময়ো সেইবোৰ বিশ্বাস হেৰুৱাই পেলাইছিলোঁ। উৎসাহ নাইকিয়া হৈছিল। প্ৰেমত পৰা, ঈৰ্ষা, কেঁচুবাৰ বাবে চিন্তা— এইবোৰে মোক খুলি খুলি খাইছিল। মই সাধাৰণ আৰু নীচমনা হৈ পৰিছিলোঁ। মোৰ অভিনয় বেয়া হৈছিল। হাত দুখনেৰে কি কৰিম, মঞ্চত কেনেকৈ থিয় হ'ম, কণ্ঠস্বৰ কেনেকৈ নিয়ন্ত্ৰণ কৰিম—সেইবোৰ একোকে নাজানিছিলোঁ। বেয়া অভিনয় কৰিলে কেনে লাগে তুমি নুবুজিবা। মই সাগৰ-চিলনী ; নহয় সেইটো ভুল। সাগৰ-চিলনীজনী তুমি যে গুলীয়াই মাৰিছিলা মনত আছেনে? এজন মানুহ আহে, তাইক দেখে আৰু কেৱল আমোদকণৰ বাবে মাৰি পেলায়। গল্পৰ এটা বিষয়। নহয়, সেয়া ভুল (কপাল মোহাৰে) কি কৈছিলোঁ অ' মঞ্চ। মই এতিয়া বেলেগ হৈ পৰিছোঁ। মই প্ৰকৃত অভিনেত্ৰী। মঞ্চৰ নিচাই মোক

উত্তেজিত কৰে। অনুভৱ কৰোঁ মই দীপ্তিময়ী। ইয়ালৈ অহাৰপৰা খোজ কাঢ়ি ফুৰিছোঁ, খোজ কাঢিছোঁ আৰু ভাবিছোঁ, ভাবিছোঁ আৰু অনুভৱ কৰিছোঁ প্ৰতি দিনেই মই যেন মনত নতুন বল পাইছোঁ। এতিয়া মই জানো কষ্ট্য, মই উপলব্ধি কৰিছোঁ, মঞ্চত অভিনযেই কৰোঁ নাইবা কিতাপকে লেখোঁ, আমাৰ বৃত্তিৰ আচল কথা খ্যাতি নহয়, যশ নহয—মই যি সপোন দেখিছিলোঁ সেইবোৰ একো নহয়, আচল কথা হৈছে সহ্য কৰা, ক্ৰুছবিদ্ধ হৈও বিশ্বাসত দৃঢ় হোৱা। মই বিশ্বাসত দৃঢ হোৱা বাবেই আজিকালি সিমান কষ্ট নাপাওঁ আৰু মই যেতিয়া মোৰ বৃত্তিৰ কথা ভাবোঁ, তেতিয়া জীৱনলৈ ভয় নকৰোঁ।

কষ্ট্য : তুমি তোমাৰ বাট বিচাৰি পাইছা। ক'লৈ যাবা তুমি জানা। কিন্তু মই এতিয়াও সপোন আৰু কল্পনাতে ওপঙি আছোঁ, নাজানো কিহৰ বাবে। মোৰ নিজৰ ওপৰতে আস্থা নাই, মই নাজানো মোৰ বৃত্তি কি?

নিনা : (নিৱিষ্ট মনে শুনি আছিল) চুপ। মনে মনে থাকা। মই এতিয়া যাওঁ। বিদায়। মই যেতিয়া প্ৰখ্যাত অভিনেত্ৰী হ'ম, মোক চাবাহি। শপত খোৱা, আহিবা। কিন্তু এতিযা (কষ্ট্যৰ হাতখন মৰমেৰে চেপি ধৰে) পলম হৈছে। মই থিয় হৈ থাকিব নোৱৰা হৈছোঁ, মোৰ যে ইমান ভাগৰ লাগিছে। ভোকো লাগিছে।

কষ্ট্য : কিয়নো যাব লাগিছে, থাকানা। মই তোমালৈ কিবা খোৱা বস্তু আনিম।

নিনা : নাই নোৱাৰোঁ। মোক বাট দেখুৱাই দিব নালাগে। নিজেই বাট বিচাৰি পাম। মোৰ গাড়ীখন ওচৰতে আছে। তাৰ মানে তোমাৰ মাৰাই ত্ৰিগোৰিনক লগত আনিছে। আনক, কিটোনো হ'ব! ত্ৰিগোৰিনক লগ পালে মোৰ বিষযে একোকে নক'বা। মই তেওঁক ভাল পাওঁ। আগতকৈ বেছি ভাল পাওঁ। এটা গল্পৰ সুন্দৰ সমল। মই তেওঁক গভীৰ অনুৰাগেৰে উন্মত্তৰ দৰে ভাল পাওঁ। আগতে যে কিমান ভাল আছিল মনত পৰেনে কষ্ট্য? জীৱন ইমান নিকা, ইমান উমলগা, ইমান আনন্দ-মুখৰ আৰু ইমান যে পৱিত্ৰ আছিল। আমাৰ অনুভূতিবোৰ আছিল ধুনীয়া ফুলৰ দৰে। মনত পৰেনে? (আবৃত্তি কৰে) মানুহ, সিংহ, ঈগল, দৰিক, শিঙালপহু, হাঁহ, মকৰা, পানীৰ গভীৰত থকা নিমাতী মাছ, সাগৰৰ তৰামাছ,

চকুৰে দেখা নোপোৱা জীৱ—মুঠতে সকলো জীৱই সিহঁতৰ দুখ লগা জীৱনবৃত্ত সম্পূৰ্ণ কৰি নিঃশেষ হৈ গৈছে। বহু হাজাৰ বছৰ পৃথিৱীত কোনো প্ৰাণীৰে জন্ম হোৱা নাই, আৰু বেচেৰা জোনটোৱে অনাহকতে তাৰ চাকিটো জ্বলাই ৰাখিছে। ঘাঁহনিবোৰত সাৰেং চৰায়ে চিঞৰি সাৰ নাপায়, নেমুৰ বাগিচাত জিলীৰ মাত শুনা নাযায়।

(নিনাই গভীৰ উত্তেজনাৰে কষ্ট্যাক সাৱটি ধৰে আৰু পিছ মুহূৰ্ত্ততে কাঁচৰ দুৱাৰখনেদি বাহিৰলৈ ওলাই যায়। কষ্টাই তাই যোৱাৰ ফালে খন্তেক চাই থাকে।)

কষ্ট্য : কোনেও যেন বাগিচাত তাইক লগ পাই মাক কৈ নিদিয়ে। তেনে কৰিলে তাই বৰ বিব্ৰত হ'ব। (কিবা ধৰণৰ নৈৰাশ্যই কষ্টাৰ মনটোকো আগুৰি ধৰে। মাত-বোল নোহোৱাকৈ তেওঁ নিজৰ হাতে লেখা কাগজবোৰ ফালি টুকুৰা-টুকুৰ কৰি মেজৰ তললৈ দলিয়াই দিয়ে। তাৰ পিছত সোঁফালৰ দুৱাৰখনৰ শলখা খুলি কোঠাটোৰপৰা ওলাই যায়। ডৰ্ণে বাঁওফালেদি কোঠাটোলৈ সোমাবলৈ আহি দুৱাৰখন ঠেলা মাৰে। অলপ পৰ ঠেলা-হেঁচুকাৰ পিছত দুৱাৰখন মেল খায়। সমুখত থোৱা চকীখন পৰি গৈছিল, আগৰ ঠাইত থয়।)

ডৰ্ণ : দুৱাৰখন কোনে যে এইদৰে জপাই থৈছিল। ঠিক যেন প্ৰতিবন্ধক দৌৰ প্ৰতিযোগিতাহে। (আৰ্কাডিনা আৰু পলিনা সোমাই আহে। তেওঁলোকৰ পাছে পাছে কেইটামান বটল লৈ আহে য়াকোভ। তাৰ পিছত ছাম্ৰায়েফ্ আৰু ত্ৰিগোৰিন।)

আৰ্কাডিনা : ৰঙা সুৰা আৰু বিয়েৰ—মিঃ ত্ৰিগোৰিনৰ কাৰণে—ইয়াতে মেজৰ ওপৰত থোৱা। আমি খেলি খেলি খাম। সকলো বহাহি।

পলিনা : (য়াকোভ) তুমি এতিয়া চাহো আনিব পাৰা। (মমকেইডালমান জ্বলাই লোট্টোৰ মেজৰ কাষত বহে।)

ছাম্ৰায়েফ্ : (ত্ৰিগোৰিনক চেল্‌ফৰ ওচৰলৈ নিয়ে) মই যে কৈছিলোঁ বস্তুটো ইয়াতে আছে। (জীয়া যেন দেখিবলৈ কৰি থোৱা কষ্ট্যাই মাৰা সাগৰ-চিলনীজনী চেল্‌ফৰপৰা উলিয়াই আনে) আপোনাৰ আদেশ—

ত্ৰিগোৰিন : (সাগৰ-চিলনীজনীলৈ চাই) মোৰ মনত পৰা নাই দেখোন। (মঞ্চৰ বাহিৰত এটা গুলীৰ শব্দ হয়। সকলোৱে উচাপ খাই উঠে)

আৰ্কাডিনা : সেয়া কিহৰ শব্দ?

ডৰ্ণ : চিন্তা কৰিবলগীয়া একো নহয়। বোধকৰোঁ মোৰ দৰবৰ আলমাৰিৰ কিবা ফুটিছে। (সোঁফালৰ দুৱাৰেদি ভিতৰলৈ গৈ আধা মিনিটৰ ভিতৰতে উভতি আহে।) ঠিকেই ভাবিছিলোঁ। ইথাৰৰ বটল এটা ফাটিছে। (গীত গুণগুণায়) "মই আকৌ থিয় হৈছোঁ তোমাৰ সমুখত মুগ্ধ হৈ...."

আৰ্কাডিনা : (মেজৰ কাষত বহি) উহ্ মই বৰ ভয় খাইছিলোঁ। ই মোক মনত পেলাই দিছিল (ভয়তে মুখখন হাতেৰে ঢাকি দিয়ে) চকুৰে আন্ধাৰ দেখিছিলোঁ...

ডৰ্ণ : (আলোচনী এখনৰ পাত লুটিয়াই ত্ৰিগোৰিনক কয়) দুমাহমানৰ আগতে ইয়াত এটা প্ৰবন্ধ ওলাইছিল—আমেৰিকাৰপৰা অহা এখন চিঠি—মই সুধিব খুজিছিলোঁ (ত্ৰিগোৰিনক কঁকালত ধৰি মঞ্চৰ একেবাৰে সমুখলৈ লৈ যায়) যিহেতু এটা কথাটোৱে মোৰ মনোযোগ আকৰ্ষণ কৰিছে—(মাতটো নমাই, ফুচফুচাই) মেডেম আৰ্কাডিনাক আঁতৰাই নিয়া, কষ্টয়াই নিজকে গুলী কৰিছে।

(যৱনিকা)

# এন এনিমি অব্ দি পিপ্‌ল

(হেনৰিক ইবচেনৰ মূল নাটকৰ সম্পাদিত অভিযোজনা)

সত্যপ্ৰসাদ বৰুৱা

## পাত্ৰ-পাত্ৰী

১। ডঃ ট'মাছ ষ্টকমেন : পৌৰ স্নানাগাৰৰ মেডিকেল অফিছাৰ

২। মিচেচ কেথাৰিন ষ্টকমেন : তেওঁৰ পত্নী

৩। পেট্ৰা : তেওঁলোকৰ জীয়েক

৪। পিটাৰ ষ্টকমেন : ডক্টৰৰ ককায়েক; নগৰৰ মেয়ৰ; স্নানাগাৰ কমিটিৰ সভাপতি ইত্যাদি

৫। হবছষ্টেড : 'পিপলচ্ মেচেঞ্জাৰ' কাকতৰ সম্পাদক

৬। বিলিং : সহকাৰী সম্পাদক

৭। এছলাকছেন : মুদ্ৰক

# এন এনিমি অব্ দি পিপ্‌ল

[ ডঃ ষ্টকমেনৰ বহা কোঠালি। লাখুটিৰ খট খট শব্দ। পিটাৰ ষ্টকমেন সোমাই আহে ]

পিটাৰ : গুড্ ইভিনিং কেথাৰিন!

কেথা : অ' পিটাৰ। গুড্ ইভিনিং। এনেকৈ যে আহি ওলাব ভবাই নাছিলোঁ।

পিটাৰ : এই ফালেদিয়েই গৈছিলোঁ, সেয়ে সোমালোঁ। ভাইটি ঘৰত নাই নেকি?

কেথা : নাই। নিশাৰ খোৱা-বোৱা শেষ কৰি অলপ খোজ কাঢ়ি ওলাই গৈছে।

পিটাৰ : কোনোবা অহা যেন লাগিছে, সিয়েই নেকি?

কেথা : নহয় চাগৈ [ দুৱাৰত টোকৰ মৰাৰ শব্দ ] কোন? সোমাই আহক [ হবছ ষ্টেড সোমাই আহে ]
অ'—আপুনিহে মিঃ হবছ ষ্টেড্

হবছ : হয়। প্ৰেছতে পলম হ'ল। গুড্ ইভিনিং মিঃ মেয়ৰ।

পিটাৰ : গুড্ ইভিনিং। কিবা সকামত আহিছে নিশ্চয়।

হবছ : নাই, মানে আমাৰ কাকতৰ এটা প্ৰবন্ধলৈ—

পিটাৰ : ময়ো তাকেই ভাবিছিলোঁ। শুনিছোঁ ভাইটি টমাছে হেনো "পিপ্‌লচ্ মেচেঞ্জাৰ" কাকতলৈ বেছ ঘনাই লেখা হৈছে।

হবছ : হয ৰাইজক কিবা জনাবলগীয়া কথা থাকিলে তেখেতে আমাৰ কাকতৰ যোগেদিয়েই প্ৰকাশ কৰে।

পিটাৰ : তাৰ প্ৰতি সহানুভূতিশীল পঢ়ুৱৈৰ উদ্দেশ্যে লেখাৰ বাবে মই তাক দোষ নিদিওঁ আৰু আপোনালোকৰ কাকতৰ প্ৰতিও মোৰ কোনো বেয়া ভাব নাই মিঃ হবছষ্টেড।

হবছ : মই আপোনাৰ সৈতে একমত।

পিটাৰ : আমাৰ এই নগৰখনৰ মানুহবোৰৰ মনত অতি সুন্দৰ সহনশীলতাৰ ভাব—এক প্ৰশংসনীয় নাগৰিক সুলভ সমিল-মিল ভাব বিদ্যমান। সাৰ্বজনীন স্বাৰ্থই যেন সকলোকে ঐক্যবদ্ধ কৰিছে, প্ৰত্যেক সুনাগৰিকৰ মনত আজি চিন্তা একেটাই—

হবছ : সেই স্নানাগাৰবোৰৰ কথা? হয় ঠিকেই কৈছে।

পিটাৰ : আমাৰ ধুনীয়া স্নানাগাৰবোৰ যে এই নগৰখনৰ আটাইতকৈ আকৰ্ষণীয় বস্তু হৈ পৰিব তাত মোৰ কোনো সন্দেহ নাই।

কেথা : ট'মাছেও আপুনি কোৱাৰ দৰেই কয়।

পিটাৰ : ভাবি চাওকচোন যোৱা দুই-এবছৰৰ ভিতৰতে নগৰখনৰ কিমান উন্নতি হৈছে। মানুহৰ হাতলৈ ধন আহিছে। বেহাবেপাৰ বাঢ়িযোৱাত নগৰখন সজীৱ হৈ উঠিছে। ঘৰ-মাটিৰ দামো প্ৰতি দিনেই বাঢ়ি গৈছে।

হবছ : নিবনুৱাৰ সংখ্যাও কমিছে।

পিটাৰ : দুখীয়াৰ বাবে দিবলগীয়া কৰৰ হেঁচা কমি যোৱাত ধনীসকলেও সকাহ পাইছে। গৰমৰ দিনকেইটাত বতৰ ভাল হ'লে আৰু সকাহ পাব—পৰ্যটকৰ সংখ্যা বাঢ়ি যাব, বহুতো মানুহ চিকিৎসাৰ বাবে আহিব—আটায়ে স্নানাগাৰবোৰৰ কথাকে আলোচনা কৰিব। থকা-মেলাৰ কি ব্যৱস্থা আছে সেই বিষয়ে এতিযাৰপৰাই মানুহে খবৰ কৰি আছে।

হবছ : ডাক্তৰৰ প্ৰবন্ধটো তেন্তে সময়োপযোগী হ'ব।

পিটাৰ : ট'মাছে নতুনকৈ কিবা লেখিছে নেকি?

হবছ : এই প্ৰবন্ধটো যোৱা জাৰতেই লেখিছিল—স্নানাগাৰবোৰত থকা জনস্বাস্থ্যৰ সুন্দৰ ব্যৱস্থা বখানি। মই তেতিয়া প্ৰকাশ কৰা নাছিলোঁ।

পিটাৰ : কিবা অসুবিধা —

হবছ : নাই নাই, মই ভাবিছিলোঁ এপ্ৰিল-মে'লৈকে বাট চোৱাটো ভাল হ'ব। গৰম পৰিলেহে এইবোৰৰ কথা মানুহৰ বেছিকৈ মনত পৰে।

পিটাৰ : আপুনি বাট চাই বৰ ভাল কৰিছে।

হবছ : স্নানাগাৰৰ কামত অক্লান্তভাৱে লাগি থকা মানুহ ডাক্তৰৰ বাহিৰে আৰু দ্বিতীয়জন দেখা নাই।

পিটাৰ : পাহৰি নাযাব মোৰ ভাই ডক্টৰ ট'মাছ ষ্টকমেন স্নানাগাৰৰ মেডিকেল অফিছাৰ।

হবছ : আৰু তেওঁৰ কাৰণেই স্নানাগাৰবোৰ চলাই ৰখা সম্ভৱ হৈছে।

পিটাৰ : তাৰ কাৰণেই নে? এৰা আন কিছুমানেও এইদৰে ভাবে বুলি মই শুনিছোঁ। কিন্তু মই ভাবোঁ—সামান্যভাৱে হ'লেও এই বিষয়ত ময়ো অৰিহণা নোযোগোৱা নহয়।

কেথা : ট'মাছেতো সদায়ে সেই কথা কয়।

হবছ : সেই কথানো কোনে অস্বীকাৰ কৰিছে? আপুনিয়েই যে স্নানাগাৰবোৰৰ ব্যৱসায়িক দিশটো সুস্থিৰ কৰি তুলিছে, আমি জানো। মই মাথোঁ ইয়াকে ক'ব খুজিছিলোঁ যে স্নানাগাৰৰ আইডিয়াটো ডক্টৰেই পোনতে দিছিল।

পিটাৰ : ওহ্ আইডিয়াৰ কথা নক'ব। মোৰ ভাইটিৰ তেনেকুৱা বহুতো আইডিয়া আছে কিন্তু সেইবোৰ কাৰ্যকৰী কৰিবলৈ বেলেগ ধৰণৰ মানুহৰ প্ৰয়োজন, মিঃ হবছষ্টেড আৰু মই ভাবোঁ অন্ততঃ এইখন ঘৰত—

কেথা : ওহ্ কিযে কৈছে!

হবছ : আপুনি কেনেকৈ ভাবিব পাৰিলে যে—

কেথা : মিঃ হবছষ্টেড আপুনি ভিতৰলৈ গৈ কিবা অলপ খাবনে? মোৰ স্বামী এতিয়াই পাবহি।

হবছ : ধন্যবাদ! অলপ কিবা খাব পাৰোঁ।
[ভাতখোৱা কোঠালৈ যায়]

পিটাৰ : [অলপ সৰুকৈ] আচৰিত! এই চহা মানুহবোৰৰ কুট-কৌশলৰ কেতিয়াও অভাৱ নহয়।

কেথা : আপুনি আৰু ট'মাছে ভাই-ককাই হিচাপে এই কৃতিত্বৰ সমান অংশীদাৰ হ'ব নোৱাৰে জানো?

পিটাৰ : কেলেই নোৱাৰোঁ। কিন্তু আন কিছুমান মানুহ যে কৃতিত্বৰ অংশীদাৰ হৈ সন্তুষ্ট হ'ব নোৱাৰে।

কেথা : কিনো কথাবোৰ কৈছে? মই জানো আপোনাৰ আৰু ট'মাছৰ বৰ মিল—আপোনালোকৰ সম্বন্ধ বৰ মধুৰ। [কিবা শব্দ শুনি] অ' তেওঁ আহিছে চাগে। [কেথাৰিনে দুৱাৰ মেলি দিয়ে। ডঃ ষ্টকমেন সোমায়]

ডঃ ষ্টক : কেথাৰিন!

কেথা : ট'মাছ! চোৱা সেয়া কোন?

ডঃ ষ্টক : অউ পিটাৰ তোমাক দেখি বৰ ভাল লাগিছে।

পিটাৰ : কিন্তু মই এতিয়াই যাব লাগিব।

ডঃ ষ্টক : বাজে কথা নক'বা। বহা-চোন-বহা—একেলগে আৰাম কৰি টোডি সুৰা (তাড়ি) খাওঁ। কেথাৰিন।

কেথা : এক মিনিট। পানী উতলিয়েই আছে। (ভিতৰলৈ যায়)।

পিটাৰ : টোডিও আনিবা দেই।

ডঃ ষ্টক : বহা—আৰাম কৰি খোৱা যাব। (দুয়ো বহে)

পিটাৰ : হ্বছষ্টেডে কৈছিল স্নানাগাৰ সম্বন্ধে যোৱা জাৰতে তুমি লেখা প্ৰবন্ধ এটা ছপা কৰিব।

ডঃ ষ্টক : অ' সেইটো—নাই, এতিয়াই প্ৰকাশ হোৱাটো নিবিচাৰোঁ।

পিটাৰ : কিয়? এতিয়া কিবা অস্বাভাৱিক কথা লক্ষ্য কৰিছা নেকি?

ডঃ ষ্টক : মই এতিয়াই একো ক'ব নোখোজোঁ পিটাৰ—অন্ততঃ আজি ৰাতি—

পিটাৰ : কথাটো ৰহস্যজনক যেন লাগিছে। মই জানিব নলগীয়া কিবা কথা আছে নেকি? স্নানাগাৰৰ গভাৰ্নিং বডিৰ চেয়াৰমেন হিচাপে—

ডঃ ষ্টক : এজনে আনজনৰ দোষ খোঁচৰাটো এতিয়া বাদ দিয়া পিটাৰ।

পিটাৰ : আনৰ দোষ খোঁচৰা মোৰ স্বভাৱ নহয়। কিন্তু মোৰ ন দি অনুৰোধ কৰা অধিকাৰ আছে যে এইবোৰ ব্যৱস্থা আইনমতে নিৰ্ধাৰিত প্ৰশাসনীয় ৰীতি-নিয়মৰ মাজেৰে আনুষ্ঠানিকভাৱে ল'ব লাগে মোক নজনোৱাকৈ আওপাকে কোনো কাম কৰাটো মই সমৰ্থন কৰিব নোৱাৰোঁ।

ডঃ ষ্টক : মই কেতিয়াবা তোমাক নজনোৱাকৈ কিবা কৰিছোঁনে?

পিটাৰ : সকলো সময়তে নিজৰ মতে চলাটো তোমাৰ অভ্যাস। এখন সুনিয়ন্ত্ৰিত সমাজত তেনেভাৱে চলাটো অনুমোদন কৰিব নোৱাৰি। সমাজৰ সামূহিক কল্যাণৰ হকে যিসকলৰ ওপৰত দায়িত্ব ন্যস্ত হৈছে তেওঁলোকৰ নিৰ্দেশ পোনপটীয়াভাৱে মনাটোহে কৰ্তব্য।

ডঃ ষ্টক : তোমাৰ কথা হয়তো সঁচা। কিন্তু এইবোৰৰ সৈতে মোৰ সম্বন্ধ কি?

পিটাৰ : সেই কথাটোকেতো তুমি কেতিয়াও বুজিব নোখোজা। কিন্তু মনত ৰাখিবা ইয়াৰ বাবে এদিন নহয় এদিন তুমি নিকাৰ ভুগিব লাগিব। মই এতিয়া যাওঁ গুড্‌বাই।

ডঃ ষ্টক : এনেকৈ ভুল বুজিব পায়নে? তোমাৰ মতিভ্ৰম হৈছে?

পিটাৰ : নাই হোৱা। মই সাধাৰণতে ভুল নুবুজোঁ, মই যাওঁ—[চিএঞ্জৰি] গুড্‌নাইট কেথেৰিন। [ওলাই যায়]

কেথা : [কোঠাটোলৈ আহি] তেঁও গ'ল নেকি?

ডঃ ষ্টক : গ'ল। খঙত টিক্‌চি বিচ্‌কচি হৈ গৈছে।

কেথা : তুমিনো আকৌ কি জগৰ লগালা?

ডঃ ষ্টক : একো লগোৱা নাই। যিহকে নহওক উপযুক্ত সময়ৰ আগতে তেঁওলোকে মোক মোৰ ৰিপোর্ট দিবলৈ বাধ্য কৰিব নোৱাৰে।

হবছ : [সোমাই আহে] আজি নিশা মেয়ৰৰ মেজাজ ভাল নাছিল তেন্তে—

ডঃ ষ্টক : গোলমাল পেটৰহে। তেওঁৰ হজমীশক্তি পুতৌ লগা বিধৰ।

হবছ : পিপল্‌চ মেচেঞ্জাৰ কাকতৰ কথাবোৰ তেঁও হজম কৰিব পৰা নাই বুলিহে মই ভাবোঁ।

ডঃ ষ্টক : বেচেৰা পিটাৰ বৰ অকলশৰীয়া মানুহ। ঘৰখনতো সুখ-শান্তি নাই। শেষ নোহোৱা কাম আৰু ব্যৱসায়ৰ বাহিৰে মানুহজনৰ যেন আৰু একোৱেই নাই - - -

[দুৱাৰত টোকৰ মৰাৰ শব্দ]

কেথ : নিশ্চয় পেট্রা।

[দুৱাৰ মেলি দিয়ে। পেট্রা সোমাই আহে]

পেট্রা : গুড্ ইভিনিং মামা। গুড্ ইভিনিং পাপা।

ডঃ ষ্টক : গুড্ ইভিনিং পেট্রা—আহা আহা—

পেট্রা : পাপা তোমাৰ এইখন চিঠি। পিয়নটোৱে এইমাত্র মোক দি গ'ল। [একচাৰচাইজ বুকত বিচাৰি]

এয়া এইখন।

ডঃ ষ্টক : চাওঁ দিয়া। [লেফাফা ফালি পঢ়ে] [চিঠিখন দেখুৱাই] চিঠিখন চোৱা কেথেৰিন—এইখন এতিয়া নগৰখনৰ মানুহবোৰে আলোচনা কৰিবলৈ বিষয় এটা পাব।

কেথ : কাৰ চিঠি?

ডঃ ষ্টক : এটা ডাঙৰ আবিষ্কাৰ কেথাৰিন!

হবছ : সঁচায়েনে?

ডঃ ষ্টক : মোৰ আবিষ্কাৰ। এতিয়া আহক তেঁওলোক, কওকহি এইবোৰ মোৰ ভ্রান্ত কল্পনা বুলি হুঃ এইবাৰ তেওঁলোকে সাৱধানে কথা ক'ব লাগিব।

হবছ : আপুনিনো কি ক'ব খুজিছে ডক্টৰ?

ডঃ ষ্টক : সকলোৱে আমাৰ নগৰখনক স্বাস্থ্যকৰ ঠাই বুলি ভাবে নহয়নে?

হবছ : নিশ্চয়।

ডঃ ষ্টক : আমি নগৰখনক প্ৰশংসা কৰোঁ স্নানাগাৰবোৰক নগৰখনৰ প্ৰাণ কেন্দ্ৰ, স্নায়ুকেন্দ্ৰ আৰু কত কি কৈ যে বখানিছোঁ? কিন্তু জানেনে ইমানবোৰ ধন ভাঙি সজা বৰকৈ প্ৰশংসা কৰি থকা স্নানাগাৰবোৰ দৰাচলতে কি?

কেথ : কিনো?

ডঃ ষ্টক : গোটেই ঠাইডোখৰকে মাৰি-মৰকৰ কেন্দ্ৰ কৰি তুলিছে।

পেট্ৰা : কিহে স্নানাগাৰবোৰেনে?

ডঃ ষ্টক : ওঁ সেই স্নানাগাৰবোৰে আৰু পানা যোগান ব্যৱস্থাই।

হবছষ্টেড : কিন্তু ডক্টৰ।

ডঃ ষ্টক : সমগ্ৰ স্নানাগাৰ আৰু পানী যোগান প্ৰতিষ্ঠানটো হৈ পৰিছে এটা বিষাক্ত কবৰস্থান—জনসাধাৰণৰ স্বাস্থ্যৰ কাৰণে ভীষণ বিপদজনক। মলিডেল অঞ্চলৰ দুৰ্গন্ধময় লেতেৰা বস্তুবোৰে জলাধাৰলৈ বোৱা পানীৰ পাইপবোৰত সোমাই জনসাধাৰণে ব্যৱহাৰ কৰা পানীক কৰি তুলিছে লেতেৰা আৰু বিষাক্ত।

হবছ : আপুনি কথাবোৰ ইমান ডাঠি কৈছে কেনেকৈ?

ডঃ ষ্টক : মই নিষ্ঠাৰে অনুসন্ধান কৰিছোঁ যোৱা বছৰ ইয়ালৈ অহা ভ্ৰমণ-কাৰীসকলৰ বহুতৰে আচৰিত ধৰণেৰে টাইফয়ড আৰু গেষ্ট্ৰিকৰ অসুখ হৈছিল।

কেথা : অঁ হৈছিল—পিছে—

ডঃ ষ্টক : তেতিয়া আমি ভাবিছিলোঁ ভ্ৰমণকাৰীসকলৰ দেহত বেমাৰৰ বীজাণু আগৰেপৰা আছিল বুলি। কিন্তু পাছত মোৰ মতৰ সলনি হৈছিল; মই পানী পৰীক্ষা কৰাৰ ব্যৱস্থা কৰিলোঁ। খোৱা পানী আৰু সাগৰৰ পানীৰ চেম্পল পৰীক্ষা কৰি চাবৰ বাবে বিশ্ববিদ্যালয়ৰ কেমিষ্টলৈ পঠালোঁ—

হবছ : জানিব পাৰিছেনে পৰীক্ষা কৰি কি পালে?

ডঃ ষ্টক : [চিঠিখন দেখুৱাই] এয়া চাওক চিঠিখন। পানীত যে পচা জৈৱ পদাৰ্থ আছে তাক এই চিঠিখনেই প্ৰমাণ কৰিছে। পানীবোৰত

বিষাক্ত বীজাণুই কিলবিলাই আছে। খোৱা, গা ধোৱা আৰু আন যিকোনো কামৰ কাৰণে পানীবোৰ ভয়লগা ধৰণে অনিষ্টকৰ।

হবছ : এতিয়ানো কি কৰিম বুলি ভাবিছে ডক্টৰ?

ডঃ ষ্টক : গোটেই প্ৰতিষ্ঠানটোকে কেৰোণ মুক্ত কৰিবলৈ যত্ন কৰিব লাগিব।

হবছ : তেনে কৰাটো সম্ভৱ হ'ব নে?

ডঃ ষ্টক : কৰিবই লাগিব। নহ'লে স্নানাগাৰ আৰু পানী যোগান ব্যৱস্থাটো অকামিলা হৈ পৰিব, ইমানবোৰ ধন অথলে যাব। কি ধৰণে কামটো কৰিব লাগিব মই জানো - - নগৰখনত অৱশ্যে অভাৱনীয়ভাৱে তোল-পাৰ লাগিব। গোটেইবোৰ পানীৰ পাইপ আকৌ নতুনকৈ বহুৱাব লাগিব।

ডঃ ষ্টক : নিশ্চয়। পাইপবোৰ বৰ দকৈ বহুৱাৰ বাবে পানী যোগানো ব্যাহত হৈছে। সেইবোৰক ওপৰলৈ তুলি ভালকৈ বহুৱাব লাগিব।

পেট্ৰা : তাৰ মানে তোমাৰ কথাই ৰজিল নহয়নে পাপা?

ডঃ ষ্টক : মনত আছেনে কামটো আৰম্ভ কৰাৰ আগতে মই আঁচনিখনৰ বিৰোধিতা কৰিছিলোঁ। কিন্তু তেতিয়া কোনেও মোৰ কথা নুশুনিলে। এতিয়া মজা পাব। স্নানাগাৰ কমিটিৰ কাৰণে মই চাৰিপতীয়া ৰিপোর্ট এখন প্ৰস্তুত কৰি থৈছোঁ। তাৰ লগতে এই চিঠিখনো গাঁথি দিম। মোক অলপ কাগজ দিয়াচোন কেথেৰিন এইখিনি মেৰিয়াই দিওঁ। ওঁ হ'ব। এয়া হৈ গ'ল। এতিয়া নিয়া লিগিৰীজনীক পঠাই দিয়া মেয়ৰক পেকেটটো দি আহিব। [কেথেৰিনে পেকেটটো লৈ ভিতৰলৈ যায়]

পেট্ৰা : আক্কল পিটাৰেনো কি ক'ব বুলি ভাবিছা?

ডঃ ষ্টক : ক'বলৈনো কিটো আছে? এনে মূল্যৱান তথ্য প্ৰকাশ কৰাৰ বাবে তেওঁৰ নিশ্চয় ভালেই পাব।

হবছ : মেচেঞ্জাৰ কাকতত এই বিষয়ে এটা চমু টোকা প্ৰকাশ কৰিবলৈ দিব নে?

ডঃ ষ্টক : প্ৰকাশ কৰিলে মই বৰ ভাল পাম।

হবছ : জনসাধাৰণক সোনকালে এই কথাটো জনোৱা নিতান্ত প্ৰয়োজন।

ডঃ ষ্টক : নিশ্চয়।

কেথেৰি : [উলটি আহি] লিগিৰীজনীক পঠালোঁ।

হবছ : শপত খাই কৈছোঁ ডক্টৰ আপুনি এই নগৰখনৰ শ্ৰেষ্ঠ ব্যক্তি ৰূপে পৰিগণিত হ'ব।

ডঃ ষ্টক : বাদ দিয়ক সেইবোৰ কথা। নিজৰ কৰ্তব্যৰ বাহিৰে মই একো বেছি কৰা নাই। মোৰ আজি বৰ ভাল লাগিছে। নিজৰ নগৰখনৰ আৰু একেলগে বাস কৰা নাগৰিকসকলৰ বাবে কিবা সেৱা আগবঢ়াব পৰাটো গৌৰৱৰ কথা। হুৰ্‌ৰা কেথেৰিন।
[সকলোৱে হাঁহে, হাত চাপৰিয়ে ডক্টৰক উৎসাহিত কৰে।]
[দৃশ্য পৰিৱৰ্তন সূচক সংগীত]
[দুৱাৰত টোকৰ মৰাৰ শব্দ]

ডঃ ষ্টক : সোমাই আহক।

পিটাৰ : গুড্ মৰ্ণিং।

ডঃ ষ্টক : আহা পিটাৰ তোমাক লগ পাই ভাল পাইছোঁ।

পিটাৰ : কালি অফিছ ছুটীৰ পাছত স্নানাগাৰ পানীৰ বিষয়ে তোমাৰ ৰিপোৰ্টটো পাইছিলোঁ।

ডঃ ষ্টক : পঢ়িছা নে?

পিটাৰ : পঢ়িছোঁ।

ডঃ ষ্টক : এই বিষয়ে তোমাৰ অভিমত কি?

পিটাৰ : মোক নজনোৱাকৈ এনে অনুসন্ধান কৰা উচিত হৈছে জানো?

ডঃ ষ্টক : মই সকলো কথা ভালকৈ জানি লৈহে—

পিটাৰ : স্নানাগাৰ কমিটিৰ ওচৰত এই ৰিপোৰ্টখন আনুষ্ঠানিকভাৱে দাখিল কৰিব খোজা নেকি?

ডঃ ষ্টক : নিশ্চয়। সোনকালে এই বিষয়ে ব্যৱস্থা ল'ব লাগিব।

পিটাৰ : তুমি লেখিছা, স্নানাগাৰবোৰত পৰ্যটক আলহিৰ বাবে আমি বিহৰ যোগান ধৰিছোঁ।

ডঃ ষ্টক : হয়। সবল বিশ্বাসত ৰোগ নিৰাময়ৰ বাবে ইয়ালৈ অহা ৰোগীবোৰক আমি এই বিষাক্ত পানী ব্যৱহাৰ কৰিবলৈ দিছোঁ।

পিটাৰ : তুমি যুক্তি দৰ্শাইছা যে আমি নলাকাটি মলিডেল অঞ্চলৰ লেতেৰা বস্তুবোৰ আঁতৰাই নিয়াৰ ব্যৱস্থা কৰি পানীৰ পাইপবোৰ নতুনকৈ বহুৱাব লাগে।

ডঃ ষ্টক : ইয়াৰ বাহিৰেতো আন উপায় নাই।

পিটাৰ : আজি পুৱা নগৰখন চাই অহাৰ অজুহাতত ইঞ্জিনীয়াৰজনৰ লগত ওলাই গৈছিলোঁ। কথাই কথাই প্ৰস্তাৱটোৰ বিষয়ে উল্লেখ কৰিলত তেওঁ টপৰাই ক'লে যে এনে কৰিবলৈ গ'লে ধনৰ অপব্যয় কৰাহে হ'ব। তোমাৰ প্ৰস্তাৱ মতে সাল-সলনি কৰিবলৈ গ'লে কিমান খৰচ পৰিব ভাবি চাইছানে ট'মাছ? পোন্ধৰ কুৰি হাজাৰ পাউণ্ড খৰচ পৰিব। আৰু দুবছৰৰ আগতে কামটো শেষ কৰাও সম্ভৱ নহ'ব।

ডঃ ষ্টক : দুবছৰ লাগিব নে?

পিটাৰ : কমপক্ষেও দুবছৰ লাগিব। সেই সময়ছোৱাত স্নানাগাৰবোৰৰ কি হ'ব? বন্ধ কৰি দিম নে? পানীবোৰ বিষাক্ত বুলি জনাৰ পাছত কোনোবা সেইবোৰৰ ওচৰলৈ আহিব নে?

ডঃ ষ্টক : কিন্তু উপায় কি?

পিটাৰ : স্নানাগাৰবোৰ জনাজাত হোৱাৰ সময়তে এনে বিপৰ্যয়ৰ সমুখীন হ'ব লগাটো ভাবিব নোৱৰা কথা। গা ধোৱাৰ সুব্যৱস্থা থকা আন নগৰ কেতবোৰ আমাৰ ওচৰে-পাজৰে আছে। আমাৰ ইয়ালৈ অহা ভ্ৰমণকাৰীসকলক তেওঁলোকে নিজৰ নিজৰ ঠাইলৈ নিবলৈ যত্নৰ জানো ত্ৰুটি কৰিব? তেতিয়া আমাৰ অৱস্থা কি হ'ব? আমি হয়তো ইমান ধনভাণ্ডি গঢ়ি তোলা প্ৰতিষ্ঠানটো বন্ধ কৰি দিব লাগিব আৰু তাৰ ফলত আমাৰ নিজৰ এই নগৰখন ধ্বংস হৈ যাব।

ডঃ ষ্টক : তেন্তে এতিয়ানো কি কৰিম বুলি ভাবিছা?

পিটাৰ : তোমাৰ ৰিপোৰ্টটো পঢ়ি স্নানাগাৰৰ অৱস্থা তুমি লেখাৰ দৰে বেয়া হোৱা বুলি মই হ'লে পতিয়ন যোৱা নাই।

ডঃ ষ্টক : অৱস্থা মই উল্লেখ কৰাতকৈও বেয়া। গৰম পৰিলে আৰু বেয়া হ'ব।

পিটাৰ : মই ভাবোঁ কথাটো তুমি বৰ অতিৰঞ্জিত কৰিছা অৱশ্যে কিছু সাল-সলনি কৰি স্নানাগাৰবোৰ উন্নত কৰাত যুক্তিসংগতভাৱে ধন খৰচ কৰিবলৈ কমিটি মান্তি হ'ব পাৰে।

ডঃ ষ্টক : মই এনে ছল-চাতুৰীৰ অংশীদাৰ হ'ম বুলি ভাবিছানে?

পিটাৰ : ছল-চাতুৰী?

ডঃ ষ্টক : হয় ছল-চাতুৰী, জাল, ফাকি, মিছা, প্ৰৱঞ্চনা, ৰাইজ আৰু গোটেই সমাজৰ প্ৰতি কৰা অপৰাধ—

পিটাৰ : বিপদ একেবাৰে ওচৰ চাপিছে বুলি মই হ'লে বিশ্বাস কৰিব পৰা নাই।

ডঃ ষ্টক : পাৰিছা। তোমাৰ পৰামৰ্শ মতেই স্নানাগাৰ সজা হৈছে, পাইপবোৰ বহুৱা হৈছে। ঠাইখিনিও তুমিয়েই ঠিক কৰিছিলা। আৰু এতিয়া নিজে কৰা সাংঘাতিক ভুল স্বীকাৰ কৰিবলৈ টান পাইছা। এতিয়া ৰিপোৰ্ট দাখিল কৰাৰপৰা মোক বিৰত কৰিব নোৱৰা পিটাৰ।

পিটাৰ : তোমাক বাধা দিবই লাগিব।

ডঃ ষ্টক : একো লাভ নহ'ব। বহুতেই কথাটো জানি গৈছে।

পিটাৰ : জানি গৈছে? কোনে জানিছে? তুমি পিপল্‌চ্ মেচেঞ্জাৰ কাকতৰ সেই মানুহবোৰৰ কথা নিশ্চয় কোৱা নাই।

ডঃ ষ্টক : হয়, তেওঁলোকেই জানিছে।

পিটাৰ : ইয়াৰ ফলত ট'মাছ তুমি নিজে কি পৰিণামৰ সমুখীন হ'ব লাগিব ভাবি চোৱা নাই?

ডঃ ষ্টক : পৰিণাম? মোৰ বাবে?

পিটাৰ : ওঁ তোমাৰ আৰু তোমাৰ পৰিয়ালৰ বাবে—

ডঃ ষ্টক : তুমি কি ক'ব খুজিছা?

পিটাৰ : মই তোমাক মোৰ সৰু ভাইটোৰ দৰেই বুলি সদায়ে ভাবি আহিছোঁ, —সেইদৰেই তোমাৰ প্ৰতি ব্যৱহাৰো কৰিছোঁ। কিন্তু তুমি এজন দন্দুৰা প্ৰকৃতিৰ সহকৰ্মী। তুমি পাহৰি গৈছা যে মোৰ বাবেই তুমি স্নানাগাৰৰ মেডিকেল অফিছাৰৰ কামটো পাইছিলা।

ডঃ ষ্টক : মই উপযুক্ত কাৰণেহে কামটো পাইছোঁ। নগৰখনৰ পানী যোগান ব্যৱস্থা সুন্দৰ আৰু উন্নত কৰাৰ কথা ময়েই প্ৰথমতে ভাবিছিলোঁ। মোৰ আইডিয়াটোক ৰূপ দিয়াৰ কথালৈ মই অকলশৰে বহুবছৰ যুঁজিবলগীয়া হৈছিল।

পিটাৰ : অৱশ্যে হয়। কিন্তু কাৰ্যকৰী কৰা সময় তেতিয়াও হোৱা নাছিল। উপযুক্ত সময় আহিলত মই আৰু আনবোৰে আঁচনিখনৰ কাম আমাৰ হাতলৈ আনিলোঁ।

ডঃ ষ্টক : আৰু মোৰ সুন্দৰ আঁচনিখন খেলিমেলি কৰি পেলালা ঙ

পিটাৰ : তাৰ মানে কৰ্তৃপক্ষৰ সৈতে এখন কাজিয়া তৰি ল'ব খুজিছা? কাজিয়া কৰাটো তোমাৰ স্বভাৱ। উৰ্ধতন কৰ্তৃপক্ষৰ লগত সহযোগ কৰিবলৈ মান্তি নোহোৱা। কিন্তু এতিয়া নগৰখনৰ স্বাৰ্থ বিপন্ন আৰু সেয়ে কৈছোঁ টʼমাছ তোমাৰ কৰ্তব্য সম্বন্ধে মই কঠোৰ হ'ব লাগিব।

ডঃ ষ্টক : কি মোৰ কৰ্তব্য?

পিটাৰ : আৱশ্যকীয় সতৰ্কতা অৱলম্বন নকৰি গোপনীয় কথা এটা তুমি বাহিৰা মানুহৰ আগত ব্যক্ত কৰি দিছা। এতিয়া আৰু তাক গোপনে ৰাখিব নোৱাৰি। সকলো ধৰণৰ গুজব ওলাব। সেয়ে তুমি এইবোৰ বাজহুৱাভাৱে মিছা বুলি প্ৰতিবাদ কৰিব লাগিব।

ডঃ ষ্টক : কেনেকৈ কৰিম মই বুজি পোৱা নাই।

পিটাৰ : আমি আশা কৰিম তুমি পুনৰ অনুসন্ধান কৰি ক'বা যে অৱস্থা আগতে কোৱাৰ দৰে সিমান ভয় লগা নহয়।

ডঃ ষ্টক : তাকে কৰিম বুলি তুমি আশা কৰা?

পিটাৰ : কেৰোণবোৰ সম্পূৰ্ণভাৱে আঁতৰাবলৈ কমিটিয়ে যি ব্যৱস্থা ল'ব তাত তোমাৰ আস্থা আছে বুলি ৰাজহুৱাভাৱে ঘোষণা কৰিব লাগিব।

ডঃ ষ্টক : কিন্তু মোৰ এইটো স্পষ্ট অভিমত যে জোৰা-টাপলি মাৰি মেৰামত কৰিলে কেৰোণবোৰ কেতিয়াও নাতৰে।

পিটাৰ : কমিটিৰ অধীনস্থ কৰ্মচাৰী হিচাপে ব্যক্তিগত অভিমত ব্যক্ত কৰাৰ তোমাৰ কোনো অধিকাৰ নাই।

ডঃ ষ্টক : অধিকাৰ নাই?

পিটাৰ : স্নানাগাৰৰ মেডিকেল অফিছাৰ হিচাপে নাই। তলখাপৰ বিষয়া হিচাপে উৰ্ধতন কৰ্তৃপক্ষৰ মতৰ বিৰুদ্ধে নিজৰ মত ব্যক্ত কৰিবৰ অধিকাৰ তোমাৰ নাই।

ডঃ ষ্টক : নাই নাই অসম্ভৱ! মই এজন ডক্টৰ, এজন বৈজ্ঞানিক—মোৰ, অধিকাৰ নাই নিজৰ স্ত

পিটাৰ : এই কথাটো কেৱল বৈজ্ঞানিক দৃষ্টিভংগীৰে চালে নহ'ব। বিষয়টো বৰ জটিল। ইয়াৰ অৰ্থনৈতিক আৰু কাৰিকৰী দিশো আছে।

ডঃ ষ্টক : কি আছে নাছে মোৰ ভাবিবৰ দৰকাৰ নাই। বিশ্বৰ যিকোনো বিষয়ে মোৰ ব্যক্তিগত অভিমত ব্যক্ত কৰাৰ স্বাধীনতা মোৰ থাকিব লাগিব।

পিটাৰ : তোমাৰ যি ইচ্ছা তাকে কৰিবা। কিন্তু স্নানাগাৰৰ সৈতে জড়িত থকা কোনো বিষয়ে নহয়। সেই বিষয়ে তোমাৰ নিজা মত ব্যক্ত কৰিবলৈ আমি নিষেধ কৰিছোঁ।

ডঃ ষ্টক : [চিঞৰি] নিষেধ কৰিছা—তুমি! তোমালোকৰ দৰে এজাক —

পিটাৰ : মই নিষেধ কৰিছোঁ—মই তোমাৰ চীফ—মই নিষেধ কৰিলে তুমি মানিবলৈ বাধ্য।

ডঃ ষ্টক : [নিজকে সংযত কৰি] পিটাৰ তুমি যদি মোৰ ককাইদেউ নহ'লাহেঁতেন

পেট্ৰা : [দুৱাৰখন ঘপ কৰে মেলি] পাপা, তুমি আৰু সহ্য কৰি নাথাকিবা।

কেথ : [পাছে পাছে আহি] পেট্ৰা! পেট্ৰা!!

পিটাৰ : তাৰ মানে তোমালোকে লুকাই শুনি আছিলা।

কেথ : আপোনালোকে ইমান যে চিঞৰিছিল—নুশুনি থাকোঁ কেনেকৈ?

পেট্ৰা : অ' মই শুনি আছিলোঁ।

পিটাৰ : যিহকে নহওক মই ভাল পাইছোঁ।

ডঃ ষ্টক : [পিটাৰৰ ওচৰলৈ গৈ] তুমি কিবা নিষেধ কৰা আৰু কিবা মনা-নমনাৰে কথা কৈছিলা।

পিটাৰ : তোমাৰ কাৰণেই সেইদৰে ক'বলৈ বাধ্য হৈছিলোঁ।

ডঃ ষ্টক : তাৰ মানে মই আগতে কোৱা কথাখিনি ৰাজহুৱাভাৱে মিছা বুলি?

পিটাৰ : মই কোৱাৰ দৰে তোমাৰপৰা তেনে এটা ৰাজহুৱা উক্তি আমাৰ বাবে নিতান্ত প্ৰয়োজন।

ডঃ ষ্টক : মই যদি তুমি কোৱা দৰে নকৰোঁ?

পিটাৰ : তেতিয়াহ'লে আমি নিজৰ তৰফৰপৰাই ৰাজহুৱাভাৱে এটা বিবৃতি প্ৰকাশ কৰিব লাগিব।

ডঃ ষ্টক : ঠিক আছে। তেতিয়াহ'লে মই তোমালোকৰ বিৰুদ্ধে বাতৰি কাকতত লেখিম। মই দেখুৱাম যে মইহে শুদ্ধ নহয়। তেতিয়া কি কৰিবা?

পিটাৰ : তেনে অৱস্থাত তোমাক বৰ্খাস্ত কৰাত মই বাধা দিব নোৱাৰিম।

ডঃ ষ্টক : কি?

পিটাৰ : তোমাক যাতে তৎক্ষণাৎ নোটিচ দিয়া হয় আৰু স্নানাগাৰৰ কাম-কাজত যাতে আৰু ভাগ ল'বলৈ তুমি অনুমতি নোপোৱা সেই উদ্দেশ্যে মই এটা প্ৰস্তাৱ দাঙি ধৰিব লাগিব।

পেট্ৰা : আঙ্কল, পাপাৰ দৰে এজনৰ প্ৰতি এনে ব্যৱহাৰ কৰাটো অশোভনীয় হৈছে।

কেথ : তুমি মনে মনে থাকা পেট্ৰা।

পিটাৰ : [পেট্ৰালৈ চাই] বেছ আমি নিজৰ নিজৰ মত ব্যক্ত কৰিলোঁ। কেথাৰিন, মই ভাবোঁ এইখন ঘৰত তোমাৰেই বিবেচনা শক্তি আটাইতকৈ বেছি। স্বামীৰ ওপৰত তোমাৰ যদি কিবা প্ৰভাৱ আছে তাক এই সময়ত খটাবা। তেওঁ কোৱা দৰে কৰিলে পৰিয়ালটো আৰু তেওঁ বাস কৰা এই নগৰখন কি পৰিণামৰ সমুখীন হ'ব বুজাবলৈ চেষ্টা কৰিবা।

ডঃ ষ্টক : নগৰখনৰ প্ৰকৃত কল্যাণৰ কথা মইহে ভাবিছোঁ। যিবোৰ আসোঁৱাহ এদিন নহয় এদিন প্ৰকাশ পাবই সেইবোৰক এতিয়াই মই উদঙাই দেখুৱাব খুজিছোঁ।

পিটাৰ : অন্ধ আঁকোৰ-গোঁজ হৈ তুমি নগৰৰ কল্যাণৰ প্ৰধান উৎসটোকে ধ্বংস কৰিব খুজিছা।

ডঃ ষ্টক : উৎসটো বিষাক্ত পিটাৰ। লেতেৰা বস্তু আৰু দুৰ্নীতি বেচি আমি জীৱিকা উপাৰ্জন কৰিছোঁ। আমাৰ সমৃদ্ধিশালী পৌৰজীৱনক প্ৰৱঞ্চনাই জীপাল কৰিছে।

পিটাৰ : সকলোবোৰ মনেসজা কথা নাইবা তাতোকৈও বেয়া। যিজন মানুহে নিজৰ নগৰখনক এনে অপবাদ দিব পাৰে তেওঁ আমাৰ সমাজৰ শত্ৰু।

ডঃ ষ্টক : [পিটাৰৰ ওচৰলৈগৈ খঙত] তুমি এইদৰে ক'বলৈ সাহ কৰানে?

কেথে : [দুজনৰ মাজত থিয় হৈ] টমাছ!

পেট্ৰা : [দেউতাকক ধৰি] খং দমোৱা পাপা।

পিটাৰ : খং উঠা মানুহৰ সমুখত মই নাথাকোঁ। তোমাক সাৱধান কৰি দিয়া হ'ল। নিজৰ আৰু পৰিয়ালৰ প্ৰতি তোমাৰ দায়িত্বৰ কথা ভাবি চাবা। [গুড্‌বাই প্ৰস্থান]

ডঃ ষ্টক : সি মোক সমাজৰ শত্ৰু বুলি ক'ব আৰু মই সহ্য কৰি থাকিম? মই সিহঁতক চাই ল'ম?

কেথ : তোমাৰ প্ৰতি এনে ব্যৱহাৰ কৰাটো অন্যায়। কিন্তু এই পৃথিৱীত জীয়াই থাকিব লাগিলেযে কিমান ধৰণৰ অন্যায় সহিব লগা হয়। আমাৰ ল'ৰা এলজিফ আৰু মৰ্টেন—এইজনী ছোৱালী পেট্ৰা—সিহঁতৰ কথা এবাৰ ভাবি চোৱা। সিহঁতৰ কি অৱস্থা হ'ব। নাই নাই তেনে কৰিবলৈ কেতিয়াও তোমাৰ সত নাযায়।

ডঃ ষ্টক : মোৰ ল'ৰা-ছোৱালী! [সংযত হৈ] নাই নাই গোটেই পৃথিৱীখন ভাঙি চূৰমাৰ হৈ গ'লেও মই মূৰ নোদোঁৱাওঁ। [নিজৰ কোঠালৈ সোমাই যায়]

কেথ : [পাছে পাছে গৈ] ট'মাছ তুমি কি কৰিব খুজিছা?

ডঃ ষ্টক : [দুৱাৰডলিৰপৰা] মোৰ ল'ৰাকেইটা ডাঙৰ হ'লে সিহঁতক চকুৱে চকুৱে চোৱাৰ অধিকাৰ আযত্ত কৰিব খুজিছোঁ [সোমাই যায়]

কেথ : [কান্দি] উঃ ভগৱান।

পেট্ৰা : পাপা অদ্ভুত সুন্দৰ, তেওঁ কেতিয়াও হাৰ নামানে।

[দৃশ্য পৰিৱৰ্তন সূচক সংগীত]

[পিপল্‌চ্ মেচেঞ্জাৰ কাকতৰ অফিছ। ছপাশালত কাম চলি আছে। সহকাৰী সম্পাদক বিলিং সোমাই আহে। হাতত ডঃ ষ্টকমেনৰ প্ৰবন্ধটো।]

বিলিং : ডঃ ষ্টকমেনৰ লেখাটো বেছ ভালেই হৈছে।

হবছ ষ্টেড : তুমি গোটেইটো পঢ়িছা নে?

বিলিং : পঢ়িছোঁ।

হবছ : ডক্টৰৰ মন্তব্যবোৰ বৰ চোকা।

বিলিং : চোকা? একেবাৰে টাঁহি-মুহি নিছে! মই ঠিক বুজাব পৰা নাই—প্ৰত্যেকটো শব্দ যেন প্ৰকাণ্ড হাতুৰীৰ হে কোব।

হবছ : কিন্তু সিহঁতক একে কোবেই সৈমান কৰিব নোৱাৰি।

বিলিং : সেইটো সঁচা হবছষ্টেড। সেয়ে আমি এটাৰ পাছত এটাকৈ হাতুৰীৰ কোব এনেভাৱে মাৰিব লাগিব যাতে এই তথাকথিত অভিজাত শ্ৰেণীটো নিঃশেষ হৈ যায়।

হবছ : চুপ! প্ৰিন্টাৰ এছ্‌লাকছেনে শুনিব।

বিলিং ঃ [মাতটো সৰু কৰি] এছ্‌লাকছেন বৰ ভয়াতুৰ—এটা কাপুৰুষ কিন্তু এইবাৰ আপুনি ডক্টৰৰ প্ৰবন্ধটো ছপাবই লাগিব।

হবছ ঃ ছপাম। কিন্তু মেয়ৰে যদি ভাল নাপায়—

বিলিং ঃ তেতিয়া অৱশ্যে বৰ অসুবিধাত পৰা যাব।

হবছ ঃ যিহকে নহওক আমাৰ ভাগ্য ভাল যে অৱস্থাটো আমাৰ লগত খাপ খুৱাই লোৱাৰ সুবিধাকণো আছে। মেয়ৰে ডক্টৰৰ অভিমত গ্ৰহণ নকৰিলে সৰুসুৰা ব্যৱসায়ী আৰু ঘৰ মালিক সংস্থাই বেয়া পাব আৰু গ্ৰহণ কৰিলে স্নানাগাৰৰ প্ৰতিষ্ঠানৰ অংশীদাৰসকলে বেযা পাব—এওঁলোকেই মেয়ৰৰ প্ৰধান সমৰ্থক।

বিলিং ঃ তেতিয়া তেওঁলোকে কিছু ধন ভাঙিব লাগিব।

হবছ ঃ ধন তেওঁলোকে খৰচ কৰিবই। আৰু এইদৰেই মেকুৰী জোলোঙাৰপৰা ওলাই পৰিব আৰু আমি মেয়ৰৰ অসমৰ্থতাৰ বিষয়ে লেখি থাকিব পাৰিম। সকলোৱে বুজিব স্নানাগাৰ ন্যাস আৰু পৌৰ সমিতিৰ দায়িত্ব "লিবাৰেল"সকলৰ ওপৰত ন্যস্ত কৰা উচিত।

বিলিং ঃ সেইটো সম্পূৰ্ণ সঁচা। মই বিপ্লৱৰ আগজাননী পাইছোঁ। দুৱাৰত টুকুৰীউৰাৰ শব্দ। এছ্‌লাকছেনৰ প্ৰৱেশ।

এছ্‌লাক ঃ মিঃ হবছষ্টেড!

হবছ ঃ কি হ'ল কোৱা।

এছ্‌লাক ঃ মেয়ৰে আপোনাৰ সৈতে কথা হ'ব খোজে। তেঁও আনে নেদেখাকৈ পাছফালৰ দুৱাৰেদি সোমাইছে।

হবছ ঃ তেওঁকনো কি লাগে। বাৰু ৰ'বা, মই নিজেই গৈছোঁ। [দুৱাৰৰ ফালে গৈ] এছ্‌লাকছেন, বিলিং চাবা কোনেও যেন— বুজিছা নহয়।

এছ্‌লাক ঃ আপুনি নাভাবিব, যাওক, আমিও আঁতৰি যাম। [বিলিং আৰু এছ্‌লাক যায় মেয়ৰ পিটাৰ ষ্টকমেন সোমাই আহে।]

পিটাৰ ঃ মই এইদৰে আহি ওলাম বুলি ভবা নাছিল নহয়নে মিঃ হবছষ্টেড?

হবছ ঃ নাই ভবা।

পিটাৰ ঃ এয়া জাননী নিদিয়াকৈ ওলাইছোঁহি, আপোনাৰ সময় খৰচ কৰিবলৈ।

হবছ : সেইটোনো কি কথা। কওক কি কৰিব লাগে। নবহে নে? টুপী আৰু লাখুটিডাল চকীখনৰ ওপৰতে থওক।

পিটাৰ : [বহে] ধন্যবাদ। আজি মোৰ এটা বৰ অপ্ৰীতিকৰ অভিজ্ঞতা হ'ল মিঃ হবছষ্টেড। [অলপ ৰৈ]
স্নানাগাৰৰ মেডিকেল অফিছাৰেই তাৰ বাবে দায়ী

হবছ : ডক্টৰ নে?

পিটাৰ : তেঁও স্নানাগাৰবোৰৰ কিবা আসোঁৱাহ আঙুলিয়াই স্নানাগাৰ কমিটিলৈ এখন ৰিপোৰ্ট পঠাইছে।

হবছ : হয়নে?

পিটাৰ : তেওঁ আপোনাক কোৱা বুলি ভাবিছিলোঁ।

হবছ : অ' হয় সেই ধৰণৰ কিবা এটা তেওঁ মোক কৈছিল হয়।

এছ্লাক : [সোমাই আহি] সেই প্ৰবন্ধৰ কপিটো মোক লাগে।

হবছ : [বিৰক্তিৰে] সেইটো ডেস্কৰ ওপৰতে আছে।

এছলাক : ঠিক আছে বাৰু।

পিটাৰ : সেইটোৰ বিষয়েই মই ক'ব খুজিছিলোঁ।

এছ্লাক : এইটোৱেই ডক্টৰৰ প্ৰবন্ধ মেয়ৰ।

হবছ : সেইটোৰ বিষয়েই আপুনি কৈছিল নেকি মেয়ৰ?

পিটাৰ : হয়, প্ৰবন্ধটোৰ বিষয়ে আপুনি কি ভাবে?

হবছ : মইনো কি ক'ম। মইতো বিশেষজ্ঞ নহয়। তদুপৰি প্ৰবন্ধটো মই চকুফুৰাই চাইছোঁ মাত্ৰ, ভালকৈ পঢ়া নাই।

পিটাৰ : কিন্তু এইটো আপুনি ছপাবলৈ ওলাইছে।

হবছ : এনে এজন বিশিষ্ট ব্যক্তিৰ প্ৰবন্ধ নছপাওঁ বুলি কওঁ কেনেকৈ?

এছ্লাক : কাকতৰ সম্পাদনাৰ সৈতে মোৰ কোনো সম্পৰ্ক নাই মিঃ মেয়ৰ। মোক যি দিয়া হয় তাকে মই ছপা কৰোঁ।

পিটাৰ : মই বুজিছোঁ এছ্লাকছেন। মই জানো তুমি সুবিবেচকৰ দৰে ভাবি-চিন্তি কাম কৰা।

এছ্লাক : আপুনি মোৰ বিষয়ে তেনেধৰণে ভাবে বুলি জানি ভাল লাগিছে চাৰ।

পিটাৰ : তোমাৰ যথেষ্ট প্ৰভাৱো আছে।

এছ্লাক : প্ৰধানকৈ সৰু ব্যৱসায়ীসকলৰ ওপৰত হে চাৰ।

পিটাৰ : কম টেক্স দিয়াসকলৰ সংখ্যাই সৰহ, আনঠাইৰ দৰে ইয়াতো।

এছ্‌লাক : এইষাৰ সঁচা কথা।
পিটাৰ : তেওঁলোকৰ মনোভাবৰ কথা তুমি জানা।
এছ্‌লাক : জানো মিঃ মেয়ৰ।
পিটাৰ : যিহেতু আমাৰ নগৰৰ কম চহকী লোকসকলৰ মাজত প্ৰশংসনীয় আত্মত্যাগৰ মনোভাব।
এছ্‌লাক : আত্মত্যাগ?
পিটাৰ : জনকল্যাণৰ হকে কাম কৰিবলৈ এনে উৎসাহ থকা দেখিলে ভাল লাগে। মই এনে আশা কৰা নাছিলোঁ। অৱশ্যে জনমতৰ বিষয়ে মোতকৈ তুমি বেছি ভালদৰে জানা।
এছ্‌লাক : কিন্তু মেয়ৰ।
পিটাৰ : নগৰখনৰ লোকসকলে সামান্য ত্যাগ স্বীকাৰ কৰিবলৈ জনোৱা নাই।
হবছ : নগৰখনৰ?
এছ্‌লাক : মই আপোনাৰ কথা বুজা নাই। আপুনি স্নানাগাৰবোৰৰ কথা কৈছে নেকি?
পিটাৰ : মেডিকেল অফিছাৰৰ প্ৰস্তাৱ মতে সাল-সলনি কৰিবলৈ হ'লে আনুমানিক কুৰি হেজাৰ পাউণ্ড লাগিব।
এছ্‌লাক : ইমান ধন লাগিবনে?
পিটাৰ : অৱশ্যে পৌৰ ঋণ সংগ্ৰহ কৰিব লাগিব।
হবছ : [বহাৰপৰা উঠি] আপুনি নিশ্চয় কোৱা নাই যে নগৰখনৰ লোক-সকলে সেই ধন—
এছ্‌লাক : পৌৰ পুঁজিৰপৰা সেই ধন পাব বুলি ভাবিছেনেকি? সৰু সৰু ব্যৱসায় কৰি থকা দুখীয়া লোকসকলে তাৰ যোগান ধৰিব লাগিব নে কি?
পিটাৰ : আৰু আন ক'ৰপৰানো ধন পোৱা যাব?
এছ্‌লাক : স্নানাগাৰৰ গৰাকীসকলেহে ধনৰ যোগান ধৰিব লাগিব।
পিটাৰ : স্নানাগাৰৰ গৰাকীসকলে আৰু ধন খৰচ কৰিব নোৱাৰে। নগৰখনৰ লোকসকলে যদি এই ব্যাপক সাল-সলনি কৰাটো বিচাৰে তেন্তে ধনৰো যোগান ধৰিব লাগিব। আৰু আটাইতকৈ ডাঙৰ কথা হ'ব এইটোৱেই যে স্নানাগাৰবোৰ দুবছৰ মান বন্ধ কৰি ৰাখিব লাগিব।

হবছ : বন্ধ কৰিব লাগিব?

এছ্লাক : দুবছৰৰ কাৰণে?

পিটাৰ : কম পক্ষেও দুবছৰ লাগিব।

এছ্লাক : নাই নাই অসম্ভৱ। সেইটো হ'ব নোৱাৰে মেয়ৰ। স্নানাগাৰ বন্ধ হ'লে আমি সৰু সৰু ঘৰ-গৃহস্থীবোৰ চলিম কেনেকৈ?

পিটাৰ : দুৰ্ভাগ্যবশত এই প্ৰশ্নটোৰ উত্তৰ দিয়া টান। কিন্তু আমিয়েই বা কৰিম কি? আমাৰ পানী বিষাক্ত আৰু বেমেৰুৱা পৰিৱেশত বাস কৰিছোঁ বুলি কৈ ফুৰিলে·এজন ভ্ৰমণকাৰীও আমাৰ ইয়ালৈ আহিব নে ?

এছ্লাক : আৰু এইবোৰ ভাবি লোৱা কথা নহয় জানো?

পিটাৰ : মই কোনো সিদ্ধান্তত উপনিত হ'ব পৰা নাই।

এছ্লাক : তেতিয়াহ'লে এইটো ডক্টৰ ষ্টকমেনৰ একেবাৰে অযুক্তিকৰ প্ৰস্তাব।

পিটাৰ : তোমাৰ কথা সচাঁ এছ্লাকচেন। দুৰ্ভাগ্যবশত মোৰ ভাই ডক্টৰ বৰ আঁকোৰ-গোঁজ স্বভাৱৰ।

এছ্লাক : মিষ্টাৰ হবছষ্টেড ইয়াৰ পাছতো আপুনি ডক্টৰক সমৰ্থন কৰিব নে?

হবছ : এক মুহূৰ্তৰ বাবেও ভাবিব পাৰেনে যে মই—

পিটাৰ : মই অৱস্থাটোৰ এটা যুক্তিসংগত টোকা প্ৰস্তুত কৰিছোঁ। টোকাটো মই দেখুৱাইছোঁ স্নানাগাৰ কমিটিৰ পুঁজিৰ ধন শেষ নকৰাকৈ কেনেকৈ কিছুমান সম্ভাব্য আসোঁৱাহ আঁতৰাব পাৰি।

হবছ : টোকাটো আপোনাৰ লগত আছেনে মিষ্টাৰ মেয়ৰ?

পিটাৰ : (জেপত বিচাৰি) আপোনাক লাগিব বুলি ভাবি মই টোকাটো আনিছোঁ।

এছ্লাক : কি আচৰিত—সেয়া দেখোন তেওঁ।

পিটাৰ : কোন—মোৰ ভাইনে?

হবছ : ক'ত?

এছ্লাক : তেঁও এইমাত্ৰ প্ৰিণ্টিং ৰুমেদি গ'ল।

পিটাৰ : মোৰেই দুৰ্ভাগ্য। মই তাক ইয়াত লগ পাব নোখোজোঁ।

হবছ : (দুৱাৰখন দেখুৱাই) আপুনি সম্প্ৰতি সেই কোঠাটোলৈ যাওক তাত অকল বিলিং আছে।

পিটাৰ : কিন্তু—

এছ্‌লাক : সোনকাল কৰক মেয়ৰ তেওঁ আহিব ধৰিছে।

পিটাৰ : গৈছোঁ গৈছোঁ। কিন্তু তেওঁক সোনকালে বিদায় দিবলৈ চেষ্টা কৰিব (কোঠাটোলৈ সোমাই যায়)

হবছ : কিবা কাম কৰি থকাৰ ভাও ধৰা এছ্‌লাকছেন (নিজে বহি কিবা লেখিবলৈ লয়। ডক্টৰ ষ্টকমেন সোমাই আহে)

ডঃ ষ্টক : কিবা প্রুফ মোৰ বাবে ৰেডি হৈছেনে এছ্‌লাকছেন?

এছ্‌লাক : ইমান সোনকালে কেনেকৈ আশা কৰে।

ডঃ ষ্টক : নহয় মই বৰ অধৈৰ্য হৈ পৰিছোঁ। প্রবন্ধটো ছপা আখৰত নেদেখালৈকে মই শান্তি পোৱা নাই।

হবছ : অলপ সময় লাগিব।

ডঃ ষ্টক : বেছ মই এতিয়া যাওঁ, আকৌ আহিম। অ' আৰু এটা কথা ক'ব খুজিছোঁ। কাইলৈ যেতিয়া মোৰ প্রবন্ধটো পঢ়ি নগৰবাসীয়ে উপলব্ধি কৰিব যে মই নিৰৱে নগৰখনৰ চিন্তা কৰিছোঁ তেতিয়া তেওঁলোকে হয়তো নগৰখনৰ কাম-কাজ নিজৰ হাতলৈ নিবলৈ সকীয়নি পাব।

হবছ : ৰ'ব ডক্টৰ। এটা কথা মই নুলুকাওঁ।

ডঃ ষ্টক : অ' কিবা এটা ঘটিছে বুলি মই সন্দেহ কৰিছেলোঁ। কিন্তু কিবা যদি ঘটিছে সেই বিষয়ে মই ঘুণাখৰেও জানিব নোখোজোঁ।

হবছ : কিনো ঘটিব পাৰে।

ডঃ ষ্টক : মোৰ প্রতি সন্মান প্রৰ্দশন, বা ভোজমেল বা মোক উপহাৰ দিবলৈ ধনতোলা যিহকে নহওক সেইবোৰ কিন্তু স্থগিত ৰাখিব বুলি কথা দিয়ক। আপোনাকো কৈ থ'লোঁ মিষ্টাৰ এছ্‌লাকছেন কথাটো বুজিছেই নহয়।

হবছ : ক্ষমা কৰিব ডক্টৰ। আজি নহয় কাইলৈ কথাটো আপোনাক ক'বই লাগিব (বাটৰ ফালৰ দুৱাৰেদি মিচেচ ষ্টকমেন সোমাই আহে।

কেথ : মই ভাবিছিলোঁৱে তুমি ইয়াতে আছা বুলি।

ডঃ ষ্টক : তুমি ইয়ালৈ কি কৰিবলৈ আহিলা কেথেৰিন।

কেথ : মোক কি লাগে তুমি ভালদৰে জানা বুলি ভাবিছিলোঁ।

হবছ : বহকচোন।

| | | |
|---|---|---|
| কেথ | ঃ | ধন্যবাদ, মই নবহোঁ। মিষ্টাৰ হবছষ্টেড—মোৰ স্বামীক তেওঁৰ ঘৰ আৰু তিনিটা ল'ৰা-ছোৱালী ওচৰৰপৰা ফুচুলাই আঁতৰাই আনি আপুনি অন্যায় কৰিছে। |
| হবছ | ঃ | মই কাকো ফুচলাই অনা নাই। |
| ডঃ ষ্টক | ঃ | মোক ফুচুলাব? মোক কোনোবাই ফুচুলাব পাৰে বুলি তুমি ভবা নেকি? |
| কেথ | ঃ | তুমি যে ফুচুলনিত ভোল গৈছা তাক তোমাৰ কামেই প্ৰমাণ কৰিছে। আপুনি বুজিবলৈ চেষ্টা কৰক মিষ্টাৰ হবছষ্টেড—প্ৰবন্ধটো ওলালেই তেওঁ কামৰপৰা বৰ্খাস্ত হ'ব। |
| এছ্লাক | ঃ | কি? |
| ডঃ ষ্টক | ঃ | বাজে কথা নক'বা কেথেৰিন। মই আত্মবিশ্বাসত অটল আৰু সুখী হোৱা সত্ত্বেও তুমি ভয় কৰাৰ কাৰণ কি? সততা আৰু জনগণ এই ৰণত বিজয়ী হ'ব। মধ্যবিত্ত শ্ৰেণীৰ উদাৰ মানুহবোৰক মই বিজয়ী সেনাবাহিনীৰ দৰে মাৰ্চ কৰি যোৱা দেখা পাইছোঁ। (মেয়ৰৰ টুপী আৰু লাখুটিডাল দেখি) এয়া কাৰ টুপী আৰু লাখুটি? কৰ্তৃত্বৰ শ্ৰেষ্ঠ ব্যক্তিজন ইয়াত উপস্থিত আছে যেন লাগিছে। |
| কেথ | ঃ | এয়া দেখোন মেয়ৰৰ টুপী। |
| ডঃ ষ্টক | ঃ | (লাখুটিডাল লৈ) আৰু এয়া ৰাজদণ্ড। |
| হবছ | ঃ | চাওক ডক্টৰ— |
| ডঃ ষ্টক | ঃ | মই বুজিছোঁ। তেওঁ ইয়ালৈ আহি আপোনালোকক পতিয়ন নিয়াবলৈ চেষ্টা কৰিছে আৰু মোক দেখা পায়ে (হাঁহে) তেওঁ পলাই পত্ৰং দিলে নেকি মিষ্টাৰ এছ্লাকছেন? |
| এছ্লাক | ঃ | হয়, তেওঁ পলাল ডক্টৰ। |
| ডঃ ষ্টক | ঃ | নিজৰ বয়বস্তু পেলাই থৈ পিটাৰ পলাই নেযায়। তুমি চাই থাকা কেথেৰিন (দুৱাৰখনৰ ওচৰলৈ গৈ মেলিদিয়ে। পিটাৰ ষ্টকমেন ৰঙাচিঙা পৰি ওলাই আহে পিছে পিছে আহে বিলিং) |
| পিটাৰ | ঃ | এই বহুৱামিৰ অৰ্থ কি? মোৰ টুপী আৰু লাখুটিডাল দিয়া। |
| ডঃ ষ্টক | ঃ | তোমাৰ টুপী এয়া মোৰ মূৰত। মই এতিয়া সমগ্ৰ নগৰখনৰে গৰাকী। |

পিটাৰ : টুপীটো খুলি থোৱা। নাপাহৰিবা ই চৰকাৰী বিষয়াৰ প্ৰতীক।

ডঃ ষ্টক : শুনা কাইলৈ নগৰখন বিপ্লৱ হ'ব। তুমি ভাবিছিলা মোক উলিয়াই দিবা কিন্তু মইহে কাইলৈ তোমালোকৰ বিষয়াসকলক বিষয়বাবৰপৰা উলিয়াই দিম। বিজয়ী সামাজিক শক্তি মোৰ পাছত আছে। হবছষ্টেড আৰু বিলিঙে পিপল্‌চ্ মেচেঞ্জাৰ কাকতৰ যোগে গৰজি উঠিল আৰু এছ্‌লাকছেনে ঘৰ মালিক সংস্থাৰ নেতৃত্ব গ্ৰহণ কৰিলে।

এছ্‌লাক : নাই নাই সেই কাম মই নকৰোঁ ডক্টৰ।

পিটাৰ : মিষ্টাৰ হবছষ্টেড আপুনি আন্দোলনত যোগ দিব নেকি?

হবছ : নিদিওঁ মিষ্টাৰ মেয়ৰ।

এছ্‌লাক : মিষ্টাৰ হবছষ্টেড ইমান মূৰ্খ নহয় যে এটা কাল্পনিক অভিযোগৰ কাৰণে নিজৰ আৰু কাকতখনৰ ভৱিষ্যৎ নষ্ট কৰিব।

ডঃ ষ্টক : ইয়াৰ মানে কি?

হবছ : আপোনাৰ যুক্তিবোৰ ভ্ৰান্ত ডক্টৰ। সেয়ে মই আপোনাক সমৰ্থন কৰিব নোৱাৰোঁ।

ডঃ ষ্টক : ভ্ৰান্ত! ঠিক আছে সেই কথা মই ভাবিম। আপুনি মাথোঁ প্ৰবন্ধটো প্ৰকাশ কৰি দিয়ক।

হবছ : মই প্ৰকাশ নকৰোঁ। প্ৰকাশ কৰিবলৈ সাহ মোৰ নাই।

ডঃ ষ্টক : সাহ নাই?

এছ্‌লাক : প্ৰবন্ধটো প্ৰকাশ কৰা মানে সমাজখনকে ধ্বংস কৰা হ'ব।

ডঃ ষ্টক : অ' হয় নেকি।

পিটাৰ : অনুগ্ৰহ কৰি মোৰ টুপী আৰু লাখুটিডাল দিয়া।
(ডক্টৰে সেইবোৰ দিয়ে)
নগৰখনৰ গৰাকী হিচাপে তোমাৰ কৰ্তৃত্বৰ অকালতে অৱসান ঘটিল।

ডঃ ষ্টক : মিষ্টাৰ হবছষ্টেড—মোৰ প্ৰবন্ধটো পিপল্‌চ্ মেচেঞ্জাৰ কাকতত প্ৰকাশ কৰাতো আপোনাৰ বাবে তেন্তে অসম্ভৱ।

হবছ : একেবাৰে অসম্ভৱ।

পিটাৰ : (জেপৰপৰা কাগজ উলিয়ায়) এই টোকাটো নিয়ক। এই চৰকাৰী বিবৃতিটো কাকতত পঢ়িলে বাইজে পথৰ সন্ধান পাব মিষ্টাৰ হবছ-ষ্টেড।

হৰছ : দিয়ক। মই নিশ্চয় প্ৰকাশ কৰিম।

ডঃ ষ্টক : কিন্তু মোৰটো নছপায়? আপুনি ভাবে নেকি আপুনি মোৰ মুখ বন্ধ আৰু সত্যৰ টেঁটুচেপি ধৰিব পাৰিব? কামটো বৰ সহজ নহ'ব মিষ্টাৰ এছ্‌লাকছেন। আপুনি মোৰ প্ৰবন্ধটো মোৰ খৰচত পেমফ্লেট আকাৰে ছপাই দিয়ক। মোক চাৰিশ কপি লাগিব। নহয়। পাঁচ বা ছয়শ কপি কৰিব।

এছ্‌লাক : আপুনি ইয়াৰ ওজনৰ সমান সোণ দিলেও মোৰ ছপাশালত ছপাব নোৱাৰোঁ ডক্টৰ।

ডঃ ষ্টক : তেন্তে সেইটো ওভতাই দিয়ক।

হৰছ : এয়া নিয়ক।

ডঃ ষ্টক : মই এই কথাখিনি যেনে তেনে ৰাইজৰ গোচৰলৈ আনিম। নগৰবাসীৰ সভাত মই এইতো পাঠ কৰিম। নগৰবাসীয়ে সঁচা কথা জানিব পাৰিব।

পিটাৰ : কোনো প্ৰতিষ্ঠানেই তেওঁলোকৰ হলত এই সভা পাতিব নিদিয়ে।

ডঃ ষ্টক : হল ভাৰা কৰিব নোৱাৰিলে মই এটা ঢোল কেৰায়া কৰি আলি কেঁকুৰীবোৰত কৈ ফুৰিম।

পিটাৰ : তুমি তেনে মূৰ্খামী নকৰা বুলি মই ভাবোঁ।

এছ্‌লাক : নগৰৰ এটা মানুহো তোমাৰ লগত নাযায় ডক্টৰ।

বিলিং : আপুনি কেতিয়াও তেনে কৰিব নোৱাৰে।

কেথ : তুমি পৰাজয় স্বীকাৰ নকৰিবা ট'মাছ। মই আমাৰ ল'ৰা মৰ্টেন আৰু এজলিফক তোমাৰ লগত যাবলৈ ক'ম।

ডঃ ষ্টক : ধন্যবাদ কেথেৰিন। মই চাই ল'ম এদল কাপুৰুষে সমাজক নিকা কৰিব খোজা এজন দেশপ্ৰেমিকৰ কেনেকৈ কণ্ঠ ৰুদ্ধ কৰে। (কেথাৰিনৰ সৈতে বাটৰ পিনৰ দুৱাৰেদি ওলাই যায়)

পিটাৰ : দেখিছোঁ সি ঘৈণীয়েককো বিভ্ৰান্ত কৰি পেলালে।

সংগীত সেতু

(কেপ্তেইন হৰ্চষ্টাৰৰ পুৰণিকালীয়া ঘৰৰ এটা কোঠা। কেই-গৰাকীমান তিৰোতা স্কুলীয়া ৰল'ৰাৰ সৈতে নগৰবাসীৰে কোঠাটো ঠাহ খাই পৰিছে। পাছফালেৰে মানুহ আহিয়েই আছে।)

জনতাৰ কণ্ঠ : এজন সভাপতি লাগে। এজন সভাপতি।

হৱছ : ৰাইজে এজন সভাপতি নিৰ্বাচন কৰাতো বিচাৰিছে।

পিটাৰ : মই বৰ মালিক সংস্থাৰ সভাপতি মিষ্টাৰ এছ্লাকছেনৰ নামটো প্ৰস্তাৱ কৰোঁ।

কেবাটাও কণ্ঠ : হয় হয়। মিষ্টাৰ এছ্লাকছেন। ব্ৰেভো এছ্লাকছেন।

এছ্লাক : নাগৰিকসকলে মোকেই দায়িত্ব দিব খুজিছে যেতিয়া মই মান্তি নহৈ নোৱাৰোঁ। (হাত চাপৰি)

বিলিং : মিষ্টাৰ এছ্লাকছেনক সাগ্ৰহে নিৰ্বাচিত কৰা হ'ল।

এছ্লাক : মিষ্টাৰ মেয়ৰে এতিয়া ভাষণ দিব।

পিটাৰ : স্নানাগাৰৰ মেডিকেল অফিছাৰৰ আত্মীয়তাৰ পৰিপ্ৰেক্ষিতত মই একো নোকোৱাই ভাল আছিল। কিন্তু স্নানাগাৰ কমিটিৰ সৈতে থকা মোৰ আনুষ্ঠানিক সম্বন্ধই মোক এটা প্ৰস্তাৱ দাঙি ধৰিবলৈ বাধ্য কৰাইছে। মই ভাবোঁ যে নগৰবাসীৰ মাজত এনে এজনো নাই যিয়ে স্নানাগাৰবোৰৰ অস্বাস্থ্যকৰ পৰিৱেশ সম্বন্ধে অসমৰ্থীত আৰু অতিৰঞ্জিত ধাৰণা বিদেশত প্ৰচাৰ হোৱাতো সমীচীন বুলি ভাবিব।

কেবাটাও কণ্ঠ : কেতিয়াও নাভাবে। নাই নাই কেতিয়াও নাভাবে। আমি ইয়াৰ প্ৰতিবাদ কৰোঁ।

পিটাৰ : সেয়ে মই প্ৰস্তাৱ কৰিব খোজোঁ যে আজিৰ সভাত মেডিকেল অফিছাৰক কোনো বিবৃতি দিবলৈ যেন অনুমতি দিয়া নহয়।

ডঃ ষ্টক : অনুমতি দিয়া নহ'ব। ইয়াৰ অৰ্থ কি?

পিটাৰ : পিপল্‌ছ্ মেচেঞ্জাৰ কাকতত প্ৰকাশ হোৱা মোৰ টোকাটোৰ-পৰাই আপোনালোকে জানিব পাৰিব যে মেডিকেল অফিছাৰৰ প্ৰস্তাৱ মানি ল'লে কৰদাতাসকলৰ ওপৰত অন্ততঃ কেবা হেজাৰ পাউণ্ড বোজা আহি পাৰিব।

(সমাজৰ মাজৰপৰা প্ৰতিবাদ আৰু নিন্দাসূচক ধ্বনি)

এছ্লাক : (ঘণ্টা বজায়) মনে মনে থাকক। মই মেয়ৰৰ প্ৰস্তাৱটো সমৰ্থন কৰোঁ। মই তেওঁৰ সৈতে সম্পূৰ্ণভাৱে একমত যে ডক্টৰে আৰম্ভ কৰা আন্দোলন দুৰভিসন্ধিমূলক। তেওঁ স্নানাগাৰবোৰৰ সম্বন্ধে কৈ এটা বিপ্লৱৰ সূচনা কৰিব খুজিছে। তেওঁ নগৰখনৰ প্ৰশাসনীয় দায়িত্ব আনৰ হাতত তুলি দিব খোজে।

(প্ৰতিবাদৰ ধ্বনি)

ডঃ ষ্টক : মোক ক'বলৈ দিয়ক।

এছ্লাক : (ঘণ্টা বজায়) ডক্টৰ ষ্টকমেনে এতিয়া ভাষণ দিব।

ডঃ ষ্টক : মোৰ মৰমৰ নাগৰিকসকল! মই এটা ডাঙৰ সত্য প্ৰকাশ কৰিবলৈ ওলাইছোঁ। আমাৰ স্নানাগাৰৰ বিষাক্ত পানী যোগান আৰু চিকিৎসাৰ বাবে সজা স্নানাগাৰবোৰ যে বিজাণুৰে ভৰা তাতকৈ এই আবিষ্কাৰৰ পৰিসৰ বহুতো বেছি বহল।

কেৰাটাও কণ্ঠ : তেওঁ কি ক'ব খুজিছে, কি কৈছে তেওঁ?

পিটাৰ : এনে অপবাদ অসহ্য। (ভীষণ চিঞৰ-বাখৰ হয়)

ডঃ ষ্টক : মলিডেলৰ চামৰা কাৰখানৰ ময়লাবোৰ আমাৰ স্নানাগাৰত আহি সোমোৱাৰ দৰে জনসাধাৰণৰ সংখ্যা গৰিষ্ঠয়েহে উদাৰতা নৈতিকতাৰ একমাত্ৰ স্বত্বাধিকাৰী আৰু সংস্কৃতিৰ উত্তৰ দুৰ্নীতি আৰু কদাচাৰৰপৰা বুলি পিপল্চ্ মেচেঞ্জাৰ কাকতৰ যোগে নিতৌ ঘোষণা কৰি থকাটোক কোনোপধ্যে ক্ষমা কৰিব নোৱাৰি। অথচ এই পিপল্চ্ মেচেঞ্জাৰ কাকতে ঘোষণা কৰি আছে যে জনসাধাৰণৰ জীৱনধাৰণৰ মান উন্নত কৰিব লাগিব। দৰাচলতে মেচেঞ্জাৰৰ শিক্ষাৰ ওপৰত নিৰ্ভৰ কৰিব লাগিলে এই মান উন্নত কৰাৰ একমাত্ৰ অৰ্থ হয় জনসাধাৰণক দুৰ্নীতি আৰু কদাচাৰৰ ফালে ঠেলি দিয়া। সুখৰ বিষয় যে সংস্কৃতিয়ে মনোবল কমাই দিয়ে বোলা পুৰণিকলীয়া কথাষাৰি আমি উত্তৰাধিকাৰী সূত্ৰে হে পাইছোঁ। প্ৰকৃতপক্ষে অজ্ঞানতা, দৰিদ্ৰতা আৰু জীৱনৰ কুৎসিত কথাবোৰ চয়তানৰ কাম কৰে। নিতৌ চাফ নকৰা আৰু বতাহ নোসোমোৱা ঘৰত থাকিলে দুই-তিনি বছৰৰ ভিতৰতে মানুহে চিন্তাশক্তি হেৰুৱাব আৰু নীতিগতভাৱে কাম কৰাৰ কথা পাহৰি যাব। অক্সিজেন অবিহনে বিবেক দুৰ্বল হয়। সমাজৰ সংখ্যা গৰিষ্ঠই বিবেচনাহীনভাৱে নগৰখন উন্নতিৰ সৌধ অসত্য আৰু প্ৰৱঞ্চনাৰ ওপৰত সাজিবলৈ ওলোৱা দেখি মই ভাবিবলৈ বাধ্য হৈছোঁ যে এই নগৰৰ বহুতো ঘৰত অক্সিজেনৰ অভাৱ হৈছে।

এছ্লাক : আমি নাগৰিকসকলক এইদৰে অভিযুক্ত কৰিবলৈ দিব নোৱাৰোঁ।

এজন নাগৰিক : মই প্ৰস্তাৱ কৰোঁ সভাপতিয়ে বক্তাক বহিবলৈ কওক।

কেৰাটাও কণ্ঠ : ঠিক কথা। তেওঁক বহুৱাই দিয়ক, বহুৱাই দিয়ক।

ডঃ ষ্টক : (আত্মসংযম হেৰুৱাই) তেতিয়াহ'লে প্ৰত্যেকটো আলি কেঁকুৰীলৈ গৈ মই মোৰ বক্তব্য দাঙি ধৰিম। মই অন্য নগৰবোৰৰ বাতৰি কাকতবোৰত এইবোৰ কথা প্ৰকাশ কৰিম। ইয়াত কি ঘটিছে সমগ্ৰ দেশে জানিব।

হবছ : দেখা গৈছে ডক্টৰ ষ্টকমেনে নগৰখনকেই ধ্বংস কৰিব খুজিছে।

ডঃ ষ্টক : মই জন্মগ্ৰহণ কৰা নগৰখন মোৰ ইমান প্ৰিয় যে প্ৰৱঞ্চনাৰ ওপৰও প্ৰতিষ্ঠিত হোৱাতকৈ ই ধ্বংস হোৱাতোকে মই বিচাৰোঁ। (চিঞৰ-বাখৰ — নিন্দাসূচক ধ্বনি)

হবছ : (চিঞৰি) সমগ্ৰ সমাজখনকে ধ্বংস কৰিব খোজা মানুহজন নিশ্চয় জনসাধাৰণৰ শত্ৰু।

ডঃ ষ্টক : (অশেহ উৎসাহেৰে) এখন সামাজ ধ্বংস হৈ যোৱাতোনো কি ডাঙৰ কথা ? মই কৈছোঁ যিসকলে প্ৰৱঞ্চনাৰে বৰ্তি থাকিব খোজে তেওঁলোকক কীটৰ দৰে নিৰ্মূল কৰি দিব লাগিব। নহ'লে গোটেই দেশখনে সংক্ৰামিত হ'ব। পৰিস্থিতি এনে হ'বগৈ যে গোটেইখনকেই ধ্বংস কৰিবলগীয়া হ'ব। এনে পৰিস্থিতিত মই অন্তৰৰ অন্তঃস্থলিৰপৰা ক'ম যে গোটেই দেশখনকে ধ্বংস কৰা হওক, গোটেই মানুহবোৰকে নিৰ্মূল কৰা হওক।

(চিঞৰ-বাখৰ। ডক্টৰ ষ্টকমেন পৰিয়ালৰ সৈতে ওলাই যায়)

আটাইবোৰে : ৰাইজৰ শত্ৰু — ৰাইজৰ শত্ৰু ৰাইজৰ শত্ৰু।

(দৃশ্যপৰিৱৰ্তন সূচক সংগীত)

(ডক্টৰ ষ্টকমেনৰ পঢ়া কোঠালি। তেওঁ এডাখৰ শিল তুলি লয়)

ডঃ ষ্টক : (চিঞৰি মাতে) কেথেৰিন! মই আৰু এডোখৰ শিল পাইছোঁ।

কেথ : (বহা কোঠাৰপৰা) তুমি আৰু শিল পাবা।

ডঃ ষ্টক : (শিলডোখৰ মেজত থৈ) মই এই শিলবোৰ স্মৃতিৰ চিন ৰূপে সাঁচি থ'ম। এজলিফ আৰু মৰ্টেনে এইবোৰ নিতৌ চাব আৰু ডাঙৰ হ'লে বংশানুক্ৰমে পোৱা সম্পত্তিৰ দৰে গৰাকী হ'ব।

কেথ : (সোমাই আহি) এইখন তোমাৰ চিঠি ট'মাছ।

ডঃ ষ্টক : চাওঁ—দিয়াচোন। (খুলি পঢ়ে) মই যি ভাবিছিলোঁ সেয়ে।

কেথ : কোনে দিছে?

ডঃ ষ্টক : ঘৰৰ মালিকৰপৰা। ওলাই যাবলৈ নোটিচ দিছে। হয়তো নিদিলেহেঁতেন কিন্তু জনমত উলংঘা কৰিব নোৱাৰি। তেওঁ আনৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগে। কিছুমান প্ৰতিপত্তিশালী মানুহক অসন্তুষ্ট কৰিব নোৱাৰে।

(চিঠিখন পেলাই দিয়ে)

কিন্তু আমাৰনো কি ? আমিতো নতুন জগতলৈ যাত্ৰা কৰিবলৈ ওলাইছোঁ।

কেথ : কিন্তু ট'মাছ আমি এই পন্থা লোৱা উচিত হ'বনে?

ডঃ ষ্টক : কিন্তু ৰাইজৰ শত্ৰু বুলি শাস্তি দিয়াৰ পাছত মোৰ ঘৰৰ খিৰিকীৰ আয়নাবোৰ ভাঙি পেলোৱাৰ পাছতো মোক ইয়াত থাকিবলৈ কোৱানে? চোৱাচোন মোৰ ক'লা পেণ্টটোৰ পাছ ফালডোখৰ কেনেকৈ ফালি দিছে।

কেথ : এইটোৱেই তোমাৰ আটাইতকৈ ভাল পেণ্ট আছিল।

ডঃ ষ্টক : সত্য আৰু স্বাধীনতাৰ হকে যুঁজিবলৈ গ'লে কেতিয়াও তোমাৰ ভাল পেণ্টটো পিন্ধি নাযাবা।

(পেট্ৰা সোমাই আহে)

কেথ : পেট্ৰা স্কুলৰপৰা আহিলাই নে?

পেট্ৰা : মোক বৰ্খাস্তৰ জাননি দিছে।

কেথ : বৰ্খাস্ত?

ডঃ ষ্টক : তোমাকো।

পেট্ৰা : মিচেচ বাস্কাকে নোটিচখন দিলে। মুখখন দেখিয়ে গম পাইছিলোঁ তেওঁ যে দুখ পাইছে। কিন্তু অন্যথা কৰিবলৈ সাহ নকৰিলে সেয়ে মই নোটিচ পালোঁ।

কেথ : কালিৰ ভয়ানক নিশাটোৰ পাছত এইদৰে—

পেট্ৰা : অকল সিমানেই নহয়। আজি ৰাতিপুৱা পোৱা তিনিখন চিঠিও তেওঁ মোক দেখুৱালে।

ডঃ ষ্টক : বেনামি নিশ্চয়। সিহঁতে কেতিয়াও চহী কৰিবলৈ সাহ নকৰে। আমি এই জঘন্য পৰিৱেশত আৰু নাথাকোঁ। বস্তু-বাহানিবোৰ সোনকালে পেক কৰা।

কেথ : মনে মনে থাকা। হলঘৰেদি কোনোবা আহিছে। কোন আহিছে চোৱাচোন পেট্ৰা।

পেট্ৰা : আংকল চাগে। (দুৱাৰ মেলি) আহক।

ডঃ ষ্টক : অ' আহা। সোমাই আহা।

পিটাৰ : মই তোমাৰ লগত অকলে কথাপাতিব খুজিছোঁ।

কেথ : আমি সিটো কোঠালৈ যাওঁ ব'লা পেট্ৰা।

পিটাৰ : কালি নিশা তোমাৰ প্ৰতি কৰা অন্যায় আচৰণত বাধা দিব নোৱাৰি মই বেয়া পাইছোঁ।

ডঃ ষ্টক : ইয়াৰ বাহিৰে আন কিবা আছে যদি কোৱা।

পিটাৰ : (জেপৰপৰা চিঠি উলিয়াই) স্নানাগাৰ কমিটিৰপৰা তোমালৈ এইখন দিছে।

ডঃ ষ্টক : মোক বৰ্খাস্ত কৰা চিঠি। হয়নে?

পিটাৰ : হয়, আজিৰপৰা। (চিঠিখন মেজত থৈ) এনে কৰিবলগীয়া হোৱাই আমি দুখ পাইছোঁ। কিন্তু জনমতৰ বিৰুদ্ধে আমাৰ যাবলৈ সাহ নহ'ল।

ডঃ ষ্টক : (হাঁহি) সাহ নহ'ল। কেবাবাৰে এই শব্দটো আজি শুনিছোঁ।

পিটাৰ : মোৰ মতে তুমি কিছুদিনলৈ এই ঠাই এৰি গুচি যোৱাতো ভাল হ'ব।

ডঃ ষ্টক : গুচি যোৱাতো উচিত হ'ব বুলি ময়ো ভাবিছোঁ।

পিটাৰ : ভাল কথা। ছয় মাহ মানৰ পিছত কথাতো ভালকৈ ভাবি-গুণি নিজৰ ভুল হোৱা বুলি এখন চিঠি দিব পাৰা।

ডঃ ষ্টক : তাৰমানে চাকৰিটো পুনৰ বাহাল কৰিবলৈ।

পিটাৰ : সেইটো একেবাৰে অসম্ভৱ নহ'ব যেন লাগে।

ডঃ ষ্টক : কিন্তু তেতিয়া জনমতৰ কথা নুঠিব জানো?

পিটাৰ : জনমত পৰিবৰ্তনশীল বস্তু। আৰু সঁচা কথা ক'বলৈ গ'লে তুমি তেনে ধৰণৰ লিখিত স্বীকাৰোক্তি কৰাতো আমাৰ বাবে প্ৰয়োজন।

ডঃ ষ্টক : তাৰমানে সেইখনৰ বাবেই তুমি ইয়ালৈ আহিছা। মই তোমাক সোঁৱৰাই দিওঁ এনে শিয়াল বুদ্ধি মই পচন্দ নকৰোঁ।

পিটাৰ : সেই সময়ত তোমাৰ অৱস্থা বেলেগ আছিল। তেতিয়া তুমি ভাবিছিলা যে গোটেই নগৰখনৰ মানুহ তোমাৰ পাছত থিয় দিছে।

ডঃ ষ্টক : আৰু এতিয়া গোটেইবোৰ মানুহে মোক হেঁচা মাৰি ধৰিছে। (উত্তেজিত হৈ) চয়তান মোৰ পিঠিত উঠি বহিলেও মই তেনে কাম নকৰোঁ নকৰোঁ।

পিটাৰ : পৰিয়াল থকা মানুহ এজনে তুমি কৰাৰ দৰে কৰিবৰ কোনো অধিকাৰ নাই ট'মাছ।

ডঃ ষ্টক : মোৰ অধিকাৰ নাই? এজন স্বাধীন মানুহৰ পক্ষে পৃথিৱীত এটামাত্ৰ কাম কৰিবৰ অধিকাৰ নাথাকে। এজন স্বাধীন মানুহৰ কোনো অধিকাৰ নাই লেতেৰা বস্তুৰে নিজকে কলুষিত কৰাৰ। তেওঁৰ অধিকাৰ নাই ইয়াৰ ফলত নিজৰ মুখতে থুই পেলাব-লগীয়া হয়।

পিটাৰ : ভৱিষ্যৎ সম্বন্ধে আশান্বিত নহ'বা। হতাশ হ'ব লাগিব।

ডঃ ষ্টক : এইবোৰ কথা কিয় উলিয়াইছে?

পিটাৰ : তুমি তোমাৰ শহুৰেৰাৰ উইল স্বত্ব সৰ্ম্পকে নজনা বুলি মোক বিশ্বাস কৰিবলৈ কোৱা নেকি? মিষ্টাৰ কীল এজন চহকী মানুহ। তেওঁৰ সম্পত্তিৰ এটা বুজন অংশ তোমাৰ পত্নী আৰু ল'ৰাও-ছোৱালীয়ে পাব। এই কথা তেওঁ তোমাক কেতিয়াও কোৱা নাই নে?

ডঃ ষ্টক : কেতিয়াও কোৱা নাই। বৰং ওলোটাতো হে কৈছে। তেওঁৰ চামৰাৰ প্ৰতিষ্ঠানবপৰা লেতেৰা বস্তুৰ বেছি ভাগ আহিছে বুলি কোৱা কাৰণে তেওঁ খণ্ডত টিক্‌চি বিক্‌চি হৈ আছে।

পিটাৰ : মিষ্টাৰ কীলে তেওঁৰ উইল স্বত্ব ইচ্ছা কৰিলে সলনি কৰিব পাৰে।

ডঃ ষ্টক : তেওঁ তেনে কেতিয়াও নকৰে। মই তোমাক আৰু তোমাৰ জ্ঞানী বন্ধুবোৰক আক্ৰমণ কৰা কাৰণে বৰং তেওঁ বেছি সুখী হে হৈছে।

পিটাৰ : ওঁ এতিয়া বহুতো কথা ফটফটীয়া হৈছে।

ডঃ ষ্টক : কি কথা?

পিটাৰ : এতিয়া বুজিব পাৰিছোঁ গোটেইটোৱেই তোমাৰ আৰু তেওঁৰ যুটীয়া ষড়যন্ত্ৰ। নগৰখনৰ নেতৃস্থানীয় লোকসকলক সত্যৰ অজুহাতত কৰা তোমাৰ আক্ৰোশমূলক আক্ৰমণ আন একো নহয়। ই মাথোঁ উইল সূত্ৰে সেই প্ৰতিশোধ পৰায়ণ মানুহজনৰ সম্পত্তিৰ মূল্য।

ডঃ ষ্টক : তোমাৰ দৰে তলখাপৰ মানুহ মই জীৱনত দেখা নাই।

পিটাৰ : আমাৰ সম্বন্ধ ছিন্ন হ'ল। তোমাৰ বৰ্খাস্ত বদ নহয়। এতিয়া তোমাৰ বিৰুদ্ধে আমি আৰু এপাত অস্ত্ৰ পালোঁ। মই যাওঁ। (যায়)

ডঃ ষ্টক : কি লাজ লগা কথা। (চিএৰি) কেথেৰিন। তেওঁ খোজ কাঢ়ি যোৱা মজিয়াখিনি ভালকৈ ধাঁহি-মচি চাফ কৰিবা। আমি ইয়াৰ-পৰা নাযাওঁ—ইয়াতে থাকিম কেথেৰিন।

পেট্ৰা : (সোমাই আহে) ইয়াতে থাকিবা?

কেথ : এইখন নগৰত।

ডঃ ষ্টক : অঁ—ইয়াতে। এইখন ৰন'থলী। ইয়াতে যুঁজ আৰম্ভ হ'ব। ইয়াতেই মই জয় লাভ কৰিম। তুমি চাগে গম পাইছা মই বৰ্খাস্ত হ'লোঁ। বৰ্খাস্ত হোৱাই ভালেই হ'ল। মোৰ বহুতো কাম আছে এতিয়া কৰিবলৈ সময় পাম।

কেথ : ময়ো তেনে হ'ব বুলি ভাবিছিলোঁ।

ডঃ ষ্টক : সিহঁতে মোৰ প্ৰেক্‌তিজ কৰা অধিকাৰ লৈ যাব খুজিছে। নিয়ক দুখীয়া মানুহবোৰেই মোৰ সম্বল হ'ব। মোক সিহঁতৰ হে বেছি প্ৰয়োজন। মই সকলো সময়তে তেওঁলোকৰ মাজতে মোৰ কথাবোৰ প্ৰচাৰ কৰিম।

কেথ : কিন্তু এনে প্ৰচাৰৰপৰা কি লাভ হ'ব ?

ডঃ ষ্টক : তুমি আচৰিত কেথেৰিন। জনমত আৰু সংখ্যা গৰিষ্ঠতাৰ চয়তানিৰ ওচৰত হাৰ মানিমনে? ইয়ালৈ আহা কেথেৰিন। চোৱাহি সূৰ্যটো কেনেকৈ উজ্জ্বল হৈ উঠিছে। আহ্ বসন্তৰ কেনে ধুনীয়া বতাহ মই সেৱন কৰিছোঁ।

কেথ : আমি যদি সদায় সূৰ্যৰ উজ্জ্বল পোহৰত আৰু বসন্তৰ বতাহৰ মাজত জীয়াই থাকিব পাৰিলোঁহেঁতেন।

ডঃ ষ্টক : দৈনন্দিন খৰচ-পাতিৰপৰা অলপ বাহি কৰিলে আমাৰ দিনবোৰ চলি যাব। সেই বিষয়ে মই ভবা নাই। মই কেৱল ভাবিছোঁ মোৰ পাছত কামবোৰ কৰিবলৈ সাহ কৰি ওলাই আহিব পৰা কোনো উদাৰ আৰু উচ্চ মানুহ মই দেখিবলৈ পোৱা নাই। সেয়ে মই কিছু চিন্তিত হৈছোঁ।

পেট্ৰা : নাভাবিবা পাপা তোমাৰ হাতত বহুতো সময় আছে। তোমাৰ লগত কাম কৰিবলৈ এজলিফ আৰু মৰ্টেন আছে।

ডঃ ষ্টক : সিহঁত যে আছে সেইকণ ভগবানৰে কৃপা। মই সিহঁতক নিজে শিক্ষা দিম। সিহঁতক উদাৰ আৰু উচ্চমনা কৰি তুলিম। তুমি মোক সহায় কৰিব লাগিব পেট্ৰা।

পেট্ৰা : নিশ্চয় সহায় কৰিম।

ডঃ ষ্টক : যিটো কোঠাত সিহঁতে মোক ৰাইজৰ শত্ৰু বুলি অপমান কৰিছিল তাতেই মোৰ স্কুলখন পাতিম। কিন্তু আমাৰ সংখ্যা যে বৰ তাকৰ। আৰম্ভ কৰিবলৈ অন্ততঃ বাৰজন ছাত্ৰ লাগিবই।

কেথ : সিমানবোৰ ছাত্ৰ তুমি এইখন নগৰত নোপোৱা।

ডঃ ষ্টক : পাম। বাটত অনাই-বনাই ঘূৰি ফুৰা বহুতো ল'ৰা আছে। সিহঁতৰ কেটামানক লৈ আহিবা। মই এবাৰ সিহঁতক লৈ পৰীক্ষা কৰি চাম। সিহঁতৰ মাজত অসাধাৰণ মগজু থকা ল'ৰাও ওলাব পাৰে।

কেথ : সিহঁতক উদাৰ আৰু উচ্চমনা কৰি তুলিলে কি কৰিব?

ডঃ ষ্টক : সিহঁতে আটাইবোৰ কুকুৰনেচীয়া বাঘক দেশখনৰপৰা উলিয়াই দিব।

কেথ : আশা কৰোঁ তোমাক উলিয়াই দিব খোজা কুকুৰনেচীয়া বাঘ-বোৰৰ দৰে নহ'ব।

ডঃ ষ্টক : মোক খেদাই উলিয়াই দিব? এতিয়া—যেতিয়া মই নগৰখনৰ আটাইতকৈ শক্তিশালী মানুহ হৈ পৰিছোঁ।

কেথ : আটাইতকৈ শক্তিশালী মানুহ। এতিয়া?

ডঃ ষ্টক : অঁ। মই আৰু ক'ম অকল নগৰখনৰে নহয় মই পৃথিৱীৰে আটাইতকৈ শক্তিশালী মানুহ। তুমি এতিয়া এই বিষয়ে একো মন্তব্য নকৰিবা। মই আৰু এটা ডাঙৰ কথা আৱিষ্কাৰ কৰিছোঁ।

কেথ : আৰু এটা?

ডঃ ষ্টক : হয় (আত্ম প্ৰত্যয়ৰে) মই কওঁ শুনা—পৃথিৱীত যিজনে অকলসৰে থিয় দিব পাৰে তেৱেঁই আটাইতকৈ শক্তিশালী মানুহ।

কেথ : (হাঁহি মূৰ দুপিয়াই) অ' ট'মাছ।

পেট্ৰা : (উৎসাহেৰে) পাপা।

সংগীত

# পৰিশিষ্ট

নাট্য প্ৰভাকৰ শ্ৰীবৰুৱাৰপৰা পোৱা তথ্য আৰু বিশিষ্ট সাহিত্যিক সমালোচকৰ কেতবোৰ নাটৰ বিষয়ে মন্তব্য।

তথ্য ঃ

১। চাকৈচকোৱা ঃ ১৯৩৯ চনত পোন প্ৰথমে গুৱাহাটীৰ 'সুন্দৰ সেৱীসংঘ'ই মঞ্চস্থ কৰে। তেতিয়া নাম আছিল 'মীৰা'। পাছত ১৯৪০ চনত চাকৈচকোৱাই নতুনত্বৰ বাবেই পঢুৱৈ-দৰ্শকৰ অন্তৰ জয় কৰে আৰু কেবা ঠাইত অভিনীত হয় বিশেষভাৱে উল্লেখযোগ্য যে কলিকতাৰ এ-এছ-এল ক্লাবৰ আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ পৰিচালনাত বান-ৰংগমঞ্চত অভিনীত। এই অভিনয়ত সেই সময়ৰ তেজপুৰৰ যশস্বী ডেকা অভিনেতা চন্দ্ৰধৰ (মঞ্চকোঁৱৰ) গোস্বামীয়ো নাটকৰ বিজিতৰ চৰিত্ৰত অৱতীৰ্ণ হয়। মীৰাৰ নায়িকা মিনতিৰ চৰিত্ৰৰ ৰূপ দিছিল সেই সময় এম-এ শ্ৰেণীৰ ছাত্ৰী মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যৰ দ্বিতীয়া কন্যা শ্ৰীমতী উষা ভট্টাচাৰ্য্যই।

**মন্তব্য ঃ বিহগীকবি ৰঘুনাথ চৌধাৰী**— "ভাব-সম্পদ আৰু ভাষাৰ মাধুৰ্য্যই পুথিখনৰ অনেক গৌৰব বঢ়াইছে। .....মনস্তাত্বিক বিশ্লেষণৰ সহায়েৰে নায়ক-নায়িকাৰ অনাবিল প্ৰেমৰ যি বাস্তৱ চিত্ৰ আঁকি দেখুৱাইছে সি অতি প্ৰশংসনীয়'। ....এনে ধৰণৰ মৌলিক নাট মোৰ বোধেৰে আমাৰ ভাষাত এইখনিয়েই প্ৰথম। ....পুথিখনিত আধুনিক অসমীয়া সামাজিক জীৱনৰ আশা-আকাংক্ষাবোৰ স্বাভাৱিক ৰূপে প্ৰতিফলিত হৈছে।"

**উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈ ঃ** "..... নাটখনিৰ দৃষ্টবোৰ আধুনিক স্বৰূপে মনোৰম আৰু অভিনয়ৰ কাৰণে সম্পূৰ্ণ উপযোগী। মুঠৰ ওপৰত নাটখন সৰ্বাঙ্গসুন্দৰ হৈছে।

সাংবাদিক কমলাকান্ত বৰা ঃ (গৰীয়সী মাৰ্চ ১৯৯৫) ....."কোৱাবাহুল্য 'চাকৈচকোৱা' নামটোৱেই নাটকৰ বৰ্ণিত প্ৰেম আৰু দৈহিক বান্ধোনৰ উত্তৰণৰ প্ৰতীক ৰূপে ব্যৱহৃত হৈছে।" প্ৰকাশিকা—শ্ৰীমতী লীলা দেৱী এম-এ,বিটি।

২। কল্পনাৰ মৃত্যু ঃ এইখনৰো ৰচনা কাল ১৯৩৯ চন। তৎকালীন আৱাহনত ছপা হৈছিল। কিছু সাল-সলনি কৰি 'চাকৈচকোৱা'ৰ লগতে ১৯৪০ চনত প্ৰকাশ কৰা হয়। সেই চনতে গুৱাহাটী সন্ধ্যা-সন্মিলনৰ মাঘবিহু অধিৱেশনত গুৱাহাটীৰ কটন কলেজৰ ছুৰদমাৰ্ছন হলত সহ অভিনীত হয়।

৩। শিখা ঃ প্ৰথম প্ৰকাশ চেপ্তেম্বৰ ১৯৫৭ চন। নাটখন উৎসৰ্গ কৰা হৈছিল ৰসজ্ঞ সুসাহিত্যিক তৎকালীন মাননীয় ন্যায়াধীশ হলিৰাম ডেকাদেৱৰ কৰকমলত। যিজনাৰ উছাহ-উদগনি আছিল লিখকৰ অমূল্য সম্পদ। ইবছেনৰ আৰ্হিৰে একোটা দৃশ্যৰে চাৰিটা অংকত সমাপ্ত হোৱা এইখনেই প্ৰথম অসমীয়া নাটক।

মন্তব্য ঃ **Assam Tribune** : " . .In short the drama was a cent percent success "

**Hindusthan Standard** : " ... The theme of the play was well conceived and was perhaps unique

অধ্যাপক ড° হৰিচন্দ্ৰ ভট্টচাৰ্য্য ঃ .....অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি—প্ৰতি অংকৰ পৰিসমাপ্তি কৌতূহলপূৰ্ণ .....প্ৰতাপ চলিহাই আজীৱন সন্তৰ্পণে লুকাই ৰখা সত্যক মহত্বৰ খাতিৰত প্ৰকাশ কৰি বেদনাৰ আঘাতত আকস্মিক মৃত্যু বৰণ কৰে। প্ৰতাপৰ স্বীকাৰোক্তিয়ে কিন্তু তেওঁৰ মৃত্যুকো যেন অতিক্ৰম কৰি সৃষ্টি কৰে মহান নাটকীয় ট্ৰেজেডিৰ..... ভুল কৰি সেই ভুল সময় থাকোঁতেই স্বীকাৰ কৰাৰ সাহসৰ অভাৱে আনিলে প্ৰদীপ আৰু শিখাৰ জীৱনলৈ নতুন পৰীক্ষা, পৃথিৱীৰ নতুন মানুহৰ নতুন সমস্যা—মুকলি কৰিলে অসমীয়া নাট্য-সাহিত্যৰ এটি নতুন দিশ।"

৪। জ্যোতিৰেখা ঃ নাটখনৰ প্ৰথম প্ৰকাশ ১৯৫৮ চনৰ ২৬ জানুৱাৰী। বিয়াল্লিছৰ গণবিপ্লৱ পটভূমিকাত লিখা নাটখনি উৎসৰ্গ কৰা

হৈছিল। "বুলা" শ্ৰীমতী কল্যাণী বৰুৱা (ফুকন) আৰু "বুন্টুক" (শ্ৰীমতী বৰুণা মুখাৰ্জী (চৌধুৰী)। দুয়োগৰাকীয়েই বিভিন্ন সময়ত নাটৰ মুখ্য চৰিত্ৰ "ৰেখা"ৰ চৰিত্ৰত সুখ্যাতিৰে অভিনয় কৰে। উল্লেখযোগ্য যে নাটখনৰ সুন্দৰ সেৰী সংঘৰ প্ৰথম নিশাৰ অভিনয়ত দুটা বিশিষ্ট চৰিত্ৰ "হাজৰিকা" আৰু "স্যাতোলা"ৰ চৰিত্ৰৰ ৰূপ দিছিল যথাক্ৰমে শ্ৰীগৌৰী কাকতী আৰু প্ৰয়াত মাণিক কুমাৰ দাসে।

মন্তব্য ঃ অধ্যাপক ড° সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্যৰ পৃষ্ঠা—৩০২ত লিখিছে "আঠোটা দৃশ্যত নাটৰ কথা-বস্তুৱে ৰূপে লৈছে। নিৰ্ভীক শিক্ষিত যুৱক জ্যোতি বৰুৱাই দেশমাতৃকাৰ আহ্বানত চৰকাৰী চাকৰি ত্যাগ কৰি গণ-আন্দোলন যোগ দি শেষত ফাঁচি কাঠত ওলমিব লগা হ'ল। জ্যোতি বৰুৱাৰ কাৰ্য্যকলাপ দেখুৱাবলৈ বিয়াল্লিচৰ গণআন্দোলনৰ কেইটামান স্বকীয় চিত্ৰ নাট্যকৰে অঙ্কন কৰিছে..... চিত্ৰ কেইটাক ৰূপ দিয়াত নাট্যকাৰে সফলতা লাভ কৰিছে। নাট্যখনক নায়ক বিহীন ট্ৰেজেডি বুলিব পাৰি। গণআন্দোলনৰ অশৰীৰী মূৰ্তিহে প্ৰকৃত নায়ক।

৫। আনাৰকলি ঃ প্ৰথম প্ৰকাশ ১৯৫৭, প্ৰকাশক পদ্ম প্ৰকাশ, গুৱাহাটী। পজৰুদ্দীন আহমদৰ "গুলেনাৰ" (১৯২৪) বিপিন শৰ্মাৰ "মেৰৰ সন্ধ্যা"ত আৰু "প্ৰভাত শৰ্মা" আনাৰকলি হাতেলিখা নাটক এই কাহিনীতে পোৱা যায়। কিন্তু শ্ৰীবৰুৱাই মানসিংহৰ চৰিত্ৰটোক ঈৰ্ষাপৰায়ণ কূট চৰিত্ৰ আৰু চেলিমৰ পত্নী মানবাইৰ মাতৃসুলভ চৰিত্ৰ দুটাই চেলিম আৰু আনাৰৰ প্ৰেমক এক নতুন মাত্ৰা দান কৰি আনকেইখনতকৈ বেলেগ কৰি শ্ৰীবৰুৱাই বৈশিষ্ট্যপূৰ্ণ নাটকীয় প্ৰতিভাৰ পৰিচয় দিছে।

৬। কুণাল-কাঞ্চন ঃ ৰচনা কাল ১৯৫৭, প্ৰকাশক পদ্ম প্ৰকাশ, গুৱাহাটী; কাহিনী সংগৃহীত হৈছে "Asoka, the Buddhist Emperor of India"V. smith, "Asoka–by Radha Kumud Mukharjee আৰু শীলভদ্ৰৰ বুদ্ধবাণীৰপৰা।

মন্তব্য ঃ ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য ...,অসমীয়া নাট্য-সাহিত্যৰ জিলিঙনি পৃষ্ঠা ৪৪৬— বিশ্বৰ সৰ্বশ্ৰেষ্ঠা নৰ্তকী

তিষ্যৰক্ষিতা সম্ৰাট অশোকৰ দ্বিতীয়া পত্নী— সেই সূত্ৰে কুণালৰ মাহীমাক। কিন্তু সুন্দৰীয়ে তেওঁৰ অঙ্গে অঙ্গে বিকশিত যৌৱন আৰু কাম-কলুষিতা বাসনা লৈ কুণালৰ সৌন্দৰ্য্য সৰোবৰত বুৰ মাৰিবলৈ বিয়াকুল হৈ পৰিল। কুণাল কোনোমতেই সন্মত নোহোৱাত, তিষ্যৰক্ষিতাৰ ষড়যন্ত্ৰত ৰাজ আদেশ জাৰি কৰাই কুণালৰ চকুদুটা কণা কৰা হ'ল। কণা হৈও, তেওঁ দিব্যদৃষ্টিৰে সকলো দেখে অথচ তিষ্যই চকু থকা সত্বেও— একোকে নেদেখে আধ্যাত্মিক ৰাজ্যৰ তত্ত্ববহুল কথা। পুত্ৰৰ যোগেৰে অশোকেও দিব্য জ্ঞান লাভ কৰি বুদ্ধৰ শৰণাগত হ'ল। "কাহিনী ভাগত কৰা ৰসৰ পৰশ আছে, অথচ নাটখন কৰুণৰসাত্মক নহৈ ভক্তিৰসাত্মক ৰূপেহে বিকাশ লাভ কৰিছে!" আমাৰ মতে নাটকৰ তিষ্যৰক্ষিতাৰ চৰিত্ৰটো অতি জটিল আৰু বৈচিত্ৰ্যময়। তিষ্যৰক্ষিতাই যেন নাটখনৰ pivotal চৰিত্ৰৰ ৰূপে কুণাল-কাঞ্চনক এখন সাৰ্থক নাটক কৰি তুলিছে। তিষ্যৰক্ষিতাৰ চৰিত্ৰ চিত্ৰণত নাট্যকাৰে বিশেষ পাৰদৰ্শিতাৰ পৰিচয় দিছে।

৭। ৰাণাদিল : দাৰাৰ অন্যতমা বেগম অপূৰ্ব সুন্দৰী ৰাণাদিলে সম্ৰাট ঔৰংজীৱৰ কামাগ্নিৰপৰা নিজৰ মুখ কৃপাণেৰে বিকৃত কৰি স্বামী পৰায়ণা ভাৰতীয় নাৰীৰ আদৰ্শ অক্ষুণ্ণ ৰাখিছিল। এই চৰিত্ৰটোৱে পঢুৱৈ আৰু দৰ্শক উভয়কে মুগ্ধ কৰে। বিশেষকৈ উল্লেখযোগ্য যে কুণাল-কাঞ্চন আৰু ৰাণাদিল উৰীয়া ভাষালৈ অনূদিত হৈ আকাশবাণী কটক কেন্দ্ৰত প্ৰচাৰ হ'লত শ্ৰোতাৰ ভূয়সী প্ৰশংসা লাভ কৰিছিল। প্ৰথম প্ৰকাশ ১৯৫৭ প্ৰকাশক : পদ্ম প্ৰকাশ, গুৱাহাটী।

৮। শাশ্বতী : প্ৰথম প্ৰকাশ ১৯৬৬। "শাশ্বতী" নাটৰ মুখ্য চৰিত্ৰ ভাৰতীয় ঐতিহ্যৰ প্ৰতিভূ ৰূপে চিত্ৰিত হৈছে।

৯। দুপৰ নিশা : প্ৰথম প্ৰকাশ ১৯৬৬। প্ৰকাশক : পদ্ম প্ৰকাশ, গুৱাহাটী। এইখন এখন ৰহস্যজনক নাটক। ৰহস্যৰ ভেদ ভঙাত হাস্যৰসৰ সৃষ্টি হয়।

১০। ভাস্বতী : ভাৰতীয় নাৰীৰ ঐতিহ্য নমনা আধুনিক নাৰীয়ে কেনেকৈ স্বামীৰ লগত সংসাৰ পাতিব নোৱাৰি অন্যক বিয়া কৰাই নিজৰ যুক্তি প্ৰদৰ্শন কৰে তাৰেই নাটকীয়া ৰূপ।

মন্তব্য ঃ প্ৰয়াত ড° প্ৰফুল্ল দত্তৰ গোস্বামীয়ে মন্তব্য কৰিছে "নাটখনত একমাত্ৰ লিখকৰ বাহিৰে আন চৰিত্ৰবোৰক গতানুগতিকভাৱে সৃষ্টি কৰা নাই। ..... লিখকৰ মনত যেতিয়াই যিজনৰ কথা উদয় হৈছে তেতিয়াই তেওঁ সমুখত দেখা দিয়েহি। নাটখনৰ প্ৰকৃত অভিনয়-থলী লিখকৰ মনৰ মঞ্চহে।" অলপ চাব্-ৰিয়েলিষ্টিক নাটখন নেশ্যনেল বুক ট্ৰাষ্টে অন্য ভাষালৈ তৰ্জমা কৰাৰ কথা ভাবিছে আৰু ইতিমধ্যে বঙালী ভাষালৈ তৰ্জমা কৰি প্ৰকাশো কৰিছে।

১১। জবালা ঃ নাটখন ছপা হয় ১৯৭৬ চনত। প্ৰকাশিকা নিৰুপমা বৰুৱা 'পদ্ম প্ৰকাশ, গুৱাহাটী। নাটখন কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে অৰ্পিত। নাটখন লিখাৰ উদ্দেশ্য আছিল উপনিষদৰ জবালা সত্যকামৰ পুৰণি কাহিনীৰ আধুনিকি কৰণ। পিতৃ পৰিচয় নথকা সত্যেনক তেওঁ ভালপোৱা মঞ্জুলাৰ, চাহ বাগিচাৰ মালিক সঞ্জীৱে উপেক্ষা কৰে। মাকৰপৰা পিতৃৰ প্ৰকৃত পৰিচয় পাই সত্যেনে নিজকে প্ৰতিষ্ঠা কৰিবলৈ আগবাঢ়ি আহে আৰু মঞ্জুলাই দেউতাকৰ আভিজাত্যৰ ভেম আওকাণ কৰি সত্যেনক গ্ৰহণ কৰে। নাটখন হাতে লিখা অৱস্থাতে গুৱাহাটী জিলা পুথিভঁৰালত প্ৰথম অভিনীত হয় বিশেষ সফলতাৰে। লিখকৰ বন্ধু, খ্যাতিমান অভিনেতা, প্ৰয়াত ডম্বৰু দাসে পৰিচালনাৰ দায়িত্ব বহন কৰাৰ উপৰিও অন্যতম প্ৰধান চৰিত্ৰ ৰূপলালক জীৱন্ত কৰি নতুন বিন্যাস পদ্ধতি আৰু নতুন সংঘাতক সাৰ্থক কৰি তোলে। নাটখন উপস্থাপন কৰিছিল 'শৌভিক' নাট্যগোষ্ঠীয়ে। পাছত নাটখনৰ কিছু সাল-সলনি কৰা হয় আৰু হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ ভাবটোক মুখ্য কৰি "সেতু" নাম দি শ্ৰীপুতুল লাহনৰ পৰিচালনাত ৰবীন্দ্ৰ ভৱনৰ 'কেন্দ্ৰীয় গীত আৰু নাট বিভাগ'ৰ শ্ৰীকৃষ্ণমূৰ্ত্তি হাজৰিকাৰ সৌজন্যত সফলতাৰে মঞ্চস্থ কৰা হয়। সম্প্ৰতি সেতুখনকে 'থিয়েটাৰ ফাউণ্ডেশ্বন'ৰ অভিনেত্ৰী সুলেখিকা শ্ৰীমতী গীতা লহকৰে—The Bridge নাম দি ইংৰাজীলৈ তৰ্জমা কৰে। The Bridge খনো ৰবীন্দ্ৰ ভৱনত 'থিয়েটাৰ ফাউণ্ডেশ্বনে' সুখ্যাতিৰে মঞ্চস্থ কৰে। The Bridge খন গুৱাহাটী দূৰদৰ্শন যোগেও প্ৰচাৰিত হয়।

১২। নায়িকা নাট্যকাৰ ঃ প্ৰথম প্ৰকাশ ১৯৭৬। প্ৰকাশক পদ্ম প্ৰকাশ, গুৱাহাটী। ইতিমধ্যে নাটখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক শ্ৰেণীৰ মেজৰ সমন্বিতে পাঠ্যপুথি। বৰ্তমান প্ৰকাশক লয়াৰ্চ বুক ষ্টল গুৱাহাটী। নাটখন ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে অৰ্পিত। সম্প্ৰতি নাটখনৰ কেবাটাও সংস্কৰণ প্ৰকাশিত হৈছে।

মন্তব্য ঃ সাংবাদিক কমলা কান্ত বৰাৰ 'গৰিয়সী' আলোচনীৰ দ্বিতীয় বছৰ ষষ্ঠ সংখ্যা (মাৰ্চ ১৯৯৫) প্ৰকাশিত প্ৰবন্ধৰ কিছু প্ৰাসংগিক উদ্ধৃতি দিছোঁ।

নাটকখনৰ গঠন প্ৰণালী অভিনৱ। নাটকখনত কোনো দৃশ্যবিভাগ বা অংকবিভাগ নাই। চৰিত্ৰবোৰ নাট্যকাৰৰ মনত দেখা দিয়া মতেই মঞ্চত দেখা পোৱা যায়। আলোক সম্পাতে মঞ্চত বিভিন্ন 'জ'ন বা মণ্ডলৰ সৃষ্টি কৰি চৰিত্ৰবোৰৰ স্থিতি নিৰ্দেশ কৰে। এইখন নাটকৰ বিষয়ে ড° সত্যেন্দ্ৰানাথ শৰ্মাই 'অসমীয়া নাট্য সাহিত্য'ত লিখিছে ঃ 'শাশ্বতী আৰু ভাস্বতী'—এই দুগৰাকী যুৱতীৰ স্বতন্ত্ৰ অভিব্যক্তি নাটখনত প্ৰদৰ্শন কৰিছে, দুয়ো বিপৰীত ধাৰণাৰ প্ৰতিভূ। কিন্তু নাটখনৰ প্ৰকৃত নায়ক হৈছে নাট্যকাৰ, কাৰণ গোটেই নাটখন অভিনীত হৈছে তেওঁৰ মনত, সৃষ্টিকামী মনীষাত।" নাটখনত লিখকে আগতে উল্লেখ কৰা ভাস্বতীৰ আংগীককে গ্ৰহণ কৰি শাশ্বতীৰ চৰিত্ৰটো ফ্ৰেছবেকত আনিছে।

'নায়িকা নাট্যকাৰ'ৰ ইংৰাজী অনুবাদ 'Crossfire' সম্বন্ধে ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে মন্তব্য কৰিছে। (The Sentinel, 03.02 85) এইদৰে ঃ "The incidents of the play occur in order to satisfy the playwright he probes, argues, observes : it is in the satisfaction of his mind that the course of events is shared, linked up and the play takes a coherent form. The play wright has imposed form on what is formless." ডঃ গোস্বামীয়ে আৰু কৈছে ঃ "Crossfire is an unusual play and, in terms of Assamese literature, unique."

ডঃ শৰ্মা আৰু ডঃ গোস্বামীয়ে নাটকীয় চৰিত্ৰ 'নাট্যকাৰ'ক নায়ক বুলি অভিহিত কৰিছে। কিন্তু নাট্যকাৰৰ সৈতে এই সম্পৰ্কত আলোচনা কৰি উপলব্ধি কৰিলোঁ যে বৰুৱাৰ অভিমত যেন অলপ বেলেগ। নাটখনত নাট্যকাৰ আৰু ভাস্বতীৰ চৰিত্ৰত সংঘাত দেখুওৱা হৈছে আৰু এই সংঘাতত শেষত ভাস্বতীয়ে জয়লাভ কৰিছে। অৰ্থাৎ, নাট্যকাৰৰ নিৰ্দেশমতে ভাস্বতী চলিবলৈ মান্তি হোৱা নাই। এই সম্পৰ্কত নাট্যকাৰ বৰুৱাই প্ৰখ্যাত নাট্যকাৰ পিৰাণ্ডেলৰ 'Six Characters in Search of an Author' ৰ 'ফাদাৰে' কোৱা "....when a character is born, he acquires at once such an independence even of his own author that he can be imagined by everybody even in many other situations where the author never dreamed of placing him. . "; এই কথাষাৰ স্মৰণ কৰে।

নায়ক বা নায়িকা হ'ল সেইটো চৰিত্ৰ, যি কাহিনীৰ গতি নিৰ্ণয় কৰে। ইয়াত ভাস্বতীয়ে কাহিনীৰ গতি নিৰ্ণয় কৰিছে, নাট্যকাৰে নহয়। সেয়ে নাট্যকাৰ বৰুৱাই ভাবে চালিকা চৰিত্ৰ হ'ল ভাস্বতীহে 'নাট্যকাৰ' নহয়। নাট্যকাৰ বৰুৱাৰ যুক্তি প্ৰণিধানযোগ্য আৰু ই নিশ্চয় সকলো সমালোচককে চিন্তাৰ খোৰাক যোগাব।

১৩। মৃণালমাহী : নাটখন প্ৰকাশিত হয়। ১৯৭৭ চনত। প্ৰকাশিকা শ্ৰীমতী নিৰুপমা বৰুৱা, পদ্ম প্ৰকাশ, গুৱাহাটী। মৃণালমাহী বুলিলেই প্ৰথম ৰজনীত মৃণালৰ চৰিত্ৰৰ বিশেষ, সফলতাৰে ৰূপ দি দৰ্শকৰ অন্তৰ জয় কৰা শ্ৰীমতী মলয়া গোস্বামীৰ কথাকে প্ৰথমতে মনলৈ আহে। প্ৰকাশৰ আগতে হাতেলিখা অৱস্থাতে নাটখন অসমৰ বিভিন্ন ঠাইত সফলতাৰে অভিনিত হয়। নটসূৰ্য্য ফণী শৰ্মাৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে নাইটখন অৰ্পণ কৰা হৈছে। এইখনৰ লিখাৰ সময়তো প্ৰথম শ্ৰীডম্বৰু দাসে লিখকক যথেষ্ট সহায় কৰিছিল। কাহিনীটোৱে শ্ৰীবৰুৱাৰ মনত বহুদিনৰ পৰা খলকনি তুলি আছিল কাৰণে সেই খলকনি মাৰ নিয়াবলৈ মাত্ৰ তিনিটা সন্ধ্যা একেলগে বহি ডম্বৰু দাসক শ্ৰুতলিপি দি সমাপ্ত কৰিছিল। নাটখনৰ চাইকো-পেথলজিকেল ভিত্তি বেছ সুদৃঢ়

আৰু ই নাটখনক বৈশিষ্ট্যপূৰ্ণ কৰিছে। সমালোচক শ্ৰীকমলা কান্ত বৰাই লিখিছে—“ নাটকৰ গতি ক্ষিপ্ৰ, কাহিনী বিস্তাৰ আবেগ মধুৰ আৰু উৎকণ্ঠা ব্যঞ্জক। নাটখন পঢ়িলে এখন উপন্যাস নাইবা চিনেমা চোৱা যেন হে লাগে, নাটখন দূৰদৰ্শনতো প্ৰচাৰিত হৈছিল। মৃণালৰ ভাও লৈছিল সুনিপুণা অভিনেত্ৰী পূৰ্ণিমা পাঠক শইকীয়াই আৰু দীপকৰ চৰিত্ৰত অৱতীৰ্ণ হৈছিল প্ৰাঞ্জল শইকীয়া।

মন্তব্য ঃ মৃনালমাহীৰ বিষয়ে ড° সত্যেন্দ্ৰ নাথ শৰ্মাই তেওঁৰ অসমীয়া নাট্যসাহিত্য লিখিছে ঃ “নাটখনে কাহিনীৰ ফালৰ পৰা অভিনৱত্বৰ দাবী কৰিব পাৰে। তীব্ৰ মানসিক প্ৰক্ৰিয়া বা obsessionৰ ফলত কদা-কাচিৎ সৃষ্টি হোৱা এক অচিন ব্যাধিক (pseudocyesis) গৰ্ভ সঞ্চাৰ বুলি ভ্ৰমাত্মক ধাৰণা স্বামী আৰু আত্মীয় স্বজনৰ মাজত জন্মাই এগৰাকী মৰম আকলুৱা দুৰ্ভগীয়া নাৰীৰ জীৱনলৈ যি বিপৰ্যয় আহিল তাৰ সংবেদনশীল ৰূপায়ণ ঘটিছে মৃণালমাহীত..... নাটকৰ শেষলৈ suspense ৰাখিবলৈ নাট্যকাৰ সক্ষম হৈছে।” মৃণালমাহী— শ্ৰীবৰুৱাই শ্ৰীমতী গীতা লহকৰৰ সহযোগত DESIRE নাম দি ইংৰাজীলৈ তৰ্জমা কৰে। DESIRE কলিকতাৰ এ.এছ. ক্লাবৰ সহযোগত কলাকুঞ্জ মঞ্চত দুনিশাৰ বাবে সফলভাৱে মঞ্চস্থ হয়। মৃণাল মাহীৰ ভূমিকাত প্ৰাণস্পৰ্শী অভিনয় কৰে শ্ৰীমতী গীতা লহকৰে। আৰু দীপকৰ চৰিত্ৰৰ ৰূপ দিছিল উদীয়মান ডেকা অভিনেতা শ্ৰীকপিল বৰাই। তেওঁৰ্ দৰ্শকৰ অন্তৰ জয় কৰিছিল। বাতৰি কাকত আৰু দৰ্শকসকলে নাটখন ভূয়সী প্ৰশংসা কৰিছিল। থিয়েটাৰ ফাউণ্ডেশ্বনৰ এই মঞ্চ সফল অভিনয় মৃণালমাহীৰ দৰে আদৰি লৈছিল, কাহিনীৰ অভিনৱত্বই তেওঁলোকক মুগ্ধ কৰিছিল। নাটখন পাছত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনতো মঞ্চস্থ হয়। কলিকতা আৰু গুৱাহাটীত নাটখনৰ পৰিচালক আছিল অধ্যাপক .....
বাবী বৰুৱা।

১৪। ধৰালৈ স্বিদিনা

নামিব সৰগ ঃ ১৮৪৮ চনত স্থাপিত হোৱা শ্বিলং-গুৱাহাটী অনাৰ্তাৰ কেন্দ্ৰৰ বাবে নাটকৰ প্ৰয়োজন হোৱাত তৎকালীন প্ৰগ্ৰেম একজিকিউটিভ মৰহুম উবেদুল লতিফ বৰুৱাই নাট্যকাৰ

শ্ৰীবৰুৱাক অনুৰোধ কৰিলে এখন নাট লিখি দিবলৈ। অনাতাঁৰ কেন্দ্ৰৰ তাগিদাত শ্ৰীসত্যপ্ৰসাদ বৰুৱাই মৰহুম উবেদুল লতিফ বৰুৱাৰে আলোচনা কৰি তেওঁ লিখা 'শিখা' নাটৰ এটি চুটি অনাতাঁৰ ৰূপ প্ৰস্তুত কৰি দিলে।— "ধৰালৈ যিদিনা নামিব সৰগ " শ্বিলং-গুৱাহাটী কেন্দ্ৰৰপৰা প্ৰচাৰিত এইখনেই প্ৰথম অনাতাঁৰ নাট। মুখ্য নাৰী চৰিত্ৰত অভিনয় কৰিছিল শ্ৰীমতী কল্যাণী বৰুৱা (ফুকন) আৰু তুলতুল ভড়ালী (বৰুৱা) আৰু নায়কৰ ভাও লৈছিল সেই সময়ৰ বিশিষ্ট অভিনেতা প্ৰয়াত সৰ্বেশ্বৰ চক্ৰবৰ্তীয়ে। নাটখন পৰিচালনা কৰিছিল মৰহুম উবেদুল লতিফ বৰুৱাই। পাছলৈ তেখেতে আকাশবাণীৰ ডাইৰেক্টৰ জেনাৰেল ৰূপে অৱসৰ লয়। ইয়াত সংযোজিত ছপা নাটখন অনাতাঁৰ নাটখনৰে পৰিবৰ্দ্ধিত ৰূপ। নাটখন প্ৰকাশিত হয় ১৯৮৬ চনত "নাটিকা সপ্তক" সংকলনত। ছপা নাটখন মৰহুম উবেদুল লতিফ বৰুৱাৰ পবিত্ৰ স্মৃতিত অৰ্পিত হৈছে। উল্লেখযোগ্য এই পৰিবৰ্দ্ধিত ছপা নাটখন গুৱাহাটী নাট্যগোষ্ঠী "সপ্তৰঙ্গ"—ই শ্ৰীপুলকেশ চেতিয়াৰ পৰিচালনাত ৰবীন্দ্ৰ ভৱনত তিনি নিশা সফলতাৰে মঞ্চস্থ কৰে। নাটখনত যশস্বী অভিনেতা শ্ৰীদিলীপ শৰ্মা আৰু প্ৰয়াত ডম্বৰু দাসে দুটা বিশিষ্ট চৰিত্ৰৰ ৰূপ দিছিল। নায়ক প্ৰদীপৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল পৰিচালক শ্ৰীপুলকেশ চেতিয়াই। নাটখন প্ৰকাশ কৰিছিল পদ্ম প্ৰকাশৰ হৈ শ্ৰীমতী নিৰুপমা বৰুৱাই।

১৫। অংগীকাৰ ঃ নাটখন "অংগীকাৰ" সংকলনত সন্নিৱিষ্ট হৈ ১৯৮৬ চনত প্ৰকাশিত হয় পদ্ম প্ৰকাশৰ দ্বাৰা। কাহিনীভাগ লোৱা হৈছিল ক্ষেত্ৰধৰ বৰগোহাঁইৰ আৱাহনত ওলোৱা এটি প্ৰবন্ধৰপৰা।

১৬। সিংহগড় ঃ মাৰাঠী বুৰঞ্জীৰ আখ্যানৰপৰা কাহিনী সংগ্ৰহ কৰা হৈছিল। অংগীকাৰ সংকলনত সন্নিৱিষ্ট হৈ ছপা হৈছিল পদ্ম প্ৰকাশৰ দ্বাৰা। নাটকত ব্যৱহাৰ কৰা "ঘোড়পেড়ে" বোলা জন্তুটো দেখাত গুইসাপৰ দৰে। ইয়াৰ হাতোৰাত বগাই গৈ খোপনি পুতিবলৈ এবিধ আঠা থাকে।

১৭ । ফুলকলি ঃ অংগীকাৰ সংকলন সন্নিৱিষ্ট হৈ পদ্ম প্ৰকাশৰ দ্বাৰা ১৯৮৬ চনত প্ৰকাশিত হয়। উল্লেখযোগ্য যে নাটখন প্ৰথমতে উড়ীয়া ভাষাত "কুসুম কলিকা" নামেৰে ৰচিত হৈ কটক

কেন্দ্ৰৰ ১৯৫৮ চনৰ নাট্যোৎসৱত অভিনীত হয়। তাৰ পাছত কিছু সাল-সলনি কৰি অসমীয়ালৈ তৰ্জমা কৰি ছপোৱা হয়।

১৮। দেবাঃ নজানন্তি ঃ মোপাঁছাৰ False Gem, (necklace নহয়।) বোলা গল্পৰ দ্বাৰা অনুপ্ৰাণিত। পৰিৱেশ সম্পূৰ্ণ অসমীয়া, সংলাপো লিখকৰ নিজৰ। নাটখন সেয়ে মৌলিক নাটৰ শাৰীলৈ উন্নীত হৈছে। পদ্ম প্ৰকাশে প্ৰকাশ কৰে ১৯৮৬ চনত। নাটখন হাতে লিখা অৱস্থাত নাম দিয়া হৈছিল "নকল মুকুতা' এই নাটখন অনাতাঁৰ যোগে আৰু মঞ্চতোঁ সেই নামেৰে কেবাবাৰো অভিনীত হৈছিল।

১৯। আশা ঃ প্ৰকাশ হৈছিল ১৯০০ ? এইখন এখন শ্ৰব্য-নাটক। অলপ সালসলনি কৰি মঞ্চস্থ কৰিব পৰা যাব।

২০। ওভাৰ কোট ঃ নিকোলাই গগোলৰ The Clock গল্পটোৰ অনুসৰণত যুগুত কৰা হৈছিল আৰু 'নাটিকা সপ্তক' সংকলনত সন্নিৱিষ্ট হৈ ১৯৮৬ চনত পদ্ম প্ৰকাশে প্ৰকাশ কৰে। নাটখনি যশস্বী অভিনেতা প্ৰয়াত ভুবনেশ্বৰ বুজৰবৰুৱাদেৱৰ নামত উৎসৰ্গ কৰা হয়। নাটখনৰ পৰিৱেশ সম্পূৰ্ণ অসমীয়া, সংলাপবোৰো লিখকৰ নিজা, বিশেষকৈ 'ফেন্টাচিৰ' অংশ নিজৰ সৃজনী প্ৰতিভাৰ ফল। নাটখন সেয়ে দেৱাঃ নজানন্তিৰ দৰে মৌলিক নাটৰ শাৰীলৈ উন্নীত হৈছে।

২১। বনহংসী ঃ হেনৰিক ইবচেনৰ অসমীয়ালৈ অভিযোজিত হোৱা এইখন তৃতীয়া নাটক। প্ৰথমখন আছিল উত্তৰপূৰ্ব-সীমান্তৰ পটভূমিত ৰচিত সুৰেশ গোস্বামীৰ "ৰুণুমী"। দ্বিতীয় খন শ্ৰীপদ্ম বৰকটকীৰ "পুতলা ঘৰ" (Dolls House)।

বনহংসীখন "ৰুনুমী"ৰ দৰেই সম্পূৰ্ণ অসমীয়া পৰিৱেশলৈ ৰূপান্তৰ কৰা হৈছে। ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্যই তেওঁৰ অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি'ত উল্লেখ কৰাৰ দৰে "অসমীয়া ঘৰুৱা পৰিৱেশ সৃষ্টিৰ বাবে আৱশ্যক অনুসৰি কোনো ঠাইত মূল ৰচনা ভাগৰ কম-বেছি পৰিমাণে সংযোগ-বিয়োগ আৰু কোনো কোনো ঠাইত সাদৃশ্য-বৈশাদৃশ্য ঘটিছে...." ১৯৬১ চনত বনহংসী প্ৰকাশ কৰিছে

গুৱাহাটীৰ দত্তবৰুৱা এণ্ড কোম্পানীয়ে আৰু নাটখন, গুৱাহাটীৰ নিউ আর্ট প্লেয়ার্ছে কেবাবাৰো, কেবা ঠাইত সফলতাৰে অভিনয় কৰি নাটখন জনপ্রিয় কৰাত অৰিহণা যোগাইছিল।

মন্তব্য ঃ 'সাহিত্য স্বৰূপে অসমীয়া অনুকৃত নাট্যাৱলীৰ বেদীত ই এক উৎকৃষ্ট অৱদান'—"অসমীয়া সাহিত্যৰ জিলিঙনি"—ড° হৰিচন্দ্ৰ ভট্টাচার্য্য। ড° পোনা মহন্তৰ মন্তব্যও প্ৰণিধানযোগ্য। তেওঁ "নাটক আৰু নাট্যকাৰ" পুথিত বনহংসীৰ বিষয়ে এইবুলি লিখিছে যে থলুৱা সাঁচত ঢালিবৰ বাবে নাট্যকাৰে অন্যান্য ঠাইতো এনেধৰণৰ সাল-সলনিৰ আশ্ৰয় লোৱাটো চকুত পৰে। কিন্তু নাটকৰ শেষৰ ফালে অসমীয়া নাট্যকাৰজনে কৰা পৰিৱৰ্তনখিনি মন কৰিবলগীয়া। হেমী যেতিয়া হাতৰ মুঠিত পিষ্টলটোৰে সৈতে মৃত অৱস্থাত পৰি থাকে, তেতিয়া মহেন্দ্ৰই তাইৰ দেহাটো বগা কাপোৰ এখনেৰে ঢাকি দি তাৰ ওপৰত ফুল ছটিয়ায়। মিনাই আঁঠুকাঢ়ি শেষ বাৰৰ বাবে হেমীক চাই লয়। কোঠাটোত ধূপ-ধুনা জ্বলোৱা হয় আৰু গোটেই পৰিৱেশটো মন্দিৰৰ দৰে হৈ উঠে। নাটখন শেষ কৰা হৈছে গিৰিশেখৰৰ এই কথাখিনিৰে "এই মৃত্যু অসাৰ্থক নহয় হেমেন। হেমীৰ এই আত্মবলিদানে আমাৰ মনত মলিনতা আঁতৰাই দি গ'ল মহত্তৰ জীৱনৰ সন্ধান।"

২২। **ৰজা ইডিপাচ** ঃ প্ৰথম তাঙৰণৰ প্ৰকাশক, পদ্ম প্ৰকাশ (১৯৬৪) চন। দ্বিতীয় তাঙৰণ প্ৰকাশক, গুৱাহাটীৰ, "গ্ৰন্থপীঠ"। নাটখন প্ৰথমতে ১৯৬৮ চনত শৌভিক গোষ্ঠীয়ে শ্বিলঙত নাট্যকাৰ শ্ৰীৰাম গোস্বামী আৰু প্ৰয়াত যশস্বী সাহিত্যিক ভুবন মোহন বৰুৱাৰ পৰিচালনাত কেবাবাৰো সফলতাৰে মঞ্চস্থ কৰে। এইখনেই গ্ৰীক ট্ৰেজেডিৰ প্ৰথম অসমীয়া অভিযোজনা। অভিযোজক শ্ৰীবৰুৱাই মূল নাটকৰ কোৰাছৰ সংখ্যা তিনিজনলৈ কমোৱাৰ লগতে ৰচনাৰ ক্ষেত্ৰটো বহুখিনি মূলৰূপৰা ফালৰি কাটি নিজৰ সৃজনশীল প্ৰতিভাৰ পৰিচয় দিছে। দ্বিতীয় সংস্কৰণৰ প্ৰস্তাৱনাটো শ্ৰীবৰুৱাই নিজে উদ্ভাৱন কৰিছে। নাটখন উপস্থাপনত অসমৰ মঞ্চত পোন প্ৰথমবাৰ খটখটি আৰু ওখ-চাপৰ 'লেভেল'ৰ ব্যৱহাৰ কৰা হৈছিল। পাছত নাটখন অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ে নিজৰ

বৰীয়াকৈ পৰিৱেশনৰ দায়িত্ব বহন কৰি শ্ৰীইন্দুকল্প হাজৰিকাৰ পৰিচালনাত গুৱাহাটীৰ বাহিৰেও অসমৰ আন কেবাঠাইত মঞ্চস্থ কৰে। নাটখনৰ শেহতীয়া উপস্থাপনা কৰে শ্ৰীমৃণাল কান্ত দাসৰ পৰিচালনা গুৱাহাটী 'কলাঘৰ' নৃত্য নাট্য নিকেটনে শ্ৰীবৰুৱাৰ আশীতম জন্মজয়ন্তী উপলক্ষে দুনিশাৰ কাৰণে সফলতাৰে মঞ্চস্থ কৰে। এই উপস্থাপনত কোৰাছৰ সংখ্যা তিনিজনৰ ঠাইত পাঁচজন দিয়া হয় আৰু তেওঁলোকে বচন মাতোঁতে নৃত্যৰ ভংগীমা আৰু সংগীতৰ ছন্দ ব্যৱহাৰ কৰি নতুন দিশ মুকলি কৰে। এই পৰিৱেশনা ইডিপাচ আৰু জোকাষ্টাৰ চৰিত্ৰত যথাক্ৰমে শ্ৰীগুণাকৰ দেৱ গোস্বামী আৰু শ্ৰীমতী ধৰিত্ৰী কলিতাই মনজিনা অভিনয় কৰে।

মন্তব্য ঃ ড° দয়ানন্দ পাঠক— "....শ্ৰীবৰুৱাই চফ'ক্লিচৰ মূল নাটকখন কিছু সংশোধিত ৰূপত উপস্থাপন কৰিছে ..... তেওঁ ইংৰাজীৰপৰা হুবহু অনুবাদ নকৰি সুবিধা আৰু প্ৰয়োজন সাপেক্ষে অভিযোজন কৰি নিজৰ স্থিতিক সুৰক্ষিত কৰিছে। ইয়াৰ দ্বাৰা মূল কথাখিনিও নিৰ্ভৰযোগ্য হৈ পৰিছে ....মূল নাটকৰ আৱেদন বিনষ্ট হোৱা নাই।"

২৩। ওথেলো ঃ নাট্যকাৰ শ্ৰীবৰুৱাই তেওঁৰ শিক্ষাগুৰু প্ৰয়াত ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ স্মৃতিত নাটখন অৰ্পণ কৰিছে। প্ৰথম প্ৰকাশ পদ্ম প্ৰকাশৰ, ১৯৭৬ চনত। দ্বিতীয় প্ৰকাশ 'গ্ৰন্থপীঠ'ৰ ১৯৮৫ চনত।

মন্তব্য ঃ ড° দয়ানন্দ পাঠকে লিখিছে ....মূল পাঠকৰ গাঠনিক বৈশিষ্ট্যখিনি বৰুৱাদেৱৰ অনুবাদত বহুখিনি পৰিবৰ্তিত হৈছে...ষোলটা দৃশ্য যেতিয়া মাত্ৰ ৯টা দৃশ্যলৈ চমুওৱা হ'ল, অঙ্গচ্ছেদ নিশ্চয় ঘটিছে। পিছে তেনে অঙ্গ চ্ছেদে নাটখনৰ মৌলিক কাহিনী ভাগক মোটামুটি অক্ষুণ্ণ ৰাখিছে।.... এনে কৰোঁতে বৰুৱাই হয়তো উক্ত নাটকখনৰ পটভূমিত গঢ়ি উঠা আমাৰ মঞ্চপোযোগিতাৰ কথাকে অগ্ৰাধিকাৰ দিছে। ...অনূদিত নাটকৰ ভাষাও কাব্যিক ভাষা।"

২৪। এন্টিগনি ঃ ফৰাছী নাট্যকাৰ জ্যাঁ আনুইৰ চফ'ক্লিচৰ একে নামৰ নাটখনৰ আধুনিক ৰূপৰ অভিযোজনা। তেনে কৰোঁতে শ্ৰীবৰুৱাই

মূলৰ বহুতো অংশ বাদ দিছে আৰু ঠায়ে ঠায়ে নিজৰ সৃজন প্ৰতিভাৰে নাটকৰ লগত খাপখোৱাকৈ নতুন পৰিস্থিতি উদ্ভাৱন কৰিছে। নাটখন প্ৰথমতে কবি নৱকান্ত বৰুৱাই সম্পাদনা কৰা 'সিৰুলু' আলোচনীত প্ৰকাশিত হৈছিল। পুথি আকাৰে পদ্ম প্ৰকাশে ছপা কৰি উলিয়াই ১৯৯১ চনত। নাটখন সু-সাহিত্যিক সুক্ষ্ম-সমালোচক প্ৰয়াত মুনীন বৰকটকীদেৱক উৎসৰ্গ কৰা হৈছে।

মন্তব্য ঃ ড° দয়ানন্দ পাঠকে লিখিছে "......আনুইৰ ৰচনাত আমাৰ নিজৰ পটভূমিত স্থান সাপেক্ষ আৰু কাল সাপেক্ষ হোৱা নাই বাবেই বৰুৱাদেৱে ইতিমধ্যে পৰিবৰ্তিত ৰূপত নিৰ্মিত হোৱা নাটখনৰো পৰিবৰ্তন সাধন কৰিবলগীয়া হ'ল। মূলৰ ওপৰত অনুবাদ কৰ্মৰ লগত নিহিত সমস্যা আৰু অনুবাদকৰ দায়িত্ব সম্পৰ্কে নাটকাৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ মনত যে এক পদ্ধতিগত ধ্যান-ধাৰণা হৈছে সেইটো নিশ্চিত ; তেনে ধ্যান-ধাৰণা ঠিক বৌদ্ধিক জগতত সীমাবাদ হৈ থকা ব্যক্তিৰ উপৰুৱা ধ্যান-ধাৰণা নহয়। তেওঁৰ ধ্যান-ধাৰণা তেওঁৰ ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ দিশটোলৈ চাইহে যে তেওঁৰ দায়িত্ব পালন কৰিছে সেই কথা প্ৰত্যেয়েৰে ক'ব পাৰি।

২৫। অন্তিম সংগীত ঃ নাটিকা সপ্তকত সন্নিবিষ্ট হৈ ১৯৮৬ চনত পদ্ম প্ৰকাশৰ দ্বাৰা প্ৰকাশিত। নাটখন বয়োজ্যেষ্ঠ যশস্বী নাট্যকাৰ, অভিনেতা, কথাসাহিত্যিক শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ নামত উৎসৰ্গ কৰা হৈছে। চেকভৰ অনুসৰণ যদিও নাটখন শ্ৰীবৰুৱাৰ নিজা নাট্য জীৱন অভিজ্ঞতাৰে পুষ্ট। উদ্ধৃতিবোৰো নিজে অভিনয় কৰা নাটবোৰৰপৰা লোৱা।

মন্তব্য ঃ প্ৰয়াত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখিছে। "....সত্যপ্ৰসাদ বৰুৱাৰ নাট্যচিন্তাত সমাজতত্বৰ প্ৰভাৱ নাই এনে কথা কোৱা ভুল হ'ব। কিন্তু ইয়াক সহজে নেদেখি। ব্যক্তিক কেন্দ্ৰ কৰিয়েই তেওঁৰ নাট্যচিন্তা আগবাঢ়িছে .... অন্তিম সংগীতৰ মোহন শইকীয়াই অভিনয় জীৱনৰ ট্ৰেজেডী অনুভৱ কৰিছে। .... জীৱনটো প্ৰকৃততে ট্ৰেজেডী।

শিল্পীয়ে মৃত্যুক গচকি হাঁহি হাঁহি আগবাঢ়ি যাব পাৰে ইও এটা জীৱনৰ মীথ। প্ৰতিভা অমৰ—প্ৰতিভাই জীৱন।....."

২৬। জেন আয়াৰ : শ্বাৰলোট বন্টীৰ মূল উপন্যাসৰ সম্পাদিত নাট্যৰূপ দিওঁতে শ্ৰীবৰুৱাৰ সৃষ্টিপ্ৰতিভাৰ পৰশ বাৰুকৈয়ে লাগিছে। নাটখন পদ্মপ্ৰকাশে প্ৰকাশ কৰে ১৯৯৬ চনত। উপন্যাসখনৰ মূল কাহিনীৰ হৃদয় পৰশা আৱেদন শেষলৈকে অটুট আছে।

২৭। উইল : প্ৰথম প্ৰকাশ ১৯৯৬। নাটখন সাংবাদিক শ্ৰীকমলা কান্ত বৰাক অৰ্পণ কৰা হৈছিল। "উইল" প্ৰখ্যাত বাংলা ঔপন্যাশিক স্বৰ্গীয় শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ। বৈকুণ্ঠৰ উইল উপন্যাসৰ কাহিনীৰ অনুসৰণত আমাৰ মঞ্চৰ বাবে যুগতাই অভিযোজনা কৰা হৈছে। কোৱাব হাহুল্য অভিযোজিত নাটখন বহু ঠাইত মূলৰপৰা ফালৰি কাটি আহি নিজৰ আৰু দৰ্শকৰ ৰুচিলৈ চাই ৰূপান্তৰিত কৰা হৈছে। অৱশ্যে মূল কাহিনীৰ বক্তব্য অটুট ৰখা হৈছে।

২৮। মেকবেথ : প্ৰথম প্ৰকাশ ১৯৮০ চনত অসম প্ৰকাশন পৰিষদৰ দ্বাৰা। পৰিষদৰ অনুমতি লৈ ইয়াত সংযোগ কৰা হৈছে। পৰিষদৰ তৎকালীন সচিব বৰ্তমান অসম সাহিত্য সভাৰ সভাপতি শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই প্ৰথম সংস্কৰণৰ পাতনিত লিখিছিল ....." বৰেণ্য কবি শেক্সপীয়েৰৰ কাব্যনাট এখনৰ মূলৰ বাক-ভংগী, ধ্বনি ব্যঞ্জনা আৰু ভাবানুষংগৰ লগত সংগতি ৰাখি তাক ভাষান্তৰিত কৰাটো নিশ্চয় দুঃসাধ্যকাম। এনেস্থলত সুদীৰ্ঘকাল অসমীয়া নাট্য আন্দোলন আৰু নাট্য সাহিত্যৰ লগত জড়িত থকা শ্ৰীসত্যপ্ৰসাদ বৰুৱাই শেক্সপীয়েৰৰ এই অমৰ নাটখনি যথাসম্ভৱ মূলানুগ অনুবাদ কৰি এই পৰিষদৰ দ্বাৰা প্ৰকাশ কৰিবলৈ দিয়া বাবে আমি তেওঁৰ ওচৰত কৃতজ্ঞ। .....শেক্সপীয়েৰৰ নাট এখনৰ মূলানুগ অনুবাদ এইখনেই প্ৰথম।"

২৯। সাগৰ চিলনী : এন্টনচেখভৰ মূলনাটক চি. গালৰ অসমীয়া অভিযোজনা। প্ৰথম প্ৰকাশ ১৯৯০। প্ৰকাশক অসম প্ৰকাশন পৰিষদৰ অনুমতি ক্ৰমে এই সংকলনৰ অন্তৰ্ভুক্ত কৰা হৈছে। নাটখনৰ পাতনিত পৰিষদৰ তৎকালীন আৰু বৰ্তমানৰ সচিব শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্যই লিখিছিল..... ইংৰাজী

মঞ্চত The sea gull সৰ্বাধিক জনপ্ৰিয়তা লাভ কৰা একমাত্ৰ নাটক। মঞ্চজগতৰ সৈতে চেখভৰ ঘনিষ্ঠতাও এই নাটখনিয়ে গঢ়ি তুলিছিল। ..... সাহিত্যিক কলা-কৌশলৰ দিশতো নাটকখন চমকপ্ৰদ ..... "সগিৰ চিলনী" অসমৰ মঞ্চ আৰু সাহিত্য জগতলৈ বিশিষ্ট সংযোজন, ড° অমৰজ্যোতি চৌধুৰীয়ে মন্তব্য কৰিছে ..... "কিন্তু এই কাহিনী কেবল চেখভৰ দিনৰ ৰাছিয়াৰে নহয়, বিশ্বৰ চুকে - কোণে গাঁৱে-ভূএঁ বিয়পি থকা কাহিনী। এৰা সেয়া যেন অসমৰ নাট্যমঞ্চৰ আঁৰৰো কাহিনী। সত্যপ্ৰসাদ বৰুৱাৰ দৰে লোকৰ নাটকৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণৰ কাহিনী....সেইবাবেই এন্টন চেখভৰ সাগৰ চিলনী আৰু নাট্যকাৰ সত্যপ্ৰসাদ বৰুৱা।

৩০। এন এনিমি অৱ দি পিপ্‌ল : হেনৰিক ইবচেনৰ একে নামৰ প্ৰখ্যাত নাটৰ অসমীয়া সম্পাদিত অভিযোজনা। মূল নাটখন ইবচেনে ৰচনা কৰিছিল ১৮৮২ চনত। কাহিনীৰ স্থান দক্ষিণ নৰৱেৰ সাগৰৰ দাঁতিৰ এখন নগৰ। এই নাটখন স্থানীয় পৰিৱেশত লগত সামঞ্জস্য ৰাখি কৰা বাংলা অভিযোজন "দয়াচক্ৰ" শম্ভু মিত্ৰ আৰু বহুৰূপী দলে সাফল্যৰে মঞ্চস্থ কৰে। এই কাহিনী অনুসৰণ কৰিয়েই সত্যজিৎ ৰয়ে নিৰ্মাণ কৰে। তেওঁৰ বোলছবি "গণশত্ৰু"।

কনকচন্দ্ৰ ডেকা।
সম্পাদক